# টছলিমেৰে যাৰ দুখনি ভৰিক সোণ কৰি তুলিলা



চৈয়দ ফাৰুক হুছেইন

**Toslimara Jar Dukhoni Vorik Sun Kori Tulila :**
**A novel written by Sayed Faruque Hussain, Dispur, Guwahati - 6, and Published by Syeda Naznin Hussain, M/S Tulana, Wireless, Dispur, Guwahati -6**
**June / 1996**

---

প্ৰকাশিকা : চৈয়দা নাজনীন হুছেইন,
মেচাৰ্চ তুলনা
ৱায়াৰলেচ, দিশপুৰ, গুৱাহাটী - ৬

পৰিবেশক :
পশুপতি পাব্লিচাৰ, পাণপজাৰ গুৱাহাটী

বেটুপাত :
মনোজ ভট্টাচাৰ্য্য



মূল্য : ১০০.০০ (এশ) টকা মাথোন

মুদ্ৰণ : ভাৰত অফছেট্
জু-ৰোড্ তিনিআলি, গুৱাহাটী - ৩

# দুআষাৰ কথা :
# কৃতজ্ঞতা :
# সমৰ্পণ :

বাংলাদেশী লেখিকা তছলিমা নাছৰীণে যি অৰ্থত, যেনেকৈ ইছলাম ধৰ্মক, হাদীছ আৰু পয়গম্বৰ জনাক মানুহৰ চকুৰ আগত দাঙি ধৰিছে সেই ইছলাম ধৰ্ম, হাদীছ আৰু পয়গম্বৰজনা যে দৰাচলতে তেনে নহয় তাকে মানুহক জনাই দিয়াৰে এই কিতাপখনৰ একমাত্ৰ উদ্দেশ্য। মানুহে বহু কথা নেজানে। আমিও নেজানো। কিন্তু, আমি জানিবলৈ আৰু বুজিবলৈ হেঁপাহ কৰো, আগ্ৰহ কৰো, - মানুহে নকৰে। আন ধৰ্মৰ ক্ষেত্ৰতো একে। কোনো ধৰ্ম গ্ৰন্থই মূলতে বেয়া নহয়। তাক মানুহে হে বেয়া কৰে। যদি কোনো ধৰ্ম গ্ৰন্থত ভুল থাকে তেন্তে তাৰবাবে সেই ধৰ্মৰ প্ৰৱৰ্তক বা ভগবান নিজেহে দোষত পৰিব। কিন্তু ভগবানৰ ধৰ্মত ভুল নাই- ভুল থাকিব নোৱাৰে। ভুল বুলি সজাই পৰাই তুলিছে মানুহে কেৱল মানুহে- না না স্বাৰ্থত আৰু উদ্দেশ্যত। গতিকে ধৰ্মগ্ৰন্থক লৈ হৈ-হাল্লা কৰা উচিত নহয়। পৰ ধৰ্মক লৈতো কোনো সমালোচনা কৰিবই নেলাগে। কিন্তু আজিৰ মানুহে এনেকৈ প্ৰশ্ন কৰিবলৈও কুণ্ঠাবোধ নকৰে যে অসমখন কিয় আফ্ৰীকাৰ উত্তৰ দিশত নহ'ল? মানুহৰ নাকটো কিয় হাতৰ তলুৱাত নহ'ল? মোৰ কলিজাটো ভিঙিৰ কাষত হোৱা হলে? ইত্যাদি ইত্যাদি।

কিতাপখন বিভিন্ন লেখক-লেখিকা, প্ৰবন্ধকাৰ, সমালোচক, পত্ৰলেখক, শিতান লেখক, পৰ্য্যবেক্ষক, নিবন্ধ লেখক, আদিৰ লিখনিৰ দান-বৰঙণিৰে সজাই তোলা হৈছে। বন্ধুবৰ্গ আৰু ব্যক্তি বিশেষৰ সতে কৰা আলোচনায়েও ঠাই পাইছে এই কিতাপত। কিতাপখনৰ কিছু কথা খবৰ কাগজ, আলোচনী, পত্ৰিকা, কিতাপ আদিৰ পৰা লোৱা হৈছে- গতিকে উপাদান- সমলসমূহ একেবাৰে নিজৰ নুবুলি আনৰ পৰা লোৱা হৈছে বুলি কলেও অত্যুক্তি কৰা নহয়। সাহিত্যৰ খাটিৰত আৰু সকলোৰে পৰা অনুমোদন অনুমতি লোৱা দুৰূহ আৰু কষ্টসাধ্য বাবে মাজে মাজে সুনামধন্য লেখক-লেখিকাসকলৰ কথাখিনি একে ৰাখি কেতিয়াবা "যে" ৰে আৰু কেতিয়াবা "" উদ্ধ কমাৰ ভিতৰত ৰখা হৈছে। কেতিয়াবা অলপ সলনা-সলনি কৰি মূল বক্তব্যত আঘাট নসনাৰ চেষ্টা কৰা হৈছে। তেওঁলোকৰ নাম উল্লেখ নকৰি "এজন লেখক" "এজন প্ৰবন্ধকাৰ" বুলি দিয়া হৈছে। তাৰবাবে তেখেতসকলৰ ওচৰত ক্ষমা বিচাৰিছো। কেতিয়াবা এনেকুৱাভাবো নোসোমোৱা নহয় যে এটা বস্তু কিতাপখনৰ বাবে অতি আৱশ্যক হৈ পৰিছে কিন্তু অনুমতি বিচাৰি গলে জানোচা তেখেতে নিদিব? গতিকে বিনা অনুমতিতে অলপ গহীত কাম এটা কৰি পেলালো। আশা কৰো তেওঁলোকে সেইখিনি নধৰিব। তেওঁলোকে লিখা কথাবোৰকে ইয়াত ঠাই

দি তাৰ ওপৰত পৰ্য্যালোচনা কৰাৰ বাবে যদি মোৰ দোষ হৈছে, বিশেষকৈ এই প্ৰথাৰে দুআষাৰ আঙুলিয়াই দিয়াৰ বাবে যদি ভুল হৈছে তেতিয়া হলে ভৱিষ্যতে আৰু এইদৰে কৰাৰ পৰা বিৰত থাকিম। কিন্তু তেওঁলোকে যে তেনেকৈয়ে লিখিছিল সেই কথা সঁচা । মুঠৰ ওপৰত তেওঁলোকে যি লিখিছিল তাকহে মই ইয়াত ঠাই দিছো । মোৰ অজ্ঞতাৰ বাবে যদি কেতিয়াবা তাৰ অৰ্থ বেলেগ হৈছে তেন্তে তাৰবাবে ক্ষমা বিচাৰিলো। কিন্তু জানি শুনি কাৰোবাক হেয় কৰিবৰ বাবে, উদ্দেশ্য প্ৰণোদীতভাৱে কাৰো লিখনিক মই বিকৃত কৰিব খোজা নাই। সুকীয়াকৈ কিবা এটা বুজাবৰ বাবেও চেষ্টা কৰা নাই । কেতিয়াবা কিছুমান দৰকাৰী লিখা খবৰ কাগজত দিলে তাৰ স্থায়ীত্বটো সৰহ দিন ধৰি নেথাকে । খবৰ কাগজ, আলোচনী টেবুলৰ তলত, ৰেকত পৰি থকাৰ পাছত এদিন সেইখিনি বিক্ৰী কৰি পেলোৱা হয়। কিন্তু কিতাপত সেইসমূহ ধৰি ৰাখিলে তাৰ স্থায়ীত্বটো বাঢ়ে । কিতাপৰ আয়ুস খবৰ কাগজ, আলোচনীতকৈ দীঘল । কিতাপখনত থকা কথাবোৰনো কি যুক্তিত লিখা হৈছে তাক জানিবৰ বাবেও তেখেতসকলৰ কথাবোৰ একেই ৰূপত পৰা পক্ষত উপস্থাপন কৰা ভাল । তেতিয়া মানুহে এটা বিশ্লেষণ কৰাৰ সুবিধা পাব। নহ'লে আমাৰ কথাবোৰ কেৱল আমাৰ মনতে উদয় হোৱা বুলি সকলোৱে ধৰি লব পাৰে আকৌ কিছুমান কথাৰ পুনৰাবৃত্তি কৰা নহ'ল। কাৰণ সেইসমূহ ইতিমধ্যে কাগজে পত্ৰই ওলাই গৈছে । সেইসমূহৰ ওপৰত বক্তব্যহে ৰখা হৈছে । সদাশয় পাঠকবৰ্গই সেইসমূহৰ আৱশ্যকতা অনুভৱ কৰিলে বিচাৰি-খোচাৰি লব পাৰে ।

সবাতোকৈ ডাঙৰ কথা কটন কলেজৰ প্ৰাক্তন অধ্যাপক, প্ৰাক্তন অধ্যক্ষ আৰু প্ৰাক্তন ডি, পি আই আদৰৰ আশ্ৰফ আলী চাৰক এই কিতাপত জীৱন্তৰূপে প্ৰতিফলিত কৰিব বিচাৰিছো । চাৰ এসময়ত মোৰ শিক্ষাগুৰু আছিল। তেখেতৰ ব্যক্তিত্ব আৰু জ্ঞানৰ আগত মোৰ কলম এটা ধূলিৰ দৰে নগণ্য আৰু কচুৰ ঠাৰিৰ দৰে লেহুকা । চাৰৰ প্ৰতি থকা মোৰ ভক্তি আৰু শ্ৰদ্ধাৰ প্ৰকাশ স্বৰূপে তেখেতক এটি চৰিত্ৰ ৰূপে মোৰ কিতাপত ঠাই দিছোঁ। তাৰোপৰি চাৰৰ 'ইছলাম আৰু ধৰ্ম নিৰপেক্ষতা" আৰু 'ইছলামৰ দৃষ্টিত নাৰীৰ স্থান" নামৰ যি দুটা প্ৰবন্ধ মই পঢ়িছিলো সেই প্ৰবন্ধ দুটা ইমানেই বাৰ্ত্তাবাহক, যুক্তিসংগত আৰু জ্ঞান বিতৰণৰ দৰে হৈছে যে তাৰ পৰা এইখন কিতাপৰ বাবে সমল লোৱা অতি উত্তম কাম হ'ব বুলি মই বিবেচনা কৰিলো। মোৰ দুখ হৈছিল যে সেই দুটা উৎকৃষ্ট প্ৰবন্ধও খবৰ কাগজত থকাত অবাবতে তাৰ জ্ঞানগৰ্ভ কথাবোৰে স্থায়ীত্ব হেৰুৱাই পেলাব । গতিকে চাৰৰ উক্ত প্ৰবন্ধ দুটা কিতাপৰ পাতত আংশীকভাৱে হ'লেও জিলিকি থাকি স্থায়ীত্ব লাভ কৰক বুলি ভাবি সেই প্ৰবন্ধ দুটাৰ বহু সমল এই কিতাপত ব্যৱহাৰ কৰিলোঁ। আৰু সেই কাৰণেই তেওঁক এটা চৰিত্ৰৰ মাজলৈ আনি তেওঁৰ কথাসমূহ তেওঁৰ মুখেৰেই ৰেকৰ্ট কৰাৰ সুবিধাটো ললোঁ । তাৰবাবে চাৰে মাৰিলেও মাৰক কাটিলেও কাটক। চৰিএটো আগবঢ়াই লৈ যাবৰ বাবে মোৰ নিজৰে কিছুমান কথা চাৰৰ মাজেদি প্ৰকাশ

কৰিছো। সেইবোৰ কথা চাবৰ নহয়। তাৰবাবেও যেন চাৱে মোক ক্ষমা কৰে। ঠিক একেদৰেই বিশেষকৈ মহুউদুল হক চাহেব আৰু চাজ্জাদ হুছেইন চাহেবৰ লিখনিকো ইয়াত ঠাই দিছো। মাজে মাজে দুই এটা কথা ভাঙি, সাৰমৰ্মটো ঠিকে ৰাখি আনবোৰ "" ভিতৰত ৰাখি বক্তৃতা দিয়াৰ দৰে এটা এটা চৰিত্ৰৰ মাজেৰে প্ৰকাশ কৰা হৈছে। চৰিত্ৰৰ কোনো নাম দিয়া নাই। তাৰ বাবে তেখেতসকলে যেন খং নকৰি ক্ষমা কৰে। তাৰোপৰি এঘাৰ অধ্যায়ত আমাৰ সাহিত্য, সংস্কৃতি, বোলছবি, সংগীতৰ সতে জড়িত হৈ থকা প্ৰখ্যাত ব্যক্তিসকলৰ নামসমূহ কিতাপখনৰ বিশেষ তাগীদাত, কৌশল জনিত কাৰণত লব লগা হোৱাত তেখেতসকলৰ নামসমূহ কেৱল অলপকৈ সলনি কৰি দিয়া হৈছে। প্ৰবন্ধ, চিঠি-পত্ৰৰ বাহিৰে উপন্যাসত প্ৰতক্ষ ভাৱে নাম লব নোৱাৰি বুলি জানো বাবে তেনে কৰিলো। জানি শুনি এই দোষ লগোৱাৰ বাবে তেখেতসকলে যেন মোক ক্ষমা কৰে। অৱশ্যে তেওঁলোকৰ ওপৰত বিৰূপ মন্তব্য দিছো বুলি কোনেও প্ৰমাণ কৰি দিব নোৱাৰে।

কিতাপখনক 'উপন্যাস' বুলি ক'বলৈ এটা সৰু সাহস কৰিছোঁ। নেজানো ব্যাকৰণে কি বুলি কয়। বিশেষ সাহিত্যৰ কচৰৎ ইয়াত কৰা হোৱা নাই। কিছুমান কথা বাবে বাৰে কৈ থকাৰ দৰে লাগিব পাৰে। সেই কথাবোৰ বাৰে বাৰে মানুহে এবেবোৰ কথাকে কৈ থকাৰ বাবে তাৰ উত্তৰবোৰো প্ৰায়ে বাৰে বাৰে দিব লগা হৈছে। সেইবাবে তেনে লগাটো স্বাভাৱিক। তছলিমাই কিছুমান কথা অশ্লীলভাৱে প্ৰকাশ কৰিছে। তাৰে পৰাখিনিহে মাৰ্জিতভাৱে আলোচনা কৰা হৈছে। এটাইবোৰ কথা আনিবলৈ হ'লে খোলাকৈ কিছুমান কথা লিখিব লাগিব। সেইসমূহ ৰাজহুৱাভাৱে আলোচনা নকৰিলোঁ। সকলো চৰিত্ৰই কাল্পনিক। বাংলাদেশৰ কিছুমান ঠাইৰ নাম পুৰনি মেপ চাই দিয়া হৈছে। গুৱাহাটীৰ দুখনমান ঠাইৰ নাম বদলি কৰি দি বাকী অসমৰ ঠাইবোৰৰ নাম একেই ৰখা হৈছে।

দু-আষাৰ কথা ইমানতে সামৰিলোঁ।

কিতাপখন লিখাৰ সময়ত বহু কেইজন অগ্ৰজ, বন্ধু-বান্ধৱী আৰু ভাইটি-ভন্টীয়ে সহাই কৰিছিল। সচিবালয়ৰ শ্ৰীমতী উষা বৰা ভন্টীয়ে তছলিমা নাছৰীণৰ প্ৰায় সকলো কিতাপ কেৱল পঢ়িবলৈ দিয়াই নহয়, কেইবামাহো ধৰি ৰখাৰ স্বাধীনতা দি খৰছি মাৰি পঢ়াৰ সুবিধা কৰি দিছিল। তেওঁলৈ মোৰ বিশেষ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

সচিবালয়ৰ প্ৰশাসনীয় সংস্কাৰ আৰু প্ৰশিক্ষণ বিভাগৰ অৱৰ সচিব শ্ৰীসন্তোষ কুমাৰ ডেকাদেৱে আৰু সঞ্চালক শ্ৰী এচ, থাদৌ দেৱে ক্ৰমে মহাপুৰুষসকলৰ কথা, বাণী (শ্লোক) আৰু পবিত্ৰ বাইবেলৰ উদ্ধৃতিৰে অৰিহণা যোগাইছিল। সচিবালয়ৰ শ্ৰীৰবীন দাস, শ্ৰীমুচুকুণ্ড গগৈ, শ্ৰীগিৰিন্দ্ৰ কুমাৰ পুৰকায়স্থ আৰু শ্ৰীমতী প্ৰতিমা দত্তই আলোচনী, খবৰ কাগজ, পত্ৰিকা আদি সংগ্ৰহ কৰি দিছিল। শ্ৰীপুৰকায়স্থদেৱে অন্য তথ্য পাতিৰো যোগান ধৰিছিল। সচিবালয়ৰ পৰিকল্পনা আৰু উন্নয়ন বিভাগৰ

পুথিভঁড়ালৰ পুথিভড়ালী শ্ৰীমতী জ্যোতি লেখা খাওন্দ আৰু শ্ৰীআবদুল ৰফিক, গোলাঘাট কমাৰপট্টি ৰোডৰ শ্ৰীচৈয়দ মজিদুৰ ৰহমান (বুল বুল ), নাহৰণীৰ চৈয়দা মছফিকা বেগম আদিয়ে এই বিষয়ৰ নানা কিতাপ, খবৰ কাগজ, আলোচনী দি সহায় কৰি দিছিল। এই সকলোৰে কাষত মোৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। তেওঁলোকে মোৰবাবে মন আৰু শ্ৰম দুয়োটাই দান কৰিছিল।

পবিত্ৰ ধৰ্মীয় গ্ৰন্থৰ পৰা উদ্ধৃতি, পংক্তি সংগ্ৰহ কৰি মোক বিশেষভাৱে সহায় কৰিছিল সচিবালয়ৰ শ্ৰীজিতেন্দ্ৰ মোহন মহন্ত, শ্ৰীআফাজ উদ্দিন আহমদ আৰু শ্ৰীনৌশাদ আলীয়ে। তেওঁলোকে আলোচনাৰ উপৰিও নীতি-নিয়মৰ ক্ষেত্ৰত নিজে কষ্ট কৰি, অধ্যয়ন কৰি একোটাকৈ টোকা লিখি আনি মোক দিছিল যিথিনি মই ইয়াত শন্নিবিষ্ট কৰি দিছোঁ। তেখেতসকলৰ ধাৰ মই কোনো দিনেই শুজিব নোৱাৰো। তেখেতসকলৰ অবিহনাই কিতাপখন গধুৰ কৰি তুলিছে।

গুৱাহাটীৰ শিখ মন্দিৰৰ মুখ্য পুৰুহিত গীয়ানি কৰনেইল সিং চাওদেৱৰ পৰা শ্ৰীজগজীৎ সিঙে পবিত্ৰ শ্ৰীগুৰু গ্ৰন্থ চাহিবৰ নিৰ্বাচিত 'শ্বদ' বা 'গুৰু বাণীৰ কীৰ্ত্তন' সংগ্ৰহ কৰি মোক দিছে আৰু এটা টোকাও লিখি দিছে। এই দুয়োজনা ব্যক্তিলৈকে মোৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা যাচিলো। চাওদেৱৰ পৰা আশীৰ্বাদো বিচাৰিলো।

ডিব্ৰুগড়ৰ (জ্যোতিনগৰ) আচাৰ্যী ভিক্ষু কৰুণা শাস্ত্ৰীদেৱৰ সতে এক আলোচনাত মিলিত হওঁতে তেখেতে পাণ্ডৰ বুদ্ধ সংঘলৈ যাবলৈ পৰামৰ্শ প্ৰদান কৰিছিল। সেই মতে ১৯৫৫ চনতে স্থাপিত বুদ্ধমন্দিৰলৈ গৈ তাৰে ডেকা শিষ্য শ্ৰীসুব্ৰত সিংহাক লগ কৰো। তেওঁ মন্দিৰ প্ৰাঙ্গনত থকা পুথিভড়ালৰ পৰা কিতাপ উলিয়াই আমাক যাৱতীয় তথ্য, পংক্তি, বিনম্ৰভাৱে অৰ্পণ কৰিছিল। এই দুয়োজনাৰ পৰামৰ্শ আৰু সহায়ৰ বাবে তেখেতসকলৰ কাষত কৃতজ্ঞ হৈ ৰলো। শ্ৰীশাস্ত্ৰীদেৱৰো আশীৰ্বাদ বিচাৰিলো।

আৰক্ষী সম্পৰ্কীয় কেইটামান কথা মোৰ অন্যতম বন্ধু শ্ৰীমাখন চন্দ্ৰ বৰাদেৱক সোধাত তেওঁ নিয়াৰিকৈ বুজাই দিছিল। তেওঁৰ কাষত মোৰ কৃতজ্ঞতা প্ৰকাশ কৰিলো।

কিতাপখনৰ 'লিগেল' দিশ এটাৰ ওপৰত কিছু সন্দেহ হোৱাত দুই এজন ব্যক্তিৰ পৰা পৰামৰ্শ লোৱাৰ আৱশ্যকতা বোধ কৰি তেওঁলোকৰ কাষ চাপিছিলো। সেই বিষয়ে অসম সচিবালয়ৰ ন্যায়ীক বিভাগৰ উপ-সচিব আৰু উপ-বিধি নিৰ্দেশক শ্ৰী এম, আৰ মজুমদাৰ আৰু গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ডেকা অধীবক্তা শ্ৰীশ্বাহ চৈয়দ ছামাদুৰ ৰহমানে চাই চিতি মোক অভয় প্ৰদান কৰিছিল। তেওঁলোকে লোৱা উক্ত দায়িত্বৰ বাবে তেওঁলোকৰ কাষত চীৰ কৃতজ্ঞ হৈ ৰলো। এই ক্ষেত্ৰত সচিবালয়ৰ শ্ৰীমতী মামণি ডেকা বৰুৱাইয়েও দুই এটা কথা শুধৰাই দিছিল। তেওঁৰো বিশেষ শলাগ ললো।

পবিত্ৰ ধৰ্ম গ্ৰন্থসমূহৰ পংক্তি, শ্লোকসমূহ লওতে কেতিয়াবা হয়তো উচ্চাৰণ

অনুপাতে বানানসমূহ হোৱা নাই। তাৰবাবে পঢ়ুৱৈ সমাজৰ ওচৰত ক্ষমা বিচাৰিলোঁ

বৰ্ণাশুদ্ধিৰ দোষৰ পৰা মুক্তি পাবৰ বাবে কণ্ঠীনি গাঁৱৰ শ্ৰীশ্যামল বৰুৱাদেৱে শ্ৰীসুমন্ত চলিহা দেৱৰ "আধুনিক অসমীয়া শব্দকোষ"খন দি যি সহায় কৰিলে তাৰ বাবে তেখেতৰ ওচৰত কৃতাৰ্থ মানিলো, শ্ৰীযুতকুও গগৈয়েও বহু জোঁটনি ঠিক কৰি দিছিল। তেখেতৰ পুনৰ শলাগ ললো।

ভাৰত অফছেটৰ গৰাকী প্ৰবীৰ বৰুৱা আৰু তেওঁৰ সহধৰ্মীনি অঞ্জলি বৰুৱাৰ নিঃস্বাৰ্থ সহায় সদায় মনত থাকিব। কেইবাটাও দিশত তেওঁলোকে মোক সহায় কৰিছিল। দুয়োৰে শলাগ ললো। ভাইটি সৰ্ব্বানন্দ শৰ্মাই ধুনীয়াকৈ D. T. P কৰাৰ ওপৰিও ভাল কষ্ট অলপ কৰিছিল। তেওঁলৈ মৰম আৰু কৃতজ্ঞতা জনালোঁ।

অৱশেষত চিনেমা, চিৰিয়েল, থিয়েটাৰ, সংগীতৰ অনুষ্ঠানত থকাৰ দৰে সহকাৰি শব্দটো যদি লেখকৰ ক্ষেত্ৰটো খটুৱাব পৰা গ'ল হয় তেন্তে মই মোৰ সহধৰ্মীনি শ্ৰীমতী চৈয়দা নাজনীন ছুছেইনকো সহকাৰি লেখিকা বাবেৰে স্বীকৃতি দিলো হয়। পোহৰ আৰু ছাঁৰ দৰে থাকি তেখেতে বহু পৰামৰ্শ, পৰীক্ষা আৰু খবৰ সংগ্ৰহ কৰি পাণ্ডুলিপিটোৰ ভুল-শুদ্ধ আঙুলিয়াই দিছিল। তেওঁলৈ মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল। দুই পুত্ৰ নুৰ আৰু জিন্নাই অভিধানৰ বহু শব্দ চাই সহায় কৰি দিছিল। কৃতজ্ঞতাৰ ভাগ সিঁহত দুয়োটালৈয়ো ৰাখিলোঁ।

এতিয়াও পৃথিৱীত এনে লোক আছে যি ধৰ্ম মানি জীৱন ধন্য আৰু মহিয়ান কৰি তুলিছে, এতিয়াও এনে মানুহ আছে যি নিজৰ ধৰ্মক মানি আনৰ ধৰ্মক সন্মানৰ চকুৰে চাইছে, এতিয়াও এনে মানুহ আছে যি ধৰ্ম নিৰপেক্ষতাৰ মন্ত্ৰকে সৰ্বোগত কৰি দেশ আৰু দহৰ বাবে সৎ-চিন্তা কৰি জীৱন পাত কৰিছে, এতিয়াও এনে মানুহ আছে যি নাৰীৰ দুখ-যাতনাৰ বাবে চকুৰ টোপনি নাইকিয়া কৰিছে, এতিয়াও এনে মানুহ আছে যি সাম্প্ৰদায়ীকতাৰ বিৰুদ্ধে নিজৰ প্ৰতিবাদী কণ্ঠ সৰৱ কৰি তুলিছে, এতিয়াও এনে মানুহ আছে যি মানৱতাবাদৰ অমল শক্তিৰাজীৰে মানুহৰ শ্ৰেষ্ঠতাৰ জয়গান গাই আছে আৰু ঠিক তেনে চৰিত্ৰৰে আৰু এজাক মানুহ আমাক লাগে।

সেই নতুন মানুহে কি বুলি গ্ৰহণ কৰে মই নেজানো "টছলিমেৰে যাৰ দুখনি ভৰিক সোণ কৰি তুলিলা" উপন্যাসখন ভাৰতৰ তেনে এখিনি মানুহৰ হাতত সমৰ্পণ কৰিলো।

টছলিমেৰে
নাচীজ

দিশপুৰ

"ভাবি টাকা দিলো কথা
কত জেনেছে
কত অন্য প্রিয় কথা
বুঝি কাড়ি লৈ।
ভাবিবে পিছল ঘাটে
নিজে ডুব খায়
তিনার পিছল ঘাটে
আপদ ঘটায়।"
অন্য পাঠ বরা।
"এমন জায়গায় বসবে যাতে
কেউ বলেনা উঠ
এমন কথা বলবে যাতে
কেউ বলেনা ঝুট।"
সৈয়দ মুজতবা আলী।

## ( এক )

ক্ষীণ ব্ৰহ্মপুত্ৰ। ধীৰ।

ক'জলা আকাশখনৰ গভীৰ ক'জলাখিনি নাওবোৰৰ তলেদি কৰবালৈ ওপঙি গৈ আছে। নাওবোৰে আলফুলকৈ ৰঙৰ ওপৰেদি সোঁতৰ সতে এৰি দিছে এচাতি পানীৰ খেলি-মেলি। অলপ পাছতে চেমিন, বয়তোল আৰু সাহাইঁতে সবল বাহুবোৰত নীলা ৰঙৰ জালবোৰ পেলাই হাতত প্ৰকাণ্ড কাপোৰৰ টোপোলাত তল পেটত সেন্দুৰীয়া ৰঙৰ ৰঙেৰে উজ্জ্বল হৈ থকা জীয়া ইলিছ মাছৰ এজাক মাছ কঢ়িয়াই লৈ আহিব। আজিকালি পদ্মাৰ ইলিছ বোলে ব্ৰহ্মপুত্ৰত সোমাইছে। ব্ৰহ্মপুত্ৰটো ইলিছ থাকে। দূৰৈৰ পিনে কেইটামান বগলী নৈৰ পানীলৈ নামি গৈছে। কেইটামান ঘৰ পানীত পৰি কঁপি আছে। সিটো পাৰৰপৰা বৰালী মাছৰ দৰে নাও এখন আহি আছে।

টফচিৰৰ ভাল নেলাগে।

অকোৰা-পকোৰা গামোছা এখনৰ দীঘল সূতা এদাল ওলাই বালিত পৰি দূৰৈৰ কৰবাত শেষ হৈ গৈছে। কেইবাদিনো টফচিৰ এই ঠাইলৈ আহিছে। তেতিয়া বেলি ডুবে, ডুবিবলৈ বাকী থাকে। টফচিৰৰ মুখখন ৰ'দ ৰঙা হৈ পৰে। সৰু শিল এটাৰ ওপৰত বহি কোনোবা কেইটামানে বৰশী বাই থাকে। উঠি অহা এটা সৰু মাছে পানীত পৰি জিলমিলাই থকা বেলিটোক ভাঙি টুকুৰা- টুকুৰ কৰি তোলে। মাছৰ চকুৰপৰা বেলিটো নাইকিয়া হৈ পৰে। আপোন ভোলা হাঁহিৰে সিহঁত ঘৰলৈ ওভতে। কেতিয়াবা কোনোবা কেইজনীমান ছোৱালী সেই পিনেদিয়ে ফুৰিবলৈ আহে। মাছ কেইটা পালে টকা কেইটামান দি লৈ যায়। ল'ৰাবোৰে কিৰিলি পাৰি পাৰি বালিয়েদি ঘৰলৈ লৰ মাৰে।

টফচিৰৰ ভাল নেলাগে।

দুপৰীয়া এজাক বতাহ মাৰে, জোৰ কৰি যিমানেই বৈ অহা গোন্ধটো কি ফুলৰ হ'ব বুলি ভাবিবলৈ চেষ্টা কৰে সিমানেই তাৰ কেতেকী আৰু নাহৰৰদৰে গোন্ধটোৱে নাকত লাগি থাকিবৰ বাবে চেষ্টা কৰে। এজাক ভাটৌ আহি শিমলু ফুলৰ ৰঙা কোঁহত সিহঁতৰ ৰঙা ঠোঁটবোৰ লগাই বৈ থাকে। কোনোবা এটা খেৰৰ ঘৰৰ আগচোতালত তেতিয়া এজনী মাকে তিনিমহীয়া কেঁচুৱাৰ ৰঙা ওঁঠযোৰ তিয়াই দিয়ে বুকুৰ মাজেৰে ওলাই অহা তাইৰ মৰমসনা ওঁঠৰ তপত লালিমাৰে। ল'ৰাটিয়ে কল-কলাই হাঁহে, নীলা চকুযোৰে আকাশৰ এবাতি নীলা ৰঙক ধৰি ৰাখিব খোজে, কিন্তু নোৱাৰে, তাৰ টোপনি আহি যায়। শিমলুৰ ৰঙা কোঁহৰ পৰা ভাটৌজাকে ঠোঁট এৰুৱাই উৰি যায় স্বাধীন আকাশৰ তলত থকা অইন এখন হাবিলৈ। মাকৰ ভাগৰ লাগে।

টফচিৰৰ ভাল নেলাগে।

আঙুলি কেইটামানেৰে কোনোবাই পৃথিবীখন ঘূৰাই দিয়ে। ৰেলৰ আলিৰ শিলবোৰে, লোহা দুদালে কৰ্কশভাৱে কান্দি থাকে। দূৰৈৰ পাহাৰবোৰ স্থিৰ হৈ থাকে- পাৰ হৈ যায় গছ আৰু পথাৰবোৰ। পাহাৰবোৰ লুকাই পৰে আকাশৰ গাত। নৈয়ে পেলোৱা পলশে বোকাবোৰ তপত কৰে, আঘোণ মাহৰ পথাৰৰ হাঁহিয়ে বোকাবোৰক মৰম কৰে। লখিমী নামৰ গাভৰুবোৰে কোনোবা ডেকাৰ কান্ধত উঠি নগৰ ফুৰিবলৈ যায়। যাবৰ সময়ত গাভৰুবোৰে কেইটামান টকা দি যায়। তাৰে সিহঁতে জীৱন ইঞ্জীনত কয়লা দিয়ে। সিহঁতৰ বুকু পোৰে।

টফচিৰৰ ভাল নেলাগে।

সৰু সৰু দৰ্জীবোৰে ডাঙৰ ডাঙৰ পতাকা চিলাই, পতাকাবোৰত সিহঁতৰ নিশ্বাসবোৰ, আশ্বাসবোৰ লাগি থাকে। সূতাবোৰ লাগি থকালৈকে সিহঁতৰ সকলো আশা, সপোন, সবল হৈ থাকে। সূতাবোৰে সিহঁতৰ আশাবোৰ আকাশলৈ লৈ যায়। পাৰ হৈ যোৱা শান্তিৰ চৰাইৰ ডেউকাত আশাবোৰ লাগি ৰয়। পতাকা নামি আহে আকাশৰ পৰা, আশাবোৰ উৰি যায়। দুটা হাতৰ দুটা মুঠিৰ আঙুলিয়ে যেতিয়া অৱলম্বন নেপাই, আস্থা হেৰুৱাই নিস্তেজ হৈ পৰে, তেতিয়াই ৰাজপথৰ সমদলবোৰে ইতিহাস ৰচনা কৰে। প্ৰতিবাদৰ ইতিহাস, ক্ষোভৰ ইতিহাস। উকুঙা ৰাজপথত সুকুঙা উলিয়াই বাৰুদৰ মছলাই ধূলিৰ সতে মিতিৰালি পাতি তেজাল আওঠি গঢ়ে। প্ৰতিজন মানুহেই দুখৰ সোনাৰী।

মানুহ মৰে। দেশ শুই থাকে। আকাশে আকাশে কথা বাগৰি যায়।

টফচিৰৰ ভাল নেলাগে।

মানুহ সাগৰ হৈ আছে। সেই সাগৰৰ তলতে ভূগোলে একা-বেকা ৰেখা আঁকে। ৰেখাবোৰ গছকি গছকি পৰ্বতৰ নৈ-জান-জুৰিয়ে গতি নামলে বৈ যায়। ভৰিৰ গছকত সীমাৰেখাবোৰ মচ খাই। সাগৰত জোঁৱাৰ উঠে। এটা প্ৰকাণ্ড ঈগল পাৰ হৈ এটা পৰ্বতৰ শিলত পৰি তাৰ তীক্ষ্ণ চকুহাল মেলি দিয়ে। সাগৰ শান্ত হয়, অশান্ত হয়। সাগৰখন শুকাই যায় খৰালিত। মানুহবোৰ গুলাই পৰে- অহা-যোৱাৰ সোঁত বন্ধ নহয় কোনো দিনে। খোজে খোজ বিচাৰি খোজ লয়। হাবি ভাঙি জলাশয়ৰ এবুকু পানীত নামি মানুহে পোতাশ্ৰয় সাজে- লগত অনা সম্পত্তিবোৰে শ্ৰমৰ কান্ধত উঠি পোতাশ্ৰয়ত নতুন নিৰাপত্তাৰ চৰ সাজে। ঠাই বদলি হয়- পৰিবৰ্ত্তনে মানুহৰ বুকু ভৰাই তোলে। আদিম যুগৰ দৰেই মানুহে জুই জ্বলাই, ইকৰাবেৰেৰে ঘৰ সাজে। মৰাপাটৰ চুলিৰ দৰে বয়সবোৰে খেৰৰ ঘৰবোৰৰ চালবোৰ আজুৰি নি আকাশৰ তৰাৰ সতে চুপতি মাৰে।

টফচিৰৰ ভাল নেলাগে।

খৰালিতে এৰিযোৱা পুখুৰীটোৱে বৈ থাকে বাৰিষাৰ বাবে। প্ৰথমটোপা পানীত পিয়াঁহ নমৰে পুখুৰীৰ। কঠিন ৰ'দে হিয়া শুকুৱাই নি কাঠ কৰি তোলা পুখুৰী। পানীয়ে ৰসাল কৰে পৃথিৱীক। খৰালিৰ শুকান, তপত, খহতা অভিজ্ঞতাবোৰক কুঁহিয়াৰ মিঠা কৰি তোলে আকাশৰ মেঘে। পানী পাই সৰু সৰু ঘাঁহ-বনবোৰে গা পখালে। দলপুঙা, দলম'ৰা কেইজনীয়ে জোপোহাৰ আঁৰত লুকাই থাকে। চিৰাল ফটা দিয়া পুখুৰীৰ গৰ্ভই বোকাৰে আকাশক স্বাগতম জনাই, শেষ নাই, অন্ত নাই কথা পতাৰ। ধৰিৰাখে মেঘৰ বটৰা এপুখুৰীকৈ, সাঁচি ৰাখে বতাহৰ শব্দ, অমল বতাহৰ সতে ওপঙি অহা ফুলৰ সুবাস, বেলিৰ তেজ ৰঙা পোহৰ। হৃদয়ৰ সতে হৃদয় মিলি গৈ সময়ক পাহৰি যাব খোজে, সময় নৰয় কিন্তু হৃদয় বৈ যায়। আকৌ খৰালি অহাৰ উমান পাই পুখুৰীৰ হৃদয় কঁপি উঠে। আকাশে কিন্তু হাঁহি থাকে। বোকাই এদিন পানীক এৰিব লাগিব। পানীবোৰ বোকাৰ তললৈ সোমাই যায়। কোনেও নেজানে পানীবোৰ কলৈ যায়। পানী অবিনাশী। পানীৰ ৰূপান্তৰ হয়। ওঁঠৰ

সকলো কথা গছে-পাতে, হাবিয়ে-বননীয়ে লাগি থাকে।

টফচিৰৰ ভাল নেলাগে।

একো ভাল নেলাগে।

ক্ষীণ ব্ৰহ্মপুত্ৰখন, তাৰ ইলিছ মাছবোৰ, নৈৰ ওপৰেদি পাৰ হৈ যোৱা দিন-ৰাতিবোৰ, কোনোবা মাতৃৰ দৈনন্দিন, সাংসাৰিক জীৱন-যৌৱন, মৰম-চেনেহৰ দীঘলীয়া পৰিক্ৰমা, পৰিশ্ৰান্ত কৃষক বন্ধুৰ দিনজোৰা পৰিশ্ৰমৰ অৰ্থনৈতিক মুনাফাৰ ষড়যন্ত্ৰ তথা ৰাইজৰ উন্নতি আৰু যান্ত্ৰীক যুগৰ প্ৰসাৰতা, ৰাইজ আৰু ৰাজনীতিৰ হৈ হাল্লা, মানুহৰ অহা-যোৱা, প্ৰবজন, বন্ধুবৰ্গৰ মধুৰ সংলাপ আৰু অন্তৰঙ্গতা আদি একো ভাল নেলাগে টফচিৰৰ।

তাৰ কেৱল দুখ লাগে সাগৰত গা ধুবৰ বাবে বতাহে কিদৰে অনিচ্ছা সত্বেও মানুহবোৰক সাগৰৰ পানীলৈ লৈ যায়। গা ধুই মানুহবোৰ আৰু উলতি নাহে।

ভাল লাগে, সি যেতিয়া ভাবে এদিন এটা পুৱা আহিব, সি মাত লগাই যাবগৈ। যেতিয়া বন্ধুবোৰে সুধিব সি অহা কালিলৈ যাবগৈ নেকি। তেতিয়া সি যেতিয়া বোৰহান কাইক মাত লগাব আৰু তেওঁ তাৰবাবে দোৱা কৰিব, জয়গুণহঁতক মৰম কৰি কেঁচুৱা কেইটাক মৰমেৰে চুমা আঁকি দিব- তেতিয়া। যেতিয়া সি বাপেক হবিব মীঞাৰ কবৰত জিয়াৰত কৰি শেষ চালামটো জনাব- তেতিয়া। যেতিয়া সি তাৰ কোঠাৰ বেৰৰ ৰচিদালৰ পৰা কাপোৰবোৰ টানি নমাই বাকচত ভৰাব- তেতিয়া। যেতিয়া ঘৰত জয়গুণে বনোৱা মূড়ীঘন্টা, মাছৰ চৰ্চ্চৰিৰ লগত ইলিছৰ ভাপত দিয়া ডাঙৰ টুকুৰাটো তাৰ ভাতৰ পাতত দি হুমুনিয়াহ কাঢ়ি তাৰ চকুলৈ চাই থাকিব তেতিয়া আৰু যেতিয়া তাৰ গোটেই ৰাতি টোপনি নাহি বাটৰ ছবিবোৰ ভাঁহি আহিব- তেতিয়া। তেতিয়াই তাৰ ভাল লাগিব। সি যিদিনা যাবগৈ সেই দিনাই তাৰ ভাল লাগিব। সি মনে মনে আওৰাই থাকে অহৰহ সেই কবিতাটো "এয়ে মোৰ জন্মভূমী বুলি মনে মনে এবাৰো যি কোৱা নাইকিয়া - - - -।"

সি বৈ যায় কেইদিনমান। যাব নোৱাৰে।

কেইদিনমানৰ ভিতৰতে সি আৰু কিছুমান কথা ললে, জানিব পাৰিলে। যাবলৈ ওলোৱাৰ কথা শুনি চাৰিও পিনৰ পৰা তাৰ পুৰণি বন্ধুবোৰে জুমুৰি

দি ধৰিলে।

: তইনো জানিবি কেনেকৈ ? আমিহে জানো আমাৰ দেশৰ কথা ? তই থাক ভাৰতৰ এখন ৰাজ্যত। ইয়ালৈ কেইদিনমানৰ বাবে আহ। পৃথিবীত এক অপপ্ৰচাৰ এতিয়াও চলি আছে। তাৰ ফলত তহঁতৰ দেশ আৰু আমাৰ দেশ দুয়োখন পৰিছে। অৱশ্যে আমি বেচি দুখীয়া।

: মানুহেই চৰকাৰ। চৰকাৰে বেলেগে একো নকৰে। মানুহে কৰিবলৈ জোৰ কৰিলেই কৰে। দুষ্ট মানুহ সংখ্যাত সদায়ে তাকৰ। অথচ সিহঁতৰ দুষ্টামীয়ে সৰহ সংখ্যাক মানুহৰ অপকাৰ কৰে। সেই সৰহ সংখ্যাৰ মানুহৰ মঙ্গলৰ বাবে যেতিয়া চৰকাৰে ভাৱে তেতিয়া সিহঁতে সদাই সেই কথাটোকে প্ৰচাৰ কৰে যে চৰকাৰ মানুহৰ বিপক্ষে গৈছে। তেতিয়া সিহঁতে এই বুলি নকয় যে চৰকাৰে দুষ্টখিনিক দমন কৰিছে, অৱশ্যে ক'বও নোৱাৰে। তই যদি কৱ তোকে দালাল বুলি ক'ব। সৰলাৰ্থত এটা মুখই বুজিব পৰাকৈ ক'লে এনেকৈয়ে ক'ব লাগিব।

: তহঁতৰ দেশত সকলো হৈছে। ধুমুহাই আক্ৰমন কৰা, অন্য দেশৰ পৃষ্ঠপোষকতাত চলা আমাৰ দেশখন অতি পিছপৰা দেশ। তেওঁ চাব লাগিছিল জনসাধাৰণৰ দিশটো। আকাশত ধূমকেটু ওলালে যিদৰে হুলস্থূল লাগে, মানুহে কেৱল শুনেহে, ঠিক তেনেকৈ মানুহে শুনিছেহে বোলে ডাক্তৰণী এজনী ওলাইছে- লিখিছে, ভাৰতে পুৰস্কাৰ দিছে।

: আমাক বিজ্ঞান দিয়া, প্ৰযুক্তি বিদ্যা দিয়া, অৰ্থনৈতিক স্বচ্ছলতা আনি দিয়া- আমিও তেতিয়া চেষ্টা কৰিম। কেৱল তিৰুতা কেইজনীৰ বিষয়ে লিখি ধন অৰ্জন কৰি, পুৰস্কাৰ লৈ আকাশলঙ্ঘা ঘৰ এটা কিনিলেইটো আমাৰ সকলো হৈ নেযায়।

: এহাতে কিতাপ আৰু এহাতে কেঁচুৱালৈ কুমাৰী ছোৱালীবোৰে ঢাকা, মৈমনসিং, কুমিল্লা, চিলেটৰ ৰাজপথেদি যেতিয়া বিদ্যালয়লৈ যোৱা আৰম্ভ কৰিব সেইদিনা হয়তো তাই চিঞৰি উঠিব যে এই দেশখনে এতিয়াহে আচল মৰ্য্যদা পাইছে, এতিয়াহে উন্নতিৰ মুখ দেখিছে আৰু তেতিয়াহে তাইৰ মতে সাৰ্থক দেশৰ গোলাপটো ফুটি উঠিব, ফুলি উঠিব। গতিকে, তহঁত উল্লাসিত হৈছ, পুৰস্কাৰ দিছ- এতিয়া তহঁতে আমাক আগে অনুকৰণ কৰ। তহঁত

যেতিয়া এইক্ষেত্ৰত আগবঢ়া হবি তেতিয়া আমিয়ে তইঁতক মাতি তইঁতৰ শিষ্যত্ব গ্ৰহণ কৰিম।

: তোকনো আমি সকলো কথা কমনে ? তই আজিৰ বাদে কালিলৈ যাবিগৈ। আৰুনো আমাৰ মাজলৈ ক'ত আহিবি ? ভালে -বেয়াই আমাৰ দিনবোৰ এনেকৈয়ে যাবগৈ। তইঁত ডাঙৰ মানুহ। তইঁতৰ ঘৰৰ পৰিয়ালৰে এজনী ছোৱালীয়ে দেশখনক বেয়া পাইছে, মানুহবোৰক বেয়া পাইছে, ধৰ্মক বেয়া বুলি কৈছে। চাবলৈ গ'লে আমি তোৰসতেও আহ্লাদ কৰা অনুচিত। কিন্তু, তই আমাৰ সতে নেথাক সেয়ে এৰি দিছো। কিন্তু তইতো বহু কথা জানি গৈছ্। আমি কম কথা পতা নাই তোৰ সতে। কিমান যে কথা ক'লো। নেজানো তাৰে তই কি কৰিবি ! আমালৈ মনত পেলাবি বন্ধু বুলি নহয় মানুহ বুলি! একণ দোৱা কৰিবি মালিকে যেন ভালে ৰাখে।

: পেহীয়েৰৰ ছোৱালী, ক'লেও আপোন নক'লেও আপোন। মনত ৰাখিবি বোৰহান ককাইটিক, পাহৰি নেজাবি জয়গুণ, ফজিৰণ, আটাউৰহঁতক। এইবোৰ এৰা-ধৰাকৈ হ'লেও তোৰ জীৱনৰ সতে, শৈশবৰ সতে, বুকুৰ সতে লাগি থকা মানুহ। আমি আৰু কথা ক'বলৈ নাহো। যোৱাৰ আগদিনা খবৰ দিবি। ফৰিদক পঠাই দিম। আনৰ দেশত আকৌ এইবোৰ কথা নেপাতিবি, বেয়া কথা।

সি কথা পাতিলে, শুনিলে, ক'লে। বন্ধুবোৰ যায়গৈ। কথাবোৰ তাৰ বুকুত লাগি থাকে। সি কিছুমান লিখি থলে, যিবোৰ দৰকাৰী, উচ্চাৰণ নকৰাকৈয়ে সি কথাবোৰ আওৰাই থাকে। কথাবোৰ কাৰবাক কৈ থাকে।

কোঠাৰ বেৰবোৰ সজীৱ হৈ উঠে।

মুছলিমা টাবৰীণ মোৰ দূৰ সম্বন্ধীয় পেহীৰ ছোৱালী।

মুছলিমা টাবৰীণ মোৰ আব্বাৰ ভনীয়েকৰ ছোৱালী।

কানসমনীয়া যদিও তাই মোতকৈ অলপ ডাঙৰ। সৰুতে আমি একেখন গাঁৱতে অলপ দূৰে দূৰে বাস কৰিছিলোঁ। তাই আমাৰ ঘৰলৈ কোনোদিনে অহা নাছিল। আমিহে কেতিয়াবা সিহঁতৰ ঘৰলৈ গৈছিলো আৰু দুই তিনিদিন থাকি গাঁৱৰ নিজৰ ঘৰখনলৈ গুছি আহিছিলোঁ। আব্বাৰ বন্দুক এটা বোৰহানকাই মাজে মাজে লৈ যায়। ওভোতাই দিয়াত দেৰি কৰিলেই আব্বাই সেই বন্দুকটো

আনিবলৈ যায় আৰু যাওঁতে মোক লৈ যায়। আৰু কেতিয়াবা সিহঁতৰ মাটি কেইবিঘামান আমাৰ ঘৰৰ কাষত থকা বাবে তাত কি ধানৰ খেতি কৰা যাব এই বিষয়ে আলোচনা কৰিবৰ বাবে আব্বা সিহঁতৰ ঘৰলৈ যায় আৰু তেতিয়াও মোক লৈ যায়। যোৱাৰ কাৰণ এইদুটা হ'লেও সিহঁতৰ ঘৰলৈ একাধিকবাৰ যোৱা মোৰ মনত আছে। আজি সেই কথাবোৰ নতুনকৈ মনত পেলাব লগা হৈছে। পাহৰণিৰ গৰ্ভত শুই থকা এই কথাবোৰ এদিন বা আজি যে এনেকৈয়ে মনত পেলাব লাগিব তাক কোনোদিনে ভৰা নাছিলো। যিমানেই কথাবোৰ ভাবিবলৈ লৈছো সিমানেই পুৰণা দিনৰ স্মৃতিবোৰ ৰঙীণ হৈ মনলৈ আহিবলৈ ধৰিছে। যোৱাকালি বোৰহান ককাইটি আহি গুলাল। ক'লা চকু দাটাৰ বাহিৰে বোৰহান ককাইটিৰ এতিয়া সমষ্ট দেহটো বগা হৈ পৰিছে। চুলি, পেৰেচানি, দাড়ি, বুকুৰ নোমবোৰ হয়টো নতুনকৈ বগা হৈ আহিবলৈ ধৰিছে। একমাত্ৰ গা আৰু হাত-ভৰিবোৰেই জন্মতে বগা হৈ অহা। বোৰহান ককাইটি নহা হ'লে, আহি নোলোৱা হ'লে হয়তো বহু কথা কোনোদিনে মনলৈ নহাকৈয়ে মগজুৰ কোনোবা সুৰঙ্গৰ গহ্বৰত নিশেষ হৈ গ'লহেঁতেন।

টাববীণ আকৌ আমাৰ মাজলৈ সোমাই পৰিল।

বোৰহান ককাইটিয়ে কৈছিল : তাইক সৰুতেই বন্দুকেৰে কেইটামান কপৌ, বগলী আৰু চাকৈচকোৱা মাৰিবলৈ দিব লাগিছিল। বনৰ দুটামান হৰিণা পোৱালী মাৰিবলৈ দিব লাগিছিল। আৰু এইদৰে তাইক চিকাৰত অভ্যস্থ কৰাব লাগিছিল। সৰুতে চিকাৰত পাকৈট হোৱা ল'ৰা-ছোৱালীৰ বোলে আকলৰ দাঁত গজা সময়ত এক অসাধাৰণ পৰিবৰ্ত্তনে দেখা দিয়ে।. মৃত্যুমুখী চৰাই আৰু জীৱ-জন্তুৰ কৰুণ আৰ্ত্তনাদ শুনি শুনি বোলে হঠাতে এক এনে অনুভূতিৰ উদ্ৰেক হয় যিটোৱে সেই ব্যক্তিজনাক মৰম আকলুৱা আৰু কোমল কৰি তোলে। এটা সময়ত লাহে লাহে যেন জন্তুলৈ নিক্ষেপ কৰা সেই গুলিবোৰ আহি নিজৰ বুকুতে লাগেহি, অজানিতে খুন্দা মাৰেহি। নিষ্ঠুৰ কাৰ্য্যৰ প্ৰায়চিত্তত যেন অন্তৰ বিগলিত হৈ পৰে আৰু অতীতৰ সেই কু-কাৰ্য্যৰ বাবে অনুশোচনাত ম্ৰিয়মান হৈ বিনয়ী আৰু কোমলমনা হৈ পৰে। মাজে মাজে টাববীণে সৰুতে বোৰহান ককাইটিক খুব আমনি কৰিছিল। তাইক বন্দুক মাৰিবলৈ দিব লাগে, চিকাৰ কৰিবলৈ যাবলৈ দিব লাগে। তাইৰদৰে সাহসী

ছোৱালী এজনীক যদি এই কাম কৰিবলৈ সুবিধা দিয়া হ'লহেঁতেন তেন্তে আজি তাইৰ এই ৰূপ প্ৰকাশ নেপালেহেঁতেন। তাই লাহে লাহে কিজানি মৰম আকলুৱা আৰু শান্ত ছোৱালী হৈ পৰিলহেঁতেন।

আৰু বোৰহান ককাইটিয়ে কৈছিল : পেহীৰ ইনচাফ বৰ বেয়া, সকলোকে সমান ব্যৱহাৰ কৰিব লাগে। পুৰাৰ পৰা গধূলিলৈকে তাইক খেং-খেঙাই থাকে। সৰু ছোৱালী জনীকনো কোনে কিটো কৰিব। মণ্ডহাল আৰু ধূনীয়া হ'লেও তাই তেনেই সৰু। ওচৰ-পাজৰৰ মানুহবোৰ বেয়া, দিনৰ দিনটো ব্ৰহ্মপুত্ৰতে মাছ মাৰিব আৰু ৰাতি হ'লে খাব। মাছ খাই সিহঁতৰ তেল ফাটিছে। কাকো মানিবই নোখোজে। এবাৰ দুটা মাহতে প্ৰায় দহ-বাৰটা ঘটনা ঘটিছে। মণিৰুদ্দিনৰ ছোৱালী এজনী বাহিৰলৈ খেলিবলৈ গৈ ৰাতি দেৰিকৈ অহাত এনেয়ে কথাটো ওলাই পৰিল। দুদিনৰ পাছতে তাইৰ যেতিয়া শাস্তি হৈছিল তেতিয়া তাই ভয়ত চিঞৰি দিছিল আৰু সৰু ঘৰটোৰ সৰু কোঠাত কোনো ল'ৰাকে সোমাবলৈ দিয়া নাছিল। তেতিয়াহে ভিতৰৰ কথাটো মণিৰুদ্দিনে বুজি উঠিছিল। পেহীহঁতৰ ঘৰৰ কাষতে আৰু এজন লোক আছিল। নাম চোনাৰদাদা। তাৰ ছোৱালীজনীয়ে বোলে এৰাতি বাটৰ কাষৰ পুল এটাতে গোটেই ৰাতি সোমাই আছিল। চাৰিজনমান বুঢ়া আৰু আদহীয়া মানুহে তাইক মৰম কৰিবলৈ বিছাৰি ফুৰিছিল। তাই সেইদিনা ব্ৰহ্মপুত্ৰৰ বালিত বালিঘৰ খেলি ঘৰলৈ অকলে ঘূৰি আহিছিল। তেতিয়া বেলিটোৱে আকাশৰ এমূৰে ৰঙাকৈ ৰং সিচি দিয়াত ব্যস্ত হৈ আছিল আৰু আনপিনে এন্ধাৰে হাঁহি আছিল। গোৰাচান আৰু নুবাৰচান নামৰ বুঢ়া দুটাই তাইক প্ৰথমে মাতি হাতত মাছৰ টোপোলাটো দিয়াৰ চলেৰে সাৱতি ধৰিলে। তাই ভয়ত চিঞৰি নিদি গোৰাচানৰ ঘালত কামুৰি দিয়াত গোৰাচানে তাইক এৰি দিলে। মণিতোলা নামৰ চোনাৰদাদাৰ ছোৱালীজনীৰ ভাগ্য ভাল আছিল। কাৰণ- এটাই কেইটা কুকুৰী কণা আছিল। নিমিষতে মণিতোলাই দৌৰি গৈ পুল এটাৰ তলত সোমাই পৰিছিল আৰু ৰাতি তাতে পাৰ কৰিছিল। পাছদিনা কথাটো ওলোৱাৰ পাছতো কোনেও একো নকলে। এটা সাধাৰণ ঘটনা বুলি এৰি দিলে। তাৰ কিছুদিনৰ পাছতে চোনাৰদাদাই একমাত্ৰ ছোৱালী মণিতোলাক লৈ ক'ৰবালৈ গুচি গৈছিল।

ঘটনাবোৰ টাবৰীণহঁতৰ গাঁৱৰ।

কৈছিল বোৰহান ককাইটিয়ে।

বহুত দিনৰ মূৰত এটা কথা ওলাইছিল যে চোনাৰদাদা নামৰ নন্দয়ালত এজন বিখ্যাত ডকাইতৰ আবিৰ্ভাৱ হৈছিল। কিন্তু মণিতোলা নামৰ কোনো ছোৱালীৰ কথা তেতিয়া ওলোৱা নাছিল।

পেহীৰ ইনচাফ বৰ ভাল নাছিল। কৰবাত কিবা এটা হলে পেহীয়ে কেৱল টাবৰীণকে কথা শুনাইছিল। এইদৰে নানা কথা শুনোতে শুনোতে তাই তেতিয়াই এটা কথা উপলব্ধি কৰিব ধৰিলে যে সঁচাকৈয়ে তাই এজনী বেলেগ বস্তু। ঘৰৰ অতবোৰ মানুহ থকাৰ পাছতো কৰবাত কিবা এটা হ'লে কিয় তাইকে আলেঙে আলেঙে সকলোৱে কথা শুনাব লাগে দুটা ককায়েক-ভায়েকে মিলি গোটেইখন ঘুৰি ফুৰিব পাৰে, মন গ'লে যিকোনো কাম কৰিব পাৰে, সিহঁতৰ ক্ষেত্ৰত কোনো বাধা নাই মাত্ৰ বাধা আছে টাবৰীণৰ ক্ষেত্ৰত। যিবোৰ কথাই ল'ৰা-ছোৱালীক সমানে প্ৰভাৱ বিস্তাৰ কৰি যাব পাৰে তেনে ক্ষেত্ৰত পক্ষপাতিতা নৰজে। কিন্তু এইবোৰ কথা বৰ নেভাবে। পেহীৰ জীয়ৰীকালত যিবোৰ ঘটনা ঘটিছিল সেইবোৰৰে উদাহৰণ লৈ পেহীয়ে অনবৰতে টাবৰীণক কঠোৰ শাসন কৰি যাব বিছাৰিছিল।

ঘটনাবোৰ পেহীৰ গাভৰুকালত ঘটিছিল।

সেই ঘটনাবোৰক আজিও পেহীয়ে বুকুত পুহি ৰাখি জীয়াই ৰাখিছিল আৰু গোপনে মনত পৰিলেই তাৰপৰা হোৱা খংবোৰ তাইৰ ওপৰত জাৰিছিল। কিন্তু পেহীৰ কাৰণে আজিৰ দিন তাহানিৰ দিন বুলি কোনো কথা নাছিল, দিন দিনেই। মানুহ সভ্য হৈ আহিলেহে দিনক জুখিব পাৰি। আজিও যেতিয়া মানুহবোৰ ভাল হ'বলৈ নিশিকিলে তেনেস্থলত পেহীয়ে ছোৱালীহঁতক সাৱধানে চলিবৰ বাবে সকীয়াই দিয়াত কোনো দোষৰ কথা হ'ব নোৱাৰে। মাত্ৰ পেহীয়ে একপক্ষভাৱে টাবৰীণকে বেছিকৈ সাৱধান হ'বৰ বাবে মনে-প্ৰাণে চেষ্টা কৰিছিল।

বোৰহান ককাইটি যোৱাৰ পাছত আমি সকলো কথা কঁহিয়াই চাইছিলো। কেইটামান কথা একেবাৰে সঁচা। আমি সকলে পৰা পৰিশ্ৰমী, কঠোৰভাৱে শ্ৰম কৰি খাবলগীয়া হয়। আমাৰ প্ৰায়বোৰ মানুহৰ অৱস্থা বৰ ভাল নহয়।

পেটত ভোক নামৰ জুইকুৰা নথকা হলে আমাৰ নেলাগে মানৱ জাতিৰ কোনো চিন্তাই নাছিল। ভোকৰ জুই নুমুৱাবলৈ হলে কাম কৰি খাব লাগিব। কোনো কামেই আমাৰ বাবে টান নাছিল। এইদৰে প্ৰত্যেকে কাম কৰিবলৈ লোৱাত আমাৰ জাতিটো এক শ্ৰমজীৱী জাতিত পৰিণত হৈছিল। এইদৰে কাম কৰিবলৈ লোৱাৰ বাবে আমি জাতিটো নিৰোগী হৈ পৰিছিলোঁ। আমাৰ কোনো ৰোগ নাছিল। শ্ৰম, টোপনি আৰু হজমে আমাক আমাৰ সু-স্বাস্থ্য গঢ়ি তোলাত অশেষ সহাই কৰিছিল। তাতে আমাৰ চালৰ ৰং আছিল কেত ক'লা। এই ক'লা ৰঙে সূৰ্য্যৰ আলট্ৰা ভায়োলেটখিনি অপৰ্য্যাপ্ত পৰিমাণে গ্ৰহণ কৰাত আমাৰ দেহত যি পৰিমাণৰ তেজৰ সৃষ্টি হৈছিল তাৰবাবেই যেন আমাৰ মানুহবোৰ প্ৰয়োজনতকৈ কিছু কামুক আৰু হিংস্ৰ হৈ পৰিছিল। এই কামুকতাৰ আন আন কাৰণবোৰ হৈছে সতেজ মাছৰ তেলবিহীন আঞ্জাৰ নিয়মিয়া ভক্ষণ। ব্ৰহ্মপুত্ৰৰ মাছ আৰু আন বিলাক নদী- উপনদীৰ মাছে আমাক আনতকৈ সতেজ কৰি ৰাখিছিল। তাৰোপৰি বুকু-কঁকাললৈকে পানীত নামি শ্ৰম কৰাৰ অভ্যাসে, পানীৰ শান্ত, শীতল আবাৰিত পৰশে আমাৰ শৰীৰৰ শক্তি দুগুণে বঢ়াই তুলিছিল। গতিকে আমি দুষ্ট, অসৎ আৰু কামুক। পঢ়া-শুনা কৰা কথাটো বেলেগ। খাবলৈ পোৱা মানুহেহে পঢ়া-শুনা কৰে। বুঢ়া হৈ বিছনাত নপৰালৈকে আমাৰ মানুহবোৰে ভাবে যে যৌৱন আমাৰ চীৰ লগৰীয়া বস্তু, ছাঁৰ দৰে। এই যৌৱনক বচাই ৰাখিবৰ বাবে আমাৰ যিহৰে প্ৰয়োজন হয় তাৰে ব্যৱস্থা কৰি লওঁ। গতিকে আমাৰ সংসাৰ খুব বহল হৈ পৰে। কাম কৰাত, পৰিশ্ৰম কৰাত যিহেতু আমাৰ লাজ নাই, ভয় নাই, গতিকে সতি-সন্ততি বঢ়াটো আমাৰ কোনো শঙ্কা নাই। পৃথিৱীলৈ আহোতেই সিহঁতে হাতত কলমৰ পৰিবৰ্ত্তে কটাৰী লৈ আহে।

কিন্তু দিন বেয়ালৈ আহিল।

কোনে জানো অভীশাপ দিলে নেজানো মানুহবোৰে খোজ কাঢ়িবলৈ ললে, বেছি দূৰলৈ যাবলৈ ধৰিলে, এঠাইত থাকিবলৈ ভাল নোপোৱা হ'ল। দলবান্ধি এঠাইৰ পৰা আনঠাইলৈ যাবলৈ ভয় নকৰা হ'ল। চুবুৰী এৰি গাঁও, গাঁও এৰি চহৰ, তাৰ পাছত নদী, অৰণ্য পাহাৰ অতিক্ৰম কৰি সিহঁত যাবলৈ ধৰিলে। এটা নিৰ্দিষ্ট সীমাত আহি সিহঁত ৰৈ গ'ল। ভাবিলে, কথা পাতিলে

আৰু লগত যিবোৰ লৈ গৈছিল সেইবোৰ আনক দি দিলে। কেৱল গাত পিন্ধা লুঙী, এটা কমীয়ন আৰু মহিলাবোৰে দু আঠুৰ তললৈকে পিন্ধা সেউজীয়া পাৰিৰ শাৰীৰে গাত এটা মলিয়ন চোলাৰে আৰু কোচত থকা পাচ-সাত মহীয়া সন্তানৰ পৰা আৰম্ভ কৰি খোজ কাঢ়িব পৰা এপাল ল'ৰা-ছোৱালীক লৈ সীমা পাৰ হৈ আহিছিল। কিছুমানে জনাই, কিছুমানে চোৰ কৰি। হাতে হাতে মাত্র আকোৰা এখন ধৰাল দা।

সেইবোৰেই মানুহ।

মৈমনসীঙ, চিতাগং, পাভনা, কুমীল্লা ঢাকা, চিলেটৰ মানুহ।

এখন ব্ৰহ্মপুত্ৰৰ পাৰৰ পৰা অহা এখন ব্ৰহ্মপুত্ৰৰ পাৰলৈ অহা মানুহ। একেই নদী বৈ যোৱা, একেই মানুহ তেজ ৰঙা ; কিন্তু অনধিকাৰ প্ৰৱেশ। দেশে, মাতৃভূমীয়ে গ্ৰহণ কৰিব নোৱাৰা মানুহ। হ'লেও সেইবোৰ নীতি-নিয়মৰ কথা, কিতাপৰ কথা, আইনৰ কথা। বাস্তৱৰ কঠোৰ বোকোচাত উঠি আমিয়ে সিহঁতক মাতিলো। সিহঁত নহ'লে আমাৰ নচলে।

এদিন, দুদিন, এবছৰ, দুবছৰ – বহুবছৰ।

মানুহে মাটি ললে, মাটিয়ে মানুহ খালে। দখল আৰু উচ্ছেদৰ নাটক আৰম্ভ হয়। কিছুমানে তাৰ ভিতৰতে নিগাজীকৈ থাকিবলৈ ললে। কিছুমানৰ বাবে অন্তহীন পৰিশ্ৰমৰ অন্ত নাই। আজি ইয়াত কালি তাত। আকোৰা দাখনেৰে সিহঁতবোৰে জীয়াই থকাৰ স্বপ্ন দেখে। পৃথিৱীখন সেউজীয়া কৰি ৰাখে, ৰসাল কৰি ৰাখে। মানুহে সময়ত ভালো পায় বেয়াও পাই। অশিক্ষিত, সহজ-সৰল, অসৎ, হাই-কাজিয়াত আগৰণুৱা বুলি বিবেচিত মানুহবোৰে অভাৱনীয় কামো কৰি পেলাব পাৰে। নিজেও বাচিব জানে আমাৰ ইয়াৰ মানুহকো বছাব জানে। শ্ৰম দি নহয়, খেতি-বাতি কৰি নহয়, আনকি ভোট দিও নহয়। মাতবাৰ দি। এদিন "লিখিয়া লেন আমৰাগো আচামীয়া" বুলি কৈছিল। কিছুমানে বঙালীতে সিহঁতক আদৰণি জনাই "এস মীঞা"। আমাৰ বোৰে বেয়া পাই মুখেৰে আচাৰ্য্য প্ৰকাশ কৰি কয়, "অস মীঞা"। এই দুই প্ৰক্ৰিয়াতে সিহঁত অসমীয়া হৈ পৰিল আৰু এদিনাখন ৰাজ্যখন স্বীভাষী তত্ত্বৰ আগন্তুক বিপদৰ পৰা বাচি গ'ল। প্ৰমাদগণা বাইজে স্বস্তীৰ নিশ্বাস এৰিলে। হ'লেও সিহঁতৰ ক্ষেত্ৰত ন-অসমীয়াৰ কুকুৰাজনীয়ে খুতি খাবৰে পৰা ওমনি

লৈছিল, গোৱালীও ফুকালে, কিন্তু অসমীয়াৰ স্বীকৃতি নেপালে। গতিকে যাৰে যি মন যায় সেই নামৰ পৰিচয়েৰে সিহঁত থাকি গ'ল। থাকিবই । পৰিচয় যি নামেৰে নাথাকক লাগিলে মানুহবোৰ কিন্তু থাকি যাব। আমি সিহঁতক পঠাব নোৱাৰো, পঠাব নোৱাৰিলো, পঠোৱাৰ নামত আন্দোলন কৰিলো, মানুহ মাৰিলো, গাদিত বহিলো, টকা-পইচা কৰিলো, দেশ, সমাজৰ ক্ষতি কৰিলো, সাম্প্ৰদায়ীকতাৰ বীজ সিঁচিলো, ল'ৰা-ছোৱালীহঁতৰ মূৰ চোবালো আৰু ক'ত যে কি নকৰিলো তাৰ অন্ত নাই। চকু, মুখ, কাণ থকা প্ৰতিজন বিবেকসম্পন্ন ব্যক্তিয়ে তাৰবাবে লাজত মূৰ দোৱাই । মানুহবোৰক একোৱে কৰিব নোৱাৰিলো । বুজাই বুজে কোনে কি কৰি আছে? লাজতহে নকয়। কৈয়ো লাভ নাই। লাভ নোহোৱাকৈয়ে দিনবোৰ বাগৰি যায়। আজিও দিনবোৰ গৈ আছে ।

শেষৰাতি বোৰহান ককাইটিয়ে মণিতোলাৰ কথা কৈছিল ।

টফচিৰে জোৰকৰি ওৰে নিশা পুৰি থকা চকুজোৰ অলপকৈ মুদি কথাবোৰ শুনি গৈছিল ।

: টফচিৰ, টাবৰীণ আৰু চিৰিনহঁতৰ তেতিয়া জন্মই হোৱা নাই। কথাবোৰো পাহৰিলো নহয় । মাজে মাজেহে-মনত আছে । আলী হাইদৰহঁত তেতিয়া নন্দয়ালতে আছিল । সেইবোৰ পেহীয়েৰহঁতে ভালকৈ জনা কথা। আচলতে ননায়ালতো নাছিল। কিছুদিনৰ বাবে তাত গৈ আছিলহে। মণিতোলাৰ সেই ঘটনাটো হোৱাৰ পাছত চোনাৰদাদা কৰবালৈ গৈছিল যদিও পাছলৈ এদিন নন্দয়ালৰ অন্য এখন অখ্যাত গাঁৱলৈ গুছি গৈছিল। চোনাৰদাদা আছিল এজন অতি ভাল কাঠমিস্ত্ৰী । স্বভাব-চৰিত্ৰ আছিল সৎ আৰু শান্ত। অনবৰতে মুখত লাগি থকা এটা হাঁহি । ভাগ্যক থিয়াই নেথাকি পৰিশ্ৰমকে সাৰ কৰি প্ৰথমে নন্দয়ালতে চোনাবদাদাই মানুহৰ ঘৰে ঘৰে কাঠ মিস্ত্ৰীৰ কাম কৰি যাব ধৰিলে । চোনাবদাদাহঁতৰ দৰে লোকক জীয়াই থাকিবলৈ পৃথিবীত দুসাজ ভাত আৰু দুসাজ কাপোৰৰ বাহিৰে আৰুনো কি লাগিছে? আল্লাই পৃথিবীলৈ যেতিয়া পঠাইছে কিবা এটা কৰি খাব পাৰিব। কামৰ প্ৰতি থকা আগ্ৰহ, কামত চোৰ নকৰা আৰু সম্ভাৱে কাম কৰি দিয়াৰ বাবে নিয়মিতৰূপে দিন হাজিৰাটো নেপালেও, কোনোবাই ঠগিলেও কিন্তু সেইবুলি গাঁৱৰ মানুহে তাক ভাল

নোপোৱাকৈ নেথাকিছিল । কামত ভাল বাবে সকলোকে চোনাৰদাদাকে লাগে। পুৱা-গধূলী তাৰ ঘৰত মানুহৰ ভীৰ। কাৰোবাৰ দুৱাৰ, কাৰোবাৰ খিৰিকী আৰু কাৰোবাৰ বাবে আচবাব পত্ৰ এই সকলোবোৰ চোনাৰদাদায়েহে সাজি দিব লাগে । লাহে লাহে অতি কম দিনৰ ভিতৰতে চোনাৰদাদা নন্দয়ালৰ এজন ভাল মিস্ত্ৰীয়েই নহয়, এজন ভাল মানুহ বুলি জনাজাত হৈ পৰিল । এইটো আছিল চোনাৰদাদাৰ উপকৰা জিৱীকাৰ সংসাৰখনৰ ছবি। তাৰ মনৰ ভিতৰত অন্য এটা মানুহৰ জন্ম হ'বলৈ ধৰিলে। সেই নতুন মানুহটোৰ জন্ম দিলে সি নিজেই । বহুদিন ধৰি এই কথাবোৰ সি মনে মনে ভাবি থাকিবলৈ ধৰিলে । ৰাতি সি শুব নোৱাৰা হ'ল । অনৰ্গলভাৱে খাইযোৱা বিড়ীৰ ৰঙা পোহৰত সি মণিতোলাৰ গাটো তেজৰঙাৰ দৰে দেখা হ'ল। সি কেতিয়াবা শিয়ৰী উঠে আৰু কেতিয়াবা তাৰ হাতৰ মুঠিটো টান হৈ আহে ; তেতিয়া হাতত দীঘল আকোৰা দাখন লৈ এনেয়ে এবাৰ বাহিৰলৈ ওলাই যায় জানোছা বাহিৰত কোনোবা ৰৈ আছে। অশিক্ষিত, নিৰক্ষৰ আছিল যদিও চোনাৰদাদা দূৰদৰ্শী আছিল । কেওকিছু নথকা অকলশৰীয়া মানুহ এটাই এইদৰে কান্ধত এটা জলন্ত পাৰ উপচি যোৱা যৌৱন লৈ ফুৰাব নোৱাৰে। সকতে তাইৰ যি হৈছিল হৈছিল । এতিয়া কিন্তু তেনে এটা ঘটনা পুনৰ হ'ব পাৰে; কাৰণ কিছুমান ল'ৰা আৰু মানুহে যিদৰে মণিতোলালৈ চাবলৈ ধৰিছে, যিদৰে তাইক অনাহকতে মাত দিবলৈ ধৰিছে তালৈ চাই এদিন কোনোবা মানুহে সি নথকা অৱস্থাত যে তাইক আক্ৰমণ নকৰিব তাৰ কোনো ঠিকনা নাই। পৃথিবীত ঘটনাবোৰ এনেকৈয়ে ঘটে । মৈমনসিঙৰ ধলাৰ পিনে আগতে থাকোতেও এনেবোৰ ঘটনা ঘটিছিল । ভবামতে কাম । আৰু দেৰি কৰাৰ দৰ্কাৰ নাই। কিন্তু দুদিনমানৰ বাবে চোনাৰদাদাই কেনেকৈ কথাটো আৰম্ভ কৰিব তাক ভাবিবলৈ ধৰিলে । চোনাৰদাদাই এতিয়া মানুহৰ পৰা আদৰ-সাদৰ, মৰম, সম্মান নিবিচাৰে, নিবিচাৰে মানুহবোৰে তাক ভাল পাই থকাটো আৰু এজন সহজ-সৰল মিস্ত্ৰী বুলি ভবাটো । মানুহে তাক সাংঘাটিক, ভয়ঙ্কৰ, বদমাইছ, নিষ্ঠুৰ বুলি ভাবিলেহে তাৰ কাম সিজিব । সি যদি মানুহ হৈ জীয়াই থাকিব বিছাৰে, সৎ হৈ থাকিব বিছাৰে তেন্তে তাৰ মণিতোলাজনীক ভাল অৱস্থাত কেতিয়াও নেপাব । কথা হ'ল মানুহে তালৈ এতিয়া ভয় কৰিব লাগিব, তাক

ঘীণ কৰিব লাগিল, তাক বেয়া মানুহ বুলি ভাবিব লাগিব। সেই সময়ৰ সমাজখনলৈ চাই ইয়াতকৈ ভাল বা বিকল্প পথ বাছিলোৱাৰ কোনো যুক্তি নাই বুলি চোনাৰদাদাই ঠিক কৰি পেলালে। তাৰবাবে সি আৰু এটা সুবিধা গ্ৰহণ কৰিলে। মকৰম ভাই নামৰ ওচৰৰে এটা অসৎ মানুহ আছিল। সি মানুহৰ পৰা ধন ধাৰে লয়। এইদৰে অনা-নিয়া কৰি পাছলৈ পৰিশোধ নকৰি কিছুদিনৰ বাবে পলাই থাকে। এই কথাৰ বাবে গাঁৱৰ ল'ৰাবোৰে 'দিব নিব, দিব নিব, বেছি নিয়ে নিদিয়ে' বুলি জোকাবলৈকো লৈছিল। এই চৰিত্ৰটোক চোনাৰ দাদাই কামত লগালে আৰু আশীৰ্বাদ বুলি গণ্য কৰি অকনো পলম নকৰিলে। প্ৰথমে তিনিমাহ মান মকৰম ভাইৰ সতে খুব মিতিৰালি পাতিলে, ধনৰ এটা শকট অংশৰ আদান-প্ৰদান হ'ল। গাঁৱৰ মানুহে যাতে এই আদান-প্ৰদানৰ কথা জানিব পাৰে তাৰো ব্যৱস্থা কৰিলে আৰু এদিন এখন কাজিয়া তৰি ললে আৰু তৰ্কা-তৰ্কী লগাৰ পাছত এটা দীঘল গিমিট চোনাৰদাদাই মকৰম ভাইৰ বুকুত বহুৱাই দিলে। কিছুপৰৰ পাছত মকৰম ভাইয়ে এই দুনীয়াৰ পৰা বিদাই মাগিলে। চাৰিওপিনে হুলস্থূল লাগিল। অনেকে ভাল পালে যদিও এটা কথা ভাবি নেপালে যে যিটো কাঠ মিস্ত্ৰীয়ে ওপৰলৈ চাই কথা নকয়, যাৰ খং বোলা বস্তুটোৰেই নাছিল তেনে এটা মানুহে এই কাম কিদৰে কৰিলে। ইপিনে মকৰম ভাইৰ আপোন পৰিয়ালৰ মানুহবোৰ জ্বলি-পকি উঠিল। ভাবিছিল আনকি আগবাঢ়িও আহিছিল। কিন্তু চোনাৰদাদাই যি তৰ্জন-গৰ্জন কৰি বাহু, বুকু চপৰিয়াই আকোৰা দা ঘূৰুৱাৰ অভিনয় কৰিলে যে সেইবোৰ দেখি আৰু কোনেও আগবাঢ়িব নোৱাৰিলে। এই ঘটনাৰ পাছত চোনাৰদাদাৰ চিন্তাত সাগৰ শুকাব ধৰিলে। তাৰ পাছত কি কৰা যাব ? কিন্তু বেয়া হ'লেও মানুহে যেতিয়া এটা উদ্দেশ্যাত নেৰা-নেপেৰাকৈ লাগি থাকে তেতিয়া নতুন নতুন বুদ্ধি-কৌশলে তাক সহাই কৰি যায়। চোনাৰদাদাই দেখিলে যে লাহে লাহে তাৰবাবে দিনবোৰ সহজ হৈ আহিবলৈ ধৰিলে আৰু লাহে লাহে সকলোৰে কথাবোৰ পাহৰিহে যাবলৈ ধৰিলে। গাঁৱৰ মানুহবোৰে মণিতোলাক নোচোৱাৰ পৰা, নমতাৰ পৰা বিৰত হৈ থাকিব নোৱাৰিলে। এইবাৰ চোনাৰদাদাই পইচাৰ বলেৰে আৰু কেইখনমান কাজিয়া কৰি লৈ ইয়াকে দেখুৱাবলৈ ঠিক কৰিলে যেন মানুহবোৰে তাক যেন সদাই এটা খঙাল অৱস্থাত দেখে, চকুযোৰ যেন

ৰঙা হৈ থকা দেখে। সকলোৰে যেন এটা ধাৰণা হৈ পৰে যে তাৰ সতে যেন আৰু কোনেও মিতিৰালি নেপাতে, তাৰ ঘৰলৈ নেযাই আৰু তাক দেখিলেই যেন সকলোৰে চকুৰ নোম কাটিব লগা অৱস্থা হয়। ঠিক ইমানখিনি কৰি লব পাৰিলেই যেন তাৰ কোনো ভয়ৰ কাৰণ নেথাকিব। এটা কথা সি ভালকৈ জানিছিল যে আছুলতে বীশ-ত্ৰীশটা নেলাগে চাবি-পাচোটা ডেকাই যদি তাক ধৰে সি একেবাৰে চেঁচা পৰি যাব। একমাত্ৰ সি এটা মৰসাহসৰ যাদু দেখুৱাই মানুহবোৰক বুৰ্বক কৰি ৰাখিছে। লাগো বুলিলে তাৰ এই ভুৱা অভিনয় যে কৰবাত উৰি যাব আৰু ইচ্ছা কৰিলেই তাৰ মণিতোলাক কোনোবাই একে ৰাতিতে কোনোবাখিনি পোৱাবগৈ তাকো সি ভালকৈ জানে। তথাপিও মৰণত শৰণ দি সি এইদৰে কিছুদিন পাৰ কৰাত লাগিল। কিন্তু এদিনৰ এটা ঘটনাই চোনাৰদাদাক তাৰ সকলো পৰাক্ৰম আৰু বুদ্ধিক চুৰমাৰ কৰি পেলালে। বাঁহ তলৰ পুখুৰী এটাত ৰচন মীঞাই গোৰাই ৰখা কাঠ অলপ ৰেন্দা মাৰিবৰ বাবে পানীৰপৰা চোনাৰদাদাক তুলিবলৈ কৈছিল। আদেশ পাই সি গোটেই কাঠখিনি এবুকু পানীৰপৰা পাৰলৈ তুলিলে। কিন্তু ৰাতিলৈ আৰু সি মানুহ হৈ নেথাকিল। এনেকুৱা এটা কাঁহ আৰম্ভ হৈ গ'ল যে প্ৰায় পাচ দিনমানৰ ভিতৰতে তাৰ বুকুৰ হাড় আৰু টেঁটুৰ শীৰবোৰ ওলাই গ'ল। মণিতোলাই চাই থাকি বুকুত সেক দিয়াৰ বাহিৰে একো কৰিব নোৱাৰিলে। চোনাৰদাদা বৈ নেথাকিল। বেমাৰে গাত বাহ ললে যেতিয়া আৰু কোনো বাহাদুৰী তাৰ নেখাটিব। ভৰামতেই সোনকালে কাম কৰাৰ এটা আচৰিত মন আছিল তাৰ। গাঁৱৰ মানুহে একো গমেই নেপালে। হাতত থকা ধন, তাৰ সঁজুলী আৰু লাম-লাকটুবোৰ লৈ মণিতোলাৰ সতে সি শ্ৰীহট্ট পালেগৈ। শ্ৰীহট্টলৈ গৈ কি কৰিলে, কেনেকৈ চলিলে সেইবোৰ কোনেও নেজানে। মাত্ৰ এটা কথা ওলাইছিল যে নন্দয়ালৰ পৰা এটা খুনী, আচামী আহি শ্ৰীহট্টৰ এটুকুৰা টাউনৰ দৰে ঠাইত থিতাপি লৈছেহি। কিন্তু মানুহটোৰ ব্যৱহাৰে সকলোকে মুহিত কৰিছে আৰু সি এটা ব্যৱসাই আৰম্ভ কৰিছে। চোনাৰদাদাৰ পাছৰ জীৱনৰ এই কথাখিনি বোৰহান ককাইটিক কৈছিল শ্ৰীহট্টৰ চৰকাৰি বাছৰ কণ্ডাক্টৰী চাকৰি কৰা ভাগিন জোঁৱায়েক এজনে। এদিন নেৰা-নেপেৰাকৈ বৰষুণ অহাত ভাগিন জোঁৱায়েকে যিখন গাড়ীত আহি কালিপুৰত নামিব

লগা আছিল, তাৰপৰা নামিব নোৱাৰাত বাছতে বহি কেইবা ঘণ্টা কটাব লগাত পৰিছিল আৰু তেতিয়াই লগ পাইছিল চোনাৰদাদাক। সিও বোলে কৰবাৰ পৰা আহি কালিপুৰতে নমাৰ কথা। ছাঁতি থকাবোৰ নামি গৈছিল, কিছু যাত্ৰীয়ে নামি গৈ দোকান-হোটেলত সোমালগৈ। বাছত থাকিল কেৱল ড্ৰাইভাৰক লৈ সিহঁত দুটা। আৰু তেতিয়াই কথাৰ মাজতে চিনাকি হ'লত চোনাৰদাদাৰ বৰ্তমানৰ সংসাৰখনৰ কথা ওলাইছিল।

তেতিয়া চোনাৰদাদা অকলশৰীয়াকৈ আছিল।

মণিতোলাক মৌলভীবজাৰৰ ল'ৰা এটালৈ বিয়া দি দিছিল।

মঁণিতোলাৰ পকি থকা যৌৱনটোক নিৰাপদে ৰাখিবৰ বাবে পৃথিৱীত কাৰোবাৰ সকলো ঐচৰ্য্য, ধন, সোণ, পৰাক্ৰম, অহঙ্কাৰ থাকিলেও যে সেইবোৰ কামত নহা আৰু তাইৰ বাবে যে এটা সুঠাম ডেকাৰহে যে অৱশ্যক হ'ব এই নিগূঢ় সত্যটোক চোনাৰদাদাই শ্ৰীহট্টলৈ আহি আকৌ বুজি উঠিল। কাৰণ যৌৱন আৰু জুইৰ আগত যে পৃথিৱীৰ কোনো বস্তুৱে চৰ্ত নেখাটে তাক চোনাৰদাদায়ে বুজিলে। চোনাৰদাদা যত আছিল তাতে জয়নাল নামৰ ডেকা এটাই বেকাৰীৰ ব্যৱসায় কৰিছিল। ঘৰ মৌলভীবজাৰত। বিস্কুত, লফ আনোতে তাৰসতে চিনাকি হৈছিল। ল'ৰাটো শান্ত আৰু বুদ্ধিয়ক। পৰিশ্ৰমো কৰিব পাৰে, জোৰা আছিল গতিকে এদিন কেৱল এসোপা টকা দিলে বিয়াৰ নামত। এদিন সুকলমে বিয়া হৈ গ'ল। চোনাৰদাদাই হেঁপাহ পলুৱাই এটা নিশ্বাস এৰিলে। মৰমৰ আলাসৰ লাড়ু একমাত্ৰ জীয়েকৰ কাৰণে চোনাৰদাদাই কি যে নকৰিছিল, আগলৈ পাছলৈ কোনো নাই। এতিয়া পৃথিৱীখন যি হয় হৈ থাকক। বাকী কেইটা দিন আল্লাৰ নামত আৰু কামত কটাব পাৰিলেই হৈ যাব। শান্তিৰে, অশান্তিৰে জীয়াই থকা কথাটো সিহঁতৰ স্বভাব-চৰিত্ৰৰ ওপৰত নিৰ্ভৰ কৰিব। এই বিষয়ে আৰু ভাবিবলৈ বা কৰিবলৈ চোনাৰদাদাৰ একো নাই। পিছে আল্লাৰ হুকুম তাই গৈ সেই অসম পালেগৈ। কত মানুহ সীমা পাৰ হৈ গৈছে তাইৰ বাবেনো সেইটো কি কথা! ল'ৰা ঘৰৰ পৰা হেৰোৱা নাই নহয়! যাওঁ বুলিহে এইদৰে গুচি গৈছে। ক'ত আৰু তাক বিছাৰি পায়!

শেষ ৰাতি, আকাশত নিমাখিত জোনৰ শেতা পোহৰ।

টফচিৰৰ বুকুৰ ভিতৰৰ পিনে কৰবাত অকণ কথাৰ পোহৰে চুই গ'ল।

হঠাৎ যেন এমুঠি পোহৰ লৈ দুৱাৰত কোনোবাই শব্দ কৰিলে। টকচিৰ কাষৰ কোঠাটোলৈ সোমাই গ'ল আৰু দেখিলে খুড়ীয়েক ফজিৰণ, বায়েক জয়গুণ আৰু মহায়েক আটাউৰৰ সতে বোৰহান ককাইটিয়ে সেইদিনাও কথা পাতি আছে। কাষৰ টেবুলৰ ওপৰত টিপট, আৰু বিস্কুত। বিস্কুতবোৰ অলপ সেমেকিছে।

: ককাইটি তোমাক দুটা কথাই সুধিম। এই পুৰণা কথাবোৰৰ সতে টাববীণৰ কি সম্বন্ধ আৰু মণিতোলাৰ কথা ক'বলৈ হ'লে তোমাক অসমৰ জয়া বজাৰৰ এগৰাকী বৃদ্ধাৰ কথা ক'ব লাগিব যি গৰাকীক ময়ো জানো, যাৰ আন এটা নাম বুগীবুঢ়ী। প্ৰথম কথা হৈছে টাববীণৰ বিষয়ে। আজিকালিটো তাই বহুত ডাঙৰ মানুহ। পৃথিবী কঁপাই তোলা মানুহ। তাই হৈছে জেদী, একা-চেকা আৰু আহমক। এই কেইটা বিশেষ গুণ বা দোষ থাকিলে যে মানুহ ডাঙৰ হব পাৰি তাক বুজাই নাছিলো। তাই লিখিছে বহু লিখিছে, বহু কথা কৈছে সাক্ষাত কাৰত মনৰ বহু কথাই প্ৰকাশ কৰিছে। কিন্তু লিখিলেই জানো সকলো সঁচা ? ময়ো বহু কথা লিখিব পাৰো, লিখিলেই মোৰ কথা সঁচা হৈ যাব নেকি ? তাৰোপৰি মই কি লিখিব লাগে বা লিখা উচিত তাক জানো চাইছো! তোলপাৰ পৃথিবীত আজি কি কথাত নেলাগে? তোলপাৰ লাগেনে নাই লগোৱা হৈছে! যদি তোলপাৰ লাগিছে তেনেহলে ক'ব লাগিব কিছু কথাত চেতনা আৰু কিছু কথাত ভণ্ডামীৰ বাবে তোলপাৰ লাগিছে। কিন্তু মই ভাবো সেইবোৰ একেবাৰেই নহয়। আছলতে টাববীণ বাবে লাগিছে, আমাৰ দেশখনৰ, মানুহবোৰৰ, মানুহৰ চৰিত্ৰৰ বিষয়ে টাববীণে লিখাৰ বাবে তোলপাৰ লাগিছে। তোমাৰ কথাবোৰে মোক আকৌ আগৰ কথাবোৰ মনত পেলাই দিছে। তাইৰ সতে ময়ো খেলিছিলো। ব্ৰহ্মপুত্ৰৰ বালিত, নাৱৰ ওপৰত, পিকনিকলৈ যাওঁতে, চিৰিনৰ বাৰ্থদেত আনকি একাম্নবেত মই ইয়ালৈ আহোতে তাইৰ সতে বহু কথাই পাতিছিলো। সেইবোৰ জানো মানুহে জানে? তোমালোকে তাইক সৰুৰে পৰা পাই আহিছা। তাই খুবেই বুদ্ধিমতী, কিন্তু হৃদয় বুলি জানো এটা কথা নাই! প্ৰতিটো কথা তাই খণ্ডেৰে চাই, জিদেৰে চাই আৰু নিজৰটোৱে সদাই বাহাল ৰাখিব বিছাৰে। এদিন মই তাইক কৈছিলো "ডাঙৰে তোমাক কথা এবাৰ ক'লে কিয় তুমি ইমান জকজকাই

উঠা? অনবৰতে তোমাৰ মগজুটো কি আণ্ঠা হৈ থাকে নেকি.? তোমাৰ ভালৰ বাবেইটো সেইবোৰ কথা কোৱা হয়।" তাই কৈছিল "মোক জ্যামিত্ৰীৰ সূত্ৰৰ দৰে সংগতি থকা উপদেশহে লাগে। আমাৰ ঘৰৰ মানুহবোৰে, আৰুবাৰ বাহিৰে, সকলোৱে ধৰ্মীয় দৃষ্টিভঙ্গীৰে কথা কয়। সেইবোৰ মানিবলৈ গৈ মই দুহাতত শিকলি লগাই লব নোৱাৰো। তোমালোক সকলোৱে মোকে পোৱা, মোতে সকলো নিয়ম-কানুনৰ শক্তি আৰোপ কৰা। মোক চোকা ছোৱালী বুলি যদি ভাবা তেন্তে মোৰমতে চলিব দিয়া" মই উত্তৰ দিছিলো আকৌ "সমাজত ইজনৰ কামৰ সতে সিজনৰ কামৰ এটা নিবীড় সম্পৰ্ক আছে। তুমি যদি "তোমাৰ মতে চলা তেন্তে সমাজৰ বহুত মানুহে নিজৰ মতে চলিবলৈ দাবী কৰিব। তোমাৰ আচৰণ, চাল-চলনত যদি ভুল নেথাকে তেন্তে আনেও কোনো সুবিধা লব নোৱাৰে। তুমি ভিতৰত থাকা আৰু তোমাৰ বিবেক-ব্যক্তিত্বক বাহিৰলৈ উলিয়াই দিয়া। ধৰিলোৱা সিদিনা তুমি নিজৰ মতে ৰাতি দহটা বজাত ওলাই গলা আৰু ওভতি আহোতে তোমাক ৰিক্সাৰ ওপৰতে বাহুত কোনোবাই চেপি দিলে। তোমাৰ ওলাই যাবৰ মন গ'ল আৰু এজনৰ চেপি দিবৰ মন গ'ল। আমাৰ মানুহবোৰৰ চৰিত্ৰ বেয়া বুলি জানাই, নিৰক্ষৰ, খাতিখোৱা, পিছপৰা বুলি জানাই, জানি শুনি তুমি তোমাৰ ইচ্ছামতে, খেয়াল- খুচীমতে কাম কৰা। যেতিয়া তোমাৰ ব্যক্তিত্বত আঘাট পৰে তেতিয়া তুমি সাহিত্য লিখা চুৰু কৰি দিয়া, কিন্তু মানুহৰ এই চৰিত্ৰৰ পৰিবৰ্ত্তন সম্পৰ্কে তুমি এতিয়াও নিমাত" তাই আকৌ কৈছিল "তোমালোক পুৰুষবোৰ এনেকুৱাই, যি কথাকে নোকোৱা লাগিলে তাত নাৰীৰ অবিচাৰৰ সুৰ এটা সোমাই থাকিবই. আমাৰ সৌন্দৰ্য্য, আমাৰ ব্যক্তিত্বক কেন্দ্ৰ কৰি তোমালোকে কিবা এটা কৰাই, আমাৰ পৰা তোমালোক মুক্ত হ'ব নোৱাৰা কোনোদিনেই। মৈমনসিঙৰ কেইটা আলি, কেইটা গলিৰ সতে তোমাৰ পৰিচয় আছে.? সেই ক'লা মানুহবোৰৰ, আণ্ঠাবুলীয়া মানুহবোৰৰ মুখ, জিভা আৰু প্ৰতিটো হাতৰ কথা মই পৃথিৱীৰ মানুহক জনাই দিম।" মই মনে মনে ভাবিছিলো যে তাইক আৰু নোৱাৰি। তাইৰ সংস্কাৰৰ দুৱাৰ কেতিয়াবাই বন্ধ হৈ গৈছে। বহু দেৰি হৈ গৈছে। আড্ডা দিয়া, মুকলি মুৰীয়াকৈ ঘূৰা, ৰেষ্টোৰাত চাহ খোৱা, কবি বন্ধুবোৰৰ সতে সাগৰৰ পাৰলৈ যোৱা, সভা-সমিতিত উপস্থিত থকা আৰু

বিশেষকৈ পুৰুষৰ বিপক্ষে কথা ক'ব প্ৰথাটোকে তাই নাৰী স্বাধীনতাৰ আকৰ বুলি ভাবে। পুৰুষৰ ওপৰত তাই কিছুমান কথা কৈছে সেইখিনি মিছা নহয় আৰু সেইখিনিৰ বেছি ভাগ মিছা নহয় বাবেই তাই সাৱধানতা অৱলম্বন কৰিব লাগিছিল আৰু আনকো শিক্ষা-দিক্ষাৰে প্ৰস্তুত কৰি কি কৰিলে হাজাৰ গৰাকী ছোৱালী-বোৱাৰী পুৰুষৰ কদৰ্য্য হাতৰ পৰা পৰিত্ৰাণ পাব পাৰে তাৰ আদৰ্শ দেখুৱাব পাৰিব লাগিছিল। হাবিত যদি বাঘ আছে, তেন্তে কলম নহয়, হাতত তৰোৱাল বা বন্দুক তুলি দিয়া, সমাজত যদি মানুহ বাঘ আছে তেন্তে অনুসাসনৰ পিঞ্জৰা ঠিক কৰি কলম তুলি দিয়া তৰোৱাল বা বন্দুক নহয়। তোমাৰ ঘৰ, কলম আৰু অৰ্থ আছে আনৰ এটাও নাই। তোমাৰ সাহিত্যত সম্ভৱ শব্দৰ শুভ উন্মোচন কাহানি হ'ব ? তুমি পৃথিবীৰ ডাঙৰ ডাঙৰ মানুহৰ হৈ গলা। চীৰকাল ধৰি মৈমনসিঙৰ আলি-গলিৰ কথাই তোমাৰ হৃদয় জুৰাই নেথাকিব। তুমি যি বাটেৰে খোজ কাঢ়ি গলা সেই বাটেৰে আৰু ঘুৰি অহাৰ সম্ভাৱনা তোমাৰ নাই। অৱশেষত মই টাৱৰীণক এটা কথাই কৈছিলো All males are bad and rotten, Kadir, Kamal etc are male, so they are also bad and rotten." তাই গাড়ীখন ৰখাই দিলে। মই বাটতে নামি পৰিছিলো। তাই জীয়া ইন্টাৰনেশ্যনেল এ.য়াৰ পটৰ পিনে যাবগৈ' যাবৰ সময়ত তাই মোক কৈছিল, "এইবাৰ অসমৰ পৰা আকৌ আহিলে তোমাক কেইটামান উপহাৰ দিম, যোৱা খোদা হাফীজ"। ৰাজপথৰ ধূলি উৰুৱাই এজনী বিপ্লৱী ছোৱালী গাড়ীৰে আগবাঢ়িছিল। এদিন তাই উৰাজাহাজত উঠি আৰু আগবাঢ়িব আগলৈ। মৈমনসিঙৰ আলিয়ে-গলিয়ে খাইৰোল, ফাইজল, ইব্ৰাহীম, মনোৰঞ্জন সাহা, অখিল বৈদ্যহঁতো আগবাঢ়ি গৈ থাকিব সিহঁতৰ ৰিক্সা আৰু ঠেলা গাড়ীবোৰ লৈ।

ওৰে ৰাতি জয়গুণৰ কোচত কেঁচুৱাটোৱে শুই আছিল। ফজিৰণে নতুনকৈ চাহ কেইকাপমান বনাই আনিলে। বোৰহান ককাইটিয়ে চাহ একাপ খাই তামোল-পাণৰ টেমাটো উলিয়ালে। এখন পাণ টফচিৰক দি নিজে এখন মুখত ভৰাই টেমাটো জয়গুণহঁতৰ পিনে আগবঢ়াই দিলে। টফচিৰে বোৰহান ককাইটিৰ গলগলীয়া মাতটোৰ পিনে অধীৰভাৱে অপেক্ষা কৰি ৰ'ল।

: কথাবোৰৰ পৰমান চাবলৈ এতিয়া বাপেৰ জীয়াই থকা হ'লে গম পালি হয়। পেহীয়েৰৰ জীৱনত এই কথাবোৰে কিদৰে প্ৰভাৱ পেলালে আৰু অৱ পৰায়ে যে বহু অভিজ্ঞতা অৰ্জন কৰিলে সেই কথাৰ বাবেহে ইমানখিনি কথা ক'লো। সেই কাৰণে পেহীয়েৰে টাবৰীণ আৰু চিৰিণইতক ইমান তাবেদাৰত ৰাখিবলৈ চেষ্টা কৰিছিল। কিন্তু টাবৰীণে মাকক বৰ অশ্ৰদ্ধা কৰিলে। পাৰিলে মাকক মাক বুলি নকলেইহেঁতেন। মোৰ এতিয়াও বিশ্বাস এখন যদি বৰ সভা পতা হয় তাত যদি পেহীয়েৰক নি হাজিৰ কৰা হয় তেতিয়া টাবৰীণে কিজানি মাকৰ পৰিচয় দিবলৈ লাজ পাব। হয়তো নিজৰ জন্মদাত্ৰী বুলিও নক'ব কিজানি। বাপেৰে মাজে-সময়ে দুই এটা কথা কৈছিল। কিন্তু তাই নিজৰ মোমায়েক বুলি কোনো দিনে এটা কথাও নুশুনিলে। আলী হাইদৰে টাবৰীণক পঢ়া-শুনাত উৎসাহ দিছিল যদিও কিছুমান কথাত জানি-শুনি, দেখিও নীৰৱতা অৱলম্বন কৰিছিল। কাৰণ সি নিজে নামাজ, কোৰাণ একো নপঢ়িছিল আৰু বিশ্বাসো নকৰিছিল। ধৰ্মশাস্ত্ৰৰ অলপ জ্ঞান থাকিলে মানুহে কিছুমান কথা ধৰিব পাৰে। অন্ততঃ পাই আৰু নেপাইৰ সীমাৰেখাদাল চিনিব পাৰে। মানুহৰূপে জীয়াই থাকিবলৈ হলে যে কিছুমান কৰণীয় আৰু কিছুমান অকৰণীয় কথা আছে তাক বুজি উঠিব পাৰে। ধৰ্ম কেৱল স্বৰ্গলৈ যাবৰ বাবে জানিব নেলাগে, মঙ্গলৰ বাবেওটো বহু কামত লগাব পাৰে। বেলেগ বেলেগ ৰোগৰ বাবে বেলেগ বেলেগ ঔষধ থকাৰ দৰে বিভিন্ন সমাজ ব্যৱস্থাৰ বিভিন্ন দিশৰ বাবে ধৰ্মৰ বিভিন্ন বিধান আছে। সেইবোৰক খিচিৰি নকৰি তাক সঠিকভাৱে প্ৰয়োগ কৰিবলৈ, শিকিবলৈ, যত্নবান হোৱা উচিত। নহ'লে ইটোৰ সতে সিটোৰ সংঘৰ্ষ হ'ব পাৰে। সাধাৰণভাৱে কি কৰিলে, কি নীতি-নিয়ম পালন কৰিলে সন্তানসকলৰ চৰিত্ৰ, মানসীকতা আৰু স্বভাৱ-ব্যৱহাৰ ভাল হ'ব পাৰে তাৰবাবে ধৰ্মশাস্ত্ৰত লিখা আছে যদিও মানুহে লাগ বুলিলেই ধৰ্মৰ পাত নুলুতিয়াই। যদি সন্তানবোৰে সেইবোৰ নুশুনে, পালন নকৰে তেতিয়া মাক-বাপেকে মনাবৰ কাৰণে ধৰ্মৰ দোহাই দিয়ে। ঠিক তেনে এক চৰিত্ৰৰ মহিলা আছিল তোৰ পেহীয়েৰ টাবৰীণৰ মাক, কিন্তু টাবৰীণ পেহীয়েৰৰ চকুৰ পানীৰ কাৰণ হৈ পৰিছিল। পেহীয়েৰে দুখ কৰে টাবৰীণক পোন বাটলৈ আনিব নোৱাৰিলে। তাইৰ জীৱনটো ভালেৰে যোৱা টান আছে।

পেটৰ পোৱালীৰ কথা মাকৰ বাহিৰে ভালকৈ আৰু কোনে বুজিব। প্ৰতিভাল মানুহৰ বটৰা মাকহঁতে জানে। তাইৰ সেইটোৱেই হ'ল। এতিয়া গোটেইখনতে হুলস্থুল লাগিছে। তোৰ মোৰ দৰে মানুহবোৰকো এতিয়া চিনি নেপায়। পালেও সন্দেহ কৰে, ঘৰত নাই বুলি ক'বলৈ কয়, কি কাৰণত বিছাৰি আহিছে তাৰ বিষয়ে সোধে। আমি বুঢ়া মানুহ। মইতো আজি প্ৰায় চাৰি মাহমান যোৱা নাই। আগৰ ঘৰো নাই। ঘৰতো প্ৰায় নেথাকেই। ক'লৈ ওলাই যায় কোনেও ক'ব নোৱাৰে। পেছীয়েৰে মামাজৰ মছুলাতে প্ৰায় সময়খিনি কটাই। এটাই ছাগে ফৰিয়াদ যে আল্লায়ে তাইক বিপদমুক্ত কৰাওঁক আৰু সুমতি দিয়ক। অতবোৰ মতা মানুহৰ বিষয়ে এনেকৈয়েনো লিখেনে। আমাৰ দেশখনৰে লাজৰ কথা নহয় জানো? হেৰ দেশখনত এটাও ভাল মতা নাইনে? তেনেহলেনো তই বীদ্ৰ কবিৰ কথা কিয় ভাল বুলি লিখিছ? তই প্ৰেম কৰা কেইটা ভাল আৰু বাকীবোৰ বেয়া। তই যিজনীহে ছোৱালী মতাৰ সংস্পৰ্শলৈ আহিবই নেলাগিছিল। তেহে বাহাদুৰীটো ৰজিল হয়। তোৰবাবে মতাবোৰে শিলত মূৰ এচাৰী মৰি গলেও ওভতি নোছোৱাজনীহে হ'ব লাগিছিল। বেয়া ঠাইলৈ যোৱা কেইটাহে পালি। তাতো আৰু তাই টিকিব নোৱাৰিলে। হেৰ মতাৰ লগত থাকিব কেনেকৈ? কোন মতাই ৰাখিব? তই পঢ়া-শুনা, ডাক্তৰী, মেল-মিটিং, লিখা-পঢ়া সকলোখিনি কৰি যা সেইবোৰ ভাল কথা। তই প্ৰথমেই মনৰ ভিতৰতে এটা কথা ধৰি ললি, "মই গিৰীয়েকহঁতৰ কথা সকলোবোৰ মানি নলওঁ।" যেতিয়া এই কথাটো ধৰি ললি তেতিয়া তোৰ এটা কথাই খোপনি পুতি ললে যে তই কিছুমানহে মানিবি, কিছুমান নেমানিবি। কথা হ'ল কোনবোৰ কথা মানিবি আৰু কোনবোৰ কথা নেমানিবি এই বিষয়ে কিন্তু একো এটা স্পষ্ট তালিকা দিব নোৱাৰিলি

এতিয়া সেই মতা কেইটাই বাৰু কিদৰে গম পায় তোৰ কথাবোৰ? সংসাৰ বুলিলে ঘৰৰ কাম ওলাবই, গিৰীয়েৰে মাতিবই, কাষত বিছাৰিবই, তই যেতিয়া বাহিৰলৈ ওলাই যাব, ঘৰখনত দুটা-এটা ইফাল-সিফাল হ'বই। সেইখিনি চম্ভালি লোৱাটোহে আচল কথা। তাকে নকৰি তই যদি একা-চেকা, লম্ফ-জম্ফ বা আমনি দিয় তেন্তে কেনেকৈ চলিবি? সেইবোৰ লৈ তই আৰু সাহিত্য কৰিবলৈ গলি। ঘৰুৱা কথাবোৰ ধুনীয়াকৈ ৰস দি লিখিলেই

সাহিত্য হৈ যাব বুলি জনাহেঁতেন আৰু তাকে মানুহে ইমান হাত চাপৰি বজাই গ্ৰহণ কৰিব পাৰিব বুলি জনাহেঁতেন আমাৰ জীৱনৰ বহু কথা দেখো বিৰাট সাহিত্য হ'লহেঁতেন! আমাৰ জীৱনবোৰৰ তেজে তেজে, কলিজাই কলিজাই সাহিত্য সোমাই আছে। তাই যেনেকৈ ঘৰখনত এইবোৰ কৰি অশান্তি কৰিছে, বাহিৰতো দেশৰ অইন মানুহবোৰে অশান্তি কৰিছে অন্য কিছুমান কাম কৰি, প্ৰাৰ্থক্যটোনো ক'ত আছে? তই লোকৰ কথাবোৰ লৈ সাহিত্য কৰিলি। কিন্তু তোৰবোৰকো লৈয়ো আনে সাহিত্য কৰিব। তেতিয়া কি কৰিবি? এইখন আমাৰ বাংলাদেশ। কত শত শত সংগ্ৰামৰ পাছত, সামৰিক নিৰ্য্যাতনৰ পাছত জন্ম হোৱা দেশ, পূৰ্বতেটো ভাৰতৰ সতে আছিল। তাৰপৰা ফালৰি কাটি অহা দেশ। এখন দেশ যেতিয়া তিনি টুকুৰা হ'ল তাৰ সকলো দিশৰ উন্নতি আহিবলৈ হলে শ শ বছৰৰ আৱশ্যক, আপাতত মানুহ একেইখিনি ভূগোলে মাত্ৰ সীমা ৰচনা কৰিলে। এতিয়াও দাৰীদ্ৰতাৰ কবলত আক্ৰান্ত, ধুমুহা, বানপানীয়ে লাখ লাখ লোকক মাৰি, ঘৰ-বাৰী উচন কৰি নিয়া দেশ এইখন দেশত প্ৰতিটো কথা সপোনপুৰীৰ দৰে আশা কৰাৰ কি যুক্তি থাকিব পাৰে। গাঁৱে-ভূঁঞে, আলিয়ে-পদুলিয়ে, ঘৰে ঘৰে, পঢ়া-শুনা আৰু প্ৰগতিৰ সোপান ৰচনা হোৱাৰ পৰিবেশত যেতিয়া গোটেই দেশখন জলমলাই উঠিব তেতিয়াহে তোৰ আদৰ্শ, আশা-আকাঙ্খাই ঠন ধৰি উঠিব পাৰিব। তেতিয়া তই ক'বই নেলাগে। তোকে ঘুৰাই মানুহে ক'ব- আহা আমাৰ দেশখন আৰু ভাল কৰো। অশিক্ষিত, নিবনুৱা, অল্পমতি এই মানুহবোৰৰ পৰা তই কি আশা কৰ? পথ আৰু পন্থাৰ বিষয়েতো তই একো কোৱা নাই, একো কৰা নাই। তাইৰ কথাবোৰ ঠিকেই। কিছুমান ঘটনা ঘটিছেও। সেইবোৰৰ নিৰাময় লিখনিৰে কৰিব নোৱাৰি। তাই কেইটামান ভদ্ৰ পৰিয়ালৰ সতে লগ লাগি এটা সুকীয়া জীৱন-যাপন কৰাৰ সপোন দেখিছে, ডাক্তৰী পঢ়ি থকা অৱস্থাত বহু ৰুগীৰ সতে সম্পৰ্ক স্থাপন কৰিছে আৰু কেইটামান কৰিৰ সতে লগ লাগি ঘুৰিছে, ফুৰিছে আৰু নিজৰ খেয়াল-খুচীৰে সাহিত্য ৰচনা কৰিছে। আচলতে তাই বুৰ্ব্বক আৰু মুৰ্খ। কল্যাণকামী লিখকৰ উদ্দেশ্য এনেকুৱা হ'বই নোৱাৰে, সমাজ আৰু দেশক ভাল পোৱা লিখকৰ এনে প্ৰকাশ হ'বই নোৱাৰে। সকলো দোষ, কলুষ- কালীমা গাত পাতি লব লাগিব নিজে। সমাজক বিনম্ৰভাৱে

আহ্বান কৰিব লাগিব। তাকে নকৰি এইদৰে গালিৰে, অপমানেৰে, গৰিহ্নাৰে, ব্যক্তিহননেৰে প্ৰথমে সমৰ্থন কৰা এসোপা মানুহ পালেও লাহে লাহে মানুহে যেতিয়া সকলো বুজি পাব তেতিয়া সকলোৱে লগ এৰি দিব। চৈয়দ মুস্তবা আলি, নজৰুলইতে আশাপূৰ্ণাইতে কিদৰে সাহিত্য কৰিছিল তাই নেজানে জনা হলে তাইৰ সকলো ধ্যান-ধাৰণা সলনি হৈ গ'লহেঁতেন। গ্ৰহণযোগ্য সাহিত্যই হৈছে জীৱন গঢ়াৰ আমোঘ অস্ত্ৰ। পটি ভাল লগা সাহিত্য মৰুভূমীৰ ওপৰত বৰ্ষোৱা খন্তেকৰ বৰষুণ। নমৰি যদি জীয়াই থাকো তেনে চাম তাইৰ সাহিত্য মানুহে পঢ়েনে নাই কামত লগাই।

: মই চাৰি-পাচ দিন ধৰি ঘূৰিছো। আগৰ কবি সমাজলৈ গৈছো, বাংলা সাহিত্য চ'ৰাৰ দুই এজন আমাৰ আগৰ দাদাইতক লগ পাইছো, মেঘনাপল্লী গীতি পৰিষদৰ নিজা ভৱনলৈ গৈছো তাত অনেকক লগ পাইছোঁ আৰু আলোচনা কৰিছোঁ। তেওঁলোকে নিজ দেশখনৰ এনে এক দুৰ্ভাগ্যজনক পৰিস্থিতিৰ বাবে উদ্বেগ প্ৰকাশ কৰিছে। আজি মানুহ আহি যিটো শতিকাত ভৰি দিছেহি তাৰ পৰিপ্ৰেক্ষিতত এনেবোৰ কথা-কাণ্ডৰ প্ৰাসংগীকতা আছে। গোটেই বিশ্বতে কম-বেছি পৰিমাণে এইবোৰ কথা চলি আছে, তাৰ প্ৰতিবাদো হৈছে। কিন্তু সকলো কথা ইমান বেছি হৈ যোৱা নাই। মানুহক আকৰ্ষণ কৰিবৰ বাবে, নিজৰ চৰিত্ৰক, দুৰ্ব্বলতাক আৰু খাম-খিয়ালিখিনি ঢাকিবৰ বাবে মৌলবাদীসকলক আক্ৰমণ কৰি এনেভাৱে লিখা হৈছে যে তাইৰ ব্যক্তিগত সমস্যা আৰু তাইৰ উশৃঙ্খলতাৰ উৎস সমূহৰ উৰহী গছৰ ওৰটো যাতে লব নোৱাৰে তাৰে সু-ব্যৱস্থা কৰা হৈছে। খুব কম সময়ৰ ভিতৰতে তাইক সমৰ্থন কৰিব পৰা বা সমৰ্থন কৰিবলৈ ভাল পোৱা মানুহক এনেভাৱে হাতৰ মুঠিলৈ লৈ আনিব পাৰিলে যে সঁচাই মুখেৰে তাইৰ বাবে হাজাৰ বিজাৰ মানুহ ওলাই পৰিল। এনেকুৱা এটা কথা আহি পৰিব যে বাহিৰৰ দেশৰ, অন্য ঠাইৰ লোকে যেতিয়া তাইৰ কথাবোৰ পঢ়িব তেতিয়া তাইৰ প্ৰতি প্ৰসংশাত গদ্ গদ্ হ'ব আৰু আনন্দত ক'ব নোৱাৰাহে এনে ধৰণৰ বাহ বাহ দিয়াত ব্যস্ত হৈ পৰিব যে এনে কিছুমান কথা যে সেইসকলৰ সমাজৰ মানুহৰ মাজতো যে চলি আছে তাক পাহৰি যাব। তেতিয়া তেওঁলোকে সমৰ্থক, সমালোচক, সংস্কাৰক আৰু তৰ্কবাগীসৰ দৰে

প্ৰকৃত উপদেশকাৰীৰ ভাও লব। অন্য এখন দেশৰ নাৰীসমস্যা, নিৰ্য্যাতন, নিপিড়ন পদলেহন আদিৰ কথাবোৰ জানি তেওঁলোক দুখত ভাগি পৰি মানৱতাৰ চৰম অবক্ষৰ বিষয়ে ঘোষণা কৰিবৰ বাবে এজন অৰ্জুনসম পুৰুষ হৈ পৰিব। কিন্তু তেনেবোৰ ঘটনাই যে তেওঁলোকৰ চাৰিওপিনৰ পৃথিবীখনত পৰিবেষ্টিত হৈ আছে, হাজাৰটা কু-সংস্কাৰে যে গা কৰি উঠিছে, তেওঁলোকো যে কৌটিকলীয়া ধৰ্মান্ধতাৰ সতে লেটি-পেটি কৰি আছে তাক পাহৰি যাব। নিজ দোষৰ জোলোঙাটো পিঠিত পেলাই তেওঁলোকে আমাৰ দোষবোৰৰ সমালোচনাত গদ্ গদ্ হৈ পৰিব। কিন্তু ক'তোৰেই সমাজ ব্যৱস্থাৰ পৰিবৰ্ত্তন নহ'ব। কামেৰেহে ইতিহাসৰ চোলা সলাব পৰা যাব। যিসকল নাৰীয়ে, ছোৱালীয়ে সেই সেই দেশত নাৰী আন্দোলন, নাৰী স্বাধীনতাৰ, নাৰী মুক্তিৰ বিষযবোৰত লাগি থাকে সেইসকলে টাবৰীণৰ লিখনিৰ ভাল লগা প্ৰতিটো শাৰীৰ প্ৰতি আকৃষ্ট হ'ব আৰু সেই ভাল লগা শব্দবোৰৰ অৰ্থ উলিয়াই তাক প্ৰচাৰ কৰাৰ সপক্ষে লাগি যাব। কিন্তু তেওঁলোকে সমাজৰ পৰা এটা সমস্যাও দূৰ কৰিব নোৱাৰিব। যিসকলে নাৰী স্বাধীনতাৰ নামত প্ৰকৃত মূল্যবোধক আওকান কৰি, প্ৰকৃত সংজ্ঞাৰ উৰ্ধত যাবলৈ বিছাৰি, প্ৰকৃত স্বাধীনতাৰ অৰ্থক বিকৃত কৰি লম্ফ-জম্ফ কৰি বাহিৰলৈ মুক্তভাৱে ওলাই আহিবলৈ সজোৰে নানা কথা-বতৰা, লিখনিত সোচ্চাৰ হৈ হৈ উঠিছে তেওঁলোকে যে টাবৰীণৰ সপক্ষেই মাত মাতিব তাত কোনো সন্দেহ নাই। নহলে তেওঁলোকৰ উদ্দেশ্যত বাধা পৰিব। তিনিজন পুৰুষ গ্ৰহণ কৰাৰ পাছতো ইমান সোনকালে মানুহে আপোন কৰি লোৱাৰ অন্তৰালত যে একপ্ৰকাৰ ব্যভিচাৰকেই পৰোক্ষভাৱে সমৰ্থন কৰা বুজাইছে তাক বুজিবলৈ আৰু কি শাস্ত্ৰ-কিতাপ, পুথি-পাজিৰ দৰকাৰ হ'ব? উগ্ৰ জাতিয়তাবাদীয়ে যিদৰে দেশৰ কোনো কল্যাণ সাধন নকৰে, সন্ত্ৰাসবাদীয়ে যিদৰে দেশখন বিনষ্ট কৰে, ঠিক সেইদৰে উগ্ৰ ভাৱনাই পুৰুষ প্ৰধান ৰাজ্যৰ প্ৰতিটো পৰিৱেশক আতঙ্কিত কৰি তুলিব। পশ্চিমীয়া সভ্যতাৰ বতাহে প্ৰথমে আমাৰ দেশৰ মহা মহা বৃক্ষৰ ডাল-পাত ভাঙি-উভালি খাচটাং কৰিছে। মাটিৰ সৰু সৰু দুবৰীডালকো এৰি যোৱা নাই এই সৰ্বনাশীয় বতাহক প্ৰতিৰোধ কৰি আমাৰ সভ্যতা-সংস্কৃতিক প্ৰথমে বচাব লাগিব। তুমিটো এজনী ডাক্তৰ ছোৱালী। বেমাৰৰ কাৰণ নজনাকৈ,

ধৰা নপৰালৈকে তুমি এখন প্ৰেচক্ৰীপশ্যানো নিদিয়া। গতিকে তোমাৰ কাৰণে সবাতোকৈ দৰকাৰী কথা আছিল কাৰণ নিৰ্ণয় কৰি তাৰ ওপৰত এক অধ্যয়ন আৰম্ভ কৰা। নাৰীৰ প্ৰায়বোৰ সমস্যাৰ বাবে যে পশ্চিমীয়া ধ্যান- ধাৰণা আৰু কাইদাবোৰেই যে একমাত্ৰ দায়ী তাক অস্বীকাৰ কৰাৰ কোনো যুক্তি নাই। নিজ দেশৰ ঐতিহ্য এৰি মানুহে এইবোৰ ধৰিবলৈ লোৱাত মানুহ আজি অসভ্য হৈ গৈছে, বহু তললৈ নামি যাব লগাত পৰিছে। সেইবোৰ কথাত আগে মনোনিবেশ কৰিব লাগিছিল। এইবোৰৰ প্ৰভাৱে মানুহক নতুন নিয়ম প্ৰবৰ্ত্তন কৰাত ইন্ধন যোগাইছে। গতিকে মানুহে বেয়া কাম কৰিছে। গালি পাৰি চৰিত্ৰক উদঙাই দিয়াৰ অধিকাৰ তোমাৰ যেনেকৈ আছে তেনেকৈ বিদ্ৰোহী হৈ তোমাৰ কথাক নমনাৰ অধিকাৰো আনৰ আছে। আন দেশৰ মানুহৰ মাজত নিজৰ কলুষ-কালিমাবোৰ জাহিৰ কৰাতকৈ নিজ দেশৰ লোকৰ সতে বুজা-পৰালৈ অহা বেছি উত্তম। প্ৰথমটোত গ্লানী আৰু উপলুঙাৰ বাহিৰে একো নাই ; দ্বিতীয়টোত বুজা-পৰালৈ আহিলে সমাধানৰ আশা থাকে। নিজৰ ঘৰখনতে, পৰিয়ালৰ মাজত কেৰোণ সোমালে তাক ঘৰৰ ভিতৰতে নিৰাময় কৰিব লাগে। ওচৰ চুবুৰীয়াক জনালে আনে বিভিন্ন দিশত সুবিধা লব তেতিয়া কন্দল আৰু বাঢ়িবহে। তিনিজন পুৰুষে তাইক ছিৰিলা-ছিৰিল কৰাৰ বাবে দুখ কৰাতকৈ এই প্ৰশ্নহে উঠিব লাগিছিল যে তাইক কিয় ছিৰিলা-ছিৰিল কৰিছে, সেই পুৰুষ তিনিজনৰ ব্যক্তিত্ব, চৰিত্ৰ বুঢ়া আঙুলিটোৰ দৰে নহয় যে মন গলেই কাগজ ফলা দি চেৰেককৈ ফালি পেলাব। টাবৰীণৰ ভিতৰৰ মানুহজনীৰ পৰা, মানসীক স্তৰৰ পৰা, হৃদয়ৰ নিভৃত কোণৰ পৰা কিবা এটা বেয়া কথা আবিষ্কাৰ কৰিব পাৰিছিল বাবেই সেই তিনিজন পুৰুষে তাইক ঠেলি পঠালে। তাইৰ ব্যক্তিগত দোষ-ত্ৰুটিবোৰৰ বিষয়ে কোনে পঢ়িলে ? তাই আনৰ কথাবোৰ লিখি প্ৰখ্যাত হোৱাৰ লগতে সমাজৰ স্বৰূপটো উদঙাই দিছে। তাইৰ সত্বাত যে অনেকটা দোষে ক্ৰীড়া কৰি আছে তাৰ খবৰ কোনে ৰাখিছে? সেইবোৰ কথা বিবেচনালৈ নাহে নেকি ? লিখকবোৰে আনৰ ব্যক্তিগত কথাবোৰ খুব বিছাৰি ফুৰিব পাৰে। নিজৰখিনি কিন্তু লুকুৱাই ৰাখে। তাই পাকঘৰলৈ নেযায়- কিয়নেজাব স্বামীয়ে মতা মাত্ৰকে তাই নাহিব- কিয় নাহিব ? তাইৰ খুচিমতে বাহিৰলৈ ওলাই যাবলৈ লাগে কিয় যাব.? তাই

স্বামীৰ চাটটো ধুই দিয়া মানে দাসত্বৰ শিকলিৰে বন্ধা বুলি ভাবে কিয় ভাবিব ? শোৱনী কোঠাত তোমাক স্বামীয়ে আহ্বান কৰিব তাক কিয় উপেক্ষা কৰিবা ? এইবোৰ ঘৰুৱা কথা, সংসাৰৰ কথা। এইবোৰ পৃথিবীখনত থাকিবই। এইয়া প্ৰকৃতি, ধৰ্ম, সাধাৰণ নিয়ম। তুমি প্ৰতিটো ফল ভক্ষণ কৰি তাক বেয়া বুলি আনক নেখাবৰ বাবে দাবী তুলিছা- ই কেনে ধৰণৰ অভিজ্ঞতা ? তুমি নিজে পালন নকৰা আনক কিয় মনা কৰিছা ? পৃথিবীৰ কোন গৰাকী নাৰীয়ে তোমাৰ কথা শুনিব ? তোমাক সকলোৱে বুৰ্বক বুলি বহুৱা সাজিছে বাহ্ বাহেৰে। এইবোৰ জানো নাৰী স্বাধীনতাৰ সংজ্ঞা ? তুলুঙা কথাৰে নিজক কিয় তুলুঙা কৰিছা ? কোনবোৰ কথাত নাৰীৰ ভাল হব, মঙ্গল হব, কামত দিব সেইবোৰ কথা কোৱা। কাৰণ সকলো নাৰী তোমাৰ দৰেতো নহয়। তেওঁলোকৰ ঘৰ আছে, বাৰী আছে, আপোন পৰিয়াল আছে। তাতোকৈ ডাঙৰ কথা তেওঁলোকৰ স্বামী আছে। সেই স্বামীসকল ভালো, বেয়াও। চকুৰ বাবে অলপ পোহৰ দিয়া, জুই কিয় দিছা, পোহৰ আৰু জুইৰ পহু প্ৰাৰ্থক্য আছে। বুদ্ধি দিয়া, উপায় দিয়া, কৌশল দিয়া আৰু দিয়া ব্যক্তিগত সান্নিধ্য আৰু অৰ্থ। ঘটনা লিখি সাহিত্য কৰিলে নাৰীৰ কোনো উন্নতি নহব। তুমি গৰীব, নিম্ন বিত্ত, নিম্ন মধ্যবিত্ত সকলক গালি পাৰিছা। গালি পাৰা- পুঁজিপতি, চহকী, উচ্চ মধ্যবিত্ত লোকক। অশিক্ষিত, গৰীবৰ খাবলৈ নাই। যি শতাংশ লোকে খাবলৈ পোৱা নাই তেওঁলোকলৈ তুমি আগবঢ়াই দিছা কঠোৰতাৰ হাত, কাৰপেটৰ ওপৰত খোজ কাঢ়ি যাৰ এটা ইংগীতত সমাজলৈ কলুষ-কালিমা কঢ়িয়াই আনিব পাৰে তেওঁলোকৰ প্ৰতি পোষণ কৰিছা উদাসীনতা। কাৰণ আমি তাইৰ বন্ধুবোৰক জানিছিলো আৰু কাৰ সতে ঘুৰিছিলো তাকো জানো

এইবোৰেই আছিল কবি সমাজৰ, বাংলা সাহিত্য চৰা, মেঘনা পল্লীগিতী পৰিষদৰ অন্যতম ব্যক্তিসকলৰ সামান্য আলোচনা। কেইবাদিনো ধৰি আমি হোটেলত বহি চাহ খাই এইবোৰৰ আলোচনা কৰিছিলো, মিউনিচিপালিটিৰ চেয়াৰমেন আদিল চাহৰ ঘৰৰ বাৰান্দাত বহিছিলো, মেহদিপুৰ ষ্টেদিয়ামৰ সমুখৰ ফুলনিৰ বহল ঘাঁহনীৰ ওপৰত বহি কথা পাতিছিলো। এটাইতকৈ ভাল লাগিছিল ডেকা বিজ্ঞানৰ অধ্যাপক দাৰুল হাছানৰ কথাবোৰ। ফিজিক্সৰ এজন মেধাবী ল'ৰা, বিজ্ঞান বিষয়ৰ কবিতাই যিসকলক স্তম্ভিত কৰিছে, যাৰ

বিদেশৰ আলোচনীত ইংৰাজী কবিতা প্ৰকাশ হয়।

আমি বিক্ৰা এখনত আহি আছিলো। তেওঁ আৰম্ভ কৰিছিল মই হজবাক হৈ পৰিছিলো। "দিনে দিনে, প্ৰতি দিনে আমি আমাৰ শক্তি প্ৰয়োগ কৰিছোঁ, আমি মানুহৰ মন দাঙিছোঁ, মনক দলিয়াই দিছোঁ, মনক ধৰিছোঁ, মনক ঠেলি দিছোঁ, আকৌ মনৰ পাছে পাছে লৰৰিছোঁ। ইচ্ছা আমাৰ শক্তি। মনবো যে কিমান ভাগ! কঠিন, ঠুনুকা, কোমল, লোহাৰ দৰে, উৰণীয়া, গভীৰ, উদাসীন, উৰুঙা, ঠেক, বহল, চঞ্চল, উদাৰ আৰু কত কি ? কিমান যে সাঁচৰ, ঠাচৰ, আকৃতিৰ আৰু আকাৰৰ। আমাৰ ইচ্ছা শক্তিৰ সকলো প্ৰয়োগেই সাৰ্থক নে.? ছবি, সাহিত্য, গীত, কবিতা, অভিনয়, নৃত্য এইবোৰ হাতিয়াৰহে, সঁজুলীহে; এই সঁজুলীৰেই আমি মনক গঢ় দিব লাগিব, গঢ় দিব বিছাৰো। ইচ্ছা শক্তিৰ প্ৰয়োগত এই মনবোৰৰ পৰিবৰ্ত্তন হয়। শস্যৰ বাবে পথাৰ, বটৰ, জলবায়ু, ৰ'দ, বৰষুণ, কুঁৱলী, পানী, তাপ, বিজুলি আৰু শ্ৰম লাগে। মন গঢ়িবৰ বাবে লাগে পৰিবেশ, পৰিস্থিতি, অৱস্থা, সময়, দৃষ্টিভঙ্গী, জ্ঞান, পঢ়া-শুনা, চেষ্টা, অধ্যৱসাই, অধ্যয়ন, অনুশীলন। মন যেতিয়া বেয়া হয় তেতিয়া আমি তাক গঢ়িবৰ বাবে ওলাই আহোঁ। ইচ্ছা শক্তিৰ উক্ত সঁজুলীৰ প্ৰয়োগত আমি মন ভাল কৰিব বিছাৰো। আমি মন দাঙিছোঁ পুনৰাই তাক ক'ত ৰাখিম তাক ভৱা নাই, মনক দলিয়াই দিছোঁ- তাক ওভোতাই আনিব পৰা নাই, মনক ধৰিছোঁ- এৰি দিয়া নাই, মনক ঠেলি দিছোঁ- চপাই লোৱা নাই, মনৰ পাছে পাছে লৰৰিছো কিন্তু বৈ যোৱা নাই। ফলত মনৰ আকৃতিত বিকৃতি ঘটিছে, মন ভাঙিছে, পৰিবৰ্ত্তন হৈছে, ৰূপান্তৰিত হৈছে, বিদ্ৰোহী হৈছে, ক্ৰোধান্বীত হৈছে, পৰাজয় বৰণ কৰিছে। গতিকে দেখিছো শক্তি প্ৰয়োগৰ ফলত মনৰ গাটোৰ পৰিবৰ্তন হৈ পৰিছে। মনটো দলিয়াই দিলো। শক্তি প্ৰয়োগৰ বাবে ই এঠাইৰ পৰা আন ঠাইলৈ গুছি গৈছে। কাৰোবাক মনটো ধৰিবলৈ ক'লো মনটো হাতৰ মুঠিত বৈ গ'ল। এটা নিৰ্দিষ্ট দিশৰ পিনে গৈ থকা মনটোক এটা দিশৰ পৰা ধৰা হ'ল। গতিকে শক্তি প্ৰয়োগ কৰি এটা মনক তাৰ গাটোক লৰাব পাৰি আৰু তাক ৰখাব পাৰি। সেই একেই শক্তি প্ৰয়োগ কৰি মনৰ গতিটোক, তাৰ গৈ থকা দিশটোক সলনি কৰিব পাৰি। মনটোক দলিয়াই দিলেই নহব তাক চুই পেলাই দলিয়াই দিব লাগিব যদি উচিত বুলি ভবা

হয়। নুচুলে শক্তিটো প্ৰয়োগ কৰিব পৰা নেযাব। আধ্যাত্মীক মনক আৰু চুব নেলাগেঃ সি নিজেই জানে সকলোবোৰ। গতিকে সংঘৰ্ষ অনিবাৰ্য্য। এই মনকে যদি সুন্দৰভাৱে গঢ়িবৰ বাবে, গঠনমূলক দৃষ্টিভঙ্গীৰে সংঘৰ্ষত লিপ্ত কৰো তেন্তে মনে বহুদিন ধৰি সংভাৱে থকাৰ সু-শিক্ষা পাব। যদি বেয়া উদ্দেশ্য আগত ৰাখি তাক সংঘৰ্ষত লিপ্ত কৰাও তেন্তে মন বেয়াহে হ'ব আৰু ই অপমৃত্যুক সাবতি লব। ভাল পথেৰে মনক পঠাই দিলেই ই ভাল হ'ব আৰু বেয়া পথেৰে যাব দিলে ই বেয়া হৈ পৰিব। শক্তি খহটা হলে সংঘৰ্ষ বেছি হব, শক্তি নিমজ হ'লে সংঘৰ্ষ কম হ'ব। আকৌ যদি মনক হেচা দিয়া হয়, জুমুৰি দি ধৰা হয়, যদি ই বেছি ভৰ সহে ? এই সকলোবোৰ সহি যাবলৈ যদি আয়তন নেথাকে ? হৃদয় তেতিয়া নেভাঙিবনে? মনেই ব্যক্তি ব্যক্তিয়েই মন। সহস্ৰ মনক একগোট কৰি হেচা দিলে দেশৰ, জাতিৰ হৃদয় নেভাঙিবনে.? মন একেই আছিল - একগোট কৰি হেচা দিয়াৰ বাবে ভৰ সহিব নোৱাৰি দেশৰ, জাতিৰ, সমাজৰ হৃদয় ভাঙি টুকুৰা-টুকুৰ হৈ গ'ল। এটা মনৰ বাবে আয়তন অধিক, সহস্ৰ জনৰ বাবে আয়তন কম। গতিকে আমি দেখো ইচ্ছা শক্তিৰ পৰিনামটো ইচ্ছা শক্তিৰ গুৰুত্বৰ ওপৰত নিৰ্ভৰ নকৰে, ইয়াৰ আয়তনৰ ওপৰতহে নিৰ্ভৰ কৰে। গতিকে হেচা দিয়া বা ভৰ দিয়া কথাটো ইচ্ছা শক্তি আৰু আয়তনৰ ওপৰত নিৰ্ভৰশীল। এইবোৰ বিজ্ঞানৰ মহান সূত্ৰৰ দৰে কথা। লিখনি মুছলিমা টাবৰীণৰ সঁজুলী। ইচ্ছা শক্তিৰে তাই মনৰ কথা লিখিছে, মনক ভাঙি পিটি গঢ়িবলৈ ওলাই আহিছে। সংখ্যাত বাৰেৰহনীয়া, বাৰেবৰণীয়া, আকাৰত কত শত অৱয়বেৰে পৰিপূৰ্ণ, গঢ়িবৰ বাবে যে কত বেলেগ বেলেগ মাটি, পথাৰৰ দৰকাৰ হ'ব পাৰে তাক নেভাবি মানুহৰ ওপৰত সাহিত্যৰ তৰোৱাল চলাইছে। ফলত মানুহৰ সত্ত্বা ৰূপান্তৰিত হৈছে বিভিন্ন পাত্ৰলৈ অভিব্যক্তিলৈ। মানুহ দিশহাৰা হৈ পৰিছে, পথভ্ৰষ্ট হৈ পৰিছে, বিদ্ৰোহী হৈ পৰিছে। আকৌ এনেয়ে লিখিলে নহব। হৃদয়, ব্যক্তিত্ব চুই লিখিব লাগিব, আঁতৰত বৈ, দেখি, শুনি লিখিলে আচল ইচ্ছা শক্তিটোৰ সফল প্ৰয়োগ নহ'ব। তাৰবাবে মানুহৰ সংঘৰ্ষলৈ আহিব লাগিব এক ৰক্তহীন, অহিংস, বিনম্ৰ, সন্ধানসীক্ত মনলৈ, জনাৰ মানসেৰে, উদ্ধাৰৰ আদৰ্শেৰে। সেই সংঘৰ্ষ যদি ভাল হয়, সৎ হয়, কল্যাণমুখী হয়, মঙ্গলদায়ক

হয় তেনে লিখনিয়ে সৎভাৱে জীয়াই থকাৰ প্ৰেৰণা দিব, সন্ধান দিব, পথ দিব। ইচ্ছা শক্তি খেয়াল-খুচীৰ পৰা অহাৰ পাছত সঁজুলী খইটা হলে সংঘৰ্ষ বেছি হ'ব, সঁজুলী নিমজ হলে সংঘৰ্ষ কম হ'ব। তাই আমাক হেচা দিছে, আমাক জুমুৰি দি ধৰিছে। আমি ভৰ সহো কিদৰে ? সু-শিক্ষা আৰু সমাজ ব্যৱস্থাৰ বহল আয়তন আমাৰ ইয়াত নাই। আমি সাহিত্যৰ ভৰত চেপা খাই উশাহ লব নোৱাৰা হৈছোঁ। বাংলাদেশৰ গোটেই মানুহখিনিক তাই হেচি ধৰি হত্যা কৰিব বিছাৰিছে এটুকুৰা সৰু ঠাইত একেলগে জালিয়ানাৱালাবাগৰ দৰে। গতিকে আজি আমি ক্ষুব্ধ, শঙ্কিত আৰু অপমানিত। আন দেশে আমাক হেয় জ্ঞান কৰিব। মই প্ৰতিটো কথা বিজ্ঞানৰ দৃষ্টিভঙ্গীৰে চাওঁ ; আৰু ঠিক ইমানখিনিয়ে বিছাৰি পাইছো। ফিজিস্কৰ সূত্ৰৰ সতে তাইৰ কাৰ্য্যকলাপ জড়িত হৈ আছে। অৱশ্যে তাই সাহসী লিখিকা, কিন্তু বুদ্ধি নাই। তাই আকাশলৈ পেলোৱা থুই তাইৰ গাতে পৰিব। এই থুই অইন দেশৰ মানুহৰ গাত নপৰে বাবে সকলোৱে তাইক আদৰিছে, কিন্তু তেওঁলোকৰ দেশতো এনে বহু ঘটনা, মানবীয় অৱক্ষয়ৰ উদাহৰণ আছে যাৰ গাত সমানে থুই পেলাব পাৰি"। মোৰ অলপ ভয় লাগিছিল। দাৰুল হাচানৰ কি বিশ্লেষণ ? প্ৰথমে একো বুজি পোৱা নাছিলো।

: এতিয়া সেইবোৰ এৰ। মই যাবগৈ লাগে। ৰাতি পুৱাল হবলা। টাবৰীণে চাকৰি এৰিব কিজানি। মৈমনসিঙতে আছে বোধহয়। চাৰিদিনতে তই এইবোৰ শুনিছ। আমাৰ মাহ, বছৰ হলহি। সৰুৰে পৰা যে তাইক কোনেও নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে তাৰে পুৰস্কাৰ তাই এতিয়া দিছে। বৰ দেমাগী তিৰি দেখিলো।

: তোমাক তেনে আৰু নেপাওঁ ককাইটি। কিমান দিনৰ মূৰত যে লগ পালো। কথা এটা তোমাক আৰু এবাৰ সুধিম বুলি ভাবিছো। মণিতোলাৰ বিষয়ে।

: তাই অসমলৈ গুছি গৈছে। তাইকনো পালি কেনেকৈ ? হাজাৰ হাজাৰ মানুহৰ মাজত তাইক পোৱাটোও ডাঙৰ কথা।

: মণিতোলা বুলি পোৱা নাছিলো। বগীবুঢ়ী নামেৰে জনাজাত বুঢ়ী এজনীক আমি জানিছিলো। বগীবুঢ়ী নামৰ এজনী বুঢ়ী জয়া বজাৰত থাকে।

জঙীজ আৰু সূৰ্য্য কঁপালী বোগৰ ঔষধ জানে বাবে তাই ঠাইদোখৰত বিখ্যাত হৈ পৰিছিল। মোৰ এবাৰ জঙীজ হৈছিল। তেতিয়াৰ পৰা তাইক জানো। তাই বৰ সৰবৰহী আৰু ৰাংধালী। বুদ্ধিও আছে। ভয় একেবাৰে নাই আজি তোমাৰ মুখত শুনা কথাৰ পৰা অনুমান কৰিব পাৰিছোঁ সেই জনীয়েই মণিতোলা হ'ব।

: ঘৰৰ সম্পত্তি লৈ গিৰীয়েক মৰাৰ পাছত এদল বদমাইচ্ মানুহে তাইৰ ওপৰত অত্যাচাৰ চলাইছিল। তাইক ভাবুকি দিছিল। ৰতন নামৰ গুণ্ডা এটাৰ হতুৱাই ঘৰত জুই দিয়ালত একমাত্ৰ পুতেকটোৱে ৰতনক মাৰি পেলালে। তাৰ পাছৰে পৰা পুতেক নিখোজ। এইদৰে বহু দিন থকাৰ পাছত কোনোবাই তাইক ক'লে যে পুতেকটো বোলে অসম পালেগৈ। আৰ ভৰিত ধৰি তাৰ ভৰিত ধৰি তাই কেনেকৈ অসম পালেগৈ তাৰ বিষয়ে একো নেজানো। চোনাৰদাদা আগতে আমাৰ গাঁৱৰে আছিল। মোৰ একালৰ বন্ধু আছিল। তাৰ ওচৰত মোৰ অলপ ধাৰো আছিল। এদিন নন্দয়ালত গৈ খবৰ কৰাত সকলো খবৰ জানিলো। মৌলৱী বজাৰৰ গাঁওবুঢ়া ইৰছাদৰ মুখে সকলো জানিলো। তাই ছাগৈ এতিয়া বুঢ়ী হ'ল। নহ'বনো কেলৈ! মোৰে এতিয়া সাতসত্তৰ বছৰ হ'লহি। চলিব-ফুৰিব পৰা হৈ আছো বাবেহে। বাৰু তই ঘূৰি যাবি কেতিয়া? যতে নেথাক ভালকৈ থাকিবি। আমি আৰু যাবৰ বাবেবে বৈ আছো। বাপেৰে বন্দুকটো চাৰিশ টকাত মোকে বিকি থৈ গৈছিল। সেয়ে মনত পৰিলে তইতৰ ঘৰলৈকে গুছি আহো। বৰ কষ্ট, ভৰিটো শামুকীয়া হ'ল নহয়। অসমৰ কথা মাজে মাজে শুনো। আমাৰ বাংলাদেশৰ মানুহবোৰ বৰ যাবলৈ ললে। ফিৰি পালে নেযাব কেলৈ? বৰ লাজৰ কথা। এইবোৰৰ ওপৰতহে টাববীণে লিখিব লাগে। দেশপ্ৰেম তাতো সোমাই থাকিব পাৰে যিঠাইৰ মানুহে আনৰ ঠাইলৈ গৈ তাত বঢ়োৱা সমস্যাৰাজীৰ বিষয়ে চোকাকৈ লিখিব পাৰে। এখন দেশৰ মানুহে অন্য এখন দেশলৈ গৈ সেই দেশৰ সমস্যা বঢ়াব নেপায়। ভালেৰে থাকিবি বোপাই। তোৰ পিছে জন্ম তাতেই – বৰ ভয় নাই। মই তেনে বিয়াই লও।

বহাৰ পৰা বোৰহান ককাইটি উঠিল। জইগুণে ককাইটিৰ বাবে ভাত এমুঠি ঠিক কৰিবৰ বাবে থিৰাং কৰি পাকঘৰৰ পিনে সোমাই গ'ল। কৈচুৱাটোক

ফজিৰণক শুৱাই দিবৰ বাবে কোঁচতে গোজ মাৰি দিলে। ফজিৰণে কেঁচুৱাটোক লৈ অন্য এটা কোঠালৈ সোমাই গ'ল। আটাউৰে কাকো উদ্দেশ্য নকৰাকৈয়ে আদেশৰ সুৰত ক'লে, "দাদাক পানী অলপ কোনোবা এজনীয়ে গৰম কৰি দিবি অ'। তুমি গাটো ধুই যাবানে ?" "গা ধুলে সেই চৰদিটোৱে আমনি দিব। নেলাগে দে এমুঠি খায়ে যাব পাৰিলেই ৰক্ষা।" "তোমাৰ মাছৰ কাৰবাৰটো চলি আছে ছাগৈ ভালেৰে। তোমাকো লগ নোপোৱা হলো। ঘৰত ছাগৈ ভাল।"

টফচিৰে পাছলৈ বোৰহান ককাইটি আৰু আটাউৰৰ কথা-বতৰাবোৰ নুশুনা হ'ল। কোনোবা এটা কোঠাৰে ওলাই গৈ দুয়োজন ব্যৰিৰ পিনে নামি গৈছে। বোধহয় টফচিৰহঁতৰ ঘৰৰ, পাছবাৰীৰ গছবোৰ চাইছে। জয়গুণ আৰু ফজিৰণ পাকঘৰত ব্যস্ত হৈ গ'ল। বহু বয়স হৈ গ'ল বোৰহান ককাইটিৰ। সৰুতে নিয়া বন্দুকটো এতিয়া বোৰহান ককাইটিৰে হৈ গৈছে। আব্বায়ে তেওঁকে বিকি দিলে। বন্দুকটোৰ এটা ৰসাল ইতিহাস আছে। এই নিবলৈ অহা বন্দুকটোকে পুনৰ আনিবৰ বাবে যোৱাৰ কাৰণে মোৰ টাবৰীণৰ সতে এটা নিবিড় সম্বন্ধই গা কৰি উঠিছিল যদিও তাইৰ সতে একেৰাহে দিন কটোৱাৰ সুবিধাটো নেপাইছিলো। কাৰণ মই অহা-যোৱা কৰিয়েই কটাইছিলো। ব্ৰহ্মপুত্ৰ একেখন হোৱাৰ বাবে মোৰ অহা-যোৱাটো গাত নেলাগিছিল। অসমতো ব্ৰহ্মপুত্ৰখন গভীৰভাৱে বৈ যায়। বাংলাদেশতো বৈ যায় একেটা গভীৰতাত। মই কেতিয়া ক'ত থাকো তাৰ পাৰ্থক্যটো বিছাৰি নেপাওঁ। লুইতেদি মই আহি থাকোঁ আকৌ লুইতেদি উজাই যাওঁ। লুইতৰ দৰে গভীৰ আৰু ৰহস্যময় এই কথাবোৰ, বোৰহান ককাইটিয়ে কোৱা কথাবোৰ। এবাৰ এটা শব্দত টফচিৰে নিজৰ কোঠাৰ খিৰিকীখনেৰে বাহিৰলৈ চালে। দেখিলে এটা গুলিতে বোৰহান ককাইটিয়ে কেইবাটাও কপৌ মাৰি পেলাইছে।

: কপৌ কেইটা কিয় মাৰিলা ?

: শিমলু জোপাত ভাটোৰ খোন্দত এটা প্ৰকাণ্ড সাপ দেখিছিলা। কপৌ কেইটা জানো কেনেকৈ মৰিল। গুলিটো চেৰাগুলি আছিল হ'বল

বোৰহান ককাইটিয়ে তললৈ মুৰ কৰি ঘৰৰ পিনে আহি আছিল। মোৰ বন্দুকটো চুই চাবৰ মন গৈছিল। মই আকৌ যদি অন্য কথা উলিয়াও

ককাইটিৰ আজি যোৱাই নহব। সেয়ে কোঠাৰ ভিতৰতে সোমাই থাকিলো।

অলপ পৰৰ পাছতে জয়গুণৰ মাত শুনিলো "ককাইটি টৈমাত পাণ আৰু কেইখিলামান বেছিকৈ দিছো বাটত কিনিব নেলাগে।" আটাউৰ মহাতীয়ে বোৰহান ককাইটিক আগবঢ়াই থবৰ বাবে ওলাই গ'ল। ফজিৰণহঁতে ভিতৰত লাহে লাহে কথা পাতি আছে। মাজে মাজে সিহঁতৰ দীঘল হুমুনীয়াহ।

শৈশৱতে এখন বাহনিৰ পৰা উৰি যোৱা এজাক কপৌৰ কাজল ৰঙৰ পাখিৰ ছবিক ধৰি ৰাখি ফ্রেমত বন্ধাই থোৱা বেৰৰ আধা পুৰণী ছবিখনলৈ চাই টফচিৰে বুজিলে সেইদিনাৰ আকাশখন ফৰকাল আছিল। আজিৰ আকাশখন কিন্তু অলপ গোমা। কপৌৰ পাখিত দিনবোৰে ওমলিছিল।

কেইবাদিনো পাৰ হৈ গ'ল।

এই কেইদিনতে বহু মানুহ আহিল আৰু বহু মানুহক লগো পালে। কিছুমান নতুন বন্ধু আহিল যিবোৰৰ বয়স টফচিৰৰ সমান বা অলপ ডাঙৰ, সৰু। সেইবোৰে কিন্তু তাৰ সতে সিমান খেলা- ধূলা কৰা নাছিল। সি আছলতে এটা আলহীৰ দৰে। মাজে মাজে আহে সৰহভাগ সময় অসমতে পাৰ কৰিছে। পঢ়া-শুনা, ফুৰা-মেলা, সমাজৰ অন্য কামবোৰ অসমতে থাকি কৰিছে। তাৰ জন্ম অসমতে যেতিয়া সি আৰু এতিয়া ভাৰতীয় হৈ গৈছে, অসমীয়া হৈ গৈছে। কোনো অসুবিধা, কোনো শংসয় নাই, কোনেও অবিশ্বাসো নকৰে। বাপেক ঢুকুৱা চাৰি পাচ বছৰমান হ'ল। বাপেক হবিব মীএগ থাকোঁতে টফচিৰ কলেজত পঢ়ি আছিল। কলেজত পঢ়ি থাকোঁতে দুবছৰ একেলগে তর্ক প্রতিযোগিতাত পুৰস্কাৰ পোৱা টফচিৰক পুৰস্কাৰ পোৱাৰ বাবে সকলোৱে যে ভাল পাইছিল সেইটো নহয়, তাৰ তর্ক কৰাৰ আৰু প্রকাশভঙ্গীৰ যি সাৱলিল গতি আৰু কণ্ঠৰ যি তেজস্বীতা তাৰ বাবেহে সকলোৱে তাক ভাল পাই মনত ৰাখিছিল। এতিয়াও বহুতে লগ পালে আগৰ কথাবোৰ তাক সোধে। হবিব মীএগই সৰুকৈ ঠিকা-ঠুকলী কৰিছিল আৰু অগুলৰেঁ কেইবাঘৰো বঙালী ভদ্রলোকৰ ঘৰত সংগীতৰ টিউশ্বন কৰিছিল। পল্লীগীত আৰু বাউল গীতৰ এজন সুগায়ক আছিল তেওঁ। টিউশ্বন কৰোতে অৱশ্যে কেৱল পল্লীগীতহে শিকাইছিল। বঙালী সম্প্রদায়ে পতা বাসন্তী পূজা; বঙালী হাইস্কুলৰ বছৰেকীয়া অধিবেশনত হবিব মীএগৰ গীত সকলোৱে শুনিব যায়। এটা বেলেগ সুৰৰ

আৰু ঠাচৰ গীত গোৱাৰ বাবে সকলোৱে শুনি ভাল পাইছিল। আন্দোলনৰ সময়ত টফচিৰ কিন্তু অলপ সৰু আছিল। বিশেষ একো নুবুজাকৈ সিও আন্দোলনত জপিয়াই পৰিছিল। সেই সময়ত তাৰ প্ৰায়ে কথাবোৰ বিসদৃশ যেন লাগিছিল। লাহে লাহে দিনবোৰ যোৱাৰ পাছতহে সি বহু কথা বুজি উঠিছিল। সেইখিনি কথা বাদ দি তাৰ এনেয়ে কোনো ক্ষেত্ৰতে একো অসুবিধা হোৱা নাছিল। দহজনে ভাগ লোৱাদি সিও সকলো কামত লাগি গৈছিল। কিন্তু বি, এ পাছ কৰাৰ পাছত চাকৰি এটা নোপোৱাৰ বাবে পাছলৈ নেভাবি সি আইন পঢ়াটোকে ঠিক কৰিলে আৰু লগৰ কেইটামানক গোটাই লৈ খবৰ কাগজ প্ৰকাশ কৰাৰ পৰিকল্পনা কৰিলে। আদিত্যইঁতে তেতিয়া প্ৰেছৰ ব্যৱসায়ত বেছ নাম কৰিছে। তাতে উক্ত খবৰ কাগজখন ছপা কৰি প্ৰচাৰ আৰু প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল। অলপ দিনৰ ভিতৰতে সিইঁতে এই কামত হাত দিয়াৰ কথা। এই সকলোবোৰ কথা টফচিৰে লগৰ বন্ধুবোৰৰ সতে আলোচনা কৰিছিল। কিছুমান কথাৰ উত্তৰ টফচিৰে এইদৰে দিছিল- "অসমীয়া মানুহৰ কোনো গোড়ামী নাই। সাম্প্ৰদায়িকতাবাদে বিশেষভাবে শিপাব পৰা নাই যদিও অলপ বেয়া ভাব নথকা নহয়। মাজে মাজে খবৰ কাগজত লিখা কথা কিছুমানৰ পৰা বেয়াভাৱ থকাৰ উমান পোৱা যায় যদিও মানুহবোৰে তাত লাগি নেথাকে। যেনেকৈ পায় তেনেকৈ এৰি দিয়ে। আমি একেলগে থাকিলে ভাবিবই নোৱাৰো যে মইনো কোন- তেখেত বা কোন। পাছলৈ কি হয় নেজানো।" মৌলবাদৰ ওপৰত টফচিৰৰ বক্তব্য এনেকুৱা "মৌলবাদ শব্দটো এতিয়া আমাৰ লিখনিত সোমাবলৈ লৈছে। মৌলবাদৰ কোনো প্ৰভাৱ আমাৰ তাত নাই। কিন্তু দেখাক দেখি এতিয়া সেই শব্দটো শ্লগানৰ দৰে ব্যৱহাৰ কৰিবলৈ লৈছে। ইটোৱে সিটোক এই শব্দটো প্ৰয়োগ কৰি আজিকালি দোষাৰোপ কৰিবলৈ শিকিছে। মোৰ মতে ভাৰতীয় দৃষ্টিভঙ্গীৰে ক'বলৈ গ'লে মুছলমান মৌলবাদী আৰু হিন্দু মৌলবাদী নামৰ এই গোনা মহ গালৰ গোৱালবোৰ হৈছে সুবিধাবাদীবোৰ। ইইঁতৰ শক্তি অপৰিসীম, বুদ্ধিত বৃহস্পতি, কৌশলত ধৰাল আৰু ৰাজনীতিৰ যুদ্ধত সিদ্ধহস্ত। ইইঁতবোৰে যুঁজ লগাই দিয়ে, খুন্দাত ইকৰা-বিৰীণাৰূপী সাধাৰণ মানুহৰ মৃত্যু হয়। সুবিধাবাদীবোৰ কিন্তু পোহৰলৈ নাহে, সিহঁত এন্ধাৰত লুকাই থাকে।

আমাৰ তাত এই ভাবৰ পৰা প্ৰায়ে মুক্ত যদিও এতিয়া কিছু বীজ সিঁচা হৈছে।"
"নাৰী নিৰ্য্যাতন, নিপিড়ন আমাৰ তাত ঘটা দুই এটা ঘটনাহে, সামাজিক ব্যাধি নহয়। গতিকে আমি বৰ চিন্তা নকৰো। টকা-পইচাৰ দুনীতি কিন্তু কিছু আছে আৰু ই ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিছে। একশ্ৰেণীৰ লোকে এইবোৰ কৰাৰ বাবে তেওঁলোকৰ সতি-সন্ততিবোৰে অৰ্থাভাৱৰ কথা ভাবিবলৈ নিশিকিলে আৰু প্ৰচুৰ ধনৰ অপব্যৱহাৰে মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত লোকৰ ল'ৰা-ছোৱালীক এক অসামাজিক আৰু বিশৃঙ্খলতাৰ পিনে লৈ যোৱাত ইন্ধন যোগালে। ক'লা টকাৰ বলত বলীয়ান হৈ কিছুমান যুৱক-যুৱতীয়ে ওভত গোৰে নাচিবলৈ কুণ্ঠাবোধ নকৰা হ'ল। ফলত ৰাজ্যখনত দুই চাৰিটা কুকাৰ্য্যই গা কৰি নুঠা নহয়। কিন্তু ব্যাপক হাৰত কোনো ধৰণৰ ঘটনাই এতিয়াও মূৰ দাঙি উঠা নাই। কিন্তু, কিছুমান বুদ্ধিজীৱীয়ে নিবিচাৰে যুৱ-উশৃঙ্খলতাৰ নামত নানা আক্ৰমণাত্মক প্ৰবন্ধ লিখি যুৱকসকলক বিপথে নিয়াৰ পথ প্ৰসস্ত কৰি দিছে বুলি ক'ব পাৰি। সেইসকলৰ কেৱল গালি আৰু গৰিহনা। তাৰোপৰি প্ৰায়বোৰ মানুহ পৰশ্ৰীকাতৰ আৰু চকু চৰহা। আনৰ ভালটো দেখিব নোৱাৰে। কিন্তু তোমালোকৰ ইয়াত দেখিছো কিছুমান কথাই তীব্ৰ ৰূপ ধাৰণ কৰিছে।"

টফচিৰে দ্বিতীয় বাক্যটো আৰম্ভ কৰিব খোজোঁতেই ইমদাদ নামৰ ল'ৰা এজনে জকজকাই উঠিল।

: আমাৰ ইয়াৰ কথা তেনেকৈ নকবা। তোমাৰ ঠিক সিমান অধিকাৰ নাই মনত ৰাখিবা। তুমি থাকা সিখন ব্ৰহ্মপুত্ৰৰ পাৰত আমি থাকো এইখন ব্ৰহ্মপুত্ৰৰ পাৰত। আমাৰ মানুহবোৰক সিমান বেয়া বুলি ভাবিছানেকি ?

: তোমালোকেহে কৈছা মইনো কি জানো ?

: কথা আছে, যুক্তি আছে, তোমালোকৰ দৃষ্টিভঙ্গী নিশ্চয় শুদ্ধ, ময়ো নিবিছাবো বাহিৰৰ মানুহ আমাৰ ইয়ালৈ আহি ইয়াত বসবাস কৰকহি. । আমাৰ বহু মানুহ তোমালোকৰ তালৈ গৈছে গৈ আমনি কৰিছে, তোমালোকৰ ভাষা-সংস্কৃতিৰ প্ৰতি ভাবুকিৰ কাৰণ হৈ পৰিছে, তাৰবাবে বোলে তোমালোকে আন্দোলনো কৰিছিলা। সেইবোৰ সকলো শুদ্ধ কথা। কিন্তু তোমালোকে বাংলাদেশৰ মানুহক ভালো পোৱা, কিয় ভাল পোৱা ? আমাৰ বাঙাল, ভাইটাল, ভটিয়া, মীঞা, পমুৱা, চৰুৱা কেইটা নহলে তোমালোক চলিবই

নোৱাৰা। আমাৰ কেইটাইহে বোলে তোমালোকৰ জলাশয়, মৰু সদৃশ মাটিবোৰ শস্য শ্যামলা, চিৰ সেউজীয়া ভূমিলৈ ৰূপান্তৰিত কৰে। আমিও বুৰঞ্জী পঢ়িছোছোঁজানা.? বুটিছে যেনিবা নিছিলে, পাছত খেদাই নপঠালা কিয় ? তোমালোকৰ দেশৰ ১৯৬১ চনৰ লোকপিয়লৰ অধ্যক্ষই কি লিখিছিল জানা.? লিখিছিল যে When they came to Assam those Muslim Immigrants honestly try to know the Assamese and send their children to schools where the Assamese Language is the medium of instruction তেনেহলে এই পুলি-পোখাবোৰক কিয় বাঢ়ি যাবলৈ দিলা ? কোৱা এতিয়া কাৰ গাত দোষ ? চোৱা টফচিৰ, তুমি মোৰ সৰু কালৰ দোষ্ট, তোমাৰ তেজত, হাড়ত, শৰীৰত এইখন ব্ৰহ্মপুত্ৰৰ পানী, এইঠাইৰে বতাহ অলপ হলেও লাগি আছে। তোমাৰ জন্ম তাত হব পাৰে। গতিকে সেই কথা পাহৰি নেজাবা। তোমালোকে কিয় এই বেয়া দেশৰ মানুহবোৰক ভাল পোৱা ? তুমি খবৰ কাগজ উলিয়াবলৈ লৈছা গতিকে সাৱধান। শুনা-কথা আৰু আবেগত কাম নকৰিবা। সকলো কথাৰে এটা ঐতিহাসীক ক্ৰম, পৰিক্ৰমা আছে, আছে এক বেক্‌গ্ৰাউণ্ড সেইটোৰ ওপৰত জোৰ দিবা।

: তুমি বহু কলা মই এটা কথা কওঁ। চোৱা দোষ্ট তুমি যে ইমান বেয়া পাইছা তোমালোকৰ সমাজৰ কথাবোৰ জানো মই কৈছো ? তোমালোকৰ সুপ্ৰসিদ্ধ লিখিকা মুছলিমা টাবৰীণেহে কৈছে !

: সুপ্ৰসিদ্ধ বুলি নকবা, কুপ্ৰসিদ্ধ বুলি কোৱা। ঠিক আছে তাই যেনিবা সঁচা কথাকে লিখিলে। তাই কি লিখিছিল বাংলাদেশৰ মুছলমান মানুহবোৰ বেয়া। তুমিতো ভাৰতীয়, তুমি অসমীয়া, তুমি অসমীয়া মুছলমান.? তেন্তে এতিয়াও তুমি এই মানুহবোৰক কিয় ভাল পাই আছা ? তোমালোকে আমাক বেয়াও পাবা, আশ্ৰয়ো দিবা, টাবৰীণক ভাল বুলি কৈ তাইক সমৰ্থনো কৰিবা। এই নীতিৰে তোমালোকে দেশ গঢ়িব নোৱাৰা। আমিতো ভালেই পাওঁ যে আমাৰ ইয়াৰ পৰা মানুহ তোমালোকৰ তালৈ গলে আমাৰ ইয়াত কমি যাব। তেতিয়া দহোটাৰ ভাগৰ ভাত এটাই পাব, দহোটা মানুহৰ কাপোৰ এটাই পাব, দহোটাৰ ভাগত থকা এদৰা মাটি এটাই পাব। তোমালোকৰ ভাৰত চৰকাৰে যেতিয়া আমাৰ মানুহবোৰ ওভটাই দিবৰ বাবে খাটনি ধৰে, অনুৰোধ

কৰে, তেতিয়া আমি হুঙ্কাৰ ধ্বনিৰে সেইবোৰ আমাৰ মানুহ নহয় বুলি কৈ দিব পাৰো.। আৰু তোমালোকে তোমালোকৰ আৰামৰ বাবে আমাৰ মানুহবোৰক ৰাখি আছা.। কাৰণ তোমালোক ৰজা হ'ব লাগেটো ? 'মজ্জা' এখন কিতাপ তাৰ কথাখিনিতে তোমালোকে ইমান নিমজ্জিত হলানে ? তোমালোকৰ ঠাইত কি হৈ আছে তোমালোকে কি কৰিছিলা তাৰ তালিকা দিম নেকি.? আকৌ তোমালোকে কি কৰিছা চোৱা, যাৰ বিৰুদ্ধে তোমালোকে আন্দোলন কৰিছিলা, যিবোৰ তোমালোকৰ শত্ৰু স্বৰূপ সেই ঠাইতে আৰু তোমালোকৰ দেশৰ কিছু মানুহ লুকাই আছেহি। টাবৰীণক সমৰ্থন কৰি তোমালোকে একো নোপোৱা তোমালোকে নিজ দেশৰ শ্বহীদসকলৰ কথা মনত পেলোৱা তেওঁলোকক মৰ্য্যদা দিবলৈ শিকা। এটা কথা স্বীকাৰ কৰো যে কম বেছি পৰিমাণে পুৰুষসকল চৰিত্ৰহীন হয়। কিন্তু সিমান নহয় তাই যিমান লিখিছে। এনেবোৰ ঘটনা ক'ত নাই.? তোমালোকৰ ভাৰতত এইবোৰ নহয় নেকি ? অসমত নহয় নেকি ?

: মৌলবাদী বা ইছলামৰ ওপৰত কোৱা কথাবোৰৰ ওপৰত তুমি কি কোৱা ?

: মৌলবাদীৰ ওপৰত কোৱা কথাবোৰ প্ৰায়ে তুমি কোৱা কথাবোৰৰ দৰে.। আমাৰ ইয়াৰ মুছলমান মৌলবাদীবোৰৰ দোষ নথকা নহয়। মৌলবাদীবোৰে কিছুমান নিজে সাজি নিয়ম কৰিও কথা কয়। তাইৰ কৰ্তব্য আছিল কোনবোৰ কথা মৌলবাদীবোৰে নিজে সাজি কৈছে আৰু কোনবোৰ কথা কিতাপে কৈছে। কিন্তু তাই দুয়োবিধকে ইলিছ মাছৰ আঞ্জা বনাই ৰাইজক খুৱাইছে.। তাতে ৰাইজৰ জিভা সাপৰ জিভা হৈ বাহিৰলৈ ওলাই আহিছে তাই যে কোৰাণ-হাদীছ নেজানে, পঢ়া নাই আৰু পঢ়িলেও যে তাৰ ঐতিহাসীক পটভূমি নেজানে, বৈজ্ঞানীক দৃষ্টিভঙ্গী যে নাই একেবাৰে সঁচা। আছলতে আল্লাৰ কিতাপ কোৰাণ কোনেও নেজানে, জানে মানুহৰ জিভাৰ পাতত থকা কোৰাণৰ অৰ্থ। তাৰ ব্যাখ্যা বিকৃওও হ'ব পাৰে, অপব্যাখ্যাও কৰিব পাৰে। সেয়ে মানুহে ডাঠ বিষয়ৰ ওপৰত কিবা ক'বলৈ যোৱাৰ আগত কোৰাণ-হাদীছৰ সতে আলোচনা কৰি লব লাগে। এই দোষ আমাৰ বেছি। আমাৰ বাবেই এইবোৰ হ'বলৈ পাইছে। টাবৰীণে জেহাদ কৰক- সামাজিক আন্দোলন আৰম্ভ কৰক, ধৰ্মত বিদ্বেষ সানিটো লাভ নাই। আন্দোলন কৰিবলৈ

তাইক বাৰু ধৰ্ম নেলাগে, অন্তত পুৰুষটো লাগিব ? তাইৰ দৃষ্টিত আমাৰ ইয়াৰ এচামো উন্নত মানৱ পুৰুষ নাইনে ? তাৰোপৰি 'মজ্জা'ত কোনো কাৰণ দৰ্শোৱা নাই। এজাক মানুহ বলীয়া হ'ল আৰু এজাক মানুহ মৌলবাদী হ'ল। কাৰণ কি ? একো নাই। তাই জানো ডাক্তৰণী নহয় ? কি মানুহ কুকুৰ নেকি- আমিবোৰ কুকুৰ নেকি ? আমাৰ ইয়াৰ দুখীয়া লোকৰ কথা যে ইমান লিখিলা কিয় পশ্চিম পাকিস্তানৰ চহকী মানুহবোৰ গুছি যোৱাৰ পাছত তাৰ ঠাইত যে এই দেশৰ চহকীবোৰে গাদী ললেহি আৰু মৌলবাদীবোৰক লৈ যে যা তা কৰিছে সেই পৰিবৰ্ত্তনবোৰৰ কাৰণ সম্পৰ্কে কিয় ব্যাখ্যা নকৰিলা ? কিয় এনে হ'ল ? তাৰ বিশ্লেষণ ক'ত ? আৰু এটা আমাৰ গোটেই মানুহ জাতিটোৰে দোষ আছে যে আমি কিবা এটা মুখেৰে ক'বহে পাৰো কিন্তু 'যেনে' শব্দটো লগাই কৈ থকা কথাখিনিৰ এটা সুন্দৰ উদাহৰণ দিব নোৱাৰো। তাৰ কাৰণ আমি কৈ থকা কথাখিনি আমি নিজেই ভালকৈ বুজা নাই তাক আৰৌ সুন্দৰ ছবি এখনেৰে তোমাক কিদৰে বুজাই দিম ? গতিকে মৌলবাদ আছে, থাকিবই, ভুলকৈ কবই কিন্তু সকলোবোৰ মিছাকৈয়ো ক'ব নোৱাৰে। মৌলবাদৰ যুদ্ধবোৰো বৰ সাংঘাটিক এইবোৰে দেশ ভাঙে, কিন্তু নগঢ়ে। কিন্তু এইটোও নহয় যে কিবা এটা দোষ দেখিলে, ক'লেই যে তেওঁ মৌলবাদী হৈ যাব আৰু তেওঁক গৰিহনা দিব লাগিব।

সম্ভৱ কথাৰ ক্ৰম সলাবৰ বাবে ৰুইদুৰে অন্য এটা কথা উলিয়ালে। হক কথাত ইমদাদৰ সদাই খং উঠে আৰু সুবিধা পালে সি বুৰঞ্জী বা কিতাপৰ উদ্ধৃতি দি হলেও বহু কথা কৈ যাব পাৰে। ইমদাদে বুৰঞ্জীত এম, এ পাছ কৰি এতিয়া ডক্তৰেটৰ বাবে থেচিত লিখি আছে। যথেষ্ঠ কিতাপ পঢ়ে আৰু ঘূৰা-ফিৰা কৰে। গতিকে ইমদাদক সতকাই বলে পৰা টান আছে। টফচিৰে সিমান পঢ়া নাই যদিও অভিজ্ঞতা নোহোৱা নহয়। সি বাস্তৱৰ সতে বুজা-পৰা কৰা ল'ৰা। কথাটো পাছলৈ বেয়ালৈ যাব বুলি ভাবি ৰুইদুৰে অলপ আমোদ কৰিবৰ বাবে কলে।

: হেৰা তোমালোকৰ এইবোৰ কথা বাদ দিয়া। তুমি খবৰ কাগজ উলিয়াবা নহয় তাতে বাৰু ইমদাদে লিখিব। এতিয়া শুনা তোমাৰ সতে যে সৰুতে টাবৰীণৰ কাজিয়া এখন লাগিছিল মনত আছে ? আমি যে স্কুলৰ

পৰা পিকনিক খাবলৈ গৈছিলো ?

: টাববীণৰ কোনটো কথা মোৰ মনত নাই ? সেই দিনা যে কি এক হুলস্থুল লাগিছিল। মই কওঁ এটা তাই কয় এটা। কোনো ৰকমে মানি লব নোখোজে। তাই তেতিয়া গাভৰু হওঁ হওঁ। পানীত নামি গা ধুবলৈ লাগে আমাৰ সতে। আমিতো হতবাক। তাইৰ এটাই যুক্তি ল'ৰাই যদি ধুব পাৰে ছোৱালীয়ে কিয় নোৱাৰে। আমি চাৰক কৈ বন্ধ কৰি দিলো। ছোৱালীও আছিল মাত্র তিনিজনী ৰেহেনা আৰু পাৰবীন হবলা। সিহঁত দুজনীয়ে বৰ এটা মন কৰা নাছিল। সেই কথাটোকে লৈ তাই প্ৰতিটো কথা এনে পাৰ্থক্য ৰাখি কবলৈ লাগিল যে সেইদিনা পিক্‌নিক খোৱাই নহ'ল। কথাবোৰ ঠিক এনেকুৱা- পিক্‌নিক পিকনিকেই, আজি ছোৱালীয়ে ৰান্ধিব নোৱাৰিব, ল'ৰাই ৰান্ধিব, ল'ৰাই বিলাব নোৱাৰিব, আগে ছোৱালীয়ে খাই লব, চাৰসকল পাছত বহিব ছোৱালী তিনিজনী আৰু আন বাইদেউ চাৰিজনী আগত বহিব, ছোৱালীয়ে কাপোৰ সলাওঁতে কোনো ল'ৰাই আঁতৰি যাব নোৱাৰিব, ল'ৰাই বেছিকৈ হাঁহিব নোৱাৰিব, কোনো ল'ৰাই সৰহকৈ খাব নোৱাৰিব আৰু যে কত কি। আজিৰ সময়ত এইবোৰ কথা আমাৰ গাত হয়তো বৰ নেলাগিব। কিন্তু সেই সময়ত সেইবোৰ কথা এজনী সৰু ছোৱালী বা আমাৰ বয়সৰ ল'ৰাৰ বাবে সাংঘাটিক ডাঙৰ কথা আছিল।

: সেই কথাবোৰৰ পৰায়ে ধৰিব পাৰি কিদৰে তাইৰ মনটো ডেভ্‌লপ হৈ এতিয়া এইবোৰ কথা কোৱাত লাগিছে। সৰুৰে পৰা তাইৰ এটা আক্ৰোশ, ক্ষুব্ধতা, অনবৰতে এটা ভিন্নতাৰ মনোভাৱ। ল'ৰাৰ সতে সমানে যুঁজিব বিছৰা বা ল'ৰাৰ সমকক্ষ হ'বলৈ বিছৰা কথাটো উৎসাহজনক। কিন্তু এই যে এটা ভিন্নমুখী মানসীকতা, এক ঈৰ্ষা জনীত চাৱনী, এক সন্দেহজনক উদ্বীগ্নতা, ল'ৰাবোৰক যেন অনবৰতে ভৰিৰ তলত ৰাখিব, ল'ৰাবোৰৰ সাধাৰণ স্বাধীনতাবোৰ যেন তাইৰ বাবে অসহ্যকৰ এই কথাবোৰ তাইৰ সৰুৰে পৰা আছিল, যিবোৰ এজনী ছোৱালীৰ থাকিব নেলাগে। আৰু দেখা যায় এইবোৰৰ প্ৰতি তাই ইমান সজাগ যে অনবৰতে ল'ৰাৰ কিবা এটা দোষ, অনিয়ম, উলঙ্ঘনৰ দৰে স্বভাৱ কিছুমান উলিয়াবৰ বাবে চেষ্টা কৰি থাকে। এক আক্ৰোশমূলক প্ৰতিযোগিতাৰ বাবে তাই সদায়ে সাজু হৈ থাকে। তাই আশা

কৰে ল'ৰাবোৰ মানে সকলো ল'ৰাই খুব ধীৰ-স্থিৰ হ'ব লাগে, খুব বাধ্য হ'ব লাগে, খুব বিবেকবান হ'ব লাগে যেন ছোৱালীবোৰৰ দুখত ভাগি পৰা হ্ব লাগে যেন ছোৱালীবোৰে কিবা এটা কথা কলেই বিনা প্ৰতিবাদে তাক মানি লোৱা বিধৰ হোৱা উচিত। মাকৰ বাহিৰে যেন কোনো ক্ষেত্ৰতে নিজৰ বায়েক-ভনীয়েকক কোনো শাসনৰ কথা ক'ব নোৱাৰিব। মানে এনে আদৰ্শৰ ল'ৰা কৰবাত পালেহে যেন তাই খুব আনন্দ পাব, ঠিক এনেকুৱা। আমিও প্ৰথমে ধৰিব পৰা নাছিলো। এইবোৰ স্বভাৱ প্ৰকাশ হওঁতে তাইৰ অৱশ্যে কিছুদিন লাগিছিল।

: তাৰ পাছত মোৰ সতে প্ৰায় দুমাহমান তাইৰ খুব এটা ভাল দিন যোৱা নাছিল। আনকি তাই মোৰ বিৰুদ্ধে অপপ্ৰচাৰো চলাইছিল। মই হেনো খুব নিষ্ঠুৰ আত্মকেন্দ্ৰীক, ছোৱালী জাতিটোৰ প্ৰতি মোৰ বোলে এক বিশেষ ঘৃণা আছে, মই হেনো কোনো ছোৱালীৰ ভাল হোৱা দেখিব নোৱাৰো।

: অন্য দেশৰ বা ঠাইৰ বিশেষকৈ তোমালোকৰ ভাৰতৰ মানুহৰ মতামত আমাক নেলাগে। তোমালোকে তাইক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰি ভাল পাবা তাক আমি জানো। মঙ্গলময় সাহিত্যৰ উদ্দেশ্যই হৈছে তাৰ অমৃতৰ ৰস মানুহক পাণ কৰিবলৈ দিয়া। তৃষ্ণাতুৰ প্ৰাণে সাহিত্যৰ পৰা বহু বস্তু পাব বিছাৰে। আমি হয়তো তাইক কালিৰে পৰা মানসীকভাৱে বৰ্জন কৰিম। সাহিত্য পানীৰ দৰে শীতল হ্ব লাগে কৰবাত যদি জুই লাগিছে তাক নুমুৱাই দিব। সাহিত্য জুইৰ দৰে হ্ব লাগে, কৰবাত যদি মানুহৰ চেতনা পানীৰ দৰে চেঁচা হৈছে তাক উতলাই পেলাব। কলমেৰে তৰোৱালক নতজানু কৰক, যদি মানুহে হাতত তৰোৱাল তুলিয়ে লয় তেন্তে অন্যায়, অধৰ্ম, ধৰ্মান্ধতাৰ বিপক্ষে ক'ৰপৰা ঠিক হ'ব ? কাৰণ তাইৰ সাহিত্যই আনি দিছে তাইৰ বিৰুদ্ধেই এক প্ৰতিহিংসাৰ দাবানল, ক্ষুব্ধতাৰ চাৱনি আৰু প্ৰতিবাদৰ কণ্ঠ। আমাৰ দেশৰ সাহিত্যিকে আমি বেয়া পোৱা কাম কৰিব নেকি ? মানিছো কিছুমান কথা সঁচা। কিন্তু সমাধানৰ পথ এনেকৈয়ে হ'ব নেকি ? বৌদ্ধিক চেতনা জাগিবলৈ কি কৰা হৈছে ? মোৰ মতে তাইৰ এটা ধাৰণা হৈ গৈছে যে কোনোবাই যদি তাইক কয় টাবৰীণ তুমি শিলগুটি নেখাবা, তুমি এইপিনে নেজাবা, তুমি ৰাতি অকলে মেঘনাৰ পাৰত নুফুৰিবা, তুমি ফৰিদপুৰ বজাৰৰ পিনে নেজাবা

তেতিয়া তাই ভাবিব এই কথাবোৰ যে তাইক কোৱা হ'ল সেইবোৰ বোধহয় কোৰাণৰ পৰা কোৱা হৈছে ; এইবোৰ কথা কোৰাণতহে আছে। নহ'লে তাই সংসাৰৰ, নৰ-নাৰীৰ, এই দুনীয়াখনৰ তুচ্ছ কথাবোৰ প্ৰসঙ্গলৈ নানিলে হয়, ধৰ্মই মানুহক বিপথে নিয়ে বুলি নক'লে হয়, আনকি আল্লাৰ ৰচুলকো ইমান হেয়জ্ঞান নকৰিলে হয়। ক'ত হীৰা পৰ্বতৰ গুহাত এজনৰ গভীৰ ধ্যানৰ কেনে পৰিসমাপ্তী যাৰ ওপৰত খোদায়ে কোৰাণ নাজিল কৰিলে আৰু কত টাবৰীণৰ মহিলা মুক্তিৰ জেহাদ, নিপিড়ীত-নিগৃহিত মহিলাৰ মুক্তিৰ পথৰ ঘোষণা? কেইগৰাকী নাৰী লৈ তাই ৰাজপথত ঘুৰিছে? তোমাৰ আপোন হয় কথাবোৰ ক'লে তোমাৰ ঘৰতে পৰে- এইবোৰ বাদ দিয়া- মানে ঠিক বাদ দিবলৈ কোৱা নাই, বিশ্লেষণ কৰিব লাগে। তোমাৰ সতে আৰু ভাই কিনো কথা পাতিম, তুমি কালিলৈ যাবাগৈ। মাজে মাজে তোমাৰ খবৰ জনাবা।

টফচিৰৰ আৰু কেইটামান কথা এইবাৰতে লগ পাওতেই সুধি পেলোৱাৰ মন আছিল কিন্তু ইমদাদহঁতে কথাৰ মোখনি মৰাৰ বাবে বিশেষভাৱে আৰু মন নকৰিলে।

: তোমালোক আমাৰ পিনে যাবা পাৰিলে। ভিচাৰ বাবে সিমান টান কাম নহ'ব। এমাহ মানৰ ভিতৰতে পাবা। ভিচা, পাচপৰ্ট লৈ টো যাব পাৰিবা। এইবাৰ আহি মই তাইক লগ নকৰিলো। আগৰ বাৰ আহোতে তাই মোক কৈছিল "আকৌ এবাৰ আহিবা তোমাক এটা মই উপহাৰ দিম" মই কিন্তু নগ'লো। তাই মোক বীৰঙ্গহঁতৰ কথা ক'ব। কবিতাৰ কথা ক'ব আৰু তাহঁৰ জীৱনৰ বহু মিছা কথা বিশ্বাস কৰিবলৈ মোক বাধ্য কৰাব। পেহীয়ে শুনিলে বেয়া পাব।

: চোৱা দোষ্ট এইবোৰ কথা ভবাৰ বাবেই অলপতে এটা সপোন দেখিছিলোঁ। অৱশ্যে তাত কোনো চাইন্টিফিক বিজন নাই কিন্তু দেখিলোতো। সপোনক লৈ বিশ্বৰ চাৰি ভাগৰ এভাগ মানুহ এতিয়াও কলীয়া হৈ যায়। টাবৰীণ মৈমনসিঙৰ এটা আলিয়েদি প্ৰায়ে বিবস্ত্ৰা হৈ লবিব ধৰিছে। ৰাজপথত কাপোৰৰ স্তুপিকৃত পাহাৰৰ দম, তাৰ মাজেদি এগাল এল, চিচিয়ানে দৌৰি আহি সিহঁতৰ চোকা দাঁতেৰে তাইক আক্ৰমণ কৰিছে আৰু তাইৰ গাৰ সমস্ত মাংস কাজি চিৰাচিৰ কৰি পেলাইছে। দুই এটায়ে সেইবোৰ ভক্ষণ কৰিছে

। আৰু কুকুৰবোৰক তাই কৈছে এই বুলি- এই মানুহ যা যা লাজ নাই তইতৰ ছেই ছেই। তাৰ পাছত মই সাৰ পালো । এটা কথা জানিবা কিন্তু মোৰ সপোনটোক লৈ তোমালোকে মোক ঠাট্টা কৰিব পাৰা, কিন্তু বিশ্ববৰেণ্য লিখক চেক্সপিযেৰৰ সাহিত্যতো কিন্তু সপোনৰ কথা আছিল । এটা কথা একেবাৰে সঁচা আৰু এই কথাটো আমাৰ ইযাতো ওলাইছে । তাইৰ যি জেদভাৱ আছে, তাইৰ যি এক খেযালি মনোভাৱ আছে, তাই যে আহমক, তাই যে কোনো শৃঙ্খলা মানিব নোখোজে, অনুশাসন নেমানে, তাইৰ ভাল লাগিলেই যাতে সকলো কাম কৰি যাব পাৰে সেইবোৰ টিকাই যাবলৈ হলে তাইক লাগিব মানুহৰ বিপুল সমৰ্থন, অনুগ্ৰহ, ভালপোৱা আৰু মানসীক পক্ষপাতিতা। গতিকে তাই নিজৰ সমস্যাবোৰ শ শ মহিলা বা মহিলা জাতিটোৰ যোগে প্ৰতিফলিত কৰাই লগতে সমাজত চলি থকা অন্য ব্যভিচাৰবোৰো আনি এনেভাৱে লিখাত লাগি গ'ল যে মানুহ সঁচাই নিৰ্বাক হৈ পৰিল। তাই দুটা সমস্যা একেলগ কৰিছে। ব্যক্তিগত খেয়াল-খুচীৰ সমস্যা আৰু সামাজিকভাৱে নাৰীৰ সমস্যা । মানুহৰ বিছাৰি উলিওৱাত অসুবিধা হৈ পৰিল কোনটো তাইৰ সমস্যা কোনটো সমাজৰ সমস্যা । এটা সময়ত দেখা যাব তাই এইবোৰ কৰি ব্যক্তিগত সমস্যাবোৰৰ হেঙ্গাৰ, বাধা, কাঁইটবোৰ আঁতৰাইছে কিন্তু সমাজৰ সমস্যাবোৰ সৰকি থাকি গৈছে । সামাজিক সমস্যাবোৰ বাদ দি তাই যিবোৰ ব্যক্তিগত সমস্যাৰ কথা ইংগীত দিছে সেইবোৰ কিন্তু নাৰী সমস্যা নহয় আৰু হ'বও নোৱাৰে । নাৰী স্বাধীনতাৰ বিষয়টোও তাত নাই। তাই এতিয়া টি, ভি সাক্ষাৎ, আকাশবাণীত কথিকা, কথোপকথন, সাক্ষাৎকাৰ সভা, বৰলোকৰ অনুস্থান, সাংবাদিক মেল, ভ্ৰমণ, বিদেশ যাত্ৰা, পুৰস্কাৰ লাভ আদিৰ দৰে বৰ্ণাঢ্য অনুষ্ঠানত লাগি গৈছে আৰু ইপিনে নাৰীৰ যি চীৰন্তন সমস্যা আছে সি চন্দ্ৰ-সূৰ্য্যৰ দৰে প্ৰজ্বলিত হৈ আছে। প্ৰকৃত সংগ্ৰামীয়ে এনে কাম নকৰে- এইবোৰ কৰি নুফুৰে । বেদনা বিধুৰ ওৰণীৰ তলত জোন যেন মুখৰ মাজেদি বৈ অহা দুখৰ নিজৰাটোৰ বুকুভঙা উচুপনি জানো মাৰ গ'ল.? সকলোবোৰ থান-বান হৈ, আলিয়ে-গলিয়ে, অন্ধকাৰ কোঠাৰ মাজত, বজাৰ-সমাৰ ব্যাপি, ৰাজপথৰ কেঁকুৰিত অবহেলিত হৈ পৰি আছে। মৈমনসিং পাভনা, ঢাকাৰ আলিয়ে-গলিয়ে ঘুৰি ফুৰা, কোনোবা ঘৰত অত্যাচাৰীৰ বন্দী

হোৱা সেই নিপীড়িত, নিগৃহীত, অৱহেলিত লোকসকলক এতিয়া কোনোবাই মনত পোলাইছেনে, মনত ৰাখিবনে ? সকলোৱে এদিন লাহে লাহে পাহৰি যাব। সংঘাট, প্ৰতক্ষ সংগ্ৰামৰ মাজেদি নাহি মোলায়ুম শব্দুৰ মাজেৰে অহা কথাই মানুহৰ গভীৰ মনৰ অৰণ্যত আৰু কিমান দিন লাগি থাকিব। আমি ইয়াত কথাবোৰ সিমান গভীৰভাৱে লোৱা নাই। তোমালোকৰ পিনেহে মানুহ একেবাৰে লাগি গৈছে যেন অনুমান হয়। আমি তেনে আৰু নহবো। তোমাক বহু কিবা কিবি ক'লো। ভালেই হ'ল তুমি অসমত থাকা যেতিয়া আমাৰ পৰাও কিছু কথা জানি ললা। অন্ততঃ কেতিয়াবা তুমি কৰবাত ক'ব পাৰিবা।

: তুমি তেনে কালিলৈ যোৱাতো ঠিক কৰিলাই নেকি ? তেতিয়াহলে আমাক নেপাবা। পৰহিলৈ কিন্তু আমি আহিব পাৰিম। আৰু কিছুমান কথা পাতিব পাৰিলো হয়- ৰুইদুৰে ক'লে।

টফচিৰে অলপ আগ্ৰহেৰে সুধিলে।

: তোমালোকৰ কিহৰ মিটিং আছে কালিলৈ ?

: মই এপাক গাইড চাৰৰ তালৈ যোৱাৰ কথা। ৰুইদুৰহঁতৰ মিটিং আছে। বোধহয় টাববীণৰ ওপৰতে কিবা আলোচনা হব। ইমদাদে উত্তৰ দিলে।

ইমদাদ আৰু ৰুইদুৰ ঠিয় হ'ল। ৰুইদুৰহঁতে সাধাৰণভাৱে ক্ষমা বিছাৰি আৰু টফচিৰে দুয়োটাকে শুভেচ্ছা জনাই চালাম দিয়া লোৱা কৰিলে।

: তোমাৰ চকুলৈ চালে আৰু এটা কথা ধৰা পৰে যে তুমি এই কেইদিন বহু কিবা কিবি লিখিলা তাৰ বাবে চকুৰ গুৰি দুটা অলপ ক'লা পৰি গৈছে।

: টাববীণৰ দৰে আক আমাৰ কথাবোৰ নিলিখিবা। সঁচা যদি পোৱা তেন্তে লিখিবা।

: মই ঠিক কিবা লিখিম বুলি কথাবোৰ লিখি লোৱা নাই। মইতো অসমতে থাকো। মাজে মাজেহে ইয়াত কিছুদিনৰ বাবে থাকিছিলো। মোৰ শৈশৱটো টুকুৰা-টুকুৰিকৈ যে কিছুদিন ইয়াত পাৰ হৈছিল তাৰ বিষয়েহে লিখি ৰাখিছো।

: তোমাক কিন্তু বোৰহান কায়ে বহু কথা ক'লে। তেওঁ বহু পুৰণা মানুহ। তোমালোকৰ আৰু টাববীণহঁতৰ ঘৰৰ বহু কথা জানে।

: মই কিন্তু টাববীণৰ বিষয়ে বহু কথাই লিখি ললো। তাৰে মোৰ কৰিব লগা একো নাই। কিন্তু কেতিয়াবা কিবা দৰকাৰ হব বুলি ভাবি লিখি ৰাখিছো।

: 'ভেৰি চৰি' তোমাকটো এটা কথা সুধিব একেবাৰে পাহৰি গলো। তুমি এইবাৰ টাবৰীণকটো লগ নকৰিলা, কিয় ?

: আকৌ আহিলে এইবাৰ লগ কৰিম। নানা কথাৰে মূৰটো বেয়া কৰে বুলি লগ নকৰিলো।

: তুমি বাৰু তাইলৈ চিঠি এখন দিছিলা নেকি ?

: কেনেকৈ জানিলা ?

: গম পাইছো দিয়া। কিন্তু তুমি বুলি জনা নাছিলো।

: কথাটো কি জানা অলপতে আদিল আহিছিল। বহু কথা পাতিলো। কথা প্ৰসঙ্গত আদিলে কৈছিল যে টাবৰীণৰ মাত্ৰ এটা কথাই- পুৰুষে নাৰীক শেষ কৰিলে। তেতিয়া মই আদিলৰ হাতত তাইলৈ সৰু কথা কেইটামান লিখি দিছিলো।

: তাই বোলে পৰহি মিটিং এখনত তোমাৰ কথা কেইটা কৈছিল বুলি মোক এজনে কলে। তুমিনো কি লিখিছিলা ?

: মোৰ খং উঠিছিল। মই লিখিছিলো যে মৰমৰ টানু, অহা বাৰকৈ আহিলে তোমাক লগ কৰিম। তুমি নাৰীৰ ওপৰত বহু কথাই কৈছা। পুৰুষবোৰ সঁচাই বৰ বেয়া। তুমিটো ডাক্তৰণী, পাৰিলে এটা কাম কৰিবা। এখন নাৰ্চিং হোম খোলা, মোকো তাত লবা। আমি এটা কাম কৰিম। এটা নতুন ধৰণৰ অস্ত্ৰোপচাৰৰ ব্যৱস্থা কৰি সকলো নাৰীৰ দেহৰ ওখ-চাপৰ ভাজবোৰ, সাঁচবোৰ সমান কৰি দিম। সেইটো কৰিলেই তোমাৰ সকলো সমস্যাৰ ওৰ পৰিব। নহ'লে তোমাৰ আৰু নিস্তাৰ নাই। ঠিক ইমানেই। তাইক মজা দিম বুলিয়ে লিখিছিলো।

: যাবৰ সময়ত হঁহোৱালা ভাই, দিয়া আৰু তোমাক আমনি নকৰো। তোমাৰ খবৰ কাগজখন ওলালে জনাবা, আশা কৰো খোদায়ে তোমাক ভাল কৰিব।

: মই কালিলৈ যামগৈ। খোদা হাফিজ।

: খোদা হাফিজ।

বিদাই লৈ ইমদাদ আৰু কইদুৰ গ'লগৈ। দীঘল পদূলিটোৰ মুখৰ পৰায়ে টফচিৰে এবাৰ ইমদাদহঁতৰ পিনে আৰু এবাৰ দুৱাৰ মুখত ৰৈ থকা জয়গুণৰ

পিনে চালে। নিমিষতে ইমদাদহঁত চকুৰ পৰা আতৰি গৈছে। টফচিৰে অনুমান এটা কৰিলে যে আজি আৰু জয়গুণে তাক গালি পাৰিবই। কেইবাদিনৰ পৰা তাই টফচিৰক মন কৰিছে। ভায়েক এটা কত দিনৰ মূৰত ঘৰলৈ আহিছে। দেখাৰ সৌভাগ্যও নহ'ল হয় সপোন এটা দেখাত হবিব মীঞাৰ বাবে জিয়াৰত অৰুণ কৰিবৰ বাবে অহাতহে আজি কত দিনৰ মূৰত আপোন ভায়েকটোক দেখিছে। আহিয়েই ঘৰখনতনো থাকিল কিমান দিন ? টাববীণৰ চৰ্চা, আগৰ লগৰীয়াবোৰৰ সতে আড্ডা আৰু বোৰহান ককাইটিৰ কথা শুনোতেই গ'ল। নিজৰ ভায়েকটো বুলি বেলেগে এযাৰ কথা, এযাজ খোৱা আৰু ফুৰা-চকা একোৱে নহ'ল। অহা কালিলৈ যাবগৈ। সজল চকু দুটাৰে জয়গুণে টফচিৰৰ পিনে চাই আছিল। টফচিৰ গৈ দুৱাৰৰ নিছেই কাষত ৰ'লগৈ। জয়গুণে মাত দিলে ।

: যাবৰে হ'ল কথা এযাৰ সুধিবলৈ নিদিবিয়ে নেকি ? এনেকৈনো মনত দুখ দিব পাৰনে ?

: আগে মোক চাহ একাপ দে তাৰ পাছত মই মাত্ৰ এটা কাম কৰি লম মানে কাগজবোৰ সামৰি লম, তাৰ পাছত বাই তোৰ সতে একেবাৰে কথা পাতি থাকিম।

জয়গুণে তললৈ মূৰ কৰি ভিতৰৰ পিনে খোজ ললে।

টফচিৰে জানে জয়গুণে কি সুধিব। কিবা এটা ঠিক কৰি পেলাব লাগে। তাত যদি বিশেষ একো কৰা নাই তেন্তে ইয়ালৈকে গুচি অহাই ভাল হ'ব। হবিৰ মীঞাৰ কিছুমান মাটি দূৰে দূৰে আছে। সেইবোৰ বিক্ৰী-বাত্তা কৰি তাৰ পইচাৰে কিবা ব্যৱসায় এটা কৰাই ভাল হ'ব। অসমত জন্ম হৈছিল বুলি কি সি ভাৰতীয় হৈ যাব নেকি ? অঙহী-বঙহী গোটেইখন দেখো ইয়াতে আছে। আৰু নহ'লে তাতে হলেও কিবা এটা কৰক, কিন্তু নাম হ'ব লাগিব। কিন্তু টফচিৰে এইবোৰ কথাৰ পৰা আতৰি থাকিবলৈ ইচ্ছা কৰিছিল। সেই বাবে এইবাৰ ঘৰলৈ আহি সি এইবোৰ কথা ওলাই বুলি ভাবি আলেঙে-আলেঙে ঘূৰি ফুৰি অন্য কথাতহে ব্যস্ত হৈ আছিল। অসমৰ বাহিৰে এতিয়া অন্য একো কথা তাৰ মনত নোসোমাই, সেইগতিকে জয়গুণে একো কথাকে ক'ব নোৱাৰিলে।

চুটি সূতা এদালেৰে ডাঙৰ কাপোৰ এখন চিলাবলৈ নোজোৰাৰ দৰে সেইদিনা সময়বোৰ জয়গুণৰ হাততে শেষ হৈ আহিছিল। জয়গুণে চাহ দিলে, টফচিৰে কাগজবোৰ জাপি ললে, কাপোৰবোৰ ঠিক কৰি ললে, কোনযোৰ কাপোৰ পিন্ধিব তাকো ঠিক কৰি ললে, মাজতে মাত লগাবৰ বাবে আৰু কোনোবা কোনোবা আহিছিল, সিহঁতৰ সতেও কথা পাতিলে, ৰাতি ভাত-পানী খাই আকৌ কথা পাতিলে কিন্তু জয়গুণে একো ক'ব নোৱাৰিলে।

পুৱা সোনকালে উঠি টফচিৰে জয়গুণক ক'লে।

: মই উকীল পঢ়িম বুজিছ বাই, তেতিয়া ইয়ালৈ বাৰু গুছি আহিম। তইঁতে জানই আমাৰ ইয়াত কিমান দিগদাৰি। সেইবোৰ ঠিক কৰিবলৈ হ'লে উকীল পঢ়িব লাগিব। এতিয়া তই কন্দা-কটা কৰিব নেলাগে। এইবাৰ আহিলে বহুদিন থকাকৈ আহিম। আব্বাৰ কবৰটোও বাৰু পকা কৰি যাম, আচলতে কবৰ পকা কৰিব নেপাই। মোৰ যাবৰ হ'ল। ঘৰৰ ভাত এমুঠি খাই যাওঁ। যা বাই দেৰি হব।

ফজিৰণ, আটাউৰ আৰু ঘৰৰ ওচৰৰ বহু লোকেৰে জয়গুণহঁতৰ ঘৰ ভৰি পৰিছিল। টফচিৰে সকলোকে মাত লগালে।

: ভালেৰেই যাবি তেনে। চিঠি এখন পাৰিলে দিবি। অন্য খবৰ বাৰু নেলাগে মানুহটো যে সেইখিনি পালিগৈ তাৰে খবৰ এটা জানিম।

: কথাবোৰ ভাবি চিন্তি চাবি। আনৰ ঘৰতনো সদাই থাকিবিনে? অন্থা- যোৱা যদি কৰিবই পাৰ তেনেহলে কিহৰ চিন্তা? আমি গোটেইমখা আছো

: এই কেইদিন যে কথাবোৰ পাতিলি সেইবোৰ আক তাত গৈ মেলিব নেলাগে। এখন দেশৰ কথা এখন দেশত মেলিব নেপায়। কিবা বোলে খবৰ কাগজ উলিয়াই সেইবোৰ লিখিব নেলাগে। জগৰহে লাগিব।

টফচিৰে ঘড়ীটোলৈ এবাৰ চালে। সুন্দৰ সময়। এনেকৈ গুলাই গলেই ক'তো একো অসুবিধা নহ'ব। তাৰ চকুযোৰ সেমেকি আহিছিল। জয়গুণে কান্দিব পৰা নাই তাইৰ কোমল গাল দুখন ৰঙা হৈ গৈছে, চকুৰ পানীয়ে চকুযোৰ যেন অধিক উজ্জ্বল কৰি তুলিছে। বায়েকৰ এযোৰ বেদনাসিক্ত চকু। এতিয়াহে তাৰ মনটো অলপ বেয়া লাগিল। সি বায়েকক সাবতি ধৰিলে।

জয়গুণে তাক চুমা এটা খাই নীৰবে ডাঙৰ মোনাটো কোনোবা এটাৰ হাতলৈ তুলি দি টফচিৰক আগবঢ়াই দিবৰ বাবে ইংগীত দিলে।

টফচিৰ ঘৰৰ পৰা ওলাই আহিল।

পদুলিত ৰৈ আছিল এখন ক'লা ফিয়েট, তাতে কোনোবা ল'ৰা এটায়ে বেগটো তুলি দিলে। গাড়ীখন চলিল।

টফচিৰে মনত পেলালে– কেনেকৈ এই পিনেদিয়েই সি সৰুতে অহা-যোৱা কৰিছিল। হলেও কিন্তু আলিবোৰ তাৰ চিনাকিহে, আপোন নহয়। অহা-যোৱা কৰা আলহীৰ বাবে ঘৰ আৰু আলিবাটবোৰ চিনাকিহে আপোন কিন্তু হব নোৱাৰে। সি আকৌ এবাৰ মনত পেলালে টাবৰীণে ছাগৈ কি কৰি আছে। গাড়ীৰ সৰু খিৰিকীখনেৰেই সি এবাৰ পিছৰ পিনে মন কৰিলে। বহু গছ- গছনিৰ মাজত সি মাত্র দেখিলে যে এতিয়াও সেই শিমলু জোপাই এটাইতকৈ ওখ হৈ আছে যি জোপাৰ ওপৰত উঠি সৰুতে সি ভাটৌ ধৰিছিল, দূৰৈৰ ব্রহ্মপুত্রখন দেখিছিল, আৰু মেঘালয়ৰ কাষৰ সেই ধূসৰ নীলা পাহাৰটো দেখিছিল।

টফচিৰে ভালকৈ গাড়ীখনত আউজি বহি লৈ বাহিৰলৈ চাই গ'ল। কিয় জানো তাৰ মনটো সেই শিমলু জোপাৰ পৰা দেখা ব্রহ্মপুত্রখনৰ কথাটো ভবা'ৰ বাবে অলপ ভাল লাগি গ'ল। সি এবাৰ ড্রাইভাৰটোৰ পিনে চাই সুধিলে

: কিমান সময় লাগিব ফৰিদ ?

: এক ঘন্টা কাকা, পাই যাম।

গাড়ীখন চলি আছিল।

— () —

# দুই

চি, আই, ডি বিভাগত চাকৰি কৰা কবীন শৰ্মাৰ ককায়েক নব শৰ্মাই টফচিৰৰ সতে বহি  কথা পাতি আছিল।

:মই দাদা তাত অলপ দিনহে থাকিলো। গতিকে সিমান উমান লবৰ নহ'ল। কিন্তু  একেবাৰে যে হুলস্থূল লগা নাই সেইটো নহয়। মানুহবোৰে বেয়া পাইছে।

: আমিও সেই পেপাৰে-পত্ৰই পোৱাহে। আচল কথাটো আমি কোনেও ভালকৈ নেজানো।

: আমাৰ ইয়াত চৰ্চ্চা কিন্তু পুৰা দমত চলিছে। মই এই কেইদিন ঘূৰিয়েই গম পাই গৈছো।

: কিবা এটা নতুন বস্তু পালেই মানুহে তাৰে চৰ্চ্চা কৰি ভাল পায়। পিছে যিয়ে কথা  নেপাতক কথাবোৰ অলপ ভাল হব লাগে, মাৰ্জ্জিত হব লাগে, মনত লগা হব লাগে। কথা হ'ল বুলি  ছাগলীয়ে খোৱাদি খাবানে ?

: দাদা এজন অধ্যাপকক লগ পাইছিলো। ফিজিক্সৰ অধ্যাপক। নাম তেওঁৰ দাৰুল  হাছান। টাবৰীণৰ গোটেই লিখনি আৰু ভিতৰৰ কথাখিনি লৈ এটা বিশ্লেষণ কৰিছিল।  মই দুদিনমান ধৰি একো বুজাই নাছিলো। ইমান কঠিন আৰু বিজ্ঞান সন্মত যে ভাবিব নোৱাৰি।

: বৰ ডাঙৰ ডাঙৰ আৰু মেধা শক্তিসম্পন্ন তাতো লোক আছে। তেওঁলোকেনো বাৰু কিয় বেয়া নেপাব ?

: মই যাবৰ সময়ত অলপকৈ শুনিহে গৈছিলো। তাত গৈহে শুনিলো বোলে মুছলিমা টাবৰীণ  নামৰ ডাক্তৰণী ছোৱালী এজনীয়ে বোলে তোলপাৰ লগাই দিছে। তাৰ পাছতহে গম পালো  সেইজনী মোৰ পেহীৰ ছোৱালী। মোৰ মতে একেবাৰে দোষ নথকা  নহয়। তাৰ মানুহবোৰে কিছুমান কথা

বৰ বেয়া কৰি তোলে। তাকে টাববীণে তাক আপোচৰ দৃষ্টিভঙ্গীৰে লিখিব লাগিছিল। মানে সঁচাখিনিকে লিখক বাৰু তাকে বুদ্ধিৰে পুৰুষক লগত ৰাখি সমস্যাবোৰ তদন্ত কৰাৰ দৰকাৰ আছিল।

: আমাৰ ইয়াৰ মানুহবোৰে ভাল পাইছে।

: মই দাদা কালি এঘৰ মানুহৰ তালৈ গৈছিলোঁ। ঠিক বাৰন্দাত উঠি কলিং বেলটো বজাবলৈ লৈছিলোঁ, তেনেতে বহা কোঠাৰ কেইজনমানৰ মুখৰ কথা আহি মোৰ কাণত পৰিল। মই বৈ গ'লো। কথা কেইটা এনেকুৱা যে কোৰাণৰ ৰূপটো বোলে এতিয়াহে ওলাল। নিভীক বাবেই গোটেইখন বোলে উদঙাই দিব পাৰিছে। Most controversial and conservative religion.। মোৰ দুখ লাগিল। মই নীৰবে গুছি আহিলো।

: Do not be distheartened for such remark আমাৰ মানুহে জানে কি?

: যোৱা কালিৰে ঘটনা আৰু এঘৰলৈ গ'লো। মই যে আহিলো খবৰটোকে দিও বুলি ভাবিছোঁ। তাতো সেই একেই আলোচনা। মৌলবাদ শব্দটো বোলে মৌলবীৰ পৰা ওলোৱা। ইহঁতৰ পৰ্দা প্ৰথাটোৰ খুব বিৰোধিতা কৰিব লাগে.। পৰ্দাৰ আঁৰত চাৰি পাচজনী বিয়া কৰাই মজা লব। গতিকে তাক সিহঁতবোৰে খুব পোষকতা কৰে। বাংলাদেশৰ সেই জনীয়ে এতিয়া জোকৰ মুখত চুণ দিছে। মই আগ নেবাঢ়িলো। তাৰ পৰাও গুছি আহিলো, মই ওলালে এটা Scene creat হ'ব সেইবাবে।

: ও মনত পৰিছে। মইনো তেতিয়া ক'ত আছিলো! হেঃ হেঃ ময়ো তেতিয়া তাৰে এজন শ্ৰোতা হৈ আছিলো। মই কি উত্তৰ দিছিলো তুমিতো নুশুনিলা। জানি থোৱা যে মই নব শৰ্মা হৈয়ো এইবোৰৰ উত্তৰ দিব পাৰো, কাৰণ মই পঢ়িছো।

: আপুনিও যে ভিতৰত বহি আছিল মই একেবাৰে নেজানো।

: What so ? মই থকা নথকাৰ লগত তোমাৰ কি সম্পৰ্ক? তুমি বেয়া পালা গুছি আহিলা। মই আছিলো বুলি সঁচা নকমনে?

: মই মানে আচৰিত হৈছো যে টাববীণে ইমান সাংঘাটিক লিখিছেনে যে মানুহৰ পৰম বিশ্বাসক এবাতিৰ ভিতৰতে সলনি কৰি দিলে? কোৰাণৰ

ওপৰতো মানুহে এনেকৈ ক'ব পৰা হ'ল। খুব সহজতে ড্ৰইং ৰুমত বহি আজিকালি মানুহে এইবোৰ কথাকে পাতে নেকি ? মই অৱশ্যে তাইৰ কিতাপ পঢ়া নাই।

: ৰবা মই কি ক'লো শুনা। মই যুদ্ধ কেইখনৰ নাম পাহৰি গ'লো দেই। আৰবৰ সেই সময়ৰ যুদ্ধকালীন সময়ৰ ঘটনা। যুদ্ধলৈ যোৱাৰ বাবে এটা অঞ্চলৰ এখন ঠাইৰ পুৰুষসকল নিহত হয়। ঘৰত থাকে বিধবা মহিলা, বিবিসকল আৰু মাউৰা ল'ৰা-ছোৱালীবোৰ। খাবলৈ নোহোৱা হয়, পিন্ধিবলৈ নোহোৱা হয়, নিৰাপত্তাৰ অভাৱ, পদে পদে বৰ্ব্বৰ আৰববাসীৰ কিছুমান পুৰুষৰ আক্ৰমণৰ ভয়, নিৰাশ্ৰয়া মহিলাৰ কান্দোন, অসুখত পৰিলে পথ্য এপালি দিয়াৰ মানুহ নাই। কত ধৰণৰ সামাজিক ব্যভিচাৰৰ আশঙ্কাই মহিলাসকলৰ জীৱন দুৰ্ব্বহ কৰি তুলিছিল। তাৰোপৰি চোৰ-ডকাইতৰ উপদ্ৰবটো আছেই। ছোৱালী যদি থাকি যায় তেন্তে বিয়াৰ কথাও আছে। গাভৰু ছোৱালী সকলৰো জীৱনৰ মৰ্য্যাদাৰ কোনো নিৰাপত্তা আৰু স্বিকৃতী নাই। তেনেক্ষেত্ৰত আল্লা বা ইছলামৰ ধৰ্মীয় গুৰু জনাৰ উক্ত সামাজিক বিশৃঙ্খলতা আৰু ভয়াবহতাৰ প্ৰতি এয়ে নিৰ্দেশ আছিল যে যদি প্ৰথম পত্নীয়ে অনুমোদন জনাই তেতিয়া হলে বয়সৰ বাদ-বিচাৰ নকৰি অন্ততঃ সেই বিধবাসকলক বা মাউৰা ছোৱালীক বিয়া কৰাই লব পাৰে। সেইসকল দুৰ্ভগীয়া মহিলা লাঞ্ছিত হোৱাতকৈ, ধৰ্ষীতা হোৱাতকৈ, অপমান পোৱাতকৈ, আনে অপহৰণ কৰি নিয়াতকৈ, দাসী হিচাপে বিক্ৰী কৰি দিয়াতকৈ কোনোবা এজনে নিকাহ কৰি ৰাখিব লাগে। দৰকাৰ হ'লে জৰুৰী বুলি ভাবিলে মাউৰা ছোৱালীকো নিকাহ কৰি লব পাৰে। এনে অৱস্থাত নিকাহ মানে নিৰাপত্তা আৰু আশ্ৰয়। ইয়াৰ বাহিৰে অইন কোনো ক্ষেত্ৰতে, কোনো পৰিস্থিতিতে কোনো পুৰুষে তিনি চাৰিগৰাকী বিয়া কৰিব নোৱাৰিব। মই তেতিয়া আৰু এটা উদাহৰণ আনিলো। আল্লা আৰু পয়গম্বৰ জনাই বাৰু ভুল কথাকে কৈছিল। আমাৰ আন্দোলনৰ দিনবোৰৰ কথা আপোনালোকৰ মনত আছেনে ? জৰ্জ খেল পথাৰতে তেতিয়া এখন সভা বহিছিল। লোকে লোকাৰণ্য। উত্তৰ কামৰূপত সেনাই বহু মহিলা, গাভৰু, বোৱাৰিক বিনষ্ট কৰাৰ পাছত বহা সভা। তেতিয়া কি কোৱা হৈছিল ? প্ৰতিজন আন্দোলনকাৰীয়ে নহলেও যি পাৰে তেওঁলোকে উত্তৰ কামৰূপৰ সেই লুণ্ঠিতা,

ধৰ্মীতা মহিলা, গাভৰু, বোৱাৰিক বিয়া কৰাবৰ বাবে আহ্বান দিয়া নাছিলনে.? কতা কেইজনে বিয়া কৰালে ? আল্লা বা পয়গম্বৰ জনৰ কথাত যে মানুহ দাং খাই উঠে তেতিয়াৰ সেই আহ্বায়ক সকলৰ কথাত কেইজনে দাং খাই উঠিছিল ? অথচ নীৰবে তেনে নাৰীৰ বিয়া আজিও ইছলাম সমাজত হৈ আছে। সেই নাৰীক অস্পৃশ্য বুলি কোনেও ত্যাগ কৰা নাই। বিধবা বিবাহৰটো কোনো কথাই নাই। গতিকে পৰ্দা ৰাখি তাৰ আঁৰত তিনি-চাৰি জনীকৈ বিয়া কৰোৱাৰ হাস্যৰসীক মন্তব্যৰ কোনো প্ৰয়োজন নাই। ৰবা মোৰ শেষ হোৱা নাই। পৰ্দাৰ ওপৰত আৰু এটা কথা আছে। সেইদিনা মোৰ বন্ধু ডি. এচ. পি মিঃ ডেকাও সেই আলোচনাত বহি আছিল। কি মজাৰ আৰু চমৎকাৰ ঘটনা শুনা। আমাৰ অফিচৰ পাঁচজনক দুবছৰ মানৰ আগতে এক প্ৰশিক্ষণৰ বাবে চৰকাৰে দিল্লীলৈ পঠাইছিল। তাত প্ৰশিক্ষণ শেষ হোৱাৰ পাছত এক বিশেষ কামৰ কাৰণে আমি আজমীৰলৈ যাব লগাত পৰিছিলো। জয়পুৰতে আমি এখন প্ৰকাণ্ড বাছত উঠি পৰিলো। আসনে প্ৰতি যাত্ৰী। বিভিন্ন যাত্ৰীৰ মাজত আমাৰ আসনৰ আগত বহি পৰিছিল দুগৰাকী মহিলা। পৰিধানত ক'লা বোৰ্খা। বাচৰ চকা ঘুৰাৰ লগে লগে মিঃ ডেকাৰ জিভাৰ চকাও চলাত লাগিল। বোৰ্খা পিন্ধা মহিলা দুগৰাকীৰ ওপৰত যিমান পাৰে তাচ্ছিল্য, গালি, অপযশ, ধৰ্মীয় সংজ্ঞা আদিৰ ৰৰযুণেই নহয় এক প্ৰকাৰে অগনীসম শিলাবৃষ্টি বৰ্ষালে। মই মাত্ৰ শুনি গৈছিলো। বাছখন বহু দূৰ, বহু মাইল চলাৰ পাছত আমি প্ৰকাণ্ড শিলেৰে আবৰা এক উত্তপ্ত বালিময় ঠাই পালোহি। ঠিক মৰুভূমি নহয় মৰুভূমী সদৃশ। আমি একো ধৰিবই নোৱাৰিলো। হঠাতে বাছখন ৰখাই দিলে। বাহিৰত ভীষণ এক ধূলি-বালিৰ ধুমুহা। পৃথিবীখন যেন ধূলি-বালিত পোত যাব। বাছখনৰ সকলো দুৱাৰ-খিৰিকী মাৰি দিয়া হ'ল। কিন্তু বাছখন সৰ্বাধুনীক সুন্দৰ যদিও এটা কাৰিকৰী আসোঁৱাহৰ বাবে মাজৰ এখন খিৰিকীৰ অৰ্গলদাল লগাব নোৱাৰাৰ দোষত খিৰিকীখন মাৰিব পৰা নগ'ল। বাছৰ মাজত থকা গোটেই যাত্ৰীসকলৰ এক হাঁহাকাৰ অৱস্থা। নাকে-মুখে, চকুৱে ধূলি-বালিৰ অবাধ বিচৰণ। গাৰ কাপোৰ-কানিটো ধূলি-বালিয়ে আক্ৰমণ কৰিছে। ইপিনে প্ৰাণৰ সংশয়। মুখ-হাত জোকাৰি ৰুমাল বা গাৰ কাপোৰেৰে চকুযোৰ ঢকাৰ চেষ্টা কৰাৰ বাহিৰে কোনেও একো কৰিব

নোৱাৰিলে। মহিলা দুগৰাকীয়ে বেগৰ পৰা দুটা হলৌ চোলা উলিয়াই কাষৰ দুজন পুৰুষলৈ আগবঢ়াই দিলে। পুৰুষজনেও হলৌ চোলা দুটা পিন্ধি মহিলা দুগৰাকীৰ সতে মহা আৰামেৰে নিজৰ আসনত বহি থাকিল। কষ্ট আৰু অতিষ্ঠ হৈ যেন যাত্ৰীবোৰে আধুনীকতাৰ নামত কলঙ্ক অনা সেই ক'লা কাপোৰৰ বোৰ্খা আৰু হলৌ চোলা দুটা যেন কাঢ়ি আনিব। হঠাৎ আকৌ বাছ চলিল। মাত্ৰ অলপ সময়ৰ বাবে সেই বতাহ বলিছিল। আমি অলপ দূৰ যোৱাৰ পাছত গম পালো বতাহ প্ৰায় নায়েই। যাত্ৰীসকলে কাপোৰ-কানি জোকাৰিছে। বাছ ৰখোৱা হ'ল। লগত লৈ অনা পানীৰে সকলোৰে মুখ, চকু ধুই ললে। সকলোৰে চকু ৰঙা। দুই এজনে ৰুমাল ধুই চকুত লোৱা কৰিছে। আজমীৰ পাবলৈ আধামাইল মান থাকোঁতেই কণ্ডাক্টৰ এজনে জনালে যে বাছ প্ৰথমে এখন প্ৰাথমীক ডিচপেনচৰিলৈ যাব তাতে সকলোৰে চকুবোৰ পৰীক্ষা কৰি লব পাৰিব। মই মিঃ ডেকাক একো কোৱা নাছিলো। সময়ত গৈ দেখিলো যে ডেকাৰ চকুৰ পৰা মাত্ৰ তেজ ওলাবলৈহে বাকী আছে। মই ৰুমালেৰে চকুযোৰ বচাইছিলো। কিন্তু মোৰ ভীষণ চৰদি আৰম্ভ হৈ গ'ল। আমি যি কামৰ বাবে গৈছিলো সেই কাম আমাৰ অসুস্থতাৰ বাবে দুদিন দেৰি হৈ গৈছিল। আৰু সেই পুৰুষ দুজন আৰু মহিলা দুগৰাকীয়ে নিচেই স্বাভাৱিকভাৱে আমাৰ চকুৰ আগেদি টাঙ্গা লৈ আজমীৰৰ দৰ্গাহৰ পিনে বাট বুলিছিল। মোৰ কথা হ'ল কোনোবা বদমাইছ মুছলমানে নেমানি বেয়া কাম কৰি আছে সেইটো মোক নেলাগে। কিন্তু আমি মুছলমান সকলৰ এই কথাবোৰ, এই আচাৰবোৰ কিয় বেয়া পাব লাগে। এই পৰ্দা বা বোৰ্খাটোৱে যদি মানুহৰ গাৰ চালৰ বিশেষ ক্ষতিসাধন কৰিলে হয় বা ই এক Unhyganic বুলি প্ৰমাণিত হ'ল হয় তেনেহলেও বেলেগ কথা হ'ল হয়। আৰব বা সেই পিনৰ দেশ সমূহৰ জলবায়ু, বতাহ, ৰ'দ আদিৰ বাবে মহিলাই বোৰ্খা পিন্ধে। অৱশ্যে তাৰ সতে ধৰ্মীয় দিশটোও জড়িত হৈ আছে। আমাৰ ইয়াততো আমি বোৰ্খা পৰিধান কৰিব নেলাগে। কোনেও কাকো বাধ্যও কৰোৱা নাই। আমাৰ ইয়াত সেইবোৰ নিপিন্ধিলেই চলে যেতিয়া দৰকাৰো নাই। কিন্তু পৰ্দাৰ নামত মহিলাসকলে অলপ মাৰ্জিত হোৱাও দৰকাৰ। গা ঢাকি, শালিনতা ৰাখি কাপোৰ পিন্ধাই আমাৰ ইয়াত পৰ্দা। কিন্তু যিহেতু ই যে এটা সম্প্ৰদায়ৰ সংস্কৃতি, আচাৰ তাক

ভাল হ লেও আমাৰ মানুহে ভাল বুলি ক'ব নোখোজে। এই পৰ্দা প্ৰথাটোকে বিতৰ্ক কৰি কিছুমানে বেয়া কৰি পেলাইছে। গতিকে আপোনালোকে যে ইছলামৰ পৰ্দাৰ আঁৰত চাৰি-পাঁচজনী বিয়া কৰোৱাৰ কথাবোৰ কৈছে সেই কথাটো একেবাৰে খাপ নেখালে। আকৌ অন্য পিনে কওঁ তাৰো এটা ভিত্তি আছে। ইয়াত এটা সামাজিক দিশো জড়িত হৈ আছে। কোনোবাই অসৎ ভাৱে সৰু কাৰণ দেখুৱাই বা বিনা কাৰণত এগৰাকীতকৈ বেছি বিয়া কৰাই। That is different thing. এটা কথা মুখেৰে ক'লেই নহ'ব- আপোনালোকে এতিয়া মুখেৰে এইবোৰ কৈছে- আৰু সেই গোলাম চাহেবৰ তৃতীয় বিয়াত আমিয়েই নোযোৱাকৈ থকা নাছিলো। আমিয়ে পোলাও মাংস খোৱাৰ পিনে মাত দিছিলোঁ। ক'তা এই কাৰ্য্য যদি আমি বেয়াই পাওঁ গোলাম চাহাবক বৰ্জন ক'ত কৰিলো ! গতিকে নজনাকৈ কেতিয়াও কথা নক'ব। কোনোবা মুছলমানে বেয়া কৰিছে, হিন্দুৱে বেয়া কৰিছে, কোনোবা মুছলিমা টাবৰীণে কিবা বেয়াকৈ বা ভালকৈ লিখিছে সেইবোৰ বেলেগ কথা আৰু কোৰাণত কি কোৱা হৈছে সেইটো বেলেগ কথা। গতিকে জোকৰ মুখত চুণ দিয়া আদি জাতিয় কথাবোৰ নকব। মিঃ ডেকাইটো সিদিনাৰ পৰা আৰু একো নোকোৱা হ'ল। সেই যে চকুত চশমা আঁৰিলে- ৰাতি শোৱাৰ বাহিৰে ছাগে এৰিব নোৱাৰে। বেয়া হ'লেও কথা সুন্দৰকৈ ক'ব লাগে। ঠিক এনে কিছুমান কথাৰেই মই সকলোকে ঠাণ্ডা কৰি দিছিলো। মুখেৰে মাতিব নোৱাৰিলে কোনেও। হেৰা আমি বামুণ মানুহ জানা। নিজৰ ধৰ্ম মনাত আমি আগৰণুৱা। কিন্তু আনৰ ধৰ্মৰ যদি দুটা ভাল কথা আছে তাক কামেৰে দেখুৱাব নোৱাৰিব পাৰো কিন্তু বিৰুদ্ধাচৰণ নকৰো, অশ্ৰদ্ধা নকৰো আৰু নজনা নেমেলাকৈ আনে কলেই কিবা এটা কৈ নিদিও।

টফচিৰে নব শৰ্মাৰ চকুলৈ এনেদৰে চাই কথাবোৰ শুনি গৈছিল যে এটা সময়ত নব শৰ্মা নামৰ এই চি. আই. ডি বিভাগত কাম কৰা ব্যক্তিজনে যে এনেবোৰ কথা কৈ বৈ যাব তাক ভবা নাছিল। ভাবিছিল তেওঁ আৰু বহু কথা কৈ যাব। এক মহৎ আনন্দৰ জোৱাৰ টফচিৰৰ বুকুত। দুয়োটা ককায়েক-ভায়েক একে। আৰু যদি কৰবাত ককায়েক-ভায়েক আছে সিহঁতবোৰো ছাগে একেই হ'ব। টফচিৰে এটা বুকু ভৰি যোৱা হুমুনীয়াহ কাঢ়িলে যেন

সেই হমুনিয়াহটো একাজলী খৰিকা জাঁই আৰু তগৰৰ পাপৰিত থৈ শুভি বুকু ভৰাই এৰি দিয়াৰ দৰে পবিত্ৰ আৰু মিঠা। সেই সময়তে ওচৰৰ হোটেলখনৰ ল'ৰা এটায়ে দুকাপ গৰম কফি আৰু দুটা কালা কান্দৰ সতে এক প্লেট গৰখৰিয়া কুটকুটি দি গ'লহি। টফচিৰে মেজৰ ওপৰৰ কাগজবোৰ একাষৰিয়াকৈ ৰাখিলে। টফচিৰে চাৰিটামান পাণ আনিবলৈ কৈ কফিকাপ আগবঢ়াই দিলে। নব শৰ্মাই বৰ আয়াসেৰে কফিৰ কাপত ওঁঠ দিলে।

: দাদা, কথাবোৰ সেইবোৰেই। কোৰাণ পুথিখন দাদা মানুহৰ, বিশ্ব মানৱৰ বাবে। আল্লাৰ পবিত্ৰ কথা সংবিধান। আল্লায়ে জানো ভুলকৈ কিবা ক'ব পাৰে বা ক'ব। কোৰাণৰ এটাইতকৈ ঐতিহাসিক আৰু বৈজ্ঞানীক ভিত্তি এইটোৱেই যে ই পাচ দিন, বিশ দিন, এমাহ, তিনি মাহ বা পাচ বছৰ, দহ বছৰত অৱতীৰ্ণ হোৱা নাছিল বা এপিনৰ পৰা লিখি যোৱা পুথি নাছিল। এই মহা পবিত্ৰ সংবিধান খনিয়ে পূৰ্ণ ৰূপ পাবলৈ তেইশ বছৰতকৈ বেছি সময় লাগিছিল আৰু ই যে ঘটনা আৰু পৰিবেশ প্ৰধান তাত কোনো সন্দেহ নাই। যেতিয়াই এটা এটা পৰিবেশ, পৰিস্থিতিৰ উৎভৱ হৈছে তেতিয়াই সেই পৰিস্থিতিৰ সতে ৰজিতা খুৱাই সকলো খৰচি মাৰি ইয়াৰ নীতি অৱতীৰ্ণ হৈছে। গতিকে কিবা এটা কথা কৈ সমালোচনা কৰাৰ আগতে আৰবৰ সেই সময়ৰ পটভূমিটোও আমি বিচাৰ কৰিব লাগিব। সেইবুলি এইটোও নহয় যে সেই সময়ৰ পটভূমি আজিৰ সতে নিমিলে কাৰণে কথাবোৰো ভুল। মই কৰবাত এষাৰ কথা কৈছিলো যে আমাৰ বাবেহে, মানুহৰ বাবেহে দিন মাহ, যুগ, শক্ বা শতাব্দী। আমাৰ জীৱন, স্থিতি, আয়ু নিচেই খন্তেকিয়া বাবে কিছুমান কথা জুখিবৰ বাবে শক্, শতাব্দী, মাহ, বছৰ বনাই ললো। কুন্ত অবীনশ্বৰ খোদাৰ বাবে সেইবোৰ নাই। তেওঁ অনাদী অনন্ত কালৰ পৰা আছে আৰু থাকিবও। মানুহে কওঁতে বহু কথাই কয়। তাৰ ভিতৰত অন্যত্তম কথাটো হৈছে এনেকুৱা যে বহুলোকে কয় "কিহৰ হিন্দু-মুছলমান, জৈন- খৃষ্টীয়ান- কিহৰ বেদ-বাইবেল, কীৰ্ত্তন, কোৰাণ। সকলোবোৰ একেই। ভগবানৰ কথাকে কৈছে আৰু ভগবানক কেনেকৈ পাব পাৰি তাৰ কথা কৈছে। সেইবোৰ মই নেমানো। নামাজ, পূজা মই নেমানো- সকলো মিছা।" ঠিক এই জাতিয় কথা কোৱা মানুহৰ বিশেষ বাহাদুৰী কতো নাই। তেনে লোকে যেতিয়া মছজিদ,

নামঘৰ, মন্দিৰ, গুৰুদ্বাৰত সোমাই থাকে তেতিয়া পাহৰি যায় তেওঁ কি কথা কৈছিল। সকলো ধৰ্মৰ মত- সৎ কামেৰে ঈশ্বৰৰ সান্নিধ্য লাভ কৰা হ'লেও, একেটা পথ হ'লেও পন্থা সুকীয়া। আনৰ এই পন্থাৰ প্ৰতি শ্ৰদ্ধাশীল হ'ব লাগিব। মানুহৰ ভাষা বেলেগ, ৰং বেলেগ, চেহেৰা বেলেগ- কিন্তু হ'লেও মানুহ। তেনেকৈ পৃথিবীৰ সকলো বস্তুৰেই এই "বেলেগ"ৰ পৰা বাহিৰ হৈ যোৱা নাই- তাৰ মাজত সাদৃশ্যও আছে। ৰঙৰো বহু ভাগ- কিন্তু তাৰ নাম ৰং। ধৰ্মক খিচিৰি বা সনা-পিঠা কৰিব নোৱাৰি। ভাষা এশটা শিকি সেই সেই ভাষাত ক'ব পাৰি, কিন্তু এটাৰ পৰা কেইটামান শব্দ, এটাৰ পৰা অলপ বাক্য, আন এটাৰ পৰা আৰু চাৰিটা আনি মনৰ কথা প্ৰকাশ কৰিব নোৱাৰি। কৰিলেও দুৰ্বোধ্যতাই মানুহক বিপাঙত পেলাব, যেনেকৈ ওপৰা ওপৰিকৈ অলেখক ৰঙৰ সমাহাৰে abstruct Art ৰ নামলৈ, নানা শব্দৰ সংগঠনে আধুনিক কবিতাৰ নাম লৈ আজি মানুহক বিপদত পেলাইছে, বিভ্ৰান্ত কৰিছে। Intermixing of religion কোনো ক্ষেত্ৰতে নহ'ব। কোৰাণত দুটা কথা আহিছে দাদা "তোমালোকৰ কাৰণে তোমালোকৰ ধৰ্ম, আমাৰ কাৰণে আমাৰ ধৰ্ম" "ধৰ্ম সম্বন্ধে বল প্ৰয়োগ নহ'ব"। গতিকে তাতে সকলো সোমাই আছে। আৰু এটা কথা দাদা- ধৰি ললো যেনিবা মই অকল অসমীয়া ভাষাটো জানো। তথাপিও আমি কেতিয়াবা এনেকুৱাটো কৰো যে বিপদৰ সময়তে হওক, সম্পদৰ সময়তে হওক, হাঁহিৰ বাবেও হওক, দুখৰ বাবেই হওক, স্বাৰ্থৰ বাবেই হওক, জানিবৰ বাবেই হওক যিকোনো কাৰণতে নহওক অন্য ভাষাৰ লোক এজনৰ সতে ভঙা ভঙা হিন্দীত, ইংৰাজীত, বঙালীত, উড়ীয়াত, পঞ্জাপীত, নেপালীত, খাছী ভাষাত এষাৰ হলেও কথা পাতো, ভাৱৰ আদান-প্ৰদান কৰো, কৰি ধন্য হও, কৃতাৰ্থ হও, সৌজন্যতা ৰক্ষা কৰো, সন্মান জনাও আনকি দুৰ্ঘটনাৰ সময়ত, মৰণমুখী ৰোগীক বছাবৰ বাবে ফাৰ্মেচীৰ পৰা দেৱাই অনাৰ সময়ত, দুবৃত্তই খেদি অহাত তাৰ পৰা বাছিবৰ সময়ত নানা সংকট কালত যিজনে যি ভাষা জানে সেই জনৰ সতে সেই ভাষাতে কথা পাতি ধন্য হয়। ঠিক আমাৰ ধৰ্মীয় চিন্তাধাৰাও তেনে হ'ব লাগে। ধৰ্মক খিচিৰি নকৰো- কিন্তু সন্মান সদায়ে জনাম। পাবলগা ভক্তিক্কন সদায়ে দিম। Intermixing ধৰ্মৰহে নহ'ব কিন্তু হৃদয়ৰ সদায়ে হ'ব। এহাতে

কোৰাণ লৈ সিহাতত গীতাক চালাম জনোৱাৰ সাহ লাগিব। সেই বুলিয়ে মই বেছি কৰিবলৈ গৈ নামঘৰৰ থাপনাত, মন্দিৰৰ বিগ্ৰহত আৰু আনে মছজিদৰ মিম্বৰত উঠি ধৰ্মৰ পতাকা উৰুৱাব সেইটো নহয়। নিজ নিজ ধৰ্মত থাকি আনৰ ধৰ্মক কি বুলি ভাবে, গ্ৰহণ কৰে তাৰে পৰীক্ষা চাবৰ বাবে আল্লাৰ অতবোৰ ধৰ্মৰ সৃষ্টি। নহ'লে পৃথিবীত ধৰ্ম, বৰ্ণ, ৰং এটাই হ'লহেঁতেন। এইবোৰ কথা কলে আমাক দাদা আনে আবেগত কথা কোৱা বুলি কয়, Over Sentimental বুলি কয়, ধৰ্মভীৰু বুলি কয়। কিন্তু মজাৰ কথা এয়ে যে এইবোৰৰ পৰা কোনো ব্যক্তি বিৰত থাকিব নোৱাৰে। অৱশ্যে নাস্তীকসকলৰ কথা বেলেগ। ঘৰৰ চাৰিবেৰৰ মাজত, মছজিদত, হজত মই মুছলমান হ'লেও বাহিৰত, সমাজত মই মানুহ। অসমীয়া মানুহ। কৰ্মই ধৰ্ম হয়। কিন্তু এই কৰ্ম দুবিধ। এবিধ আল্লাৰ কৰ্ম- এবিধ মানুহে কৰা সংসাৰৰ কৰ্ম। আল্লাৰ কৰ্ম কৰিবলৈ গৈ সংসাৰৰ কৰ্মক বাদ দিলে মানুহ নিগমে মৰিব। পেট আৰু গাটোক বচাই, জীয়াই ৰাখিবৰ বাবে কৰা কৰ্মই সংসাৰৰ কৰ্ম। কিন্তু মন আৰু আত্মাকো আহাৰ লাগে সেই আহাৰৰ সংগ্ৰামেই হৈছে আল্লাৰ কৰ্ম। পেট আৰু গাটোক অন্ন আৰু কাপোৰেৰে বচোৱাৰ সংগ্ৰামেই হৈছে সংসাৰৰ কৰ্ম। এই সংসাৰৰ কৰ্মত আনে আনক সহাই কৰিব পাৰে কিন্তু আল্লাৰ কৰ্মত কোনেও কাকো সহাই কৰিব নোৱাৰে। কাৰণ ইয়াৰ পন্থা বেলেগ। কিন্তু দুৰ্ভাগ্যৰ কথা এয়ে যে গীতাক কৃষ্ণৰ কথা বুলি সকলোৱে বিশ্বাস কৰে কিন্তু কোৰাণক আল্লাৰ কথা বুলি বিশ্বাসেৰে লবলৈ মানুহে টান পায়- অথচ দুয়োখন গ্ৰন্থৰ সৃষ্টিৰ প্ৰক্ৰীয়া প্ৰায় একেই। আমি যে পঢ়া-শুনা নকৰো তাৰ বাবেই আমাৰ এনেবোৰ হৈছে। বাৰু দেখা যাওঁক টাবৰীণে কি লিখিছে আমি চাম। বাংলাদেশত তাইক লৈ সৰব আলোচনা হৈছে। আমি চাম তাইৰ লিখনিৰ প্ৰভাৱে আমাক কিদৰে উপকৃত কৰে, পুৰস্কৃত কৰে।

নব শৰ্মাই কফিৰ পিয়লাত শেষ ধোকটো মাৰি পাপ এখন তুলি লব ধৰোতেই দেখিলে কবীন আৰু চালেহ সোমাই আহিছে।

: তোমাৰ বন্ধুবৰ্গ পাই গ'লহি। মই তেন্তে উঠো।

: ইমান ভাল কথা কিয় ইমান সোনকালে শেষ কৰে দাদা। অ' কোন আহিছে ?

কবীন আৰু চালেহ সোমাই আহিল কোঠালৈ। টফচিৰ আচৰিত হৈ গ'ল। তিনিওটাই সাৱতা- সাৱতি কৰিলে।

: মৰাণৰ পৰা কেতিয়া আহিলি ?

: তই কেতিয়া পালিহি ?

: মই আহিয়েই গম পালো তই আহিলি বোলে. চাহ একাপ খাই ঢাপলি মেলিলো।

: মই অহা চাৰি দিন হ'ল। আৰু তই হবলা কলিকতা পালিগৈ ?

: প্ৰেছৰ কাম এটাত যাব লগা হ'ল। ময়ো যোৱাকালি চেকেণ্ড ফ্লাইটত পালোহি।

: বাঃ ইটো আজিকালি আকাশেদি আহে।

তিনিওটা টফচিৰৰ বিছনাখনতেই বহি ললে। কবীনে জোতা খুলি বিছনাৰ সিটো মূৰে বহি ললে। বন্ধুত্বৰ নিবীড়, পবিত্ৰ সম্ভাষণবোৰ দেখি নব শৰ্মাৰ মনটো আনন্দৰে ভৰি পৰিল।

: দাদা তুমি কাগজবোৰ চালা টফচিৰৰ ?

: ও মই সকলো বুজাই কৈছোঁ। একো চিন্তা নাই। মই মানে অলপ চাই ললো।

: কথাটো কিনো দাদা ?

: ইয়াৰে সেই ডুবে মটৰ গেৰেজৰ কিনাৰত যে ফল-মূলৰ দোকান এখন আছিল তাতে কফচিৰ নামৰ অন্য এটা মানুহ আছিল। তাৰ Citizenshipৰ ওপৰত কিন্তু আমাৰ এটা Doubt আছিল।

: তেনে মানুহ কিবা এজনেই আছেনে ?

: কথা সেইটো নহয়। সি DICৰ পৰা এটা সৰু Loan লৈছিল। এতিয়া এক সপ্তাহ ধৰি মানুহটো missing হৈ আছে। কোনেও নেজানে ক'লৈ গ'ল। কফচিৰ, মানে এওঁৰ নামটোৰ লগত Soundৰ মিল এটা আছে বাবে আমাৰ অসুবিধা এটাই দেখা দিলে। সেয়ে ময়ে মনে মনে অনুসন্ধান কৰিলো। ইতিমধ্যে এওঁ যে বাংলাদেশলৈ গ'লগৈ গতিকে কথাটো চাবলগা হ'ল। হ'ব সামান্য ঘটনা। বাৰু তহঁত বহু কথা পাত।

: নব দাদাৰ সতে যে আজি কিমান কথা পাতিলো। কবীনে দাদাৰ পৰা

কথা শিকি লবি দেই। মইতো ভাবিছো যে সময় পালে দাদাৰ সতে বহিম।

: হেৰা, আমি ঘূৰিফুৰা মানুহ, দেখা মাত্ৰকে আমি মানুহক বেয়া বুলি ভবা মানুহ। সন্দেহ আমাৰ দ্বিতীয় চকু। আমিনো কি ভাল কথা কম ?

: দাদাই কিছুমান কথা ক'লে বৰ ভাল লাগিল।

: আমাৰ ইয়াত যে মানুহে আজিকালি সেই টাববীণৰ চৰ্চাত ব্যস্ত তাৰ কথা কেইটামান ক'লো।

: ই নকৰি আৰু ওলাবই নোৱাৰো। পেপাৰ, আলোচনী গৰম। কিমান পঢ়িবি ? তাত কেনে ?

: কম বাৰু, বহছোন। বহু কথা আছে।

: তোমালোক বহা তেন্তে, কথা পাতা, টফচিৰে ভিছা আৰু কাগজবোৰ ৰাখা মই যাও, তইঁত বহ।

: মই দাদা কেতিয়া যাম কওক ?

: ময়ে কেতিয়াবা আহিম। মোক ঘৰত নেপাবা,

নব শৰ্মা ওলাই গ'ল। চালেহুইতে অলপ মুকলি যেন অনুভৱ কৰিলে। টফচিৰৰ মনটো অলপ চঞ্চল হৈ উঠিছে যদিও তাৰ ভিতৰতে অলপ তৎপৰতাৰে কলে।

: নবদাদাৰ সতে বৰ ভাল কথা পাতিলো। কথাবোৰ মোৰ বুকুত লাগি আছে দে। জানে কিন্তু দেই।

: দাদাৰ কেইজনমান বন্ধু আছে, কোন সেই কেইজন জান ?

: নেজানো।

: ক'ত জানিবি ? দিলোৱাৰ, চুলটানা আৰু আলীহঁতৰ বাপেকহঁত। সেইসকল হৈছে তাৰ বন্ধু। যিবোৰৰ পিতেকবোৰ আৰু আমাৰ বন্ধু। অন্য সকাম যেনে ঈদ, মহৰম আদিত আজিলৈকে গৈ নেপালে, কিন্তু কিতাপ কেইখন হলে আনিবৰ সময়ত একেবাৰে তাৰ সময় ওলায়।

: ঠিকেই, ঈদত মোৰ ঘৰত কুকুৰাৰ বাণ আৰু পোলাও কেইটা আৰু ময়ো যদি সেই বিহুত টেঙা দৈকণ আৰু চিৰাৰ সতে পিঠা কেইটা খোৱাৰ বন্ধুত্ব ৰখাৰ বাহিৰে যদি আইন কোনো হৃদয়ৰ বা তাত্বীক আৰু আধ্যাত্মীক সম্বন্ধ নেপাতা তেন্তে তয়ে ময়ে বা তোৰ মোৰ সম্বন্ধ সেই জিভাৰ সোৱাদ

কপতে থাকিব। তাতোকৈ আৰু আগ নেবাঢ়ে।

: ক'ৰপৰা মানুহটোৱে সময় উলিয়াই নেজানো। ঘৰলৈ কেতিয়াবা চাৰি-পাঁচ দিনৰ মূৰত ঘূৰি আহে। হাতত দেখিবি পুৰণা কিছুমান কিতাপ। চুলে বা মেলিলে কব "এইবোৰ নুচুবি দেই- লোকৰ কিতাপ। আনী কাইটিৰ পৰা আনিছোঁ" তেতিয়া আমি বুজি পাও, দাদা বহিব আৰু। বাৰু- এইবোৰ বাদ দে। এতিয়া আহ।

হোটেলৰ ল'ৰাটোক আৰু দুকাপ কফি আৰু কিবা খোৱা বস্তু দিবলৈ কৈ টফচিৰ আহি বিছনাত বহিল। তিনিওটাই চাদৰৰ তলৰ পৰা গাৰুবোৰ উলিয়াই ল্যলে আৰু কোঁচত লৈ ভালকৈয়ে বহি ললে।

এইবাৰ প্ৰথমে চালেহে মাত দিলে।

: আব্বাৰৰ জিয়াৰত ছাঁগে ভালেৰেই হৈ গ'ল। মানুহ কিমান মাতিছিলি ?

: একেবাৰে মতা নাই। সেইবোৰ বেছি কৰিলেই আৰু দিগদাৰী। সিহঁতে মানে মোক আৰু আহিবলৈকে নিদিব। ঘৰৰ মানুহখিনিৰে পাতিলো। মাত্ৰ মছজিদৰ জোনাব আহিছিল।

: এতিয়া আমাৰ কথা তেনেকৈ নাই। সকলো কথা তোৰ কোৱাৰ পাল। তই যে এই কেইদিন নাই মানে আমাৰ ইয়াত বিৰাট গৰম চলি আছে। তাত টাবৰীণৰ খবৰ কি ?

: তাকে দাদাৰ সতে পাতিবলৈ গৈ কোনোবাখিনি পালোগৈ। এচামে কথাবোৰ ধৰিছে এচামে ধৰা নাই। বাকী ভদ্ৰ, ভব্য-গব্য লোকে কিন্তু খুব বেয়া পাইছে। এতিয়া ময়ো তাইৰ এখন কিতাপো পঢ়া নাই। একোৱেই নেজানো। কিন্তু দুই এটা লিখা আৰু আলোচনাৰ পৰা গম পাইছোঁ মানুহৰ উল্লাস এটা হৈছে।

: ক'ৰ ক'ৰ মানুহে যে লিখিবলৈ লৈছে। জীৱনত প্ৰবন্ধ নামত প এটা নিলিখা মানুহে এতিয়া দেখো মানে বিৰাট ৰাইটাৰ। সেইবোৰ একপক্ষীয় হৈছে বাবে মোৰ ভিতৰলৈ সোমাবলৈ বৰ ইচ্ছা যোৱা নাই।

: সেইটো নহ'ব- আমিও যেতিয়া অলপ কলম চলাও তেনেস্থলত আনৰ কলমবোৰো চাব লাগিব।

: মই ওলাবলৈকে নহ'ল নহয়। এইবাৰ টাবৰীণকো লগ নকৰিলো।

: কিয় নকৰিলি ? সেইটো নো তই ভুল কৰণ ? এনেয়ে যোৱাৰ দিগদাৰি গৈছে যেতিয়া লগ কৰি আহিব পাৰ। পেহীয়েৰৰ ছোৱালীহে তোৰ কাৰণেটো একো অসুবিধা নাই, Now she is internationally known lady, অন্ততঃ বহু কথা জানিলি হয় ?

: মই গৈছো মাত্ৰ আব্বাৰ জিয়াৰতৰ বাবে। অলপমান ঘুৰি দুই চাৰিটা খবৰ আনিছোঁ। টাবৰীণক লগ কৰা মানে মোৰ আৰু পোন্ধৰ দিন দেৰি হৈ যোৱা। ইমান দিন সেইখনত থাকিব নোৱাৰি। তাই মোক পালেতো আৰু কথাই নাই। মানে আপোন বুলি, পেহীৰ ছোৱালী কাৰণে কেইটামান কামহে বাকী থাকিব- যি কেইটা একেবাৰে নোৱাৰি। ক'ত যে লৈ নেযাব, কি প্ৰমাণ যে নিদিব আৰু মই যদি কিবা এটা কও, হৈ গ'ল আৰু- তিতা-কেঁহাবোৰ কোনে খাই ?

: তেওঁৰ কথাবোৰ সিমান মিছা নহয়। মই অলপ ভাল মানুহৰ লিখা পঢ়িছোঁ- কথাও পাতিছোঁ। বিবোধৰ বাবে তেওঁৰ লিখনিত কিন্তু বহু সময় আছে। কলিকতাই উঠাই দিলে তেওঁক। মোৰ মতে ভাল কাম কৰিলে। এনেকৈয়ে ওলাই ৰাতিৰ তৰা, এনেকৈয়ে বয় দিনৰ বতাহ। কিন্তু আমি জানো গোটেই তৰাখিনি লিখো, সকলো বতাহ জানো লও ? এতিয়া চাব লাগিব।

: চিঠি এখন কিন্তু ঠিকছে লিখি দি আহিছোঁ।

: টাবৰীণলৈ ? কনা ভাই কি দিলি- কিয় দিলি ?

: মোৰতো তাত সকলোবোৰ চিনাকিহে। বন্ধু বা খুব আপোনটো কোনো নাই। মাত্ৰ বাইটি জনি আছে। আদিল নামে মোৰ এজন বন্ধু আছিল। মোৰ কথা শুনি এবাৰ মোক লগ কৰিবলৈ আহিছিল। তাৰ সতে বহু কথা পাতিছিলোঁ। তেতিয়া তাৰ পৰায়ে জানিছিলো যে টাবৰীণে মানে নাৰীৰ এই অবস্থাৰ বাবে পুৰুষক কেনেকৈ জগৰীয়া কৰে ? জগৰীয়া কৰক বাৰু। তই বা আমি বা বাহিৰে সাহিত্যৰ যোগেহে গম পাইছে। তাই বোলে যেতিয়া ব্যক্তিগতভাৱে মুখেৰে পুৰুষক হানিব, মুখ চলাব, তেতিয়া মোৰবোৰৰ সাহিত্যৰ সোৱাদ, লালিত্য ওলাই যাব। এইবোৰ আদিলহঁতে কোৱা কথা। কাৰণ সিহঁতবোৰে তাইৰ সতে সদাই কথা পাতি আছে। গতিকে ময়ো জড়িত হৈ

তাইলৈ লিখি পঠালো।

: চিঠিখন কি পোষ্ট কৰিলি নে নাই কাৰোবাৰ হাতত দিলি ?

: আদিলৰ হাতত‌ে দিলো। লিখি দিলো যে পুৰুষৰ বাবেইটো অতখিনি পয়মাল, ইমান নৰকময় পৰিবেশ। গতিকে তুমিটো পেশাত ডাক্তৰণী, নাৰ্চিং হোম এখন খোলা- আৰু তাতে বাপেৰে সকলো নাৰীৰ আগে পিছে উঠা-নমাখিনি প্লাচটিক চাৰ্জাৰী কৰি পেলোৱা তেতিয়া ভেন্দী গছজোপাৰ দৰে, তামোল জোপাৰ দৰে, কঁচুদালৰ দৰে হৈ পৰি তেতিয়া চিন্তা নাই। বসাল, পকা, কোমল ফল কেইটালৈ আঙুৰৰ লতা হৈ কেৰমেৰ কৈ পুৰুষৰ গাত বগাব নেলাগে। অৱশ্যে ইমানখিনি লিখা নাই।

কৈয়ে টফচিৰ সিটো কোঠালৈ সোমাই গ'ল। ৰুবীন আৰু চালেহে জোৰে হাঁহি দিলে।

: তোক এইবোৰ লিখি তাইক দিবৰ বাবে পঠোৱা নাছিলো। আবৰাৰৰ অকণ জিয়াৰত কৰিবি আৰু অৱশ্যে কৈছিলো যে পাৰিলে টাবৰীণক লগ কৰিবি। তই গৈ চিঠিহে দিলিগৈ ? বেয়া কৰা নাই দে।

:চাবি আৰু তাকে লৈ আকৌ এবকলা নিলিখিলেহে ৰক্ষা। পুৰুষবোৰে নাৰীৰ সৌন্দৰ্যকাৰক অংশে অস্ত্ৰোপচাৰ কৰি নাৰীক পঙ্গু কৰাৰ ষড়যন্ত্ৰ কৰিছে-বুলি।

: কি হ'ল জান ? আদিলে কোৱা মতে তাতে বোলে এখন মিটিং হৈছিল। তাই মোৰ চিঠিখনৰ কথাবোৰ বোলে পঢ়ি দিলে।

: তাৰ পাছত ?

: তাৰ পাছত কি হ'ল নেজানো। আদিলে কোৱা নাই।

: মই একেবাৰে ঠিক কথা কৈছিলো। তই আকৌ এটা নতুন বিষয় তাইক দি আহিলি। পৃথিৱীত এনে চিন্তা ছাগে তোৰ বাহিৰে কোনেও কৰা নাই।

: মোৰ মানে অসহ্য লাগিল। হেৰ, কাৰবাৰ বিয়া এখনৰ কথা কৈছিল। কিবা বেয়া, অনীতি দেখিছা তাক কোৱা। তাই "কামুক পুৰুষটোৱে একশৰীৰ মাংস উপভোগ কৰিবৰ বাবে লৈ গ'ল" বুলি লিখাৰ কি অৰ্থ থাকিব পাৰে? গতিকে ময়ো লিখি দিলো- সেইটো কৰিলে সকলো সমস্যাৰ ওৰ পৰিব।

হোটেলৰ ল'ৰাটোৱে দুকাপ কফি, এপেকেট কাজু আৰু দুটা লালমোহন দি গ'লহি। টফচিৰ আহি কাষতে বহিলহি।

: এতিয়া শুন, তোৰ সতে সকলো কথা লাহে লাহে পাতিম। তই অলপকৈ শুনিহে গৈছিলি। তই যোৱাৰ পাছত কথাবোৰ আৰম্ভ হৈ গ'ল। মানুহে বাক স্বাধীনতাৰ ওপৰত খুব জোৰ দিছে। এই বাক-স্বাধীনতাৰ এটা ব্যাখ্যা আমাৰ দৰকাৰ হৈ পৰিছে। আচলতে এই বস্তুটো কি? আমি জানো যে যাৰ কথা কোৱাৰ অধিকাৰ আছে, যি কথা কওতে আনৰ শাসনৰ তলত থাকি নকয়, তলতিয়া হৈ থাকি কথা নকৈ মুক্তভাৱে, নিভীকভাৱে নিজৰ মতামত প্ৰকাশ কৰিব পাৰে সেই শক্তিটোকে বাক্-স্বাধীনতা বুলি কয়। কওতাজনে কোনো বাধা নোপোৱাকৈ আনৰ আগত কথা ক'ব পাৰিব। এতিয়া বিশেষকৈ টাবৰীণৰ কথালৈ তেখেতক কেন্দ্ৰ কৰি এই বিষয়ৰ ওপৰত জোৰদাৰ চৰ্চা চলিছে গতিকে আমি আমাৰ আলোচনাবোৰ ঠিক টাবৰীণ সম্পৰ্কীয় চিন্তা-চৰ্চা, ধ্যান-ধাৰণাৰ ভিতৰত ৰাখিম।

: তাৰ আগতে মই এটা কথা মনত পৰোতেই কৈ লও। টাবৰীণৰ সতে আমাৰ মূল বিৰোধৰ কাৰণটো হৈছে ধৰ্মীয়। মই তেওঁৰ সকলো লিখা পঢ়িছো। পুৰুষ তান্ত্ৰীক সমাজৰ পুৰুষৰ বিষয়ে লিখাত যিমান ভাল পাইছো তাতোকৈ বহুগুণে বেয়া পাইছো কোৰাণ আৰু পয়গম্বৰ জনক তুচ্ছ-তাচ্ছিল্য কৰাৰ বাবে। পুৰুষৰ বিষয়ে কিছুমান কথা লিখিছে সেইবোৰ সঁচা আৰু তাৰবাবে আমি তেওঁক সন্মান জনাইছো আৰু বলিষ্ঠ লিখনিৰ বাবে ধন্যবাদ জ্ঞাপন কৰিছোঁ। কিন্তু তাকে কৰিবলৈ যাওতে আৰু বহু কথা প্ৰকাশ কৰিছে যিবোৰৰ পঞ্চাশ শতাংশই আপত্তিজনক, অ-গ্ৰহণযোগ্য, অ-প্ৰযোজ্য আৰু অবান্তৰ। সেইবোৰৰ বাবে আমি সাধাৰণভাৱে বেয়া পাইছো। আৰু আমি অতিকৈ দুঃখিত এটা কাৰণত যে আমাৰ মানুহবোৰেই, লেখক সকলৰ প্ৰায় সকলে তেওঁকে সমৰ্থন কৰি, সোঁৰে-বাওঁৰে থকা আন সকলৰ কি প্ৰতিক্ৰীয়া হ'ব পাৰে, কেনেকৈ বেয়া পাব পাৰে, সেইবোৰ নেভাবি যেতিয়া অন্ধভাৱে লিখিবলৈ ললে। কেইজনমানৰ বাহিৰে সকলোৱে তেখেতৰ পক্ষতহে লিখিলে, সমৰ্থন কৰিলে। তাকো কৰক বাৰু কিন্তু তেখেতে ধৰ্মত হাত দিয়াৰ পাছতো যে সেই ভুল কথাবোৰত আমাৰ সকলে উজ্জান দিলে তাৰ বাবেহে আমি বেয়া

পাইছো। আৰু যদি বেছিকৈ কও তেন্তে এই বুলি ক'ব লাগিব যে কাৰো কথা ভাবিব বাৰু নেলাগে, কোনো সম্প্ৰদাই বা ভাই-বন্ধুৰ কথাও ভাবিব নেলাগে, যদিহে কথাবোৰ অলপ জানি-শুনি লিখিলে হয় বা অলপ পঢ়া-শুনা কৰি টাবৰীণৰ ভুলখিনিক ভুল বুলি আৰু শুদ্ধখিনিক শুদ্ধ বুলি কলেহয়।

: তুমি ঠিকেই কৈছা। এতিয়া শুনা, ভাৰতীয় সংবিধানৰ উনৈশ নং অনুচ্ছেদ অনুযায়ী আমি বাক্-স্বাধীনতাৰ অধিকাৰ পাইছো। এইটো সকলোৰে জনা কথা। বাংলাদেশৰ সংবিধানত কি আছে নেজানো। টাবৰীণৰ কোৰাৰ অধিকাৰ, লিখাৰ অধিকাৰ আছে গতিকে কৈছে আৰু লিখিছে। তেখেতৰ এই অধিকাৰ দুটা শিবিৰলৈ গুছি গৈছে– এটা সামাজিক শিবিৰ আৰু আনটো ধৰ্মীয় শিবিৰ। সমাজত ব্যভিচাৰ হৈছে গতিকে সমাজৰ পৰা তেখেতে উপাদান, আহিলা, সঁজুলি বুতলি আনিছে। ভাল কথা। কিন্তু ইছলাম ধৰ্ম বা গ্ৰন্থখনত ক'ত ব্যভিচাৰ সোমাই আছে? ব্যভিচাৰ যদি হৈছে ইছলাম ধৰ্মৰ নামতহে ব্যভিচাৰ হৈছে। এই ব্যভিচাৰবোৰৰ আৰু আধাখিনি তেখেতে নিজৰ মতে নিজে সাজি-কাচি দেখুৱাই দিয়া ব্যভিচাৰ। সেইবোৰ ব্যভিচাৰ হ'ব নোৱাৰে। সেই সমূহ হৈছে কিছুমান কঠোৰ নিয়ম, অনুশাসন। সেইবোৰ বৰ্ত্তী থাকিলে তেখেতৰ হৃদয়ৰ ভিতৰত প্ৰতিটো কাম চলাই যাবৰ বাবে যি এক "অবাধ" নামৰ ৰবটৰ সৃষ্টি হৈছে, সেই ৰবটটো সুকলমে, নিয়াৰীকৈ চুইচ চিপাত বিৰাট অসুবিধা হ'ব। সেয়ে সেইবোৰ ব্যভিচাৰ বা নাৰী বিৰোধী প্ৰথা বুলি অভিহিত কৰিছে। জনা কথা ইছলামৰ নীতি-নিয়ম কঠোৰ। কোনোবাই মানিব পাৰিছে, কোনোবাই পৰা নাই। তাৰবাবে আমাৰ ক'বলগা একো নাই। অন্য বিষয়বোৰ বাদ দি তেখেতৰ কোৰাণ আৰু হাদীছ আৰু পয়গম্বৰ জনৰ বিষয়ে বাক্-স্বাধীনতাৰ দোহাই দি, গইনা লৈ যা তা কোৱাৰ অধিকাৰ আছেনে? এই বস্তুটোৰে আমাক লাগে আৰু লাগে তাকে সমৰ্থন কৰি আমাৰ সকলোৰে কোৱাৰ অধিকাৰ আছেনে? টাবৰীণৰ শুদ্ধ কথাৰ ওপৰত যদি ভুলকৈ কোৱাৰ অধিকাৰ আছে তেন্তে তাৰ বিপৰীতে জবাব দিয়াৰ অধিকাৰো আনৰ থাকিব।

: আৰু এটা কথা– কোৰাণ-হাদীছৰ আৰু পয়গম্বৰ জনাৰ গাত যদি কিবা দোষ আছে, বেয়া এটা নিহিত হৈ আছে তেন্তে সেইবোৰ কঠোৰভাৱে

অধ্যয়ন কৰি, বিশ্লেষণ কৰি, পৰ্য্যালোচনা কৰি তাৰ ওপৰত নিলিখে বা নকয় কিয়? আনে চকুত ধূলি মাৰি বাট দেখুৱাই দিলে। টাবৰীণ, ৱাজদী ইতৰ লিখনিক সমৰ্থন কৰি সেই লিখনিত নিজকে উটাই দি সমাজৰ এটা সম্প্ৰদায়ক আঘাট সানিব খোজে কিয়? সেয়ে যদি হয় তেওঁলোকে আমালৈ কি ৰাখিলে.? পামনে আমি আমাৰ চৰম বিপদৰ সময়ত, সংকটৰ সময়ত, ঘোৰ অন্ধকাৰৰ সময়ত তেওঁলোকৰ বুকুত এখানী আশ্ৰয়? তেওঁলোকৰ সতে মিলি যাবলৈ আমাক কত আপোন কৰি ৰাখিলে? আমিটো কোৰাণ, হাদীছৰে মানুহ, কোৰাণ আৰু হাদীছ সমূহ আমাৰ কিতাপ, আমাৰ সংবিধান। আমি বাৰু পৃথিবীৰ মানুহৰ সংবিধান বুলি নকলোৱে যেনিবা। সেই সমূহেইটো আমাৰ গ্ৰন্থ, আমাৰ জীৱন, আমাৰ খোদা? তাত কেৱল আজান ফকীৰ বা জিকিৰেই নাই- তাত যীচু, বুদ্ধ, যুধিষ্ঠীৰ, কৃষ্ণ, নানক আদিও সোমাই আছে- তাত অথৰ্ব্ব বেদীয় উপণিষদ, আল্লো উপণিষদ, সামবেদৰ সুক্ত আৰু শাৰী, তাত চেন্টজন আৰু জেন্দ-আৱেস্তাৰ আৰু অল্ড টেষ্টামেন্টৰ অংশও সোমাই আছে। যদি এইবোৰ মিছা তেনেহলে কিয় কাটি নিদিয়া, মচি নিদিয়া মানুহৰ সেই চীৰন্তন প্ৰাৰ্থনা- এহ দ্বিনাচচ্ছেৰাতাল মুস্তাকীমা চিৰাতাৱাল লাজিনা- হে দ্বিনাচ-চ্ছেৰাতাল আল্লা আমাক সত্য পথৰ সন্ধান দিয়া, এন্ধাৰ, অসত্যৰ দুৰ্গম পথৰ পৰা শান্তি আৰু মুক্তি পথৰ অভিযাত্ৰী কৰা, তমসো মা মদগময় তমসো মা জ্যোতি গময় মৃত্যু মা অমৃতং গময়, Lead kindly light Amidst the encircling gloom lead thou me on

: গতিকে চা বাক্-স্বাধীনতাৰ অধিকাৰ আছে সেইবুলি তাক misuse কৰিবিনে? এজনে যি মন যায় তাকে কলে বাবে আনেও কৰিবনে? এই বিষয়ে ভাল সমালোচনাওটো ওলাইছে। কি সেই সকলে কথাবোৰ তেনে এনেয়ে কলে নেকি? তেওঁলোকবোটো এটি positive দিশ আছে। মই ভাবো- সজোৰে ভাবো, মৌলবাদী সকলে যদি ধৰ্মৰ গইনা লৈ নানা নীতি-নিয়মৰ প্ৰবৰ্ত্তন কৰে, সমাজত বিশৃঙ্খলতাৰ সৃষ্টি কৰিছে তেন্তে অমৌলবাদী সকলেও বাক্- স্বাধীনতাৰ গইনা লৈ নানা অযুক্তিকৰ, অবান্তৰ পৰিস্থিতিৰ উৎভৱ কৰিছে। বাক্- স্বাধীনতাৰ পোষকতা কৰা সকলে আনৰ বাক্-স্বাধীনতাত

কিন্তু বিৰাত হস্তক্ষেপ কৰে। তেওঁলোকৰ কথাৰ ওপৰত কোনেও একো নোকোৱাতোকে তেওঁলোকে বিছাৰে। তই নেজান, আমাৰ ইয়াত তই ঠিক যোৱাৰ পাছৰে পৰা কি চলি আছে।

: অভিজ্ঞতা তইতৰ বহু আগবাঢ়িল। ময়ো বহু কথা লক্ষ্য কৰি আছোঁ। কিন্তু টাবৰীণৰ সমগ্ৰ লিখনি মই এতিয়াও পঢ়া নাই আৰু সমালোচনাবোৰো ঠিক তেনেকৈ পঢ়া নাই। তইতৰ কথাৰ পৰাই মই গম পালো যে কথা বহু দূৰলৈ গৈছে। বীহগছৰ শিপা মাটিৰ বহু তললৈ গুছি গৈছে। যদি এয়ে হয় তেন্তে আমি জীয়াই থাকিম কিদৰে ? উঠি অহা মানব সম্পদবোৰলৈ তেন্তে আমি কি ৰাখিম ? আজি মানুহে এই ৰূপত কথা পাতিছে, কোনে জানে অহা কালিলৈ কি ৰূপত আমি প্ৰকাশ কৰো। এগৰাকী লেখিকাৰ লিখাখিনিয়ে সৰ্ব্বশেষ সিদ্ধান্ত বুলি ধৰা হ'লনে যাৰ বাবে মানুহে আজিকালি এনেবোৰ কথা পাতিবলৈ লৈছে ? আমি সৰ্ব্ব মানৱৰ মঙ্গলৰ বাবে সদায়ে দোৱা কৰো, অথচ মোৰ প্ৰতিবেশিবোৰে আজি এইবোৰ আলোচনা কৰে।

: হাবিৰ কেতেকী যতে নুফুলক লাগিলে তাৰ সুবাসে চৌপাশে আমোলমোলাই তোৰ নাকত লাগিবই। আজিকালি এনেকুৱা হৈছে যে যিমানেই উচ্চ পৰ্য্যায়ৰ কথা নিলিখক লাগিলে ইছলামক বেয়াকৈ প্ৰতিনিধিত্ব কৰাৰ গোপন ইংগীত এটা থাকিবই।

: আমাৰ গাতো দোষ আছে। টাবৰীণ, য়াজদীহঁতে পৃথিবী তোলপাৰ লগালে আৰু আমাৰ মানুহ কেইটা বহি আছে। আমাৰ ইয়াত মোল্লা-মৌলভী, আলিম, কোৰাণে হাফিজ, মাদ্ৰাছাৰ Principal, মোহাদ্দিছ, ইছলামীক অনুষ্ঠানবোৰৰ চৰকাৰি চাকৰি কৰা সচিব সকলো আছে। তেওঁলোকে কি এটা কলমো ধৰিব নোৱাৰে ? তেওঁলোকে নামাজ, অফিচৰ কাম, মছজিদ আৰু দাৱাতবোৰৰ বাহিৰে যে সামাজিক দিশ এটা আছে যিটোৰ ভাঙোনে ধৰিলে সকলো সম্প্ৰদায়ৰ লোক যে আক্ৰান্ত হ'ব তাৰ কথা নেভাবে। কবৰবাত কিবা কাৰণত কটা-মৰা হলে খালি দোৱা কৰিব জানে। ব্ৰহ্ম নামৰ এজনে কোনোবা স্বামীৰ উদ্ধৃতি দি বেয়া কথা লিখাৰ পাছতো তাৰ স্পষ্টিকৰণ এটা অদ্যাপৰিমীত নোলাল, দুৰ্ভাগ্য যে এইবোৰৰ নিৰাময় আজি তয়ে ময়ে কৰিবলৈ ওলাইছো। এৰা আমিয়ে কৰিব লাগিব। বাছত বাছ

মিলাই আমি বহু কাম আমাৰ দেশখনৰ বাবে কৰিব লগা আছে। আমাক কোনেও আদেশ কৰা নাই- দায়বদ্ধতাই আমাৰ একমাত্র কর্ত্তব্যৰ দৰে হৈছে দেশক ভাল পাও বাবে এই অসুখে আমাক সদাই আমনি কৰিব।

: এতিয়া শুন। কালিলৈ আমি প্রেছলৈ যাম। তাতে বহিম। আমাৰ কর্মপন্থাৰ বিষয়ে কিবা এটা ঠিৰাং কৰিব লাগিব। প্রথমে আমি দুটা কথাৰ প্রমাণ ঠিক কৰিব লাগিব। বাক্- স্বাধীনতাৰ নামত মানুহে যা-তা কৰিছেনে নাই সেইটো আৰু দ্বিতীয়তে সঁচা কথা ক'লে সকলোৱে বেয়া পায় সেইটো। – কিন্তু সঁচা কথা কোনবোৰ ? এই সঁচা কথাবোৰ ফঁহিয়াই উলিয়াব লাগিব। আমি এই সমূহৰ উৎঘাটন কৰি ৰাইজক জনাম, তেতিয়া ৰাইজে বুজিব সঁচা কথা কোনবোৰ !

: তইঁতি মোক সমগ্র তথ্যপাতি দি দিবি আজিয়েই, মই কেইদিনমান ধৰি বহিব লাগিব। সংবিধান, দেশ, জাতি তথা সমাজৰ সংস্কাৰ বা আমাৰ ইয়াৰ যি কোনো এটা জলন্ত সমস্যাৰ বাবে কিবা কাৰণত তোৰ মোৰ মাজত বিৰোধ হ'ব- তেতিয়া আমি কিবা উপায়েৰে মিমাংসা কৰি ল'ম। বা তই এটা আদর্শৰ মানুহ হবি মই এটা আদর্শৰ বিশ্বাসী হম। সেইবোৰ হৈ থাকিব। কিন্তু তই একো নজনাকৈ, যিটো ধর্ম তোৰ নহয়, তই সকৰে পৰা বিশ্বাস কৰা নাই, ইমান অনা নাই, য'ত কর্মপন্থা বেলেগ, এটা শব্দও তই পঢ়িব নেজান, বা অন্য ভাষাত প্রকাশ হোৱা কোনো কিতাবো তই পুথিভড়ালৰ পৰা আনি পঢ়া নাই, তোৰ ঘৰতো নাই, তেনেস্থলত টাবৰীণ, য়াজদীহঁতে লিখিলে বুলিয়ে তই তাকে পঢ়ি ইমান অভিজ্ঞ হৈ গলি যে তয়ো এতিয়া লিখিব পৰা হলি। নাস্তীকবোৰে এইবোৰ লিখাত অলপো কঠিন কাম নহ'ব। নাস্তীকহঁতৰ কথাত ইমান মূল্য দিলি মূল্য দি আমালৈ ইমান পিঠি দিলি যেন আমিবোৰ সঁচাই যেন বৰ বেয়া মানুহ। কাৰণ তইঁতি যিটো ধর্মৰ চর্চা কৰিছ, হেয় কৰিছ, মৌলবাদৰ চোলা পিন্ধাইছ আমি তাৰেই অনুগামী, বৰ সবল অনুগামী। চা আমাৰ কোনো সংগঠন নাই, কোনো অনুষ্ঠান নাই, এজন নেতা নাই, কোনো কমিটি নাই, আৰবী ভাষাৰ ওপৰত হৰ পৰা যিকোনো আন্দোলন কৰি থকা নাই, কোনো জাতি, ভাই, বন্ধু প্রতিবেশীক জুলুম কৰা নাই, সুকীয়া ৰাজ্য লাগে বুলি কোনো দাবী তোলা নাই, এটা উদাহৰণ দে যে আমি এইখিনি

কাম দেশৰ, ভাষাৰ তথা সমাজৰ বিৰোধী কাম কৰিছো।। আমাৰ আৰু এটা সংযোটিক বাক্য আছে যাক আমি মানো,- "হুব্বুল ৱাতনে মিনাল ঈমান" স্বদেশ প্ৰেম ইমানৰ (ধৰ্ম বিশ্বাসৰ) এটা অংশ। আমি কোনো বিৰোধত যোৱা সম্প্ৰদাই নহও, ক্ষমা সদাই আমাৰ নাকৰ আগত থাকে। কৰবাত কিবা কাৰণত ব্যতিক্ৰম ঘটে সেইটো সুকীয়া কথা। আৰু সেইটো সম্প্ৰদায়ৰ কিতাপ, নীতি- নিয়ম আৰু মহাপুৰুষজনৰ বিষয়ে টাবৰীণ-য়াজদীহঁতে লিখাক তহঁতি সমৰ্থন কৰি আমাক দুখ দিছ, আমি দুখত ম্ৰিয়মান হৈ পৰিছোঁ। ১৫ আগষ্ট আৰু ২৬ জানুৱাৰীত তহঁতি বৃটিছ বিৰোধী কথাৰে মানুহক কিমান দুখৰ কাহিনী কৱ অথচ সেই বৃটিছে কই যোৱা সেই সাম্প্ৰদায়ীকতাবাদৰ গছ জোপাক আৰু তহঁতিয়েই সাৰ-পানী দি জীয়াৰ ৰাখ। আমাৰ গাটো বহু দোষ আছে। টাবৰীণ-য়াজদীহঁতে এইবোৰ নিলিখা হলে হয়তো ইমানখিনি হবলৈও নেপালে হয়। এই কথা বহুবাৰ দোহাৰিছো যে পুৰুষ তান্ত্ৰীক সমাজৰ পুৰুষৰ সামাজিক বৰ্ব্বৰতাৰ বাবে পুৰুষক উদঙাই দেখুৱাই দিয়াত আমাৰ অলপো আপত্তি নাছিল। টাবৰীণক বাংলাদেশে কি কৰে সেইটো সিহঁতৰ কথা। From Islamic point of view আমি তাইক ক্ষমা কৰি পোন বাটে লৈ আনিব লাগিব। কিন্তু আমি আমাৰ মত প্ৰকাশৰ বাহিৰে তাইক একো কৰিব নোৱাৰো। অন্য এখন ৰাষ্ট্ৰত বাস কৰি তাই আমাৰ পৰা হাজাৰ হাজাৰ মাইল আঁতৰত আছে কৰবাত আত্মগোপণ কৰি আছে- যি অৱশ্যে অৱশেষত নিজ দেশৰ মানুহৰ মোহ এৰি ভয়াতুৰ হৈ বিদেশী ৰাষ্ট্ৰৰ আশ্ৰয়ৰ বাবে প্ৰস্তাব আগবঢ়াইছে। তাইৰ উপদেশ পৰামৰ্শ লৈয়ো আমি নচলো। কিন্তু আমাৰ মানুহবোৰ ? আমি আমাৰ মানুহৰ সতেই সদাই থাকিম, থাকিব লাগিব। কিন্তু থাকি যাব অন্তৰত দাগ- বেয়া ভাবৰ চেকা। সেয়ে মোৰ দুখ- মোৰ বেজাৰ। আকৌ কিন্তু ভাবো- ঠিকেই হৈছে। এইবোৰৰ চৰ্চাৰ মাজেদি প্ৰকৃত সত্য পোহৰলৈ আহিব। এইয়া হয়তো সময়ৰে এক প্ৰত্যাহ্বান। আমাৰেই অগ্নীপৰীক্ষা। বেয়া নেপাবি ভাই তহঁতক কোৱা নাই- মানুহক কৈছো- মোৰ মৰমৰ, চেনেহৰ মানুহক কৈছো- অগ্ৰজ সকলক কৈছো- অনুজ সকলক কৈছো। কোৰাণ, বেদ, গীতা, হাদীছ, কৃষ্ণ, যিচু, পয়গম্বৰ বেয়া নহয়- বেয়া মানুহহে, বেয়া মানুহে কৰে।

টফচিৰে আৰু একো ক'ব নোৱাৰিলে। লৈ থকা গাৰুটোত কবীনে মুখখন গুজি দিলে। চালেহে নীৰবে উঠি বাহিৰলৈ ওলাই গ'ল। সমুখৰ বিছনা চাদৰখন টফচিৰৰ চকুলোৰে তিতি গ'ল। চালেহ আকৌ সোমাই আহিল আৰু সিও প্ৰায়ে ক্ৰন্দনামুৱা হৈ ক'লে।

: আমি তিনিওটাই আজি বহি এইবোৰ কথাৰ বাবে কান্দিছো। বাহিৰত মানুহে হাঁহি আছে। এইবোৰ আমাৰ অসুখৰ কান্দোন- দেশক, মানুহক ভাল পোৱা অসুখৰ বিষৰ কান্দোন- আমাৰ বুকুবোৰ বিষাইছে- মুচকি গৈছে। কেইজনে এই দায়বদ্ধতাৰ কান্দোনত কান্দিব পাৰে ? আহ একাষৰিয়াকৈ বহি লওঁ। টফচিৰে অন্য কথা উলিয়া। নতুন খবৰ ক। কবীন বাদ দে, জাৰি-জোকাৰি পেলা অন্তৰৰ দুখ। আকৌতো নতুন দুখ আহিব- সিহঁতক জানো আদৰণি নজনাবি ? নতুন দুখৰ বাবে জেগা ৰাখ দোস্ত।

কবীন আৰু টফচিৰ বিছনাৰ পৰা নামি চোকালৈ আহিল। তিনিওটা বহি পৰিল।

: যাও দে, ঘৰত ৰোৱাই নাই। কিবা অন্য আছে যদি ক। নহ'লে যাওঁ।

: ও দুটামান আছে। মোৰ যে এবাৰ জন্দীচ হৈছিল মনত আছে ?

: ও কি হ'ল পিছে ?

: জয়া বজাৰৰ যে সেই বগীবুঢ়ী নামৰ মহিলা এগৰাকীৰ পৰা ঔষধ আনিছিলোঁ। সেই গৰাকীৰ বিষয়ে বহু কথা জানি আহিলো। ক'ৰ মানুহ যে ক'ত আহি আছেহি। বুঢ়ীমানে পক্কা বাংলাদেশী। এদিন ওলাবি চাই আহিম। মোৰ মানে জানি অহা কথাবোৰৰ বাবে বুঢ়ীক লগ পাবৰ ইচ্ছা গৈছে। পুতেকৰ বাবেই আহি অসম পালেহি আৰু এতিয়া জয়া বজাৰত। তাইৰ জীৱনৰ এটা ব্যথাভৰা দীঘল কাহিনী আছে।

: আৰু অন্য কিবা কিবি ? তোৰটো কোনো তাত আপোন বুলিবলৈ নাই ? আছে জানো ? বায়েৰ এজনীহে আছে ?

: বৰ ভাল লাগিল বোৰহান ককাইটিক পালো। ঢাকা কলেজৰ মেট্ৰিকুলেত। আমাৰ ৰাভাক চিনি পায় মানে নাচ-গান কৰা অসমৰ ল'ৰা এটাক জানে বুলি কৈছিল। বন্ধুত্ব নাছিল। বোধহয় ৰাভাই হ'ব। অসমৰ বহুলোকে তেতিয়া তাত পঢ়িবলৈ যোৱাৰ কথা কৈছিল। নামবোৰ পাহৰিলে,

গাৰ গঠন আৰু কাৰ্যকলাপৰ কথাবোৰহে বুঢ়াৰ মনত আছে। বয়স বহু হ'ল, এতিয়াও চিকাৰ কৰে। আব্বাৰ বন্দুকটো বুঢ়াকে চাৰিশ টকাত বিক্ৰী কৰি দিছিল আব্বায়ে। এই বোৰহান ককাইটিয়েই আমাৰ আৰু টাববীণইতৰ ঘৰৰ যোগাযোগ, কিছুমান কাম-বন আৰু কথা-বতৰাৰ, খবৰৰ মধ্যস্থতাকাৰী লোক। গতিকে বহু পুৰণা কথা জানে। টাববীণ আৰু পেষ্টীৰ কথাও বহু ক'লে। বগা, তেজগোঢ়া গাটোত যেন মৰাপাটৰ জৰি ঠায়ে ঠায়ে লগাই থোৱা হৈছে। তথাপিও বুকু ফিন্দাই পোনকৈ খোজ কাঢ়ে। মেঘনা পল্লীগীতি পৰিষদৰ উদ্যোক্তা কেইজনমানক লগ কৰিছিলো। তেওঁলোকেও খুব উদ্বেগ প্ৰকাশ কৰিছে। দাৰুল হাছান নামৰ এজনৰ কি যে বিশ্লেষণ। সেইবোৰ পাছত কম।

: অ' দাদা যে আহিছিল বিষয়টোলৈ বোধ হয় তোৰ একো চিন্তা নহ'ব।

: নাই, একো নহয়। কোনোবা এটা কফচিৰে চৰকাৰৰ পৰা কিবা ধন লৈছিল। সি বোলে missing হৈছে।

: তেনে কালিলৈ প্ৰেছতে বহি আমি এলানি আলোচনা কৰিম। তই আমাৰ ঘৰলৈ পাক এটা মাৰিবি। খুড়ীয়ে তোৰ কথা সুধিছে।

: যা তেনে ময়ো দুটামান কিবা বনাও। আৰে কি খাবি ভাই ভাত দুটামান বনাই মাছৰ টিন এটা আছে খুলি মাৰিদিম আৰু।

: চালেহৰ কলিকতাৰ কথা কাইলৈ শুনিম দে। অ' মোক কিতাপখিনি দিবি তেনে। লগতে সকলো তথ্য, সমালোচনাবোৰ দিবি। মই ৰাতি যাব পাৰো তইতৰ পিনে। নহ'লে পুৱা প্ৰেছলৈকে লৈ আহিবি।

: হ'ব দে যাও এতিয়া, তই ভাত বনা।

কবীন আৰু চালেহ ওলাই গ'ল।

ঘূৰি আহি টফচিৰ চোফাখনতে বহিল। হঠাৎ তাৰ মনটো গধুৰ হৈ আহিল। তাৰ মনটোত বুকুৰ ভিতৰৰ পিনে কৰবাত কিবা এটা দুখ লাগি থকাৰ দৰে লাগিল। কবীন আৰু চালেহৰ সতে পতা সকলো কথা সি এপিনৰ পৰা ভাবি যাবলৈ ধৰিলে। কিন্তু ক'তো একো নেপালে। সি আৰু বেছিকৈ ভাবিবলৈ ধৰিলে। টফচিৰ বৈ গ'ল। মগজুৰ কোনোবা এদাল মিহি চেৰীব্ৰাম যেন সক্ৰীয় হৈ উঠিল। সি নেজানে তাত কেতিয়া এই কথাটো লাগি আছিল, কিয় লাগি আছিল আৰু আজিনো কিয় সি কিবা এটা কথা কৰৰ

বাবে উদ্যত হৈ উঠিছে ? গোটেই কথাটো যেতিয়া তাৰ চেতনালৈ আহিল তেতিয়া সি নিজকে কোৱা দি লাহে লাহে ক'লে "মোৰটো জন্ম হৈয়াতেই। আব্বা ঠিকাদাৰো আছিল আৰু পল্লীগীতিৰ টিউটৰো আছিল। আব্বা ৭১ৰ বহু আগতে আহিছিল। কবীনহঁতে মোক কেতিয়াও একো ভাবিব নোৱাৰে। এতিয়া মনত পৰিছে মোৰ তাত সবহঁকৈ আপোন মানুহ থাকিব লাগিছিল নেকি ? মোৰ গাত জানো কিবা দোষ আছে ? চিৰিনহঁতক মোৰ পেহীৰ ছোৱালী বুলি কোৱাৰ কাৰণে যদি মানুহে মোক কিবা কয় ? মইতো কাকো তোষামোদ কৰা নাই ? মইতো আন্দোলনো কৰিছিলো।"

টফচিৰে আৰু একো নেভাবিলে। তাৰ অলপ ভয় লাগিছিল। সি আগফালৰ দুৱাৰখন মাৰি দিলে আৰু লাহে লাহে পাকঘৰৰ পিনে সোমাই গ'ল।

তেতিয়া দিনটো দুপৰীয়াৰ কোলাৰ পৰা লাহেকৈ নামি আবেলিৰ কোলালৈ কোমলকৈ ঢাপলি মেলিছিল।

— 0 —

# ( তিনি )

মণিতোলাই ভাবিছিল। ইয়ালে অহাৰ পাছৰ পৰাই ভাবিবলৈ লৈছিল। আজিও ভাবিছে, ভাবিয়ে আছে। আৰু হয়তো বেছিদিন ধৰি নেভাবিব। মনৰ আশা মনতে ৰাখি আকৌ মৌলভী বজাৰলৈকে ঘূৰি যাব। মাত্ৰ লতাক যদি কোনোবা এটা ল'ৰাক গটাই দিব পাৰে তেন্তে মণিতোলাৰ ইয়াত থকাৰ কোনো কাৰণ আৰু নেথাকিব। অহা-যোৱা কৰা মানুহৰ নো কি অভাব। সদাই অহা- যোৱা কৰিয়ে আছে। কোনেও যদি লৈ যাব নিবিচাৰে তেন্তে কোনোবা এটা পুলিচক ক'লেই লৈ যাব।

চন, তাৰিখ হিচাপে মণিতোলাৰ একো মনত নাই। মাত্ৰ মনত আছে এদিন আহিছিল। আহিছিল একমাত্ৰ ল'ৰা ফৰমানক বিছাৰি। সেই দিনতে মৌলভী বজাৰৰ মণিতোলাহঁতৰ বেকাৰীত কাম কৰা খোৰছেদ নামৰ এটা কাৰিকৰ আছিল। আগতে বেকাৰীখন মোহনগঞ্জৰ কাষত আছিল। কিন্তু ভাড়া ঘৰ এটা লৈ বেকাৰীখন চলোৱাৰ অসুবিধাৰ বাবে পাছলৈ মৌলভী বজাৰলৈ উঠাই নিছিল। বয়সত মণিতোলাৰ গিৰীয়েক জয়নালতকৈ ডাঙৰ আছিল। যিমান দিন ধৰি মণিতোলা-জয়নালহঁতৰ বেকাৰীখন চলি আছিল সিমান দিনলৈকে খোৰছেদ সিহঁতৰ সতে আছিল। খোৰছেদৰ বিশ্বাস আৰু সততাৰ বাবে বেকাৰীখন বহু বছৰ ধৰি চলি আছিল। সিহঁতৰ অৱস্থাও দিনক দিনে ভালৰ পিনে আহিছিল। ওচৰৰ গাঁৱৰে চাৰি-পাঁচ বিঘামান মাটিও কিনিলে, ঘৰটোও ভালকৈ সাজি ললে, ভাড়াত চলাবৰ বাবে দুই-চাৰিখন ৰিক্সা আৰু ঠেলাও কিনি ললে। চকুৰ আগতে দোপত-দোপে উন্নতি হোৱাৰ বাবে কোনোবা কোনোবাই জয়নালক "তোৰ মণিতোলাজনী বৰ লক্ষী ছোৱালী" বুলি মন্তব্য কৰি প্ৰশংসাও কৰিছিল। মৌলভী বজাৰৰ অইন মানুহবোৰেও সিহঁতক বেয়া পোৱাৰ কোনো কাৰণ বিচাৰি পোৱা নাছিল।

কিন্তু - - - - - -

সেই কিন্তুৰ পাছত যি ঘটনা ঘটিল সেইবোৰ মনত পৰিলে তাহঁৰ আজিও শুকান চকুহাললৈ চকুলো নিগৰি আহে। ঘটনাটো নঘটা হ'লে হয়তো আজি তাই এই বয়সত লোকৰ মাটিত হাঁহাকাৰ কৰি, ভয়ে ভয়ে লাঞ্ছনা-অবহেলা লৈ থাকিব লগাত নপৰিল হয়।

চোনাৰদাদাৰ তেতিয়া অসুখ। প্ৰায়ে বিছনাত।

ফৰমানৰ বয়স তেতিয়া প্ৰায় পোন্ধৰ বছৰ।

এটা সৰু গতানুগতিক ঘটনা। বতৰ ডাৱৰীয়া আছিল। বৰষুণ দি আছিল। বজাৰৰে দোকান এখনৰ পৰা সৰহঁকৈ লোৱা ময়দা-আটা আৰু বেকাৰীৰ যাবতীয় সামগ্ৰী লৈ ঘৰৰে থেলা এখনত ঘৰলৈ অনাৰ নিৰ্দেশ দি ঘৰলৈ আগবাঢ়িছিল। হঠাৎ সকলো মানুহে প্ৰথমে আকাশখন নীলা হোৱা দেখিলে তাৰ পাছত এটা কাণতাল মৰা শব্দ শুনিলে আৰু দেখিলে মৌলভী বজাৰৰে কেইবাজনো চিনাকি, অচিনাকি লোক য'তে আছিল তাতে ঠিক তেনেকৈ বৈ গ'ল। গাবোৰ ক'লা পৰি গৈছে, কাপোৰবোৰ গোন্ধাইছে আৰু হাত-ভৰি মূৰৰ কিছু অংশ পোৰাৰ বাবে বগা হৈ ওলাই পৰিছে। দুজনমানৰ নাকেৰে তেজো নিগৰি আহিছে। প্ৰথমে অলপ দেৰি মানুহবোৰে ইফালে-সিফালে অহা-যোৱা কৰি থাকিব ধৰিলে। তাৰ ঠিক আধাঘন্টা মানৰ মূৰত আকৌ আকাশৰ পৰা জুই আৰু শব্দ বাগৰি আহিল। কিন্তু সেইবাৰ কাৰো একো নহ'ল। তাৰ পাছৰে পৰা বহু দেৰিলৈকে আকাশখনে গুজৰি-গুমৰি আছিল। মানুহ, পুলিচ, সামৰিক বাহিনীৰ লোক, বিদ্যুৎ বিভাগৰ কৰ্মচাৰী আদিৰে ঠাইখন ভৰি পৰিল। সকলোৱে ধৰা-ধৰি কৰি মানুহ কেইজনক মাটিত শুৱাই দিলে। ডাক্তৰ দুজনমানে আহি এনেয়ে চকুৰে মানুহ কেইজনক চালে। সকলোৱে কান্দিবলৈ ধৰিলে। যি কেইজনক তৎক্ষণাত চিনাক্ত কৰা হ'ল তেওঁলোকক ঘৰলৈ লৈ যোৱা হ'ল। তাৰ ভিতৰত জয়নালো আছিল।

তাৰ পাছৰ ঘটনাখিনিও গতানুগতিক।

খোৰছেদৰ সাহস আৰু শান্ত্বনাত মণিতোলাৰ দিনবোৰ আগবাঢ়িল। ফৰমানে দোকান চলাবলৈ লগাত পৰিল। বাংগালী মণিতোলাৰ ওৰণীখন আগতকৈ দীঘল হৈ আহিল। খোৰছেদো ভাগি পৰিছিল যদিও দোকানৰ

কাম, ব্যৱসাই ভালেৰে চলি আছিল।

এদিন ৰাতি চাৰিজন মানুহ আহিল আৰু মণিতোলাক বহুৰাই ক'লে "জয়নালে যে তোক কথাবোৰ ইমানদিনে নোকোৱাকৈ আছে সেইবোৰ আমি কি জানো? সি ঢুকুৱা আজি চাৰি মাহ মানেই হ'ল। ভাবিলো তোৰো মনটো অলপ পাতলক। এতিয়া শুন তোৰ আজি এই জয় জয়ময় ময় হোৱাৰ মূলতে আছিলো আমি মানুহখিনি। আমাৰ পৰা বহু হাজাৰ টকা আনি এই ব্যৱসায়ত সি হাত দিছিল। দিম বুলি থাকোতেই সি চকু মুদিলে। এতিয়া তই আমাৰ ধনখিনি কেনেকৈ পাৰ পৰিশোধ কৰি দিবি।" তাৰ দহ দিনমানৰ পাছত ৰফিক দোকানী আহিল আৰু ক'লে "ময়ো আগে জনা নাছিলো। মানুহে কোৱাতহে গম পালো। মানুহৰ কথা কি কৰি? খোদাৰ ভয় নকৰা হ'ল। ফৰিদপুৰৰ কুঁৱা পাৰত বোলে তহঁতৰ মাটি কেইবিঘামান আছে- সেইখিনিৰ বইনা দি আমাৰ বাবায়ে কেতিয়াবাই কিনি লৈছিল। মাটিৰ মালিক সুভাষে বোলে তহঁতকো বিক্ৰী কৰি ধন ললে। এতিয়াহে জোখাত কথাটো ওলাল। গতিকে সেই মাটি আমাৰহে তহঁতি আৰু আশা নকৰিবি।" আনকি মোজাম্মিল ফকীৰ নামৰ এজন আহিল আৰু কলেহি বোলে জয়নাল থকা সেই ভেটিটোও বোলে আধা মোজাম্মিলহঁতৰ। একেলগে মাটিখিনি যেতিয়া জয়নালৰ বাপেকে লৈছিল তেতিয়া একেলগে ললেহে, কিন্তু সীমাটো ভাগ কৰি লোৱা নাছিল। দুই বুঢ়া ঢুকুৱাৰ পাছত কথাটো থাকি গ'ল। এতিয়া ভৱিষ্যতে কিজানি খেলি-মেলি হয় গতিকে ভালেৰে থাকোতেই এইবোৰৰ চয়-নিশ্চয় এটা কৰা উচিত হ'ব বুলি সি আহিছে। মণিতোলাই এই বিষয়ে ভাবিলেই সকলো কথাৰ ওৰ পৰিব। তাৰোপৰি আহি ওলাল দুজনমান চৰকাৰৰ ঘৰৰ মানুহ, দোকান আৰু পৌৰ নিগমৰ কিবা কৰৰ কথালৈ। লাইটৰো বোলে বীল জমা হৈ আছে। দোকান ঘৰৰ বাবে অনুমতি নোলোৱাৰ বাবে উন্নয়ন নিগমতো কিবা এটা অভিযোগ খাৱা হৈ আছে। মণিতোলাই দেখিলে যে চাৰিওফালৰ পৰা এনেকুৱা কিছুমান মানুহ অহাত লাগি গৈছে যাৰ উদ্দেশ্য কাৰো সৎ নহয় আৰু সকলোৰে কেনেকৈ মণিতোলাৰ এই সম্পত্তিখিনি গ্ৰাস কৰিব পাৰে তাৰে উমান পাব ধৰিলে। মাটিখিনি বোলে মণিতোলাইতৰ নহয়, ঘৰৰ ভেটি, বাকীবো সন্দেহ আছে,

মানুহৰ কাষত ধাৰো আছে অনেক, কোনোবা কালতে মাদ্ৰাছাৰ বাবে মাটি দেৰকথা দান দিয়াৰ প্ৰতিশ্ৰুতি দিয়াৰ বাবে সিটো পক্ষৰ মানুহবোৰ এতিয়া আহি ওলাইছে। দোকান ঘৰৰ বিষয়ে এটাও খেলি-মেলি কথা নুশুনা কথাবোৰ এতিয়াহে ওলাইছে।

মণিতোলা বিস্ময়ত অভিভূত হৈ পৰিল। কান্দিব খুজিলে বুকুত শেল মাৰি ধৰা, কোনো দিনে পুৰাকৈ উশাহ লব নোৱাৰা আৰু জয়নালৰ কথা ভাবিলেই মূৰ ঘূৰাই পৰি যাব খোজা মণিতোলাই খুব কষ্টৰে এটা কথাই ভাবিলে যে এইবোৰৰ অৰ্থ হৈছে তাই ফৰমানক লৈ নীৰবে ঘৰ-বাৰী, মাটি, দোকান আনৰ হাতত গতাই দি ঘৰৰপৰা ওলাই যোৱা। সেইখিনি কৰিব পাৰিলেই তাইক মানুহে শান্তিত থাকিবলৈ দিব। এনে সমস্যাৰ সৃষ্টি হ'লে মানুহৰ জীৱনত কি হয় বা কি ৰূপ লব পাৰে সেই বিষয়ে তাইৰ জনা আছে। বাপেক চোনাৰদাদাৰ পৰা তাই লাহে লাহে বহু কথাই শিকিছিল। কাম কৰি খাব, কষ্ট কৰিব, হাড়ভঙা পৰিশ্ৰম কৰিব কিন্তু আনৰ সহাই তাই কেতিয়াও কাৰো পৰা নলয়। পৰামৰ্শ এটাও নলয়। জয়নালৰ ফালৰ আপোন পৰিয়ালৰ দুই-চাৰিজন নথকা নহয়। কিন্তু সিহঁতবোৰৰ মনৰ ভিতৰৰ কোনোবা এঠাইত তাইৰ প্ৰতি থকা এটা বেয়া, কদৰ্য্য আৰু অসভ্য ইংগীতৰ অনুভৱ থকাৰ কথা মণিতোলাই ভালকৈ জানে। সেই ইংগীত মানৱতাৰ, মানুহৰ বা বন্ধুৰ নহয়-- সেই ইংগীত জুই আৰু কামনাৰ, এন্ধাৰ আৰু ভয়ৰ, ক্ষণীকৰ বাবে আপোন কৰি লোৱাৰ ইংগীত। শৈশৱৰ পৰাই তাই আনৰ চকুত বেয়াকৈ লাগি ৰোৱাৰ বাবে তাইৰ কি অৱস্থা হ'বৰ উপক্ৰম হৈছিল, তাইৰ নীলাভ চকুযোৰৰ বাবে কিদৰে বহু ডেকা- বুঢ়াৰ আহ্বানৰ আচামী হৈছিল, নিজৰ দেহাটোকে তাই বিশ্বাস কৰিব নোৱাৰা পাৰ উপচি যোৱা যৌৱনটোৰ বাবে দিনে-নিশাই কিয় টোপনি নষ্ট হৈছিল, এই সকলোবোৰ কথা তাই ভালকৈয়ে বুজি উঠিছিল। তাইক নিৰাপদে ৰাখিবৰ বাবে জীৱনত বাপেক চোনাৰদাদাই কি কি যে নকৰিছিল। সেইখিনি কথা মনলৈ আহিলেই তাই কাকো বিশ্বাস কৰিব নোৱাৰা হৈ পৰে। তাই কঠোৰ হৈ পৰে। আৰু সেইবাবেই তাই এইবোৰৰ এটা কথাও জয়নালৰ পিনৰ আপোন পৰিয়ালৰ কোনো মানুহক নক'লে। মাত্ৰ খোৰছেদক এটা কথাই তাই সুধিছিল "কথাবোৰ সঁচানে?"

খোৰছেদে উত্তৰ দিছিল "নেজানো"। তেতিয়া মণিতোলাই কৈছিল– "সকলো বিচাৰ খোদাৰ ওচৰত ৰাখিলো, মই প্ৰতিবাদ, কেচ-কাছাৰী একো নকৰো। তুমি যি কৰা কৰা, মই ফৰমানক চম্ভালি বাবাৰ তালৈ যামগৈ।"

দিনবোৰ পাৰ হৈ গৈছিল।

শ্ৰীহট্টত থকা বাপেক চোনাৰদাদাৰ ঘৰটোৱেই তাইৰ পৰম আশ্ৰয়ৰ থল হ'ব বুলি বিবেচনা কৰি এদিন হাতত প্ৰায় দহ-বাৰ হাজাৰমান টকা আৰু সোণৰ গহনা যি দুই- চাৰিপদ আছিল তাক লৈ মণিতোলা আহি চোনাৰদাদাৰ ঘৰ পালেহি। চোনাৰদাদাই তাইক শান্তনা দিলে "মই যাব নোৱাৰিলো। পেটত ঔষধ পঁৰি থকা হ'লে মোৰ এনে অৱস্থা নহ'ল হয়। ফৰমানক নানিলি ভালেই কৰিলি। চাওছোন কোনে আৰু কি বুলি কয়। মানুহ পাইছ্ যেতিয়া যি দাম পাব তাকে লৈ গোটেইখিনি বিক্ৰী কৰি ইয়ালৈকে গুচি আহ। কিন্তু দুদিনমানৰ বাবে ফৰমান তাতে থাকক। তই, আৰু কি হ'ব একো নেভাবিবি। মই সোনকালে যিটো ভাবো তাতোকৈ সোনকালে তাক কৰি পেলাও। একো ভাবিব নেলাগে- এইবোৰকে জীৱন বুলি কয়। মই সকলো কথা শুনিছো। নমৰি যদি তোৰ বাবেই জীয়াই থাকিব পাৰো তেন্তে ভয় নাই।' ' কোনো এক তীৰ্থস্থানৰ দৰে পৱিত্ৰ যেন লগা বাপেকৰ বুকুত মণিতোলাই মুখ গুজি ক'লে "তই থাকিলে মোক একোৰে দৰকাৰ নহব বাবা। মোক মাটি-বাৰী একো নেলাগে। শান্তি লাগে, ইজ্জত লাগে। ফৰমানক বুজাই-মেলি ইয়ালৈ আনিব পাৰিলে সকলো ঠিক লাগি যাব।"

চোনাৰদাদাৰ দুকোঠলীয়া ঘৰটোৰ ভিতৰৰ কোঠাটোতে মণিতোলাই থাকিবলৈ ললে। অন্য আৰু একো কথা ভবাৰ দৰকাৰ নাই। জীৱন ইমান সহজ নহয়। এইবোৰ পৃথিবীৰ সকলোৰে ক্ষেত্ৰত হৈ থাকে। মণিতোলাৰ জীৱনৰ এই ঘটনা কোনো নতুন কথা নাছিল। এতিয়া কথা হ'ল যিবোৰ লোকে তাইৰ গোটেই সম্পত্তিবোৰ গ্ৰাস কৰাৰ মনোভাৱেৰে নানা কথাৰে তাইক ভয় খুৱাই শঙ্কিতা কৰি তুলিছিল সেইবোৰৰ পৰা পৰাপক্ষত আঁতৰত থাকিলেই তাইৰ জীৱনটো নিৰাপদ হৈ পৰিব। ইপিনে জীয়েকৰ সান্নিধ্য আৰু আবদাৰত চোনাৰদাদাৰ অসুখবোৰ কমি যাবলৈ ধৰিলে। মণিতোলাই ঘৰৰপৰা যি ধন আনিছিল তাৰে কিছু অংশ চোনাৰদাদাৰ চিকিৎসাত খৰছ কৰিলে। লাহে

লাহে চোনাৰদাদাই বিছনাৰ পৰা মাটিত ভৰি দিব পৰা হ'ল, বাহিৰলৈ অলপ ওলাই-মেলি যাব পৰা হ'ল। মণিতোলাই বাপেকৰ মুখখনলৈ চাই হাঁহিবলৈ ধৰিলে। তাইৰ বাবেই বাপেকে কিমান যে কি নকৰিছিল আৰু এতিয়াও হয়তো তাইৰ বাবে সকলো কৰিবৰ কাৰণে খোদায়ে তাইক বাপেকটোৰ কাষলৈ লৈ আনিছে। প্ৰথমে কিছুদিন মণিতোলাই আমন-জিমনকৈ দিনবোৰ পাৰ কৰিছিল, কিন্তু এইবোৰ ভাবি একো লাভ নোহোৱা কথাষাৰে তাইক দুখৰ পৰা আঁতৰত ৰাখিলে। মাজে মাজে ওচৰ-পাজৰৰ অন্য মানুহবোৰ চোনাৰদাদাৰ ঘৰলৈ অহা কৰিলে। মণিতোলাৰ দুখৰ খবৰবোৰ লবলৈ ধৰিলে। আৰু কোনোবা কোনোবাই দুই এটা পৰামৰ্শও দিবলৈ ধৰিলে। এইক্ষেত্ৰত কিন্তু মণিতোলাই নীৰবে শুনি আছিল। মণিতোলাৰ এনে নীৰবতাৰ কথা কিন্তু চোনাৰদাদাই নুবুজাকৈ নেথাকিছিল। চোনাৰদাদায়েও বুজিছিল যে এইবোৰ মানুহৰ পৰামৰ্শ, উপদেশ শুনি কাম কৰিলে কোনো ধৰণৰ ফল নধৰিব। কোনো ধৰণৰ স্বাৰ্থ নেথাকিলে কোনো মানুহে একো কথাকে ক'ব নিবিচাৰে। গতিকে সকলোৰে কথা শুনি শলাগি থকাটোৱেই বুদ্ধিমানৰ কাম হ'ব। এদিন এই বুজা-বুজিৰ কাৰণেই মণিতোলাই চোনাৰদাদাক ক'লে "মই সকলো কথাই বুজি পাওঁ বাবা। ফৰমানক বুদ্ধি দিয়া মানুহ বহুত আছে। তাক কোনোবাই বেয়া বুদ্ধি দি বেয়া কৰিব। ডেকা ল'ৰা মনতে জীদ এটা হ'ব পাৰে। তাক তুমিয়ে বুজাবা বাবা। মোৰ কথা সি মানিবলৈ টান পাব।" মণিতোলাৰ কথা শুনি বাপেকে কৈছিল "বেয়া বুদ্ধি নিদিবলৈ নাই, ভালেকেইদিন ধৰি সি ঘৰলৈ নহাৰ পৰাই মই জানিছোঁ- তাক কোনোবাই তলে তলে বেয়া কামৰ বাবে সাজু কৰি ৰাখিছে। সময় হ'লেই তাক লগাব। সিদিনা নুৰমহম্মদৰ কথাৰ পৰাই গম পালো নহয়। অহা সপ্তাহৰ ভিতৰতে কিবা এটা কৰিম বুলি মই ভাবিয়ে ৰাখিছো।

ভবাৰ লগে লগেই কাম কৰি ভাল পোৱা চোনাৰদাদাই কিন্তু এইবাৰ একো কৰিব নোৱাৰিলে। সামান্য এটা অবহেলাৰ বাবে দুদিন দেৰি হৈ গ'ল। দেৰি হোৱাৰ কাৰণ নথকাও নহয়। এদিন কাঁহটোৱে বেছিকৈ ধৰাৰ বাবে নতুন ঔষধ দুটা ডাক্তৰে লিখি দিলে। সেই ঔষধ দুটা আনিবৰ বাবে দুদিন ওলাই গৈ কাৰোবাৰ দোকানত বহি আড্ডা দিওতে দেৰাই অমা আৰু

নহ'ল। তাৰ চাৰিদিন মানৰ মূৰত দেৱাই দুটা আনিলে। কিন্তু তাৰে এটা খালে অলপ টোপনিটো বেছি হয় বাবে চোনাৰদাদাই খোৱা বন্ধ কৰি দিলে। অৱশ্যে দুপালিতে কাঁহটো বন্ধ হৈ গ'ল। মাত্র দেহটো অলপ দুৰ্ব্বল হৈ পৰিছিল। কথা আছিল এটা তাৰিখত ফৰিদপুৰৰ কুঁৱা পাৰৰ মাটি কেইবিঘা ইৰছাদ গাওঁবুঢ়াক বিকি দিব। ইৰছাদ গাওঁবুঢ়াই মাটি কেইবিঘা লবলৈ অলপো ভয় কৰা নাছিল। কাৰণ তেওঁ জানিছিল যে এই মাটিৰ বিষয়ে বদৰ প্রমুখ্যে ৰফিক দোকানীয়ে যি এক অভিযোগ উত্থাপন কৰিছিল সেইবোৰ একেবাৰে অমূলক আৰু মিছা। কেৱল সেইখিনি মাটিয়েই নহয়, মণিতোলাৰ গোটেই সম্পত্তিৰ বিপক্ষে যি যি মানুহে যি কথাবোৰ চালনা কৰি হাত কৰিব খুজিছে। কেৱল অতি সহজতে সেইবোৰ গ্রাস কৰাৰ এক চক্ৰান্ত, ষড়যন্ত্র। গতিকে ইৰছাদ গাওঁবুঢ়াই এতিয়া মণিতোলাই বিকিব বুলি কোৱাত তেৱেঁ লৈ ৰাখিব খুজিছে। উক্ত তাৰিখত ইৰছাদ গাওঁবুঢ়াই মাটিৰ দাম হিচাপে ষাঠি হাজাৰটকা একেবাৰতে দি দিয়াৰ কথা আছিল। এই কথা কিন্তু ফৰমানক কোৱা হোৱা নাছিল। ফৰমানে সিমান ভালকৈ জনাও নাছিল যে সিহঁতৰ ফৰিদপুৰৰ কুঁৱাৰ পাৰত কেইবিঘামান মাটি আছিল। স্কুলত পঢ়ি থকা ল'ৰা এটাৰ বাবে ইমানবোৰ খবৰ জনাৰ কোনো দৰকাৰো নাই। সি মাত্র আনৰ কথা-বতৰা আৰু সঘনাই মণিতোলাৰ ঘৰলৈ আহি থকা মানুহবোৰৰ আলোচনাবোৰৰ পৰা এটা কথাই জানিছিল যে কোনোবাই তাৰ মৰমৰ বাপেকে লৈ থোৱা ঘৰৰ ভেটিটো কিবা বুদ্ধি কৰি হাত কৰিব খুজিছে। এই কথা কেতিয়াও হ'ব নোৱাৰে- লাগিলে সি গোটেই মখাকে কাটিব, কিন্তু জয়নালৰ ভেটিটো এৰি দিব নোৱাৰে। এটা সৎ পুতেকৰ বাবে এইটোৱেই তাৰ একমাত্র কৰ্ত্তব্য বুলি সি ভাবিছিল। মাক মণিতোলাই কিছুদিন নানাক চোনাৰদাদাৰ কাষলৈ যোৱাৰ বাবে ফৰমানে সিমান বেয়া পোৱা নাই, কাৰণ ফৰমানে বহু দিন ধৰি মণিতোলাৰ মুখে চোনাৰদাদাৰ জীৱনৰ নানা কথা, কাহিনী শুনিছে। সেইবোৰ শুনি ফৰমান কেতিয়াবা অভিভূত হৈ পৰে। এতিয়া বাপেক জয়নাল ঢুকুৱাৰ পাছত মাক মণিতোলাৰ বাবে শান্ত্বনা আৰু সঁচা আশ্রয় অকণ দিয়াৰ মানৱীয় ক্ষমতা যে কেৱল নানাক চোনাৰদাদাৰহে আছে তাক ফৰমানে বুজি পায়। চাবলৈ গ'লে খোৱা-বোৱাৰো কোনো কষ্ট

নাই। দোকান, বেকাৰী, থেলা, ৰিক্সা চলি আছে। লগত আছে খোৰছেদ। মণিতোলা ঘৰত নথকাৰ বাবে এক প্ৰকাৰ ভালহে হৈছে। কাৰণ মণিতোলা যোৱাৰ পাছৰে পৰা কোনো মানুহ ফৰমান বা খোৰছেদৰ কাষলৈ নহা হ'ল। কিন্তু বাহিৰে বাহিৰে হলে নানা কথা শুনি আছে। মৌলভী বজাৰৰ প্ৰায় পইশত্তৰ ভাগ মানুহৰ মুখত এটাই কথা যে- কথাবোৰ সঁচা জানো? প্ৰমাণ ক'ত? দৰকাৰ হ'লে মণিতোলাই দি দিব লাগিব? মানুহে এনেয়ে ক'বনে? জয়নালটো কিন্তু বৰ সৎ ব্যক্তি আছিল! এইবোৰ সকলো ষড়যন্ত্ৰ ইত্যাদি ইত্যাদি। এই কথাবোৰৰ বাবে ফৰমানে সিমান চিন্তাও কৰা নাছিল। যিদিনাই তাৰ মুখামুখী হৈ কোনোবা মানুহে তাক এই বিষয়ে ক'ব সেইদিনা সি ভালকৈ চাই লব যে পৈত্ৰীক সম্পত্তীৰ ওপৰত কাৰ অধিকাৰ বেছি- ফৰমানৰ নে অন্যাবোৰৰ!

দুদিন দেৰি হৈ গ'ল।

ইৰছাদ গাওঁবুঢ়াই পইচা দিব নোৱাৰিলে। নোৱাৰিলে মানে চোনাৰদাদা যাব নোৱাৰিলে। যাব নোৱাৰা পৰিস্থিতি এটাৰ উদ্ভৱ হ'ল। দেৱাই খোৱা নোখোৱা, ভাল পোৱা নোপোৱা, আড্ডা দি দুদিন দেৰি কৰাৰ দৰে এই সমস্যাটোৰ সৃষ্টি নোহোৱাহেঁতেন নিৰ্দ্ধাৰিত সময়ত চোনাৰদাদাই ইৰছাদ গাওঁবুঢ়াৰ পৰা টকাটো আনিব পাৰিলে হয়। কিন্তু ৰাতিটোৰ ভিতৰতে হাতীটো হোৱাৰ দৰে বদৰইতে ময়ুৰ বজাৰৰ ৰতন গুণ্ডাক মতাই আনি কোনো কথা নভবাকৈ ফৰমানহঁতৰ বেকাৰীখনত ৰাতি জুই দিয়াই দিলে। সেইদিনা আক ফৰমানে বেকাৰীৰ পাছৰ কোঠা এটাতে শুই আছিল। সাহসী ৰতন গুণ্ডাই অকলে আহি বৰ আৰামেৰে সুহুৰীয়াই সুহুৰীয়াই প্ৰথমে দুটা টিঙেৰে কেৰাচিন চতিয়াই ললে আৰু এটা সময়ত জুইশলা কাঠি মাৰি জুই লগাই দিলে। দুপৰ ৰাতি খোজকাঢ়ি আহি কাৰো সহাই নোলোৱাকৈ কেৰাচিন চটিয়াই জুইশলা মাৰি জুই লগাই যিমান সহজভাৱে ৰতন গুণ্ডাই জুইলৈ চাই এটা হাঁহি মাৰিছিল, তাতোকৈ সহজভাৱে ফৰমানে তাৰ হাঁহিটো মাৰ যোৱাৰ আগতে দীঘল তৰোৱাল এখন লৈ পিঠিৰে সুমুৱাই দি বুকুৰ অলপ তলেদি উলিয়াই দিলে আৰু কঁকালত গোৰ এটা মাৰি ৰতন গুণ্ডাক জুইলৈ পঠাই দিলে। তৰোৱালৰ আগটোত খামুচি ধৰি ৰতন গুণ্ডাই মাত্ৰ ফৰমানৰ পিনে

চাই এটা কথা ক'লে "মই বহুত মানুহ মাৰিলো ভাই। কিন্তু কোনো মানুহৰ নাম নজনাকৈ মই এটাও বেয়া কাম কৰা নাছিলো। তোৰ নামটো মোক এবাৰ কৈ যা। চালাইতে মোক বহু টকা দিলে কিন্তু তোৰ নামটো এবাৰো নক'লে। মৰাৰ আগত এবাৰ তোৰ নামটো জানি যাওঁ ভাইজান।"

বেকাৰীখন জ্বলি ছাঁই হৈ গ'ল। অন্য ঘৰবোৰ বাচি গ'ল। তৰোৱালখনৰ সতে কেইদালমান আধাজ্বলা হাড়ৰ বাহিৰে ৰতন গুণ্ডাৰ একো চিন পোৱা নগ'ল। ৰাতিয়েই মানুহ গোট খালে, পুলিচ আহিল, জুই নুমুৱা গাড়ী আহিল কিন্তু তেতিয়া আৰু কাৰো একো কৰিবলগা নাছিল। মাত্র পুলিচে এটা কথাই অনুসন্ধান কৰি লিখি নিলে যে এই ঘৰৰ আচল মালিকৰ নাম মৃত জয়নাল আলী। পৰিবাৰ মণিতোলা বেগম ঘৰত নেথাকে। গিৰীয়েক ঢুকুৱাৰ পাছত শ্ৰীহট্টলৈ গুচি গৈছে বাপেক চোনাৰদাদাৰ ঘৰলৈ। বৰ্তমানে তাতে আছে। ঘৰত থাকে জয়নাল আলীৰ একমাত্র ল'ৰা ফৰমান আলী আৰু সিহঁতৰ দোকানৰ কাৰিকৰ খোৰছেদ হক। কিন্তু ঘটনাৰ দিনা ফৰমান আৰু খোৰছেদ আছিল নে নাই জনা নেযাই। কাৰণ ঘৰ, বেকাৰী পোৰাৰ পাছত ঘৰত কোনো নাছিল। অন্য ঘৰ কেইটাত স্বাভাৱিক ভাবে বাহিৰৰ পৰা তলা মৰা অৱস্থাত পোৱা গৈছিল।

প্ৰধান ঘৰটোৰ দুৱাৰত পুলিচৰ তলা ওলমি ৰ'ল।

মৌলভী বজাৰৰ পৰা শ্ৰীহট্টলৈ মানুহ আহিল।

ভাবিবলৈ একো নাই। এইবোৰৰ মাজেদিয়েই জীৱন অতিবাহিত কৰিব লাগিব আৰু নহ'লে কৰবাৰ নদীত বা জুইত জাপ দি জীৱনৰ বিছাৰ নিজেই কৰিব লাগিব। ইৰছাদ গাওঁবুঢ়াই অভয় দিলে "মাটি মই পাম। তোৰ মাটি মোৰ পৰা কোনেও লব নোৱাৰে। মোৰ কাম মই কৰি ল'ম। মণিতোলাই টকাখিনি ৰাখ। বাপেৰ জীয়াই আছে যেতিয়া ভয় নাই। তহঁতক এতিয়া কেচ খেলিবলৈ ইইচা লাগিব। ফৰমান, খোৰছেদক এতিয়াও বিচাৰি পোৱা নাই। হ'লেও তৰোৱালখন যে তহঁতৰ সেইটো প্ৰমাণ হৈছে। এতিয়া তহঁতৰ ঘৰলৈ পুলিচ আহি থাকিব। পইচা কেইটা যদি সাঁচি ৰাখিব খোজ বা খৰছ নকৰি অইন ভাল কামত লগাব বিচাৰ তেন্তে তহঁত কৰবালৈ গুচি যা- পুলিচে বিচাৰি নেপালে এদিন নিজেই এৰি দিব। আৰু যদি এই ঠাইতে থাকিব বিচাৰ

তেন্তে এই কেইটা পাইচাবে পুলিচক দিবলৈ, কেচ খেলিবলৈ কোনোৰকমে জুৰিবহে। তাকে চাই কি কৰ কৰ ? জোৰ কৰি মোক মাটিখিনি দিব নেলাগে।" মণিতোলাই আতুৰ নেত্ৰে ইৰছাদ গাওঁবুঢ়াগৈ মন কৰি ক'লে "ময়ো তেনে কঠোৰ হ'ব লাগিব। আমাৰ জীৱনবোৰ এনেকুৱাই। নতুনৰ পিছে পিছে আমি সদাই ঘুৰিয়ে ফুৰো, ভাবো আমাৰ দিনবোৰ ভাল হ'ব। কিন্তু আমাৰে বিপদ বেছি। তুমি ঠিকেই কৈছা, এইকেইটা টকাৰে পুলিচক দিবলৈ জুৰিবহে। তুমি গাঁৱৰ গাওঁবুঢ়া, হাত দীঘল লোক, অনেকৰ সতে চিনাকি আছে, ঘূৰিও ফুৰা বেছি। ফৰমানক পুলিচে পালে জেললৈহে লৈ যাব। তাতোকৈ সি যে কৰবালৈ পলাই গৈছে সেয়ে ভাল। যিমান দিন পাৰে বাহিৰতে থাওঁক। লগত খোৰছেদ আছে বাবে মোৰ ভয় নাই। তাৰ ভিতৰতে তোমাক এটা কথা কওঁ। তোমাক লাগিলে দহ হাজাৰমান টকা কমাই দিম তুমি কিন্তু ফৰমানৰ খবৰ এটা কৰি থাকিবা আৰু তাৰ বিষয়ে যি খবৰ পোৱা মোক জনাই থাকিবা। বাবাৰ অৱস্থা এই। বাবাক লৈ মই নো ক'ত গৈ থাকিমগৈ। গতিকে যি হয় হব। চেগ বুজি যি কৰিব পাৰো তাকে কৰিম। আমি ইয়াতে থাকিম।" ইৰছাদ গাওঁবুঢ়াৰ চকুযোৰ সেমেকি উঠিছিল। নিজৰ ভিতৰতে মনটো অপৰাধীৰ দৰে লাগিছিল। টেমা এটাৰ পৰা পকোৱা মিকচাৰ এটা ওঁঠত দি ইৰছাদ গাওঁবুঢ়াই ক'লে "মই ফৰমান আৰু খোৰছেদৰ খবৰ ৰাখিম। তাৰ কাৰণে মোক টকা কমাই দিব নেলাগে। তপতে তপতে একো কৰিব নোৱাৰিম। অলপ দিন যাওক তাৰ পাছত চাওঁ কি কৰিব পাৰি। কিন্তু তহঁতৰ ইয়ালৈও যে পুলিচ আহিব তাৰ বাবে চাই-চিটি চলিবি। এটা কথাই কৈ থাকিবি যে আমি আছো ইয়াত- মৌলভী বজাৰত কি হৈছে আমি কি জানো ? আৰু এটা কথা কৰি যে তহঁতৰ সতে কোনো মানুহৰে কোনো বিৰোধ নাছিল। সকলোৰে সতে অহা-যোৱা আছিল। ঠিক ইমানখিনি কথাকে সদাই কৈ থাকিবি। মই তেনে বেছি দেখি নকৰিম আজিয়ে বজাৰ পাবই লাগিব।" পৰিশেষত চোনাৰদাদাই ইৰছাদ গাওঁবুঢ়াৰ বাহুত হাত থৈ আগবঢ়াই দিওতে ক'লে "তোৰ ওপৰতে নিৰ্ভৰ। কিবা খবৰ থাকিলে জনাবি। অন্যায় সহিব নোৱাৰিলেহে মানুহে বেয়া কাম কৰে। মোৰ স্ত্ৰী এজনীয়েই, দুখ, চকুলোবোৰ যেন তাইৰ সকজনী ভনীয়েক। তাইকো যেন মই তুলি-তালি ডাঙৰ কৰিছোঁ।" চোনাৰদাদাৰ বুকুৰ

গভীৰ কোণৰ পৰা ওলাই অহা কথা কেইষাৰে ইৰছাদ গাঁওবুঢ়াৰ মুখখন ৰঙা কৰি তুলিলে। লাহে লাহে বৈ আহিব ধৰিলে বৃদ্ধৰ দুগালেদি চকুলো। বয়সৰ একা-বেকা ৰেখাবোৰৰ মাজেদি চকুলোখিনিয়ে নৈ লৈ প্ৰথম পানী আহি তিয়াই দিয়াৰ দৰে যেন তিয়াই পেলালে। হয়তো জীৱনত বহু দিনৰ মূৰত আজি ইৰছাদ গাঁওবুঢ়াই কান্দিলে। "তই আৰু যাব নেলাগে মই যি পাৰো অলপ খবৰ গোটাব পাৰিলেহে আহিম, যা মণিতোলা অকলে ঘৰত আছে, সাৱধানে থাকিবি মৌলভী বজাৰৰ গোটেই মানুহখিনি বেয়া হৈ যোৱা নাই।"

বাছত উঠি ইৰছাদ গাঁওবুঢ়া মৌলভী বজাৰ পালেগৈ।

ইকবাৰ ফাকেৰে সময়ৰ বতাহ পাৰ হৈ গ'ল।

কেচ, কাছাৰী, পুলিচ মানুহৰ অন্ত নাই। বদনাম, অপবাদ, খোচনাম-প্ৰতিবাদত মুখৰিত হৈ পৰে শ্ৰীহট্টৰ লীলাপুৰ নামৰ অখ্যাত ঠাই ডোখৰ। পৃথিবীৰ সকলো বতাহে আহি এটা জীৰ্ণ কুটিৰত অকণ বৈ কাণ পাতি কথা শুনি গুচি যায়। তাৰ মাজতে মণিতোলাই আৱিষ্কাৰ কৰে ফণীত লাগি অহা একোচা চুলিৰ মাজত কোনোবা দুদালত ব্ৰহ্মপুত্ৰৰ শুকান ৰূপালি বালিয়ে আচুৰি যোৱা।

চোনাৰদাদাৰ শুকান দেহৰ মাজেদি বাঘ এটা সদায়ে গৰজি অহা-যোৱা কৰি থাকে। এমুখ ক'লা দাড়িৰ মাজত এযোৰ ৰঙা চকু, মৰম লগা অথচ তীব্ৰ। ভবা মতে আৰু চোনাৰদাদাই এতিয়া একো কাম কৰিব নোৱাৰে। বিছনাখনত বহি শুই মাজে মাজে কাম কৰি ফুৰা মণিতোলাজনীৰ গাটোলৈ চোনাৰদাদাই চাই থাকে। এশদাল চুলিৰ মাজত দুদাল পকা চুলি থকাটোক বুঢ়ী বুলি কয় নেকি? দুখৰ চকুযোৰলৈ যিমানেই গভিৰতা নামি পৰিছে সিমানেই তাই ধুনীয়া হৈ পৰিছে। কাৰ কাৰণে বয়সে ইমান বিশ্বাসঘাটকতা কৰিছে তাৰ অৰ্থ চোনাৰদাদাই বিচাৰি নেপাই। বয়সে তাইক অন্যায় কৰা হ'লেই সকলো সমস্যাৰ ওৰ পৰিল হয়। হাজাৰ বছৰৰ বিশ্বাস আৰু আস্থা মানুহে মানুহৰ হাতত তুলি দি নিৰ্বিঘ্নে টোপনি যাব পাৰে, নোৱাৰে মাথো যৌৱনেৰে পুৰঠ হৈ থকা দেহ নামৰ সেই অমূল্য সম্পত্তিটো। সকলোৱে জানে দেহা দুদিনীয়া- মনটোহে জীয়াই থাকে। তথাপিও জানো মানুহৰ ভোক কমিছে? দেহা নেথাকিলে পৃথিবীত সকলো মিছা। ভোক গুচাবৰ

কাৰণে দেহা আৰু ভাতৰ প্ৰয়োজন যিদিনাই মানুহৰ নোহোৱা হৈ পৰিব সেইদিনাই হয়তো মণিতোলাইঁতৰ দৰে ছোৱালীবোৰৰ জীৱনবোৰৰ মূল্য নোহোৱা হৈ যাব। চোনাৰদাদাই কথাবোৰ ভাবি যায় আৰু এইদৰে ভাবি ভাবি উৱাদিহ নোপোৱা হৈ পৰিলে অলপ কঠোৰভাৱে মণিতোলাক ক'ব "মণিতোলা- গাৰ কাপোৰবোৰ ভালকৈ নলৱ কেলে? মানুহ অহাৰ কথা আছে আজি।" মণিতোলাই বুজি পায় বাপেকৰ শঙ্কা আৰু ভয়টো ক'ত? বেচেৰা বাপেকটোৱে আৰু কিমান দিন ধৰি ভাবিব। বিছনাৰ পৰা হ'লেও এইদৰে অন্ততঃ ভাবিবলৈকে তাৰ বাপেকটো আছে। এদিন যেতিয়া বিছনাৰ পৰা এই গোটা মানুহটো নোহোৱা হৈ যাব তেতিয়া কি হ'ব? তেতিয়াটো কিবা এটা হ'ব! সেই নজনা কথাটো হৈ গ'লে সময়ত বেছি চিন্তাত নপৰিবৰ বাবে, নেভাবিবৰ বাবে আৰু কি কৰিম কি নকৰিম অৱস্থা এটা নহৱৰ বাবে আজিকালি মণিতোলাই সকলো কথাতে খুব সাৱধানে নচলে। সেইকাৰণে এদিন ঘৰলৈ মানুহ অহা-নহাৰ কথালৈ মণিতোলাই বাপেকক কৈছিল, "মানুহ আহিব বাবা। তই নেথাকিলেও আহিব। তেতিয়াও জানো মই চলি-মেলি খাব নেলাগিব? এইবোৰ ক'বলৈহে হয় নিজে ঠিক থাকিলে কোনেও একো কৰিব নোৱাৰে। তই আজি আছ কালিলৈ নাই। ফৰমান যে বেগতকৈ ঘূৰি আহিব তাৰো কি ঠিকনা আছে। অকলশৰীয়াকৈ চলিবৰ বাবে শিকিবলৈ হ'লে মানুহলৈ ভয় কৰিব নেলাগিব।" মণিতোলাৰ কথাত চোনাৰদাদাৰ হৃদয়খন কঁপি উঠে। চকুযোৰ ৰঙা হৈ পৰে আৰু হাতৰ মুঠি দুটা টান হৈ পৰে। পৰিলেও কোনো উপায় নেথাকে তেওঁৰ। মনৰ সতে, শুকান দেহটোৰ ভিতৰত যে বাঘ এটা সোমাই আছ, সেই কথাটো আকৌ মনত পেলাই দিবৰ বাবেই চোনাৰদাদাই দুৰ্ব্বলভাবে গৰজি দি মণিতোলাক কয়' "একো এটা যেতিয়া কৰিব নোৱাৰা হ'লো- তেতিয়া হ'লে সোনকালে যোৱাই ভাল। মই থকালৈকে তোক একো কৰিব নোৱাৰে। কিন্তু কাপোৰ-কানি সদাই ভালকৈ পিন্ধিবি। আবুৰত থাকিবি- খোদায়ে তোক ইজ্জত দিব। তেতিয়া মানুহে চাব কিন্তু তই নিজে দেখুৱাই নিদিয়ালৈকে আনে তোক একো ক'বলৈ সাহ নকৰে। পাৰিলে আকৌ তই মোৰ বাদে নন্দয়ালৈকে যাবিগে। বোৰহানে তোক চোৱা-মেলা কৰিব পাৰিব। সি মোৰ বৰ আদৰৰ আৰু বিশ্বাসী বন্ধু আছিল।

শুই থাকগৈ যা ৰাতি এপৰ হ'ল।"

মণিতোলা জঠৰ হৈ নগ'ল।

সাংঘাটিক বাহাদুৰি দেখুৱাই থৈ গ'ল চোনাৰদাদাই। মুখৰ বাক্য এবেলি যেতিয়া মুখৰ পৰা ওলায় তেতিয়া মন আৰু বাহুৰ শক্তি বৈ থাকিব পৰা নাছিল কাহানিও। ঘোঁৰা এটাৰ পিঠিত যেন চাবুকেৰে একোব মৰা হৈ গ'ল, চৰাই এটাক যেন হাতৰ মুঠিৰ পৰা এৰি দিয়া হ'ল, ভেটি থোৱা নদী এখনৰ বান্ধ যেন খুলি দিয়া হ'ল। যেতিয়া ভাগৰ লাগিব- তেতিয়াহে গম পাব যে কাম এটা কৰা হ'ল- ভৰামতে কাম। তিনিটা দিনৰ আগত যোৱাই ভাল বুলি কোৱা কথাষাৰ মৰণৰ ক্ষেত্ৰটো খুটুৱালে। এটা নিৰ্মম ৰাতিপুৱা। চৰাই-চিৰিকতি, পোক-পৰুৱা সকলোৱে সাৰ পালে। সাৰ নেপালে চোনাৰদাদাই। অলপ পাছত সাৰ পাই মণিতোলাই পুৱা হাত-মুখ ধুই চাহ কৰি চোনাৰদাদালৈ বুলি চাহ একাপ লৈ মাত্ৰ কোঠাটোলৈ সোমাইছিলহে; দেখিলে নামাজৰ মচুলাখনৰ ওপৰত নামাজ পঢ়াৰ ভঙ্গীতে চোনাৰদাদা পৰি আছে। নামাজ পঢ়ি থাকোতেই বোধহয় চোনাৰদাদাটো ঢুকাই থাকিল। মণিতোলাৰ মনটো অসম্ভৱ ভাবে ভাল লাগিল। চাহকাপ ক'ত থলে নেজানে কেৱল মণিতোলা আগবাঢ়ি গ'ল আৰু হাউলি চোনাৰদাদাৰ শীতল মূৰটো বুকুত লৈ কিছুদেৰি সাৱতি ধৰি থাকিল। তাৰ পাছত লাহেকৈ দাঙি আনি বিছনাত শুৱাই দিলে। গাত থকা কাপোৰখনকে গাটোত ঢাকি দিলে আৰু আগপিনৰ দুৱাৰখনত দাং দাল দি বাহিৰলৈ ওলাই গ'ল।

এটা মানুহ, দুটা মানুহ।

কাৰো ৰবৰ সময় নাই। দেৰি কৰিব নেপায়, জানাজা যিমান পাৰি সিমান সোনকালে দিব লাগে। আপোন মানুহ কোনোবা থাকিলে অলপ ৰব লাগে।

সকলো আহিল, সকলোৱে কান্দিলে।

কেৱল নাই মণিতোলা। কান্দি থকা মুখখনো কোনেও নেদেখিলে। তাই বোধহয় নাই, মৌলভী বজাৰত আছে। কোনে খবৰ দিব তাইক ?

তাৰ পাছত কি হ'ল মণিতোলাই নেজানে। একোৱেই নেজানে। কবৰলৈ নিবৰ বাবে শ শ মানুহ ওলাল- ওলাবও, কিন্তু মণিতোলাৰ বাবে কেইজন ওলাব? মণিতোলাৰ বাবেও ওলাব। কিন্তু সেইখিনি মানুহ মণিতোলাৰ বাবে

দৰকাৰত নহা মানুহ।। এইকথা ভাবিয়ে মণিতোলাই লগে লগে আঁতৰি গৈছিল। জানিছিল বাপেকৰ সকলো কাম ভালেৰেই চলি যাব। মানুহৰ অভাৱত মূৰদা পৰি নেথাকে।

পইচাৰ মোহ মণিতোলাই এৰি পেলালে। মাটিৰ টকাখিনিৰ শকট অংশ এটা তাইৰ কোঠাৰ তুলিৰ তলৰ বস্তা এখনতে সিচৰিতভাবে পাৰি থোৱা আছিল। তাৰ ওপৰত আছিল অৰ্দ্ধ উলঙ্গ কেইজনীমান ছোৱালীৰ ছবি। কোনোবাই কিবা কাৰণত দাঙি চালেও ছোৱালীৰ এনে ছবি দেখি তৎক্ষণাত আৰু কি থাকিব পাৰে বুলি নেভাবি আগ নেবাঢ়িবৰ বাবে তাই পইচাখিনি সেই বুদ্ধিত তেনেকৈ ৰাখিছিল।। এই কথাটো বহু বছৰৰ আগতে জয়নালে তাইক শিকোৱা কথা। এতিয়া ঠিক তেনেকৈয়ে তাই পইচাখিনি ৰাখি আহিলে। নিজৰ দেহটোৱেই তাইৰ বাবে এক শতৰু, এটা লোভৰ চেতনা- তাতে অতখিনি টকা লৈ অনা মানে যে তাই জীয়াই জীয়াই মৰিব তাক তাই ভালকৈয়ে বুজিছিল। তাই এতিয়ালৈকে বেজাৰ কৰা নাই, ভাগি পৰা নাই, নিঠৰুৱা হোৱা নাই- তাইৰ মতে তাই মাত্ৰ দুৰ্ভগীয়া। কাৰণ তাই যদি এতিয়া অকলশৰীয়া বুলি ভাবি সঙ্গী বিচাৰে তেন্তে প্ৰথমেই চোনাৰদাদাকে আটাইতকৈ বেছি অপমান কৰা যেন হ'ব। কাৰণ চোনাৰদাদাই তাইক ভালকৈ ৰাখিবৰ বাবে, কোনেও একো কৰিব নোৱাৰাকৈ কিমান আলাসত ৰাখিছিল সেই কথা তাইহে জানে। তাৰোপৰি, তাই এবাৰ বিয়া হৈ জয়নালক হেৰুৱাইছে। ফৰমান এতিয়াও আহি পোৱা নাই। ফৰমানৰ বাবে অপেক্ষা কৰি থকাটোও এটা কঠিন কথা। তাৰো কোনো শুংসূত্ৰ নাই। গতিকে তাই বুকুখন ডাঠ কৰিলে আৰু ঠিক বাপেক ঢুকুৱাৰ পাছতেই ঘৰৰ পৰা ওলাই গৈছিল।

তাৰ পাছত তাই ঘূৰিলে। লাহে লাহে, সাৱধানে, বিনম্ৰভাৱে। মানুহক যাক য'ত যেনেকৈ ক'ব লাগে তেনেকৈ ক'লে, কাৰোবাৰ কাষত কান্দিলে, কাৰোবাৰ কাষত অভিমান কৰিলে, কাৰোবাৰ পৰা আঁতৰি থাকিল আৰু এইদৰে ঘূৰি ঘূৰি শ্ৰীহট্টৰ পৰা দুৰৈত গাঁৱৰ এখন ডিচপেঞ্চৰিত বাইৰ দৰে চাকৰি এটাত সোমাল। এজন দ্ৰেচাৰ আছিল আৰু তেওঁৰ সহানুভূটিতে চাকৰিটো পালে। ডিচপেঞ্চৰিৰ কাষতে দুই চাৰিটা চৰকাৰী ঘৰ আছিল আৰু তাৰে এটা

পৰিত্যক্ত ঘৰতে তাই থাকিবলৈ ললে। মাজে মাজে সেই মৰমীয়াল দ্রেচাৰ জনৰ ঘৰতো থাকে। দেখাত যদিও তাই এইদৰে নিমাখিতভাৱে দিনবোৰ পাৰ কৰিছিল আচলতে কিন্তু তাই ফৰমানৰ অনুসন্ধানত লাগি গৈছিল। বন্ধ হ'লে তাই বজাৰ, হাট, আৰু গাঁৱৰ ভিতৰুৱা ঠাইবোৰলৈ ভুমুকি মাৰিছিল। মাজে মাজে বাছ, ৰেলত উঠি চাই ফুৰে কৰবাত ফৰমানক দেখে নেকি? কিন্তু কোনোদিনে তাই ফৰমানক দেখাতো বাদেই- তাৰদৰে চেহেৰাৰ ল'ৰা এটাও নেদেখিলে। তাই নিজেই কেতিয়াবা ভাবি নেপায় যে তাই কি সাহসত এইদৰে চলিবলৈ আৰম্ভ কৰি দিছে। কেৱল কাপোৰ পিন্ধিয়েই জানো তাই সদাই দিন পাৰ কৰিব পাৰিব ? এদিন পিন্ধি থকা কাপোৰখিনিয়ে যদি তাইক বিশ্বাসঘাটকতা কৰে তেতিয়া তাই কি কৰিব! কাৰণ অৱলম্বন বুলিবলৈ যাৰ শূন্যতাৰ বাহিৰে একো নাই, আশ্রয়ৰ থল হিচাপে পৃথিবীখনৰ মাটিখিনি আৰু এন্ধাৰ, পোহৰৰ বাহিৰে যাৰ একো নাই তেনে এজনী ছোৱালীৰ গাত পিন্ধি থকা কাপোৰে কি বছাব ? সমাজতো বেয়াত মানুহৰ অভাৱ নাই ? তাইৰ চকুৰ আগত ক'ত ঘটনা ঘটি আছে। সেইবোৰকতো তাই মিছা বুলি ক'ব নোৱাৰে। কাপোৰে তাইৰ যৌৱনৰ আবেদনক নোহোৱা কৰিব নোৱাৰে। পুৰুষৰ এই মধুৰ মধুৰ লগা ভুলবোৰে, লালসা বোৰেইতো সমাজখন বেয়া কৰে। তাইতো ঘূৰি ফুৰিবই লাগিব পেটৰ কাৰণে আৰু ফৰমানৰ কাৰণে। তাই ক'তো মানুহৰ ভয়ত অৰণ্যলৈ গুছি যাব নোৱাৰে। যিকোনো কৌশল খটুৱাই তাই ঘূৰি ফুৰিবই লাগিব। চাকৰিটো এটা নিমিত্ত। অৱশ্যে, মণিতোলাৰ অমায়ীক ব্যৱহাৰ আৰু ৰাংঢালী স্বভাৱটোৰ বাবে সকলোৱে ভাল পাবলৈ ধৰিলে। তাৰোপৰি তাইক এই চাকৰিটো দিয়াৰ বাবে তাৰ ডাক্তৰ দুজনে, নার্চ চাৰিজনীয়ে আৰু অন্য কর্মচাৰীসকলে সন্তুষ্টি প্রকাশ কৰিলে। ডিচপেনচেৰীখনৰ আগৰ ৰূপেই বদলি যাব ধৰিলে। প্রায়বোৰ কাম মণিতোলাই গাত লগাই কৰিবলৈ শিকিলে। সকলোৰে প্রিয়পাত্রী হ'বলৈ ধৰিলে এটা কথাই আহি পৰে যে যিহেতু সকলোৱেই ভালেই পাব তেতিয়া আৰু কোনো লোকে তাইৰ বিষয়ে বেয়া এটা ক'ব নোৱাৰিব আৰু আত্মপ্রসাদ লভাৰ লগতে তাইৰ প্রতি কোনো সন্দিহানো নহ'ব। বেয়া পালেহে মানুহৰ মনত বহু ধৰণৰ প্রশ্ন জাগিব পাৰে আৰু অৱশেষত তাইৰ অনিষ্ট কৰাৰ দুৱাৰ এখন খোল খাই যাব পাৰে।

দুৱাৰ -খিৰিকীৰ বগা পৰ্দাবোৰে আগৰ ৰং সলালে, মজীয়া কেইখন আগতকৈ নিমজ আৰু পৰিস্কাৰ হৈ আহিব ধৰিলে, ডাক্তৰসকলৰ কোঠা, নাৰ্চসকলৰ আচবাবপত্ৰ, ৰোগী চোৱা কোঠাৰ কাপোৰ-কানি, চকী-মেজ আনকি চৌহদৰ ভিতৰত থকা প্ৰতিজোপা গছ যেন আগতকৈ থন ধৰি বাঢ়ি আহিব ধৰিলে। এইবোৰ কোনেও কৰিবলৈ কোৱা নাছিল যদিও মণিতোলাই ইচ্ছা কৰি সকলোবোৰ তদাৰক কৰিছিল। দৰমহা তাইৰ বঢ়া নাছিল। কিন্তু আদৰ বাঢ়িছিল আৰু এই আদৰৰ মাজতে তাই নিজকে নিৰাপত্তাৰ মাজেৰে চলি যোৱাৰ দৰে অনুভৱ কৰিছিল। কোনেও মণিতোলাক এবাৰ কথাও নকৈছিল বৰং সকলোৱে তাইৰ এই চৰিত্ৰৰ বাবে গৰ্ব্ব অনুভৱহে কৰিছিল। গতিকে মণিতোলাই তাত ভালেৰেই দিনবোৰ অতিবাহিত কৰিব পাৰিছিল।

এদিনৰ কথা।

ৰোগী এজন আহিছিল। হাত এখনৰ ভীষণ বিষ। কথাবোৰ ভালকৈ ক'বই নোৱাৰে। মুখত এহাতমান দাড়ি। মাজে মাজে পকিছে। মানুহটো অলপ ক্ষীণাইছে যদিও কৰ্মঠ আৰু হাত- ভৰিবোৰ পুৰঠ। সেইদিনা ৰোগীৰ সংখ্যা অলপ কম আছিল। দুজন ডাক্তৰৰ ভিতৰত এজন নাছিল। কাষৰ কোনোবা এখন ঠাইৰ এজন টান নৰীয়াত পৰা ৰোগীক চাবলৈ গৈছিল। মানুহজন বাৰান্দাৰ বেঞ্চী এখনতে বহি চং-ফতাই আছিল। মণিতোলাৰ দেখি বেজাৰ লাগিল আৰু নিজেই খৰখৰকৈ ডাক্তৰক খবৰটো দিলে। অৱশ্যে যদিও এইবোৰ কৰাতো তাইৰ কৰ্ত্তব্যৰ ভিতৰত নপৰিছিল। ৰুগীজনক ভিতৰলৈ লৈ যোৱা হ'ল। মণিতোলাই বাৰান্দাৰ খিৰিকী এখনেৰে চাই থাকিল। ডাক্তৰজনে মানুহজনক বহুৱাই ললে আৰু হাত, মুৰ, বুকু পৰীক্ষা কৰাত লাগিল। মাজে মাজে মানুহজনে চিঞৰি উঠে। নাৰ্চ দুগৰাকীয়ে এবাৰ জোৰেৰে মানুহজনৰ হাতখন ধৰি উঠা-নমা কৰোৱাত লাগিল। এবাৰ ডাক্তৰজনে এটা চিচাৰ আলমিৰাৰ পৰা কিবা উলিয়ালে। প্ৰথমে মণিতোলাই ধৰিব পৰা নাছিল। ভালকৈ চালতহে গম পালে যে ডাক্তৰে মানুহজনক বেজি এটা দিবলৈ লৈছে। চিনাকীয়ে হওক বা অচিনাকীয়ে হওক মানুহজনক ভাল চিকিৎসা এটা দিয়াৰ বাবে তাইৰ মনটো অলপ ভাল লাগিল আৰু বিশেষ অন্য একো নেভাবি এটা সাধাৰণ কথা বুলি ভাবি মণিতোলা তাৰপৰা আঁতৰি গ'ল।

বেজি দিয়াৰ পাছত, দুটামান ঔষধ লিখি দি ডাক্তৰৰ নিৰ্দেশ মতে মানুজনক বাহিৰলৈ লৈ অনা হ'ল। নাৰ্চ দুগৰাকীয়ে মানুহজনক ধৰি বাৰান্দাৰ এমুৰৰ বেঞ্চী এখনতে শুৱাই দিলে। মণিতোলাই তেতিয়া চাহৰ চচ্পেন এটাত চাহ কৰিবৰ বাবে পানী ভৰাই তাই থকা কোঠাটোৰ পিনে যাব খুজিছিল। কিন্তু তাই বৈ গ'ল। নাৰ্চ দুগৰাকীয়ে মানুহজনক বেঞ্চত শুৱাই দি কিবা এটা কৈছে আৰু তাৰ পাছত তাৰপৰা আঁতৰি অন্য কোঠালৈ সোমাই গৈছে। মণিতোলাই ক'ব নোৱাৰাকৈ চচ্পেনটো হাতত লৈয়ে মানুহজনৰ নিচেই কাষ পালেহি। পানী ভৰোৱা চচ্পেনটো মাটিতে থৈ মণিতোলাই শুইথকা মানুহজনৰ মুখলৈ চালে। মানুহজনে এবাৰ মণিতোলালৈ চালে আৰু তাৰ পাছত মূৰটো ডাঙি চাৰিওপিনে এবাৰ চাই ললে। তেতিয়া ডিচপেঞ্চৰীখনত মানুহ প্ৰায় নাছিলেই। মানুহজনে বিশেষ তৎপৰতা বা ব্যস্ততা নেদেখুৱাই সহজভাৱে মাত দিলে "তই বিশ্বাস নকৰ যদি মই দাড়িখিনি খুৰাই লব পাৰো। চিঞৰ-বাখৰ কৰিলে সকলো নষ্ট হৈ যাব। মই খোৰছেদ। তোৰ খোৰছেদ বৰবাবা। তই এতিয়া একো কথা পাতিব নেলাগে। সময় বহু পাবি। মোৰ আচলতে একো হোৱা নাই তোক লগ পাবৰ বাবেই এইদৰে বুদ্ধি এটা কৰি আহিলো। মই পৰহিলৈ এই সময়তে আকৌ আহিম। এতিয়া যাও। কৰমান ভালেৰেই আছে" মণিতোলা বৈ গ'ল। মুখেৰে একো এটা শব্দকে নক'লে। কিন্তু তাইৰ ভাবি ভাল লাগিল যে তাই একো এটা হুলস্থূল নকৰিলে। খোৰছেদ লাহে লাহে বাহিৰলৈ ওলাই গ'ল। মণিতোলাই কিছুপৰ চাই থাকি পানীৰ চচ্পেনটো হাতত লৈ তাইৰ কোঠাৰ পিনে গুছি গ'ল।

ধৈৰ্য্যৰ দুনিশা। তাই মাত্ৰ অলপ ভয় খাইছে যাতে কোনেও তাইক সন্দেহ নকৰে। কৰমানৰ অনুসন্ধানত তাই অধীৰ হৈ ৰ'ল। বুকুভৰা হুমুনিয়াহ, মাতৃ হৃদয়ৰ আকুলতা। এইবোৰ তাইৰ একপ্ৰকাৰে অভিনয়ৰ দৰে। জীৱনক চকুলোৰে প্ৰত্যাহ্বান জনাব নোৱাৰি। ভাগ্যত যদি লিখা আছে তেন্তে কথাবোৰ তেনেকৈয়ে আগবাঢ়িব। অলপ বুদ্ধি আৰু কৌশলেৰে আগবাঢ়িব পাৰিলে জীৱনলৈ হাঁহি আহিবই। আগধৰি নিজৰ জীৱনটো বচাই নিব লাগিব।

সেইদিনা মণিতোলা অলপ সময়ৰ বাবে ডাক্তৰ এজনৰ কামত ওলাই গৈছিল। পুৱাৰে পৰা তাই বাটলৈ চুব কৰি চাই আছিল। কোনোবাই জানিলে

বা আকৌ কি হয়! তাইৰ বুকুৰ ভিতৰফালে কথাবোৰ উতলি আছিল। কিন্তু বাহিৰত কোনো ধৰণৰ তাৰ প্ৰকাশ নহৈছিল। আজি হয়তো খোৰছেদ আহিলেই ছেগ বুজি কেইটামান কথা পাতিব। তাই ডাক্তৰৰ কামটো কৰি লৰালৰিকৈ উভতি আহিছিল। সোমাই আহি বাৰাণ্ডাত ভৰি দিয়াৰ লগে লগে তাই মানুহবোৰৰ মুখৰ পিনে লক্ষ কৰিলে। বেঞ্চী এখনতে অলপ একাষৰীয়াকৈ খোৰছেদ বহি আছে। তাই প্ৰথমে কি কৰিব একো ভাবি নেপালে যদিও ডাক্তৰে কৰিবলৈ দিয়া কামটোৰ বিষয়ে আগে কৈ অহাটো ভাল হ'ব বুলি ভাবি কোঠা এটাৰ ভিতৰলৈ সোমাই গ'ল।

অলপ পৰৰ পাছত মণিতোলা ওলাই আহিল। দেখিলে- খোৰছেদে ডিচপেঞ্চেৰীৰ মুখৰ পিনে গছ এজোপাৰ তলত ঠিয় দি আছে। ওচৰত তেনে কোনো মানুহ নাই। ডিচপেঞ্চেৰীৰ সেইপিনৰ খিৰিকী কেইখনো বন্ধ হৈ আছে। মণিতোলাই সময় খৰছ নকৰি সৰুকৈ খোৰছেদক ক'লে "মই আহি এইখিনি পালোহি। বাবা ঢুকাল। ইয়াতে আছা যেতিয়া গম পাইছা। মই ফৰমানৰ বাবে ওলাই আহিলো। তাত মোৰ থকা নহ'ব। সি ক'ত আছে তুমি ক'ত আছা ?" খোৰছেদে মণিতোলাৰ প্ৰশ্নবোৰৰ উত্তৰ নিদি কেৱল কলে "মই সকলো শুনিছো। আগে আমি ইয়াৰ পৰা যাওগৈ ব'ল। ইয়াত থাকিলে আমাৰ বিপদ হ'ব। তোৰ কাৰণে ৰৈছিলো। কিন্তু তই অহাৰ আগতে আকৌ এটা বেজি দি দিলে। মোৰ একো উপাই নাই। পুলিচে বিচাৰি আছে। মই পৰহিলৈ ৰাতি আকৌ আহিম। কুলাউড়াৰ পিনে ৰাতিয়ে ৰেল এখন যায়। তাতে আমি উঠি লব পাৰিলে হৈ যাব।" "নোৱাৰাৰ কোনো কাৰণ নাই। ইয়াৰ পৰা নগলে নচলিব। তুমি এতিয়া যোৱাগৈ। মই ৰাতি ওলাই আহিম।" খোৰছেদ ডিচপেঞ্চেৰীৰ চৌহদৰ পৰা ওলাই আহিল। মণিতোলাই পাছপিনেদি গৈ নিজৰ কোঠাটোত সোমালগৈ।

এখন নতুন পৃথিৱীৰ নতুন জোনৰ কথা। আন্ধাৰৰ কথা। নিশ্চয় ফৰমান হৰিগঞ্জৰ পিনে কৰবাত লুকাই আছে। নহ'লে খোৰছেদে তাইক অন্য ঠাইলৈ লৈ যাব পাৰিলে হয়। ৰেলত আহি থাকোতে এবাৰ মণিতোলাই খোৰছেদক কৈছিল যে বাপেক চোনাৰদাদাই তাইক এবাৰ নদয়ালৰ পিনে যাবৰ বাবে ইংগীত কৰিছিল। তাত মাকৰ কবৰো আছে। বোৰহান নামৰ

এজনৰ সতে থকাৰ কথাও কৈছিল। কিন্তু, খোৰছেদে মণিতোলাক ফৰমানৰ বিষয়ে কিছু তথ্য দিয়াৰ বাবে মণিতোলাই খোৰছেদে যলৈকে নিয়ে তালৈ যাবৰ বাবে মনত প্ৰকাশ কৰিলে। আৰু খোৰছেদক এনেকৈ পাই যোৱাও এক ভাগ্য বুলিয়ে ভাবিলে। বিশ্বাসী মানুহৰ ভিতৰত বৰ্তমান একমাত্ৰ খোৰছেদেই আছে। তাৰোপৰি ফৰমান ঘৰৰ পৰা উধাও হোৱাৰ পাছত প্ৰায় লগে লগে খোৰছেদো নোহোৱা কথাটোৱে ইয়াৰে ইংগীত দিয়ে যে হয়তো ফৰমানৰ আশু বিপদৰ আশঙ্কাত খোৰছেদেই তাৰ লগ হোৱাটো প্ৰধান কৰ্তব্য বুলি ভাবি দুয়োটা কৰবাত লুকাই আছে আৰু হয়তো এতিয়া ফৰমানৰ ইচ্ছা অনুযায়ী খোঁৰছেদে মণিতোলাক নিবলৈ আহিছে। "আমাৰ মানুহ অহা-যোৱা কৰি থাকে। জুৰীয়া, নীলবাগান, বাঘবৰত আমাৰ ঘৰৰ মানুহো থাকে। গতিকে সিমান চিন্তাৰ কাৰণ নাই।"

ৰেল চলে। আকৌ ৰেল ৰখে।

ছটক, মগলাবাজাৰ, ফেঁচুগঞ্জ, বৰামছাল, কুলাউড়া, লাটু।

ৰেলেৰে মানুহ অহা-যোৱা কৰে। আপোন চিনাকী মানুহে মাতে, খবৰ লয়। অচিনাকীবোৰৰ মাজত ক্ষন্তেকৰ বাবে, এটা ষ্টেশ্যনৰ পৰা সিটো ষ্টেশ্যনলৈ যাওতে যিমান দেৰি লাগে সিমান দেৰিৰ কাৰণে চিনাকী হয়। আকৌ সকলোৱে পাহৰি যায়।

দিন-ৰাতিৰ দুদাল চিৰিয়েদি মণিতোলাৰ জীৱন ৰেলখন গৈ থাকে। ক'ৰবাত আহি ৰয়হি আকৌ তাৰপৰা যাত্ৰা আৰম্ভ কৰে। তাই চিনাকী যাত্ৰীবোৰলৈ ভয় কৰে, মাত-বোল কৰিবলৈ ইচ্ছা নকৰে। মৈমনসিঙৰ পৰা, নন্দয়ালৰ পৰা, এদিন তাইৰ জীৱন ৰেল চলিছিল। কোনোবাই জানে, কোনোবাই নেজানে, জনাৰ দৰকাৰো নাই। নন্দয়াল, পাভ্না, চান্দঘৰ সুনামগঞ্জ, মৌলভী বজাৰ, মনুৰমুখ আদিৰ মানুহেও নেজানে। জীৱন ৰেলৰ এদৰা দুখ কঢ়িয়াই লৈ ফুৰা মণিতোলা এজনী এতিয়া দেখাত আদহীয়া যাত্ৰী- আধা মলঙা এটা যৌৱন, এজনী ছোৱালী, মহিলা, বিধবা প্ৰান্তৰে প্ৰান্তৰে ঘূৰি ফুৰিছে পুত্ৰৰ সন্ধানত। কিন্তু দেখাতহে আদহীয়া। সাৱধান আৰু পৰিপাতিকৈ পিন্ধা কাপোৰেহে তাইক আদহীয়া কৰি ৰাখিছে। চিনাকী যাত্ৰীবোৰক তাই এৰি থৈ আহিছে। ৰেলে বাছে ঘূৰি ফুৰোতে খোৰছেদে তাইক

কয় "তাক উলিয়াব পৰা যাব। সি নিজকে বচাবৰ বাবে অসমঞ্জকে গৈছে যেন লাগে। কোনোবা কোনোবাই বোলে লগ পাইছে, নীলম চৰত আছে বুলি শুনিছো। মই তোৰ সতে আছো যেতিয়া চিন্তা নকৰিবি। পুতেৰক পাবি।" মণিতোলাৰ এটাই সপোন ফৰমানক পাব লাগিব। অসমত এতিয়া কোনো ভয়ৰ কাৰণ নাই। মাত্ৰ বিচাৰিব লাগিব। ইতিমধ্যে চাৰি-পাঁচখন ঠাইত থাকি সিহঁতে বহুদিন ধৰি খবৰ কৰিছে। খোৰছেদে কেইবাৰৰ আপোন মানুহৰ সতে এটা যোগাযোগৰ ব্যৱস্থা কৰিছে। চৰ, চাপৰিবোৰত সিহঁতৰ মানুহবোৰ প্ৰায় একেলগেই থাকে। জীৱিকাৰ অনুসন্ধানত যাওতে প্ৰায় একেলগেই যায়। নতুনকৈ যিবোৰ মানুহ আহি অলপ ঘূৰা-ফিৰা কৰিছে সেইবোৰে বোলে প্ৰথমে কিছুবছৰ প্ৰায় একেলগেই থাকে। যেতিয়া ঠাইবোৰ, আলিবোৰ আৰু নদীবোৰ সিহঁতৰ আয়ত্বৰ ভিতৰলৈ আহে তেতিয়াহে সিহঁত সিচৰিত হৈ পৰে। গতিকে ফৰমানক বিচাৰি উলিওৱাটো বোলে বৰ এটা কঠিন কাম নহ'ব। আশাত আগবাঢ়ে মণিতোলা।

নদীৰ দুকাষে মণিতোলাৰ গভীৰ হমুনীয়াহবোৰ লাগি থাকে। কহুৱা, শিমলু আৰু চাপৰিবোৰতো। কেইবাটাও বানপানী আহিল। নদীৰ শুকান বালিত তাইৰ দুই-এদাল মূৰৰ কপালী চুলি সৰি পৰে। ব্ৰহ্মপুত্ৰখন দেখিলে তাইৰ ওঁঠবোৰ শুকাই পৰে। বুকুৰ চাপৰি একাল খহি পৰাৰ দৰে লাগে। ফৰমানক পালেই মণিতোলাৰ সকলো হৈ যাব। বৰ নদী, সৰু নদী পাৰ হ'ল চৰ-চাপৰী এৰিলে, পাতনীয়া মানুহৰ সৰু গাঁওবোৰো এৰিলে। তাৰ পাছত পালেহি– এই জয়া বজাৰ।

: তাৰ পাছত এইয়া এতিয়া ঘৰ পাইছেহি। অই দেখিছনে নাই– সৌজনী আহি আছে ।

: সেই মাজৰ জনী নেকি ? মূৰত সেই ভাৰ খৰি নেকি ?

: হয় হৰলা।

: আবে পাতক ছোৱালীনে বুঢ়ী অ' ।

: বয়স কিমান হ'ব বাৰু কছোন ?

: নোৱাৰিম।

: ক'ত পাৰিবি। চোহুঁবোৰ এৰ। সাৱধানে কথা কবি।

: তইঁত দুটাৰ ফাজলামি বেছি। তোৰো যে এটা প্ৰশ্ন বুঢ়ী নে গাভৰু ? কি কৰিবি তাৰে ?

: ধেৎ এনেয়েহে সুধিছো।

: হয় হবলা।

: আৰে গাভৰু ছোৱালীনে বুঢ়ী অ'।

: বয়স কিমান হ'ব বাক কছোন ?

: নোৱাৰিম।

: ক'ত পাৰিবি। সেইবোৰ এৰ। সাৱধানে কথা কবি।

: তইঁত দুটাৰ ফাজলামি বেছি। তোৰো যে এটা প্ৰশ্ন বুঢ়ী নে গাভৰু ? কি কৰিবি তাৰে ?

: ধেৎ এনেয়েহে সুধিছো।

বগীবুঢ়ীৰ ঘৰত বহি আছিল টকচিৰ, কবীন, আদিত্য আৰু গগৈ। আহি পোৱা দুঘণ্টা মানেই হৈছে। বহি কথাবোৰ পাতি আছিল। ইকৰা বেৰৰ এটা সাধাৰণ ঘৰ। ভলুকা বাঁহৰ খুটাবোৰ কিন্তু নতুন। চালৰ খেৰবোৰ ক'লা, নিমজ আৰু তেল পিচলাৰ দৰে। মাজে মাজে চৰায়ে ঠোঁটেৰে উলিয়াই পেলোৱাৰ বাবে খেৰৰ আগৰ মদকৰা বংবোৰ চকুত পৰে। ঘৰটো দীঘলীয়া, ভিতৰৰ ফালে ছাগে বহু কোঠা আছে। মজীয়াখন পকাৰ- মাজে মাজে ফাটিছে- ইটাবোৰ ওলাই পৰিছে। যত ইটাবোৰ ওলাই পৰিছে তাত সুন্দৰকৈ মাটিৰে লিপি থোৱা। এটা সেমেকা ধৰণৰ গোন্ধ আহি আছে। বতাহ বলি আছে। বেৰত পুৰণা তাৰিখ নথকা এখন কেলেণ্ডাৰত মক্কা মদীনাৰ ছবি। তাৰ কাষতে এখন নতুন কেলেণ্ডাৰ। আন এখন বেৰত হাতেৰে তোলা ফুলৰ ছবি। তাত অসমীয়াত সোণালী আখৰে কেলম বুলি লিখা আছে। এখন বেঞ্চী আৰু মূঢ়া চাৰিটা। এটা মূঢ়াৰ ওপৰতে সিহঁতে কাগজ-পত্ৰবোৰ ৰাখিছিল। ভিতৰলৈ যোৱা দুৱাৰ একাষত এজনী ক্ষীণ ছোৱালীয়ে পিন্ধা শাৰী এখনৰ দৰে পৰ্দা এখন ওলমি আছিল।

মূৰৰপৰা খৰিৰ বোজাটো নমাই চোতালৰ পৰায়ে বগীবুঢ়ীয়ে সিহঁতলৈ চালে। তাৰ পাছত কাকলতিৰ তলত থকা টোপোলাটো ইখন হাতৰ পৰা সিখন হাতলৈ নি দুৱাৰ মুখৰ ফালে আহিল। টকচিৰে বগীবুঢ়ীয়ে সোধাৰ

আগতে মাত দিলে।

: আমি জেঠাই। অথনিয়ে আহিলো।

: কি কলা ? বহাছোন বাক মই আগে ভিতৰৰ পৰা আহোঁ।

: মূৰৰ ওৰণীখন টানি বগীবুঢ়ীয়ে তললৈ মূৰ কৰি ভিতৰলৈ সোমাই গ'ল। কবীনহঁতে ইটোৱে-সিটোৰ মুখলৈ চোৱা-চোৱি কৰিলে।

: খৰিৰ মুঠাটো দেখিছ ? কবীনে ক'লে

: বাপৰে বাপ মূৰত লোৱা টান আছে। আদিত্যই কবীনৰ কথাষাৰৰ উত্তৰ দিলে।

ভিতৰৰ পৰা কথা-বতৰা, ব্যস্ততা আৰু দুই এটা বস্তুৰ শব্দ তাহি অহাতহে টফচিৰহঁতে গম পালে যে ভিতৰত বহু মানুহ আছে। ইমান দেৰিটো জনা নাছিল সিহঁতে। কোনেও মাত এবাৰো নিদিলেহি।

: ভিতৰত দেখো মানুহ নাছিল। গণেয়ে অলপ তিক্ততাৰে ক'লে।

: থাকিলেই তোক মাত দিব নেকি ? কি ভাবিছ ? টফচিৰে অলপ অভিভাৱকৰ সুৰত ক'লে।

ভিতৰৰ পৰা এইবাৰ বগীবুঢ়ীৰ মাত এটা স্পষ্টভাৱে নিগৰি আহিল "কৈলৈ তহঁতসোপাই কি কৰি আছিলি ? তাই আহি পোৱা নাই বুলি খবৰ লব নেলাগে নেকি ? মোলৈ বাট চাই থাকিবি ?"

কবীনহঁতে অলপ টলকা মাৰিলে, গণেয়ে মূঢ়াটোৰ পৰা অলপ হাউলি ভিতৰলৈ চাবলৈ চেষ্টা কৰিছিল। এনেতে বগীবুঢ়ীৰ আগমনত বৈ গ'ল আৰু অন্য পিনে চোৱাত লাগিল। বগীবুঢ়ীয়ে পৰ্দাৰ সিপাৰৰ পৰা কৈ আহিল।

: জন্মীছুৰ দেৱাই নিয়া ল'ৰাটো নহয় জানো ? নামটোহে পাহৰিলো। নহ্যইতেনো বেয়া দেপাও, বেয়া পাবলৈ আমিনো কোন হয় ?

: তেনেকৈ নকবা জেঠাই। আজি সেই কাৰণে লগেৰে আহিছো।

বগীবুঢ়ীয়ে মূঢ়া এটা লৈ চুকতে বহিল।

: তোমাৰ ভালনে জেঠাই ?

: কোনো ৰকমে আছো আৰু। মোৰ খঙেই উঠিছে। লতাজনী তলাই যোৱা ভালেমান পৰ হ'ল। ইহঁতে কোনেও খবৰ এটা কৰা নাই। ভয় লাগে নহয়। দিনটো কঁপি থাকে। বাৰু এওঁলোক কোন— তোমাৰ লগৰে নে ?

: হয় জেঠাই, ইয়াৰ নাম কবীন, ই গগৈ আৰু ই আদিত্য।

কোনেও নমস্কাৰ নিদিলে মাত্ৰ মূৰবোৰ অকণমানকৈ দোঁৱালে। বগীবুঢ়ীয়ে বুকুৰ চাদৰখন টানি লৈ এটা মৰমলগা হাঁহি মাৰিলে।

: আৰু মোৰ নাম টকচিৰ। মনত পৰিছেনে ?

: আৰু নেপাহৰো। দেৰ বছৰ হ'ল। এদিন আহিছিলা ক'ত আৰু মনত থাকিব, তুমি আৰু এবটল দেবাই খাব লাগিছিল নহয়। মই বনাই থৈ দিছিলো- তুমি নহা দেখি পেলাই দিলো।

: জেঠাইৰ ঘৰটো সৌ পিনেহে আছিল নহয় জানো ?

: তাৰপৰা আনি ইয়াত বহাই ললো। মোৰ কথানো কি ক'বা। বুঢ়াৰ ছটা মাত কেইবাৰ খাবলৈ আৰু সাতজনীমান মোৰ টেটুত লাগিল হি। তাৰে দুজনীক বিয়া দি দিলো। অহা মাহত পিৰীয়েক দুটাই লৈ যাব কিজানি। হেৰি নহয়- মোৰ ইয়াত আৰু মতা মানুহ থকা দিগদাবি নহয়। সেয়ে সিহঁত দুজনীক কৈছো- বোলো ইমানদিনে ৰাখিলো- এতিয়া ঘৰ বিচাৰি যাবিগৈ।

: ভিতৰৰ পিনে আৰু কোঠা আছে তেনে নহয় নে ? কবীনে সুধিলে।

: ঘৰটোৰ মাজেদি বাৰান্দা এখন গৈছে। বাৰান্দাখনৰ একালে ছটা কোঠা আৰু একালে চাৰিটা কোঠা। পাকঘৰটো মূৰৰ পিনে, এয়ে মোৰ ঘৰ ভাড়া দিব নেলাগে। মালিকৰ মাটিডোখৰ ৰখি দিব লাগে। মাটি দুকঠাতকৈ কিছু কম। মই বাৰীত লগোৱা ফচল দুই-চাৰিটা যি হয় মালিকৰ ভায়েকক দি আছো। মালিক ইয়াত নেথাকে।

: ঠাইডোখৰ ভালেই। নতুনকৈ বজাৰ-সমাৰ বহিছে। বহুতে ঘৰো সাজিছে। টকচিৰে ক'লে।

: তোমালোকে কিবা কৰানে ? চাকৰি, বিজিনেছ।

: আমি চাকৰি ঠিক তেনেকৈ নকৰো। বিজিনেছ দুই এটাত হাত দিছো আৰু দুখনমান খবৰ কাগজত কাম কৰো। মানে খবৰ আদি পঠোৱা কিবা-কিবি লিখি দিয়া, এনেকৈয়ে চলি আছো আৰু।

: খবৰ কাগজৰ কথাবোৰ সঁচানে ? মই তেনেকৈ সিমান ভালকৈ পঢ়িব নেজানো ? লডায়ে পঢ়ি শুনাই মাজে মাজে দেশৰ খবৰ দুই এটা তাইৰ পৰায়ে গম পাও।

: আনৰ কথা নেজানো জেঠাই। আমি হলে সদাই সঁচা কথা লিখো আৰু কওঁ।

: মিছা কথা আৰু বঢ়াই লিখি জানো কিবা লাভ হ'ব ? সদাই সঁচা কথা লিখিব লাগে।

নিৰ্জনতাত কবীনইঁতৰ মনবোৰ মাৰ যোৱাৰ দৰে লাগিল। বগীবুঢ়ীয়েনো দেশৰ খবৰ ৰাখেনে ? খবৰ ৰাখিনো তেওঁ কি কৰিব। এনেয়ে বহি থকাতকৈ ছাঁগে বাতৰি কাকতৰ কথাবোৰকে শুনে। ক্ষন্তেকৰ নীৰৱতা ভঙ্গ কৰি এইবাৰ বগীবুঢ়ীয়ে টফচীৰৰ পিনে চাই ক'লে।

: তোমালোকে খবৰ কাগজত মোৰ খবৰ এটা তুলিব পাৰিবানে? চাব খুজিছো- কিজানি কিবা কামত লাগেই।

টফচিৰৰ মনটো অলপ সেমেকি উঠিল। খবৰটো কি হ'ব পাৰে তাক টফচিৰৰ বাহিৰে কবীনইঁতে বুজা নাই। অলপ নিশ্চয়তা থাকি টফচিৰে ক'লে।

: পাৰিম জেঠাই। আমাক কবাছোন। তোমাৰ খবৰ এটা তুলিবলৈ আমি বেয়া পামনে ? পইচাও দিব নেলাগে বাৰু।

: পাবা যদি বৰ ভাল কথা। পাছত কম বাৰু।

ভিতৰৰ পৰা কোনোবা ছোৱালী এজনীয়ে মাত দিয়াত বগীবুঢ়ীয়ে "লৈ আহ বুলি" ক'লে আৰু মূঢ়াটোৰ পৰা উঠি মূঢ়াটো টফচিৰইঁতৰ মাজতে থৈ একাষৰীয়াকৈ থিয় দি থাকিল। ছোৱালীজনীয়ে প্ৰকাণ্ড কাঁহৰ থাল এখন আনি মূঢ়াটোৰ ওপৰত থলেহি। সকলোৱে চকু থালখনলৈ গ'ল। দহোটামান জাহাজী কল, এপেকেট খোলা থিন এৰাৰুট আৰু এখিনিমান কাবুলী বুটৰ কাষেদি চাৰিটা সোণৰ দৰে কাঁহৰ গিলাচত পানী। টফচিৰে ছোৱালীজনীৰ পিনে চাই মাত দিলে।

: ফৰিদা নোহোৱানে ? মোক চিনি পাইছা ?

: নানীক অথনি ময়ে আপুনি অহাৰ কথা কৈছিলোঁ। নামটো পাছতহে মনত পৰিছে।

: মোক ক'ত দেখিলা ?

: ইমাননো পাহৰিলে নে ? আপোনালোক সোমাই আহোঁতে ময়েচোন ভিতৰৰপৰা মাত দি বহিবলৈ কৈছিলো।

: চাহ অলপ পাছত দিবিহি। কোন কোন আহে মামাবহঁতক মাত এবাৰ দিবলৈ কবি। তোমালোকে খোৱা মই পুখুৰীলৈ যাও– ভৰি-হাতবোৰ ধুই লও। তাৰ পাছত আহি কথাত ধৰিম।

বগীবুঢ়ী বাহিৰলৈ ওলাই গ'ল। গগৈয়ে মুখলৈ গলিয়াই দিয়া এমুঠি বুটৰ এটা ওলাই গৈ বৈ থকা ফৰিদাৰ ভৰিৰ বুঢ়া আঙুলীটোত স্পৰ্শ কৰিলে। ফৰিদাই চকু তুলি গগৈৰ পিনে চালে। গগৈয়ে আকৌ এগাল বুটা হাতত তুলি ললে। আদিত্যাই পানী এগিলাচ খাই ললে। টফচিৰ আৰু কবীনে কল খোৱাত লাগিল।

: আপোনালোকে খাই থাকক। মই চাহ পঠাই দিছো।

ফৰিদা ভিতৰলৈ সোমাই গ'ল।

: এইবাৰ বা কোন আহে ?

: কল কেইটা বৰ সোৱাদ, বোধহয় বাৰীৰে।

আকৌ দুজনী ছোৱালী সোমাই আহিল। এজনীৰ হাতত বাছন এখনত চাৰি কাপ চাহ আৰু এজনীৰ হাতত এটা পাণ-তামোলৰ বটা। কাৰো খোৱা শেষ হোৱা নাই বাবে চাহ অনাজনীয়ে চাহৰ বাছনখন লাহেকৈ বেঞ্চতে থলে আৰু তামোল অনা জনীয়ে বটাটো হাতুতে লৈ বৈ থাকিল। বহুত দিনৰ চিনাকীৰ দৰে টফচিৰে সহজভাৱে ছোৱালী দুজনীৰ পিনে চাই সিহঁতৰ নাম দুটা সুধিলে। উত্তৰত ছোৱালী দুজনীয়ে ক'লে।

: মোৰ নাম লাৱণ্য।

: মোৰ নাম তৰা।

: তোমালোকো তেনে ইয়াতে থাকা। বৰ ভাল হৈছে।

গগৈয়ে ভদ্ৰতা ৰাখি কিবা এটা সুধিব বুলি কল এডোখৰ গিলি দিছিল কিন্তু কলডোখৰ অলপ ডাঙৰ হোৱাৰ বাবে ডিঙিত লাগি ধৰিছিল– মূৰটো তললৈ ওপৰলৈ কৰি বগলীয়ে কৰাৰ দৰে দুবাৰ কৰাৰ পাছতহে কলডোখৰ নেলাগি তললৈ সৰকি গ'ল। চকুযোৰ পানীৰে অলপ চলচলীয়া হৈ গ'ল। সি পানী খোৱাত লাগিল। পকেটৰ পৰা কমাল এখন উলিয়াই টফচিৰে হাতখন মোহাৰি ক'লে।

: দিয়া তেনে এতিয়া তামোল এখন খাই লও।

তৰাই তামোলৰ বটাটো আগবঢ়াই দিলে। থালখনত তিনিটামান কল থাকি গ'ল। কবীনৰ আৰু এটা খোৱাৰ মন আছিল যদিও টফচিবে হাত মোহাৰি সিমানতে সামৰিলে বাবে সিও মন নকৰিলে। আদিত্যাই চাহৰ কাপৰ তলত থকা গলি যোৱা বিস্কুটখিনি একে সোহাতে শেষ কৰি পেলাই কাপটো থৈ দিলে।

: তোমালোকৰ মানে, এনেয়ে মানে, ঘৰ ইয়াতে নে ? মানে ধৰি লোৱা ইয়াতে আছা আৰু।

অন্য বিশেষ একো কথা সুধিব নেপাই আদিত্যাই যেহাই যেহাই তাকে সুধিলে। কিন্তু তৰা আৰু লাৱণ্যাই একো নুবুজিলে। টফচিবে কথাটো সহজ কৰিবৰ বাবে দোহাৰিলে আৰু ক'লে।

: এওঁলোক ঠিক ইয়াৰে নহয় যদিও বৰ্তমান ইয়াতে থাকে আৰু ইয়াৰে হৈ গৈছে।

: গৰীব মানুহ, পিতাইহঁতো নাই- এই নানীৰ সতেই আছো আৰু। নানীয়ে যে কিমান মৰম কৰি ৰাখিছে। অৱস্থা ভাল হোৱা হলে জানো এনেকৈ থাকো ?

কবীনহঁতৰ এটাইকেউতাৰে মনবোৰ বেয়া লাগি গ'ল। এনেকৈ এইবোৰ কথা সুধিব নেলাগিছিল। ইয়াত হয়তো আৰু বহু ছোৱালী থাকে। কেনেকৈ থাকে সেইবোৰ জনাৰ কবীনহঁতৰ কোনো দৰকাৰ নাই। তাৰবাবে বগীবুঢ়ী আছে- তেওঁ যদি ৰাখিব পাৰিছে সেয়ে বহুত। এদিনলৈ আহি সেইবোৰৰ বিষয়ে জানিও কোনো লাভ নাই। অলপ দেৰি কোনেও একো নোকোৱাৰ বাবে তৰাই থাল, গিলাছবোৰ ভিতৰলৈ লৈ গ'ল। লাৱণ্যাই কিবা কাম থকাৰ দৰে দেখুৱাই বাহিৰলৈ ওলাই গ'ল।

: বেয়া লাগে। এটাই কেইজনী ছোৱালী ধুনীয়া।

: কথাটো বেয়া হ'ল।

: মই আগতেই কৈছো। তহঁতবোৰেহে এইবোৰ সোধ ? জেঠাই আহিলেই কথাটো কৈ যামগৈ। আজি আৰু নবহো। তহঁতবোৰে আৰু একো কথা নুশুধিবি। এই ছোৱালীবোৰে জেঠাইৰ মৰম আৰু অকণ নিৰাপত্তা আৰু আশ্ৰয় বিচাৰি ইয়াতে থাকে। কোনোবা দৰা ওলালে দি দিয়ে। সেইবোৰ

জেঠাইৰ জীৱনৰ কথা। আমি একো কৰি দিব নোৱাৰো। ভাগ লৈয়ো আমাৰ লাভ নাই। ইয়াৰ মানুহবোৰে বৰ মিলেৰে থাকিব পাৰে বাবে এইদৰে এগৰাকী বুঢ়ীয়ে এনেকৈ গাভৰু ছোৱালীবোৰ ৰাখিব পাৰিছে। ওচৰে-পাজৰে আপোন মানুহ আছে যদিও এই ছোৱালীবোৰে বোলে ইয়াতে থাকি ভাল পায়। কি ৰহস্য নেজানো।

ৰুবীনে পিক্ পেলাবৰ বাবে বাহিৰৰ চোতাল পালেগৈ। দেখিলে ৰগীবুঢ়ীয়ে ফ্ৰগ পিন্ধা ছোৱালী এজনীৰ হাতত ধৰি চোতাল পাৰ হৈ আহি আছে। ৰগীবুঢ়ীৰ গাত নতুন সাজ। চুলিখিনি তিতা। মুখখন ফৰকাল আৰু কোমল মুখত সামান্য পাউদাৰ। ৰুবীনে ছোৱালীজনীৰ পুৰঠ কলাফুল দুটাৰ এটাত এটা কলা তিল দেখিলে। ছোৱালীজনী ওখ, সৰল আৰু বগা। চকুযোৰ ডাঙৰ আৰু বৈ পৰা। ফ্ৰগটো টান আৰু চুটি। ৰুবীন পাছে পাছে সোমাই আহিল।

: এইজনীয়ে মোৰ লতা- লতামণি। তই আগে ভিতৰলৈ গৈ কিবা খাই লগে, তাৰ পাছত পাইজামাটো পিন্ধি আহিবি।

ছোৱালীজনীৰ নামটো শুনি টফচিৰৰ মনটো কঁপি উঠিল। কিবা এটা যেন মনত পৰি গ'ল। সি মনৰ ভিতৰতে কিবা এটা আওৰালে। হঠাৎ যেন তাৰ জিভাখন কঁপি উঠিল। সি খুব হেঁপাহেৰে এটা হাঁহি মাৰিব খুজিলে। কিন্তু হাঁহিটো মাৰিলে বেয়া দেখিব বাবে সি নেহাঁহিলে। সি মাত্ৰ লতামণিৰ নামটো মুখৰ ভিতৰতে উচ্চাৰণ কৰিলে। মাত্ৰ অলপ মানহে ইফাল-সিফাল। লতামণিৰ নামটোৰ আঁৰত যেন মণিতোলা নামটো সোমাই আছে। সি কথাটো বাজহুৱাভাৱে ব্যক্ত নকৰিলে। ৰগীবুঢ়ী বুলি সকলোৱে জানে যেতিয়া এতিয়া আৰু লতামণিৰ নামটো উচ্চাৰণ কৰি ৰগীবুঢ়ীৰ আই নামটো যে মণিতোলা তাক জাহিৰ কৰি দিবৰ ইচ্ছা নকৰিলে। ৰগীবুঢ়ীয়ে মূঢ়া এটাৰ ওপৰত বহি ললে। দাং খাই থকা মেখেলাখন টানি ভৰিদুখন ঢাকি ললে আৰু চাদৰখন ঠিক কৰি ললে।

: এতিয়া তোমালোকে কোৱাচোন মোলৈনো কিয় মনত পৰিল ? কি কামত আহিছিলা ?

: আমাৰ কামটো বৰ দৰকাৰি। তোমাক লগে লগেই ক'ব লাগিছিল।

কিন্তু লগে লগে ক'লে কিজানি তুমি বেয়া পোৱা সেয়ে অলপ কথা পাতি চাহ খাই ললো। প্ৰথম কথা হ'ল মোৰ বন্ধু দুজনৰ দুজনী ছোৱালীৰ একেলগেই সেই মোৰদৰে হ'ল। মানে জন্দীছ। এজনীক হচপিতেলৰ পৰা লৈয়ে আহিলে অতি সোনকালে দেৰাই লাগে। আৰু সিটো কথা হ'ল এই জয়া বজাৰত বোলে হালধি বাই নামৰ কোনোবা মানুহ এগৰাকী থাকে। আমাৰ খুড়ী এজনীৰ সেই অসুখটো হৈছে। সেই বাইজনী বিচাৰি দিব লাগে। কাম এই দুটাই।

: তেনে কও শুনা। তোমালোকৰে ভাগ্য ভাল। জন্দীছৰ দুৰবটল দেৰাই নতুনকৈ কৰি থোৱা আছে। টাউনৰে এজনে নিয়াৰ কথা আছিল। মই ওলাই গৈ গম পালো বোলে চাই থাকিব নোৱাৰি কণীক হচ্পিটেললৈকে পথাই দিলে। সেই দুৰবটলকে নিব পাৰিবা। আৰু সিটো অসুখৰ বাবে মোৰ লগতে এতিয়াই বাৰীলৈ যাব লাগিব। মই গছদাল দেখুৱাই দিম। বিয়া নকৰোৱা মতা মানুহে একে উশাহতে পাঁচোটা বা সাতোটা পাত চিঙি মোৰ হাতত দিব লাগিব। তেতিয়া বাকীবোৰ বাক মোৰ কাম। তোমালোক বহা টকচিৰক লৈ মই বাৰীলৈ যাও। লতা, কবিদা, তৰা তহঁত ক'লৈ গলি? মামাৰহঁতক একাপ একাপ চাহ আৰু দে। আৰু কথা পাতহি- আহা তেনে দেৰি নকৰো হালধিক কৰ নেলাগে।

কবীনহঁতৰ চকুবোৰ উজ্জ্বল হৈ পৰিল। টকচিৰক লৈ কণীবুঢ়ী বাহিৰলৈ ওলাই গ'ল। গৰেয়ে মূড়াৰ পৰা এইবাৰ বেথীলৈ আহিল। আদিত্যই মূৰটো কণিয়াই ললে। হাজাৰ হওক, একো নেথাকিলেও গাভৰু ছোৱালীৰ সতে কথা পতাৰ কথা। এইবোৰ ছোৱালীৰ কোনো কৃত্ৰিমতা নাই, সহজ-সৰল ছোৱালী গৰেয়ে এবাৰ ভিতৰলৈ ভুমুকিয়াই চাব খুজিছিলহে এনেতে দং দংকৈ তৰা, লাবণ্যহঁতে লগত আৰু দুজনী ছোৱালী লৈ সোমাই আহিল। প্ৰথমে সোমাই আহিল লতা, দুজনীমানে মূড়াত বহিল আৰু বাকী বেইজনী ঠিয় হৈ থাকিল। কবীনে লতাৰ কলাফুলত থকা তিলটো চাবৰ বাবে এবাৰ তাইৰ ভৰিৰ পিনে মন কৰিলে- কিন্তু লতাই গাৰ চাদৰ সতে মিলা পায়জামা এটা পিন্ধি অহাৰ বাবে তিলটো নেদেখিলে। প্ৰথমে কবীনেই আৰম্ভ কৰিলে।

: তোমালোক দুয়োজনী নতুন। তোমালোকৰ নাম দুটা একা ?

: মোৰ নাম জয়ন্তী।

: মোৰ নাম গোলনাআৰা বেগম।

: অ' তাৰ মানে যে সৌ ফুল পাহ যে কাপোৰত কৰি বেৰত আঁৰি ৰাখিছা- ও বুজিলো।

: প্ৰথমে বাৰু লতাকে সুধিছো- তুমি সৰু ছোৱালী। তুমি কিবা কৰানে? আদিত্যই মুখ মেলিলে।

: মই টেইনত পঢ়ি আছো। স্কুললৈ দুমাইলমান পৰে। জয়া বজাৰ হাইস্কুল।

: খুব ভাল আৰু দুদিনৰ পাছত কলেজ যাব লাগিব।

: তাই ভালকৈ নাচিবও পাৰে। ক'তো শিকা নাই। স্কুলৰ বাইদেউ এগৰাকীয়ে জ্যোতিপ্ৰসাদৰ গীত গাই আৰু তাইক নাচিবলৈ শিকাইছে।

: তোমালোকে কোনোবাই গান-চান গোৱা নেকি ?

: তৰাই চেষ্টা কৰা হ'লে পাৰিলে হয়। নানীয়ে কৈছে যে লতাই স্কুলত পঢ়ে বাবে গাওক আৰু নাচক। আমাক কিন্তু নিদিয়ে।

: জেঠায়ে ঠিকেই কৈছে। জেঠায়েনো ক'ত এইবোৰত লাগি থাকিব। এটা কথা কওঁ। আমি কাগজৰ মানুহ।-কিছুমান কথা আমি বিচাৰি ফুৰো। মানুহক খাবলৈ ভাত আৰু পিন্ধিবলৈ কাপোৰ লাগিব। তোমালোক অতবোৰ ছোৱালী আছা। কিদৰে চলা.?

: আমাৰ কেইবাটাও ব্যৱসাই আছে। ঘৰতে কৰো। আজি দেওবাৰ বাবে আমাৰ কাম নাই, মানে দেওবাৰ হলে অলপ ফুৰিবলৈ ওলাই যাও। আমি কুকুৰা, ছাগলী আৰু পাৰ পোহো। জয়া বজাৰলৈ সেইবোৰ গৈ থাকে তাঁতশাল তিনিখন আছে। গাঁৱৰ পৰা মানুহ আহে আৰু সেইবোৰ লৈ যায়। নানীয়ে সকলোকে চিনি পায়। নানীৰ পৰাই এইবোৰ হৈছে। এইবোৰকে কৰো ফৰিদাই জয়া বজাৰৰ হোটেল এখনলৈ চানা ভাজি, ফুলৰী আৰু পিঙৰা বনাই দিয়ে। গধূলী পইচাটো দি থৈ যায়হি।

: তোমালোকে এইবোৰ নিজে দি আহা নেকি ?

: আমি কলৈকো ওলাই যাব নেলাগে। সকলোবোৰ ঘৰৰ পৰা লৈ যায়হি। নানীয়ে আমাক বাহিৰলৈ ওলাবলৈ তেনেকৈ নিদিয়ে। আমিও বেঁয়া

নেপাও।

: জেঠায়ে তোমালোকক খুব মৰম কৰে নহয় ?

: আমালৈ কিমান মৰম আছে নেজানো। মৰমনো চুই চাব পাৰিনে ? কিন্তু আমাৰ বাবে খুব চিন্তা কৰে। আমাৰ কাৰণে সকলোবোৰ নানীয়ে কৰিছে। আমি যাতে কিবা কৰি খাব পাৰো, সৎভাৱে জীয়াই থাকিব পাৰো আৰু পইচা গোটাব পাৰো, তাৰবাবে সকলো দিহা-পৰামৰ্শ দিয়ে।

: তোমালোকে পইচা কাৰোবাক মানে ঘৰলৈ পঠাবলগীয়া হয় নেকি ?

: কাক, ক'ত, ক'লৈ, কেনেকৈ পঠাব লাগে সেইবোৰো নানীয়ে কৰে। আমি তেনেকৈ একো নেভাবো।

কবীনে নিতাল মাৰি কথাবোৰ শুনি গৈ আছিল। আদিত্য আৰু গগৈয়ে কথা পাতি আছিল। কথাবোৰ পাতোতে লাহে লাহে তৰাইত গহীন হৈ আহিব ধৰিলে। আগৰ মুখৰ হাঁহিবোৰ আগতকৈ ম্লান পৰি আহিবলৈ ধৰিলে বোধহয় জীৱনৰ এনেবোৰ কথা সুধিলে বেয়া পাব পাৰে। অৱস্থা বেয়া বাবে ক'ৰ ক'ৰ পৰা আহি এই ছোৱালীবোৰে বগীবুঢ়ীৰ ঘৰত আশ্ৰয় লৈ এইদৰে চলিছে। কাৰোবাৰ বাপেক-মাক আছে কাৰোবাৰ নাই, কোনোবাই খুৱাব-বোৱাব লাগে বুলি ভাবি এনেকৈয়ে এৰি দিছে। দাৰীদ্ৰতাই জুৰুলা নকৰা হলে এইবোৰ ছোৱালীয়ে আজি ভাল মানুহৰ ঘৰৰ ছোৱালীৰ দৰে থাকিলহয়। নাম মণিতোলাই হওক বা বগীবুঢ়ীয়েই হওক, এজনী পুত্ৰহাৰা, এখন দেশৰ বিধবা মাতৃ। নিখোজ পুত্ৰৰ সন্ধানত আহি পালেহি অসম। তাৰ পাছত এইয়া জয়া বজাৰত এক সুকীয়া জীৱনৰ আৰম্ভণী, পাতনি। দুখৰ কাইটে থকা- সৰকা কৰা এখনি হৃদয়। নিঠৰুৱা ছোৱালী কিছুমান গোটাই জীয়াই আছে। কাৰোবাক বিয়া দি দিছে, কাৰোবাক সংস্থাপন দি পঠাই দিছে সমাজত এইবোৰৰ খবৰ লোৱা মানুহ কেইটা আছে। কবীনে অলপ ৰগৰ কৰিবৰ বাবে ক'লে,

: তোমালোকে চিনেমা চোৱানে নোচোৱা ?

: চিনেমা নেচাও, টি. ভি. চাও।

গগৈয়ে হোঁ হোঁৱাই হাঁহি দিলে। লাৱণ্যই যেন অকণ লাজ পালে। ধৰিব পাৰিছিল যদিও কবীনে ভুলটো ভাঙি নিদিলে।

: কাক বাক ভাল লাগে ?

: আমি আটাই কেইজনীয়ে কেদাৰ খানক ভাল পাও- ইমান যে ঠিক কথা ক'ব পাৰে। দাহিলগৰ বাহাদুৰী আছে।

: চিনেমাত নো বুঢ়া মানুহক ভাল পাইনে ? আমাৰ দৰে ডেকাবোৰক ভাল নেলাগে ?

: ডেকা কেইটা কৰবাৰ অসভ্য। এটাবো স্বভাৱ-চৰিত্ৰ ভাল নহয়। কেদাৰ খানে সদাই হক কথা কৈ মানুহক আছুল বাস্তালৈ আনে।

এখন সৰু তৰ্ক আৰম্ভ হৈ গৈছে। আদিত্যহঁতে এনেয়ে ধেমালি কৰি তৰা-ফৰিদাহঁতক উঠাই দিছে। বাহিৰৰ কথাতকৈ অন্তৰৰ ভিতৰখনৰ সতে চিনাকি হোৱা আমাৰ এটা কৰ্তব্য। যিহেতু আমি পেঁপাৰৰ মানুহ। আমাক লিখিবলৈ বহু কিবা-কিবি লাগে। কিন্তু এই ছোৱালীকেইজনীৰ সততা আৰু সৰলতাৰ বাবে নেভাবি নোৱাৰি। সিহঁতবোৰে এটা কথা দেখি আহিছে যে চিনেমাত অভিনেতাবোৰে বেলেগ বেলেগ ছোৱালীৰ সতে অভিনয় কৰি আহিছে, আজি এজনীৰ সতে প্ৰেম আৰু কালি সিজনীৰ সতে ৰোমাঞ্চ কিন্তু কেদাৰ খানে বোধহয় সিহঁতে চোৱা চিনেমাবোৰত ভাল সংলাপ দি ভাল চৰিত্ৰৰ অভিনয় কৰি অহা দেখিছে। গতিকে অন্য কথা ভাবিবলৈ নাই- চিনেমাৰ ডেকা ল'ৰাবোৰ বেয়া আৰু কেদাৰ খান ভাল। আই ঐ দেহী, এনেকৈ ভৱা ছোৱালীও আজি আছে ? সিহঁতৰ যে এইটো ভুল ধাৰণা। ডেকা অভিনেতাৰ বেলিকা বেলেগ বেলেগ চিনেমাক ধৰিছে কিন্তু কেদাৰ খানৰ বেলিকা সকলো গোটাই এখন বা কেৱল এখনৰ কথাতে লাগি আছে। এইবোৰ কথাৰ ভেদ, সাঁথৰ ভাঙি দিব নোৱাৰিনে ? হলেও সিহঁতে এটা কথা ধৰিব পাৰিছে যে প্ৰেম কৰিলে এনেকৈ নকৰে। গতিকে চিনেমাৰ আজিৰ যুগৰ চানি-আমিৰ-চলমন-মিঠুনহঁতক ভাল নেপাই। এইবোৰ পবিত্ৰতানে, সৰলতা নে, নে অজ্ঞতা ? এই ছোৱালী কেইজনীয়ে ঠগ নেখাবনে। সিহঁতৰ যদি অপকাৰ হয়। কৱীন আকৌ জয়ন্তীহঁতৰ কথাৰ মাজলৈ ঘূৰি আহিল।

: তোমালোকে কৈ আছা বাবে মই আৰু একো মতা নাই। জয়ন্তীয়ে কি কৈছিলা- কি দিলীপ কুমাৰ-ৰাজকুমাৰকহে ভাল লাগে। সেইবোৰটো আমাৰ ককাৰ বয়সৰ লোক। হয়নে নহয় ?

: আমি চিনেমাৰ কথাহে কৈছো- কিবা বয়সৰ কথা কৈছো নেকি ? সিহঁতে লাহে লাহে কথা কয়, কথাবোৰ বুজিব পাৰি, মুখৰ কথাবোৰ ইমান সঁচা আৰু ভেজাল নথকা, ছোৱালীবোৰক ইমান আদৰ মান কৰিব জানে, গাত হাত নিদিয়াকৈয়ে গান গাব পাৰে, নাচিব পাৰে। আজিকালিৰ বোৰে পাৰেনে ? আপোনালোকে সেইবোৰহে ভাল পায় ?

কবীনে ক'ব খুজিছিল যে আচলতে বগীবুঢ়ীৰ শাসনত পৰি, তরুন্ত এতিয়া চিনেমাৰ ডেকা ল'ৰাবোৰ এই বয়সতে ভাল নোপোৱা হ'ল। কেইটাৰ সতে প্ৰেম কৰি সিহঁত আভিজ্ঞ হৈছে- এতিয়াই এনেবোৰ কথা ক'বলৈ ? কিন্তু নক'লে। কবীনে ভাবিবলৈ বাধ্য হ'ল যে ভাল কথাৰ বাবে বয়সৰ কথা নাই। চিনেমাৰহে কথা আছে। এইবোৰ তেনেই সাধাৰণ আৰু তুচ্ছ কথা হ'ব পাৰে কিন্তু তাত যে এক বিৰাত তাত্ত্বিক অৰ্থ সোমাই আছে তাক কেইজনে খবৰ ৰাখে। এনেকুৱা ছোৱালী পাবলৈও টান। কবীনে অতি সততাৰে, এক অভিভাৱকসুলভভাৱে ছোৱালী কেইজনীক অলপ সন্মান জনোৱাৰ কথা ভাবি কিছু দেৰি নীৰৱে বহি থাকিল। আদিত্যহঁতে সিহঁতক কিবা-কিবি কৈ জোকাই আছিল।

: তোমালোকক আমি খুব ভাল পাইছো ভাই। তোমালোকে ইমান ভালকৈ ভাবিব জানা। তোমালোকৰ মনবোৰ সঁচাই ধুনীয়া হৈ আছে। ভাল মানুহে তোমালোকক পালে খুব আদৰ কৰিব।

: আমি দুখীয়া-নিচলা ছোৱালী দাদা, আজি যে আছো- এয়ে আমাৰ বাবে সঁচা। আমিনো কাৰ কি কামত লাগিম। নানীৰ মৰমত এনেকৈ আছো কালিলৈ কাৰ অনুগ্ৰহত ক'লৈ যাব লাগিব তাক কোনে জানে ?

: সেই কাৰণে স্কুলত পঢ়িব লাগে, খবৰ কাগজ পঢ়িব লাগে আৰু নাচ-গান কৰিব লাগে। বাইহঁতে সকলে পৰা এইবোৰ একো নকৰিলে।

লতাৰ কথা কেইটাত যেন কবৰাত এক বিদ্ৰোহ সোমাই আছে। বগীবুঢ়ীৰ তৰুতহে যেন জয়ন্তী, ৰবিনা, গোলনা-আবাইতে এনেকৈ আছে। ভিতৰি ভিতৰি যেন সিহঁতক এক দুশ্চিন্তাই খাই মাৰিছে ; যিবোৰ লতাই জানে- যিবোৰ হয়তো তবাইতে প্ৰকাশ কৰা নাই।

তৰা, আৰুণাইতে অলপ প্ৰস্তুত হৈ পৰিল। গাব কাপোৰবোৰ আৰু কথাৰ

ধৰেবোৰ সাধাৰণভাবে সলনি কৰি সিহঁতে নম্রভাৱে থিয় দি থাকিল। কৰিদাই বহিথকা মূঢ়াটোৰ পৰা উঠি পৰিল আৰু আগলৈ অলপ আগবাঢ়ি গ'ল। সিহঁতৰ এনে এক স্বাভাৱিক পৰিবৰ্তনৰ বাবে কৰীনহঁতে ভাবিছিল যে সিহঁতে কথাত কৰবাত বেয়া পাইছে আৰু হয়তো তাৰপৰা ভিতৰলৈ যাবৰ বাবে এইদৰে কৰিছে। কিন্তু দেখিলে চোতালেদি বগীবুঢ়ী আৰু টকচিবে কথা পাতি আহি আছেহি।

: অলপ দেৰি হ'ল দেই বেয়া নেপাবা। ভালহে তোমালোকে হাঁহি-তামচা কৰি ইহঁতৰ সতে কথা আতিলা, ইহঁতেও ভাল কথা শিকিলে। বহা টকচিৰ।

পৰিবেশটো অলপ স্বাভাৱিক হৈ আহিল। বগীবুঢ়ীৰ হাতত অলপ বোকাৰ চীন। এহাতে গছৰ পাত।

: জেঠাই দেৰাইটো পালে যদি আমি যাও।

: বৰ ভাঙৰ কথা এটা হ'ল। সিটো অসুখৰ তিৰি গৰাকী কৰীনৰ খুড়ী হবলা। কালিলৈ সোমবাৰ তাতে প্ৰথম পূর্ণিমাৰ পাছৰ সপ্তাহৰ প্ৰথম সোমবাৰ। দিনটো বৰ ভাল'। কিন্তু ঔষধৰ পাতত পখিলা পৰিল বাবে নেকাপে, মই টকচিবক আজি ৰাখিছো। এই, তহঁত কেইজনীয়ে কামত ধৰগে যা। কুকুৰা, হাঁহবোৰক খোৱা দেগে, গৰুৰ দানাৰ কেৰাহীত জুই দেগে। মই গৈ আছো। লভাই চাহৰ কেটলিটো উঠাই দে।

জয়ন্তী, তৰাইত হৰ হৰকৈ ভিতৰলৈ সোমাই গ'ল। বগীবুঢ়ীয়ে সুৰ সলাই ক'লে।

: তোমালোকে ভাবি চোৱা। অসুখৰ কথা বাবেহে কৈছো। কালিলৈ দোকমোকালিতে উঠি ঔষধটো বনাই মই টকচিবৰ হাতত দি পঠাম। পুৱা ছয় বজাতে তিনিআলিৰ পৰা বাছ চলে যাবগে। এইজোখৰ বাস্তা কোনোবা এটায়ে বাইছকেলেৰে থৈ আহিব।

: খুড়ীৰ কাৰণে অকণ কষ্ট কৰিব খুজিছো। বীৰটোৰ কথা মনত পৰিলে মোৰে দুখ লাগি যায়। তহঁত যাগে মই যেনে তেনে বাতিটো পাৰ কৰো।

: যেনেতেনে নেৰাখো। ভালকৈয়ে ৰাখিম। অলপতে কৰা নতুন টোচক এখন আছে তাতে শুৱা। পাক দুটাত বাঢ়ু লডাৰ তাদৰ আতৰ অকণ থই দিয়। মুঢ়ৰি আছে মহ নোসোমাই। জয়ন্তীয়ে বহা মাছৰ আঞ্জা খাবাছেন

মুখত লাগি থাকিব।

টফচিবে বব লাজ পালে। কবীনে গভীবভাৱে ক'লে।

: আমাব একো আপত্তি নাই জেঠাই। খুড়ীব বাবেই আপোনাক বিচাবি আহিছো। এবাতি দেবি হৈ গ'লে একো নহয়। আমি ভেনে যাওঁগে সেয়ে হ'ব।

: অন্য এদিন কিন্তু আমি থাকিম- আমাকো এসাজ মাছ খুৱাব লাগিব। গাঁগেয়ে অভিযোগব সুবত কলে।

: তোমালোকে বেয়া নেপোৱা যদি আজিয়ে থাকি যোৱা। মোবনো কি-বস্তু আছেই, নেথাকিলে দোকানব পবা বাকী কবি আনি লম। ছোৱালীহঁতে বান্ধিব তোমালোকে খাই শুই থাকিবা।

: হ'ব জেঠাই আগে ঔষধটো নি লও। তাব পাছত সকলো হ'ব।

: তেনেহ'লে জন্দীছব বটল দুটা তোমালোকে লৈ যোৱা। বাকী এইটো ঔষধ কালিলৈ পুৱা টফচিবে লৈ যাব। টফচিবে গৈ জন্দীছবো ঔষধ ছোৱালীজনীক খুৱাই দিব পাবিব। তোমালোকে বেয়া পালে নেলাগে আক যদি ভাল দেখা তেন্তে তাকে কবা।

: হ'ব জেঠাই আমি কলো যেতিয়া আক তাকে কবা হওক। আমি তেনে যাও বহি দেবি নকবো।

: জেতিয়াহ'লে তহঁত যা। কালিলৈ বিজ্ঞাপন দুটাব কাইলেল প্ৰেফটো তহঁতেই চাবি। মই ন বজাত পাই যাম, খববটো দিবি।

কবীনহঁত বাবলৈ উঠিল। চাহ নেখালে। বণীবুঢ়ীয়ে আদবেবে কবীনহঁতক বিদাই দিলে। লজাব বাহিবে কোনেও মাত নলগালে। বেলা পবি অহাব লগে লগে অৱণী, কবিতা, তহঁতব কামব অন্ত নাই। বাতিব বাবে খোৱা-বোৱা, গৰু-ছাগলী বন্ধা, দানা খুৱোৱাকে আদি কবি সকলো কাম কৰাত ব্যস্ত হৈ যায়। আজি দেউতাব বাবে অলপ সকাহ পাইছে। লতাই সকলোকে নবকাব জনালে। কবীনহঁতে দিয়াব বেয়া নেপালে।

এটা পকীপীয়া বাস্তাবে, চকুত বন-লতিকাব শোভা আক বনবীয়া ফুলব দলিচাব পাবে পাবে কাপত অনেক চৰাইব মাত আক পাহাবব বুকুৱেদি বৈ অহা পাতল বতাহব সতে কবীনহঁত আগবাঢ়ি গৈ থাকিল। চাঁহিজোবব নিজান

। মানুহৰ ঘৰ সেৰেঙা- কিন্তু ঘৰবোৰত মানুহ যথেষ্ট থাকে। কণীবুঢ়ীহঁতৰ ঘৰৰ পশ্চিম পিনে এখন ডাঙৰ মুকলি পথাৰ। পথাৰখনত মানুহে গছকি উলিওৱা এটা মৰি যোৱা ঘাঁহৰ বাট আছে। বোধহয় সেই পিনেদিয়েই মানুহবোৰে অহা-যোৱা কৰে। বাটটো অকোৱা-পকোৱা। কাষেদি বিজুলী তাঁৰৰ গধুৰ তাৰ দুদালমানো গৈছে। নির্জন বাবে দূৰৰ প্রধান আলিটোৰেদি যোৱা গাড়ী-মটৰৰ মাতবোৰ অলপ কাণ দিলেই শুনা যায়। আলিটো গৈ ঘাই পথ এটাত লাগিছে। তাতে বজাৰ-সমাৰ বহে। স্থানীয় বাইজৰ দোকান-পোহাৰ বহে হবলা। সকলো দোকানত লাইট হোৱা নাই। বজাৰখন মৰমলগা, চাফা।

টফচিৰে অলপ বৈ দিলে। আলিটোৰ কিনাৰেদি বহুত কিন্তু সক জুৰি এটাই বৈ আহি সেইখিনিতে ভাজ লৈ পুনৰ অন্যপিনে বাগৰি গৈছে। সেইখিনিতে এটা সক অলপ ওখ চাপৰি। তাতে শ্বহীদ বেদীৰ দৰে পকাৰ কিছু ভগ্নাবশেষ দেখিলে। টফছিৰে একো বুজি নেপালে যদিও পৰিবেশটো অলপ চিনাকী যেন লাগিল। বহু বছৰৰ আগতে যেন টফচিৰহঁতে ইয়ালৈ আহিছিল। কিবা যেন মিটিং কৰিছিল। সেই পিনেদিয়ে কৰবালৈ যেন পলাইছিল। টফচিৰে বৰ ভালকৈ ধৰিব পৰা নাছিল।

কবীন শৰ্মাহঁতে চাগে বাহু ধৰিছেগৈ। লাহে লাহে খোজকাঢ়ি সি কণীবুঢ়ীহঁতৰ চোতাল পালেগৈ। মনটো তাৰ অলপ চঞ্চল হৈ উঠিল। কণীবুঢ়ীৰ সতে সি আজি বহু কথা পাতিব। কিছুপৰৰ আগতে বাবীত ঔষধৰ পাত চিঙি কুকতে পতা কথাখিনিলৈ তাৰ মনত পৰি গ'ল। সেই কথাখিনি নপতা হ'লে হয়তো সি আজি কণীবুঢ়ীৰ ঘৰত এনিশা কটোৱাৰ কোনো কাৰণেই নাছিল। অপ্রসিক্ত বুঢ়ীৰ অনুৰোধ আৰু কাতৰভাৱে কোৱা কথাখিনিক সি উপেক্ষা কৰিব নোৱাৰিলে। তাৰো বুকুখন উচ-পিচাই গ'ল। এইজনী কণীবুঢ়ীক সি মনিতোলা হিচাপে অকণ জানিব খোজে। বিগবাকী মানুহৰ জীৱনৰ চৰম দুখ-যাত্রণা সংগ্রাম আৰু বেদনা বিৰোধ কাহিনী সি নিজ কাণে বোৰহান ককাইতিৰ পৰা শুনিছিল সেই জনীকে এতিয়া চকুৰ আগত ৰাখি আৰু ভালকৈ চোৱাৰ, সান্নিধ্যলৈ অহাৰ আশা আৰু ইচ্ছা এটা প্রকট হৈ আছিল। প্রাণভৰি যেন সি তাইৰ কথাবোৰ পঢ়ি যাব। প্রতিটো কাহিনীৰে যেন আজি বুজা-পৰা হ'ব। কণীবুঢ়ীৰো হৃদয় অধীৰ হৈ উঠিছে- বহু কথা

জানিবৰ বাবে। তাইৰ জীৱন ৰথৰ চকৰীবোৰ যেন আজি ওভোতাকৈ চলিব, চলি যাওঁতে সোঁৱৰণীৰ ফাঁকে ফাঁকে লাগি থকা কথাবোৰ যেন আকৌ নতুনকৈ মাটিৰ পৃথিৱীখনিৰ নতুন মাটিত সাঁচ থৈ যাব, সাঁচত থৈ যোৱা, ৰাখি যোৱা কথাবোৰ যেন তাই আকৌ পঢ়িব। তাই যেন আকৌ বাপেক চোনাৰদাদাৰ সেই চিন্তাৰ কাৰণ হৈ পৰা পাটগাভৰু কেঁচা মণিতোলাজনী হৈ পৰিব। কিয়েবা হ'ব এইবোৰ কৰি ? আকৌ যেন এক দুখৰ দুৱাৰৰ উন্মোচন- তাৰ মাজেদি মণিতোলাই আৰম্ভ কৰিব এটা খোজ, এটা দৌৰ, হামখুৰী খাই পৰিব আৰু ৰক্তাক্ত হৈ পৰিব তাইৰ মুখ। সি চোতালৰ একুৰে এজোপা গোলাপ ফুলত বগাই ফুলি থকা কুঞ্জলতা ফুল কিছুমান চাই আছিল। একেই ৰঙা ৰঙৰ হ'লেও এজোপা কাঁইটিয়া গছৰ ওপৰত আশ্ৰয় লৈ এজোপা লতা জাতীয় চিৰিলি পাতৰ মৰম লগা ফুল ফুলি আছে। টফচিৰৰ সৰুকৈ দুখ এটা লাগি গ'ল। অকাৰণতে তাৰ কথাটো বগীবুঢ়ী আৰু লতাৰ জীৱনৰ দৰে লাগি গ'ল। সি চাই থাকিব নোৱাৰিলে আৰু নীৰৱে আকাশৰ পিনে মন কৰিলে। বগলী এটাৰ বুকু এখনত আবেলিৰ মাৰ যাব খোজা বেলিটোৰ ৰঙা পোহৰ অকণে আলফুলে বোলাই গৈছিল। তাৰ মনটো আৰু বেয়া লাগিল। টফচিৰে পাছলৈ ঘূৰি চালে, দেখিলে বগীবুঢ়ীয়ে তাক কিবা এটা কৈছে। সি দুখোজমান আগবাঢ়ি গ'ল।

: তুমি ভিতৰতে অকণ বহা। আমাৰ গাঁৱৰ কথা। সকলো মানুহ ঘৰলৈ ওভতিব। মোৰ ঘৰত মতা ল'ৰা বহি থকা আজিলৈকে কোনেও দেখা নাই। তুমি ভিতৰত থাকিলে কোনেও একো নেভাবে। বেয়া আৰু নেপাবা দেই।

টফচিৰৰ অলপ খং উঠিছিল যদিও একো নক'লে। সি ভিতৰলৈ সোমাই গৈ বেঞ্চীখনতে বহি পৰিল। বাহিৰত বগীবুঢ়ীয়ে মূঢ়া এটা লৈ বহি ললে। সি ভিতৰৰ পিনে এবাৰ মন কৰিলে যে জয়ন্তী, তৰা, লাবণ্যইতৰ কিবা কথা-বতৰা শুনি নেকি। কিন্তু একো ধৰিব নোৱাৰিলে। ভিতৰতো এটা নীৰৱ পৰিবেশ- কিন্তু কোনোবা অহা-যোৱা কৰি থকাৰ উমান পালে। সি বাহিৰত কোনোবাই কিবা কোৱাৰ দৰে শুনিলে- "বুঢ়ীমাই তোৰ টকাটো পালো দেই- অহা মাহত ধাৰ মাৰিব বুলি হৰিপ্ৰসাদে কৈ পঠাইছে" "বাৰু হ'ব"। কোনোবাই ধন নিছিল হবলা। "অই কেৰুমন বাপেৰে ভাল পাইছেনে? কবি যে মই

পৰহিলৈ যাম।" "বাৰু হ'ব দে"। কাৰোবাৰ অসুখ দেৰাই দিছিল বোধহয় "অ' জেঠাই কমলিৰ বিয়া ঠিক হ'ল। পুলিচে বোলে তোৰ কথাকে মানি ললে- বৰচাহাবে সৰু পুলিচ দুটাক খুব গালি দিলে।" "মই আৰু মজা দিলো হয়। ছোৱালীৰ বেপাৰ কৰিবলৈ আহে সিহঁতে। বাৰু যা-" "কমলিৰ বাবা বোলে তোৰ ওচৰলৈ আহিব।" "ও আহিব কবি।" এইখন কিবা বিয়াৰ গন্দগোল ছাগে। মামলা গৈ থানা পালেগৈ। "অ' দীদী আগৰ ৰাস্তাটো চিগিছে নহয়। অহা দেওবাৰে ৰাইজে বান্ধিব। চাঁদা কেইটকামান দিবি। তই এশ টকা দিব লাগিব বুলি কৈছে। ভালে আছ ?" "হ'ব যা, দুশ টকা দিম, মোৰ টকাৰ গাছ আছে নহয়।" এইটো দেখো সামাজিক মানে .চচিয়েল বৰ্ক দেখো "নানী কি খবৰ ? মণিলালে নিমখৰ দোকান দিবৰ বাবে পাৰমিট পালে।" "ৰেশ্যনৰখন কি হ'ল।" "ৰেশ্যনৰ বোলে নেলাগে তাক।" "আমি ৰেশ্যনৰ বাবেহে কৈছিলো।" "মই কি জানো সি নিমখৰহে ললে।" "বাৰু সময়ত দেখা যাব।" অ' এইখন দেখো ফেয়াৰ প্ৰাইচ চপৰ। সাংঘাটিক কথা। "নানী কথাটো কৈ যাওঁ। মোৰ দেৰি হৈছে পাছত আহিম। গাওঁবুঢ়াই ঘৰৰ পৰা কৈ পঠাইছে যে জয়ন্তী আৰু ফৰিদাক পচন্দ কৰিছে, জয়ন্তীক গাঁৱৰ পৰা নিব। ফৰিদাক কিন্তু তই বিয়া দিব লাগিব। এইখন ঘৰৰ পৰা। জয়ন্তীক তোৰ ইয়াৰ পৰা দিলে অলপ বেয়া দেখাইটো। হিন্দু মানুহৰ কথা- দেছোন কথাটো বেয়া হ'ব।" "মোৰ কোনো আপত্তি নাই ৰহমত। মই যি দিব পাৰো তাকেহে দিম। ছোৱালী মোৰ ঘৰত ৰাখি গৈছিল সেই বুলি মই নো ক'ৰ পৰা কিতো দিম।" "তই এটা কাম কৰ- সেইপিনে যোৱা মানুহ গ'লে কৈ পথাবি যে বিয়াৰ তাৰিখ লৈ মানুহ আহক। সময়ত জয়ন্তীক গাঁৱলৈ পঠাই দিবি বহু হৈ যাব।" "তাকে কৰিম- পিছে ল'ৰা দুটায়েনো কি কৰে অ' ?" "মন্টু বোলাটোৱে গেৰেজত কাম কৰে। ফাইজত বোলাটোৱে- তাৰে গাঁৱত গেলা মালৰ দোকান দিয়ে।" "তেনেহ'লে মই এই কেইদিনতে খবৰ পঠাম। খোদায়ে কৰালেই হয়। মোৰ কথা কিবা কৈছে নেকি?" "তোৰ কথা একো কোৱা নাই- মাত্ৰ কৈছে যে বগীবুঢ়ীয়ে ছোৱালী সোণ কৰি ৰাখিছে, একেবাৰে মোক খা মোক খা।" "যা- জহনী মৰাটো কৰবাৰ" "বাৰু যাওঁ দে"। তাৰ মানে জয়ন্তী আৰু ফৰিদাৰ দৰা ওলাইছে- বিয়া দিব। আই ঐ দেহি ক'ৰ

বা দৰা ? "বাই হোঁ হেঁ, টকা কেইটা ৰাখ। মই আকৌ গা ধুয়ে দোকানলৈ আহিব লগা আছে।" "নহলে কালিলৈ দিবি হিচাপ এটা কৰিব লগা আছে ?" "হেৰ তোৰ হিচাপটো বাদ দে। তৰাৰ গামোছাৰ এই দুশ টকা, লাবণ্যৰ ৰিহাৰ একশ বিশ। পশিশ টকা যে তই আনিছিলি সেইটো কাটি ললো আৰু কিহৰ হিচাপ।" "কেলৈ তোৰ এশটো কি কৰিলি ?" "সেইটো মোৰ বেমাৰৰ পাছত পাবি।" "সোনকালে দিবি তেনে।" এইবোৰ পইচা তাঁতশালৰ- মানুহে দি গৈছে। "হেৰৌ বগী তোৰ তালৈ যে আমাৰ বজাৰ কমিটীৰ সভাপতি আহে সেই কথা এবাৰ কৰিছোন,?" "ক'তনো মোৰ ইয়ালৈ আহে ককাইটি ?' আৰু সেই দালক মই একো ক'ব নোৱাৰো দেই। তাৰ চাৱনিটো মই ভাল নেপাওঁ। এবাৰ নে দুবাৰ সেই বজাৰতে লগ পাইছিলো।" "ৰ, ৰবিছোন জক জকাই নাহিবি। জয়া বজাৰৰ কিনাৰৰ জৰিজোপাৰ তলত এটা আৰু বাটা দোকানীৰ দোকানৰ পাছপিনে এটাকৈ মানে দুটা দমকল দিব। মই কৈছো মুকলিখনত দিয়াতকৈ তাৰে দুঘৰ মানুহৰ পদুলিত দিয়ক। সকলোৱে পানীও নিব পাৰিব আৰু চোৰেও নিব নোৱাৰিব। কথাটো সভাপতিক এবাৰ বুজাই দিলেই হৈ যাব। তই অকলে নেলাগে বাৰু ৰমেশ্বৰী আৰু ৰুকমীকো লবি। পাৰিবিনে ?" "চাও বাৰু এতিয়া ক'ব নোৱাৰো" "মই খবৰ দিম তোক" এইবাৰ দমকলৰ প্ৰব্লেম। কথাটো ঠিকেই নহলে কোনোবাই উঠাই দিব। "অ' পেহি শুনাছোন, অলপ ওচৰলৈ আহা- মোক আৰু বছোৱা নহ'লে মই মৰিলো। মোক সেই দীন আৰু আলীহঁতে মাৰি পেলাব," "হায় হায় বদীৰ দেখো- কি হ'ল তোৰ ? কি হ'ল কান্দিচ কেলৈ.?" "অ পেহী মই নিগমে মৰিলো।" "কি হ'ল নকব কেলৈ ?" "মোৰ আৰু পঢ়া-শুনা মুদা মৰিব। নহলে মই নৈতহে জাপ দিম।" "কথাটো ক'লে ক লেবাই নেথাকিবি, নহ'লে যা।" "মোৰ মানে হেৰি হ'ল- তাইৰ সতে দুমাহ গা বন্ধ হৈ আছে। মোক আজিজে কোৱাত তোমাৰ কাষলৈ আহিলো।" "অ' তয়ো আজিজৰ পাল্লাত পৰিলি- বিয়া নকৰাৰ কেলৈ- এতিয়া কান্দি মৰিছ।" "বিয়া পাছত কৰিম আগে কামটো কৰি দিয়া পেহী।" "আগে বিয়া কৰা সময় আছে পাছত কামটো কৰি দিম।" " নহয় পেহী নহ'লে মৰিব লাগিব।" "চা বদীৰ; মই তোক চাইছিলোহে- মই সেইবোৰ নোৱাৰিম। তইতি গুণাহ কৰিবি আৰু মই আওআলি চাকা

কৰিম, কেঁচুৱা এটা মাৰি পেলাম। মই আগে দুই এটা কৰিছিলো। আৰু এনেধৰণৰ কাম কৰি লাভ নাই। মানুহে বিপদ যেন দেখিলে পাছত মোৰ নাম কৈ দিয়ে। মোক বুঢ়া বয়সত মাৰ খুৱাই তৰ্হতি নেমাৰিবি। মই ক'বৰ হ'লে তই বিয়া কৰাই ল- তেতিয়া সকলো লেঠা মৰি যাব।" "তোমাক টকা কেইটামান বেছি দিলো হয়। ভাবিছিলো তোমাৰ পৰা সহাই পাম।" "ময়ে তোক টকা কেইটামান দিম। টাউনৰ কোনোবা ডাক্তৰৰ হতুৱাই কৰাই ল। মই নোৱাৰো বদীৰ তই আৰু এইবোৰ কথালৈ এবাৰো নাহিবি।" কি মাৰাত্মক কথা জেঠায়ে এইবোৰো কৰি ফুৰে ? ইমান সাহনে জেঠাইৰ? এইবোৰটো মহাপাপ ? মানুহৰ পৰাও কোনো উপাই নাই ?

মূৰত ওৰণী লৈ হাতত নাৰিকলৰ বাকলিৰ আঁহ জ্বলাই তাতে ধূনা অলপ দি বিছনি এখনেৰে বিচি বিচি এজনী ছোৱালী সোমাই আহিল। টফচিৰে তাইলৈ মূৰ তুলি চালে। এন্ধাৰৰ সতে মিলি যোৱা তাইৰ মূৰৰ চুলিৰ মাজৰ আলি বাটটোত ৰঙা ৰদৰ অকণ আভা দেখি টফচিৰে বুজিলে তাইৰ বিয়া হৈ গৈছে। কপালতো এটা ডাঙৰ বেলি। ধূনাৰ মেঘবোৰ যেন বেলিটোৰ কাষেদি পাৰ হৈ গৈছে।

: তুমি অন্য এজনী ছোৱালী দেখো ?

: হয় দাদা– মহৰ কাৰণে অলপ ধোঁৱা দি দিছো। নাকট ধৰিছে নেকি ?

: মই ধূনাৰ ধোঁৱা বৰ ভাল পাওঁ, তোমাৰ নাম কি পিছে ?

: যমুনা, দাদা। মই অহা দেৰি হ'ল। এফালে গৈছিলো।

: বাৰু হ'ব। ইয়াত মম-চম এদাল দিবা দেই।

যমুনাই কোঠাটোত ধোঁৱাদি ভিতৰলৈ গুছি গ'ল। এন্ধাৰৰ মাজতে পাতল ধোঁৱাবোৰ ওপঙি থাকিল। টফচিৰৰ কাণ দুখন আকৌ বাহিৰৰ পিনে গুছি গ'ল। বগীবুঢ়ীয়ে এতিয়াও কিবা বোৰত লাগি আছে। এইদৰে নো সংসাৰখনৰ মানুহৰ এইবাৰে ভয়চুৱা কথাৰ বাবে কিয় বাহিৰত বৈ থাকিব লাগে। টফচিৰে অলপ খং আৰু অস্বস্তি অনুভৱ কৰিলে।

"আজি দোকান সোনকালে বন্ধ কৰিলো। বজাৰে নাইকিয়া হ'ল। জানা বাহুটি আজি চাহ প্ৰায় দেড়শ কাপমান গৈছে। তৰাক ক'বা যাতে পিঙৰা কেইটা অলপ বেছিকৈ ভাজে। লোৱা পইচাটো ৰাখা, চাৰিশ পঞ্চাশ টকা

আছে, আৰু এটা কথা, কালিলৈ ফুলৰী ভজা অলপ বেছিকৈ দিবলৈ ক' বা। কালিলৈ বোলে এদিনৰ বাবে কিবা মেলা এখন বহিব। মানুহ হ'ব।" "হ'ব বাৰু যা। অলপ শুনি যাছোন। মই আছুলতে ইমান পৰে ঘনৰ বাবে বৈ আছো সি আজি কামলৈ অহাই নাই নেকি?" "আহিছে বাইটি- মাজতে এবাৰ দেখিছিলো।" "মই আৰু বাহিৰত বৈ নেথাকো- এন্ধাৰ হৈছে। ঘন মহৰীক কবি বোৱাৰীয়েকৰ বোলে কিবা অপাৰেশ্যন হ'ব। তেজ বিচাৰি বলীয়া হৈ ফুৰিছে। আমাৰ ঘৰতে অতবোৰ ছোৱালী আছে কোনোবা এজনীৰ নিমিলিবনে? খবৰটো তই কৈ দিবি। মই পাছত কথা হম।" কোনোবা ঘন মহৰীৰ বোৱাৰীয়েকৰ অপাৰেশ্যন। ঠিকেইতো এজনীৰটো তেজ মিলিব- বৰ ভাল কথা। তেজ মিলিলেই মানুহজনী বাছে। "আমি নেকি? শুনা শুনা, ৰাতিকৈ বোলে বৰা মাষ্টৰ আহিব তোমাক থাকিবলৈ কৈছে কলৈকো নেযাবা।" "হেৰৌ মোক ৰাতিখন ক'ত গাঁওকুৰা দেখিছ? মাৰৰ ভালনে, মাতিছো বুলি কবিছোন। আমাৰপিনে একেবাৰে পিঠি দিলে। কবি যে আমিয়ে মাতিছে।" "বাৰু কালিলৈ পঠাই দিম।" কোনোবা বড়া মাষ্টৰ? বোধহয় লতাইতৰ স্কুলৰে মাষ্টৰ- কিবা কামত আহিব। এস আজিহে আহিবলৈ পালে। মোক দেখি বেয়াও পাব পাৰে। "অ' খুড়ী ভিতৰলৈ যোৱা নেকি? খেৰবোৰ ইয়াতে এই জেওবাৰ কিনাৰতে থৈছো। লিখি লোৱাহি আৰু চাই যোৱাহি।" "ৰাতিখন এতিয়া মই নোৱাৰো দেই। তই পেলাই যা, মই পুৱা চাম। খেলা ললি নেকি? নাই আনৰ?" "এখন ললো মোৰে খুড়ী। হেৰি নহয় এতিয়া আৰু দোকানলৈ নেযাওঁ চাহপাত আৰু চেনী অকণ দিবা খুড়ী। দিনটো চাহ অকণ খোৱা নাই।" "মই এতিয়া ভিতৰলৈ যাওঁ তোক সেইবোৰ দিব নোৱাৰো। পাছফালে ল'ৰাটো পঠাই দিবি লাবণ্যক কৈ কি লাগে দিবহি। কৃপনটো কতা। অত পইচা পাব চাহ একাপ কিনি খাব নোৱাৰ?" "হ'ৰ খুড়ী, মই ল'ৰাটোকে পঠাই দিম, তুমি নিদিলেনো আৰু কোনে দিব?" চাহপাত, চেনি খুজি খোৱা মানুহো আছে। কি আচৰিত কথা? ইমান কনজুচ নে? মানুহ মাৰিব দেই?

বলীবুঢ়ী সোমাই আহিল। চালৰৰ আগত বান্ধি থোৱা এটা সক টোপোলা। টপছিৰে অলপ হাঁহি আছিল। আজিহে আহিবলৈ পালে। মোক দেখি

বেয়াও পাব পাৰে। "অ' খুড়ী ভিতৰলৈ যোৱা নোক? খেৰবোৰ ইয়াতে এই জেওৰাৰ কিনাৰতে থৈছো। লিখি লোৱাহি আৰু চাই যোৱাহি।" "ৰাতিখন এতিয়া মই নোৱাৰো দেই। তই পেলাই যা, মই পুৰা চাম। খেলা লাগি নেকি ? নাই আনৰ ?" "এখন লগো মোৰে খুড়ী। হেৰি নহয় এতিয়া আৰু দোকানলৈ নেযাওঁ চাহপাত আৰু চেনী অকণ দিবা খুড়ী। দিনটো চাহ অকণ খোৱা নাই।" "মই এতিয়া ভিতৰলৈ যাওঁ তোক সেইবোৰ দিব নোৱাৰো। পাছফালে ল'ৰাটো পঠাই দিবি লাগত্যক কৈ কি লাগে নিবহি। কৃপনটো কতা। অত পইচা পাব চাহ একাপ কিনি খাব নোৱাৰ ?" "হ'ব খুড়ী, মই ল'ৰাটোকে পঠাই দিম, তুমি নিদিলেনো আৰু কোনে দিব ?" চাহপাত, চেনি খুজি খোৱা মানুহো আছে। কি আচৰিত কথা ? ইমান কনজুচ নে ? মানুহ মাৰিব দেই ?

বগীবুঢ়ী সোমাই আহিল। চাদৰৰ আগত বান্ধি থোৱা এটা সৰু টোপোলা। টফচিৰে অলপ হাঁহি আছিল।

: এইখনেই মোৰ সংসাৰ, মোৰ দুনীয়া, তোমালোকে এনে সংসাৰ চলাই পাইছা ?

: তুমি সাংঘাটিক জেঠাই ?

: কিন্তু এই সংসাৰখনৰ মানুহবোৰৰ সতে মোৰ ঘৰুৱা কোনো সম্বন্ধ নাই। মই মোৰ চোতালত, মাজত জেওৰা আৰু বাহিৰত এটা আলিবাট। তাৰ মাজেদি আমাৰ সকলো চলি আছে। ক'তো অলপো ভুল হোৱা নাই। মাত্র লতাৰ বাবে এদিন বৰা নামৰ মাষ্টৰ এটা আহিছিল, এদিন কোনোবা এজনীৰ জ্বৰৰ বাবে কলিতা নামৰ এজন ডাক্তৰ আহিছিল।

: আৰু আজি মই।

: ঠিকেই কৈছা।

: কিন্তু, তুমি এইবোৰ মূৰত সুমুৱাই কেনেকৈ চলি আছা ?

: মোক মানুহে কেলৈ ভাল পায়, মই নহলে, মই নকৰিলে, মই নুঘূৰিলে আনে কিয় নোৱাৰে মই এতিয়াও, আজিও নুবুজিলো। এই মতাবোৰ এনেকুৱাই হবলা।

বগীবুঢ়ীয়ে টেবুল লেমটো অলপ বঢ়াই দি ভিতৰলৈ খোজ ললে।

কথাষাৰে টফচিৰক অলপ চুই গ'ল। বগীবুঢ়ীয়ে ঠাইডোখৰৰ সকলো মানুহৰ, ৰাজহুৱা কথাৰ ভাগ লৈ ঘৰুৱা কামৰ দৰে সকলোতে লাগি দিয়ে। সকলোৱে বিচাৰে। মতাবোৰে এগৰাকী মহিলাৰ ওপৰত ইমান নিৰ্ভৰ কৰাৰ কি অৰ্থ থাকিব পাৰে ? অথচ ঘৰলৈ কোনো মানুহ নাহে- আহিবলৈ নিদিয়ে। বগী শব্দটোৱে যদি স্বাস্থ্যৰ কথা বুজাইছে বুঢ়ী শব্দটোৱে যদি বয়সৰ কথা বুজাইছে তেন্তে বোধহয় প্ৰথম শব্দটোৰ বাবেই মানুহবোৰ বগীয়া হৈ পৰিছে। এজন মানুহো চাঁগে নোলাব যাৰ বগীবুঢ়ীক দেখি এবাৰলৈ হলেও ভাল নেলাগিব। বগীৰ পাচত যদি এই বুঢ়ী শব্দটো লগোৱা নেথাকিল হয় তেনেহ'লে কথাই বেলেগ মোৰ ললে হয়। সাহ, পৰিশ্ৰমী, সৰবৰহী, মৰমিয়াল স্বভাৱৰ বাবেই মানুহে ভাল পায়। বুদ্ধিও বহু আছে- মানুহ দেখিলে চিনিও পাই। এসময়ৰ চোনাৰদাদাৰ মণিতোলা জনীহে, অভিজ্ঞতা জানো কম হৈছে ? মানুহে কিন্তু মণিতোলা নামটো নেজানে। নহ'লে নামতে পমি গ'ল হয়।

হাতত ৰঙা চাহ একাপ আৰু গৰম পিঙৰা এটা লৈ বগীবুঢ়ী সোমাই আহিল আৰু মূঢ়া এটাৰ ওপৰতে বহিল।

: ছোৱালী খিনিৰ কাৰণেই এইবোৰ কৰি আছোঁ। মোৰনো নিজৰ বুলিবলৈ কি আছে ? চাহকাপ খাই লোৱা। অলপ কথাৰ বাবেই তোমাক ৰাখিলো। কবীনহঁতে বেয়া পাইছে নেকি ?

: নেপাই জেঠাই। তুমি নেভাবিবা।

: তোমাৰ সতে কেইটামান কথা বাত্তিকৈ পাতিম, অ' তোমাৰ বিছনাখন এই সমুখতে দিছো। তাৰ পাছৰ কোঠালিটোতে মই শুম। অসুবিধা পাবা নেকি ?

বগীবুঢ়ীয়ে কথাটো এনেভাৱে সুধিলে যেন ভিতৰৰ কোঠাত শুবলৈ নিদিলে টফচিৰে বেয়া পাব। টফচিৰে চাহ একাপত ধোক মাৰি ক'লে।

: মোৰ কাৰণে অকণো নেভাবিবা জেঠাই। চলি যাব।

বগীবুঢ়ীয়ে এইবাৰ দৃঢ়তাৰে বহি ললে। চকুজোৰ অলপ সেমেকি যোৱাৰ দৰে লাগিল। ওপৰলৈ চাই এটা উকা চাৱনি দিলে আৰু হাতৰ আঙুলি কেইটা মোহাৰি আৰম্ভ কৰিলে।

: মোৰ জীৱনৰ সকলো কথা তুমি জানা। সেইবোৰ আৰু নতুনকৈ একো

নেপাতো। মাত্ৰ তুমি বুজিব পাৰিছা মই ক'ৰ পৰা আহি ক'ত আছোহি। মইনো ইয়াত কিয় আছোহি তাক তুমি নেজানা। মোৰ একোৱে নাছিল। এতিয়া সকলোবেই আছে কিন্তু মই সেইবোৰ বিচাৰি হাবাথুৰি খোৱা নাছিলো। তুমি খোৰছেদৰ কথা কৈছিলা আৰু ফৰমানৰ কথা কৈছিলা। খোৰছেদে মোক প্ৰথমে ইয়ালৈ লৈ আনিছিল। মোক কৈছিল যে ফৰমান অসমত থাকে- তাক বিচাৰি উলিওৱাটো একো কঠিন কাম নহ'ব। মই বলীয়াৰ দৰে হৈছিলো। মই একো ভাবি নেচালো। নৈ, জান-জুৰি, পথাৰ, আলি গছকি মই গুছি আহিলো। ডিঙিত এদাল সোণৰ চেইন আছিল। সেইদাল অসমৰ সীমাৰ পহৰাৰ দায়ীত্বত থকা পুলিচক দিলো, ঘূৰি ঘূৰি আহি জয়া বজাৰ পালোহি।

: খোৰছেদ ক'লৈ গ'ল ?

: চাৰি বছৰমান মোৰ সতে আছিল। মই ঘৰত সোমাই থাকো- সি হাজিৰা কৰিবলৈ ওলাই যায়। যি উপাৰ্জন কৰে তাৰে দুয়োটাই খাওঁ। সি সৎ আছিল, কিন্তু মোক সদাই কিয় খুৱাই থাকিব ? সি লাহে লাহে কৰবাত থাকিবলৈ ললে, চাৰি-পাঁচ দিনৰ মূৰত আহে। মই ভোকত দিন কটাইছিলো। মই তাক নোহোৱাকৈ দিন কটাবলৈ টান পাইছিলো। কাৰণ মই বাহিৰলৈ নোলাইছিলো। মই কোনো কামলৈ ভয় নকৰিছিলো, আৰু এলাহ নকৰিছিলো। কিন্তু সি উপাৰ্জন কৰি নানিলে মোৰে অসুবিধা হয়। মোৰ জীৱনৰ কিছুমান ঘটনা আৰু বাবায়ে কোৱা কথাক মই কোনো দিনে নমনাকৈ থাকিব নোৱাৰিছিলো। মই বাহিৰলৈ নোলোৱাৰ বাবে মোৰ যদিও অসুবিধা হৈছিল তাক মই সহ্য কৰিছিলো। সেই কষ্টখিনিৰ কথা মনত পৰিলে মোৰ বেয়া লগাতকৈ এতিয়া ভালহে লাগে। কিন্তু মই বেছিদিন ধৰি চলি যাব নোৱাৰিলো। কাৰণ মোৰ সতে খোৰছেদ মাত্ৰ চাৰি বছৰ মানহে আছিল। সি যেতিয়া মাজে মাজে গৈ নহা হ'ল তেতিয়াই মই অলপ বিপদত পৰিম বুলি ভাবিলো। নিৰাপত্তা আৰু নিৰাপদৰ চিন্তাই মোক বিব্ৰত কৰি তুলিলে। এনে সময়তে এটা ঘটনা ঘটিল। মোৰ ওচৰলৈ এজন মানুহ আহিল আৰু মোক কলেহি মই এতিয়াই তেওঁৰ সতে যাব লাগে। ইয়াৰপৰা অলপ দূৰত এগৰাকী মহিলা আছিল। তেওঁ প্ৰসব বেদনাত মৃতপ্ৰায়। মানুহগৰাকীক শুশ্ৰূষা, চিকিৎসা কৰি ভাল কৰিব লাগে। তেতিয়া ৰাতি। মোৰ হাতত তেতিয়া বিশেষ ঔষধ নাছিল।

মই যাও নেজাও কৈ মানুহগৰাকীৰ ঘৰ পালোগে। এটা জৰাজীৰ্ণ ঘৰৰ মাজত এটা মাটিৰ চাকি। কোঠা মাত্ৰ এটা। ধানৰ নৰাৰে এখন বেৰ দি কোঠাটো দুভাগ কৰা হৈছে। মানুহগৰাকী ভিতৰতে মজিয়াত শুই আছে। কাষত আন এগৰাকী মহিলা। বাহিৰৰ কোঠাত তিনিজন পুৰুষ। মই গৈ তেনেকৈ একো কৰিব নোৱাৰিলো। ছোৱালী সন্তান এজনী জন্ম দি মানুহগৰাকী মৰি থাকিল। সি গৰাকী মহিলাই ৰাতি বেচি হৈ অহাৰ চিন্তাত পৰি মোক মাত লগাই গুচি গ'ল। তিনিজন পুৰুষৰ এজনে মানুহক খবৰ দিব লাগে বুলি লাহেকৈ উঠি গ'ল। থাকিল মাত্ৰ মোক মাতিবলৈ যোৱাজন আৰু আনজন পুৰুষ। পুৰুষ দুজনৰ এজন মানুহগৰাকীৰ মোমায়েক আৰু সিজন ওচৰ-চুবুৰীয়াৰে এজন। গম পালো জন্ম হোৱা ছোৱালীজনীৰ বাপেকো নাই। চাৰি মাহৰ আগতে ঢুকাইছে। মানুহগৰাকী গাভৰু আছিল যদিও খোৱা-বোৱাৰ অসুবিধাৰ বাবে বৰ কষ্ট পালে আৰু দিনে দিনে শুকাই-ক্ষীনাই যাব ধৰিলে। সেই দিনাৰ পৰাই ছোৱালীজনীয়ে মোৰ বুকুত থাকিবলৈ ললে। সকলো কথা দীঘলীয়াকৈ কোৱাৰ কোনো প্ৰয়োজন নাই। কাৰণ সেইবোৰ কথাৰপৰা কোনো লাভ নাই। মানুহজনীক শেষ ৰাতিয়েই খৰি দিলে। মোমায়েকৰ কথামতে দোকমোকালিতে মই ছোৱালীজনী লৈ ঘৰ পালোহি। মোমায়েকটোৱে মোক এটা কথাই কৈছিল যে যেতিয়ালৈকে ছোৱালীজনীয়ে খোজ কাঢ়ি অলপ জনা-বুজা নহয়গৈ তেতিয়ালৈকে মোমায়েকে জীৱন দি হ'লেও খৰচ এটা দি থকাৰপৰা পাচ নোহোহকে। সেই প্ৰতিজ্ঞাৰ পৰা মোমায়েক লৰচৰ নহ'ল। ঠিক সিমানখিনিলৈকে ঠিকেই আছিল। এদিন মোমায়েকে জানিবলৈ দিলে যে তেওঁ সেই ছোৱালীজনীৰ বাবে এজনী গাভিনী গৰু আনিছে। কেইদিনমানৰ পাচতে জগিলে যি গাখীৰ ওলাব তাৰে ছোৱালীজনীয়ে খাব পাৰিব আৰু আধা বিকি চলিব পাৰিব। সেই দিনাখনেই মোৰ সন্দেহ হৈছিল যদিও মই একো কোৱা নাছিলো। আৰু সেই দিনাৰপৰা মোমায়েকটো আৰু নহা হ'ল আৰু আজিলৈকে তেওঁক মই দেখা নেপালো। বোধহয় আমাক চলিবৰ বাবে এনে এটা ব্যৱস্থা কৰি তেওঁ কৰবালৈ আঁতৰি গৈছিল। সময়ত গৰুজনী জগিল, গাখীৰ যথেষ্ট দিছিল। তাৰে চলি যাবলৈ চেষ্টা কৰিছিলো। তেতিয়াই মোৰ এজনী ছোৱালীৰ দৰকাৰ হৈছিল সৰু ছোৱালীজনীক চোৱা-চিতা কৰিবৰ

বাবে। মই অন্য কিবা-কিবি ঘৰতে কৰি অলপ উপাৰ্জন কৰিবলৈ ধৰিলো। আনিলোৱা ছোৱালীজনীয়েই মোৰ সতে থাকিবলৈ লোৱা প্ৰথম ছোৱালী-তাইৰ নামেই যমুনা। আৰু সেই সৰু ছোৱালীজনীয়েই হৈছে মোৰ লতাজনী-লতামণি। তোমাক কিয় ক'লো এই কথাবোৰ বুজিলানে ?

: অলপকৈ বুজিলো। খোৰছেদ নহাৰ বাবে তোমাৰ যে লগ এটাৰ দৰকাৰ হৈছিল তাক এই লতাই পূৰাইছিল।

: ঠিক সেইটোও নহয়। খোৰছেদে আহিবলৈ এৰি দি, পাছত একেবাৰে নহাত মোৰ পেটৰ দুটামান ভাত পৰাৰ যি সমস্যাই দেখা দিছিল তাক সেই ঘটনাটোৱে এক সমাধান আনি দিছিল। কাৰণ লতাক মোৰ হাতত গটাই দিয়া মানে তাইৰ বাবে এটা খৰচো যে দি থাকিব লাগিব তাক অন্ততঃ সেই মোমায়েকটোৱে জানিছিল। লতাক যেন মই ডাঙৰ-দীঘল কৰাৰ এক চাকৰিত সোমাইছিলো আৰু তাৰ বিনিময়ত মোক যেন গৰুজনী দিয়া হৈছিল। আৰু ঠিক সেইদৰে মই জীৱন নিৰ্বাহ কৰি গৈছিলোঁ। মোৰ খোৱা-বোৱাত কষ্ট হৈছিল- কিন্তু অলপ শান্তিত থাকিব পাৰিছিলোঁ। তোমাক আৰু সকলো কথা খুলি নকও দিয়া। ল'ৰা যদিও তুমি ডেকা ল'ৰা। লাহে লাহে কথাবোৰ বুজি আহিবা। মোৰ জীৱনৰ সকলোতকৈ ডাঙৰ কথাটো আছিলি এইটো যে মই সদাই ভালকৈ কাপোৰ-কানি পিন্ধিছিলো। শাৰীয়ে হওক বা মেখেলা-চাদৰেই হওক মই সদাই গা-ধাকি, পৰ্দাৰাখি, আবুৰ ৰাখি পিন্ধিছিলো যিটোৱে মোৰ জীৱনটো সুন্দৰ কৰি ৰাখিলে।

ৰুগীবুঢ়ীয়ে হঠাৎ বৈ দিলে। টফচিৰে অলপ লাজ অনুভৱ কৰাৰ দৰে কৰিলে আৰু ৰুগীবুঢ়ীৰ গোটেই গাটোৰ পিনে নতুনকৈ এবাৰ মন কৰিলে। মাদকতাতকৈ জীৱনজোৰা এক ৰহস্য সোমাই আছে এই গাটোত- এই দেহাটোত। শৈশৱ-কৈশোৰৰ পৰাই এই দেহাটো লাৱণী। সুন্দৰী মহিলাৰ দেহাটোৱেই যে একমাত্ৰ শতৰু তাত কোনো ভুল নাই। বহি থকাৰপৰা ৰুগীবুঢ়ী দুৱাৰখনৰ পিনে উঠি গ'ল।

: মাষ্টৰ আহা, খবৰ এটা পঠাইছিলা বাবে জানিছিলো তুমি আহিবা বুলি।

: লতা আছেনে ?

: মই মাতি দিছো। অ' এও মোৰ ভাই হয় টাউনৰ পিনে থাকে। বহুত

দিনৰ মূৰত আমাৰ ঘৰলৈ আহিছে।

ব্যস্তভাৱে বগীবুঢ়ী ভিতৰলৈ সোমাই গ'ল। লতা ওলাই আহিল।

: নমস্কাৰ চাৰ।

: লতা এটা কাম কৰিবি, বিজ্ঞানৰ চাৰে তহঁতৰ শনিবাৰে আৰু দেওবাৰে বিজ্ঞান আৰু অঙ্কৰ এটা এটা ক্লাচ লব খুজিছে। হেড্‌মাষ্টৰে মোক কৈ আছে। তহঁত ছোৱালীখিনিয়ে নোৱাৰো বুলি কবি। মাত্র কবি যে আমাৰ সময় নিমিলে, আৰু একো ক'ব নেলাগে, বাকী কথা মই নানীয়েৰক ক'ম। সিমানেই- যা এতিয়া।

বটা এটাত তামোল দুখনমান লৈ বগীবুঢ়ী সোমাই আহিল।

: কেলৈ মাষ্টৰ টিউশ্যন দিবহে লাগে ?

: কথা এটা আছে। নহ'লেনো মই নিজে ক'বলৈ আহোনে? মোৰ লগত আগৰেপৰা কথাবোৰ নিমিলে। বিহু নাচ মোৰ, আমাৰ, দেশৰ সংস্কৃতি। বিহুক বিহুৰ দৰে মানি লৈ আগৰ সাজ- পোচাক, গহনা-গাথৰিৰে, মূৰত কপৌফুল পিন্ধাই যদি নাচনী উলিয়াব পাৰে তাত মোৰ আপত্তি নাই। কিন্তু বৰ্তমান আমাৰ ইয়াত যিটো চলি আছে তেনেকৈ নাচিবলৈ যোৱাতকৈ ঘৰতে থকাই ভাল।

: তাৰমানে তোমালোকে স্কুলত বিহু নাচ শিকাবা ?

: কথাটো তেনেকুৱাই। আচলতে টিউশ্যনটো নামত। সেয়ে লতাক কৈছো- সিহঁতৰ লগৰ ছোৱালীবোৰে যেন নোৱাৰে বুলি কয়।

: বহু বছৰৰ আগত মই নামতি আৰু আমগুৰিত বিহু নাচ দেখিছিলো। তোমাৰে শপট মাষ্টৰ সেয়াহে বিহু। মইনো বেছি কি জানো? কিন্তু মোৰ কথাত সকলোৰে শলাগিছিল।

: মই এখন বেলেগ ছবি দেখিছো। মই জানো এইবোৰৰপৰা কি হ'ব? এইবোৰ আমাৰ সকলো দুখীয়া মানুহৰ ছোৱালী। খবৰ কাগজত এইবোৰ পাছত ওলোৱাতকৈ এতিয়াই বন্ধ কৰাই ভাল।

: মই নাচিবলৈ দিব নোৱাৰো দেই মাষ্টৰ, গান গাবলৈ দিব পাৰো। এনেকৈ কাপোৰ পিন্ধি আমাৰ ছোৱালীয়ে বিহু নেনাচিলে বিহুৰ একো হানি নহয়; বিহু বিহু হৈয়ে থাকিব।

: আপুনি বিহুটো বেয়া পাই নেকি ?

: বিহু মই ভাল পাওঁ- কিন্তু অপসংস্কৃতি বেয়া পাওঁ। আপুনি নগৰীয়া বিহু দেখিছে বোধ হয়। মই নো কি কম ? নগৰৰ মানুহে বিহু পাতিবই নেজানে। কাগজত সদাই লিখি থাকে।

: ঠিকেই আছে – আপুনি কথাবোৰ বুজিব পাৰিছে।

: মই যাওঁ বাইতি, কথাবাৰ কৈ গ'লো।

মাষ্টৰে বহিবলৈ ইচ্ছা নকৰিলে। অলপ চিন্তিত। মাত লগাই মাষ্টৰ ওলাই গ'ল। আমোদজনক ভাবে বগীবুঢ়ীয়ে টফচিৰৰ পিনে চাই ক'লে।

: কাপোৰেই সভ্যতাৰ প্ৰথম আৰু সঁচা অলঙ্কাৰ। পৃথিৱীৰ মানুহে ভালকৈ কাপোৰ পিন্ধিবলৈ শিকক দেখিবা পৃথিৱীৰ ৰঙেই সলনি হৈ গৈছে। ভালকৈ কাপোৰ পিন্ধি মানুহে চলন- ফিৰণ কৰক দেখিবা সকলোখিনি আমাৰ মাতৃ, ভগ্নী, ককাই-ভাই হৈ পৰিব। প্ৰথম চোৱাত মোৰ জীৱনত যিয়ে নঘটক লাগিলে, বয়স বাঢ়ি অহাৰ লগে লগে মই যিমানেই শ শ মানুহৰ মাজলৈ সোমাই পৰিবলৈ ধৰিলো সিমানেই এটাই কথা দেখিলো যে মাত্ৰ সমান্যভাৱে গাত পিন্ধা কাপোৰখিনিৰ পৰায়ে মই মোৰ জীৱনটোক বহু বেয়া অৱস্থাৰ পৰা বচালো। মোৰটো কোনো নাই। নন্দয়ালত আছিল মোৰ বাবা- তাতে মোৰ জন্ম- তাৰ পৰা শ্ৰীহট্ট, তাৰ পৰা মৌলভী বজাৰ, তাৰ পৰা সুনামগঞ্জ, মনুৰমুখ, তাৰপৰা ঘূৰি ঘূৰি আহি এইয়া জয়াবজাৰ। মাজতে আছিল মোৰ তেখেত। তেখেত থাকোতেহে যেন মই অকলশৰীয়া আছিলো। তাৰ পাছৰপৰা মই মানুহৰ সাগৰলৈ সোমাই গৈছিলো। ঘৰ-বাৰী, অৰ্থ-জন একোৱেই নাছিল। পাছত শুনামতে খোৰছেদে মোক ইয়াতে থৈ মোৰ আগৰ মৌলভী বজাৰৰ মাটি-সম্পত্তিবোৰ আত্মসাৎ কৰিবৰ বাবে তালৈ গুচি গৈছে। ময়ো আকৌ যাবগৈ পাৰো- কিন্তু এই সোপাক ক'ত এৰি থৈ যাওঁ। গতিকে ইয়াতে আছো। ঘৰমানক পোৱাৰ আশা মই পৰিত্যাগ কৰিলো, যদিও মাজে মাজে মনে থাকিব নোৱাৰা হও।

: নানী ভাত বাঢ়িব খুজিছিলো। অলপ পাছত আহিব।

বগীবুঢ়ী তৎপৰ হৈ উঠিল। আলহীক সজাই-পৰাই ভাত দিব লাগে।

: কথাবোৰ হজম কৰিবৰ বাবে এতিয়া ভাত খাই লোৱা তাৰ পাছত

আকৌ কথা খাবা। জীৱনত মানুহে কেৱল দুটা বস্তুৱে খা কথা আৰু ভাত হয়নে বাৰু ? আৰু দুয়োটা হজম কৰিব নোৱাৰিলে দেৱাই খায়।

টফচিৰে অলপকৈ হাঁহিলে। বগীবুঢ়ী ভিতৰলৈ সোমাই গ'ল। একেথৰে বাহিৰৰ দুৱাৰৰ পিনে মন কৰি টফচিৰে ভাবি গ'ল- অভিজ্ঞতাক একো নেলাগে। অভিজ্ঞতাই সকলোৰে গুৰু- দি গ্ৰেট মাষ্টাৰ। বাংলাদেশৰে দুগৰাকী মহিলা। ক'ত টাবৰীণ আৰু ক'ত বগীবুঢ়ী। দৰীদ্ৰতা, দুখ, বঞ্চিতা হৃদয়, শঙ্কিতা মন, সংগ্ৰাম, দৈন্যতা, হাঁহাকাৰ আদিবোৰ চাগে অভিজ্ঞতাৰ উপাদান, আহিলা, সমল। টাবৰীণে কৰিব লাগিছিল কি আৰু কৰিলে কি ? বগীবুঢ়ীয়ে কৰিব নেলাগিছিল কি আৰু নকৰিলে কি ? টাবৰীণে লিখিলে বগীবুঢ়ীয়ে আবিস্কাৰ কৰিলে। এগৰাকী যাযাবৰী সাধাৰণ মহিলা। টাবৰীণে কাপোৰ ফালি, গাত কাপোৰ নেৰাখি নাৰী আন্দোলন কৰিবলৈ ওলাই আহিছে আৰু বগীবুঢ়ীয়ে কাপোৰত তাপলি মাৰি, গাত কাপোৰ ৰাখি আন্দোলন কৰিবলৈ ওলাই অহা নাই, কেৱল ৰাখি গৈছে জীৱনৰ মান- মৰ্য্যাদা। হাতে-কামে লাগি দেখুৱাই দিছে কি কৰিলে নাৰীৰ মান-মৰ্য্যাদা ৰক্ষা হ'ব, যিটোৱেই হৈছে এটা মহৎ আন্দোলন। যিটোক চকুৰে দেখা পোৱা নেযায় কেৱল অনুভৱহে কৰিব পাৰি। এপাল গৰীব ছোৱালীৰ দায়িত্ব লৈছে, তত্বাৱধানত নিৰপত্তা অনুভৱ কৰিছে এপাল গাভৰু ছোৱালীয়ে, স্বাবলম্বী হ'বলৈ শিকিছে দাৰীদ্ৰতাৰ কবলত পৰা এপাল যুৱতীয়ে, ভাল- বেয়া শ শ মানুহৰ বাবে হৈ পৰিছে বাইতি, পেহিতি, মামী, বাই, আৰু তাৰ মাজেদিয়েই সকলোৰে কাষত এটা ৰজনজনাই যোৱা উপাধি পাইছে- বগীবুঢ়ী। মানুহজনী এই দেশৰো নহয় বিদেশী। কথা-বতৰাও ভালকৈ ক'ব জানে, কালৈকো ভয়ো নকৰে অথচ সমীহ কৰিও চলিব পাৰে। মানুহৰ সান্নিধ্যই ভাবিবলৈও শিকাইছে, নাৰী নামৰ এক বিৰল সম্পদৰ অধিকাৰী নাৰী গৰাকী নিজেই, কিন্তু তাক ভাল'ক চলাব পাৰিব লাগিব নহ'লে পুৰুষে খৰচ কৰি লাও লোৱা কৰিব। টাবৰীণে কিতাপ পঢ়িছে, মানুহ পঢ়া নাই, টাবৰীণে মানুহ দেখিছে- মানুহক চুই পোৱা নাই, টাবৰীণে ধৰ্ম শুনিছে- পঢ়া নাই। বগীবুঢ়ীয়ে টাবৰীণে নকৰা সকলো কামেই কৰিছে। টাবৰীণৰ হাতত আঙুলি আছে, আঙুলিত কলমৰ পৰশ আছে, বগীবুঢ়ীৰ হাতত আঙুলি আছে, আঙুলিত মানুহৰ হৃদয়ৰ পৰশ

আছে। টাববীণক মই ওচৰৰপৰা পাইছিলোঁ। তাইৰ সতে কথা পাতিছিলো। তাইৰ সতে খেলিছিলো। তায়ো ধুনীয়া। আৰু বগীবুঢ়ী- তাই বেছি ধুনীয়া- এই বয়সতো ধুনীয়া হৈ আছে টাববীণতকৈ। যৌৱনৰ মাপকাঠিৰে, দেহৰ কমনীয়তা, সৌষ্ঠৱ ভঙ্গিমাৰ পিনৰ পৰা তেওঁ টাববীণতকৈ এশ গুণৰ চহকী। তথাপিও তেওঁ পুৰুষৰ কাৰণে ভয় কৰা নাছিল, কবৰাত কিবা হ'ব বুলি ভবা নাছিল, কোনোবাই তেওঁক অপহৰণ কৰিব বুলি ভবা নাছিল। কিয়? তেওঁ ভোকাতুৰ পুৰুষৰ দুৰ্বলতা ক'ত তাক জানিছিল, তেওঁ জানিছিল পুৰুষবোৰে কেতিয়া সুবিধা লয়। কিন্তু টাববীণে জানিও নেজানিছিল। বহু নাৰীয়ে নেজানে। গতিকে সেইবোৰ কথাহে শিকাই দিব লাগে। তেহে নাৰী নামৰ দেহ-মণ্ডহৰ, একেই পুৰুষৰ দৰে ভাব অনুভূতি থকা এই সত্তাটিয়ে প্ৰকৃত মৰ্য্যাদা পাব পাৰিব। আজিৰ যুগত পুৰুষৰ বেছিভাগেই কা-পুৰুষ আৰু লম্পট- একেবাৰে সঁচা কথা। এই পুৰুষৰ পৰা বাচিবলৈ হ'লে কেনেকৈ থাকিব লাগিব তাক টাববীণতকৈ বগীবুঢ়ীয়ে বেচিকৈ জানে। নহ'লে এইমথা পূৰ্ণ যৌৱনা ছোৱালীক লৈ এনেকৈ থাকিব পাৰেনে? ৰাতি চাৰিটা ডেকা ল'ৰাৰ বাবে চাৰিজনীক চোচোৰাই লৈ যাবলৈ কোনো টান কথা নহয়। জয়া বজাৰৰ মানুহ কি সকলো ভদ্ৰ-সভ্য-গব্য হৈ গ'ল নেকি? নোৱাৰে- ব্যক্তিত্ব বৰ ডাঙৰ বস্তু, ভাবমূৰ্তী বৰ সুকীয়া কথা, তেওঁটো পঢ়া-শুনাও নেজানে, কিন্তু জানে নিজক, নাৰীত্বক। পাকঘৰত সোমাই থকাটোকে নাৰী পৰাধীনতাটো যেনেকৈ নুবুজাই বাহিৰত ঘূৰি ফুৰিব পৰাটোকে নাৰী স্বাধীনতা নুবুজাই। আত্মসংৰক্ষণ আৰু স্ব-নিৰাপত্তাৰ প্ৰথম ভূমিকা নাৰীয়ে নিজেই লব জানিব লাগিব। নিজৰ পৰিচয়টোক মনে-প্ৰাণে চিনি লৈ, বিবেকৰ অনুমতি সাপেক্ষে, সমাজে স্বীকৃতি দিব পৰা যি কোনো ধৰণৰ যুক্তিসঙ্গত কাৰ্য্যকলাপ আৰু আচৰণৰ মাজেদি, দুৰদৰ্শিতাক আগত ৰাখি খোজ কাঢ়িব পৰা কামটোকে নাৰীসকলৰ নাৰীস্বাধীনতা বুলি ক'ব পাৰি। এইক্ষেত্ৰত পুৰুষসকলে আলফুলে কৰিব খোজা কামটোৰ প্ৰতি শ্ৰদ্ধা জনাব লাগিব আৰু বুজি উঠিব লাগিব। পঢ়া-শুনা নথকা মহিলাই দেখি আৰু ঠেকিও এনেবোৰ কথা উপলব্ধি কৰি পুৰুষৰপৰা অধিকাৰসমূহ আদায় কৰিব লাগিব। এইবোৰ যিহেতু অনুভৱ-উপলব্ধি আৰু পৰিবেশ বিজ্ঞানৰ সৰ্তে সম্পৰ্ক থকা কথা গতিকে সাহিত্যৰে

তাক কোনো কালে সমাধান কৰিব নোৱাৰি। বগীবুঢ়ীয়ে সাহিত্য নপঢ়াকৈ বাস্তৱক জয় কৰিছে। এখন ভৰ বাৰিষাৰ পানীৰ বুকুত বঠা নোহোৱাকৈ তুলুঙা নাও এখন চলাই নিব পাৰিছে। আনে কিয় নোৱাৰিব ? নাৰীসকলৰ এটা অন্তৰ্নিহিত শক্তি আছে। তাক দুৰ্ব্যৱহাৰ নকৰি, নিয়ন্ত্ৰণৰ মাজেদি পৰিচালনা কৰিব পাৰিলে নাৰীৰ মুখত হাঁহি নোলোৱাকৈ নেথাকে। কবীন বা আদিত্য কোনোবা এটাক ৰখা হলে ভাল আছিল। মই এইবোৰ কথা কোৱাৰ পাছত মোক বিশ্বাস নকৰিবও পাৰে। সিহঁত চাগৈ এতিয়া প্ৰেছৰপৰা ওভতিছে মোৰ ঘড়ীটোও নানিলো। সময়ৰ কথা সোধা বেয়া হ'ব। ঘড়ী হয়তো নেথাকিবও পাৰে।

বাহিৰত কাজল ৰঙৰ পৃথিবী। কৰবাত চাগৈ অকণ জোনাক লাগি আছে। টফচিৰৰ মনৰ ভিতৰতে কৰবাত চিন্তা কিছুমানে আচুৰি আছিল। বগীবুঢ়ী সোমাই আহিল।

: তোমাক বহুৰাই ৰাখিলো। আহা ভাত খাবাহি।

টফচিৰে ক'বলৈ একো বিচাৰি নেপালে। বগীবুঢ়ীৰ পাছে পাছে সি ভিতৰলৈ সোমাই গ'ল।

ভাতৰ পাতত সৰু সৰু কথা ওলাল।

: মোৰ বহুত আছে বহুত নাই- তাৰ ভিতৰত এগাল বন্ধু থকাটো সঁচা কথা। বৰ্তমানে মই ইয়াতে অকলে আছোঁ।

: অকলে ৰান্ধি খোৱা নহয় ?

: কেতিয়াবা হোটেলত, কেতিয়াবা বন্ধুৰ ঘৰত আৰু কেতিয়াবা নিজে ৰান্ধি খাওঁ। তৰা ফৰিদাইত নাই নেকি ?

: আপুনি খাওঁক দাদা আমি গোটেই কেইজনী ইয়াতে আছো।

: বাৰু হ'ব। লতাই পাছত ভাত খাবা নেকি ?

: আপোনালোকে খোৱাৰ পাছত খাম। মই ভাত তৰকাৰী দিবৰ বাবে বহি আছো।

: তায়েময়ে সদাই একেলগে খাওঁ। আজি তুমি থকাৰ বাবে ভাই পাছত খাব।

: বেয়া লাগিছে, জেঠাই ভাই তোমাৰ সতে খায় নহয় ?

: হব দিয়া। তোমাৰ বন্ধু কেইজন বেচ ভাল ল'ৰা। পিচে পেপাৰত নো তোমালোকে কি লিখা ?

: আৰম্ভ কৰা বেচিদিন হোৱা নাই জেঠাই। আমাৰ নিজৰখন পাছত উলিয়াম। বাৰু জেঠাই, মৈমনসিঙৰ মুছলিমা টাবৰীণ নামৰ এজনী ছোৱালী আছে, ডাক্তৰণী। তাই কেইবাখনো কিতাপ লিখি বৰ নাম কৰিছে। তুমি বাৰু শুনিছানে ? বেয়া নেপাবা আৰু ?

: কোন অ'লতা ? মনত পৰিছেনে ?

: এদিন পেপাৰত দিছিল। কিবা বোলে 'মজ্জা' নামৰ কিতাপ এখন লিখিছে। মুছলমানে হিন্দুক মাৰধৰ কৰি মন্দিৰ ভঙাৰ কথাবোৰ যে আছিল, পাহৰিয়েই গলো।

: অ' অলপকৈ মনত পৰিছে। মানুহে বোলে বৰ ভাল পাইছে। তাইৰ নিজৰ হাড়কেইদালৰ ভিতৰতে মজ্জা নাই- কি আনৰ মজ্জাৰ বিষয়ে লিখিব। নেজানো ভাই। বাহিৰৰ কাগজ- আলোচনী লতায়ে কৰবাৰপৰা আনি শুনাই। তায়ে বাহিৰৰ খবৰবোৰ কয়। কিয় সুধিলা ?

: তাই দুখীয়া-নিচলা মহিলাসকলৰ বিষয়ে লিখে।

: চহকী মহিলাৰ বিষয়ে লিখেনে নিলিখে, যিবোৰে জীৱনত সকলো পোৱাৰ পাছতো ঘৰখনত, সমাজত, দেশত অশান্তি কৰি ফুৰে ?

: ঠিক তেনে নহয়, মানে মতা মানুহবোৰে এই মহিলাসকলক বৰ বেয়া ব্যৱহাৰ কৰে, কষ্ট দিয়ে, বুজিবলৈ চেষ্টা নকৰে- ঠিক তেনেবোৰৰ ওপৰতে লিখিছে।

: তোমালোকে পিছে সদাই সঁচা কথা নিলিখা। লতাই মোক প্ৰায়ে কথাবোৰ পঢ়ি শুনাই। মোৰ মিছা যেন লাগে। তোমালোক মানুহবোৰ এটা এটা বাঘেই কিন্তু চোম সলাই ফুৰা কাৰণে আগৰ হাবিখনৰ কথা পাহৰি যোৱা। মই মোৰ নিজৰ জীৱনটোৰ বাহিৰে অন্য কথা নেজানো। ছোৱালী-বোৱাৰীবোৰে দুটা কথাত মন দিব লাগে। এটা হ'ল লোভ এৰিব লাগে আৰু আনটো হ'ল ভয় কৰিব নেলাগে। ছোৱালীৰ ভয়ে মতা মানুহক প্ৰতিপত্তি আনি দিয়ে, প্ৰতাপী কৰি তোলে- সেই প্ৰতাপে আৰু ছোৱালী-বোৱাৰীকে খাই মাৰিব পাৰে। আৰু লোভ- যিকোনো লোভে সিহঁতক সেও মনাই,

সিহঁত পুতলা হৈ পৰিব পাৰে। লোভৰ বাবে হাঁহাকাৰ কৰি ফুৰা তিকতাক মতাবোৰে সিহঁতৰ ক'লা হাত মেলি সকলোখিনি কৰি যাব পাৰে। এইখিনি চম্ভালিব পাৰিলে বহু কথাৰে চিজিল লাগি যাব। এতিয়া ভাত খাই সোনকালে শুই থাকিবা।

: হ'ব, ভাত খোৱাৰ পাছত মোৰো বোৱাৰ অভ্যাস নাই। বাহিৰতে দহ খোজমান দিও তাৰ পাচত শুই দিও।

লতাই জোৰ কৰি ভজা মাছৰ টুকুৰা এটা দি গ'ল। ভাতকেইটা ভোকৰ কাৰণেই টফচিৰে বৰ হেঁপাহেৰে খালে। মুখখন মচি সি এপাক বাহিৰলৈ ওলাই গ'ল। ভিতৰত দুই এটা কৰি কাঁহি- বাটিৰ, ডেকচীৰপৰা ভাত বঢ়া, কেৰাহী আৰু চামোচৰ মৃদু পৰশত সৰু শব্দ আদি ভাঁহি আহিছিল। লতাইতে চাগৈ একেলগে বহি ভাত খাইছে। এবাৰ মাত এটা দিয়াৰ কথা ভাবিছিল, কিন্তু সি খাই থাকোতে লতাৰ বাহিৰে কোনো ওলোৱা নাছিল। গতিকে সিও যোৱাটো ভাল নহ'ব। বিছনাখন বা ক'ত দিব ? বোধহয় এই প্ৰথম কোঠাটোতে দিব- কোনো ৰকমে ৰাতিটো পাৰ হলেই হৈ যাব। কবীনৰ বাবেই অকণ কষ্ট কৰিলো আৰু। বিছনাখন পাম কিন্তু শুবলৈ পামনে নাই। বাৰীত পতা কথা কেইটা তাৰ মনত পৰি গ'ল- বগীবুঢ়ীয়ে যদি ভাত-পানী খোৱাৰ পাছত নতুন উদ্যমেৰে কথা আৰম্ভ কৰে ? তেতিয়াটো কথা পাতিবই লাগিব।

কিন্তু বগীবুঢ়ীয়ে একো কথাই নেপাতিলে ! সৰুকৈ কলে যে- এনে কিচুমান কথা আছে যিবোৰ তবা, লতা, জয়ন্তীহঁতে কোনোদিনে শুনা নাই! ইমান মুকলিকৈ পাতিলে অসুবিধা হ'ব পাৰে। সেয়ে সেই সকলোবোৰ কথা কোনোবা এটা দিনলৈ ৰাখি থোৱাই ভাল হব। ৰাতি জয়ন্তীহঁত, ফৰিদাহঁত শুই যোৱাৰ পাছত সৰুকৈ পাতিব পাৰে কিন্তু শুই দিয়াৰ লগে লগেই আনবাৰৰ দৰে যে টোপনি আহি যাব তাৰ কি ঠিকনা, কাৰণ আজিটো এটা ল'ৰা আছে- টফচিৰ নামৰ এটা পুৰুষ আলহী হৈ আছে। কোনোবা এজনীৰ হলেও টোপনি নাহিব পাৰে। বজাৰৰ পৰা দেৰিকৈ ঘূৰা মানুহো আছে। ঘৰৰ কাবেদি পাৰ হৈ যাওতে গমো পাব পাৰে। তাৰোপৰি গাভৰু ছোৱালী থকা ঘৰ এখনত ঘৰৰ মূৰুব্বী মানুহজনীয়ে ৰাতি এপৰলৈকে কথা পাতি

থাকিব নেপাহি। টফচিৰবো কিবা অলপ ভয় লাগিছিল। নাকৰ উশাহবোৰ যেন অলপ গৰম হৈ গৈছে। অৱশেষত মাত্ৰ দুটা কথা দুয়োপিনৰ পৰা আহিল। বগীবুঢ়ীয়ে মাত্ৰ ক'লে যে ফৰমান নামৰ একমাত্ৰ ল'ৰাটো অসমলৈ গুচি আহিছে। ইয়াতে কৰবাত আছে। তাৰ বাবেইটো আহি অসম পালেহি। খবৰ কাগজত যে মানুহ হেৰালে দিয়ে- ঠিক তেনেকৈ নিদি বগীবুঢ়ীয়ে যে ইয়াতে ফৰমানক বিচাৰি আহি আছেহি আৰু ফৰমানে যেন মাকক আহি লগ কৰে এনে ধৰণৰ এটা বাতৰি যেন টফচিৰহঁতে খবৰ কাগজত তুলি দিয়ে। তাৰ উত্তৰত টফচিবে ক'লে যে- সেইটো অতি আনন্দেৰে সিহঁতে কৰিব। কিন্তু ৰাইজৰ, ৰোগীৰ মহৎ উপকাৰ আৰু নিৰাময়ৰ বাবে সিহঁতে আৰু এটা কথা ঠিকনা আৰু নামসহ বাতৰিত প্ৰকাশ কৰিব যে- বগীবুঢ়ীয়ে জন্দীছ, সূৰ্য্যকপালী আদি ৰোগৰ ঔষধ জানে। প্ৰস্তাবটোত বগীবুঢ়ীয়ে বৰ এটা ভাল নেপালে যদিও ফৰমানৰ বাবে ভাবি একো আপত্তি নকৰিলে।

: তোমালোকে যি ভাল দেখা তাকে কৰিবা তেনে। এতিয়া শুই থাকা, টোপনি যোৱা। তুমি শোৱাৰ পাছতহে আমি শুম।

কেৱল চাবুনৰ এটা কাড়া গোন্ধ টফচিৰৰ নাকত লাগিছিল। গাৰু দুটাত নাম নজনা অলপ পাউডাৰৰ গোন্ধ। টফচিবে একো কথা নকৈ লাহেকৈ গাৰুত মূৰ দিলে।

কোন ক'ত কেনেকৈ শুব তাৰে অলপ অদল-বদল কৰি, লতা, ফৰিদাহঁতৰ আঠুৱাবোৰ লগোৱাৰ তদাৰক কৰি সকলোৱে বিছনাত পৰিল। সকলোকে কোঠাটোৰ সিমূৰৰপৰা শুবলৈ ঠিক কৰি দি মূৰ শিতানৰ পিনৰ টোচকৰ তলত এদাল গিমিটিৰ জোংদালত আঙুলি এটা বোলাই বগীবুঢ়ীয়ে বিছনাত শুই পৰিল। কোঠাটো শান্ত, নীৰৱ, কাঁহ পৰি জীন যোৱা।

পুৱা টফচিবে আগে সাৰ পালে। শুই থকাৰ পৰায়ে সি লৰচৰ নকৰি লাহেকৈ চকুজোৰ সমুখৰ পিনে এৰি দিলে। দুটা সু-উচ্চ পাহাৰৰ চূড়াৰ মাজেদি কোমলকৈ হালধীয়া বেলিটো ওলাই আহিছে। আকাশখন অলপ হালধীয়া হৈ আছে। দুই এজোপা গছৰ ছাঁ পাহাৰ দুটাতকৈ ওখ হৈ কৰবাত হেৰাই গৈছে। এটাও শব্দ নকৰাকৈ টফচিবে লাহেকৈ বহি দি সমুখৰ পিনে চাই থাকিল। মাজে মাজে বেলিটো আৰু পাহাৰৰ চূড়া দুটা তাৰ কঁপি থকাৰ

দৰে লাগিল। বেলিৰ পোহৰ কঁপিলেও অন্যবোৰটো নকঁপে ? সি আৰু অলপপৰ চাই থাকিল। বেলিটো স্থিৰ হৈ নাই থকা যদিও গতি কৰা নাই। সি চকুজোৰ মোহাৰি আকৌ এবাৰ ভালকৈ চালে। বেলিটোৰ ঠিক তলতে সি বগা, পুৰঠ আৰু জোঙা কেইটামান অৱশ হৈ পৰি থকা আঙুলি দেখিলে। সি এবাৰ লাহেকৈ সোঁপিনে ঘূৰি দিলে। একো ধৰিব নোৱাৰিলে। মাত্ৰ শুনিলে গভীৰ এক বতাহৰ কোমল অহা-যোৱা। সি গাৰুদুটা আনি ললে আৰু তাৰ ওপৰতে বহি আঠুৱাৰ ফাঁকেৰে চালে। তাৰ অলপমান ভয় লাগিছিল। মূৰটো কাটি কৰি হাউলি চোৱাত দেখিলে যে কোনোবা এটা সুৰুঙাৰে এটা কেৰাচিনৰ টেবুল লেম্পে তাৰ পিনে ক্ষীণ পোহৰ অকণ এৰি দিছে। বেৰৰ ফাঁকেৰে, কোনোবা এটা জোলোঙাৰে বতাহে লেম্পটোৰ শিখাটোক মাজে মাজে চুই গৈছে। সি দেখিলে তাৰপৰা অলপ আঁতৰত এগৰাকী মহিলা শুই আছে। সি আকৌ লেম্পটোৰ পোহৰখিনি জুখিলে। বিচ্ছুৰিত হোৱা লেম্পৰ পোহৰে পোহৰে আহি সি এঠাইত বৈ গ'লহি। সি আকৌ দেখিলে- সঁচাই এগৰাকী মহিলা ওপৰমুৈক শুই আছে। সি আকৌ এবাৰ বেৰখনৰ পিনে চালে। সেই একেটাই নিশ্চল ছবি, দৃশ্য। মাত্ৰ মাজে মাজে অলপ কঁপি উঠে। এইবাৰ টফচিৰে এবাৰ বেৰখনলৈ, এবাৰ মহিলাগৰাকীলৈ আৰু এবাৰ লেম্পৰ পোহৰখিনিলৈ ঘন ঘনকৈ চাবলৈ ধৰিলে। সি গাৰু দুটা আঁতৰাই পেলালে। গোটেই কথাতো পোহৰ হৈ আহিল। ক'ত ৰাতি পুৱাইছে ? ৰাতি হৈয়ে আছে। কিমান ৰাতি বাৰু ? সি মূৰটো আকৌ গাৰুত পেলাই দি সমুখৰ বেৰখনৰ পিনে চালে। বেৰত সেইখন ফ্ৰেম নোহোৱা এখন আচী- বেৰতে লিপি লগাই থোৱা আছে। সেইটো হালধীয়া ৰঙৰ এটা ডাঙৰ ফোট। বোধহয় জয়ন্তী বা লাৱণ্যহঁতৰ। কাৰ আঙুলি কেইটা আহি আচীত পৰিছে। নেজানো। লেম্পৰ কোমল পোহৰখিনিয়ে আচী আৰু বেৰখনক আকাশৰ দৰে কৰি তুলিছে। আইনাখন বেৰতকৈ বেছি চচ্ছ কাৰণে লেম্পৰ পোহৰখিনিয়ে ফোটটোক লৈ- বেলি উঠিলে যিদৰে এটা ৰং উঠে ঠিক তেনেকুৱা কৰি তুলিছে। আঠুৱাৰ ওলমি থকা ৰছি আৰু হয়তো কোনোবা এজনীৰ চুলিতাৰীয়ে বেৰত গছৰ কলা, ঘন ছাঁৰ সৃষ্টি কৰিছে। পাহাৰৰ চূড়া দুটা ? মহিলাগৰাকীৰ বিছনাখন অলপ চাপৰো। তথাপিও যে জয়ন্তী, লাৱণ্য, ভৰা, ফৰিদাহঁতৰ গাবোৰ

চেৰাই পোহৰে মহিলাগৰাকীক লৈছেহি ? পোহৰবোৰ নিলাজ অসভ্য নে নাই বেৰখন নে ওপৰমূকে শুই থকা মহিলাগৰাকী ? হঠাৎ এটা পলৰ ভিতৰতে টফচিৰৰ মনটো বেয়া লাগি গ'ল। এক দুখময় অৱসাদে তাৰ বুকুখন কঁপাই গ'ল। সি গাৰুত মূৰটো গুজি দিলে। গোটেই কথাখিনি সি জোৰ কৰি পাহৰি যাবলৈ চেষ্টা কৰিলে। তাৰ লতামণিলৈ মনত পৰি গ'ল। কিন্তু সি জোৰকৰি লতামণিৰ নামটো আওৰাই তাৰ ঠাইত আওৰাই থাকিল- মণিতোলা, মণিতোলা, বগীবুঢ়ী নহয়- কেতিয়াও হব নোৱাৰে ! সেই কাৰণে মণিতোলা- মণিতোলা হৈ আছে। মণিতোলা- মণিতোলা।

সেই পিনেদিয়েই টফচিৰ টোপনি গ'ল।

ৰাতিটো পাৰ হৈ গ'ল।

সাৰ পাই উঠিয়ে টফচিৰে লাজ পালে। আগফালৰ বহা কোঠাৰ টেবুলৰ ওপৰত চাৰিখন পৰঠা, এটা আধা সিজোৱা কণী, দুটা পকা জাহাজী কল আৰু এগিলাচ নৰম গাখীৰ লৈ বগীবুঢ়ীয়ে বিছনি মাৰি ৰখি আছে।

: সাত বাজিল টফচিৰ। বাছবোৰ চলিছে।

একেজাপে সি বিছনাৰ পৰা উঠি বাহিৰ পালেগৈ। বগীবুঢ়ীয়ে অলপ চিঞৰি ক'লে।

: যোৱা সেইপিনেই যাব পাৰিবা, তাতে পানী পাবা। লতা-ফৰিদা- দাদাৰ গৈছে চাবি। দেখুৱাই দিবি।

টফচিৰৰ সাংঘাটিক লাজ লাগিছিল যদিও অলপ খঙো উঠিছে। সি যেনিবা পাছপিনে গ'লেই তাকে আক ডাঙৰকৈ কিয় ক'ব লাগে। তাৰ অলপ গাত লগাদি লাগিল। সি কিবা পাচপিনে চাবলৈ গৈছেনে কোনে কি কৰিছে? টফচিৰ অলপ বৈ গ'ল। কিন্তু একো নক'লে। লতাই সৰু জাঙীয়া এটা আৰু চেমিজ এটা পিন্ধি ধোৱা বিছনা চাদৰ এখন মেলিব খুজিছিল- কিন্তু টফচিৰ যোৱাৰ নেমেলি গাতে মেৰিয়াই ললে। আঠুৰ ওপৰত ফৰিদাই মেখেলাখন তুলি ছাগলীৰ গাখীৰ খিৰাই আছিল। তাই উঠি থিয় দি হাতৰ কবীয়াটো লৈ লতাৰ ওচৰলৈ আহিল। টফচিৰে বুজি উঠিল কিয় বগীবুঢ়ীয়ে টফচিৰ যোৱাৰ কাৰণে চিঞৰি উঠিছিল। সি মুখ- হাত ধুই আগফালৰ কোঠা পালেহি। বগীবুঢীয়ে গামোছা এখন দেখুৱাই দিলে। সি কোবা-কুবিকৈ জোতাজোৰ

ভৰিত লগাই ললে। ফণীৰে মূৰটো আচুৰি টেবুলৰ আগত বহি ললে।

: টোপনি চাগৈ খুব আহিল নহয় ? মোৰ আৰু ৰাতি ভালকৈ টোপনি নাহিল।

টফচিৰে বগীবুঢ়ীৰ পিনে চালে। তাৰো ভালকৈ টোপনি নহাৰ কথা এটা এনেয়ে ক'ব খুজিছিল। কিন্তু নক'লে।

: মাখি পৰে বুলি মই ৰাখি আছো। এতিয়া শুনা- তোমাৰ টোপোলা দুটা হ'ল। সৰুটো দেৰাইৰ। আজি এপালি কেঁচা এৰা গাখীৰৰ সতে খুৱাই দিবা আৰু কালিলৈ এপালি। চাৰি- পাচ দিন মানৰ পাছত গাটো গৰম লাগিব পাৰে যদি বেছি জ্বৰ উঠে মোক খবৰ দিবাই। নহ'লে আৰু ভয় খাবা। জন্দীছৰটো মই কৈ পঠোৱাৰ দৰে ছোৱালীজনীক খুৱাই দিবা। আৰু এইটোত আছে- শিঙৰা দহোটা আৰু ফুলৰি অলপ। আজি বোলে জয়া বজাৰৰ তিনিআলিত কিবা মিটিং আছে। ইহঁতে বনাই তাৰে কেইটামান কৰীনহঁতৰ বাবে দিছে। এই ৰুমালখনতে বান্দি দিছো- কেতিয়াবা আহিলে লৈ আহিবা ৰুমালখন।

: জয়ন্তী, তৰাহঁত নাই নেকি ?

: সিহঁতক এতিয়া কাকো নোপোৱা। লতা আৰু ফৰিদাহে আছে। লতাই স্কুল যাবৰ বাবে সাজু হৈছে আঠটা বাজি গলেই। ঘৰত বহি থাকিলে জানো কাম হ'ব। ঘৰৰ বাহিৰৰ কামবোৰ আগবেলাতে কৰি লয়। কি কৰিবা সিহঁতক লৈ এইদৰেই জীৱন পাৰ কৰিছো। লতাক লৈহে মোৰ চিন্তা। আৰু কিছুদিনৰ মূৰত তাইক কৰবাত গুজিব পাৰিলেই মোৰ কাম শেষ। বাকী কেইজনীৰ গতি লাগিব। নেলাগিলে ঘৰলৈ পঠাই দিম। বাপেক-মাক আছে। মই তোমাক এতিয়া আচল কথাটো কৈ তোমাক আমনি নিদিও। মনত পৰিলে বুকুখন ভাঙি শেষ হৈ যায়। উশাহ লব নোৱাৰা হৈ পৰো। তুমি মোৰ কামটো কৰিবা। কিজানি মোৰ খবৰ পালে সি আহে- মোৰ ফৰমানটো মোৰ ওচৰলৈ আহিব খোৰছেদে মোক এৰি গুচি গ'ল। নাহিলে মই যামগৈ।

বগীবুঢ়ীয়ে আৰু আগবাঢ়িব নোৱাৰিলে। আচলৰে চকুজোৰ মোহাৰি নাকৰ পৰা মুখখন ধাকি বহি থাকিল। টফচিৰে খোৱা বস্তুবোৰ আৰু খাব নোৱাৰিলে।

: মই তোমাক কথা এটা কওঁ জেঠাই। তুমি বেয়া নেপাবা। ফৰমানেতো তোমাক চিনি পাব লাগিব। গতিকে তোমাৰ নামটো মণিতোলা বুলি দিব নেলাগিব জানো ?

বগীবুঢ়ী সচকিত হৈ উঠিল। টফচিৰে যেন সাংঘাটিক অপৰাধ এটা কৰিলে।

: তুমি যে মোৰ কথা আৰু কিমান জানা ? তোমাৰ আগত মোৰ মৰি যোৱাৰ দৰে লাগিছে। নেলাগে নহলে, মই মোৰ ভাগ্যকে লৈছো।

: সেইবোৰ ভাবিব নেলাগে জেঠাই। ফৰমানতকৈ তোমাৰ ডাঙৰ বস্তু আৰু একো নাই। তোমাৰ নাম যিয়ে নহওক তোমাক ফৰমানক লাগে। তাৰবাবে অন্তত খবৰ কাগজত চিঠি আকাৰে এটুকুৰা লিখা উলিয়াবই লাগিব। এখনত নহয় কেইবাখনো কাগজত। মোৰ দেৰি হৈ গ'ল মই যাওঁ।

: আকৌ এদিনৰ বাবে মই তোমাক মাটি থৈছো। বহু কথা থাকি গ'ল।

: দেৰাইটো কেতিয়া বনালা ?

: দোকমোকালিতে। উঠিয়েই গা ধুই পাত চিঙালো এটাৰ হতুৰাই। তুমি তেনে যাবাগৈ, মোৰো কাম আছে। আকৌ এদিন আহিবা, মই দিনতে পঠাই দিম। কথাবোৰ পাতিব নোৱাৰিলো।

: লতাক মাতি দিবা নে ?

এনেতে লতা আৰু ফৰিদা আহি ওলালহি। সিহঁত দুজনী আচলতে আহিয়ে আছিল। টফচিৰে মতাৰ বাবে সময়টো মিলি গ'ল।

: আৰে হাতত তামোল। নাম লোৱাৰ লগে লগে হাজিৰ। বেৰৰ কিনাৰতে আছিলা চাগৈ দেই ?

: আপোনালৈ তামোল আনিয়ে আছিলো।

: মই যাওঁ তোমালোক ভালেৰে থাকিবা আৰু লতাই ভালকৈ পঢ়িবা। পৰীক্ষা পালেহি আৰু কেইমাহ আছে। গতিকে পঢ়া, মই যাওঁ জেঠাই।

: যোৱা— বাইচকেলখন লৈ সি এতিয়াও নাহিল।

: নেলাগে মই পাৰিম। অলপ দূৰৈৰহে বাট।

হাতত কমালৰ টোপোলাটো লৈ টফচিৰ ওলাই গ'ল। দেৰাইটো পকেটত ললে। বগীবুঢ়ীয়ে সজল ভাবে চাই আছে। লতা আৰু ফৰিদাৰ অকণ বেয়া

লাগিছিল। টফচিৰে এবাৰ ঘূৰি চালে। বগীবুঢ়ী দুৱাৰৰ কাষতে বহি আছে। এইবাৰ আৰু বিশেষ কথা নেভাবি টফচিৰে বেগাই খোজ ললে। বহু দেৰি তেওঁ তাতে বহি আছিল। লতাই আহি বগীবুঢ়ীক এনেয়ে সাৱতি ধৰিছিলহি। ফৰিদাই তামোল এখন দিলেহি। তামোলখন মুখত দি লাহে লাহে থিয় হৈ বগীবুঢ়ী ভিতৰলৈ সোমাই গ'ল।

তেতিয়া লতামণিৰ স্কুল যোৱাৰ সময় হৈছিল।

— ০ —

# ( চাৰি )

টফচিৰ বাছৰ পৰা নামি প্ৰেছৰ পিনে সোমাই গ'ল।

প্ৰেছৰ কিনাৰৰ গলিটোৰে অলপ আগলৈ গ'লেই এটা আচুতিয়া কোঠা পোৱা যায়। সেইটো টফচিৰহঁতে আলোচনা কৰা কোঠা ৰূপে ব্যৱহাৰ কৰে। আগৰেপৰা আদিত্যহঁত বহি আছিল। নীলা পৰ্দাখন আঁতৰাই সি এবাৰ ভিতৰলৈ চালে। সকলোবোৰ পঢ়া আৰু লিখাত ব্যস্ত। আদিত্য আৰু চালেহে একেলগে বহি কাগজতে কিবা এটা তুলনা কৰি মিলাই পঢ়ি আছে। বিনন্দ গগৈয়ে কিতাপ আৰু আলোচনী দুখনমানত পিন মাৰিছে। টেবুলৰ আগত এগালমান পেন থৈ কবীন শৰ্মাই লিখি আছে।

টফচিৰে আৰু এবাৰ সোঁপিনে কিনাৰলৈ চালে। জেৰীনৰ গোলপীয়া আঙুলি কেইটা ক'লা হৈ আছে। বোধহয় ব্লক দুটা চেট কৰি বহিচেহি।

: পাঁচ মিনিট দেৰি কৰিলো দেই।

: নেপোলিয়ন বুলি নিজকে ভাবিব নেলাগে দে।

সেইটো বোধহয় গগৈৰে কণ্ঠ। টফচিৰ সোমাই গ'ল আৰু খালি হৈ থকা চকীখনত বহি টেবুলৰ ওপৰত কাগজৰ মোনাটো ৰাখিলে।

: আদিত্য কিবা কবি ?

: যোৱাকালি আৰু কেইটামান প্ৰবন্ধ ওলাইছে। সেই কেইটা চাম নে নাই এৰি দিম ?

: নিৰ্ভৰ কৰিছে বক্তব্যৰ ওপৰত। হ'লেও আমি এতিয়া আৰু নতুন বস্তু নলম নেকি ? শৰ্মাই কি কব ?

: আমি কেইটামান সৰ্ত বান্ধি লৈছিলো। সেইমতে যোৱা মাহলৈকে যিয়োৰ ওলাই গ'ল গ'ল, কিন্তু বিষয়বস্তুৰ গভীৰতা লৈ এটা কথা আহি পৰিছে।

: তাৰ আগতে আমি এটা কথা ঠিক কৰোঁ।

বিনন্দ গগৈয়ে মাত দিলে।

: আমি কাকতখন যিহেতু আৰু দুমাহলৈ পিচুৱাই দিলো। এতিয়া উলিয়ালে আমি এই বিষয়ে কাগজখনৰ পাতত আমাৰ বক্তব্য ৰাখিবই লাগিব। আমাৰ উদ্দেশ্য হ'ল আমি আৰু ভিতৰলৈ সোমাই লওঁ। নতুন কাগজখনত এই বিষয়ে কোনো কথা নেথাকিলে মানুহে কোনো ৰস নেপাব। কাৰণ বৰ্তমানে এই বিষয়টোৱেই গৰম হৈ আছে আচফিয়াই কি কোৱা?

: সিদ্ধান্তৰ সালসলনি হোৱাটো মই একেবাৰে নিবিচাৰো। অৱশ্যে জৰুৰী অৱস্থাত কেতিয়াবা পৰিবৰ্তন কৰা যায়- তাৰো যুক্তি থাকে। আমি সময় এটা বান্ধি লৈছিলো। তাৰ পাচৰপৰা আমি কোনো নতুন লিখনি হাতেৰে নুচুও। আগৰখিনি বিশ্লেষণ কৰিবলৈ দিয়া হৈছে সেইখিনি কৰা হওক, সকলোৱে দিয়ক তাৰ পাছত নতুন লিখাত হাত দিয়া হ'ব।

: ঠিক আছে তেনে সেইটোৱেই হওক। আদিত্য হ'বনে সেইমতে?

: মই তোমালোকৰ মতামতটোহে ললো। আচল কথা কি জানা? নতুন বস্তুত হাত দিয়াহেঁতেন প্ৰথমে গালিটো তোমালোকে মোৰপৰাই খালা হয়।

: সেইটো ইমানতে থোৱা। এতিয়া 'ৰদালী'ৰ কথালৈ আহো। প্ৰবন্ধটো মই পঢ়িলো। তাৰ পাছত, তাৰ পাছৰ প্ৰায় বাৰ-তেৰটা সংখ্যাৰ পাতৰ মাজলৈ সোমালো কতো কোনেও প্ৰতিবাদ কৰি এষাৰ কথা লিখা নেপালো। মোৰ কথা হ'ল আমাৰ কথাৰ সংগতি ক'ত? এফালেদি আমি এগৰাকী লিখিকাৰ লিখাক সমৰ্থন কৰি উৎসাহীত কৰি, কৈছো যে নাৰীৰ শালিনতাখিনি ৰক্ষা কৰি মৰ্য্যদা প্ৰদান কৰিব লাগে। আনপিনে বিজ্ঞাপনত নাৰীৰ মনোমুগ্ধকৰ শৰীৰ প্ৰকাশ কৰি বাহ বাহ লোৱাৰ সপক্ষে বা বিপক্ষে যি প্ৰতিবাদী প্ৰবন্ধ লিখিছে সেইটো এতিয়া আমাৰ বাবে এক জনপ্ৰিয় বিষয় হৈ পৰিছে। আমি যেন লিখিকা গৰাকীৰ কথাত কিবা এক নতুন তত্ত্ব বিচাৰি পাইছো, তেওঁ যেন আমাৰ চকু মোকলাই দিছে। তেওঁৰ এনে লিখনিত আমি এতিয়া পঞ্চমুখ হৈ পৰিছো। হঠাৎ এগৰাকী মহিলাক সমৰ্থন কৰিবলৈ গৈ আমি তেওঁৰ লিখাখিনিকে অৰ্থাৎ নাৰীক মৰ্য্যদা দিয়া সম্পৰ্কে লিখা কথাখিনিকে শীৰ্ষস্থানত ৰাখি কব বিচাৰো যে চোৱা কি সুন্দৰ কথা লিখিছে তেওঁ।

অথচ এই 'ৰ'দালী'তে যেতিয়া নাৰীয়ে নিজৰ অঙ্গ-প্ৰত্যঙ্গ ভালকৈ চিনি থোৱা দৰকাৰ নামৰ এটা বৰ্ণনামূলক লিখা ওলাইছিল তেতিয়া কিন্তু কোনেও এষাৰ প্ৰতিবাদো নকৰিলে। এগৰাকী লিখিকাৰ বিজ্ঞাপনৰ বিপক্ষে কৰা মন্তব্যৰ সপক্ষে আমি মাত মাতি আমাৰ সুষ্ঠ চেতনাৰ প্ৰমাণ দাঙি ধৰিলো আৰু আনপিনে এটা বৰ্ণনামূলক প্ৰবন্ধক লাই দি একোৱেই নকলো। এটা বিজ্ঞাপনতকৈ কম অশ্লীলনে সেই লিখনি ? কিয়েই বা দৰকাৰ আছিল তেনে এটা প্ৰবন্ধৰ ? নাৰীয়ে নিজৰ অঙ্গ-প্ৰত্যঙ্গবোৰ চিনি নোপোৱাকৈ থাকিলে বৰ ডাঙৰ সমস্যা হ'ব নেকি ? নাই তেহে ই মডেলিংত সহাই কৰিব ? এনেকুৱা নিৰ্লজ্য যে নাৰীৰ ওপৰত যি কোনো প্ৰবন্ধ লিখিবলৈ হলে বা প্ৰকাশ কৰিবৰ বেলিকা প্ৰবন্ধঁৰ আৰম্ভণিতে নাৰীৰ এনে এখন ছবি দিব যিটোৱে নাৰীৰ বাবে মৰ্য্যদা হানিকৰ ৰূপেহে প্ৰকাশ পায়। যেনে বিবস্ত্ৰা নাৰীৰ নীতম্ব আৰু স্তনযুগলৰ মাজেদি কৰবাৰ কলা সাপ এটাৰ বিনম্ৰ বিচৰণ, উলঙ্গ নৰ-নাৰীৰ মধুৰ আলিঙ্গন। এইবোৰ কি মৰ্ডান আৰ্ট নেকি ?

একেটা উশাহতে কথা কেইটা কৈ কবীন শৰ্মাই কাগজৰ নুৰা এটা উলিয়াই ললে আৰু তাৰপৰা কিবা এটা চাই আকৌ আৰম্ভ কৰিলে।

: আমি কম বেচি পৰিমাণে সাহিত্য-সংস্কৃতিৰ সতে জড়িত আৰু জড়িত সমাজৰ কল্যাণ-অকল্যাণ দিশটোৰ সতে। আমি সকলোৱে লিখা-পঢ়া কৰোঁ। গতিকে আমি ওচৰ- পাজৰৰ কাগজ-কলমৰ খবৰ ৰখা দৰকাৰ। আমাৰ লিখনিৰ ওপৰত যদি বহু কথা নিৰ্ভৰ কৰিছে আনৰ লিখনিৰ ওপৰতো বহু কথা নিৰ্ভৰ কৰিব। শাওনৰ পথাৰত সমানে বৰষুণৰ পানী নপৰিলে মাঘ মাহত ভাল শইচ আশা কৰা মিছা। আমি গঢ়িবলৈ ওলাই আহিছোঁ, গঠন কৰিবলৈ ওলাই আহিছোঁ। আমি সঁচা কথা লিখিলেই নহব কোনবোৰ সঁচা কথা আমাক এতিয়া লাগে তাকহে লিখিব লাগিব। লিখকে নিলিখিলে কোনেও দাবী কৰি লিখাব নোৱাৰে। লিখনিৰ বৈচিত্ৰতা আদৰণীয় কিন্তু অবাঞ্ছিত লিখনিও ঘৃণনীয়। আমাৰ মাজত কি লিখনি ওলাই আছে, তাৰ খবৰ ৰখা আৰু মন কৰা অতি দৰকাৰী কথা। এই বিষয়ে হাত দিয়াটোও কম কঠিন কাম নহ'ব। আমি যদি লৌহ হাতেৰে এইবোৰ বন্ধ কৰিবলৈ যাওঁ তেন্তে বিৰোধৰ সৃষ্টি হ'ব। তেতিয়া মানুহ আৰু সমাজৰ বাবেই মঙ্গলজনক হৈ নুঠিব। তাৰোপৰি

আনৰ লিখনিক বন্ধ কৰাৰ কৰ্তৃত্ব আমাৰ হাতত নাই। কিন্তু আমাৰ প্ৰতিবাদ থকা দৰকাৰ। কেৱল লিখিলেই বা লিখিব পৰা হ'লেই নহ'ব- আমাৰ যদি দেশ, জাতি আৰু নাগৰীক সমাজৰ প্ৰতি ভালভাব থাকে, প্ৰতিজন লোকক যদি আপোনজন বুলি ভাবো, উঠি অহা চামক যদি দেশৰ সম্পদ বুলি ভাবো, উশৃঙ্খলতা তথা যুৱ-মানসিকতাৰ বৰ্তমান স্বৰূপৰ কথা যদি ভাবো তেন্তে আমি কি লিখিলে সকলোৰে মহৎ উপকাৰ সাধন হ'ব তাৰ পিনে চকু দিবই লাগিব। আৰু চকু দিয়া নাই বাবে আজি আমাৰ এই অৱস্থা। আমি আমাৰ ঘৰৰ ল'ৰা-ছোৱালীবোৰে বেয়া কথা নিশিকক, বেয়া ছবি নেচাওক, বেয়া কিতাপ নপঢ়ক বুলি সদাই সাবধান হৈ থাকো। কিন্তু আনৰ ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত সমূলি নেভাবো। এখন আলোচনী বা কাকতৰ সম্পাদকে সম্পাদকীয়টো লিখি প্ৰকাশ কৰাটোকে শেষ কথা বুলি ভাবিছে আৰু সেইমতে কাম কৰি আছে। সম্পাদকৰ লিখা পঢ়িলে তেওঁক যুধিষ্ঠীৰ যেন লাগে, সংস্কাৰক যেন লাগে, দাৰ্শনীক যেন লাগে, মানৱতাবাদৰ এজন আদৰ্শবান প্ৰবৰ্ত্তক যেন লাগে। কিন্তু তেওঁ সম্পাদনা কৰা আলোচনী বা ককতখনতে আক তেওঁৰে কথাৰ আৰু কামৰ সংগতি নথকা কদৰ্য্য কথাবোৰ ওলাই থাকে। কি প্ৰকাশ হৈছে তাক লক্ষ্য কৰাৰ তেওঁৰ আজৰি নাই। লাহে লাহে, গোপনে সমাজখনত এবিধ দুৰাৰোগ্য অসুখে গা কৰি উঠিছে যাৰ উমান আমি সদায়ে পাই আছো। দিনে দিনে অসুখৰ বীজাণুৰ দোকান-পোহাৰ আমিয়ে খুলিছো আৰু আনপিনে নিৰাময়ৰ বাবে আমি চিৎকাৰ কৰিছো। টকা পাইচাৰ লোভ আক্ৰোশে আকৌ উৎকৃষ্ট বিষয়বস্তু বাচনিত বিশেষভাবে বাধা আৰোপ কৰি আছিছে। জ্ঞানৰ যদি ব্যৱসায় কৰা যায় তেন্তে লাভ-লোকচানৰ কথা আহি পৰিব। এই লাভ-লোকচানৰ অন্তৰালত যদি নীতি-অনীতি বা মানসীক, নৈতিক আদৰ্শ নতুবা চাৰিত্ৰিক বৈশিষ্টবাজীৰ হৰণ-ভগনৰ কথা সোমাই থাকিল হয় তেন্তে হয়তো ভুলে শুদ্ধই অলপ কিবা এটা আশা কৰিব পৰা গ'ল হয়। তেতিয়া জ্ঞানৰ কেঁচা মলিবোৰলৈ অনুভৱ- উপলব্ধিৰ কাৰখানাত সুমুৱাই উৎকৃষ্ট উৎপাদনৰ আশা কৰিব পৰা গ'ল হয় ; আৰু তেতিয়া বিধে বিধে জ্ঞানৰ আহাৰ মানুহে খাব পাৰিলে হয়। কিন্তু সেইটো হৈ নুঠিল। এতিয়া লাগে টকা আৰু জাগতীক সম্পদ। যি কোনো উপায়েৰে টকা ঘটিব লাগে। কল্যাণ শব্দৰ চিন্তা ভ্ৰমণৰ

অভাৱে মানৱ সমাজক লৈ গৈছে উশৃঙ্খলতাৰ পিনে। পশ্চিমে নিছে আমাৰ পূৰ্বৰ নীলাভ আকাশৰ মোহনীয়া পোহৰ আৰু আমি পশ্চিমৰ পৰা আনিছো ক'লা আন্ধাৰবোৰ । এই আন্ধাৰবোৰক আমি দিনে দিনে গ্ৰহণ কৰি গৈ আছো । এই আন্ধাৰৰ কথা কলেই মানুহে আমাক অন্ধ বুলি কয়- আমি হৈ পৰো পুৰণি দিনৰ মানুহ । সি যি কি নহওক, মই লিখি অনা আলোচনাটো টফচিৰক দিব বিচাৰো আৰু সি চাই মেলি পাছত এই বিষয়ে ক'ব ।

কবীনে লিখাখিনি টফচিৰৰ পিনে আগবঢ়াই দিলে । টফচিৰে পৃষ্ঠাৰ সংখ্যাটো অঙুলিৰে উমান ললে আৰু লিখাখিনি মোনাটোত ভৰাই থলে ।

: কবীনৰ শুৱলা বিশ্লেষণ আমি সকলোৱে ধৈৰ্য্য আৰু আগ্ৰহেৰে শুনিলো। মই পাছত এই লিখনিখিনিত চকু ফুৰাম । এতিয়া আমি প্ৰকৃত কথাটোলৈ আহিব বিচাৰিছো। আমি ইতিমধ্যে বিভিন্ন আলোচনী আৰু খবৰ-কাগজত প্ৰকাশ পোৱা কেইটামান প্ৰবন্ধ, লেখনি লৈছিলো বিশ্লেষণ কৰিবৰ বাবে, এচেচমেন্ট কৰিবৰ বাবে । আশা কৰো তোমালোক সকলোৱে পৰ্য্যালোচনাবোৰ লিখি আনিছা । আক্ষৰীক অৰ্থৰ বাহিৰেও সেই লিখনিবোৰত আৰু কি আছে, মানুহে কেনেকৈ ভাবিব পাৰে লিখাৰ যুক্তি-যুক্ততা কিমান হৈছে, টাববীণৰ লিখনিতনো কি আছে, সকলো কথাই গ্ৰহণযোগ্য নে ? কোনবোৰ কথাক আমি আমাৰ জীৱনত ব্যৱহাৰ কৰিম সেই বিষয়ে চিন্তা-চৰ্চা কৰা ভাল। সমাজৰ লোকসকলে বহু কথা নেজানে গতিকে যেতিয়া এটা লিখা প্ৰকাশ হয় তেতিয়া বহুতে সেই লেখাবোৰকে সঁচা বুলি ধৰি লয় আৰু তাক কামত লগাই। কিন্তু প্ৰকৃততে সেই লেখাবোৰৰ সকলোখিনি সঁচা নহ'বও পাৰে। যিকোনো লিখনিয়েই শুদ্ধপথ লব লাগে আৰু বাইজক সঠিক ছবি দিব পাৰিব লাগে। এইবোৰৰ ওপৰত লক্ষ্য ৰখা আমাৰ প্ৰধান ক ্য হ'ব। কিন্তু তোমালোকক এটা কথা কওঁ যে আমি যি কাম কৰিছো তাত যেন আন ধৰ্মৰ এটা কথাও প্ৰতিফলিত নহয় । আমি আনৰ ধৰ্মৰ বিষয়ৰ ওপৰত এটা কথাও নকম। কেনেবাকৈ তাৰ প্ৰসঙ্গ আহিলেও আমি বাদ দি ৰাখিম । কবীনে যদি নাই বুজা তেনে ক'ব পাৰা ।

টফচিৰে কবীনৰ পিনে চাই সুধিলে, কবীনে অলপ হাঁহাৰ দৰে কৰিলে আৰু ৰগৰ কৰি ক'ল ।

: আমাৰ ইয়াত মোৰ বাহিৰেও যদি এজন খ্ৰীষ্টীয়ান, এজন শীখ আৰু এজন যদি বৌদ্ধিক থাকিল হয় তেন্তে টফচিৰে কি বুলি ক'লে হয়? প্ৰত্যেকে যদি আনৰ ধৰ্মৰ কথা ক'ব নোৱাৰে তেন্তে নিজৰ ধৰ্মৰ কথা ক'ব। মই হিন্দু বাবে মোৰ হিন্দু ধৰ্মৰ কথা কম, কিন্তু প্ৰকাৰান্তে টফচিৰৰ বাবে ই আনৰ ধৰ্মৰ কথা কোৱাবদৰেই হ'ব। ঠিক সেইমতে খ্ৰীষ্টীয়ান এজনৰ ক্ষেত্ৰটো একেতাই হব। টফচিৰে কিন্তু বেচ কৌশলেৰে কথাটো উত্থাপন কৰিছে।

: তোমাৰ ধাৰণা একেবাৰে সঁচা। কিন্তু মোৰ কথাটো এনেকুৱা। যদিও তোমালোক আছা তথাপিও আমি ঠিক ইছলামৰ কথা অৰ্থাৎ কিবা যদি প্ৰসঙ্গ, তুলনা, ৰিজনি বা উদ্ধৃতি বা সমালোচনা কৰিব লগা হয় তেন্তে ইছলামৰ চাৰিবেৰৰ মাজতে আবদ্ধ থাকিম। পৰ ধৰ্মৰ কথা নানো। কবীন, আদিত্যহঁতেও ঠিক ইছলামৰ ওপৰতে কবা। অৱশ্যে আমি কোনো ধৰ্মীয় বিষয়বস্তুৰ ওপৰত আলোচনা নকৰিম। যিহেতু টাববীণৰ লিখনিত এটা ধৰ্মীয় অনুভূতি জড়িত হৈ আছে। গতিকে আমি মাজে মাজে ধৰ্মীয় ৰীতি-নীতিক যুক্তিৰ ক্ষেত্ৰত আলোচনাৰ মেজলৈ আনিব পাৰো। সেইটো কৰিবলৈ যাওতে অন্য ধৰ্মৰ বিষয়ে ক'ব লগা হ'ব পাৰে। সেইটোহে মই নিবিচাৰো বুলি ভাবিছো।

টাববীণৰ লিখনিত যদি কৰবাত অলপ ভুল আছে, যদি আবেগ আছে, যদি অতিৰঞ্জিত কৰিছে, যদি সত্যৰ অপলাপ ঘটিছে তাকো আমি চাম। তাৰোপৰি তোমালোকৰ ব্যক্তিগত মতামতৰ ওপৰতো বহু কথাৰ নিৰ্ভৰ কৰিছে। আমি আটায়ে মিলি এটা কামত লাগিছো যদিও তোমালোকৰ ব্যক্তিগত আৰু নিজা বুলি এটা পৰিচয় আছে। মোৰো আছে। আমিটো কৰবাত বহি চিন্তা কৰোতে যা কথা পাতোতে অন্য মানুহৰ সতে একেলগে হিটো কথা নেপাতো। আমি যেতিয়া অকলশৰীয়া হ'ম, কৰবাত বহি আড্ডা দিম, বাটেদি যেতিয়া এককভাৱে গৈ থাকিম, কাৰোবাৰ ঘৰত বহি কথা পাতিম তেতিয়া এইবোৰৰ বিষয়েনো কি বুলি কম- আমাৰ বক্তব্য কি হব তাকো জানিব পাৰিম। মানুহে অসম প্ৰগ্ৰেচীভ ক'ৰামৰ কথা ইতিমধ্যে গম পাই গৈছে। আমাৰ কাৰ্যকলাপৰ বিষয়েও জানিছে। গতিকে আমি যিয়ে ক'ম তাক ভাবি- চিন্তি কোৱা দৰকাৰ হ'ব। নহ'লে আমাৰ স্বকীয়তা হেৰাই যাব।

আমি টুলুঙা হৈ পৰিম আৰু সমাজৰ মাজত এটা সন্ত্ৰীয়া ভাববাদৰ সোঁত বিয়পাই দিয়াৰ দৰে হ'ব। ধৰ্মৰ অৰ্থাৎ ইছলাম ধৰ্মৰ প্ৰকৃত কথাবোৰ সঠিক ৰূপত ৰাইজক জনাই দিয়াটো আমাৰ এটা মহান কৰ্তব্য হ'ব। সেইদৰে অন্য ধৰ্মকো যদি আন কোনোবাই উদ্দেশ্য প্ৰণোদিতভাৱে বা অজ্ঞতাৰ বাবে সমালোচনা কৰে, অন্তত আমাৰ সাধ্যৰ ভিতৰত থকা কিছুমান কথা আমি শুধৰাই দিম বা আনক সুধি নতুবা নিজে পঢ়া-শুনা কৰি শুধৰাই দি তাঁলে ভক্তি শ্ৰদ্ধা জনাম। আৰু যদি একো নোৱাৰো- তেন্তে বহি থাকিম। কিন্তু ধাৰণাৰ ওপৰত, প্ৰগতিৰ নামত, কমপিউটাৰৰ যুগৰ গইনা লৈ, এলান্ধুকলীয়া যুগৰ পৰা পোহৰৰ যুগলৈ সোমাইছো বুলি কৈ ধৰ্মক বা ধৰ্মৰ ওপৰত বেয়া মন্তব্য নকৰো। আৰু এটা কথা মই ব্যক্তিগত ভাৱে মন কৰিছো যে আজি বহু বছৰৰ আগত, আমি যেতিয়া কিতাপ আৰু বাতৰি পঢ়িবলৈ শিকিছিলো-- মানে অভ্যাস কৰিছিলোঁ তেতিয়া এটা কথা জানিছিলোঁ যে কোনোবাই যদি এটা বাতৰি পৰিবেশন কৰে, বা এটা ঘটনাৰ বিষয়ে ৰাইজক সদৰি কৰে, সেইখিনি যদি ভুল বা মিছা আছিল তেতিয়া তাক কেইজনমানে মাজীত ভাষাৰে, শালিনতাবোধ ৰক্ষা কৰি, কাৰো অনুভূতিক হেয় নকৰি প্ৰতিবাদ কৰিছিল। তাক যুক্তি সহ, তথ্য সহ, বিবেকৰ সহাই লৈ উপস্থাপন কৰিছিল, আৰু উক্ত বিষয়ৰ ওপৰত দীৰ্ঘদিন ধৰি কোনো লিখা লিখি নচলিছিল। কিন্তু আজিকালি সঁচা হ'লেও বা মিছা হ'লেও পক্ষপাতিতাৰ ঢাল-তৰোৱাল লৈ এক যুদ্ধত অৱতীৰ্ণ হৈ পৰে। অৱশেষত গৈ ঢাল-তৰোৱালৰ হ্ৰণ-ভগনৰ হিচাপ-নিকাচৰ বিষয়ত ব্যস্ত হৈ পৰে আৰু আচল বিষয়টো কৰবাত থাকি যায়। এইদৰে এটা এটা দলৰ সৃষ্টি হয় আৰু দলাদলিত কথাবোৰ শেষ হৈ যায়। লাভৰ ভিতৰত মানুহৰ হৃদয়ত লাগি ৰয় খং, হতাশা আৰু আত্মমৰ্য্যদাৰ গ্লানি। আমাক বহুতে বহুত কথা সোধে- কাক আমি কিমান উত্তৰ দিম? বহুতে একোৱে নেজানে- তেওঁলোকক জনাব লাগে। ভাত-কেৰাচিন আৰু বজাৰৰ খবৰ আৰ কিমান লোৱা-দিয়া কৰিম। আমাৰ এখন খবৰ কাগজ ওলাব আৰু এইবোৰ আমাৰ তাৰ সমল হ'ব, বিষয় হ'ব। তেনেহ'লে মই কৈ যোৱামতে কাম কৰিবা।

টকচিৰে ফাইল এটা মেলি ললে আৰু তাৰপৰা কাগজ এখন উলিয়াই

হাতত ললে। কবীন, আদিত্যইতে মেজৰ চাৰিওপিনে নিজৰ নিজৰ কাগজ-পেন উলিয়াই বহি ললে। টফচিৰে বেৰৰ ঘড়ীটোৰ পিনে চাই ক'লে।

: আমি নম্বৰ দি লোৱা মতে চাৰি নং প্ৰবন্ধটো কাক দিয়া হৈছিল? বোধহয় আদিত্যক- নহয় ?

: মই লৈছিলো।

: তেনে আৰম্ভ কৰা।

: মোৰ পৰ্য্যবেক্ষণবোৰ মই ঠিক প্ৰবন্ধটোৰ আদিৰ পৰা আৰম্ভ কৰা নাই। ই যি কোনো এটা অংশৰ পৰাও আৰম্ভ হ'ব পাৰে। অগা-পিচাৰ কোনো ক্ৰম ৰখা নাই। মই য'ৰপৰা প্ৰয়োজন হ'ব বুলি ধাৰণা কৰিছো ঠিক তাৰ পৰায়ে লিখিছো। তোমালোকৰ হাতত মই লোৱা প্ৰবন্ধটোৰ নকল আছে তাক অলপ চাই যাবা। মই তেনে পঢ়ি গৈছো- সেই কাৰণে 'ৰ'দালী'ত ওলোৱা মডেলিং, নাৰীয়ে নিজৰ অঙ্গ-প্ৰত্যঙ্গ চিনি পোৱা উচিত জাতিয় যি লিখনি প্ৰকাশ হৈছিল সেইবোৰ বেগু কৰিব লাগিছিল। তাৰ বিৰুদ্ধে কঠিন হাতৰ লিখনিৰ দৰকাৰ আছিল। এজাকে লিখি গৈ থাকিব, এজাকে পঢ়ি গৈ থাকিব, এজাকে সমালোচনা কৰি গৈ থাকিব আৰু এজাকে সেইবোৰ পঢ়ি নৈতিকতা হেৰুৱাই গৈ থাকিব। মৌলবাদী শব্দটো ওলোৱাৰ পাছত হিন্দুৱে মুছলমানক মুছলমান মৌলবাদী বুলি আৰু মুছলমানে হিন্দুক হিন্দু মৌলবাদী বুলি পৰস্পৰে পৰস্পৰক কেনেকৈ দোষী সাব্যস্ত কৰিব পাৰি তাৰ কথা ভাবিছে। কিন্তু মূলতঃ এই দুই মৌলবাদীবোৰ মানুহ। আমি মানুহবোৰ, পুৰুষবোৰ ভাল হব লাগিব। পুৰুষেই যত কুটৰ ঘাই। তাৰোপৰি ধৰ্মৰ কথা, শাস্ত্ৰৰ বাক্য মুখত উচ্চাৰণ কৰিলেই এতিয়া মৌলবাদীৰ শাৰিত পেলাই দিয়ে। তেন্তে মানুহে শাস্ত্ৰৰ কথা নক'ব নেকি ? আগতে সিমান নকৈছিল। কাৰণ তেতিয়া যিকোনো কথাৰ চৰম সীমা পাৰ হোৱা নাছিল। এতিয়া চৰম সীমা পাৰ হৈ যোৱাৰ বাবে মানুহে ধৰ্ম-শাস্ত্ৰৰ কথা ক'ব লগাত পৰিছে। তাৰ বাবে ধৰ্মক কেতিয়াও ত্যাগিব নোৱাৰি। আচলতে ধৰ্মৰ জ্ঞান নথকাবোৰেহে এইবোৰ লিখে। ধৰ্মৰ হেণ্ডাৰ বা সীমাৰেখাক নেমানি বাহিৰলৈ ওলাই অহাৰ বাবে আজি কি হৈছে ? খবৰ কাগজ এখন মেলিব নোৱাৰি। প্ৰতি পৃষ্ঠাতে ধৰ্ষণ, লাঞ্ছনা, অৱমাননা, অপশৰণ আৰু কত ঘটনাই নাৰীসকলৰ জীৱন দুৰ্ব্বহ কৰি তুলিছে। বেয়া

নেলাগেনে আমাৰ তেওঁবিলাকলৈ? নাৰীক যেনিবা আমি সকলো অধিকাৰ দিলো- কিন্তু তেওঁলোকক জানো আমাৰ পুৰুষবোৰৰ কবলৰ পৰা সাৰি যাব পৰাৰ কিবা প্ৰতিশ্ৰুতি দিব পাৰিম ? বজাৰে-সমাৰে, আলিয়ে-পদুলীয়ে, পাৰ্কে-উদ্যানে, ৰেলে-মটৰে, দিনে-ৰাতিয়ে যিমানেই নাৰীসকল ওলাই আহি ঘূৰি ফুৰিব, সিমানেই পুৰুষৰ বাবে বেছি সুবিধা হ'ব। সেই বুলি মহিলাসকল বাহিৰলৈ ওলাই নাহিব সেইটো নহয়। সচৰাচৰ যিটো ঘটি আছে সেইটো কৈছো।

স্বাধীনতাৰ সপক্ষে লিখি-মেলি এচাম পুৰুষক সৈমান কৰাই নাৰীসকলক বাহিৰলৈ ওলাই আহিবৰ বাবে বাধ্য কৰোৱা কাম মূলতে এচাম সুবিধাবাদী, বেপাৰী আৰু গুণ্ডাৰ দলে সদাই চেষ্টা কৰি আহিছে। কাৰণ সিহঁতৰ লোলোপ চকু, হাতৰ নখে সদাই অপেক্ষা কৰি আছে- কিদৰে এই নাৰীসকলক বাহিৰলৈ উলিয়াই অনা হয়। বাহিৰত যে নাৰীসকল চেফ নহয় তাৰো প্ৰমাণ আছে। আনকি উৎসৱ বা পূজায়ে-পাৰ্বনে আমি নাৰীক জানো, ছোৱালীক জানো এজোলোকা নুখুউৱাকৈ এৰি দিব পাৰিছো ? ধৰ্মৰ নামত, ধৰ্মৰ দোহাই দি কোনোবাই শোষণ কৰি আছে আৰু কিছুমানে শাসন কৰি আছে, অপমান কৰি আছে, ধৰ্মৰ হেঙাৰ, সত্বক ভৰিৰে মোহাৰি তাৰ বিপৰীতে সেইবোৰক নেমানিবলৈ কৈ বাহিৰলৈ ওলাই অহাৰ আহ্বানেৰে। ছলনাময় এই ধূৰ্ত্ত বুদ্ধিজীৱীসকলে ধৰ্মৰ বান্ধোন আচাৰ আৰু পৰম্পৰাক নেমানিবৰ বাবে কৈ, লিখি নাৰীসকলক বাটলৈ ওলাই আহিবৰ বাবে প্ৰস্তুত কৰাইছে আৰু ফলত দিনে দিনে ব্যভিচাৰ বাঢ়ি গৈছে। এইক্ষেত্ৰত কিছুমান লেখকে লিখিবলৈ লৈছে। তেওঁলোকৰ কিন্তু কোনো বেক্‌গ্ৰাউণ্ড নাই। খবৰ কাগজ, কিতাপ পঢ়ি, ওচৰৰ দুই এটা অভিভাৱকে শাসন কৰাৰ ঘটনা পঢ়ি তাৰ ওপৰত কলম চলাই সাহিত্যিক হ'ব বিচাৰিছে। কিন্তু, বাস্তৱত কি ঘটিছে, কিহৰপৰা ঘটিছে তাৰ কোনো বিশ্লেষণ নাই। আজিৰ এই সভ্য যুগতো ছোৱালীজনী, টিউশ্যনৰ পৰা, স্কুলৰপৰা, খেলাৰপৰা, চিনেমাৰপৰা, ওভতি অহা অকণ দেৰি কৰিলেই মাক-বাপেকৰ মুখত পানী নোহোৱা হয় কিয় ? এই প্ৰবন্ধতে প্ৰবন্ধকাৰে কোৰাণ আৰু হাদীছৰ উদ্ধৃতি দিছে টাবৰীণে দিয়াৰ বাবে। কথাটো খুব আমোদজনক হৈছিল। অলপতে মই ঘৰত বহি এইবোৰ

লিখি থাকোতে আমাৰ ঘৰত কেইবাজনো লোক বহি আছিল। তেতিয়া মই ৰগৰ তুলিবৰ বাবে কোৰাণৰ এটা উদ্ধৃতি অলপ বদলি কৰি তেওঁলোকক শুনাইছিলো। মোৰ উদ্দেশ্য আছিল এটাই যে ইয়াৰনো প্ৰতিক্ৰীয়া কি হয়, মানুহে কি ভাবে ছোৱা হওকছোন ? প্ৰথমে সকলোৱে ভাবি চালে আৰু পাচত এটাই কেউজনে গৰ গৰাই উঠিল যে কোৰাণে ইমান নোহোৱা-নোপজা, আচৰিত কথা কৈছেনে? অৰ্থাৎ আল্লায়ে নো এনেকৈ ক'ব পাৰেনে ? নিমিষতে মই বুজি উঠিলো- যে ইয়াৰ প্ৰতিক্ৰীয়া কি ? মানুহে সঁচাই কিমান যুক্তিপূৰ্ণভাবে কথাবোৰ ভাবিব পাৰে। সেইদিনা মোৰ ভাল লাগিছিল যে সঁচাই কিছুমান মানুহৰ বিবেক আছে, মানুহে তৎক্ষণাৎ চিন্তা কৰি আচল ভুলটো উলিয়াই লব জানে। আচলতে যেন মানুহে সকলো জানে- আৰু জনাখিনিক ভুলকৈ ক'লেও যে ধৰা পৰি যায় তাৰ প্ৰমাণ পাইছিলো। অন্তত কোৰাণে যে ইমান উলটা নক'ব তাক তেওঁলোকে ধৰা পেলাই দিলে। মই পঢ়িছিলো- হে নাৰীসকল তোমালোকে তোমালোকৰ গৃহত নেথাকিবা আৰু সজ্জিত হৈ ঘৰৰ বাহিৰলৈ গৈ নিজৰ সৌন্দৰ্য্য আৰু বেশভূষা পৰপুৰুষক প্ৰদৰ্শন কৰিবা যেনেকৈ আধুনীক যুগৰ নাৰীসকলে কৰে। এইদৰে কোৰাৰ লগে লগে সকলোৱে যেন বুজি উঠিল যে মহান পবিত্ৰ কোৰাণে এনেকৈ নক'ব। তেতিয়াই মই কোৰাণক অসম্মান জনোৱা হ'ব বুলি ভাবি আৰু নবলো মই পঢ়া আৰম্ভ কৰি দিলো। তেওঁ দিয়া কোৰাণৰ উদ্ধৃতিটো এনেকুৱা- "হে নাৰীসকল তোমালোকে তোমালোকৰ গৃহত থাকা আৰু সজ্জিত হৈ ঘৰৰ বাহিৰলৈ গৈ নিজৰ সৌন্দৰ্য্য আৰু বেশভূষা পৰপুৰুষক প্ৰদৰ্শন নকৰিবা যেনেকৈ অন্ধকাৰ যুগৰ নাৰীসকলে কৰে"। একেবাৰে সঁচা কথা। তাৰদ্বাৰা এইটো বুজোৱা নাই যে নাৰীসকলে ঘৰত পোটাশালত থকাৰ দৰে বন্দী হৈ থাকিব। স্বামী বা দেউতাক বা ককাই-ভাইৰ সতে বাহিৰলৈ নিশ্চয় ওলাই যাব পাৰিব। অন্ধকাৰ যুগত মানুহ বৰ্ব্বৰ আছিল, অসভ্য আছিল। স্বামী বা ঘৰৰ অইনলোকে বহু কষ্ট কৰি বাহিৰলৈ, নানা কামত গৈ ঘৰলৈ সোনকালে আহিব নোৱাৰিছিল । তেনে অৱস্থাত নাৰীক ঘৰতে থাকিবলৈ কৈছিল। সেই সময়ত নাৰীৰ নিৰাপত্তা সিমান নাছিল, নানা অত্যাচাৰ, ব্যভিচাৰে সমাজ কঁপাই তুলিছিল। আল্লায়ে সকলো জানে- মানুহৰ কি আৰু কেনে অৱস্থা

হ'ব পাৰে। গতিকে এনে বাণী তেতিয়াৰ কথাটো বাদেই আনকি এতিয়াও ভাললৈ ভাবি চালে তাৰ প্ৰাসঙ্গীকতাৰ মূল্য নোহোৱা নহয়। এই কথাই এইটো বুজোৱা নাই যে নাৰী কেৱল ঘৰতে আবদ্ধ হৈ থাকিব। সংঘাটৰ সৃষ্টি হ'ব এইখিনিতে যে যদি কোনো পুৰুষে এই কথাকে মানি মহিলাক ক'তো, কোনো কামতে ওলাবলৈ নিদি ঘৰতে আবদ্ধ কৰি ৰাখে। এটা বেয়া অৱস্থাৰ সৃষ্টি নহবৰ কাৰণে, বেমেজালি নঘটিবৰ বাবে কোৰাণত আল্লাই তেনেকৈ কৈছিল। ইয়াৰ এটা ঐতিহাসীক পটভূমি আছে। এতিয়া কথা হ'ল নিজৰ অৰ্দ্ধাঙ্গীনীক, মহিলাক বাহিৰলৈ ফুৰিবলৈ নিদিয়া সেই পুৰুষজন দায়ী নে নে আল্লাৰ কথা দায়ী তাক আমি চাব লাগে। আকৌ সিটো কথালৈ আহোযে শাৰিটোৰ দ্বিতীয় অধ্যায়ত যি কথা কোৱা হৈছে সেইটো আৰু মাৰাত্মক। আগৰটোত যেনিবা কেৰেটি শিকা বা আমি তাচ্ছিল্য আৰু ঘৃণাৰে কোৱা "দাংৰকাটি" তিৰুতাই কথাৰ চলেৰে যেনিবা সাৰি আহিব পাৰিব। কিন্তু সজ্জিতা হৈ বাহিৰলৈ গৈ নিজৰ সৌন্দৰ্য্য আৰু বেশভূষা পৰপুৰুষক প্ৰদৰ্শন কৰাৰ ফলস্বৰূপে সমাজত কি ঘটি আছে তাক জানো বহলাই ক'ব লাগিব ? আজি পৃথিৱীৰ যতেই নহওক লাগিলে আলিবাটত, মুকলি উদ্যানত, ৰাজহুৱা স্থানত কি ঘটিছে তাক প্ৰকাশ কৰিবৰ বাবে টাবৰীণৰ কণ্ঠও সোচ্চাৰ সৈ উঠিছে। কিন্তু বৰ বৰ ঘৰৰ নীলাভ পৰ্দাৰ আঁৰত সেউজীয়া মজিয়াবোৰৰ ওপৰত থকা সুগন্ধিযুক্ত কোমল শয়ণ কক্ষত দিনে দিনে কি ঘটিছে তাৰ খবৰ জানিও কোনে সাহসেৰে কয় ? বাবা-মুণি যুগৰ পৰা এক বিংশ শতিকালৈ পৃথিৱীত এনে এজন লোক নাই যি নাৰী সৌন্দৰ্য্যত মুহিত হৈ এবাৰ হলেও নোচোৱাকৈ থকা নাই। নাৰী সৌন্দৰ্য্যও আল্লাই দিছে। যি সংযতভাৱে থাকি, নাৰীক মৰ্য্যদা প্ৰদান কৰি, সন্মান কৰি, নাৰীক পুৰুষৰ দৰে, মানুহৰ দৰে জ্ঞান কৰে সি বদনাম নোহোৱাকৈ এগৰাকী মনৰ পচন্দ মতে নাৰীক বিয়া কৰাই সুখৰ সংসাৰ পাতিছে। যি নাৰীক অপমান কৰি, ধৰ্ষণ কৰি, অৱমাননা কৰি বদনামী হৈছে তাৰ কপালত যি কোনো প্ৰকাৰে এগৰাকী মহিলা পৰিবই- যাৰ চৰিত্ৰ আৰু স্বভাৱত অলপকৈ হলেও দাগ আছে।

ধৰ্ম নাৰীৰ অন্তৰায় হ'ব নোৱাৰে। সকলো নাৰীক এইটো সুধিব লাগে যে তেওঁলোকৰ অন্তৰাই কি ? ধৰ্ম নে পুৰুষ ? আৰু এখোপ আগুৱাই গৈ

সুধিব পাৰি যে ধৰ্মই নে নাই ধৰ্মৰ নামত, ধৰ্মৰ গইনা লৈ পুৰুষবোৰে নিজৰ খেয়াল-খুচী মতে এটা মতবাদৰ সৃষ্টি কৰি তাৰ ভিতৰত নাৰীক পেলাই নানা যুক্তি, কৌশল খটুৱাই নাৰীক প্ৰভাৱণা কৰি আছে। এই কথা হয়নে নহয় তাক প্ৰমাণ চাবৰ বাবে নাৰীসকলে ধৰ্ম পুথিসমূহ পঢ়িব লাগে। কিন্তু তাকে মানি নলৈ কেৱল বেদ- কোৰাণক দোষ দি থকাৰ মানসীকতাটোৱে প্ৰকাৰন্তে নাৰী জাতিকে প্ৰতাৰণা কৰি যাবলৈ সুবিধা পাব। তাত কোনো সন্দেহ নাই। গতিকে কোৰাণত থকা "সজ্জিত হৈ ঘৰৰ বাহিৰলৈ - -" কথাসাৰে নাৰীজাতিলৈ কিমান এক মহৎ সাৱধান বাণী শুনাইছে তাক ভাবি চালে গম পোৱা যায়। মনত ৰখা দৰকাৰ যে মানুহৰ কাৰণেহে ঐতিহাসীক যুগ, পটভূমি, আগৰ জামানা বা এতিয়াৰ জামানা বুলি কথা এটা আছে বা থাকিব পাৰে ; কিন্তু আল্লাৰ বাবে, সেইবোৰ নাই। সেই গতিকে আজিও সেইবোৰ কথাৰ প্ৰাসংগীকতাৰ যুক্তি আছে। কিন্তু তাকে বিকৃত কৰি পেলোৱা হৈছে আৰু জোৰ কৰি অপব্যাখ্যা কৰা হৈছে। যদি এইবোৰ কথা মিছা তেন্তে কি বাঘ- ঘোং বা দেও-ভূতৰ বাবে নাৰীক সু-সজ্জিত হৈ বাহিৰলৈ ওলাই আহিবলৈ বাধা দিয়া হৈছে নেকি ? কেৱল পুৰুষৰ বাবেই যে এই কথা আল্লাই কৈছে তাক মিছা বুলি খন্দন কৰাৰ কাৰো হিম্মত নাই। আমি এটা কথা যদি দ'কৈ ভাবি চাও তেন্তে আৰু এটা মহা সত্যৰ সন্ধান পাম যিটো কথাৰ সত্যতা পৃথিৱীৰ কোনো ব্যক্তিয়েই নুই কৰিব নোৱাৰে। কাৰবাবে নাৰীৰ এই নিৰ্য্যাতন ? বাঘৰ বাবে, হাতীৰ বাবে, ঘৰিয়ালৰ বাবে নে সাপৰ বাবে? হয়, এইবোৰ জন্তুৱে পালে নাৰী-পুৰুষ উভয়কে অনিষ্ট কৰিব,. খাব বা ভাল ভাবাত অত্যাচাৰ কৰিব, মৃত্যুমুখত পেলাব,। জীৱন বিপন্ন কৰি নিশেষ কৰিব। কিন্তু তিলতিলকৈ ব্যভিচাৰ, নিপিড়ন, পদদলিত, অৱনমিত, অপমান, লাঞ্চনা, গঞ্জনা নকৰে। এই শব্দবোৰৰ উৎপত্তি হৈছে পুৰুষৰ বাবে, বাঘৰ বাবে, হাতীৰ বাবে, সাপৰ বাবে নহয়, এই জন্তুবোৰে পালে এবাৰত খাই পেলাব, কিন্তু দীৰ্ঘদিন ধৰি একো নকৰে। সিহঁতে মানুহক মনোকষ্ট দিব নেজানে। সিহঁতৰ পৰা অলপ সাৱধান হৈ থাকিলে মানুহৰ কোনো বিপদো নাহিব। কিন্তু মানুহৰ পৰা ? মানুহেই মানুহৰ অন্তৰায় নহয় নে? পুৰুষেই নাৰীৰ অন্তৰায় নহয় নে ? গতিকে আল্লায়ে পুৰুষক কেনে

এটা মজা দিছে ভেওঁৰ বাণীয়ে তাৰ বাবে আমি পুৰুষবোৰেহে বিতুষ্ট হৈ হৈ-হাল্লা লগাব লাগিছিল। কিন্তু কথা সেইটো নহয়। ইয়াৰ মৰ্ম বুজি যদি আমি নিজকে ভাল কৰো ভেতিয়াহে নাৰীৰ বিষয়টো নিকা হৈ ৰব। ইয়াতেই পুৰুষৰ 'মিচ্ ইউজ অব যুথ' বোলা বস্তুটো সোমাই আছে। যি অনুপম, অতুলনীয় যৌৱনক আমি সৎ-ব্যৱহাৰ কৰিব লাগিছিল, সেই যৌৱনক আমি নৰ্দমালৈ, পিতনিলৈ, আলিৰ কাষৰ আবৰ্জনালৈ দলিয়াই দিছো। গতিকে সেই আল্লাৰ কথা কেৱল নাৰীলৈ দিয়া নাই। ইয়াত পুৰুষক কাৰণ বুলি ধৰা হৈছে। নাৰীক ইছলামে যি ধৰণৰ বাধা দিছে সেই বাধাৰ অন্তৰালত এটা কথাই সোমাই আছে আৰু সেইটো হৈছে অবাধে বিচৰণ, ফুৰা-চকা, অকলশৰীয়াকৈ ওলাই নোযোৱা, পৰ্দাৰ মাজত থকা আদি বিষয়ৰ ওপৰত। যি কথাই কোৱা নহওক লাগিলে ঘূৰাই-পকাই সেই একেটা কথালৈকে আহি পৰে। কিন্তু মৌলিক বা জন্মসত্বে থাকিবপৰা অধিকাৰসমূহত বিশেষ জ্ঞা লগোৱা নাই- বিবোৰ আন ধৰ্মত আছে। মুঠৰ ওপৰত সীমাৰ ভিতৰত থাকি সংযত আৰু নিয়ন্ত্ৰণৰ সহায়েৰে চলিব পৰাটোতেই সকলো সোমাই আছে। কাৰণ আল্লায়ে সীমা উলঙ্ঘনকাৰীসকলক ভাল নেপায়। হিন্দু ধৰ্মই বা শাস্ত্ৰই নাৰীক কি কৰিছে তাৰ বিষয়ে কোৱাৰ আমাৰ দৰকাৰ নাই- - কিন্তু ইছলামে যে কোনো অপমানসূচক দৃষ্টিভংগী ৰখা নাই তাক ভাবি চাব লাগিব। জোৰ কৰি ভাবাৰ লাগিভ্যবে, সন্তীয়া সংস্কৃতিৰ আহি লৈ, নাৰী স্বাধীনতাৰ দৃষ্টিভঙ্গীৰে কোনোবাই ক'ব পাৰে, কিন্তু প্ৰমাণ দিব নোৱাৰিব। আৰু অলপকৈ যদি কৰবাত বিসঙ্গতি লাগিছে, খোকোজা লাগিছে তেন্তে তাক এটা কথাৰে আমি মোখনি মাৰিব পাৰো যে সেইবোৰ কথাৰ এটা ঐতিহাসিক পটভূমিৰ ওপৰত নিৰ্ভৰ কৰিছিল বাবে আজিৰ যুগৰ লোকে সততে মানি লবলৈ টান পাই। কিন্তু টান পালেও হব কি আজিৰ পৃথিৱীনো কিহৰ পৰা মুক্ত? আজিৰ সমাজ কি সম্পূৰ্ণকৈ অনৈতিকতা, অৰাজকতা, অস্থিৰতাৰ পৰা মুক্ত নেকি? পৰপুৰুষৰ বিপৰীত ভাবাৰ্থ বা শব্দ হৈছে নিজৰ পুৰুষ বা নিজৰ স্বামী। গতিকে-নিজৰ স্বামীৰ বাবে নাৰীৰ সৌন্দৰ্য্য কেন্দ্ৰীভূত নহৈ এলাল পুৰুষৰ বাবে হ'ব নেকি? তাৰোপৰি ৰচক-পচককৈ যোৱা যিকোনো মহিলাক দেখিলে দেখো আমিয়েই, মহিলাসকলেই মন্তব্য নিদিয়াকৈ

থাকিব নোৱাৰো। গতিকে সদাই যদি এইদৰে সু-সজ্জিত হৈ সৌন্দৰ্য্যবাজী আৰু বেশভূষা আনক দেখুৱাই আকৰ্ষণীয় কৰি ঘূৰি ফুৰে তেতিয়াচোন আমিয়ে বেয়া এটা কৰি পেলাম। আমাৰ হাত, চকু আৰু জিভাৰ জানো কিবা বান্ধোন আছে ? আন্ধাৰ আৰু নিৰ্জনতা বহুতো পুৰুষৰ বাবে পৰম ভাগ্যৰ মুহূৰ্ত্ত, তাতে যদি তেনে নাৰীৰ উপস্থিতি কিবা কাৰণত সহজতৰ হৈ পৰে তেনে কি পৰিস্থিতিৰ উৎভৱ হ'ব তাক সহজে অনুমেয়। সু-সজ্জিতাটো অলপ ভালেই। সুন্দৰ কাপোৰ পৰিধানৰ লগে লগে যিদৰে অৰ্দ্ধউলঙ্গ হৈ আহিবলৈ লৈছে তেনেক্ষেত্ৰত আল্লাৰ কথা অপ্ৰাসংগীক বুলি কোনোবাই কলেই কি সমস্যাৰ সমাধান হৈ যাব নেকি ? আল্লাৰ কথা নেমানো বুলি ক'ব নেলাগে নহয়- কোনোবাই এইবোৰক যদি মুখৰ কথাৰে, লিখনিৰে, বক্তৃতাৰে সমাধান কৰিব পাৰে তেনে ক'বই নেলাগে, আল্লাৰ কথা এনেয়ে মানুহে নমনা হ'ব। সৌন্দৰ্য্য উপভোগ কৰাটো যদি এটা স্বৰ্গীয় কথা হয়, ই যদি এক মানসীক আনন্দ দিয়ে, মানুহৰ অন্তৰ আত্মাক যদি বিমল আনন্দেৰে ভৰাই তোলে, মানুহৰ সত্বাক যদি সুন্দৰতাৰ পিনে ধাবমান কৰাই, মানুহৰ সৌন্দৰ্য্যবোধক যদি জগাই তোলে তেন্তে মানুহে কেনে ধৰণৰ সৌন্দৰ্য্য উপভোগ কৰিব লাগে ? বিশেষকৈ মনোমোহা নাৰীৰ ক্ষেত্ৰত ? নাৰীৰ সৌন্দৰ্য্য নিশ্চয় আমি এক নিৰাপদ দূৰত্বৰ পৰা উপভোগ কৰিলে ভাল হ'ব য'ত নাৰীগৰাকীৰো কোনো ক্ষতি নহ'ব আৰু আমিও এক পবিত্ৰ সৌন্দৰ্য্যবোধৰ সঞ্চাৰৰ মাজেদি এক মৰ্য্যদা সম্পন্ন মানসীক আনন্দত আপ্লুত হম। ঠিক ইমানখিনি ৰক্ষা কৰিব পাৰিলে নাৰী কোনো কাৰণতে অমঙ্গলৰ, সাম্ভাব্য বিপদৰ বলী নহ'ব। তাৰবাবে দৰকাৰ মাৰ্জিত আৰু শালিনতা ৰক্ষা কৰিব পৰা সাজ-পোচাক। তাৰ লগত থাকক প্ৰসাধনৰ নম্ৰ ব্যৱহাৰ, কেশ-বিন্যাসৰ চৌখিন ষ্টাইল, তাতোকৈ বেছি থাওক বিউটী পাৰ্লাৰৰ প্ৰয়োজনীয় প্ৰশিক্ষণ, এই সমূহ সিমান ক্ষতিকাৰ নহয়। ঢাকনি মানুহে নেচাই চাই তাৰ তলত কি আছে। কিন্তু এই বিলাকৰ লগত যদি সাজ-পোচাক বেয়াকৈ পিন্ধে, কেৱল দেহটোক আকৰ্ষণীয় কৰি প্ৰদৰ্শনমুখী কৰে, পৰপুৰুষৰ লোভৰ কাৰণ হৈ পৰে, ই যদি পুৰুষৰ বাবে প্ৰভকেটিভ হৈ পৰে তেন্তে বিপদ আৱস্যম্ভাবী। আমাৰ আই-দাদীহঁতৰ দিনবোৰ ? তেওঁলোক ধুনীয়া নাছিল নেকি, গাভৰু হোৱা

নাছিল নেকি? তেওঁলোকবো সকলো আছিল। আজিৰ দৰে, আজিৰ মহিলাৰ দৰে, যুগ আৰু সময়ৰ দাবী মানি টো তেওঁলোকেও ষ্টাইল কৰিছিল। কিন্তু কাপোৰ-কানি কেনেকৈ পিন্ধিছিল? ইমানেই মার্জিত হৈ, শালিনতা ৰক্ষা কৰি সাজ-পোচাক পিন্ধিছিল যে কোনো পুৰুষৰ বাবে ই চিন্তাৰ কাৰণ হৈ নপৰাছিল। আৰু সেয়ে কোনো বিপদৰো ভয় নাছিল। গতিকে সর্বজ্ঞতা আল্লাই সেই কাৰণেই সেই কথা কোৰাণৰ মাজেৰে কৈ ৰাখিছিল ।

: ভাল হৈছে। কিহে কৰীন আদিত্যাই এইবোৰ কথা লিখিবলৈ ক'ৰপৰা সাহ পালে? বাহ ভাল হৈছে দিয়া।

: ই আমাৰ লগত থাকি একেবাৰে সাংঘাতিক গৈ গ'ল। বিয়েলি ভাল হৈছে।

: আমি পাছত হাত ফুৰাম। এতিয়া আচফিয়াৰ পাল। মাতা তুমি কি লিখি আনিছা? তোমাক অলপতে ওলোৱা দুইনম্বৰ প্ৰবন্ধটো দিয়া হৈছিল?

: হয়, মযো কথা এটা কও যে আদিত্যাই প্ৰথমে কোৱা কথাবোৰ মোৰ ক্ষেত্ৰতো প্ৰযোজ্য হব। কাৰণ মইটো মৌলিক প্ৰবন্ধ লিখা নাই। আনৰ লিখনিবোৰ ৰ সমালোচনা আগবঢ়াইছো। তাক একাদিক্ৰমে আৰম্ভ ক নাই, যেয়াবোৰ কেৱল বাচি উলিয়াইছো যা মোৰ আৰু দহৰ বাবে যিবোৰত সত্যতা কিছু কম আছে সেইবোৰৰ ওপৰতহে লিখিছো। যিবোৰ কথাই আমাক যি ভাবে প্ৰশ্ন কৰাইছে তাৰে উত্তৰ দিছো। মই তেনে পঢ়ি গৈছো। ধৰি ললো টাবৰীণে প্ৰতক্ষভাৱে যেনিবা কোৰাণ সংশোধনৰ কথা কোৱা নাই। তেখেতৰ ওপৰত যেনিবা এটা মিছা ইলজাম লগাবৰ বাবে এইবোৰ কৰা হৈছে। তেনেহ'লে কৈছিল কি? প্ৰবন্ধকাৰৰ লিখনিত পোৱা গৈছে এই বুলি যে ন মে' তাৰিখে কলিকতাৰ "ষ্টেটচ্‌মেন" কাকতৰ তেওঁৰ এটা সাক্ষাৎকাৰ বাতৰি ওলাইছিল। তাত তেওঁক সোধা হৈছিল যে তেওঁ শ্বৰিয়টৰ সংশোধন বিচাৰে নেকি? তেতিয়া তেওঁ কৈছিল যে যিহেতু কোৰাণ লিখোতাই (?) এইবোৰ লিখি গৈছে বা নিয়ম কৰি গৈছে তাক সংশোধন কৰিব নোৱাৰি। তেতিয়া তেওঁক সোঁৱৰাই দিয়া হৈছিল যে ইকবালে মুছলমান আইনক পৰিবর্তন কৰিব পাৰে বুলি কৈ গৈছিল। ই অসম্ভৱ নহয়। আধুনিক সমাজৰ প্ৰয়োজন মতে তা’ক সংশোধন কৰিব পাৰি । তেতিয়া টাবৰীণে কয় যে তেওঁ সক-সুৰা সলনি

নিৰিচাৰে। গোটেই কোৰাণখন সলনি হোৱাটো বিচাৰে। কিন্তু আকৌ এখাৰ মে'ৰ একে কাকততে তেওঁ কৈছিল যে তেওঁ গোটেই কোৰাণখন সংশোধন হ'ব লাগে বুলি কোৱা নাছিল, সলনিৰ কথা কোৱা নাছিল। কাৰণ কোৰাণক সকলোৱে বিশ্বাস কৰে যাবেই তাক সলনি কৰিব নোৱাৰি। "কিন্তু কোৰাণ, বেদ, বাইবেল আদি সকলো ধৰ্ম গ্ৰন্থই সাম্প্ৰতিক কালত অপ্ৰাসঙ্গীক, বহু যুগৰ আগতে ৰচিত গ্ৰন্থতকৈ আমি বহু যুগ পাৰ হৈ আহিলো। তেতিয়াৰ আদৰ্শ আমি মানি চলিব নোৱাৰো- সেইবিলাকৰ বাহিৰলৈ আমি যাবই লাগিব মানৱতাই আমাৰ নতুন বিশ্বাস" বোলা কথাৰ অৰ্থ কি ? চোলা এটা টান বা ঢিলা হৈছে তাক জোখ লৈ প্ৰয়োজন সাপেক্ষে অলপ ইফাল-সিফাল কৰিব লাগে, ঘৰ এটাত বতাহ নোসোমাই বা চাদখন চাপৰ হ'ল বা বেৰ এখন ভাঙি খিৰিকী এখন দিব লাগে। পাঠ্যপুথি বা কাৰ্যালয়ত ব্যৱহৃত বিধি-উপবিধিৰ কিতাপ এখন এমেন্দ কৰিব লাগে সেইবোৰ মানুহে কৰি লয়। কিন্তু ঐশিয় কিতাপ এখন সংশোধন কোনে কৰিব ? ঐশিয় কিতাপ কাৰণে বুলি সংশোধন কৰিব নোৱাৰি সেইটো নহয়, আগে আমাক ভুলটো লাগে, ভুলটো বাছক। তাৰ পাছত দেখা যাব। তাৰোপৰি কিতাপখন সংশোধন কৰিব নোৱাৰিলে বুলিয়ে মূল বস্তুটোটো নেলাগে বুলি ক'ব নোৱাৰো। ক'লেই মূল বস্তুটো অগ্ৰহণযোগ্য বুলি বিবেচিত হ'ব। তেখেতে কৈছে যে তেখেতে কোৰাণৰ সংশোধন বিচৰাৰ কথা কোৱা নাই। কিন্তু তেওঁ যিখিনি কৈছে তাৰ অৰ্থটো এনেকুৱা যে আজিৰ যুগত কোৰাণ, বেদ, বাইবেল মানিব নোৱাৰি। সেইবোৰৰ কোনো প্ৰাসংগীকতা আজিৰ যুগত নাই। সেইবোৰ বহু যুগৰ আগতে ৰচনা কৰা হৈছিল। সেই যুগৰ পৰা মানুহ পাৰ হৈ আহি এতিয়া এই যুগত ভৰি দিছেহি। সেইবোৰ গ্ৰন্থৰ কথা মনা মনিত নাই। তাৰপৰা বাহিৰলৈ ওলাই আহি মানৱতাকেই ধৰ্ম বুলি মানি লৈ বিশ্বাস কৰিব লাগিব। টাবৰীণৰ এনে ধৰণৰ বাগি মৰা, দুটৰপীয়া কথাই সকলোকে পাগল আৰু মূৰ্খ বনাব নোৱাৰে। দুনীয়াৰ লোক ইমান নিৰ্বোধ হৈ যোৱা নাই, যে সকলোৱে তাইৰ কথা বুজি নেপাব। কিহৰ নিৰ্ভীক, সাহসী আৰু নাৰীবাদী লিখিকা? তুমি কোৰাণ সংশোধন হ'ব লাগে বুলি নাই কোৱা বুলি কৈছা আকৌ কৈছা কোৰাণ সাম্প্ৰতিক কালত অপ্ৰাসংগীক, সেইবোৰৰ আদৰ্শ আমাক নেলাগে। তাৰ পৰা

বাহিৰলৈ ওলাই আহিব লাগিব। পৰোক্ষভাৱে তুমি সম্পূৰ্ণ বিসৰ্জন দিয়াৰ কথা কৈছা। ভাল কৰিছা তুমি কোৰাণ নেমানা। বিসৰ্জন দিবা আৰু ঘৰত বহি থাকা। পুৰুষক তুমি গালি পাৰিছা- আমি এবাৰ কথাও কোৱা নাই- কিন্তু কোৰাণত কালিমা সনাৰ অধিকাৰ তোমাৰ আছে বুলি যদি ভাবা আৰু আনেও যদি ভাবে তাৰ বিপৰীতে প্ৰতিবাদ কৰাৰ অধিকাৰো আমাৰ থাকিব। তোমাৰ কথাবোৰে এয়ে প্ৰমাণ কৰা নাইনে যে তুমি কোৰাণৰ সংশোধনেই বিচাৰিছা ? তোমাৰ কথাবোৰ এবাৰ ইটো বুজাইছে এবাৰ সিটো বুজাইছে- দুয়োটাই নিন্দনীয় আৰু অগ্ৰহণযোগ্য। সাংঘাতিক কথা এইটো যে তেওঁৰ কথা ওলোটালেও যাঠী পালোটালেও লাঠি নহে কিম্ভুত কিমাকাৰ এটা হয়- আৰু তাকে লৈ আজি ৰাইজ ব্যস্ত হৈ পৰিছে।

তেওঁক মৃত্যুদণ্ড দিয়াৰ যুক্তি ক'ত তাক মুছলমান নহলে বুজিব নোৱাৰিব। একেবাৰে নোৱাৰে বুলি কোৱাও টান। পাৰিব- যি পঢ়িছে, বুজিছে, অনুধাৱন কৰিছে, হৃদয়ঙ্গম কৰিছে, যি অন্তৰ দি ইছলামক শ্ৰদ্ধা কৰে তেওঁহে বুজিব। অন্ততঃ সমৰ্থক নহ'লেও গাত লাগিব। কাৰ কথা কি বুলি ধৰিব? এপিনে ক'ব যে ইছলামৰ গ্ৰন্থ আদিৰ ওপৰত তেওঁলোকৰ জ্ঞান নাই আৰু এপিনে ক'ব মৃত্যুদণ্ড দিয়াৰ, গ্ৰেপ্তাৰ কৰাৰ যুক্তি নাই। এনে লোকৰ পৰা কোনো দিনে একো আশা কৰিব নোৱাৰি। মাত্ৰ সমাজত কেৰোণ লগাবৰ বাবেই এনে লোকৰ জন্ম। তাৰ বাহিৰে একো নাই। যিটো কথাত জগৰ লগাইছে সেইটো হলে পোহৰলৈ নানে, জগৰ লগোৱাৰ পাছত জগৰটো থাকিবৰ বাবে যিবোৰ কথা কোৱা হয় সেইটোলৈ সমৰ্থন আগবঢ়াই হৈ-হাল্লা বেছি কৰে। গতিকে আমি সকলো কথা পোহৰলৈ অনাৰ আগ্ৰহী। ইছলামৰ বিৰুদ্ধে লিখাবোৰে দুঃসাহিনী, যুক্তিবাদী, অধ্যয়নশীলা, নাৰীমুক্তিকামিনীৰ দৰে উচ্চ মানবিশিষ্ট "বিশেষণ"ৰ পুৰস্কাৰ পায় আৰু ইছলামৰ সাপেক্ষে কোৱা, সংৰক্ষণৰ বাবে মাত মতা, কৌটি কৌটি মুছলমানৰ পৰম বিশ্বাসৰ, পৱিত্ৰ সংবিধানখন যথাস্থানত ৰখাৰ বাবে চেষ্টা কৰাবোৰে পায় মৌলবাদ, ধৰ্মান্ধতা, গোড়ামী আৰু গৰিহণাৰ তিৰস্কাৰ।

এই কথা এনেকৈ ক'লে নহ'ব যে মৌলবাদ কোৰাণ আৰু হাদীছে দিছে। জন্ম দিছে কোৰাণ হাদীছ শুদ্ধকৈ নমনা, মানিব নজনা মুছলমানেহে। কিছুমান

কথাৰ বাবে মৌলবাদ থাকিবও, কিছুমান কাৰণত মৌলবাদে বেয়াও কৰিব। প্ৰতক্ষভাৱে কোৰাণ-হাদীছৰ নীতি-নিয়মক উলংঘা কৰি, সীমা চেৰাই যেতিয়া কু-কাৰ্য্যকলাপ কৰা হ'ব তেতিয়াই মৌলবাদেও ইয়াৰ সচেতন চকু মেলিব। এইক্ষেত্ৰত আমি আন্তৰ্জাতীক ঘটনাবোৰ এৰি সাধাৰণ কথাবোৰৰ ওপৰত চকু দিলেই গম পাম। তেনে কাৰ্য্যকলাপবোৰ হৈছে এনে ধৰণৰ। কোৰাণ-হাদীছৰ অপব্যাখ্যা, পয়গম্বৰক গৰিহণা, তালাক-নিকাহৰ ওপৰত ভুল ধাৰণা আৰু বিভ্ৰান্তিকৰ মতা-মত, পশ্চিমীয়া দেশক অন্ধভাৱে অনুকৰণ কৰাৰ প্ৰৱণতাৰ সাপেক্ষে যুক্তি প্ৰদৰ্শন কৰা, পৰ্দা প্ৰথাৰ বিপৰীতে অশালীন ধ্যান-ধাৰণা, ইউৰুপীয় নীতি-নিয়ম প্ৰবৰ্তনৰ লগতে সাজ-পাৰৰ বদলিকৰণ, সুৰা, নৈশ অনুষ্ঠান, জুৱা আদিৰ বেহা-মেলাৰ বাবে অনুমোদন আদি। এইবোৰ হৈছে ইছলামৰ পৰিপন্থী কথা। কোনোবাই কৰি থাকে বেলেগ কথা। ঘোঁৰাৰ লেগাম কোনোবাই ঢিলা কৰি ঘোঁৰাক কামত লগাইছে, কোনোবাই ঠিকচে হাতত ৰাখি কামত লগাইছে সেইটো পাছ কথা- কিন্তু লেগাম থাকিবই। এইবোৰ কথা উপলব্ধি কৰিবলৈ মোল্লা-মৌলবীৰ দৰকাৰ নাই। নিচেই সাধাৰণ লোকেই সচেতন হৈ মাত মাতিব পাৰে। সেই মাত মতাবোৰ কি মৌলবাদী হৈ যাব নেকি? কোৰাণৰ বাধা-নিষেধক সৰোগত কৰি যিবোৰে এইবোৰৰ প্ৰতিবাদ কৰে, সেইবোৰক কোনোবাই মৌলবাদী আখ্যা দিলেও আমাৰ ক'বলৈ নাই। এইক্ষেত্ৰত দুটামান বেয়া কথাও যে আছে তাক নুই কৰিব নোৱাৰি। নিঃসন্দেহে ইছলাম এটা শ্ৰেষ্ঠ ধৰ্ম। কিন্তু কোনো কোনো লোকে ইছলামক শ্ৰেষ্ঠ ধৰ্ম বুলি ভবাৰ লগতে তাৰ শ্ৰেষ্ঠতা কামেৰে নেদেখুৱাই আদৰ্শ আৰু আহিৰে নলৈ কেৱল মুখেৰে মহলা মাৰি এক অহঙ্কাৰজনীত কথা-কাণ্ডৰ অৱতাৰণা কৰে। ফলত তেওঁৰ অন্তৰত মৌলবাদীৰ দৰে ভাব এটায়ে গা কৰি উঠে। কোৰাণ হাদীছ আৰু পয়গম্বৰ জনাৰ জীৱনৰ বিকৃত কাৰ্য্যকলাপৰ ওপৰত সমূলি জ্ঞান নথকা কিছুমান লেখক বুদ্ধিজীৱীৰ লেখনিও ইয়াৰ অন্য এটা কাৰণ। আনপিনে নিজৰ প্ৰতিপত্তি আৰু স্বাৰ্থ বাহাল ৰাখিবৰ বাবে কিছুমান মোল্লা-মৌলবীয়ে কোৰাণ-হাদীছৰ মূল নীতিৰ পৰা আঁতৰি থাকি তালাক, নিকাহ, পৰ্দা আদিৰ ওপৰত নিজা চিন্তাৰে নিয়মৰ উৎভাৱন কৰি নানা নিপীড়ন, নিৰ্য্যাতনৰ নিদৰ্শন দেখুৱাইছে। সেইসকলক নিশ্চয় বেয়া

লোকৰ আখ্যা দিব পাৰি। মই ঠিক ইমানখিনিকে বিচাৰি পালো। কিবা অবাঞ্ছিত কথা পাইছে যদি দেখুৱাই দিব।

: মূল প্ৰবন্ধটোলৈ চাই তুমি যিখিনি লিখি আনিছা সেইখিনি যথেষ্ট হৈছে। হ'ব দিয়া। এতিয়া কোনে পঢ়িবা ? ৰ'বা মই চাই লওঁ। পাইচো পেপাৰত ওলোৱা এক নং লেখনিটো তোমাক দিছিলো- গঁগেক নহয় ?

: ও মই পঢ়িবৰ বাবে সাজু, হৈছোৱেই। মোৰ বিশেষ ক'ব বা ভাবিব লগা নাই। প্ৰবন্ধটোত অইন বিশেষ ভুল কথা নাই যদিও ধাৰণাসমূহ শুদ্ধ নহয়। মই লিখিছো যে হয় সাহিত্য জাতিৰো দাপোন আৰু সমাজৰো দাপোন। সাহিত্যই সঁচা কথা প্ৰকাশ কৰে। সেই সত্য প্ৰকাশৰ বাবে লোক আকৰ্ষীত হয় আৰু সেই সাহিত্য মহান হৈ জনপ্ৰিয়তা অৰ্জন কৰে। টাবৰীণৰ সাহিত্য মহান আৰু সত্য কাৰণ তেওঁ ধৰ্মৰ কিছুমান মিছা কথা সত্যভাৱে প্ৰকাশ কৰিছে। তাৰোপৰি পুৰুষতান্ত্ৰীক সমাজৰ পুৰুষৰ স্বৰূপ উদঙাই দেখুৱাইছে। হাঁহি উঠা কথা এইখিনিতে হৈছে যে তাৰ মানে কোৰাণ আৰু অইন ধৰ্মত কিছুমান বৰ মিছা কথা সোমাই আছে, সেইবোৰ যেন তেওঁ ভাঙি-চিঙি, টানি-আজুৰি মুখা খুলি, কাপোৰ আঁতৰাই নঙঠা কৰি বিশ্বৰ মানুহৰ আগত দেখুৱাই দিলে। এনে কাম কৰাৰ বাবে তেওঁ যেন সতভাৰ শিবিৰলৈ গুছি গৈছে, পৃথিৱীৰ লোকে যেন এতিয়াহে কোৰাণৰ আচল ৰূপটো দেখিলে আৰু তাৰ বাবে তেওঁৰ সাহিত্য আজি ইমান আদৰণীয় আৰু জনপ্ৰিয় হৈ পৰিছে। কৌটি কৌটি মানুহৰ হৃদয়ৰ দাপোনত এতিয়াহে যেন মুছলমানৰ জাতিয় চৰিত্ৰৰ প্ৰতিবিম্ব বা ক'লা মুখাবোৰৰ প্ৰকৃত ৰূপটো ওলাই পৰিল। ইমান দিনে যেন কোৰাণৰ ভীষণ বেয়া কথাবোৰ যেন মানুহৰ অবিদীত হৈ আছিল আৰু সেইবোৰক এতিয়া জাহিৰ কৰি টাবৰীণে এনে এক অভূতপূৰ্ব কাম কৰি এনে এক মহান সাহিত্যৰ সৃষ্টি কৰিলে যে যাৰ গোটেই সাধনা, অধ্যৱসাইখিনিক "সাহিত্য জাতিৰ দাপোন নামৰ" স্বৰ্গীয় বাণীকান্ত কাকতিদেৱৰ কথাৰে শুভাৰম্ভ কৰা হৈছে। এৰা, এয়েহে সাহিত্য যি কোৰাণৰ, হাদীছৰ বেয়া কথাবোৰ দাপোনত প্ৰতিফলিত কৰালে। টাবৰীণৰ সাহিত্যই জনপ্ৰিয়তা লাভ কৰাৰ একমাত্ৰ কাৰণটো হৈছে যে ধৰ্ম আৰু বিশেষকৈ সেই ধৰ্মটো ইছলাম হোৱাৰ বাবেই যে ই জনপ্ৰিয়তা লাভ কৰিছে তাক মানুহে স্বীকাৰ কৰিবলৈ ৰাজি নহ'লেও

যে আছুল কথা সেইটোৰেই তাক মিছা বুলি ক'ব নোৱাৰি। ধৰ্মক গৰিহণা দিব পৰা যি কোনো লিখনিয়েই মানুহৰ মাজত সদাই প্ৰিয় হৈ উঠে। দিব পৰা যি কোনো লিখনিয়েই মানুহৰ মাজত সদাই প্ৰিয় হৈ উঠে।

'মজ্জা' এখন অতি সহজ-সৰল কিতাপ, তাত কি আছে এটা সৰু ল'ৰায়েও গোটেইখন নপঢ়াকৈয়ে মাজে মাজে যদি অন্তত দহটামান পৃষ্ঠাও মেলি চাই তেন্তে সি কৈ দিব পাৰিব যে তাত মুছলমানে হিন্দুক অত্যাচাৰ কৰাৰ বাহিৰে অন্য একো কথা নাই। কাৰণ আৰম্ভণিৰেপৰা শেষলৈকে গোটেই কিতাপখনত মুছলমানে যিমানলৈকে যাব পাৰে, যিমানখিনি সম্ভৱ হ'ব পাৰে সিমানখিনিলৈকে হিন্দুক অত্যাচাৰ কৰাৰ বাহিৰে অন্য কথা নাই। এটা পাত্ৰত গাখীৰ বা ঘীউ বা মৌ ৰখাৰ পাছত তাত কি আছে বুলি সোধাত তাৰ উত্তৰ যে সেই থকা বস্তুটোৱে হ'ব তাত কোনো সন্দেহ নাই। কিন্তু তাত যে বেয়া বস্তু মিহলি হৈ থাকিব পাৰে তালৈ কাৰো চকু নেযায়। যদি কিবা বেয়া বস্তু আছে তাক ভালকৈ চালেহে লাহে লাহে গম পোৱা যায়। আনৰ বেলিকা বস্তুটো ঠিক তেনেকৈয়ে খাটে। 'মজ্জাত' মুছলমানে নিৰ্বিচাৰে হিন্দুক অত্যাচাৰ কৰা কথাটো বৰ আমোদজনক। পঢ়িলে মনটো ভাল লাগি যাব। কিছুমানে ভাল পায় কিছুমানে খং খায়। তাৰ লগত বেয়া হৈ থকা কথাবোৰ যে সাম্প্ৰদায়িকতাবাদৰ প্ৰসাৰতা, অসৎ লোকৰ হাঁঠিয়াৰ, মানুহৰ অনুভূতিক আঘাট, প্ৰতিজন মুছলমানক ধৰ্ষণকাৰী, হত্যাকাৰী, ধৰ্মবিদ্বেষী বনোৱা, কমিউনিষ্টৰ পলায়নবাদী ভূমিকা, মুছলিম চেমিমক ধৰ্ষণ কৰি হিন্দুবাদী প্ৰতিশোধৰ জয়গান, নিজ মাতৃভূমিক অশ্লীল গালি আৰু দুই দেশৰ লোকে সাম্প্ৰদায়িকতাৰ নামত তৰোৱাল ধৰোৱাৰ প্ৰেৰণা লাভ তথা নানা ষড়যন্ত্ৰ আদিৰ দৰে হ'ব পাৰে তাক কাৰো চকুত নপৰিল। সেইবোৰ হৈছে এখন কিতাপৰ বৰ্ণনা, বা বাস্তৱত কিবা ঘটিছিল নে কি তাক কোনেও নেজানে। আমাৰ ভাবি ভয়ো লাগে যে 'মজ্জা'ৰ ঘটনাবোৰ যদি আমেৰিকাই চেটেলাইট যোগে নেলীত কি হৈছিল তাক দেখাৰ দৰে আমাৰ কেইজনমানে যদি দেখিলে হয়- তেতিয়া যে আমাৰ কি অৱস্থা হ'ল হয় ভাবিবই নোৱাৰি। আনকি 'মজ্জাৰ' ইমান বাহাদুৰি যে আগতে আমাৰ বৰ বৰ লেখকসকলে কিছুমান কথা লিখিবই নেজানিছিল। তাৰ পাছত অলপ দিনৰপৰা 'মৌলবাদ'

নামৰ শব্দ এটায়ে গা কৰি উঠিল। এই কেঁচুৱা পেন্দুকণা শব্দটোৱে মানুহৰ কদৰ আৰু আদৰত শৈশৱ, কৈশোৰ আৰু যুৱক নোহোৱাকৈয়ে চফল ডেকাটো হ'লগৈ। মৌলবাদী বা মৌলবাদ শব্দটো নলগোৱাকৈ আজিকালি কোনেও একো লিখিবই নোৱাৰা হ'ল। এতিয়া শেহতীয়াভাৱে এই পৰ্য্যায় পাইছেগৈ যে মৌলবাদী শব্দটো লিখি শান্তি পোৱা নাই, ক্ষান্ত হোৱা নাই। তাৰ পাছত বন্ধনী দি আৰু এটা শব্দ লগাই দিছে। সেইটো হৈছে "সাম্প্ৰদায়িকতাবাদী"। এইবোৰৰ মাজত বাস্তৱিকতে যে আৰু কিছুমান কথা আছে সেইবোৰৰ বিষয়ে কোনেও নকয়। বিখ্যাত চট্টগ্ৰাম বিশ্ববিদ্যালয় আৰু চি টি কলেজৰ অগণন ছাত্ৰই যে কালীবাড়ি আৰু ৰাজৰাজেশ্বৰ মন্দিৰ ৰক্ষা কৰিবলৈ যে ৰকালত টঙালী বান্ধি ওলাই আহিছিল তাৰ কথা কোনেও নকয়। তাৰবাবে সেই ছাত্ৰসকলে কদৰ্য্য হাতৰ সতে যুঁজ দিব লগাও হৈছিল আৰু ধৰ্ম নিৰপেক্ষতাৰ অৰ্থক বুজি তাক ৰক্ষা কৰিবৰ বাবে ওলাই আহিছিল। বাবৰী মছজিদ ভঙাৰ পাছত ঢাকাৰ ঢাকেশ্বৰী মন্দিৰটো যে মুছলমানে পহৰা দি ৰাখিছিল- অন্য মুছলমানৰ সাম্ভাব্য আক্ৰমণৰ পৰা সেইকথা কোনেও নকয়। এইবোৰ কথা কোৱাত অসুবিধাও আছে। গাখীৰৰ দৰে কথাবোৰত আকৌ কোনোবাই গোবৰৰ দৰে কথা কৈ দিলে জানো ভাল লাগে? 'মজ্জা'ত মানুহ নিমজ্জিত হৈ আছে, মঠ, মন্দিৰ, ঠাকুৰবাৰী, আৰু আমি নাম নজনা হাজাৰ হাজাৰ ধৰ্মীয় অনুষ্ঠান মুছলমানে ভাঙি গৈ আছে। জুই দি আছে, বিগ্ৰহ খহাই গৈ আছে, হত্যা, ধৰ্ষণ, লুণ্ঠন কাৰ্য্য চলি আছে তাৰ মাজতে বাৰু ঢাকাৰ ঢাকেশ্বৰী মন্দিৰটো মুছলমানে প্ৰহৰা দি থকা কথাটো কেনে বিসঙ্গতী, কেনে এক দাৰুন অপ্ৰাসঙ্গীত কথা? কওতা জনকো পাপে চুব। ঠিক আমাৰ ইয়াত যেনেকৈ লাচিত দিৱসৰ দিনা বাঘ হাজৰিকাৰ নাম কোনেও নলয়, শঙ্কৰদেৱৰ শিষ্য চান্দখাঁক চিনি পায়, কিন্তু আজান ফকীৰৰ শিষ্য হৰিদাস কুমাৰ আৰু বেথাই গোৱালাক কোনেও চিনি নেপাই, যি দুজনাই জিকিৰ লিখি গৈছিল, ঠিক সেইদৰে কোনো দিনাই নুশুনিলো বৰটোপৰ দায়িত্বত থকা গোল্লোলা গৰীয়াৰ নাম। গতিকে 'মজ্জা' পঢ়ি ভাল নলগাৰ কোনো কাৰণ নাই আৰু বহু দীঘলকৈ বহু কিবা কিবি লিখিবও পাৰি। অৱশ্যে, অলপকৈ মিঠা সুৰত ভাৰতৰ হিন্দু গোড়ামীকো এচাত দিছে যিটো এসোপা শাকত এটা জালুক

দিয়াৰ দৰে হৈছে। মই আৰু বিশেষ একো লিখা নাই। মোৰ পৰ্য্যবেক্ষণ ইমানেই।

গগৈয়ে কাগজখিনি জুকিয়াই টফচিৰৰ পিনে আগবঢ়াই দিলে। গগৈয়ে চিগাৰেট এটা জ্বলালে। কবীনে টফচিৰৰ পৰা কাগজখিনিৰ দুটামান পাত ললে আৰু বেছ প্ৰত্যয়সানি ক'লে।

: মই এটা কথা মন কৰিছো যে এতিয়ালৈকে যিখিনি পঢ়া হ'ল তাত আমাৰ কোনেও বিশেষ অতিৰঞ্জীত কৰা নাই আৰু কথাবোৰ উগ্ৰও হোৱা নাই। কথাবোৰ সকলোৱে যুক্তিৰেই লিখিছে। মোৰ এইখিনিতে এটা প্ৰশ্ন আছিছে যে আমি উক্ত লেখনিবোৰৰ ভালটো নকম নেকি ? কাৰণ আমাৰ মনতটো বিৰোধ সৃষ্টি কৰাৰ কোনো উদ্দেশ্য নাই। কেৱল আমি আপত্তিজনক কথাবোৰৰ ওপৰত মন্তব্য কৰিছো।

: এই বিষয়ে আমি সকলোৱে লেখনিক যথাস্থানত এটা সন্মান জনাম। এটা এচেচমেন্ট নিশ্চয় কৰিম। এটা কথা একেবাৰে ঠিক যে লেখনিবোৰৰ মাজত যিখিনি ভাল কথা আছে সেইখিনি কিন্তু কোনেও কামত নলগাই। সেইবোৰৰ সকলো পাহৰি যাব। লাগি থাকিব বেয়া কথাবোৰত। তাৰবাবে সতৰ্ক থকাও আমাৰ এটা কৰ্তব্য হ'ব।

: এইবাৰ মোৰ পাল। মোৰ ভাগৰ প্ৰবন্ধটো সৰু গতিকে মোৰ কথাবোৰো সৰু।

চালেহে পঢ়িবৰ বাবে সাজু হৈ উঠিল। টফচিৰে কাগজৰ ওপৰত কিবা এটা মিলাই টিক চিন দিলে আৰু পঢ়িবৰ বাবে ইংগীত কৰিলে। চালেহে পঢ়ি গ'ল।

: মই লোৱা প্ৰবন্ধটো আছিল আঠ নম্বৰ প্ৰবন্ধ। চাই যাব দেই। সাহিত্যৰ আন এটা প্ৰধান বৈশিষ্ট হৈছে বাস্তৱ আৰু কিতাপৰ মাজত যিমানেই ব্যৱধানৰ সীমাৰেখাদাল নোহোৱা হৈ আহিব সিমানেই সাহিত্যই, কিতাপে প্ৰকৃত সাহিত্যৰ সংজ্ঞা দাবীৰ বাবে আপোনা আপুনি মানুহৰ হৃদয়ৰ কাষত আকুতি জনাব, তেতিয়া মানুহে পাহিব যাব কোনবোৰ কিতাপৰ কথা আৰু কোনবোৰ বাস্তৱ জীৱনৰ আৰু সমাজৰ কথা। মানুহে সাহিত্যক তেতিয়া অকপটভাৱে হাতলৈ তুলি লব। একেকাৰ হৈ যায় মানুহ আৰু সাহিত্য। কায়ো মনে বাক্যই সেই

সাহিত্যৰ একমাত্ৰ প্ৰাণ শক্তি। এতিয়া 'মজ্জা'ক বাৰু আমি সেই স্তৰৰ সাহিত্য বুলিয়ে ধৰি ললো। বাস্তববাদী অভিজ্ঞতাৰ সমলেৰে পৰিপুষ্ট এক মনোমোহা সাহিত্য। এটা চৰিত্ৰৰ মাজেৰে প্ৰকাশ কৰিছে বাংলাদেশত এজনো ধৰ্ম নিৰপেক্ষ ব্যক্তি বা সংগঠন নাই। কি কমিউনিষ্ট কি ডেমোক্ৰেটিক্ সকলোৱেই সাম্প্ৰদায়িক। এই কথাই 'মজ্জা'ক বৰ মজবুত কৰিছে। নহ'লে এটা মানুহক হ'লেও আগবাঢ়ি অহা দেখুৱাব লগাত পৰিল হয়। বুদ্ধিমতী, চতুৰা টাবৰীণে জানে যে কাহিনীক আকৰ্ষণীয় কৰি তুলিবলৈ হ'লে অলপ চকুত ধূলি মাৰিব লাগিব। তাৰোপৰি নাৰীৰ যি কোনো সমস্যা আৰু কথা-বতৰাৰ বাবে, পুৰুষক দোষী কৰিবলৈ হ'লে পুৰুষক চাৰিও পিনৰপৰা বান্ধিব লাগিব, এক বেহুৰ তৈয়াৰ কৰিব লাগিব, এটা সুৰুঙা থাকিলেও সিহঁত সেইপিনে ওলাই যাব। গতিকে পুৰুষৰ গাত কালিমা সানিবই লাগিব। সুযোগ দিলে বাবৰী মছজিদে। আলাউদ্দিনৰ চেৰাগ পাই গল যেতিয়া আৰু কোনে পাই। পুৰুষৰ দোষে সোণত সুৱগা চৰালে। মানুহে পঢ়িলে আৰু দেখিলে, হয়- এখন দেশৰ সকলো মানুহে নাৰী সমাজ আৰু সংখ্যালঘুৰ বিপক্ষে অমানৱীয়তাৰ অভিযান চলাই মানুহক, নাৰীসকলক কুকুৰ -গাহৰীৰ দৰে ব্যৱহাৰ কৰিছে। মানুহ নতজানু হৈ পৰিছে কদৰ্য্য মানুহৰ অত্যাচাৰত। সভ্যতাৰ ইমান এক চৰম ক্ষণতো প্ৰতিঘৰ মানুহৰ ঘৰবোৰ এটা এটা গহ্বৰত পৰিণত হৈ পৰিছে। ঘৰে ঘৰে কেৱল মহিলাৰ আৰাও। পোহৰৰ প্ৰবেশক নিষিদ্ধ কৰা হৈছে। এনেবোৰ কথাকে পৃথিৱীক জনাবৰ বাবে তেখেতৰ কলমে গৰজী উঠিছে। আৰু সেইমতে লিখি গ'ল সাহিত্য। সাহিত্যৰ দাপোনত জিলিকি পৰিছে। এখন এশ বছৰৰ আন্ধাৰৰ নিৰ্মম এফাল। বলযাগ্ৰাস সূৰ্য্য গ্ৰহণৰ কবলত দেশৰ আকাশ আক্ৰান্ত। ফলত মানুহে মানুহক বৰ্জন কৰিছে। মুছলমানে হ'লেও এপিনে যিদৰে সত্য(?) কথা লিখাৰ বাবে তেখেতক আদৰি লৈছে আনপিনে সমগ্ৰ দেশৰ মানুহক আঁতৰাই পঠাইছে যেন দেশখনৰ মানচিত্ৰখনকে নাইকিয়া কৰি দিব। কিন্তু ক'তা? দিন পাৰ হৈ যোৱাৰ লগে লগে আমি ব্যৱধানৰ সীমাৰেখাদাল প্ৰকট হৈ অহাহে দেখিবলৈ পালো। সাহিত্য আৰু বাস্তৱৰ মাজত লেশমানো প্ৰভেদ নাই বুলি যি মানসীকতাই জীপ লৈ উঠিছিল তাকটো অকালতে মূৰৰপৰা, ধ্যান-ধাৰণাৰ পৰা বাহিৰলৈ উলিয়াই দিবৰ বাবে সচেতন

হৈ উঠিছো । সকলোৱে স্থিতিক তললৈ নমাই আনিছে । সেই মানুহবোৰ ক'ত লুকাই আছিল ? নে ই এক পূৰ্ব পৰিকল্পিত ব্যৱস্থা ? সেই সাৰপাই উঠা মানুহবোৰ সাহিত্যৰ মাজলৈ কেলৈ নাহিল? সেই মানুহবোৰে সুখময় সুনঞ্জযইতক কিয সুৰক্ষা দিব নোৱাৰিলে? এজনো ভাল মানুহ নোহোৱা উপ-মহাদেশখনত ৰাতিটোৰ ভিতৰতে ক'ৰপৰা মাটি ফুটি এই মানুহবোৰ ওলাল ? ই এটা বিৰাট লিটাৰেৰী চেবটেজ আৰু কৰাপশ্যন । এতিযা টাবৰীণৰ সাপেক্ষে মাত মাতিবৰ বাবে, মৃত্যুদণ্ড, গ্ৰেপ্তাৰী পৰোৱানা উঠাই লবৰ বাবে দলে দলে উকীল, বক্তা, কবি, মহিলা ওলাই আহিছে । আমি কাক ধৰিম? বাস্তৱক ধৰিম নে নাই 'মজ্জা'ক ধৰিম ? সমগ্ৰ মানুহে 'মজ্জা'ক ধৰিছে । 'মজ্জা'ক সাহিত্যৰ , সত্যৰ দলিল বুলি লৈছে । 'মজ্জা'ৰ এটা বাক্যকো অথলে যাবলৈ দিযা নাই। 'মজ্জা'ই সকলোকে স্তম্ভীত কৰিছে । মৌলবাদীৰ চৰিত্ৰ ভৰিৰ আঙুলীৰ পৰা মূৰৰ চুলিলৈকে প্ৰতিফলিত হৈছে। এই প্ৰতিফলনে সকলোৰে চকু, বিবেক আৰু চেতনাক জগাই তুলিছে । মানুহে চাইছে মানুহৰ চৰম অৱক্ষযৰ ছবি। এগৰাকী নাৰীক নহয সমগ্ৰ মানৱতাক নিজ ঘৰৰ মজিযাত নিৰ্বাসন দি মৌলবাদীসকলে নিজৰ চৰিত্ৰ বাহাল ৰাখিবৰ বাবে যি চৰিত্ৰৰ চানেকী দেখুৱাইছে সেইবোৰ নিঃসন্দেহে আপত্তিজনক আৰু ঘৃণনীয । 'মজ্জা'ত টাবৰীণ আৰু তেওঁৰ ঘৰৰ মানুহৰ বাহিৰে গোটেই উপ-মহাদেশখনৰ লোকৰে আচৰণ-বিচৰণ বিদ্যমান। এইখিনিতে এতিযা সংঘাটৰ সৃষ্টি হ'ব যে তাতো মানুহ আছে- তেওঁৰ কাযত, সপক্ষে, হাত মিলোৱা, তেওঁৰ দুখত কান্দিবলৈ অনেক লোকেই আছে। কিন্তু তাই কৈছিল "এজনো" নাই। আমি প্ৰশ্ন কৰিছোঁ কিয এজনো মানুহ নাছিল বুলি কৈছিলা ? তোমাৰ, 'মজ্জা'ক মানুহে দলিল বুলি লৈছিল তোমাৰ দেশৰ বৰ্বৰ মানুহৰ বাস্তৱমুখী দলিল । কেৱল এখন কিতাপ বুলি কোনেও ধৰি লোৱা নাছিল । তুমি সেই মানুহবোৰক কিয এটা পক্ষত ঠিয নকৰালা? ভাল মানুহটো আছিল ? এতিযা বিপদে তোমাৰ চাৰিউপিনে ঘেৰি ধৰিছে। আত্মগোপন কৰিবৰ বাবে তোমাৰ ঠৰকাচুতি হেৰাই গ'ল। তুমি তোমাৰ দেশৰ বিৰুদ্ধে বিষোদগাৰ কৰিছা। মনত ৰাখিবা তোমালোকৰ মানুহবোৰ সকলোতে সিচৰিত হৈ আছে । সিহঁতক এতিয়া তোমাৰ বাবেই আনে অস্ত্ৰ কৰি লব । সাহিত্যৰ মাজেদি

যি ক'লা-বজাৰৰ বেহানি মেলিলা তালৈ এতিয়া আৰু কোনো ভাল গ্ৰাহক নাহে । সাহিত্য ৰচনা কৰোতেই চাব লাগিব ই কিমান বাস্তৱমুখী হৈছে, কিমানেই বা সত্যক সাৰথি কৰা হৈছে। তুমিটো পুৰুষবোৰক খুব কুকুৰৰ সতে ৰিজনি দিয়া! জানাই কুকুৰে ভুকে, কামোৰে, তাৰ তীব্ৰ ঘ্ৰাণশক্তিৰপৰা কোনো সাৰি যাব নোৱাৰে। তুমি যদি চোৰৰ খেল খেলা তোমাকো ভুকিব, কামোৰিব । আমি আগতেই কৈছো যে 'মজ্জা' কিতাপখন অতি ৰসাল আৰু আমোদজনক। পৰধৰ্মৰ নিন্দাসূচক কথাবোৰ জানি আমাৰ বৰ ভাল লাগে । সাহিত্য একাডেমীৰ পৰা আৰম্ভ কৰি জ্ঞানপীঠ পোৱা কিমান কিতাপ আছিল তাৰ অনুবাদৰ আৱশ্যকতাৰ বিষয়ে কোনেও নেভাবিলে। কিন্তু 'মজ্জা'ই সেই ঠাই অধিকাৰ কৰিলে। স্পৰ্শকাতৰ বিষয়বস্তুৰ ওপৰত কাজিয়া কৰিবলৈ মানুহৰ তেজে সদাই পিৰপিৰাই থাকে। ইয়াত স্ব- ধৰ্মৰ খোচনাম আৰু শ্ৰেষ্ঠতাৰ ভাবাবেগ এটা সদাই সোমাই আছে। সেয়ে পৰধৰ্মৰ চৰ্চা আমাৰ বাবে এটা অতি আমোদজনক বিষয়। প্ৰেৰণা, উৎসাহ, প্ৰতিশোধ আবেগ আৰু ষড়যন্ত্ৰ এইবোৰ সাৰ পানী। যেতিয়া সুযোগ আহি পৰে তেতিয়া মানুহে কামত লগাই দিয়ে। তাৰোপৰি মৌলবাদী আছে বুলি স্বীকাৰ কৰি লোৱাৰ পাছত মৌলবাদীক শক্তিশালি কৰি তোলাৰ কোনো যুক্তি নাছিল । এখন দেশৰ আভ্যন্তৰীণ শান্তি-সম্প্ৰীতি বিঘ্ণীত হ'লে ওচৰৰ দেশত ইয়াৰ প্ৰভাৱ পৰে । বাস্তৱ বৰ নিৰ্মম, নিষ্ঠুৰ আৰু সঁচা। কিতাপত এজন বা দুজন সুষময়, সুনঞ্জয় ভাৰতলৈ আহিছে তাৰ ঠাইত তেওঁলোকৰ এদাল চুলিৰ বিপৰীতে দহ হাজাৰকৈ লোক ভাৰতলৈ আহিছে। এনেবোৰ হৃদয় বিদাৰক ঘটনাৰ তদাৰক কোনে কৰিব.? এই সাহিত্যত আমূল পৰিবৰ্তন, সমস্যাৰ পাহাৰ খহাই পেলোৱাৰ, দুৰ্গম পাহাৰৰ বিপৰীতে, সুন্দৰৰ আলি বাটৰ, মহিলাৰ বুকু ভঙা কান্দোনৰ শব্দ, জীৱনজোৰা সীমাহীন দুখ-কষ্টৰ ওৰ পেলোৱাৰ নিজ মাতৃভূমিৰ জন্মাধিকাৰক সু-দৃঢ় ভেটিৰ ওপৰত প্ৰতিষ্ঠা কৰাৰ কোনো ব্যৱস্থা নাই। এনে সাহিত্য ডেচট্ৰাক্টীভ ইলিমেন্ট বেছি। গঢ়াৰ কোনো উপাদান নাই । মই ঠিক ইমানখিনি কথাকে পাইছোঁ ।

: চালেহে এটা নতুন দিশ আমাৰ চকুৰ আগত দাঙি ধৰিছে। কথাটো চাবলগীয়া। 'মজ্জা' ক কিতাপ বা সাহিত্য বুলি গ্ৰহণ কৰিলেও সেই কথাটোক

ভুল ভাবেই গ্ৰহণ কৰিব লাগিব আৰু সাহিত্য বুলি নধৰি বাংলাদেশৰ মানুহৰ এখন বাস্তৱমুখী সংবাদধৰ্মী চিত্ৰৰ প্ৰতিফলন বুলি গ্ৰহণ কৰিলেও সেই একেটা ভুলকে গ্ৰহণ কৰিব লাগিব। তাত এজনো ভাল মানুহ নাই বুলি এক ঐতিহাসীক মন্তব্য কৰাৰ পাছত এতিয়ানো ( মানুহগাল ক'ৰপৰা ওলাল যিবোৰে টাববীণৰ পক্ষত মাত মাতিছে ? এই মানুহবোৰৰ মাত্ৰ দুজনমান 'মজ্জা'লৈ আনিব লাগিছিল। সাহিত্যৰ এটা ছাকি থাকিব লাগে। সকলো শেষ হৈ যোৱাৰ পাছত সেই সাহিত্যখিনিকে পোহৰাই ৰাখিবৰ বাবে সকলো সাহিত্যৰ এটা ছাকি থকা দৰকাৰ। তেনে এতিয়া পঢ়িবলৈ আছে কবীনে। আমি আশা ৰাখিছো কবীনে আমাক আৰু ন ন কথাৰ সন্ধান দিব। আশা কৰো কবীনে পঢ়া আৰম্ভ কৰিব।

: আমি হলে কোনেও বিয়া-চিয়া পতা নাই। মই যিটো প্ৰবন্ধৰ ওপৰত লিখিছো তাত বৈবাহীক জীৱনৰ বহু খুটি-নাতি সোমাই আছে। সেইবোৰ সঠিকভাৱে উপস্থাপন কৰা বৰ কঠিন। কোনোবা অভিজ্ঞ লোকক এই বিষয়ে নুবুজিলে সোধা ভাল হ'ব। মোৰ ভাগৰ প্ৰবন্ধটো আছিল পাচ নম্বৰৰ। এগৰাকী মহিলা প্ৰবন্ধকাৰৰ। মই লিখিছো যে কম-বেছি পৰিমাণে প্ৰতিজন পুৰুষ নাৰীয়ে বুজাবুজিৰ অন্ততে বিয়াত বহে গতিকে বিয়াৰ পাছত সকলোৰে ইজনৰ প্ৰতি সিজনৰ আবেগ, মৰম, প্ৰেম, সন্মান আদি থাকিবই আৰু তেনেকৈয়ে সংসাৰ কৰি জীৱনৰ বাটত খোজ দিয়ে। মাজে মাজে দুই এটা মনৰ অমিল হ'লে সামান্যভাৱে খোতা-মোজা লগাটো একেবাৰে স্বাভাৱিক কথা। কিন্তু নাৰীৰ ক্ষেত্ৰত যেতিয়া সাংঘাটিকভাৱে বদ অভ্যাসে আৰু নানা দোষে গা কৰি উঠে তেতিয়া সেই স্বামীয়ে নাৰীৰ কাষত টিকি থাকিব নোৱাৰে। ঠিক তেনেকৈ পুৰুষৰ ক্ষেত্ৰটো হ'ব পাৰে। পুৰুষবো যদি বেয়াখিনি বেছিকৈ আছে তেতিয়াও নাৰীয়ে সেই পুৰুষৰ কাষত জীয়াই থাকি সংসাৰ কৰিব নোৱাৰে। বিয়া আৰু সংসাৰৰ ক্ষেত্ৰত টাববীণৰ অভিজ্ঞতা তিতা-কেঁহা। এই ক্ষেত্ৰত মানুহে যি বুলিয়ে নেভাৱক টাববীণৰ চৰিত্ৰৰ উমান নোপোৱাকৈ থকা নাই। তাইৰ ব্যক্তিগত জীৱন সাংঘাটিক খহতা, খেয়ালী, জেদী আৰু খংময়। কিন্তু তাৰ চৰিত্ৰ আৰু প্ৰকৃতিৰ বিষয়ে একো নেজানো। তাইৰ মতেৰে তাই কোৱাৰ দৰে পুৰুষবোৰ নাৰী স্বাধীনতা বিৰোধি। কিন্তু কোন

ক্ষেত্ৰত তাৰ কোনো প্ৰমাণ আমি অদ্যপৰিমিত পোৱা নাই। মাত্ৰ এজন পুৰুষ পৰনাৰী গমনত সিদ্ধহস্ত বা বেশ্যালয়লৈ যোৱাৰ বিষয়ে জানো ; যাৰবাবে তেওঁৰ চিফিলিচ হৈছিল। তিনিজন পুৰুষৰ বিৰুদ্ধে তাই একেটা অভিযোগেই আনিছে। কিন্তু সেই পুৰুষ কেইজনৰ বিষয়ে, মানুহ বা পুৰুষ ৰূপে তেওঁলোক কেনে তাক জনাৰ কোনো উপাই আমাৰ হাতত নাই। কিন্তু তুলনামূলকভাবে টাবৰীণৰ বিষয়ে আমি জানো। গতিকে তিনিজন পুৰুষৰ কাষত তাইৰ ভূমিকাই যে জগৰীয়া সেই কথা তাই প্ৰকাশ কৰা কথাৰ সুৰ, ভাবাৰ্থ আৰু বিবৃত্তিবোৰৰ পৰাই প্ৰমাণ কৰিব পাৰি। বিয়া মানে দাসত্বৰ শিকলিৰে বন্ধা বুলি কৈ সংসাৰৰ সৰু-সুৰা প্ৰতিটো কামক তাই অৱজ্ঞা, অৱহেলা কৰি যাব বিচাৰে। বিয়া নামৰ ন্যায়সঙ্গত সামাজিক বান্ধোনৰ মাজলৈ তাইক সোমাবলৈ লাগে, কিন্তু সংসাৰখনক মধুৰ কৰি ৰাখিবৰ বাবে যি 'মানসীক' আৰু শাৰীৰিক পৰিশ্ৰম আছে, যি অলপ নীতি-নিয়ম আছে, যি অলপ পৰম্পৰা আছে সেইখিনি কিন্তু মানি লব নোখোজে। বিয়াৰ আগত কুমাৰী জীৱনত যি স্বাধীনতা নাৰীৰ থাকে সেই স্বাধীনতা বিয়াৰ পাছত অলপ বাধাগ্ৰস্ত নোহোৱাৰ উদাহৰণ পৃথিৱীৰ কোনো পৰিয়ালত নাই। নতুন এখন ঘৰলৈ এজনী ছোৱালী আহে, তাত সকলো কথাই নতুন, এনেকি খোদ স্বামীজনেই একেবাৰে নতুন, লাগিলে যিমান দিনৰে চিনাকী নহওক। সেইখিনি চম্ভালি লৈ লাহে লাহে বুজি উঠিবলৈ চেষ্টা কৰিলেও সকলো সময়ত ঠিক হৈ যায়। ছোৱালী দৰাৰ ঘৰলৈ নাহি ল'ৰাও যদি কইনাৰ ঘৰলৈ অহাৰ নিয়ম হ'লহেঁতেন- সেই ল'ৰাৰ ক্ষেত্ৰতো একেটা কথাই হ'লহেঁতেন। এই কথাবোৰত বা এনে ধৰণৰ নৈমিত্তিক ঘটনাবোৰৰ বাবে এগৰাকী নাৰী কেতিয়াও দাসী হৈ যাব নোৱাৰে। শিকলীৰে বান্ধ খায়ো যাব নোৱাৰে। এই কথাবোৰে নাৰী জীৱনকে বাধাগ্ৰস্থ কৰি তুলিব। এইবোৰতকৈ বিয়াৰ পাছত আৰু বহু ডাঙৰ ডাঙৰ কথা আহি যাব পাৰে যিবোৰৰ বাবে সঁচাই এগৰাকী নাৰীয়ে সকলোবোৰ হেৰুৱাব পাৰে। সেইবোৰহে আচল নাৰী সমস্যা আৰু সেইবোৰৰ ওপৰতহে জোৰ দিব লাগে। সেইবোৰ এনে ধৰণৰ হ'ব পাৰে যেনে- কঠোৰ পৰিশ্ৰম, জিৰণীবিহীন জীৱন, ফুৰা-চকাৰ বিপৰীতে বন্দী জীৱন, নিজৰ ৰুচী-অভিৰুচীৰ ওপৰত স্বামীৰ ঘৰৰ লোকৰ অহেতুক নিয়ন্ত্ৰণ, সভা-সমিতি, সংগীত নাটকৰ প্ৰতি ৰাপ থকা মহিলাক অংশ

গ্ৰহণ কৰাৰ পৰা বিৰত ৰখা, পঢ়া-শুনা কৰাত বাধা নিষেধ, শহুৰ-শাহুক চোৱা-চিতা কৰাৰ নামত স্বামীৰ ঘৰতে আজীৱন কটোৱা- যদিও স্বামীয়ে দুৰ্ণীত চাকৰি কৰে, শিক্ষীতা মহিলাক চাকৰি কৰিবলৈ অনুমোদন নজনোৱা, মুকলিমূৰীয়াকৈ চিন্তা-চৰ্চা কৰাৰ সম্পৰ্কে বাধা প্ৰয়োগ আদি। তাৰোপৰি এজন স্বামীৰ কাষত এনে কিছুমান কথা জড়িত হৈ আছে যে যদি সেইবোৰ স্বামীজনে স-হৃদয়তাৰে বিবেচনা নকৰে তেন্তে নাৰীগৰাকীৰ সকলো স্বাধীনতা খৰ্ব হৈ যাব পাৰে। কিন্তু দেখা যায় টাৱৰীণৰ কাজিয়াবোৰ নিশ্চয় সৰু সৰু কথাৰপৰা আৰম্ভ হয়। স্বামীৰ চোলা এটা ধুই দিয়াৰ পৰা আৰম্ভ কৰি মূৰটো পিটিকি দিয়ালৈ ইমান সামান্য কথাবোৰ যদি তাই নাৰী সমস্যা বা স্বাধীনতাৰ বিপন্ন হোৱাৰ কাৰণ বুলি ধৰি লয় তেন্তে অন্য কথাবোৰৰ বাবে যে জুই নজ্বলাকৈ জীৱন অতিবাহিত হব তাক কল্পনা কৰাই মানুহৰ পক্ষে সম্ভৱ নহয়। এইক্ষেত্ৰত যে পুৰুষৰো দোষ নাই তাক আমি নেভাবো। কিছুমান পুৰুষে অনবৰতে ঘৈণীয়েকৰ ইতৰ দোষ ধৰাত ব্যস্ত হৈ থাকে। তেনেবোৰ পুৰুষে নিজৰ চিন্তা-চৰ্চা কোনো ভাল কামত নলগাই কেৱল ঘৰুৱা সংসাৰখনৰ তুচ্ছ কথাবোৰতে লাগি থাকি পুৰুষ নামৰ মদমত্ততাখিনি প্ৰকাশ কৰি ভাল পায়। কিন্তু এনেবোৰ কাজিয়াৰ বাবে নাৰীয়েই যে প্ৰথমে অশান্তিৰ বীজ ৰোপণ কৰে তাত কোনো সন্দেহ নাই। যিমানেই সুন্দৰ ভাষাৰে দৰদ সানি, গল্পসুলভ মনোবৃত্তিৰে কথাবোৰ নিলিখক লাগিলে, টাৱৰীণৰ চৰিত্ৰৰ একমাত্ৰ ঘাই দোষটো হৈছে- অবাধ মিলা-মিচা আৰু বিচৰণৰ পূৰ্ণ স্বাধীনতা। ই এজোপা গছৰ ঘাই শিপাৰ দৰে কাম কৰি আছে, যেতিয়াই অকণ সাৰ-পানী পোৱাত হীনদেৰি হৈছে তেতিয়াই তাই বিদ্ৰোহীনি হৈ উঠিছে। তিনিজনকৈ পুৰুষৰ সতে তাই জীৱন নিৰ্বাহ কৰিব নোৱাৰাৰ কথাটোৱেই হৈছে এইটো। সকলো বুজাপৰাৰ মাজেৰে এজন স্বামীয়ে তেওঁৰ সকলো দোষ, কলুষ-কালিমা সংশোধন কৰি ললেও, বিবেকবান হ'লেও, নাৰীক কিছু স্বাধীনতা দিলেও এটা বস্তু কিন্তু দিব নোৱাৰে- সেইটো হৈছে অবাধ মিলা-মিচা আৰু বিচৰণৰ পূৰ্ণ স্বাধীনতা। সেইমতে নাৰীগৰাকীয়েও স্বামীক দিব নোৱাৰে। এইখিনিতে বাহিৰত ঘূৰি ফুৰিব লগা হয় বুলি, চাকৰি-বাকৰি কৰে বুলি, সামাজিক কামত পুৰুষে বেছিকৈ ঘূৰি ফুৰিব লাগে বুলি, কিছুমান কাৰণ দেখুৱাই পুৰুষে এই

স্বাধীনতাৰ সোৱাদ অলপ বেছিকৈ ভোগ কৰি আছে। কিন্তু নাৰীগৰাকীক এনে স্বাধীনতা দিবৰ বাবে কোনো পুৰুষেই প্ৰস্তুত নহ'ব। নাৰী স্বাৱলম্বী হওক, নিৰ্ভীক হওক, শিক্ষিতা হওক, চাকৰিয়াল হওক, সাহিত্যিক হওক, গায়িকা হওক, নৃত্যপটিয়সী হওক, সমাজসেৱীকা হওক, অধ্যাপিকা হওক, পাইলট অফিচাৰ হওক, আৰক্ষী বিভাগৰ উচ্চ পদাধিকাৰীণি হওক, পৰ্বত আৰোহণকাৰিণী হওক মুঠৰ ওপৰত যিয়েই নহওক লাগিলে তেওঁক এই অবাধ মিলা-মিচাৰ স্বাধীনতা, প্ৰাপ্য বস্তুৰ দৰে, জন্মস্বত্বৰ দৰে, ন্যায়সঙ্গত অধিকাৰ বুলি দাবী কৰি লাভ কৰিব নোৱাৰে। এইদাল শিকলি পুৰুষৰ নিজা বস্তু। জোৰ কৰি যদি কোনোবাই গুলাই গৈছে তাতে সৃষ্টি হৈছে দ্বন্দ-খৰিয়াল উশৃঙ্খলতা, বিশৃঙ্খলতা আৰু কত কি ?

এইটো প্ৰবন্ধত মই দেখিবলৈ পাইছো যে লেখিকাগৰাকীয়ে নাৰী স্বাধীনতাৰ অনুমোদন সম্পৰ্কে একো কোৱা নাই বাবে আমাৰ অন্য অভিমত প্ৰকাশ নকৰো। পাছলৈ ইয়াৰ আলোচনা ৰাখিছো।। এটা কথা এনেকৈ ক'লেই ভাল হ'ব যে- কোনো পুৰুষেই টাবৰীণক নতুনকৈ ঘৰ পাতিবলৈ নিদিলে নহয়, পতা ঘৰখন চলাই যাবলৈ নিদিলে।। কাৰণ চৰিত্ৰৰ সতে জড়িত হৈ থাকে মন, ধাৰণা, অনুভূতি আৰু লোভ।। এইবোৰৰ সমষ্টিয়েই হৈছে চৰিত্ৰ। যেতিয়া ইয়াৰ কোনোবা এটাই তীব্ৰভাৱে অসুখত পৰে তেতিয়াই বাকীবোৰকো তাৰ ফলিয়াকৈ কাম কৰিবৰ বাবে আহ্বান জনাই। যেতিয়া গোটেইবোৰে সহাৰি দি গুলাই আহে তেতিয়াই খং, অভিমান, হিংসা, হতাশা, উচ্চ আকাঙ্খ্যা আদিৰ দৰে ৰিপুবোৰৰ জন্ম হয় আৰু দলবদ্ধ হৈ ই কামত লাগি যায়। একমাত্ৰ বিবেকেই সিহঁতৰ কাজিয়া ভাঙিব পাৰে। আমি এটা অনুমান কৰিছো- কথাটো টাবৰীণৰ ক্ষেত্ৰত সত্য নহ'বও পাৰে। কিন্তু কিছুমানৰ ক্ষেত্ৰত হয়। এনে কিছুমান কথা লেখক, সাহিত্যিক আৰু গায়ক আদিৰ ক্ষেত্ৰত সম্ভৱ হয়। দুটা জীৱন- ব্যক্তিগত জীৱন আৰু আনৰ জীৱন। কেতিয়াবা আনৰ জীৱনৰ দুখক বুভলি আনি নিজৰ জীৱনৰ সতে মিলাই অঙ্কিত কৰে এখন বেদনা বিধোৰ ছবি, নিগৰাই দিয়ে এটা বিপ্লৱী গীত বা এটা নিভোল কবিতা। এইবোৰ সৃজনী প্ৰতিভাৰ ভিতৰত পৰা কথা।। আনে যেতিয়া একো কৰিব নোৱাৰে সেইখিনি কৰি দিয়ে গায়ক- সাহিত্যিকে। এশ জনৰ বুকুৰ বেদনাক

প্ৰতিনিধিত্ব কৰে এজনে। মানুহে ভেতিয়া ধৰিব নোৱাৰে সেই দুখ-বেদনা, যাঁত্ৰণা সঁচাকৈয়ে কাৰ? আনৰ নে সেই লেখক গায়কৰ ব্যক্তিগত জীৱনৰ? যাৰ জীৱন বেচ বৰ্ণাঢ্য, অভিজাত্য, উচ্চ শিক্ষাৰে শিক্ষিত, পৰিবেশ যাৰ আধুনিক, অত্যাধুনীক আৰু চচ্ছল, এটা মেধা শক্তিৰে যি সকলো কথা চালি-জাৰি চাব পাৰে, যাৰ সংগীবোৰ উত্তম আৰু প্ৰগতিবাদী, যাৰ সম্পৰ্ক উপ-মহাদেশখনৰ কবি সাহিত্যিকৰ সতে, যাৰ চেতনাত অনন্ত যুক্তিৰ গুণগুণনি তেনে টাবৰীণৰ জীৱনৰ কোনটো সুৰুঙাৰে এই লম্পট পুৰুষবোৰে আত্মপ্ৰকাশ কৰিলে? তেনে বস্তিত বাস কৰা মৈমনসিং, ঢাকা পাতনাৰ আলীয়ে-গলীয়ে ঘূৰি ফুৰা নিৰ্বোধ পিচপৰা মহিলাৰ সতে কিহৰেই বা প্ৰভেদ থাকিল? তুমিয়ে লিখিলা, লিখি জুইকুৰা লগালা এতিয়া তুমিয়ে ৰাজপ্ৰাসাদৰ কোনোবা কোঠাত! তোমাৰ কথামতে মহিলাসকলে আন্দোলন কৰিবলৈ ওলাই আহিব কিমতে? তুমি যদি পাচোতা কথাত হাৰিছা সেইবোৰ মানুহে এশটা কথা হাৰিব। টাবৰীণৰ বাবে ই চৰম ট্ৰেজেডীৰ কথা। বেছি দিন ধৰি ভাবি থাকিবলৈও আমনি লাগে যে এইবোৰ আচলতে কাৰ ঘটনা? যদি সহস্ৰ জনৰ কথাকে প্ৰতিনিধিত্ব কৰিছা তেন্তে যুক্তিৰ আঁচনি কত? আমি ভাৰতত বা অসমত থাকি পোৱা কথা যে গণধৰ্ষণৰ কথা বাদ দি, যি স্বাভাৱিকভাৱে সংসাৰ কৰিছে তাৰ ভিতৰত কিছুলোকৰ ক্ষেত্ৰতহে একাধিক পুৰুষে সৰ্বস্ব লুটি নিয়াৰ কথা সদৰি হয়। তাকো যদি কোনো দালালে, অসৎ ব্যক্তিয়ে অৰ্থলোভৰ আশাত এগৰাকী নাৰীক বাৰে বাৰে আনৰ ওচৰত বিক্ৰী কৰে। ধূলি জোকাৰি থিয় দিয়া, খোজ কঢ়া, দৌৰা, চিৰি ভাঙি উঠা-নমা কৰা অৰ্থাৎ সকলো কাম-বন কৰি, গতানুগতিকভাৱে এতিয়াও জীয়াই থকা এইবোৰ সাহ্যৰসৰ কথা। তাকে নকৰি আৰু কি কৰিবা। এনেবোৰে নিজৰ আৰু দহগৰাকী মহিলাৰ কোনো সমস্যাই সমাধান নকৰে, আন মহিলাই কি কৰিব.? তোমাৰ দৰেতো আন মহিলাসকল নহয়। এনেকৈয়ে কথাবোৰ প্ৰকাশ কৰিলে প্ৰতিবাদৰ শক্তি দুৰ্বল হৈ যায় আৰু সহস্ৰ দুখীয়া, নিচলা, নিৰক্ষৰ নাৰীয়ে প্ৰতিবাদ কৰিবলৈ এৰি দি সমস্যাবোৰ এনেয়ে এৰি দিব। নাৰীবাদী কণ্ঠৰ এনে দুৰ্বল সোচচাৰতা অক্ষমনীয়। আমি আগতেই কৈছো যে তোমাৰ সকলো আছে। "সৰ্বস্ব লুট কৰি নিম্ব" হোবাৰ পাছতো তোমাৰ জীৱন বে-চেহাৰা হৈ নপৰে। তুমি নানা কামত

বাস্ত হৈ পৰিব পাৰিবা। কিন্তু 'দহগৰাকী সৰ্বহাৰা নাৰীয়ে একো কৰিবলৈ একো নেথাকিব। উপায়ন্তৰ হৈ তেওঁলোকেও ই সাধাৰণ ঘটনা বুলি এৰি দিব। বান্ধোনৰ মাজত সোমাই থকাৰ পাছত তোমাৰ এনে ঘটনাৰ বাবে সেই তিনিজন স্বামীক তোমাৰ সান্নিধ্যত থকাৰ পাছতো একো ব্যৱস্থা কৰিব নোৱাৰিলা, কিন্তু যিবোৰক নুকলিমূৰীয়াকৈ, অচিনাকী যুৱক পুৰুষে ধৰ্ষণ কৰি সকলো লুটি নি নিঃস্ব কৰে তেওঁলোকে কি কৰিব? এইবোৰ কথা এনেভাবে সাহিত্যৰ আকাৰত লেখি আনৰ সহানুভূতি, অনুকম্পা আদায় কৰাৰ অৰ্থে কাম কৰিলে সমগ্ৰ নাৰী জাতিৰ বাবেই অশেষ ক্ষতি হ'ব। কঠোৰ হাতেৰে ব্যৱস্থা লৈ তাৰ পাছত কোৱা যে তুমি বাছি আছা, এতিয়া নিজৰ ভৰিৰ ওপৰতে থিয় দিছা, খোজ কাঢ়িছা, দৌৰিছা, চিৰি ভাঙি উঠিছা, নামিছা কিন্তু লগে লগে সেই পুৰুষক ধাৰাশায়ীও কৰিলা, পিতালা, পুলিচত দিলা, বিচাৰৰ কাঠগড়াত থিয় কৰালা। এখন সমাজত তোমাৰ দৰে এনেকৈয়ে জীয়াই নেথাকে এনেকৈয়ে স্বীকাৰোক্তিও নকৰে- যদি পাৰা ব্যৱস্থা লোৱা নহলে গোপনে ৰাখা। এইবোৰ পুৰা মাত্ৰ'ই নিৰুৎসাহ আস্ফালন।

বীদ্ৰ বেশ্যালয়লৈ যায়। তুমি তেওঁক বিয়া কৰালা তেওঁৰ চিফিলিটিক আলচাৰ হ'ল আৰু পুনৰ বেশ্যালয়লৈ যোৱা আৰম্ভ কৰিলে। তুমি ধৰ্মপুথিক ঠাট্টা-তাচ্ছিল্য কৰি কৈছা যে যদি কোনো ব্যক্তিয়ে সঙ্গম কৰিবৰ উদ্দেশ্যে স্ত্ৰীক আহ্বান - - - - - । তুমি জানানে ধৰ্মপুথিত এই ব্যৱস্থা কিয় কৰা হৈছিল? তাৰ উত্তৰ এইটোৱেই হব যে তোমাৰ বীদ্ৰৰ দৰে স্বামী- পুৰুষবোৰে তোমাক বিয়া কৰোৱাৰ পাছতো এনে কু-কাৰ্য্যৰ বাবে পুনৰ বেয়া ঠাইলৈ যাব যাতে নোৱাৰে, তাৰবাবে। যৌৱনৰ জুই অতি সাংঘাটিক। তাক প্ৰসমীত কৰাৰ অন্তৰালতে সোমাই আছে সমাজত বেয়া কাৰ্য্য-কলাপৰ সংগঠন নোহোৱা আৰু সংঘটিত নোহোৱা। যৌন ক্ষুধা নিবাৰণ কৰাই বৈবাহীক জীৱনৰ অন্যতম ব্যৱস্থা। কিন্তু তাক গৰু-পশুৰ দৰে নহয়। শৃঙ্খলাবদ্ধভাৱে। তোমাৰ আপত্তি অসুবিধা থাকিলে তাক ব্যক্ত কৰিব লাগিব। কিন্তু স্বাধীনতাৰ নামত সেইটো বাতিল নহ'ব। এই আপত্তিয়ে স্বাধীনতাৰ সংজ্ঞাক মজবুত কৰা নুবুজাই। ধৰ্মৰ কথা পৃথিৱীত এজনৰ বাবে দিয়া নাই- দিছে গোটেই মানৱ জাতিৰ বাবে। কাৰোবাৰ নহয় কাৰোবাৰ বাবে ই প্ৰযোজ্য হ'বই। এই কথাটোক যদি পৃথিৱীৰ

সকলো নাৰীয়ে আপত্তি জনাই তেন্তে তাৰ পাছৰপৰা কি হ'ব? সকলো মানুহটো একে নহয়? কথাটো ক'ত লাগি আছে চোৱা যাওঁক। এনে কথাৰ বাবে বীদ্ৰৰ দৰে এজন কবিয়ে কৰিছে তেনে আনলৈ আৰু কিবা থাকিল নে? আমি বীদ্ৰৰ বিষয়ে একো নেজানো কিন্তু তুমি যে তেওঁক কিমান শত-সহস্ৰবাৰ প্ৰত্যাখ্যান কৰিছা তাৰ হিচাপ কোনে ৰাখিছে। কাৰণ তুমিয়ে কৈছা নিজ মুখে কৈছা, If I denied sex he want to prostitutes." অৱশ্যে বীদ্ৰ আগৰে পৰা চৰিত্ৰহীন আৰু লম্পট কবি। তেওঁৰ চিফিলিচ এদিনত হোৱা নাই। কিন্তু তুমি আক বীদ্ৰকে ভাল পোৱা। তোমাক যে নাৰীজাতিয়ে কি বুলি বুকুত লব আমি তাক ভাবি নেপাওঁ। লম্পট বীদ্ৰৰ বুকুত মূৰ গুজি তুমি নাৰী জাতিৰ বিভৎস দুখ-যাত্ৰণাৰ কথা কৈ পুৰুষক পদদলীত কৰি তুমিয়ে নাৰীক পুৰুষৰ বিপক্ষে বিষোদগাৰ কৰিবলৈ, বিদ্বেসী হ'বলৈ উচতাই দিছা। কেনে এক চমৎকাৰ নাটক। কথা তোমাৰ খুব ভাল কিন্তু অহি একেবাৰে নাই। কামেৰে, আহিৰে প্ৰতিষ্ঠা কৰিব নোৱাৰা যিকোনো আদৰ্শই অতি ঠুনুকা। তাৰসতে মানুহৰ যি সম্বন্ধ ঘটিব সি হব একেবাৰে পানী-বালিৰ দৰে। কবি হ'লেও বীদ্ৰ লম্পট- আগৰ তোমাৰ যি প্ৰণয় পবিক্ৰমা আছিল সেয়া বাদেই দিছো। মৃত্যুৰ পাছতো তুমি গৈছা ঠিকেই কৰিছা, কিন্তু তেওঁক লৈ সাহিত্য কিয় কৰিছা? আনৰ ওপৰত সকলো কামৰ নিসিদ্ধ ঘোষণা কৰিছা আৰু নিজে সকলোখিনি কৰি আছা। গতিকে তুমিও আনৰ পবিত্ৰ, পৰম বিশ্বাস আৰু আস্থাবোৰক ধৰ্ষণ কৰিছা- নেজানো কিমান দিন ধৰি তুমি ধূলি জোকাৰি, চিৰি ভাঙি ঠিৰেৰে থাকিব পাৰিবা। কৈছো নহয়- যাৰ সকলো আছে তেওঁৰ সকলো কথাই ক'বলৈ ভাল। নোপোৱা লোকে, নথকা মানুহে, যাৰ একো নাই তাৰ ক'বলৈও একো নাই। পৃথিৱীত যাৰ সকলো নহ'লেও জোৰকৈ অলপ আছে তেওঁৰ কথা, বিষয় নিৰ্বাচন, সমস্যাৰ তালিকা বহল দাণ্ডৰ-দীঘল আৰু গধুৰ। আপোনা আপুনি হোৱা তোমাৰ কোনো ৰঙেই নাই- যি ৰং পাইছা সেয়া মানুহে সানি দিয়া। সমৰ্থক সমালোচকে মোনে মোনে, বিধে বিধে ৰং আনিছে, কিছুমান সাংবাদিকে সেইবোৰ লৈ চালে-বেৰে মাৰিছে, তোমাৰ গাত ঘঁহিছে, বচ টাবৰীণে এতিয়া হিমালয়ৰ চূড়ালৈ বাট বুলিছে। কিমান যে বাতৰি পালো। পেৰিচৰ পৰা আহি এতিয়া পাকিস্তানী বাহিনীত

গোপন ষড়যন্ত্রত আহি পৰিছেহি। এখন নীলা বা ৰঙা পাৰীৰ সেউজীয়া শাৰীৰ তলত অলপ ওলাই থকা অলপ ধাক খাই থকা এক আঙুল কপাল, দিঙিৰ আধাখিনি আচলৰ মাজেৰে সু-স্পষ্ট বা সমান বুকুৰ উঠা-নমা দেখা যাৰ পিঠিৰ আধাফাল কিন্তু সদায়ে মুকলি, দৃশ্যমান, কলা, অথচ মসৃনেই হওক বা চিৰাল ফটা দিয়াই হওক, শুকান পেটৰ, নিপোতল বা কোনোৰকমে লাগি থকা কাপোৰৰ মাজেদি দেখা নীতম্ব দেহৰ কম্পীত চঞ্চল মহিলাৰ আঠুৰ অলপ তললৈকে পিন্ধাত উন্মুক্ত হৈ থকা সু-গোল বা মঙহহীন কলাফুলৰ নাৰীগৰাকী টাববীণে দেখিছেনে যাৰ কোলাত অনবৰত এটা নাঙঠ কেঁচুৱাই টোপনিত থাকে আৰু থাকে দুবাহুৰ কিনাৰত দুটি অৰ্দ্ধনগ্ন ল'ৰা বা ছোৱালী শিশুৰ ভোঁক বা জাৰৰ বাবে ভাঁহি অহা অবুজ ক্ৰন্দন যাৰ আগে আগে খোজ কাঢ়ি যায় বিকট চেহেৰাৰ দাড়িৰে ভোবোকাৰ এটা হটঙা পুৰুষ, পিন্ধনত যাৰ ককালত থাকে এখন সেউজীয়া লুঙি আৰু হাতত আকোৰা দাৰে এটা লেটেৰা গেঞ্জীৰ সেই পুৰুষ নাৰীবোৰ? ক'ত বীদ্ৰ-টাববীণ আৰু ক'ত হাজাৰে-বিজাৰে তেনেবোৰ নৰ-নাৰী? ক'ত বিচ্ছেদৰ পাছত ভৰণ-পোষণৰ বাবে এক পইচাৰ দাবী নকৰি গৌৰৱত মৰা হাঁহিৰ সাৰ্থকতা আৰু ক'ত বিচ্ছেদ নোহোৱাকৈয়ে লাজ নিবাৰণৰ বাবে এটুকুৰা কাপোৰ নোপোৱা হাজাৰজনী নাৰীৰ আকুল কাতৰতা। হায়-সীতা, সাবীত্ৰি, মাদাৰ টেৰেছা, তপস্বীনি ৰাবীয়া, নাইটিঙ্গেল, মীৰাবাঈ, জয়মতী, মূলা তোমালোকৰ বিশ্বত এনে মহিলাও থাকেনে? মই ঠিক ইমানখিনিকে লিখিলো। মই ব্যক্তিগতভাৱে এটা কথা ভাবো যে টাববীণক আচলতে লাগে বিতৰ্কৰ টৌ, বহু খেলি-মেলি আৰু ৰাতিয়ে দিনে চলি থাকিব পৰা বহু হুলস্থূল। মানুহক বিভ্ৰান্তিকৰ এখন পৃথিবীৰ মাজলৈ লৈ গৈ এখন জঞ্জাল আৰু সংঘাটময় ঠাইত পেলাই থৈ আহি মানুহৰ হাবু-ডুবু খোৱা অৱস্থাবোৰৰ ৰস পান কৰি ভাল পায়। মই ইমানতে সামৰিলো।

কবিনৰ লেখনিৰ ঠাঁচবোৰ অলপ বেলেগ বাবে সকলোৱে তেওঁৰ লেখাত এটা সুকীয়া আনন্দ পায়। মুখত বিৰিঙি উঠা হাঁহিবোৰৰ পৰায়ে এইটো ঠাৱৰ কৰিব পাৰি যে আজিও সকলোৱে কবীনৰ কথাবোৰ ভাল পাইছে। সকলোৱে এবাৰ এবাৰ কাগজখিনি কবীনৰ হাতৰপৰা ললে আৰু উপৰা-উপৰিকৈ চাই টফচিৰৰ হাতত জমা দিলে।

: আমাৰ হাতত ইতিমধ্যে ভালেকেইটা সমালোচনামূলক লিখনি গোট খাইছে। তাৰে আমি ভৱিষ্যতে কিছু কথা আনক জনাব পাৰিম। আমাৰ সকলোৰে যে এটা মেধা শক্তি আৰু চালিজাৰি চোৱাৰ এটা ক্ষমতা আছে এইবোৰে তাৰেই প্ৰমাণ কৰে। ঠিক এনেভাৱেই আমি কথাবোৰ ক'বলৈ চেষ্টা কৰিম। মোৰ আৰু এটা কথা ভাল লাগিছে যে আমাৰ কোনেও আনৰ ধৰ্মৰ ওপৰত এটা কথাও কোৱা নাই। সেইটো আমাৰ চাব লগা কথা। আমি খুব বেছি কাৰোবাৰ উদ্ধৃতি দিব পাৰো। তাতোকৈ এটাও বেছি কথা নকম। এতিয়া তোমালোকক এটা কথা জনাও, মইতো লিখালিখি একো কৰিব নেজানো। আমাৰ কলম ভোটা। তথাপিও মই দুটামান কথা জুকিয়াই পইন্টচ্ হিচাবে আনিছো। তোমালোকে কথাবোৰ চাবা।

সকলোৰে মাজত এটা সৰুসুৰা কথাৰ ৰোল উঠিল। সকলোৱে টফচিৰৰ লেখাটো শুনিবৰ বাবে ব্যগ্ৰ হৈ পৰিছে। এনেতে প্ৰেছৰ চকীদাৰ ভুপ নাৰায়ণে কেইকাপমান চাহ আৰু তামোল-পাণ দি গ'লহি। বেঞ্চীখনতে বহি নিজেও একাপ খাই ললে। সকলোৰে অৱসাদবোৰক চাহ-তামোলে নাইকিয়া কৰি দিলে। এইবাৰ টফচিৰে আৰম্ভ কৰিলে।

: নষ্ট শব্দটোৰ অ: কিবা অৰ্থ আছে যদিও মই ভাবো যে এজনৰ কু-কাৰ্য্যৰ ফলত আনৰ ভাল এটা বেয়া হৈ যোৱাটোকে নষ্ট হোৱা বুজাই। শব্দ ৰচোতা, ভাষাবীদ, বৈয়াকৰণবীদে কেইটামান শব্দৰ পুংলিঙ্গ কিয় নিদিলে তাৰ উত্তৰ বিচাৰি পোৱা নগ'লেও এটা দৃষ্টিভঙ্গীৰে চাবলৈ গ'লে সেইটো ভুল কাম কৰি গৈছে বুলিয়ে ক'ব লাগিব। কিন্তু সেইটোৱে এইটো নুবুজায় যে সেই শব্দকেইটাৰ বিপৰীত শব্দৰ অভাৱত সমাজত ল'ৰা বা পুৰুষক কোনেও দোষী সাব্যস্ত নকৰাকৈ থাকিব বা নকৰিব। ভাৱ প্ৰকাশৰ বাবে সঠিক শব্দৰ প্ৰয়োগ ব্যাকৰণৰে এটা বৈশিষ্ট। কিন্তু সেই শব্দটো নহ'লেও আন শব্দৰে নিশ্চয় প্ৰকাশ কৰাৰ যুক্তি থাকিব। সতী শব্দৰ পুংলিঙ্গ নাই। কিন্তু পুৰুষৰ ক্ষেত্ৰত বুজাবলৈ হলে আমি সৎ, নিস্কলুষ, চৰিত্ৰবান, নিকা আদিৰে নিশ্চয় এজনৰ চৰিত্ৰক বুজাব পাৰো। তাৰোপৰি সতী শব্দটো বোধহয় নাৰীৰ এটা আঙ্গীক পৰিবৰ্তনৰ ক্ৰীয়া-প্ৰতিক্ৰীয়াৰ প্ৰাকৃতিক ফল স্বৰূপে ইয়াৰ উৎপত্তি হোৱা যেন লাগে, যিটো পুৰুষৰ ক্ষেত্ৰত নঘটে। বা আমি এনেকৈয়ো ক'ব

পাৰো যে এই সতী সব্দটো বোধহয় কুমাৰী কালত ছোৱালীৰ বা বিয়াৰ আগৰ ছোৱালীৰ যোনীমুখৰ অলপ ভিতৰত থকা সেই পাতল আভৰণৰ মূল প্ৰাকৃতিক ব্যৱস্থাটোৰ পৰিবৰ্তনৰ পৰা উৎভৱ হোৱা যেন লাগে । কিন্তু পুৰুষৰ ক্ষেত্ৰত তেনে কোনো প্ৰাকৃতিক ব্যৱস্থা নাই বাবে সতীৰ পুংলিঙ্গ শব্দ হয়তো নোলাল । কথাবোৰ এনেকুৱা নহয় যে ছোৱালী বা নাৰীসকলক দোষত, ৰোষত পেলাবৰ কাৰণে, নাৰী জাতিক পদদলীত কৰাৰ অৰ্থে সেই শব্দৰ পুংলিঙ্গ শব্দ বৃদ্ধি কৰি নুলিয়ালে । মূল সংঘাটটো হৈছে শব্দ এটা উলিওৱা নহ'ল, কিন্তু এইটো নহয় যে শব্দৰ অভাৱৰ বাবে পুৰুষক গালিৰ পৰা, দোষী সাব্যস্ত কৰাৰ পৰা আঁতৰাই ৰখা হ'ব । ইয়াৰ কোনো অসৎ উদ্দেশ্য নাই যেন লাগে। তথাপিও আমি কও যে কথাটো সিমান ভাল হোৱা নাই । সতীৰ পুংলীঙ্গ থাকিব লাগিছিল ।

: পানীয়ে পানীক, তেলে তেলক গ্ৰহণ কৰাৰ দৰে নষ্টই নষ্টক গ্ৰহণ কৰে বা মিলি যাব পাৰে । বা নষ্টই বা নষ্ট বস্তুৱে আনক নষ্ট কৰিবলৈ চেলু বিচাৰি ফুৰে । কেতিয়াবা অনিচ্ছাকৃতভাৱে, ই নিজে নজনাকৈয়ো আনৰ নষ্টৰ কাৰণ হৈ উঠে । গোবৰ নষ্ট বস্তু গাখীৰত দিলে গাখীৰ নষ্ট হৈ যায়। বাহিৰৰ বতাহত, ভাপত নষ্ট বস্তু, নষ্ট বীজাণু থাকে বাবে ই কণীক, নাৰিকলক, গাখীৰক নষ্ট কৰে, যদিহে ভালকৈ ধাকি ৰখা নহয়, সাবধানে সংৰক্ষণ কৰা নহয় । আকৌ সময় আৰু ম্যাদ উকলি গ'লেও এইবোৰ বস্তু নষ্ট হৈ যায়। পুৰুষ নষ্ট বাবেই ই নাৰীক নষ্ট কৰে আৰু নাৰীক নষ্ট উপাধি দিয়ে। এজনী ছোৱালী নষ্ট হৈছে তাৰ মানে মাক-দেউতাক বা ককায়েক বা ঘৰৰ অন্য লোকৰ মাজত শাসন কৰা, তত্বাৱধান লোৱা, চকু দিয়া, মৰম-চেনেহ দিয়া আদিৰ দৰে যিবোৰ গুণ থাকিব লাগিছিল সেইবোৰ নথকাৰ বাবে তেওঁলোকৰ চৰিত্ৰত নষ্ট নামৰ বেক্‌টেৰীয়া এটা আছে ফলত ছোৱালীজনী নষ্ট হ'ল । তাৰমানে সেই মানুহবোৰ নষ্ট । প্ৰেমৰ ক্ষেত্ৰত এজনী ছোৱালী নষ্ট হ'ল, পঢ়াৰ ক্ষেত্ৰত এজনী ছোৱালী নষ্ট হ'ল, খেলাৰ ক্ষেত্ৰত এজনী ছোৱালী নষ্ট হ'ল। তাৰমানে নষ্ট নামৰ সেই বীজাণুটো সেই প্ৰেমিক বন্ধু, শিক্ষক আৰু খেলৰ প্ৰশিক্ষক জনৰ চৰিত্ৰত নিহিত হৈ আছিল । গতিকে ছোৱালীজনী বেয়া হ'ল। গতিকে পুৰুষো নষ্ট সেয়ে নাৰীক নষ্ট কৰিলে । বেয়াইহে ভালক বেয়া কৰে। ভালে

জানো বেয়াক বেয়া কৰে ? নষ্ট শব্দটো পুৰুষ আৰু নাৰী উভয়ৰে ক্ষেত্ৰত প্ৰযোজ্য হ'ব। একচনৰ প্ৰভাৱ নাৰীৰ গাত পৰিছে। গতিকে নাৰী নষ্ট হৈছে একচনটো কৰিছে পুৰুষে। গতিকে পুৰুষো বেয়া, নষ্ট। নাৰীক নষ্ট কৰি পুৰুষে অনিষ্ট সাধন কৰিছে সেই নষ্টামীৰ পৰা পুৰুষো সাৰি যাব নোৱাৰে। সেই কাৰণে ইছলামৰ বিচাৰত নাৰীক নষ্ট কৰাৰ বাবে নাৰীগৰাকীৰ বিশেষ শাস্তিৰ বিধান নাই- আছে বেছিকৈ পুৰুষৰ। স্বাভাৱিক কথা এইখিনি। তাকে পুৰুষে পাহৰি নাৰীক নষ্ট বুলি কোৱা কথাটো সুকীয়া। মুঠৰ ওপৰত শব্দ প্ৰয়োগৰ পক্ষপাতিতা বা এটা শব্দৰ বিপৰীত শব্দ বুজোৱা শব্দৰ অভাৱত কাকো সাব্যস্ত নকৰাকৈ এৰি দিয়া কথাটো সভ্য সমাজৰ বাবে হ'ব ডাঙৰ অসুখ। এই অসুখ একেবাৰে নথকাও নহয়- নহ'লে আজিৰ সমাজত এই অবক্ষয়ৰ স্বৰূপ ফুটি নুঠিল হয়। পুৰুষৰ নষ্টভাব, নষ্ট ধাৰণা, নষ্ট শাসন, নষ্ট প্ৰেম, নষ্ট শিক্ষা, নষ্ট অনুভৱ, নষ্ট অনুভূতি থকাৰ বাবে নাৰীক, ছোৱালীক নষ্ট কৰে। দোষ স্থানান্তৰ কৰাৰ বাবে, জাপি দিয়াৰ বাবে, নষ্ট শব্দটো নাৰীৰ ক্ষেত্ৰত প্ৰযোজ্য বুলি ক'লেও আচলতে পুৰুষো যে এই শব্দৰ চেকাৰ পৰা মুক্ত নহ'ব, নহয়, ই একেবাৰে সঁচা কথা। গতিকে ই পুৰুষৰ বাবেও প্ৰযোজ্য। কেতিয়াবা তাৰ বিপৰীতমুখী কাৰ্য্য-কলাপো চকুত পৰে। উদাৰ, সাম্য, সৎ, ধীৰ-স্থিৰ, শান্ত পুৰুষো নাৰীৰ নষ্ট অভ্যাস, নষ্ট বুদ্ধিত পৰি নষ্ট হৈ পৰে। ভালকৈ নপঢ়িলে, সঙ্গদোষত পৰিলে ল'ৰাও নষ্ট হৈ যায়। কিবা নহয় কিবাকৈ নাৰী নিৰ্য্যাতিতা হৈছে বাবেই পুৰুষৰ গাত "নষ্ট" শব্দটোৱে কাম কৰি আছে। গতিকে নষ্টৰ "ট্ৰেদমাৰ্ক"টো পুৰুষৰ গাতো আছে। আচলতে উপ-মহাদেশখনত নাৰীৰ বাধাৰ প্ৰাচীৰখন ইমানেই ওখ হৈ গৈছে যে তাক ভাঙিবলৈ যাওঁতে টাববীণে কি কৰিছে, কি কৈছে নিজেই ক'ব পৰা নাই। এদিন হয়তো যেতিয়া তাই নীৰৱে বহি অৰুণ উশাহ লব তেতিয়া বুজিব যে আচলতে তাই কি কৰিছিল ? আমি তালৈ অপেক্ষা কৰিম নে নকৰিম সেইটোহে আচল কথা। কিন্তু এই কথাও ঠিক যে বহু পুৰুষে বহু ছোৱালীক নষ্ট কৰিম বুলি ভবাৰ পাছতো আৰু ছোৱালীৰ গাৰ নোম এদালো লৰাব পৰা নাই। নষ্ট উপাধিৰ ওপৰত থুৱাই দিয়া ছোৱালীও নোহোৱা নহয়। এতিয়া মই অন্য এটা কথালৈ আহিব খুজিছোঁ। মই ভাবো তোমালোকে একে নীৰৱতা

অৱলম্বন কৰি, আগ্ৰহেৰে মোৰ কথা শুনিবা। মই যদি প্ৰশ্ন কৰো তাৰ উত্তৰ দিবা, মই যিটো বিষয়ৰ ওপৰত আলোকপাত কৰিব বিচাৰিছো তাক মই কিন্তু লিখি অনা নাই, মুখেৰেই আলোচনা কৰিম। প্ৰথমে মই আছুফিয়ালৈ ক্ষমা খুজিছোঁ। কাৰণ গোটেই বিষয়টো কেৱল নাৰীৰ ওপৰত হ'ব আৰু মই আজি তোমাক আগত ৰাখি তোমাক কেন্দ্ৰ কৰিয়েই আলোচনাটো কৰিম, তুমি আমাৰ মাজত উপস্থিত। তোমাৰ পৰায়ে সকলো আৰম্ভ কৰিব বিচাৰিছো। যুক্তিৰ খাটিৰত মাজে মাজে কিছু অশ্লীলতাৰ পিনে যাব পাৰে তাক কিন্তু তুমি অসম 'প্ৰগ্ৰেচীভ' ফৰামৰ সম্মান ৰক্ষা কৰিয়েই ক্ষমা কৰি দিব লাগিব। আৰু মই ভাবো ই আমাৰ বাবে অতি বাস্তৱমুখী আলোচনা হ'ব।

: মোৰ তেনে ভয় লাগিছে ভাই। আপুনি যে কি আৰম্ভ কৰিব খুজিছে?

: ভয় নাই, মাত্ৰা চেৰাই গ'লেই কবীনহঁতে ধৰিব। মনে মনে শুনি যোৱা। প্ৰথমে এটা কথা মনত ৰাখি লোৱা যে মই নাৰীৰ সৌন্দৰ্য্য আৰু সৌন্দৰ্য্যবোধৰ যি দাৰ্শনীক দিশ আছে তাৰ বিষয়ে সুধি যাম তুমি অকপট হৃদয়েৰে উত্তৰ দিবা। আমাৰ এই নগৰখনৰ হাজাৰজনী ছোৱালীতকৈ তুমি এজনী অতি ধুনীয়া ছোৱালী হয়নে?

: কি যে কথাবোৰ কৈছে? মই এইবোৰৰ উত্তৰ দিব নোৱাৰো দেই?

: প্লিজ আছুফি, নহ'লে একো কথা নোলাব।

: আপুনি অন্য এজনী ছোৱালীৰ কথা কওকনা? ধৰি লওক নীনা, মঞ্জু বা নন্দীতাহঁতক লওক, সিহঁতটো মোতকৈ ধুনীয়া?

: সিহঁত আমাৰ সমুখত নাই। সেয়ে মই কৈছিলো মই তোমাৰ পৰাই, তোমাক কেন্দ্ৰ কৰিয়েই কিছুমান কথা বাস্তৱসন্মতভাৱে আবিষ্কাৰ কৰিম।

: আপুনি ৰাজহুৱাভাৱে এইবোৰ কথা সুধিব আৰু মই কিদৰে উত্তৰ দিম? মোৰ এইবোৰ ভাল নেলাগে।

: টাবৰীণৰ কিছুমান ধাৰণা যে একেবাৰে ভুল আৰু টাবৰীণে যে মহাসত্যৰ মোনা এটাৰ পৰা কিছুমান কথা আনি তাক হাতেৰে জোকাৰি মানুহৰ মাজত একেবাৰে টুলুঙা কৰি পেলাইছে সেইবোৰৰে মই এটা বিজ্ঞানসন্মত আলোচনাৰ শুভাৰম্ভ কৰিব বিচাৰিছোঁ। তাত তোমাক সঞ্জীৱৰূপে ব্যৱহাৰ কৰিব বিচাৰিছোঁ। এতিয়া মই কেইটামান কথা ক'ব বিচাৰিছোঁ। কেইবা শ

বহুৰৰ আগতে আমাৰ অসমীয়া ভাষাটোৰ হয়তো জন্ম হৈছিল। আমি তাৰ ইতিহাস নেজানো, তাৰ ওপৰত আমাৰ জ্ঞান নাই বুলি আমি স্বীকাৰ কৰিছোঁ। কিন্তু এটা কথা অন্ততঃ ক'ব পাৰো যে বহু দিন, বহু যুগ সাধনা কৰি আমাৰ সাহিত্যিক, মণিষী তথা ভাষাবিদসকলে অশেষ কষ্ট কৰি জপ, সাধনা আৰু অধ্যয়নৰ মাজেদি ভাষাৰ সৃষ্টি কৰিছিল। আমি এটা কথা অলপকৈ জানো যে ভাৰতৰ উড়ীয়া, বঙালী, হিন্দী আৰু অসমীয়া ভাষাৰ মূল উৎপত্তি ভাষা হৈছে সংস্কৃত ভাষা। এই সংস্কৃত ভাষাৰে পৰা এই চাৰিটা ভাষাৰ উৎপত্তি বুলি আমি জানো। সেইসকল মণিষীয়ে অশেষ শ্ৰম আৰু কষ্ট স্বীকাৰ কৰি আমাৰ ভাষাৰ শব্দসমূহ উলিয়াই আমাৰ ভাষাক চহকী কৰিছিল। তাৰ ভিতৰত অসমীয়া ভাষাও এটা। এই ভাষাৰ ব্যাকৰণ আছে আৰু আছে সকলো লাগতিয়াল আহিলাপাতি। সেই ভাষাই আহি আহি বৰ্তমানে এই ৰূপ পাইছে যাক আমি 'চীৰ চেনেহী ভাষা জননী' বুলি কওঁ। এতিয়া আমি সেই মণিষীসকলৰ বিষয়ে একো নেজানো যদিও এটা কথা ক'ব পাৰিম যে তেওঁলোকে এটা জাতিৰ বাবে মনৰ হাজাৰ হাজাৰ অনুভূতিক প্ৰকাশ কৰিবৰ বাবে, আকাশ, পাতাল, সাগৰ, মহাসাগৰ, দেশ-মহাদেশ বা একেবাৰে চমুকৈ ক'বলৈ গ'লে এই বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো বস্তুক চিনি পাবৰ বাবে, মনৰ ভাব প্ৰকাশ কৰিবৰ বাবে যিমান শব্দৰ প্ৰয়োজন তাক নিৰ্মাণ কৰি মানৱ জাতিৰ কল্যাণ সাধন কৰি আমাক ধন্য কৰি থৈ গৈছে। আজিও হয়তো শব্দৰ নিৰ্মাণ হৈ আছে। এই শব্দৰ উৎপত্তিৰ ক্ষেত্ৰত আৰু সময়ত তেওঁলোকৰ নাছিল কোনো শিথিলতা, পক্ষপাতিতা, কৃপনালী, স্বজনপ্ৰীতি বা অন্য কিহবাৰ। সপোনে-শয়নে, যি দেখিছে, শুনিছে, স্পৰ্শ কৰিছে, সোৱাদ লৈছে, গোন্ধ পাইছে তাৰেই এটা এটা নতুন শব্দৰ সৃষ্টি কৰি গৈছে। তাৰ সতে আৰু এটা বস্তু আছে সেইটো হৈছে আধ্যাত্মীক উপলব্ধি আৰু আভ্যন্তৰীণ দৃষ্টিভঙ্গী। তেখেতসকলৰ গাঁত আৰু মন-মগজুত থকা এই মূলধনখিনিকে লৈ তেওঁলোকে শব্দ গাঁথি গাঁথি ভাষাৰ সৃষ্টি কৰি গ'ল। তেনেহ'লে আমি বুজি উঠিলো যে মনৰ ভাব প্ৰকাশ কৰিবৰ বাবে এই বিশ্ব ব্ৰহ্মাণ্ডৰ প্ৰতিটো বস্তুৰ সতে পৰিচয় হৈ তাক নামাকৰণ কৰি মানুহৰ অন্তৰৰ সকলো কথা ব্যক্ত কৰিবৰ বাবে তেখেতসকলে ভাষাৰ, শব্দৰ সাহিত্য সৃষ্টি

কৰি গ'ল। এতিয়া আমি চাম যে তেখেতসকলৰ এটা বস্তু আছিল নে নাই? তেওঁলোকে সুন্দৰ বস্তু ভাল পাইছিল নে নাই? তেওঁলোক সৌন্দৰ্য্য পিয়াসী আছিল নে? তেওঁলোকে ধুনীয়া বস্তু, ঈশ্বৰৰ অনুপম সৃষ্টিবোৰৰ প্ৰতি আকৃষ্ট হৈছিল নে? তেওঁলোকৰ সৌন্দৰ্য্যবোধ আছিল নে? সৌন্দৰ্য্যবোধৰ যি তত্ত্ব সেই তত্ত্বৰ গূঢ়াৰ্থ বুজিছিল নে.? ধুনীয়া দৃশ্যই, ধুনীয়া গোন্ধে, ধুনীয়া সংগীতে, ধুনীয়া সোৱাদে, ধুনীয়া স্পৰ্শই তেওঁলোকক উতলা কৰি তুলিছিল নে? বলীয়া কৰি তুলিছিল নে ? আত্মহাৰা কৰি তুলিছিল নে? তাৰ উত্তৰ এটায়ে হ'ব- নিশ্চয় তুলিছিল.। সেইদৰে বেয়াবোৰেও তেওঁলোকক নিৰাসক্ত কৰি তুলিছিল। সেয়ে প্ৰতিশব্দৰ বিপৰীত শব্দও নিৰ্মাণ কৰিছিল। সেইবোৰ যিয়েই নহওক তেওঁলোকক লাগে হাজাৰ-বিজাৰ, লাখ লাখ অভিজ্ঞতা যাৰ বুকুত তেওঁলোকে শব্দ উলিয়াব পাৰে.। তেওঁলোকৰ উদ্দেশ্যই আছিল শব্দ বাহিৰ কৰা। গতিকে সেই সময়ত তেওঁলোকে কোনো কথাকে বাদ নিদিছিল। এটাৰ পাছত এটা তেওঁলোকে শব্দৰ উৎভাৱন কৰি গৈছিল। এইখিনি কথা এৰি এতিয়া আমি অন্য এটা কথালৈ আহোঁ। মই কেইটামান শব্দ লৈ আনিছো যাৰ অৰ্থ কম বেছি পৰিমাণে এটাকে বুজাই। শব্দকেইটা হৈছে ছোৱালী, নাৰী, মহিলা, ললনা, তিৰুতা, ৰমণী আৰু হয়তো বহু শব্দ আছে। এই কথাটো এনে হ'ব পাৰেনে নোৱাৰে যে সংঘৰ্ষ, অভিজ্ঞতা, দৃশ্যমান, আদিবোৰেই শব্দৰ সৃষ্টিৰ আমোঘ অস্ত্ৰ। গোলাপ, বা পদুম বা তগৰ ফুল দেখাৰ আগলৈকে শব্দবীদসকলে ভবা নাছিল যে ইমান সুগন্ধীযুক্ত কেইপাহমান ফুল থাকিব পাৰে। যিদিনাই তেওঁলোকে এই ফুল কেইপাহ দেখিলে সেই দিনাৰ পৰা সেই ফুল কেইপাহৰ সৌন্দৰ্য্য, গুণ, ৰং, সুবাসৰ মৰ্ম বুজি তাক সেই নাম দিলে আৰু পৃথিৱীৰ সেই তিনি পাহ ফুলৰ নাম গোলাপ, পদুম আৰু তগৰ ৰখা হ'ল। ঠিক তেনেকৈ হৰিণীজনীক, মৌৰা চৰাইটোক, সখীয়তী জনীক, পখিলা এটিক বা বাঘ এটাক, সাপ এদালক, বৰল এটাক দেখাৰ আগত সেই প্ৰাণী কেইটাক চিহ্নিত কৰিবৰ বাবে কোনো নাম দিয়া হোৱা নাছিল। নাম বা পৰিচয় কিছুমানক ঈশ্বৰে দি পঠাইছে আৰু বাকীবোৰক মানুহে দিছে। গতিকে সেই মণিষী বা ভাষাবীদ বা শব্দ ৰচোতাসকলে প্ৰথমে সিহঁতৰ একোটাকে নাম দি ললে.। তাৰ পাছত হয়তো প্ৰত্যেকৰে জীৱন, আকৃতি,

গঠন, অভ্যাস, স্বভাৱ, প্ৰণালী আদি অনুযায়ী সিহঁতৰ বিষয়ে বহুলাই লিখি থোৱাৰ আৱশ্যকতা অনুভৱ কৰিলে। সেই প্ৰাণীৰ ওপৰত অধ্যয়নো হয়তো কৰিছিল। গতিকে, তেওঁলোকে প্ৰাৰম্ভীক কথাখিনি এইদৰে লিখিছিল- হৰিণী শান্ত, বাঘ হীংস্ৰ, সাপে দংশন কৰে, সখীয়তী কোমল ধুনীয়া, গোলাপ ৰঙা, তেজ গোঢ়া, তগৰ বগা ধুনীয়া ইত্যাদি ইত্যাদি। সেইদৰে পৃথিৱীৰ প্ৰতিটো বস্তুৰ ক্ষেত্ৰতো যদি আমি এনেকৈয়ে এটা বিচাৰ বিশ্লেষণ কৰো তেন্তে প্ৰত্যেকৰে এটা পটভূমি পাম- যাৰ সতে যুক্তি, কাৰণ, অভিব্যক্তি, সময়, বুৰঞ্জী আদি সোমাই আছে। কাকো এনেয়ে এটা নাম দি, বিসদৃশ কৰি, অবাবতে, অমূলোকতে, সজোৱা হোৱা নাছিল। সেই সকলোবোৰত এতিয়া হয়তো গৱেষণা হৈছে- কিছুমানৰ হোৱা নাই। কিন্তু সৃষ্টিৰ পাছতেই যে সেই বস্তুটোৰ এটা সম্যক পৰিচয়, ব্যাখ্যা দিয়া হৈছিল তাক অৰ্থহীন বুলি ক'ব নোৱাৰি। এতিয়া আমি আহো নাৰী নামৰ শব্দবোৰৰ মাজলৈ। এটা কথা এনেকুৱা হোৱা হ'লে কি হ'ল হয়? ধুনীয়া, সুগন্ধী তেজৰঙা হোৱাৰ পাছতো যদি গোলাপক ধেতুৱা ফুল, হীংস্ৰ হোৱাৰ পাছতো যদি বাঘক শান্ত প্ৰাণী আৰু শান্ত হোৱাৰ পাছতো যদি হৰিণীক হীংস্ৰ জন্তু বুলি অভিহিত কৰিলে হয়- তেতিয়া কি হ'ল হয়? তেতিয়া কি হ'ল হয় নেজানো- কিন্তু আমাৰ জীৱন কালতে যে আৰু পঞ্চাশজনী টাবৰীণ ওলাই যে আমাক পগলা কৰিলে হয় তাত কোনো সন্দেহ নেথাকিল হয়। এতিয়া মোৰ আছফিয়ালৈ প্ৰশ্ন যে তুমি কিয় ধুনীয়া? তোমাক ধুনীয়া কৰি এই পৃথিৱীলৈ কোনে পঠালে? তুমি নিজেই ধুনীয়াখিনি কৰি লৈছা নেকি.?

: আপুনি নন্দীতা, নীনাহঁতক লওক, মই সহাই কৰিম।

: মই বুজি পাইছো, চোৱা টফচিৰ ইমান এটা কঠিন এক্সপেৰিমেন্টৰ বাবে আছফিয়া কোনো দিনে সাজু নাছিল। মই জানিছো তুমি কি কৰিব লৈছা। তোমাৰ যে ইমান এক ডাঙৰ কৌশল আছে মই ভবাই নাছিলো। তোমাৰ সমুখত আজি টাবৰীণ থকাহেঁতেন তুমি তাইকো নেৰিশা হয়। মই বুজি পাইছোঁ তুমি কিছুমান কথা একেবাৰে বিজ্ঞানাগাৰৰ ল'ৰাই কৰাৰ দৰে প্ৰেক্‌টিকেল কৰিব বিচাৰিছা। সত্য কথা কিছুমান পোহৰলৈ আহিব- কিন্তু তাৰবাবে আছফিয়ে তোমাক কিমান সহজভাৱে সকলো কথাৰে উত্তৰ দিব

পাৰিব মোৰ সন্দেহ। কাৰণ আছুফিয়াও ধুনীয়া ।

: তাৰমানে আপোনালোক সকলোৱেই মিলি মোৰ ওপৰত পৰীক্ষা-নিৰিক্ষা চলাব। বাৰু আপোনালোক আগবাঢ়কছোন চাওঁ। কিনো সুধিব খুজিছে সোধক, অশ্লীল কথা ক'লে কিন্তু মই উঠি যাম।

: ঠিক আছে সেয়ে হ'ব। বাৰু শুনা, মই সাৰমৰ্মখিনি বেলেগে ৰাখি ৰাখি কথাবোৰ কৈ যাম। তোমালোকে সকলোৱে বুজিবৰ বাবে চেষ্টা কৰিবা। মই ঠিক ৰহস্যবাদৰ ওপৰত অলপ জোৰ দিম। মই বাৰু আছুফিয়াক এৰিছো। কাৰণ কবীনে ঠিকেই কৈছে তুমি প্ৰস্তুত নহ'বও পাৰা। পৃথিৱীলৈ ঈশ্বৰে বা আল্লাই সুন্দৰী ৰমণী বা নাৰীসকলক কিয় পঠালে ? এই সৌন্দৰ্য্য দুবিধ হ'ব পাৰে- দৈহীক আৰু মানসীক। মানসীক সৌন্দৰ্য্যৰ কথা মই এৰিছো। দৈহীক সৌন্দৰ্য্যৰ অধিকাৰিণী হৈ তেওঁলোক পৃথিৱীলৈ প্ৰত্যাগমন কিয় কৰিলে। পৃথিৱীত ধুনীয়া নাৰী যে আছে সেইটো সঁচা কথা। নাৰী কিয় ধুনীয়া অন্তত এশ গৰাকীৰ ভিতৰত ত্ৰীশ গৰাকী ? আনকি মুছলিমা টাবৰীণো ধুনীয়া। তাইতো মোৰ পেহীৰ ছোৱালী। তোমালোকে জানাই। কোৱা কোনে পাৰা ?

গভীৰ এক মুহূৰ্ত। চৌপাশে নীৰৱ-নিস্তব্ধতাৰ অহা-যোৱা। কবীনে ভৰি দুটা খৰকৈ লৰাই আছে। আদিত্যইতে কলমেৰে কাগজত কিবা লিখি আছে। টফচিৰে সকলোৱে চকুলৈ পলক সলনি কৰি চাই আছে। কোনেও একো ক'ব পৰা নাই। আছুফিয়াৰ অলপ আঁৰ লৈ বহি থকা চালেহ বহাৰ পৰা উঠিল আৰু লাহেকৈ মাত দিলে।

: কোনেও নকয় যদি মই কৈ চাব পাৰো।

: বোধহয় কোনেও নোৱাৰে। তুমি কোৱা।

: মই গ্ৰন্থৰ কথা উল্লেখ নকৰো। কেৱল পাইছিলো বাবে ক'ব খোজো যে ঈশ্বৰে, আল্লাই মানৱ জাতিৰ বাবে পৃথিৱীলৈ বহু অনুগ্ৰহ পঠাইছে। সেইটো আল্লাৰ পাৱাৰৰ কথা, ইচ্চাৰ কথা। বহু অনুগ্ৰহৰ ভিতৰত সুন্দৰী নাৰী অন্যতম। আৰু এটা কথা হৈছে জীৱ বা প্ৰাণীৰ ভিতৰত প্ৰত্যেকটো বস্তুৰে যোৰা যোৰকৈ পঠাইছে- সেই দুটা বস্তু এটা নহ'লে সিটোৰ মূল্য নাই। তাৰে কিছুমান মানুহে নেদেখে যেনে- বিদ্যুৎৰ পজেটীভ আৰু নিগেটিভ, পানীৰ হাইড্ৰোজেন আৰু অক্সিজেন, মানুহৰ শৰীৰৰ ধমনি আৰু শিৰা।

সেই কথাটোও হয়তো এনে কথাৰে এটা ভিতৰুৱা বস্তু। মাক-দেউতাকে ল'ৰা-ছোৱালীক নানা অনুগ্ৰহ আগবঢ়াই তাকে ল'ৰা-ছোৱালীয়ে গ্ৰহণ কৰে। তাত মাক-দেউতাকৰ কোনো স্বাৰ্থ নেথাকিলেও এক বিন্দুহ'লেও থাকে। কিন্তু আল্লাৰ কোনো স্বাৰ্থ নাই। তেওঁ এই সুন্দৰী ৰমণী, নাৰীসকলক মানুহ হিচাপে স্ৰজন কৰিয়ে পুৰুষৰ সতে একেলগে বাস কৰি কাম কৰি তেওঁৰ আদেশ পালন কৰি সমাজখন সুখময়, সুন্দৰ আৰু আদৰ্শময় কৰি তুলিবৰ বাবে হয়তো দায়িত্ব দি পঠাইছে। বোধহয় এয়ে উত্তৰ হ'ব। কাৰণ সৌন্দৰ্য্য নেথাকিলে এবিধ মানুহ আকৰ্ষীত নহ'ব। তাৰোপৰি ই ভগবানৰ এটা ইচ্ছা আৰু শক্তিৰ কথা। ভগবানে কি কৰিব নোৱাৰে !

: তোমালোকে ভাবিছা মই এক বিৰাট পণ্ডিত আৰু তোমালোকক এইবোৰ সুধি মই নিজকে খুব জনা দেখুৱাইছো। ময়ো ভাবিছো, উপলব্ধি কৰিছো, মোৰ মনত এনে প্ৰশ্ন জাগিছে। কিন্তু তাৰ উত্তৰ ময়ো দিব নোৱাৰিম এই ৰহস্যৰ ভেদ ময়ো ভাঙিব নোৱাৰো। আৰু মই নেজানোও। চালেহে উত্তৰ ক'ৰপৰা দিছে মই ধৰিব পাৰিছো- গ্ৰন্থৰ নাম উল্লেখ নকৰা ভালেই হৈছে। সেইখিনি সঁচা হ'ব পাৰে মই পঢ়া নাই।

: মোৰ এতিয়া মনত পৰিছে। তোমালোকে আৰু গ্ৰন্থৰ নাম ক'ব কিয় ভয় কৰা- সঁচা কথাহে কম। এইং জাতিয় কথা কোৰাণত আছে। মই পাহৰি আছিলো।

: কোৰাণত কি আছে, আছেনে নাই, অন্য ধৰ্মীয় কিতাপে কি কয় এইবোৰ বাদ দিয়া। মূল কথা এটাই যে পৃথিৱীত সুন্দৰী ৰমণী আছে। এই ছোৱালী বা নাৰীসকল আগৰপৰায়ে আছে। সেইসকলৰ সান্নিধ্যলৈ আমি কোৱা সেই মণিষী, বৈয়াকৰণবীদ, শব্দ ৰচোতাসকল আহিছিল নে নাই? সেই সুন্দৰীসকলক একেবাৰে ওচৰৰ পৰা দেখাৰ সৌভাগ্য তেওঁলোকৰ হৈছিল নে নাই? তেওঁলোকো সৌন্দৰ্য্যৰ পূজক নাছিল জানো?? তেওঁলোকতো ব্ৰহ্মচাৰী বা সাধু বাবা বা কোনো কেৱলীয়া ভকতৰ দৰেও নাছিল যে সেইসকল ৰমণীক দেখাৰ লগে লগে সাতজাপ মাৰি বিতৃষ্ণত, পাপৰ ভয়ত বা মহিলা দেখিলেই চকুৰ লোম চিঙি অন্যপিনে মুখ ঘূৰাই দিব? যি কোনো অৱস্থাতে তেওঁলোকে সেই মহিলাসকলৰ বিভিন্ন দৈহিক গঠন, উচ্চতা, নিতোলতা,

কমনীয়তা, পূৰ্ণ যৌৱনৰ সমানুপাতিক সৌন্দৰ্য্য নিজ চকুৰে দেখিছিল। এই বিষয়ে আমি আৰু বহু দূৰ আগবাঢ়িব পাৰো॥ কিন্তু শ্লীলতা ৰক্ষাৰ বাবে আৰু আগ নেবাঢ়ো। সেই বিশাল পুৰুষ, মণিষীসকল আকৌ কবি বা সাহিত্যিকো আছিল। গতিকে তেওঁলোকে সাহিত্যিক বা কাব্যিক প্ৰতিভাৰে মহিলাসকলৰ ৰূপ বন্দনাত ব্যস্ত হৈ পৰিল। যি কোনো সৌন্দৰ্য্যৰ প্ৰতি পৃথিৱীৰ মানুহ আকৰ্ষীত হ'বই। তেওঁলোকো আকৰ্ষীত হৈছিল আৰু লাহে লাহে তেখেতসকলে মহিলাৰ দৈহিক গঠনৰ বিভিন্ন ভাগেৰে ভাগ কৰি নামাকৰণ কৰিলে। মই আগতেই কৈছো যে মোৰ কথাবোৰ ছুটা হ'ব, কৰ্কশ হ'ব। কাৰণ মই সাহিত্য কৰিবলৈ যোৱা নাই। মহিলাৰ ভৰিৰ আঙুলিৰ পৰা মূৰৰ চুলিলৈকে যি সৌন্দৰ্য্য আছে তাৰ ওপৰত ভিত্তি কৰি তেওঁলোকক, তেওঁলোকৰ সৌন্দৰ্য্যক সুকীয়া এক মৰ্যাদা প্ৰদান কৰিলে। সেইখিনি নকৰা হ'লে হয়তো ভাষা বা শব্দৰ উৎপত্তি নহ'ল হয়। এইটোৱেই হৈছে সৌন্দৰ্য্যবোধৰ দাৰ্শনীক তত্ত্ব। একেবাৰে কমন চেনচ্‌ৰ পৰা কোৱা কথা। তাৰবাবে মই কোনো পুথি-পাঁজি পঢ়া নাই। গতিকে পদ্মিনী, চিত্ৰিনী আদিৰে নাৰীক নামাকৰণ কৰাত কি অপৰাধ থাকিব পাৰে ? তাৰ বাবে পুৰুষক গৰিহণা দিয়া মানে যে সেই মণিষীসকলকেই যে গৰিহণা দিয়া তাক কোনোবাই অস্বীকাৰ কৰিব পাৰিব নে ? সৌন্দৰ্য্যময়ী নাৰীৰ প্ৰথম পৰিচয়েই হৈছে তেওঁৰ সৌন্দৰ্য্য। প্ৰথম চকুত পৰাৰ লগে লগে মানুহে, পুৰুষে প্ৰথমে তেওঁক সেই বুলিয়ে গণ্য কৰিব। তেওঁৰ অন্য কি গুণ-গৰিমা আছে সেইটো পাছৰ কথা। পৃথিৱীত এনে এজন ব্যক্তি ওলাবনে যি এগৰাকী সৌন্দৰ্য্যময়ী নাৰী দেখাৰ পাছত এইবুলি ক'ব পাৰে যে তেওঁক বাহ্যিক ৰূপ-লাবণ্য নেলাগে- সেইটো বিসৰ্জন দিছে- তেওঁক লাগে সেই নাৰীৰ ভিতৰত কি কি গুণ আছে তেওঁ তাকেহে চাব। সকলো মানুহটো বাৰণাৰ্ড শ্ব নহয়। একেবাৰে সঁচা কথাটো এইটো যে নাৰী সৌন্দৰ্য্যক কোনেও উপেক্ষা কৰিব নোৱাৰে। আৰু একেবাৰে মিছা কথাটো এইটো যে যি নানা যুক্তি কৌশল দেখুৱাই ইয়াৰ বিৰোধিতা কৰে। ই এক অসাধাৰণ প্ৰাকৃতিক নিয়ম। কিন্তু এনে এটা পৰিবেশৰ সৃষ্টি হোৱা নাছিল যে সেই সময়তে অৰ্থাৎ এই পদ্মিনী, চিত্ৰিনী নামবোৰ, শব্দবোৰৰ উৎপত্তি হোৱাৰ সময়ত সেই শব্দ ৰচোতাসকলে ষড়যন্ত্ৰ কৰি নাৰীক পুৰুষৰ ভোগৰ বাবে, কামনাৰ বাবে,

পদদলিত কৰিবৰ বাবে, ভৰিৰ তলত ৰাখিবৰ বাবে, ভৱিষ্যতে নাৰী এই নামেৰে চিহ্নিত হৈ থাকক বুলি এনে কৰিছিল। তেওঁলোকক দোষাৰোপ কৰাৰ অধিকাৰ টাবৰীণৰ কিন্তু নাই। টাবৰীণো খুব ধুনীয়া কিন্তু তাইতকৈয়ো যে ধুনীয়া ছোৱালী আছে সেইটো তাইৰ এটা ঈৰ্ষাৰ কাৰণ হ'ব পাৰে। কাৰণ তাই তাইৰ কামবোৰ কিন্তু কৰি আছে- আনক কিন্তু বাধা আৰোপ কৰি গৈ আছে। আজি মানুহে মাদাৰ টেৰেচাৰ, মীৰা বাঈ আদিৰ কথা সকলোৱে বিশ্বাস কৰিব। কাৰণ তেওঁলোকে সাহিত্য কৰা নাই। তেওঁলোকৰ জীৱনটোৱেই সাহিত্য। সাহিত্যসমূহেই বাস্তৱ। টাবৰীণৰ জীৱন, বাস্তৱ আৰু সাহিত্যৰ মাজত বহু প্ৰভেদ আছে। আমাৰ অসমতো বৰ্তমান যুগত তেনে লোকৰ সংখ্যা খুব এটা তাকৰ নহ'ব। নাৰীক আজি পুৰুষে কিছুমান কথাত যিদৰে চাইছে, লক্ষ্য কৰিছে, নাৰীক তেনেকৈ চাবলগীয়াও, লক্ষ্য কৰিবলগিয়াও। তাৰপৰা নাৰীয়ে উদ্ধাৰ কোনো দিনে নেপাব আৰু তাৰ বিকল্প ব্যৱস্থাও নাই। তেওঁলোকক পৃথিৱীলৈ তেনেকৈ পঠাইছেই। তাৰ প্ৰথম প্ৰমাণ এয়ে যে যেতিয়া এজনী ছোৱালী গাভৰু হয় তেতিয়াৰ পৰা তাইৰ প্ৰতি বিশ্বৰ সকলো মাক-দেউতাকে লোৱা সাৱধানতাৰ কাৰ্য্যকলাপৰ নমুনাবোৰ কিদৰে এটাৰ পাছত এটাকৈ আৰোপ কৰি যায়। এদিনৰ কথা মই তেতিয়া বাংলাদেশত। মাজে মাজে টাবৰীণক লগ কৰো। তাইৰ উৎপাত, খেয়াল, উৎভগুলীবোৰ লাহে লাহে মানুহৰ চকুত পৰিছে। মোৰ জানিবৰো মন গৈছিল তাইৰ এনে অৱস্থা কিয় হৈছে। তাইৰ প্ৰচণ্ড ক্ষোভ পেহীৰ প্ৰতি। যেন পেহীয়ে তাইক নষ্ট কৰিলে। তাই সেইদিনা তাইৰ শাস্তি হোৱা দিনবোৰৰ কথা সোঁৱৰি তৰ্জন-গৰ্জন কৰি আছিল। তেতিয়া তাইক মই কৈছিলো যে চা টাবৰীণ ফুল চিঙিও ভালপায় চায়ো ভাল পায়। খোদায়ে তইঁতক ফুলৰ দৰে সৰজিছে। যি জোপা গছত কাইট বেছি থাকে সেই জোপা ফুলৰ দামো বেছি, কদৰো বেছি। তইঁতক যদি চিঙিব নেপায় তেন্তে চাবও নেপায়। কিন্তু তইঁতে তইঁতক নেচালে যে বেয়া পাব ? তইঁতে সদাই ভাবি থাক- তইঁতক এবাৰ হ'লেও কোনোবাই চাওক। নেচালে তইঁতৰ দামো নাই মূল্যও নেবাঢ়ে। তইঁতৰ গাবোৰ যেতিয়া ফললৈ ৰূপান্তৰিত হৈ পৰে তেতিয়া আৰু বিপদ। বুদ্ধিমান গৰাকীয়ে তইঁতৰ ফলৰ ওপৰত কাৰো হাত নপৰিবৰ বাবে ধাকনি দি ধাকি ৰাখে। মুখ নেলাগিবৰ

বাবেও ধাকি থয়। যি গৰাকীয়ে ধকাৰ বিষয়ে বেছি চিন্তা নকৰে তেনে ফল দিয়া গছৰ বেছি অসুবিধা হয়। বাটৰ বজৰুৱা ল'ৰাই এচাৰীৰে ফল পাৰি খাব। সেই কাৰণে জ্ঞানী মহাপুৰুষবিলাকে কয়- প্ৰথম দৃষ্টি নিজৰ বাকিখিনি শইটানৰ। কিন্তু কোনেনো এইবোৰ মানে? যৌৱনৰ যেতিয়া কঠোৰ ভাবে ভোক লাগে, সজোৰে যেতিয়া পিয়াহ লাগে তেতিয়া ই নিজেই ফল-ফুল বিচাৰি খাবই। তইতে যদি গা ধাকি সাৱধানে থাকিব পাৰ তেন্তে তইঁতৰ খুব বেয়া এটা সোনকালে কেতিয়াও নহ'ব। তই এতিয়াও কিয় বুজি উঠা নাই যে তোৰ ভিতৰৰ ছোৱালীজনীৰ বিৰাট শত্ৰুটো তোৰ বাহিৰৰ দেহাবয়বটো। সেয়ে তোৰ শান্তি হোৱাৰ পাছত পেহীয়ে তোক তোৰ কলাফুল দুটা ধাকি ৰাখিবৰ বাবে দীঘল পাইজামা পিন্ধিবলৈ কৈছিল। তোৰ পূৰঠ ভৰি দুটাই সমাজৰ বাবে অপকাৰৰ কাৰণ হৈ পৰিব। কিন্তু এইটো কথা ঠিক যে তইঁতক অপব্যৱহাৰ কৰিব নেপাই। বাহিৰৰ আৰু ভিতৰৰ দুয়োটা ৰূপকে সমানে সন্মান জনাব লাগে। মই যদি চকু মেলি তোলৈ চাওঁ তোৰ গোটেই গাটো দেখিম। তোৰ ভিতৰত কি আছে নেদেখো। কিন্তু তোক যদি চকু মুদি চাই থাকো এটা সময়ত তোৰ ভিতৰৰ গুণখিনি মই দেখিব পাৰো। সেয়ে তই সদাই ভাবিব লাগে যে তই তোৰ ভিতৰৰ গুণবোৰ মোক কিদৰে দেখাব পাৰ। তোৰ ভিতৰৰ গুণবোৰ দেখি যদি মই মুগ্ধ হও তেনে তোৰ বাহিৰৰ ৰূপটো মই পাহৰি যাম। তেতিয়া তোক মই মানুহৰূপে সাৱতি ধৰিম। কিন্তু তই যদি বাহিৰৰ ৰূপটোৰে মোক আকৃষ্ট কৰ তেন্তে তোক ছোৱালী বুলি, নাৰী বুলিহে মই বা আনে সাৱতি ধৰিম বা ধৰিব। গতিকে তইঁতেও আমাক তইঁতক কিহত সাৱতি ধৰিম তাৰ এটা সুবিধা কৰি দিব লাগিব। পুৰুষ আৰু নাৰীৰ এই ক্ষেত্ৰত সমানে কৰিব লগা আছে। তাইক মই ইমান ভাল কথাৰে কথাবোৰ বুজাব খুজিছিলো- তাৰ উত্তৰত তাই মোক কৈছিল "ল'ৰাবোৰে ডেকা হ'লে কিয় তেনে নিষিদ্ধতা আৰোপ নকৰে?" মই তাইক বগৰ কৰি কৈছিলো যে তইঁত ছোৱালীবোৰে আমাক নেকামোৰ কিয়? আমিহে তইঁতক বেয়া কৰো। গতিকে তইঁত আমাৰ পৰা সাৱধানে থকাৰ ব্যৱস্থা কৰ। তাইৰ তেতিয়া খং উঠিছিল, তাই কঁপিছিল আৰু পইচা নিদিয়াকে আধাখোৱা চাহৰ কাপটো টেবুলত থেকেছি বাহিৰলৈ ওলাই আহিছিল। এতিয়া মূল কথালৈ আহোঁ। মই

আছুফিক এৰি মঞ্জু, নন্দীতাহঁতৰ কথালৈ আহোঁ। তুমি মোক সহায় কৰিবা। সিহঁত দুজনী অসম্ভৱ ধুনীয়া। সিহঁত সৌন্দৰ্য্যৰ প্ৰতি সচেতন নে ?

: খুবেই সচেতন।

: কিয় সচেতন ?

: ধুনীয়া কাৰণেই সচেতন।

: সিহঁত যে ধুনীয়া তাৰবাবে সিহঁতৰ সাধাৰণ চিন্তাধাৰা কি ? সিহঁতে বেছিকৈ কি ভাবি থাকে ?

: মই এটা কথা জানো যে যিহেতু সিহঁত দুজনী খুবেই ধুনীয়া, সিহঁতকো কোনোবাই কোনোবাই পদ্মিনী, চিত্ৰিনী বুলি জোকাই গতিকে সিহঁতৰ এই লৈ বিৰাট গৌৰৱবোধ হয় আৰু সেয়ে উচ্চাত্মীকাভাবো বেছি। সিহঁত বেয়া হৈ যোৱা নাই কিন্তু সিহঁতে বাহিৰলৈ ওলাই মেলি গৈ খুবেই ভাল পায়। একো কাম নেথাকিলেও সিহঁতে কিবা এটা সৰু কামৰ অজুহাত দেখুৱাই বাহিৰলৈ ওলাই গৈ ভাল পাই। সিহঁতৰ সতে মই বহু দিন ধৰি বহু কথাই পাতিছোঁ। ভাল কথাও পাতিছোঁ। কিন্তু তাৰ ভিতৰত কোনে কি ক'লে, সিহঁতৰ ধুনীয়াখিনিৰ ওপৰত কি মন্তব্য দিলে, কোনে জোকালে, কোনে মাকতিৰে লিষ্ট এটা দিব বিচাৰিছিল, কোনে অকণ সান্নিধ্যলৈ আহিব বিচাৰে, এই জাতিয় অলেখ কথা কিন্তু এদিনলৈ হ'লেও কোৱাৰ পৰা বিৰত থাকিব নোৱাৰিছিল। সিহঁত এতিয়া ভাল হৈ আছে- কিন্তু ভৱিষ্যতৰ কথা ক'ব নোৱাৰো। সিহঁত দুজনীয়ে সিহঁতৰ সৌন্দৰ্য্যক, দেহদুটাক মানে হ'ল বডিটোক প্ৰদৰ্শনমুখী কৰি তুলিছে সিহঁতক কোনোবাই নাম দি মাতে, জোকাই এইবোৰ সিহঁতে খুবেই ভাল পায়। এইখিনিতে মোৰ ব্যক্তিগত মতামত এয়ে যে ধুনীয়াখিনিক সংৰক্ষণ কৰি, সংযত কৰি ৰাখি সীমাৰ মাজত চলা-ফিৰা কৰাই নাৰীৰ লক্ষ্য হোৱা উচিত। পাশ্চাত্য আৰু বিজতৰীয়া সংস্কৃতিয়ে আমাক শেষ কৰি দিছে। আনকি এটা সংখ্যাৰ 'ৰ'দালি'ৰ শেষ পৃষ্ঠাত এজনী ছোৱালীৰ উৰ্দ্ধাংশৰ সম্পূৰ্ণ উলঙ্গ ছবি মুদ্ৰন কৰা হৈছে। তাৰ পৰাই আমি এই শিক্ষা লোৱা দৰকাৰ যে আমি আছি ক'ত ৰ'লোহি আৰু আমাৰ চিএৰ-বাখৰ কৰি থকা মানুহবোৰে আচলতে কি কথাত চিএৰিছে। অভিভাৱকসকলে আমাক মনা কৰিবই নেলাগে। সাহিত্যিক -কবিসকলে প্ৰবন্ধ লিখিবও নেলাগে।

বাস্তৱত যিটো ঘটি আছে সেইটোহে আমাৰ দৰকাৰ। টাবৰীণে চিত্ৰিনী, পদ্মিনী বুলি নাৰীক ভাগ কৰি পুৰুষৰ ভোগ্যবস্তু বুলি গণ্য কৰা হৈছে আৰু পুৰুষে তাৰ ব্যাখ্যা কৰি ভাল পাই বুলি হাল্লা কৰিলে কি হ'ব ; আচলতে আমি নাৰীসকলেই এইবোৰৰ পোষকতা বেছি কৰো আৰু আমি সেইবোৰ ভালহে পাওঁ। সৌন্দৰ্য্য থকা নাৰীয়ে এইবোৰ মনে মনে খুব ভাল পায়। নহ'লে বিউটি পাৰ্লাৰলৈ গৈ মহিলাই এইবোৰ মানে আৱশ্যকতকৈ বেছিখিনি নকৰিলে হয় । টাবৰীণে প্ৰত্যেকটো কথাতে যিমানেই জোৰ দি পুৰুষক দোষ দি লিখি গৈছে সিমানেই আমাৰ নাৰী সকলেই সেইবোৰৰ নিদৰ্শন বেছিকৈ দেখুৱাইছে। গতিকে সেইবোৰ কথাত কামত নাহিব। সঁচা সদাই সঁচা, ধুনীয়া সদায়ে ধুনীয়া । তাক পুৰুষে নেলাগে নাৰীয়েও, নিজৰ মাক, বায়েক, ভনীয়েকেও গৰ্ব্ব অনুভৱ কৰিব আৰু সেই ধুনীয়াখিনিৰ প্ৰতি ঘৰৰ মহিলা প্ৰধান ব্যক্তিসকলেও প্ৰেৰণাহে দিব । তাইক কোনোবা পুৰুষে কিবা কৰিব বুলি ভাবি যৌৱনটো চন্দুকত সুমুৱাই নেৰাখে । এই সৌন্দৰ্য্য সমাজৰ নানা কামত খটুৱাব লাগিব । বিয়া হ'ব লাগিব, পুৰুষৰ সহচৰ হ'ব লাগিব, মাতৃ হ'ব লাগিব, ভাল নাৰী হ'ব লাগিব, পুৰুষৰ ভুল দেখিলে, হাতত শিকলি দেখিলে, আশ্ৰয়ৰ নামত পুৰুষৰ বুকুত প্ৰাচীৰ ৰূপী বাধাৰ গড় দেখিলে প্ৰতিবাদো কৰিব লাগিব, কেতিয়াবা নিষ্ঠুৰ হৈ পুৰুষক এৰি গুচিও যাব লাগিব। কিন্তু টাবৰীণে আমাক কি দিলে ? তেখেতৰটো সকলোতে আপত্তি। পত্নী হোৱাতো আপত্তি, বৃদ্ধা হোৱাতো আপত্তি । সকলোতে তাই দোষৰ সাগৰেৰে ভৰি থকাই দেখে । তেখেতে মাত্ৰ বিচাৰে নাৰী হৈ থাকিবলৈ। বৈবাহীক জীৱনৰ সোৱাদত দাঁত টেঙাই যোৱাৰ পাছত, সংসাৰৰ জ্বলাই মুখ ফৰফৰাই তোলাৰ পাছত তেখেতে এতিয়া মুক্ত যৌৱন বিচাৰিছে। চাৰিবিধ নাৰীৰ ভিতৰত তেখেতো এবিধত নিশ্চয় অন্তৰ্ভুক্ত হ'ব । গতিকে তেওঁ পুৰুষে কৰা কামৰ সমালোচনা কৰাৰ লগতে নাৰীসকলক কিয় এই কথা নকয় যে নাৰী পণ্য সামগ্ৰী হৈ গৈছে, সৰ্বস্ব লুটি নিছে, লুণ্ঠিতা হৈছে আৰু বহু কিবা কিবি হৈছে আৰু সেইবোৰ পুৰুষসকলেই কৰিছে । গতিকে আহক আমি পুৰুষক মজা এটা দিও যে কোনো ক্ষেত্ৰতে আমি তেওঁলোকক আৰু চল নিদিম- তেওঁলোকে আমাক আমাৰ দেহৰ জোখ অনুক্ৰমে, আমাৰ দেহৰ ভঙ্গীমা, গতি আৰু আকাৰৰ ওপৰত ভিত্তি

কৰি আমাক নামাকৰণ কৰিছে, তাৰদ্বাৰা সিহঁতে মুনাফা লুটিছে, আমালৈ লুলোপ দৃষ্টি নিক্ষেপ কৰে, আমাৰ দেহটোকহে মূল্যবান বস্তু বুলি ভাবে, তেওঁলোকেই বহু ধৰণৰ ব্যাখ্যা তৈয়াৰী কৰে, এই শৰীৰটোৰ দ্বাৰাহে আমি তেওঁলোকৰ ওচৰত বেছি জনাজাত, ফলৰ দৰে সিহঁতবোৰে আমাক বিচাৰে, আমাক কঠালৰ সতে, কলৰ সতে তুলনা কৰিছে, গতিকে আজিৰপৰা আমি সিহঁতক এইদৰে ভাবিবলৈ সুবিধা নিদিও, অন্ততঃ এই শতিকাত নহ'লেও অহা শতিকাত কোনো উঠি অহা নাৰীক পুৰুষে তেনেকৈ আৰু ভাবিব নোৱাৰে। গতিকে আমি পৰ্দাৰ মাজলৈ আহো, ভালকৈ সংযতভাৱে কাপোৰ পিন্ধিবলৈ লও, বেছিকৈ এই পুৰুষবোৰৰ সতে মিলা-মিচা কৰিবলৈ এৰি দিও, মডেলিং, মডেল গাৰ্লৰ অনুস্থান, বিজ্ঞাপন, বিউটি কনটেষ্টত যোগ দিয়াৰ পৰা বিৰট ৰাখো। অন্ততঃ যিবোৰ কাম কৰিলে পুৰুষে আমাৰ দেহৰ সকলো ভাজ, সকলো অনাবৃত অংশ দেখিবলৈ সুবিধা নেপাব তেনেবোৰ কাম কৰো। ক'তা আমিটো তেনে কোনো কথাৰ আহ্বান নেপালো। তেখেতে নিজৰ ঘৰখনৰে কিমান দাৰীদ্ৰ মহিলাক কেইহাজাৰ টকাৰ বস্ত্ৰ দান কৰি লাজ নিবাৰণৰ বাবে ব্যৱস্থা ললে ? কেইটা অনুষ্ঠানৰ সতে এই বিষয়ে জোৰ অভিযান চলালে ? ডাক্তৰণী হৈ, বিজ্ঞানৰ ছাত্ৰী হৈ একশ্যন ৰিএকশ্যনৰ ওপৰত জ্ঞান, ধাৰণা নথকাৰ বাবে আমি অতি আচৰিত হৈ পৰিছো। গাখীৰ, কণী, নাৰিকল নষ্ট হৈ যোৱাৰ কথাটো ভাবিব পাৰিলে কিন্তু ৰ'দত বৰফ, গৰমত ঘীউ, পানীত নিমখ, জুইত মম গলি যোৱাৰ কথাটো মনলৈ নাহিল। নাহিবই কাৰণ তাত পুৰুষক দোষী কৰাৰ কোনো সুবিধা নাইতো সেইবাবেই। অৰ্দ্ধনগ্ন হৈ আশালিন সাজ পিন্ধি আমাৰ নাৰীসকলেই ঘূৰি ফুৰিব আৰু তাৰবাবে পুৰুসকলে, যুৱকসকলে স্থিৰভাৱে চাই থাকিব। আজিকালি আৰু এটা ধং হৈছে যে কৰবাত যদি পুলিচ মিলিটেৰীয়ে বা সাধাৰণ নাগৰীকে এগৰাকী নাৰীক ধৰ্ষণ কৰে তেতিয়া আক খবৰ কাগজত ছোৱালীজনীৰ নাম ঠিকনা দি দিয়ে। কিন্তু কত শত অভিজাত্যৰ ঘৰত যে ধৰ্ষণৰ দৰে কাৰ্য্য চলি আছে, নীলাভ লাইটৰ তলত, তাৰ খবৰ কোনে ৰাখিছে.? তাৰ বাবে নাৰী সমাজেই দোষী আৰু ই নাৰীকেই বেছি ক্ষতি কৰিছে। সেইবোৰৰ বিষয়ে কোনে মাতিছে। তাৰোপৰি টাববীণৰ ভাৱধাৰাত আমি মন কৰিছো যে যোনে যিমানেই সৎ

উদ্দেশ্যে, সৎ ভাৱেৰে, সততাৰে, গভীৰ বিশ্বাসেৰে, আস্থাৰে নাৰীক বা নাৰীৰ প্ৰতি কিবা এটা কথা নকওক লাগিলে সেই সকলোবোৰ তেওঁ কেৱল "ভোগ যৌন সম্ভোগ"ৰ শাৰিলৈ লৈ যায়। তেওঁ অন্তৰ্নিহিত ভাৱটো কেৱল এক নিৰ্লজ্জ পৰিসৰৰ মাজলৈ লৈ যাব বিচাৰে। যেন পুৰুষে চব্বিশ ঘণ্টাৰ ভিতৰত চব্বিশ ঘণ্টাই কেৱল নাৰী উপভোগ কৰাৰ কথাই ভাবি থাকে। ভাল কথা এটা কলেও তাত কামনাৰ গোন্ধহে যেন লাগি আছে তাকে বুজাব বিচাৰে।

: তোমাৰ ব্যক্তিগত ধাৰণা কি ? তুমি মঞ্জু, নন্দীতা আৰু টাবৰীণৰ কথা কলা তুমি কি ভাৱা ? কাৰণ তুমিওটো ধুনীয়া ছোৱালী ?

: মই ধুনীয়া হওনে নহও মই নেজানো। কিন্তু মই কিছুমান কথা ধুনীয়াকৈ ভাবিব জানো। আশা কৰো আপোনালোকে মোক বেয়া নেপাব। টফচিৰ, কবীন, আদিত্য, গগৈ, চালেহ, জেৰিণ আৰু মই আমি এই সাতটা প্ৰাণী অসমৰ বিভিন্ন ঠাইৰপৰা অহা। আমাৰ কাৰো ঘৰ ইয়াত নহয়। মোৰ সতে আপোনালোকৰ কোনো তেজৰো সম্বন্ধ নাই। আজি চাৰি বছৰ মানৰ আগলৈকে আমি ইজনে সিজনৰ সতে অপৰিচিত হৈ আছিলো। তাৰ পাছত আমি আহি লগ লাগিলো। আপোনালোকে মোক ধুনীয়া দেখিছে, হয়, মোৰ অলপ সৌন্দৰ্য্য আছে। সেয়া ওপৰৱালাই দিছে। বিজ্ঞাপন, মডেলিং, 'ৰ'দালি'ৰ প্ৰথম পৃষ্ঠাত মোৰ ছবি, কোনোবা অনুষ্ঠানৰ বছেৰেকীয়া উৎসৱত পুৰস্কাৰ বিতৰণৰ সময়ত কাষি ধৰা ছোৱালীজনী, তিনিটামান প্ৰাইভেট অফিচৰ ৰিচিপশ্যনিষ্ট চাকৰিকে আদি কৰি কেইবাটাও চাকৰিৰ প্ৰস্তাব আৰু বহু কিবা কিবি হ'বৰ বাবে আৰু যাবৰ বাবে মোলৈ অনুৰোধ আহিছে। কিন্তু মই যোৱা নাই, মই দুটা মহিলা অনুষ্ঠানত আৰু আপোনালোকৰ সতে জড়িত হৈ আছো। এইবোৰতে মোৰ ভাল লাগিছে। টফচিৰকাই কোৱাৰ দৰে তাহানিতে সেই শব্দ ৰচোতাসকলে শব্দ নিৰ্মাণৰ খাটিৰত নাৰীক চাৰিটা ভাগত ভাগ কৰিছিল। ময়ো তাৰ ভিতৰত কোনোবা এটাত হয়তো পৰিম। কিন্তু তাৰবাবে মোৰ কোনো গৌৰৱো নাই, কোনো অভিমানো নাই। মই ময়েই। মই হয়তো ষড়যন্ত্ৰ কৰি গোটেই পৃথিৱীখনকে বিপদত পেলাম- কিন্তু নিজকে বিপদত নেপেলাও। আপোনালোকক মই আজিলৈকে মোক আছুফিয়া এজনী ছোৱালীৰ লগতে মানুহ বুলি ভবাৰ বাহিৰে অন্য একো বুলি

ভাবিবলৈ সুবিধা দিয়া নাই আৰু আপোনালোকেও অন্য বুলি লোৱাৰ বা ভৱাৰ সুবিধা লব পৰা নাই। মোকতো পদ্মিনী বুলি মাতে, জোকাই, ক'তা মইতো তাৰ সুবিধা কোনোদিনে লোৱা নাই? মই যদি পদ্মিনীৰ শ্ৰেণীৰ ভিতৰত পৰো তেন্তে পৰিছোৱেই। তাতে কি ক্ষতি? মোকতো কোনেও বেয়াকৈ লোৱা নাই। মই অসুবিধাতো পৰা নাই। তাৰ বাবেতো পুৰুষক বেয়া ভৱাৰ, বেয়া কোৱাৰ কোনো যুক্তি নাই। অলাগতিয়াল কথা কিছুমান মই কিয় মুৰত সুমুৱাই লও। মই যদি সেই নামৰ সুবিধা ললো হয় কেতিয়াবাই মই আপোনালোকৰ সতে পিচল খাই পৰিলো হয়। মঞ্জু, নন্দীতা, নীনাহঁতৰ দৰে মই নচলো। প্ৰথম কথা মই সংযত পৰিধানৰ পক্ষপাতী। মই সকলো টাইল সীমাৰ ভিতৰত কৰো। তৃতীয় কথা মই কাকো প্ৰভক নকৰো। অৰ্থাৎ মই প্ৰভকেটিভ নহও। আবৃৰত থাকি ভাল পাওঁ। চতুৰ্থ কথা মই অলপ ধৰ্ম মানো। এইখিনি কৰাৰ পাছত মোক কোনোবাই কিবা কৈ থাকক তাত মোৰ আপত্তি নাই। আৰু মই প্ৰকৃতিৰ বিধানৰ বিৰুদ্ধে নেযাও। প্ৰকৃতিয়ে নাৰীক কিছুমান নীতি- নিয়মৰ অধীন কৰিছে সেইখিনি ভাঙি-চিঙি ওলাই যাব নিবিচাৰো। কিন্তু সেইবুলি টাবৰীণে কোৱা সকলো কথাই ভুল তাকো নেভাবো আৰু নকও। পুৰুষক এজোলোকা এনেকৈ নিদিলেও নচলে। নাৰীত্বক মই মানি নোলোৱাকৈ থাকিব নোৱাৰো, কিন্তু তথাকথিত নাৰীবাদৰ ওপৰত কোৱা সকলো কথা মই নেমানো। মই নেলাগে পৃথিবীৰ কোনো নাৰীয়ে মানিব নোৱাৰে। চমুকৈ ক'বলৈ গ'লে কোনো পুৰুষে মহিলাক ভোগৰ শ্ৰেণীগত তালিকাত পেলাবৰ বাবে, আনন্দ লভিবৰ বাবে, কামনাৰ বশৱৰ্ত্তী হৈ চাৰিভাগত বিভক্ত কৰা নাই। তাত কোনো অসৎ উদ্দেশ্য নাই। ভাষা বা শব্দ সৃষ্টিৰ তাগিদাত এই বুলি নামাকৰণ কৰা হ'ল। প্ৰকাৰভেদ নিৰ্ণয় কৰাত অপৰাধ নাই যিমান অপৰাধ আছে নাৰীয়ে নিজে তাৰবাবে গৰ্বীতা বোধ কৰি পদ্মিনী নামৰ বা চিত্ৰিনী নামক আৰু সংৰক্ষণ কৰি তাৰ মান আৰু স্তৰ উন্নতৰ কৰাৰ ব্যৱস্থাত আৰু লগে লগে নিজক অসৎভাৱে বিলাই দিয়াৰ মানসীকতাত। এইখিনিতে মোৰ টাববীণ সমৰ্থক, লেখক- সাংবাদিক আৰু সাধাৰণ নাগৰিকক এবাৰ কথা ক'বলৈ আছে। টাববীণক আমি বহু ওপৰলৈ উঠালো। গতিকে কেইটামান কাম কৰিব পাৰিলে বেয়া নহয়। জীৱনজোৰা কষ্ট, ত্যাগ আৰু অৱদানৰ

অন্তত এজন লোকে সমাজত মহামানৱৰূপে স্বীকৃতি পায়। জীৱনৰ সকলো মহৎ আদৰ্শ তেওঁ মানুহৰ বাবে এৰি যায়। সেই ব্যক্তিজন জীয়াই থকা কালতে বা মৰাৰ পাছত তেওঁ মানৱৰ বাবে দি যোৱা আদৰ্শ, তেওঁৰ মহান কৰ্মৰাজি বাস্তৱত অনুকৰণ কৰিবলৈ আমি সমাজক আহ্বান জনাও। সকলোৱে যাতে তেওঁৰ বাণী, তেওঁৰ পৰিকল্পনা সমূহক হাতে কামে কৰি জীয়াই ৰাখে তাৰবাবে জোৰদাৰ প্ৰচাৰ কাৰ্য্যত লিপ্ত হওঁ। গান্ধী, আজাদ, সুভাষ, জ্যোতিপ্ৰসাদ, ৰাভা, শঙ্কৰদেৱ, অম্বীকাগিৰী, গোপীনাথ, তৈয়বুল্লা আদিয়ে অসম তথা ভাৰতৰ বাবে বহু মহৎ কাম কৰি গৈছে। তেওঁলোক ভাৰতৰ বাবে গৌৰৱৰ কাৰণ হৈ পৰিছিল। আজিও দেশৰ সংকট কালত এইসকল মণিষীৰ জীৱনাদৰ্শনক অনুকৰণ কৰি দেশ তথা জাতি আৰু সমাজ গঢ়িবৰ বাবে সকলোৱে আহ্বান দিয়ে। তেওঁলোকৰ কাম-কাজক হাতেকামে লগাবৰ বাবে সভাই-সমিতিয়ে, ৰেডিঅ', টি. ভি. যোগে, কাকতে-পত্ৰই, চেমিনাৰ যোগে দাবী তোলা হয় যাতে মানুহে সকলো প্ৰকাৰে দেশ আৰু দহৰ সৰ্বাঙ্গীন উন্নতি কৰি যাব পাৰে। অৱশ্যে এটা কথা ঠিক যে বৰ বৰ লোকসকল মৰাৰ পাছতহে এইবোৰৰ প্ৰতি বেছি জোৰ দিয়া হয়। হ'লেও প্ৰক্ৰিয়াসমূহ তেওঁলোকৰ জীৱন কালতে আৰম্ভ হয়। কিছুমানে মৰাৰ আগত অলপকৈ দেখিও যায়। মানুহে তেওঁলোকে কৰি যোৱা কামবোৰৰ প্ৰতি ইমানেই আকৃষ্ট হয় যে কেতিয়াবা তেওঁলোকৰ জীৱন কালতে বহুতে কামবোৰ আৰম্ভ কৰি দিয়ে। টাবৰীণকো যিহেতু আমি আদৰ্শৰ শীৰ্ষ বিন্দুত ৰাখিলো, তেওঁৰ আদৰ্শ, কথা-বটৰা, ধ্যান-ধাৰণাকো বিশেষ মৰ্যাদা দিলো, তেওঁ নিজেও পৃথিৱী তোলপাৰ লগাই গ'ল, প্ৰগতিবাদী, প্ৰতিবাদী, নাৰীবাদী, নাৰী মুক্তিদায়িনী আদিৰ দৰে অতি উচ্চ ভাবাৰ মালা পিন্ধাই পৃথিৱীৰ মানুহৰ আগত ধন্য কৰালো গতিকে তেওঁৰ আদৰ্শ বজাই ৰাখিবৰ বাবে আমিও ককালত টঙালী বান্ধি ওলাবৰ হ'ল। তেওঁৰ মহান কাৰ্য্যাৱলীক হাতে কামে ৰূপ দিয়াৰ বাবে সমগ্ৰ ভাৰত তথা অসমৰ নাৰীসকলেও তিনি চাৰিটাকৈ স্বামী ৰাখি সোৱাদ লৈ এৰি দি পুৰুষৰ বিষয়ে নানা লিখা লিখিবলৈ শিকক। লিখিব নজনাবোৰে বা সাহিত্য কৰিব নজনাবোৰে বেছি দুখ কৰিব নেলাগে। আমাৰ বহু সাহিত্যিক আছে তেওঁলোকক তাৰ অভিজ্ঞতাবোৰৰ

বিষয়ে অলপাকৈ কৈ দিলেই মহৎ লিখনি ওলাই আহিব। এইক্ষেত্ৰত মুছলমান মানুহৰ সিমান ভয় নাই- এনে ঘটনা প্ৰায়ে হৈ থাকে। মুক্ত যৌনাচাৰলৈ ধাবিত হওক। কাৰণ টাবৰীণৰ এই বিষয়টোৰ ওপৰত যিহেতু কোনো বিশেষ চোকা লিখনি নোলাল তেন্তে আমি ধৰি লৈছো যে মুক্ত যৌন জীৱন বা মুক্ত যৌনাচাৰৰ প্ৰতি প্ৰায়সকলৰে সন্মতি আছে। আচলতে টাবৰীণক কোনেও গালি পৰা নাই। মুছলমান কেইটামানে সহিব নোৱাৰি তেওঁক গালি পৰাৰ কাৰণেহে এই গালি-গালাজৰ সাহিত্যখনৰ শুভাৰম্ভ হ'ল। নহ'লে এনেয়ে ঠিকেই চলিল হয়। তাৰ পাছত স্বামীয়ে কিবা কাৰণত মাতিলেই যে যাব লাগিব তাক অৰ্থহীন কৰি তোলক। বিয়া হৈ সাম্ভাব্য দাসত্বৰ শিকলি পিন্ধাৰ বিপৰীতে প্ৰতিবাদ কৰি আবিয়ৈ হৈ থাওক। সতি-সন্ততি হোৱাৰ পৰা নিজকে বিৰট ৰাখক। সম-অধিকাৰৰ নামত অইদেহে, বৈদেহে ঘূৰি ফুৰি মুক্ত জীৱন অতিবাহিত কৰক, দুই এজন যুৱকক আৰু আদহীয়া লোকক ধৰি ধৰ্ষণ কৰিবলৈ শিকক আৰু সাহ গোটাওক। কোলা শুৱণী বা মাতৃত্বৰ গৌৰৱ সন্তানৰ জন্ম বুলি যি এযাৰ কথা আছিল সেইবোৰ পাহৰি যাওক। নহ'লে কোনেও পাকঘৰ এৰিব নোৱাৰিব। ধন থাকিলে পৃথিৱীৰ যতে ত'তে খাব পাৰিব। যাৰ যাৰ ঘৰত কোৰাণ, বেদ, বাইবেল, গীতা, মহাভাৰত আৰু আন ধৰ্মপুথি আছে সেইসমূহ আঁতৰাই তাৰ ঠাইত টাবৰীণৰ কিতাপসমূহ ৰখা কৰক। কাৰণ তাত পাব আচল মানৱ ধৰ্ম, নাৰী মুক্তিৰ মছলা, নতুন বিশ্বাস, নতুন জীৱনৰ চাবি-কাঠি। ধৰ্মই যিহেতু নাৰীক শেষ কৰিলে গতিকে তেনে পুথি ৰখাৰ কোনো যুক্তি নাই। এইবোৰ ছলেৰে হল কঢ়াৰ দৰে কথা- তাক মানি চলা দৰকাৰ। ভৱিষ্যতে যদি আকৌ কৰবাত মছজিদ-মন্দিৰ ভঙাৰ দৰে ঘটনা ঘটে তেন্তে তৎক্ষনাত "মজ্জা" কিতাপখন মেলি লব আৰু সেইমতে কাম কৰি যাব- দেখিব বিশ্বৰ সকলো লোকে আপোনালোকক সাৱতি ধৰিব আৰু পৰাপক্ষত কিবা কাৰণত খং উঠিলে, উপাইহীন হ'লে নিজৰ মাতৃভূমিক চুৱৰৰ বাচ্চা-হাৰামজাদা বুলি গালি পাৰিবলৈ শিকক। চমুকৈ ক'বলৈ গ'লে মুছলিমা টাবৰীণে যিথিনি কৰি আজি পৃথিৱীত বীৰাঙ্গনাৰ উদাহৰণ দেখুৱাই গৈছে, যি চিন্তা-চৰ্চা কৰি গোটেই পৃথিৱীক চক খোৱাই পেলাইছে সেই কামবোৰ নিজৰ ঘৰে ঘৰে কৰিবলৈ লওক। তেহে তেখেতক ভাৰত গৌৰৱ

বোলাৰ, মনুষ্যত্বৰ বন্তি প্ৰজ্জ্বলনকাৰী ৰূপে পৰিচয় দিয়াৰ, মানৱতাৰ বিৰল সম্পদ বুলি আখ্যা দিয়াৰ আৰু বিশেষকৈ ভাৰতীয় হিন্দু মৌলবাদীৰ নয়নৰ মণি বুলি কোৱাৰ সাৰ্থকতাবোৰ ফুটি উঠিব। এতিয়া আমাৰ এই চকু চৰহা সকললৈ সেৱা জনাই মোৰ মূল্যহীন ভাষণৰ অন্ত পেলালো।

একেটা সময়তে কবীনে টেবুলত আৰু জেৰীণে আছুফিয়াৰ পিঠিত এনেভাৱে এটা ধকা মাৰিলে যে কোনটো ক'ত মৰাৰ শব্দ তাক ধৰাই টান হৈ পৰিল। টেবুলৰ পৰা পেন এটা মাটিলৈ কৰফাল খাই পৰাত আৰু আছুফিয়াই পিঠিটো মোহৰাতহে সকলোৱে গম পালে যে ধকা এটা টেবুলত আৰু আনটো আছুফিয়াৰ পিঠিত পৰিছিল।

: বাঁপৰে, তুমিয়ে প্ৰথমে বাহাদুৰিটো দেখুৱালা আৰু তুমিয়ে বেছিকৈ অথচ একেবাৰে শুদ্ধ কথাবোৰ কলা।

: ভৱিষ্যতে মোক ধুনীয়া বুলি কবাচোন চাম তেতিয়া ?

: আজি আমি এটা কথা গম পালো যে আছুফিয়াৰ পৰা যদি শুদ্ধ কথা উলিয়াব খোজা তেন্তে ধুনীয়া বুলি কৈ দিবা বচ আৰু নেলাগে বহি থাকা।

: ৰিয়েলি- সুন্দৰ হৈছে। মই এটা প্ৰস্তাৱ দিও। কবীন আৰু টফচিৰে ভাবি চাবা। আছুফিয়াই যিখিনি ক'লা সেইখিনিকে লৈ প্ৰবন্ধ এটা লিখি পেলোৱা। সেই প্ৰবন্ধটোকে আমি আমাৰ কাগজত প্ৰথম প্ৰবন্ধ ৰূপে প্ৰকাশ কৰিম।

: খুব ভাল হ'ব। আছুফিয়াই কৈ যাওঁতেই মই এবাৰ ভাবিছিলো। তুমি আজি ঘৰলৈ গৈয়ে এটা প্ৰবন্ধ লিখা। সেইটোৱেই অসম প্ৰগ্ৰেচীভ কৰামৰ কাগজৰ প্ৰথম প্ৰবন্ধ হ'ব। তেনে চোৱা- এটা কথা ঠিক যে নাৰীৰ সৌন্দৰ্য্য, সৌন্দৰ্য্যবোধ দাৰ্শনিক তত্বৰ এটা ভিতকৰা বস্তু। পৃথিৱীৰ যিকোনো সৌন্দৰ্য্যৰ প্ৰতি লোক আকৃষ্ট হ'বই। চাবিটা ভাগত নাৰীক ভাগ কৰাটো কোনো অপৰাধৰ কাৰণ হ'ব নোৱাৰে। জীৱনৰ প্ৰতিটো কথাকে, প্ৰতিটো বস্তুকে, প্ৰতিটো আদৰ্শকে, প্ৰতিটো কামকে ধুনীয়াকৈ কৰিবৰ বাবে যে আমাৰ মাজত অহৰহ এটা অভিযান চলে, প্ৰতিযোগিতা চলিব লাগিছে, তাৰবাবে মানুহে কিমান পূজা-সাধনা কৰিছে, অৰ্থ ব্যয় কৰিছে, জীৱন পাত কৰিছে। এইবোৰৰ কি কোনো উদ্দেশ্য নাই নেকি ? তেনে ক্ষেত্ৰত মানুহে কষ্ট নকৰাকৈ

ঈশ্বৰে বা আল্লায়ে পৃথিৱীলৈ একোগৰাকীকৈ সুন্দৰী মহিলা পঠাইছে পুৰুষৰ বাবেই কেৱল পুৰুষৰ বাবে। তাত আৰু কোনো অন্য উদ্দেশ্য নাই। সেই সৌন্দৰ্য্যৰে ভৰা নাৰীসকলক যেনিবা শব্দ ৰচোতাসকলে গঠন, সৌন্দৰ্য্য, দীৰ্ঘতা, বৰ্ণ আদিৰ ওপৰত ভিত্তি কৰি চাৰি ভাগত ভাগ কৰিলেই তাৰ বাবে ইমান ক্ষোভ, অভিমান, খং-তুচ্ছ-তাচ্ছিল্য কৰি সাহিত্য কৰাৰ কিয়েই বা প্ৰয়োজন? কোনেই বা শুনিব বা কোনেই বা মানিব অন্ততঃ আজিৰ এই পৃথিৱীত? তাৰ বিপৰীতে আমাক সোধক কি লিখিব লাগিব? আমি কৈ দিম কি বিষয়ৰ ওপৰত আচলতে লিখনিৰ দৰকাৰ ? মুমূৰ্ষু নাৰীৰ অন্তৰ্নিহিত জীৱনৰ বুকুৰ বিপন্নতাৰ কথা লিখা, ধুমুহা আৰু সাগৰৰ সতে মিলি যোৱা কোনোবা অজ্ঞানিত নাৰীৰ হুমুনিয়াহ আৰু চকুলোৰ কথা লিখা, পুৰুষৰ দ্বাৰা সংঘটিত নাৰী দুৰ্দৈৱৰ কাৰণবোৰক কি কৌশলেৰে মুখামুখি হ'লে নাৰীয়ে চলা-ফিৰা, পাকঘৰ এৰা, ষ্টাইল কৰা, অৰ্মাজীত কাপোৰ পিন্ধা আদি নহয়, মানসীক নিৰ্য্যাতনৰ পৰা অব্যাহতি পাব তাৰ বিষয়ে লিখা, কি কৰিলে এখন দেশৰ নাৰীয়ে শিক্ষাৰ ক্ষেত্ৰত প্ৰসাৰতা লভিব পাৰে, নাৰী শিক্ষিতা হ'ব, স্বাবলম্বী হ'ব তাৰ ওপৰত লিখা। তাকে নকৰি ক'ৰ নাৰিকল কণী কিদৰে নষ্ট হয়, নাৰীক প্ৰকাৰ ভেদে ভাগ কৰি পুৰুষে কি মজাৰ ব্যাখ্যা দিছে, গৃহিণী কাক কয়, পুৰুষ শব্দ লগাই কি কি ঘৰৰ নাম দিয়া হৈছে আৰু যে কত কি? পিছে তুমিনো "গাৰ আচল খহাত তাইৰ পীনোন্নত পয়োধৰ ধাকি নেৰাখে" জাতিয় শব্দ ব্যৱহাৰ কৰি সাহিত্য কৰিছা, প্ৰিয় কামুক পুৰুষটোৱে একশৰীৰ মাংস লৈ যায় বুলি লিখিছা। কেৱল নাৰীৰ দেহ, ভোগ-উপভোগ এইবোৰ লৈ ব্যস্ত। আজি তুমি ধুনীয়া কাৰণে তোমাৰ মনলৈ চিত্ৰিনী পদ্মিনীৰ কথা মনলৈ আহিছে। কিন্তু কিমান অসুন্দৰী ছোৱালীৰ বুকুত যে চিত্ৰিনী, পদ্মিনী সোমাই আছে তাৰ খবৰ লৈ কিবা লিখিলা জানো ? আপাতত তুমিও ধুনীয়াক লৈয়ে ব্যস্ত, সুন্দৰ বস্তুক লৈয়ে লিখা বা চৰ্চা কৰা। এনে ধৰণৰ পক্ষপাত দুৰ্বলতাই অসুন্দৰী নাৰীক আঘাট নেসানিবনে ? সকলো বাপেকৰ বাবে, ককাই ভাইৰ বাবে স্বামীৰ বাবে নিজৰ নিজৰ ছোৱালী সন্তান, বাই-ভনী আৰু পত্নীসকল চিত্ৰিনী পদ্মিনী হ'ব পাৰে তাক সোৱৰাই দিয়াৰ প্ৰয়োজনেই বা ক'ত? এইবিনিৰ্ডে এইবোৰ কাৰণত মোৰ অন্য নাৰীসকলৈ

বেয়া লাগে। ইমান ক্ষুদ্ৰাতিক্ষুদ্ৰ কথাবোৰ যেতিয়া ইমান ডাঙৰকৈ ভাবিব পাৰে ডাঙৰ কথাবোৰ আৰু ডাঙৰকৈ ভাবি জুই লগাই দিব পাৰিব। বহু ভাল কামৰ অগ্ৰাধিকাৰ নাৰীক দিলেও দিগাদাৰি। অগ্ৰাধিকাৰ দিলে সেইবোৰকে আৰু চোকা সমালোচনা কৰি ক'ব খোজে যে এইবোৰৰ দ্বাৰা, এইবোৰ কৰা মানে নাৰীৰ পতন আনি দিয়া, পক্ষপাতিত্ব কৰা, বৈষম্যৰ দুৱাৰ খুলি দিয়া। আমি ভাবো টাবৰীণে গোটেই পুৰুষ জাতিক এটা কথাতে খুব ভাল পাব যদি আমি আমাৰ নাৰীসকলক দহোটামান ল'ৰাৰ সতে মিলা-মিছা কৰিবলৈ অনুমতি প্ৰদান কৰো। নহ'লে তাই জানো এই কথা ক'ব পাৰিলে হয়। "I no longer believe in marriage but if I met some one I wanted to live with, I would. " "যৌন স্পৃহাৰ ক্ষেত্ৰত মই মুক্ত যৌন জীৱনত বিশ্বাস কৰো। ইয়াৰ বাবে আপুনি বিয়া পতাৰ প্ৰয়োজন নাই।" তাই সাপ হৈ খোটে কিন্তু বেজ হৈ জাৰোতে বিহলঙনী সোপাত বীহ ধালি জাৰে। এতিয়া যদি আমি নাৰীক তাই বিচৰাৰ দৰে সম্পূৰ্ণ স্বাধীনতাৰ ঘোষণা কৰো তেতিয়া যদি কৰবাত কিবা এটা হয় তেতিয়াও তাই ক'ব যে দেখিছে আমাৰ নাৰীসকলক পুৰুষে কেনেকৈ এৰি দিছে? আমাক এলাগী বুলি ভাবে, অবাধে অইদেহে-বৈদেহে ঘূৰিবলৈ দি আমাৰ জীৱনবোৰ যাযাবৰ কৰি তুলিছে, অঘৰী কৰি তুলিছে, আমাৰ প্ৰাণশক্তি, আমাৰ কৰ্মশক্তিক তেওঁলোকে অৱহেলা কৰিছে, আমি দেৰিকৈ ৰাতি ঘৰলৈ ঘূৰি আহিলেও পুৰুষবোৰে ফস্তি জুৰি শুই থাকে, আমাৰ ভাগৰবোৰক স্বীকৃতি নিদিয়ে, আমাৰ লগত ঘূৰি ফুৰা ল'ৰাবোৰক মাতষাৰো নিদিয়ে। সিহঁত নিষ্ঠুৰ, অশালীন, অভদ্ৰ. সিহঁত মানুহ নহয় পুৰুষ। তেনেহ'লে বন্ধুসকল, আজিলৈ আমি তেনে সামৰিছো। আমাৰ এটা জেনেৰেল এচেচমেন্ট হ'ল। আমি এক প্ৰকাৰে সাজু হৈছো বুলিয়ে ক'ব লাগিব। ইয়াৰ পাছত আমি এটা অতি কঠিন পৰ্য্যায়লৈ যাব পাৰো। তাৰবাবে আমাৰ বহু পৰিশ্ৰমৰ দৰকাৰ হ'ব, ত্যাগ স্বীকাৰ আৰু কষ্ট কৰিব লগা হ'ব পাৰে। আমি কিছুমান ঘটনাৰ দাতা সংগ্ৰহ কৰিম তাৰিখ আৰু স্থানসহ। যিবোৰৰ সতে সম্বন্ধ থাকিব লেখনিৰ সতে। উদাহৰণ স্বৰূপে ঠিক এনে হ'ব যে ধৰি ললো এখন আলোচনীত এটা লিখা ওলাইছে নাৰীৰ সাজ সজ্জাৰ ওপৰত। তেতিয়া আমাৰ কাম হ'ব যে সেইখন আলোচনীতে আৰু উলঙ্গ বা অৰ্দ্ধউলঙ্গ

নাৰীৰ ছবি থকা অন্য এটা প্ৰবন্ধ প্ৰকাশ হৈছে নেকি ? তেতিয়া আমি চাম যে এই দুয়োটা প্ৰবন্ধৰ উদ্দেশ্য কি ? কথা আৰু কামৰ সংগতি ক'ত ? কোনে এইবোৰ কৰি আছে ? ই পাঠক সমাজত কিবা শিক্ষা, চেতনা দিছে নেকি ? আকৌ এখনত দিছে যেনিবা নাৰী নিৰাপত্তাৰ ওপৰত। কিন্তু বাস্তৱত আমি দেখিছো নাৰীসকলেই এনে কিছুমান কাৰ্য কৰি আছে তাত নাৰীৰ নিৰাপত্তাহীনতাৰ বাবে তেওঁলোক নিজেই দায়ী। কোনোবাই লিখিছে যুৱ বিশৃঙ্খলতাৰ ওপৰত- যুৱক চেমনীয়াক গালি পাৰি কিন্তু আমি আনপিনে আবিষ্কাৰ কৰিছো অভিভাৱকসকলে কি ধৰণৰ কাম কৰি এই ল'ৰাইতক বেয়া হ'বৰ বাবে বাহিৰলৈ পঠাই দিছে। অৰ্থাৎ কথা আৰু কামৰ তুলনা,সাদৃশ্য-বৈসাদৃশ্য উলিয়াই সেইবোৰক উপস্থাপন কৰা। কাৰণ বহু লোকে লিখি আছে এটা আৰু কৰি আছে এটা। এই কাম ইমান সহজ নহব। তাৰবাবে আমাক আনকি কেমেৰা, টেপৰেকৰ্ডাৰ গাড়ীৰো দৰকাৰ হ'ব। তাৰ বাবে খৰচো আছে। এই কথাটো ঠিক কবীনে 'ৰ'দালী'ৰ সেই প্ৰবন্ধটোৰ ওপৰত লিখা কথাটোৰ দৰে হ'ব। প্ৰবন্ধটো মই পঢ়া নাই যদিও কথাখিনি অলপ জানো। কবীনে কিবা কোৱা যদি কোৱা।

: ঘোৰ বাস্তৱৰ মাজলৈ সোমাই যোৱাৰ ময়ো পক্ষপাতি। কিন্তু আমাৰ প্ৰথম পৰ্য্যায়ৰ কামবোৰ শেষ হ'বলৈ আৰু অলপ বাকী আছে। কাগজখনো প্ৰকাশ কৰিব লাগে। গতিকে এইক্ষেত্ৰত এটা পৰিকল্পনা আমাক লাগিব।

: ঘোৰ বাস্তৱে আমাক এনেয়ে ধৰা দিব যদি আমি সত্যৰ পৰা বিচলিত নহও। আমি যিবোৰ লিখিছো তাতো কম কথা সোমাই থকা নাই।

: মই মন কৰিছো তোমালোক অলপ আবেগৰ মাৰুটিত উঠিছা। মনত ৰাখিবা আমি লেগাম দিয়া ঘোৰা গাড়ীহে চলাই আছো। এটা চেমিনাৰ দি দিয়া যাওঁক। এটা আলোচনা হওক তেতিয়া অলপ জানিব পৰা যাব।

: চেমিনাৰ নেপাতো মানুহ নহয়। মানে চেমিনাৰ বুলি নকও- অন্য এটা নাম দিম। সেইটোও কৰিব পাৰো।

: তাৰ আগতে আৰু এটা কাম কৰি লব পাৰো। আজি আমি যিখিনি আলোচনা কৰিলো তাৰপৰা দুটা তৎকালেই কামত আহিব পৰা লিখনি অন্য কাগজত হ'লেও প্ৰকাশ কৰি দিও। মানুহেটো কিছু বুজিব। আমি কিবা

কৰবাৰ পৰদেশী, আচহুৱা মানুহ নেকি ? আমাৰ লেখনিত একো নেপাবনে ?

: আছফিয়াৰটো কিন্তু লাগিবই It is a must.

: বেয়া নহ'ব। কেইজনমানক মাতি দিও। আদান-প্ৰদান হ'লেহে কিছুমান কথা বুজিব পাৰি। আজি আৰু এটা কথা- তইতৰ লগতে ময়ো আজি খুব হঠাতে ভদ্ৰ হোৱাৰ কাৰণ কি ? আজি দেখো আমি 'তুমি'ত ধৰিলো। আনকালে "তই" বুলিহে কওঁ। বাঃ কি ভদ্ৰতা ? বৰ বেয়া শুনিছে দেই।

: মই মাজতে ক'ব খুজিছিলো। হ'ব দে, কেতিয়াবা তুমি তামা বুলিও সম্বোধন কৰিব লাগে। গাম্ভীৰ্য্যতা বাঢ়ে। আমি তেনে তাকে কৰো। আমি লগহে এখন আলোচনাৰ সভা পাতো।

: সেইটোও বেয়া নহয়। আমি তেনে প্ৰেচিডেন্টক কথাটো ক'ব লাগিব। তাৰিখ এটা ঠিক কৰিম।

: তেনে প্ৰেছৰ একো নাই যদি আজিলৈ ওলা। আদিত্যই এইখিনি আলমিৰাত ৰাখি থ। তইত পিছে তলে তলে সব ওস্তাদ হৈ গৈছ। এনেকুৱা ওস্তাদ হোৱা ভাল নহয়।

: আৰু ৰাইজ, আছফিয়াৰ পৰা যিকোনো বস্তু উলিয়াবলৈ হলে আমি কি ঔষধ ব্যৱহাৰ কৰিব লাগিব জানিলে নহয় ?

: হয় গম পালো ধুনীয়া ঔষধ।

: ঔষধটো ধুনীয়া নে নাই ধুনীয়াটো ধুনীয়া ?

: তোমালোকৰ মাঠাটো ধুনীয়া।

: ভেৰি গুদ তাৰ লগতে প্ৰমাণ হ'ল আমাৰ মাঠাটো ধুনীয়া আৰু প্ৰমাণ হ'ল যে আছফিয়াৰ একবচন আৰু বহুবচনৰ কোনো জ্ঞান নাই। তোমালোকৰ আক মাঠাটো।

সকলোৱে হাঁহি দিলে।

: আৰু এটা কথা। তইতি এটা কথা মন কৰিবি যে আমাৰ কাগজখনৰ বাবে যথেষ্ট লিখা গোট খাইছেনে নাই। এইবোৰ সময় সাপেক্ষে important হৈ উঠা ঘটনা। দিন উকলিলে ৰাইজে উকালিব। মন দিবি।

: লিখা ওলাই আছে। চিন্তা নাই।

কবীনহঁত কোঠাটোৰ পৰা ওলাই আহিল।

প্ৰেছটো চলি আছে। ভিতৰত থকা সকলোখিনি মানুহ কামত ব্যস্ত।

এৰা এৰি হ'বৰ সময়ত আদিত্যই আছফিয়াক ওচৰলৈ মাতিলে আৰু কিবা এটা জৰুৰী কথা ক'বলৈ আছে বুলি কৈ কাণে কাণে ক'লে।

: আছফি ধুনীয়া।

আছফিয়াৰ ধকাত আদিত্যৰ পিঠিটো ফৰফৰাই গ'ল। আছফিয়াই আদিত্যক ক'লে : কবীনদাই অথনি টেবুলত মৰা ধকাটো ঠিক এনেকুৱাই আছিলা বাই - বাই।

এটাইকেউতাই আকৌ সজোৰে হাঁহি দিলে।

— 0 —

# ( পাঁচ )

টফচিৰ, কবীন আৰু আছফিয়াইতে যিটো কথাৰ বাবে সদায়ে ভয় কৰি থাকে সেইটোৱেই আজি  হ'ব।

পুৱাতেই ইটোৱে সিটোৰ পৰা ফোন পাইছে। কথাটো বেচ জমিছে যদিও সকলোৱে অলপ অসুবিধা পাই আছে। চাবলৈ গ'লে চিন্তাৰ কোনো কাৰণ নাই। মানুহজনে পৰিষ্কাৰ কথাকে কয়। মাত্ৰ  শুনাত অলপ বেয়া লাগে। তেনেকৈ কথা ক'লে মানুহে অলপ বেয়া পাই। কথা কোৱাটোও এটা বৰ  ডাঙৰ আৰ্ট। কথাবোৰ সঁচা হ'লেও মাজে মাজে ক'ব নজনাৰ ফলত মানুহে হাঁহি দিয়ে আৰু  কথাবোৰ পাতল হৈ পৰে। আজিকালি বহুপ সনা মানুহৰ কথাহে অন্য মানুহে ভাল পায়। কিন্তু  এইবোৰ মানুহৰ কথা শুনি যদি সমাজত মানুহে কাম কৰি যাব পাৰিলেহয় তেন্তে এটা ভাল  পৰিবৰ্তনে গা কৰি উঠিল হয়।

প্ৰথমে টফচিৰলৈ ফোন কৰিলে কবীনে "হেৰা কথাটো জোনাবে কেনেকৈ জানিলে?" "ক'ব নোৱাৰো।  আহক দিয়া বেয়া নেলাগিব। জোনাবৰ খং উঠিলেহে অলপ দিগদাৰী। অধৈৰ্য্য হৈ পৰে।" "কথা কিন্তু ক'ব জানে, জোনাবে অলপ পঢ়া-শুনা কৰে হ'বলা।" "এতিয়া একেবাৰে নকৰে। আগতে কৰিছিল। আগৰ যিবোৰ মানুহে ভালকৈ পঢ়া-শুনা কৰিছিল তেওঁলোকৰ কথাবোৰ  একেবাৰে অটুত আছিল।" "খবৰ কিন্তু ৰাখে।" "ঘূৰি ফুৰে নহয় জানিবই। ৰাখিছো দিয়া।"

তাৰ পাছত আছফিয়াই ফোন কৰিলে কবীন শৰ্মালৈ- "আপোনালোকে বোলে অসুবিধা পাইছে? মোক অলপ আগতে টফচিৰে জনাইছিল। জোনাব আহক দিয়ক মই হলে তেনে লোকক বিচাৰো। কথা কিছুমান ওলাই পৰে।" "অসুবিধা তেনেকৈ পোৱা নাই। মানে কিছুমান মানুহে অলপ হাঁহিবে উৰুৱাই

দিব বিচাৰে সেই কথাটোহে আমি ভাবিছো।" "সেইবাবেইটো আমাৰ এনে অধঃপতনে যোৱা অৱস্থা। আপোনাকে মোকে বুদ্ধিজীৱীৰ বক্তৃতা লাগে, গাড়ীৰে, তালোম পাণলৈ নিমন্ত্রণ কৰি অনা, মেজৰ আগত থাকি থোৱা গিলাচৰ পানী খাই, দাইচত হাত ৰাখি মাইকৰ আগত কথা কোৱা মানুহ লাগে। সেইবোৰ মানুহক সেইবোৰ নেলাগে। দৰ্শকৰ মাজত ঠিয় হৈ শেষ বেঞ্চীৰ পৰা কথা কোৱা মানুহ।" "তুমি একেবাৰে ঠিক কথা কৈছা। সেইবোৰ মানুহে হাতৰ ঘড়ীও নেচাই আৰু অহাৰ লগে লগে আৰু 'এখন সভালৈ যাব লগা আছে' বুলি ক'ব নেজানে। আহক দিয়া আমাৰে ভাল হ'ব। আমাৰ এটা দোষ আছে, কি জানা আছুফি?" "ও কওকছোন বাৰু?" "আমি চকুৰ লাজত কিছুমান কথা জানিও নকও- কিন্তু জোনাবৰ দৰে মানুহে সেইটো নেভাবে। উপলব্ধি কৰা, বিশ্লেষণ কৰা কথাবোৰ ভুল হ'লেও কৈ যাব পাৰে। তাৰপৰা শুদ্ধখিনি বাচি উলিয়াব লাগে।" "বাৰু ৰাখিছো দিয়ক, আদিত্যক এজেন্দাখন লিখিবলৈ ক'ব?" "হ'ব দিয়া ৰাখিছো।"

তাৰ পাছত আদিত্যই ফোন কৰি গম পালে যে গগৈ আৰু চালেহে প্ৰায়ে বিৰূপ মন্তব্য প্ৰকাশ কৰিছে। সিহঁতৰ মতে চামচুল জোনাব তালৈ আহিব বুলি বেয়া পোৱা নাই। পাইছে এই কাৰণে যে আজিৰ আলোচনালৈ কেইগৰাকীমান মহিলা আৰু অন্য দুজনমান পুৰুষ ব্যক্তি অহাৰ কথা। তেওঁলোকে তেওঁলোকৰ বক্তব্য প্ৰকাশ কৰিব। চামচুল জোনাব থাকিলে কিজানি এক উত্তপ্ত আৰু উষ্ম বাতাবৰণৰ সৃষ্টি হয় তাৰ বাবেহে সিহঁত দুটাই অলপ চিন্তা কৰিছে। চামচুল জোনাবে অলপ লম্ফ-জম্ফ কৰে। মানুহজন খোলা, খাবাংখোৱাচ আৰু খিংখিঙীয়া। বিষয়বস্তুৰ মাজত নিজকে কেতিয়াবা আবদ্ধ কৰি ৰাখিব নোৱাৰে। সময় বেছি লয় অথচ কথা কেইটা বেয়া নকয়। তাৰোপৰি তেওঁক মতাৰ বাবে সকলোৱে বৰ ভাল পোৱা নাই। আদিত্যইতে ভাবিছিল যে তেওঁক মতা হৈছে। আচলতে তেওঁক কোনেও খবৰ দিয়া নাছিল। কেনেকৈ গম পালে কোনেও নেজানে। মাত্ৰ খবৰ দি পঠাইছে যে- তেৱোঁ আহিব। চামচুল জোনাবৰ যুক্তিপূৰ্ণ কথাবোৰ কোনেও তেনেকৈ বেয়া নেপাই। মাত্ৰ তেওঁৰ কোৱাৰ ধৰণটোৰপৰা সকলোৱে ভাবে যে তেওঁৰ মনত বেয়া ভাবে ঠাই লৈছে আৰু ই বিৰোধ ভাৱহে সৃষ্টি কৰিব। তেনেকৈ কথা ক'লে সকলোৱে

মনত এটা ধাৰণাই গা কৰি উঠে যেন তেওঁ সদাই লাগিবলৈহে বিচাৰি থাকে যিবোৰৰ বাবে পাছত মানুহৰ মাজত বেয়া পোৱা-পোৱি হ'ব পাৰে। এটা সময়ত দেখা যাব যেন মানুহৰ মাজত সাম্প্ৰদায়ীকতাৰ ভাৱে ঠাই লবলৈ ধৰিছে। কিন্তু, আচলতে এইবোৰৰ এটাও নহয়। চামচুল জোনাবক জনা মানুহে এইবোৰ নেভাৱে।

পুৰাৰ সময়খিনি সকলোৱে বেচ ব্যস্তভাৱেই পাৰ কৰিলে। পেপাৰ কাটি, বিভিন্ন কাকতৰ বিভিন্ন শিতানৰ শেহতীয়া সংগ্ৰহ, সম্পাদকীয়, অভিমত আৰু কেইখনমান চিঠিৰ টোপোলাৰে সকলোৱে প্ৰায় সাজু কৰি ৰাখিছে। মাত্ৰ মাজতে চামঁচুল জোনাবৰ অহা নহা কথাটোৰ বাবে সকলোৱে অলপ সুকীয়াভাৱে ব্যস্ত হৈ পৰিছিল।

চামচুল জোনাব ইয়াৰে স্থানীয় লোক। আগতে ইয়াৰ হাইমাদ্ৰাচাৰ আৰবীৰ শিক্ষক আছিল। মাজে মাজে ভূগোল পঢ়াইছিল। অৱসৰত যোৱাৰ পাছত ৰাইজে ধৰাত আৰু ল'ৰাহঁতৰ দ্বিনী শিক্ষাৰ বাবে মছজিদতে এটা মক্তব খোলা হ'ল আৰু তাতে কোৰাণ পঢ়াবৰ বাবে এটা সৰু নিযুক্তি পালে। ল'ৰাহঁতক কোৰাণ-হাদীছৰ জ্ঞান দিবৰ বাবে আৰু বিশেষকৈ কোৰাণ পঢ়িবৰ বাবে যি প্ৰাৰম্ভীক শিক্ষা লাগে তাকে চাবৰ বাবে তেওঁ মছজিদতে ল'ৰা পঢ়াবলৈ ললে। স্কুলত আৰবী ভাষাটো সাহিত্য হিচাপে পঢ়াইছিল। কিন্তু মছজিদত কোৰাণ পঢ়াবলৈ শিকোৱাটো এটা বেলেগ কথা। তাৰোপৰি, কলিমা, নামাজ, গোচল, অজু আদিৰ দৰে ইছলামৰ বহু দিশৰ বিষয়ে তাতে তালিম দিয়া হয়। এই চামচুল জোনাবৰ তলতে বহু বছৰৰ আগতে টফচিৰ, চালেহহঁতে কোৰাণ পঢ়িবলৈ শিকিছিল। গতিকে টফচিৰহঁতে তেওঁক ভালকৈয়ে জানিছিল। আগতে চামচুল জোনাব বৰ শান্ত আৰু অমায়ীক আছিল। বোধহয় বয়স বাঢ়ি অহাৰ বাবে এতিয়া অলপ খিংখিঙীয়া আৰু খঙাল হৈ আহিবলৈ ধৰিলে। কিন্তু, তেওঁ যিবোৰ কথা ক'ব তাক শুনাত অলপ টান লাগিলেও নুই কিন্তু কোনেও কৰিব নোৱাৰে। খুব কম কথা জানে কিন্তু যি কেইটা জানে ভালকৈয়ে জানে। জোনাব বুলি পৰিচিত হোৱাৰ পাছৰে পৰা মানুহে যেতিয়া তেওঁক কেৱল জোনাবীয় দৃষ্টিভঙ্গীৰে চাবলৈ শিকিলে তেতিয়া মানুহে তেওঁৰ সৈতে প্ৰায় ধৰ্মৰ বিষয়েহে আলোচনা কৰিবলৈ

ভাল পোৱা হ'ল। বহু লোক তেওঁৰ ঘৰলৈ যায় আৰু প্ৰায়ে ধৰ্মৰ বিষয়ে আলোচনা কৰে। কোনোবাই গধূৰ তথ্যৰ পাতনি মেলিলে তেওঁ সেইবোৰ নেজানে বুলি কৈ দিয়ে আৰু পৰাখিনি অতি নিখুঁটভাৱে বুজাই দিয়ে। এবাৰ বোলে এখন মিটিঙত তেওঁ গদ্ গদ্কৈ কৈ দিছিল বোলে গান্ধী, মাউ-চেতুং, ৰাছেল, আইনষ্টাইন, বাৰনাৰ্ড শ্বই বেয়া ক'ব নোৱাৰিলে বাকীবোৰ কোন অ' ? সকলোৱে হো হোৱাই হাঁহি দিছিল কিন্তু প্ৰত্যেকৰে বুকুত কথাবোৰ বোলে আজিও লাগি থাকিল। সেই কাৰণে কেতিয়াবা কোনোবাই সেই মিটিংখনৰ প্ৰসঙ্গ উলিয়াই বোলে তেওঁক জোকাই লয়। কেতিয়াবা এনেকুৱাও হয় যে তেওঁৰ লগৰ চহৰীয়া, বৰা, চাংমাইহঁতক কেতিয়াবা ফাতেহা-ই-দোৱাজদাহম উপলক্ষে কোনো কোনো অনুষ্ঠানে বক্তৃতা দিবৰ বাবে আমন্ত্ৰণ কৰে। এই অঞ্চলত এই তিনিজন লোকে ভাল বক্তৃতা দিব পাৰে বুলি নাম আছিল। আনকি বৰা নামৰ জনক কেতিয়াবা জিকিৰ-জাৰীৰ প্ৰতিযোগিতা পাতিলে বিচাৰক মণ্ডলীৰ এজন ৰূপেও গণ্য কৰি মানুহে মাতি নিয়ে। সভাত বৰাই কথাও ক'ব লগাত পৰিছিল। তেতিয়া এই এটাই কেইজনে বহি নানা দিশৰ বিষয়ে কেইবাদিনো আলোচনাৰ অন্ততহে বৰা, চহৰীয়াহঁতে সভাত কথা ক'ব পাৰিছিল। সি যি কি নহওক কথাৰ শেষত কিন্তু চামচুল জোনাবে সদাই এটা কথা স্পষ্টকৈ ক'ব পাৰিছিল। "মই বেছি নেজানো বাবে বেছি বেয়া কাম নকৰো। বেছি জনা-বুজা মানুহৰ কূট-কৌশল বেছি, বুদ্ধিও বেছি। যি কোনো চলেৰে সাৰি যাব পাৰে। সিহঁতৰ হাতো দীঘল। মানুহে হাতীবো পিছলে পাওঁ সজ্জনবো বুৰে নাও বুলি কৈ কথাবোৰ এৰি দিয়ে। আমিহে কিবা এটা কৰিলে তীলকে তালটো কৰে। পিছে মানুহক ফাঁকি দি সাৰি যাব পাৰি। খোদাক পাৰি জানো? মানুহে কয়- হৃদয়ত বোলে খোদা আছে, থাকিব পাৰে। যদি সঁচাই, তেনে সততে বেয়া কামবোৰ কৰি দিয়ে কিয়? আমাৰ দৰে মূৰ্খবোৰৰ হৃদয়ত খোদা নাই ভাই- বিবেকহে আছে, উপলব্ধিহে আছে। খোদাক পাবৰ বাবে সৎভাৱে চেষ্টাহে কৰো। বেছি জনাবোৰেইটো যত যি পাৰে কৰি থাকে।" এক সুকীয়া ব্যক্তিত্বৰে ৰঞ্জীত এই মানুহজনৰ কথা বয়োজ্যেষ্ঠসকলে এইদৰে ক'ব খোজে যে মক্তবত আৰবী পঢ়োৱাৰ সময়ত তেওঁ আৰু এটা অতি দায়িত্বপূৰ্ণ কাম কৰিছিল। তেওঁ কেইটামান অনুষ্ঠানৰ

হিচাপ পৰীক্ষক আৰু কোষাধ্যক্ষ আছিল। পাছলৈ চকুৰ অসুখৰ বাবেহে তেওঁ সেইবোৰ এৰি দিছিল। সেই সময়চোৱাতে তেওঁ বহু মানুহক ওচৰৰ পৰা জনাৰ সুবিধা পাইছিল। তেওঁ বহু মানুহক এটা বেলেগ ৰূপত দেখিবলৈ সমৰ্থবান হৈ পৰিছিল। চহকীয়েই হওক বা অলপ চহকীয়েই হওক, ভদ্ৰই হওক বা অসভ্যই হওক, ডাঙৰেই হওক বা সৰুৱেই হওক, চৰকাৰী চাকৰি কৰা উচ্চ পদবীধাৰীয়েই হওক বা সৰু চাকৰি কৰা লোকেই হওক, প্ৰফেচাৰ, মাষ্টৰ, ইঞ্জিনিয়াৰ, অফিচাৰ, কেৰেণীয়েই হওক বা বিহু, সৰস্বতী পূজা, বহাগী বিদাই, ঈদ মেহফিল, মাধৱদেৱৰ তিথি, বাসন্তী পূজা, আলি আই লিগাঙ, মেদেম মেফি আদিৰ কৰ্মকৰ্ত্তা, সভাপতি, কোষাধ্যক্ষই হওক তেওঁ তাৰে এজনৰো হিচাপ-নিকাচত আসোঁৱাহ নোপোৱাকৈ নেথাকিছিল, এজনো নিকা আৰু নিষ্ঠাবান লোক পোৱা নাছিল যাৰবাবে তেওঁ সদাই হিচাপ পৰীক্ষকৰ টোকাত বিৰূপ মন্তব্য লিখাৰ পৰা বিৰট থাকিব লগাত পৰিছিল। মানুহৰ দেহত প্ৰবেশ কৰিলে, তেজে তেজে তেওঁ সাতুৰিলে, ইমান অন্যায়ভাৱে ৰাইজৰ, আনৰ ধনৰ প্ৰতি থকা এই মানুহবোৰৰ লিপ্সা আৰু আক্ৰোশৰ কাৰণসমূহ অনুসন্ধান কৰাত লাগিল আৰু অৱশেষত আবিষ্কাৰ কৰিলে যে নৈতিকতা, পবিত্ৰতা আৰু জীৱনৰ মৰ্য্যদাক ভৰিৰে গছকি যিসকলে কেৱল চকুৰে দেখা পৃথিৱীখনত নিজকে সজাবৰ বাবে, দেখনিয়াৰ কৰিবৰ বাবে যি প্ৰতিযোগিতা চলিছে তাত নিজৰ প্ৰাৰ্থীত্ব ঠিয় কৰাইছে আৰু তাকে দেখি এইসকলেও এক ঘৃণনীয় অভিযানত ব্যস্ত হৈ পৰিছে। তাৰবাবে লাগে টকা কেৱল টকা। অৱশ্যে যিসকলে কষ্ট, কৰি পঢ়া-শুনা কৰি, সংগ্ৰাম কৰি, যুঁজ দি নিজৰ ভৰিৰ ওপৰত ঠিয় দি অৱস্থাপন্ন হৈছে বা পৈতৃক সম্পত্তিৰ অধিকাৰেৰে সমাজত জাকত- জিলিকা হৈছে তেনে লোকৰ প্ৰতি চামচুল জোনাৱে ৰাখিছে প্ৰশংসা, আদৰ আৰু কৃতজ্ঞতা। সমাজৰ পাঁচজন লোক চহকী হোৱা মানে দুখীয়াৰ তালিকাৰ পৰা পাঁচজনৰ নাম কটা যোৱা। এইবোৰৰ বাবে চামচুল জোনাবৰ উচ্চ ৰক্তচাপ আৰম্ভ হ'ল আৰু এদিন ডাক্তৰে কলে যে যদি এইবোৰ বাদ দিব নোৱাৰে তেন্তে, তেওঁৰ প্ৰথমে হাইপাৰ টেনশ্যন হ'ব, তাৰ পাছত হ'ব হাৰ্ট এটেক। কথাটো চাৰিওপিনে ওলাই গ'ল। কথাবাৰ চাৰিওপিনে ওলাওতে যিমানপৰ লাগিছিল তাতকৈ

অতি কম পৰতে পিতেক মনচুৰে এখন গাড়ী ভাড়া কৰিলে আৰু যিমানবোৰ অনুষ্ঠানৰ যিমান কাগজ-পত্ৰ, বহী, চিল-মোহৰ আছিল সেইবোৰ লৈ সেই সেই অনুষ্ঠানৰ দুৱাৰৰ কাষলৈ গ'ল, গৈ "মোৰ আব্বাক জীয়াই থাকিবলৈ দিয়ক। আপোনালোকৰ মোৰ আব্বাৰ প্ৰতি থকা অগাধ বিশ্বাস আৰু তেওঁৰ সততাক স্বীকৃতি দিয়াৰ বাবে আপোনালোকৰ ওচৰত চীৰ কৃতজ্ঞ। কিন্তু মোৰ আব্বা জীয়াই থাকিব লাগে। আব্বা আৰোগ্য হোৱাৰ পথ দোৱা আৰু আশীৰ্বাদ নহয় এইবোৰৰ পৰা আঁতৰি থকা। আপোনালোকৰ কাগজ-পত্ৰ ঘূৰাই দিলো" বুলি কৈ থৈ আহিল। সেইদিনা চামচুল জোনাবে একো কোৱা নাছিল। ক'বলৈ ভয়ো কৰিছিল। কাৰণ দুদিন আগবে পৰা পত্নী মৰিয়মে একো নেখাই এটা কথাৰ ঘোষণা কৰিছিল যে তেওঁ চামচুল জোনাবে এইবোৰ দায়িত্ব পৰিত্যাগ কৰিবৰ বাবে সাজু হওক আৰু বৰ পুতেক মনচুৰে কাগজ-পত্ৰ ঠিক-ঠাককৰি অনুষ্ঠানবোৰত ঘূৰাই দিয়াৰ ব্যৱস্থা কৰক। এই সন্দৰ্ভত যদি তেওঁ এবাৰ কথাও কয় তেন্তে তেওঁ লঘুন দিয়াৰ ম্যাদ বঢ়াই দিব। গতিকে খং অলপ উঠিছিল যদিও ভয়ত চামচুল জোনাবে ব্যৱস্থাটোৰ প্ৰতি সমৰ্থন জনোৱাৰ বাহিৰে কোনো উপাই নাছিল। সকলো কাম নিয়াৰিকৈ হৈ যোৱাৰ পাছত ৰাতি খবৰ লবলৈ অহা কেইজনমান লোকক মাত্ৰ কথা প্ৰসঙ্গত চামচুল জোনাবে কৈছিল, - "কুমলিয়া বা বোধশক্তি অহাৰ সময়তে মানুহে বেদ-কোৰাণৰ কিছুমান কথা বুজিবলৈ চেষ্টা কৰি সেইবোৰক হৃদয়ৰ কোনোবা চুকত সংৰক্ষণ কৰি থব পাৰিব লাগে। এবাৰ যদি সেই নিজৰাটিক কোনোবাই হৃদয়ত তৈয়াৰ কৰি লব পাৰিছে তেন্তে আজীৱন ধৰি এই নিজৰাৰ শীতল পানীয়ে দেহ-মন জুৰ পেলাই বিবেকক শক্তিশালি কৰি তুলিব। ভৱিষ্যতে আৰু অন্য একোৰে দৰকাৰ নহ'ব। আমাৰ মানুহে আদবয়সত বা বুঢ়া বয়সত গীতা, কোৰাণৰ ভাল কথাবোৰ শিকি লয়, কিন্তু সেই কথাই তেওঁৰ জীৱনত কোনো প্ৰভাব পেলাব নোৱাৰে। বা তেনে কথাক সৰোগত কৰি চলিব নোৱাৰে। কাৰণ তেওঁলোকৰ হৃদয়ত মামৰৰ চামনি এনেয়ে ইতিমধ্যে বহি গৈছে। চামনি ফালি তেনে কথাই আৰু হৃদয়ত ঠাই লব নোৱাৰে। দেহ আৰু মনৰ যিমান ইন্দ্ৰীয বা কল-কাৰখানা আছে সেইবোৰে বেয়াটো কৰাৰ ক্ষেত্ৰত ইমানেই পাকৈট আৰু অভ্যস্ত হৈ গৈছে যে জীৱনৰ পাছবেলাত আৰু কোনো ধৰণৰ কথাই

নতুনকৈ প্ৰবেশ কৰিব নোৱাৰে। সেয়ে মানুহে আজিকালি জিভাৰে কথা কয়।"

: সেইজনেই হৈছে চামচুল জোনাব।

: যি হয় হ'ব দিয়া। মানুহজনৰ কিন্তু অৰিজিনেলিটি আছে। আহিলেহে গম পাম।

: আমি শুনামতে বাপেকৰ বিৰাট শাসন আৰু উপদেশ আছিল বাবেই সৰুতেই তেওঁ যি পঢ়া-শুনা কৰিছিল তাক খৰচি মাৰি কৰিছিল। যেতিয়াৰ পৰা সেইবোৰৰ পৰা তেওঁ মুক্তি পালে তেতিয়াৰপৰা তেওঁৰ অসুখটোও ভাল হৈ আহিব ধৰিলে। আজিকালি একো নকৰে। কেৱল খুব ঘূৰি ফুৰে আৰু মানুহৰ খবৰ লৈ ফুৰে। মৰা-জীয়া, অসুখৰ খবৰ দৈনীক কাকতৰ আধা খবৰ তেওঁ আগতিয়াকৈ জানে। মাত্ৰ বৈ গ'ল তেওঁৰ এটা তীব্ৰ খং, তিক্ততা আৰু এটা অভিযোগমুখী মন।

: আমি আহিছো, কাগজবোৰ লবা।

সময় আগবাঢ়িছে। টফচিৰহঁতে নেভাবে নেভাবে বুলি ভাবিয়ে পুনৰ ভাবি আছে আজি কিয় কোৱা টান। আজিকালি সঁচা কথা শুনিবলৈ টান পায় মানুহে। তাতোকৈ ডাঙৰ কথা টাবৰীণক কেন্দ্ৰ কৰি যিসকলে লিখা আৰম্ভ কৰিছিল তাৰে কেইগৰাকীমানো আজিৰ সভালৈ আহিব। সঁচা-মিছা পাছ কথা কিন্তু অন্ততঃ সেই কেইগৰাকীয়ে টাবৰীণক সমৰ্থন কৰিয়ে লিখিছিল। তেনেক্ষেত্ৰত চামচুল জোনাবৰ কথাই জানো এটা বাতাবৰণৰ জন্ম দিব পাৰিব? তেওঁটো কাকো নেৰে। আজিৰ সভাখন অলপ বেলেগ ধৰণেৰে অনুষ্ঠিত হোৱা কথা। সাধাৰণ বিষয়বস্তুৰ ওপৰত কোনেও বোধহয় আলোকপাত নকৰিব। টফচিৰহঁতৰ উদ্দেশ্য এইটোৱেই আছিল যে টাবৰীণৰ লিখনিৰ প্ৰকৃত ঐতিহাসিক পটভূমি কি? নাৰীবাদী মন লৈ, নিগৃহীত, দংশিত, নিপীড়িত, নাৰীৰ সপক্ষে লিখাৰেই একমাত্ৰ লক্ষ্য নে নাই অন্য কথা কিবা সোমাই আছে? ধৰ্মক কিয় প্ৰতিটো বাক্যৰ মাজলৈ লৈ অনা হ'ল? ধৰ্মান্ধতাক ধৰ্মই প্ৰশ্ৰয় দিয়েনে নাই, ই কেৱল মানুহৰ সৃষ্টি। ধৰ্ম আৰু মানুহৰ মাজত এদাল ধোকা আছে যিদালক মানুহে দি লয়- এই ধোকাদালৰ কথা কিয় নিলিখিলে? ধৰ্মটো এখন উৰলি যোৱা ঘৰ নহয়, এজোপা কলগছো নহয়, এটা ধুমুহাত ভাঙি পৰা জৰাজীৰ্ণ ঘৰো নহয়, ই

চীৰন্তন, শ্বাশ্বত, স্বয়ংসম্পূৰ্ণ এখন সংবিধান, জীৱতত্বৰ চনদ, মানৱতাবাদৰ মেগনাকাৰ্টা। বিশেষকৈ কোৰাণৰ এটা আখৰ, দাবি-কমাক আজিলৈকে বদলি কৰাৰ ক্ষমতা কাৰো হোৱা নাই। মানুহে কি ভয়ৰ বাবে, ধৰ্মান্ধতাৰ বাবে, দুৰ্বলতাৰ বাবে বদলি কৰা নাই নেকি? পৃথিৱীত এজনো প্ৰগ্ৰেচীভ মুছলমান নাই নেকি ? তেনে এক কোৰাণৰ বিৰুদ্ধে যোৱাৰ উদ্দেশ্য কি হ'ব পাৰে ? টাববীণে কোৰাণ পঢ়িছে জানো, পঢ়িছিল জানো ? নে আনৰ মুখত পঢ়া আৰু কোৱা কোৰাণক জানে ? তাই জীৱনৰ সমগ্ৰ উদভণ্ডালিখিনি ; খেয়ালী মনক টিকাই ৰাখিবৰ বাবে আৰু স্ব-জাতিৰ তীব্ৰ আৰু কটু সমালোচনাৰ পৰা সাৰি থাকিবৰ বাবেই ইছলামক অস্ত্ৰ কৰি লৈছে বুলি যদি ধৰা হয় তেন্তে ই ভুল হ'ব নেকি ? পুৰুষে নাৰীক যুগে যুগে অত্যাচাৰ কৰি অহা, নাৰীক পণ্যদ্ৰব্যৰ দৰে ব্যৱহাৰ কৰা, তেনেই চমুকৈ ক'বলৈ গ'লে তাইৰ সমগ্ৰ লিখনিত যি ছবি পৰিস্ফুত হৈ উঠিছে তাৰ বেছিভাগ মিছা নহয়। পুৰুষসকলে তাক মানি লবই লাগিব- এইখিনিত পুৰুষৰ বীৰত্ব নেখাটিব- এৰাই চলিলেও নচলিব। কিন্তু তাৰবাবে দায়ী ধৰ্ম নেকি ? তাৰোপৰি তাইৰ প্ৰতিটো লিখনিক নহ'লেও আধা লিখনিৰ কাৰ্য্যকৰী ৰূপ দিয়াৰ যুক্তি বৰ্তমানে প্ৰাসঙ্গীক হ'বনে ? যদি হয় তেন্তে কালিৰে পৰা আমি কি প্ৰকাৰে এই কামত লাগি যাম তাৰবাবে কাৰ্য্যসূচী নিৰুপন কৰাই আমাৰ উচিত হ'ব। ভাত মুখত দিয়া হ'ল যেতিয়া তাক চোবাই গিলিবই লাগিব। খাদ্যই কেৱল বিষ্ঠাকে তৈয়াৰী নকৰে- ই বিভিন্নভাৱে শৰীৰৰ বিভিন্ন ঠাইত মিলি গৈ শক্তিশালী কৰি তোলে দেহটোক। এতিয়া আমাক সেই শক্তিবান-কণ্ঠৰ আৱাজ লাগে, হাতৰ জোৰাল মুঠি, চকুৰ ধৰাল চাৱনী, দুবাহুৰ জীপাল কৰ্মখিনি লাগে। লিখোতে সকলোৱে লিখিলে এতিয়া আৰু নদীৰ পৰা তুলি অনা পুঠি মাছৰ দৰে নিশ্চল হৈ থাকিলে চলিব জানো ? ধৰ্মক কলঙ্কিত কৰাৰ অধিকাৰ যদি কোনোবাই পাইছে তেন্তে তাক সংস্কাৰ কৰাৰ দায়িত্বও মুৰপাতি লব লাগিব। কিন্তু আগে কলঙ্কখিনিক, পঙ্কিলতাখিনিক প্ৰমাণ কৰি দিব লাগিব। ঠিক এনে ধৰণৰ কথা কিছুমানৰ ওপৰত পৰ্য্যালোচনা কৰাৰে আশা আছে আৰু আশা ৰাখিছে সকলোৱে।

মণি সিঙৰ দৰ্জী দোকান আৰু আব্দুলহাইতৰ ঘড়ীৰ দোকানৰ মাজত অহা-যোৱা কৰা আঢ়ৈফুট মানৰ যিটো ফাঁক আছে তাৰ মাজেৰে টকচিৰে দেখিলে

আদিত্য কোবেৰে সোমাই আহিছে। চকুৰ পচাৰতে কেতিয়া আদিত্যই আহি টফচিৰ থকা ঘৰটোৰ বাৰান্দা পালেহি ধৰিবই নোৱাৰিলে। চোলাৰ বুতাম দুটা মাৰিবলৈ সময় নেপালে। আদিত্য সোমাই আহিল।

: এটা অভূতপূৰ্ব ঘটনা ?

: মানে ?

: আনকালে কি হয় ? মিটিঙৰ বাবে সময় দিবি এক বজাত। হামিয়াই-হিকটিয়াই বহি থাক মানুহ আহিব আঢ়ৈ বজাত। এতিয়াও আৰু এক ঘণ্টা পোন্ধৰ মিনিট আছে- আজি মানুহেৰে হল নধৰা হৈ পৰিছে ?

: কিয় ? আকৌ বোলে পাবলিছিটি ভালকৈ নহ'লেই।

: আৰে চাবজেক্টটো কি ? প্ৰচাৰ কৰিব নেলাগে নহয়। বিষয়বস্তুটোৰে এনেয়ে টানি আনিব।

: তাৰমানে মানুহ চেনচিটিভ হৈ আছে।

: কথা বাদ দে। এতিয়া ব'ল।

টফচিৰ আৰু আদিত্য ওলাই গ'ল।

চিটি বাছতো মিটিঙলৈ যোৱা দুই চাৰিজন অচিনাকি ব্যক্তি পালে।

টফচিৰ আৰু আদিত্য বাছৰ পৰা নামি প্ৰেছৰ পিনে সোমাই গ'ল। টফচিৰে পকেটৰপৰা গগলছখন উলিয়াই পিন্ধি ললে। হল ঘৰটোত মানুহৰ ভীৰ। নানা কথাত সকলো ব্যস্ত। টফচিৰ আৰু আদিত্য সোমাই যোৱাত সকলোৰে অলপ কথা কমাই দিছিল। মানুহৰ পৰা হল ঘৰত পাৰি দিয়া চকী-বেঞ্চীবোৰ চকুত নপৰা হৈ আহিছে। পাছপিনেও বহু লোক ঠিয় হৈ আছে। সমুখৰ এটা অংশত থুপ পাতি মহিলাসকল বহি আছে। টফচিৰ, আদিত্য, কবীন, আছুফিয়াইতে টেবুলৰ ওপৰত থকা কাগজ-পত্ৰবোৰলৈ চকু ফুৰালে। টফচিৰে সৰুকৈ কবীনক ক'লে।

: আৰম্ভ কৰি দে।

কবীন শৰ্মা টেবুলৰ কাষত ঠিয় কৈ ৰখা মাইকটোৰ কাষলৈ গ'ল আৰু আৰম্ভ কৰিলে।

: পৰম শ্ৰদ্ধাভাজন বাইজ। নিৰ্দ্ধাৰিত সময়তকৈ প্ৰায় পঞ্চত্ৰিশ মিনিট মানৰ আগতে আমাৰ সভাখন পাতিবলৈ সক্ষম হোৱাৰ বাবে, যি গৌৰৱ

অনুভৱ কৰিছোঁ তাৰবাবে সকলো অভিনন্দন আৰু প্ৰশংসা আপোনালোকলৈ যাচিছোঁ। এটা কথা প্ৰথমাৰ্দ্ধতে কৈ থও যে এইখন এখন আনুষ্ঠানিক সভা বুলি যাতে আপোনালোকে গণ্য নকৰে। আমাৰ সকলোৰে এটা মিলা-মিচা বুলিয়ে যাতে ধৰি লব পাৰে। আমি গোট খাইছোঁ কিছুপৰ বহি কথা পাতিম। আমাৰ মনৰ ভাৱ, বক্তব্য, চিন্তা-চৰ্চাৰ এটা আদান-প্ৰদান হ'ব। আমি কোনো কাৰ্য্যসূচী প্ৰস্তুত কৰা নাই। এতিয়াৰ পৰা আপোনালোকে এজন এজনকৈ আহিব আৰু আপোনালোকৰ বক্তব্য ৰাখিব। উদ্দেশ্য সকলোৰে বিদিত। গতিকে আমি সময় নষ্ট নকৰো- যিহেতু আমি আজি অনাকাঙ্খিতভাৱে কিছু সময় আগতিয়াকৈ পাই থৈছো। তাৰো সৎব্যৱহাৰ কৰিম। মই মাত্ৰ দুটামান শাৰি ক'ব খুজিছো যে আমি সকলোৰে কম বেছি পৰিমাণে সাহিত্য-সংস্কৃতি কৰো আৰু তাৰ সতে মই ভাৱো আপোনালোকো জড়িত হৈ আছে। সাহিত্যই আমাক কি দিছে, আমাক নি কোনখিনি পোৱাইছেগৈ, সাহিত্যই আমাক কি শিকাইছে, মানুহৰ কল্যাণ আৰু মঙ্গলৰ দিশটোত কিবা অৰিহণা যোগাইছে নেকি? তোলপাৰ যদি লগাইছে ই কেনে ধৰণৰ? সাহিত্যৰ সতে আমি সমানে সমানে খোজ কাঢ়ি যামনে নাই, নে ভাবি গুণি-থাকিম, নে কেৱল ভাষা আৰু বিশেষণৰ প্ৰয়োগেৰে মহান কৰি তাক আলমীৰাত সজাই ৰাখিম? তাক বিশ্লেষণ কৰিব লাগিব। এইবোৰৰ ওপৰত অনুসন্ধান কৰি প্ৰকৃত মূল্যবোধক বাহাল ৰাখিব পৰাটোৱেই হ'ব আমাৰ মহান কৃতিত্ব। আজি আমি এটা বিষয় আপোনালোকৰ হাতত তুলি দিছো আশা কৰো এই বিষয়ে আমি আলোচনা আৰম্ভ কৰিম। ধন্যবাদ।

কবীন আহি নিৰ্দিষ্ট আসনত বহি পৰিল। আছফিয়াই বিনম্ৰভাৱে মাইকৰ কাষলৈ গ'ল আৰু কাগজ এখনত চকু ফুৰাই ক'লে।

: ৰাইজ, ফ'ৰামে যিটো বিষয় নিৰ্বাচন কৰিছিল তাক মই কৈ দিছো; সেইমতে আপোনালোকক দুআষাৰ কোৱাৰ বাবে অনুৰোধ জনাইছোঁ। বিষয়টো হৈছে "মুছলিমা টাৱৰীণৰ লিখনিত ধৰ্মীয় অনুভৱ আৰু ইয়াৰ প্ৰাসঙ্গীকতা।"

আছফিয়া বহি পৰিলহি। হল ঘৰত এটা মৃদু গুণগুণনী আৰম্ভ হ'ল। টফচিৰে ক'লা গগলছৰ মাজেৰে দৰ্শক-শ্ৰোতাৰ ওপৰেদি চকুজোৰ ফুৰাই আনিলে। দুজনমান সম্ভ্ৰম লোকো টফচিৰৰ চকুত পৰিল। এনেতে সকলোকে

অবাক কৰি পাছৰ পিনৰ পৰা এজন লোক ঠিয় হ' ল আৰু সকলোৰে মাতক চেৰ পেলাই কোৱাত লাগিল।

: আমি গম পালো যে আপোনালোকৰ অনুৰোধ কেৱল এটাই যে আমাৰ দৰ্শকবৃন্দৰ পিনৰ পৰা কথা ক'ব লাগে। আমি ভাবিছিলো আপোনালোকে কোনোবা নিৰ্দিষ্ট ব্যক্তিৰ নাম ক'ব আৰু অনুৰোধ কৰি ক'বলৈ দিব। সেইবোৰ নাই যদি তেনেহ'লে মই প্ৰথমে চামচুল জোনাবকে ক'বলৈ অনুৰোধ কৰিলোঁ।

গিৰ্জনি, খিকিন্দালিত হ্‌ল ঘৰটোৰ চাল যেন উৰি যাব। সকলোৱে হাত চাপৰিও বজালে। তাৰ মাজতে টফচিৰে কবীনক "এই প্লেন কৰি আহিছে জানিছ, বন্ধ কৰি দিও নেকি" বুলি কোৱাত কবীনে "একো নহয় ক'বলৈ দে- তই মনে মনে থাক" বুলি কৈ ঠিয় হ'ল আৰু দৰ্শকৰ মাজত কতনো চামচুল জোনাব আছে তাক চোৱাত লাগিল। কিন্তু কবীনে আগৰ পিনে চোৱাতে থাকিল। ইতিমধ্যে কিনাৰৰ পৰা চামচুল জোনাব আহি মাইকৰ আগত থিয় হ'ল। কবীনে দেখি অলপ লাজ পোৱাৰ দৰে কৰিলে আৰু "চাইলেন্স প্লিজ" বুলি কৈ বহি থাকিল।

: মোৰ নাম চামচুল হক। চামচুল জোনাব নহয়। জোনাব নামটো লগাই লোৱাৰ বাবেই মই আজিলৈকে যিমান সভাত কথা ক'বলৈ উঠিছোঁ- তাৰ আগতে হাঁহি নোখোৱাকৈ থকা নাই। মোক হাঁহি উপলুঙাৰে সকলোৱে কথা ক'বলৈ আগবঢ়াই দিয়ে আৰু যাবৰ সময়ত আগবঢ়াই দিয়া সকলে কান্দি কান্দি ঘৰলৈ ওভতে- মই পিছে হাঁহিয়ে থাকো। বাইজ মই তৃতীয় শ্ৰেণীৰ মানুহ গতিকে মোৰ কথাবোৰো মানদণ্ডৰ পিনৰ পৰা তৃতীয় শ্ৰেণীত পৰে। আজি এই মুহূৰ্তত মোৰ এটা সাধু কথালৈ মনত পৰিছে। অন্ধই হাতী দেখাৰ কথা- অৰ্থাৎ ছয়জন অন্ধই হাতীটো হাতেৰে চুই কি বুলি ভাবিছিল তাৰ সাধুটো। এই বিষয়ে এটা ইংৰাজী কবিতাও আছে। ছয়জন অন্ধই হাতেৰে খেপিয়াই নিজৰ ধাৰণাটোকে সঁচা বুলি ভাবি হাতীটো তেনেকুৱা বুলি সাব্যস্ত কৰিলে। কিন্তু আচলতে হাতীটো হাতীয়েই হৈ থাকিল। সেই ল'ৰা কেইজনৰ গাত দোষ নাই ; কাৰণ সিহঁত অন্ধ। অসম প্ৰগ্ৰেচীভ ফৰামৰ কৰ্মকৰ্তা তথা কেইজনমান ডেকাই আজি কিছুদিনৰ পৰা কিছুমান ভাল কাম কৰি আছে। আমি সেইবোৰৰ খবৰ ৰাখিছোঁ। শেহতীয়াভাৱে তেওঁলোকে

যিটো কাম কৰি আছে আৰু যাৰবাবে আজি এটা বিষয় বাচিও দিছে আৰু এটি মিলা-মিচাৰ অনুষ্ঠান পাতি ভাব দিয়া-নিয়াৰ ব্যৱস্থা কৰিছে এই গোটেই বিষয়টোক মই সেই অন্ধই হাতী দেখাৰ নগত ৰিজনি দিব খোজো। চকু থকা মানুহে হাতীটোক হাতী বুলিয়ে ক'ব। অন্ধ ছয়টাইহে হাতীটোক ৰচী এদালৰ দৰে, বেৰ এখনৰ দৰে, কুলা এখনৰ দৰে, খুটা এটাৰ দৰে, আৰু কি কি কৈছিলে পাহৰিছো, সেই বুলি ক'ব। সেই বুলি এতিয়া চকু থকাখিনিয়ে সেই অন্ধ ছয়টাক- খবৰদাৰ কিয় তেনেকৈ কবি, মোক চিনি পোৱা নাই তহঁতক মাৰি কাটি শেষ কৰি দিম- হাতীটোক তেনেকৈ ক'বলৈ আহিছ, তহঁতৰ জ্ঞান নাই নেকি বুলি কৈ হৈ-হাল্লা কৰি, ৰোষত পেলাই, কাঠগড়াত উঠাব নেকি? মূৰ্খৰ বাহিৰে কোনোবাই এনে কাম কৰিবনে ? কিন্তু কৰি আছে অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ ডেকা কেইটাই। বাংলাদেশৰ লিখিকা মুছলিমা টাবৰীণে এশ বাৰতকৈ বেছিকৈ কৈ আছে যে তাই ধৰ্ম বিশ্বাস নকৰে, ইছলাম বিশ্বাস নকৰে, ধৰ্মত ভৰষা নাই, আল্লা মিছলীয়া, তাইৰ বাপেকে নামাজ নপঢ়ে, ৰোজা নেৰাখে। বাপেকৰো ইছলামৰ ওপৰত বিশ্বাস নাই, আল্লাৰ ৰচুলকো হীৰা পৰ্ব্বতৰ গুহাত বহি ধৰ্ম ৰচনা কৰি নাৰী জাতিক পদদলীত কৰাৰ কৌশলধাৰী এজন ব্যক্তি বুলি অভিহিত কৰিছে । এইখিনিতে সকলো শেষ। অন্য ধৰ্মৰ কথা নকলোৱে যেনিবা। যি ধৰ্ম আল্লাৰ পিনৰপৰা আহিছে, ৱহী নাজিল হৈছে, জিব্ৰাইল আলেই হীচ চালামৰ দ্বাৰা "ইকৰা বি ইচমি" বুলি আৰম্ভ হৈছে, তাৰবাবে আল্লায়ে মহম্মদক মানুহ হিচাপে, পয়গাম্বৰ হিচাবে দুনীয়ালৈ পঠাই দিছে, সেই কোৰাণ, সেই ধৰ্ম প্ৰদান কৰা কামৰ বাবে যিদৰে যথেষ্ট সময়ৰ প্ৰয়োজন হৈছে, যাৰ এটা জীয়া ঐতিহাসীক পটভূমি আছে, যাৰ এক শাস্বত বুৰঞ্জী আছে, সাহিত্য আছে, যিটোক পৃথিৱীৰ সকলো লোকে জানে সেই ধৰ্মটোক আক এজনী ছোৱালীয়ে বিশ্বাস নকৰে, নেমানে, তাইৰ বাপেকেও নেমানে। আমি তাইৰ কথাবোৰ কিয় মানিম ? ভাৰতত বাবৰী মছজিদ ভঙাৰ কাৰণে তাই "মজ্জা" লিখিলে। মই যদি কওঁ "মজ্জা"ৰ কথা মিছা তাই সাজি সাজি লিখিছে। পাৰিবনে আপোনালোকে সঁচা বুলি প্ৰমাণ দিব? যিমান সহজতে বে- পৰোৱাই হৈ অহঙ্কাৰ কৰি যিজনী ছোৱালীয়ে কোৰাণ-হাদীছৰ ওপৰত মিছা বদনাম লগাব পাৰে এক্টো শক্তিৰ আধাৰতে

তাই সাজি মাজি "মজ্জা"ও লিখিব পাৰিব। সেইবুলিয়ে আমি উঠাই দিমনে তাইক? উঠাই দি নিজকে উটাই দিমনে? ধৰ্ম বিশ্বাস নকৰা, নমনা যি কোনো লিখকে সেই সম্প্ৰদায়ৰ বা আন সম্প্ৰদায় আৰু ধৰ্মৰ ওপৰত এশখন "মজ্জা" লিখিব পাৰিব। ই একেবাৰে সহজ কথা। তাই এজনী মুছলমান সংখ্যাগৰীষ্ঠ দেশৰ ছোৱালী। জাতে পাতে, আহাৰে-বিহাৰে, নামে মানুহে মুছলমান। কিন্তু ইছলাম বিশ্বাস নকৰে, নেমানে। গতিকে ইছলামৰ ৰীতি-নীতি, নিয়ম-কানুন, আইন আদি সকলো কথা তাইৰ বাবে চকুৰ কুটা দাঁতৰ হুল হ'বই। বাহাদুৰী কাম হ'লহেতেন এইখিনিতে যে যদি তাই ইছলামৰ ওপৰত, ইছলাম ধৰ্মটোৰ ওপৰত বিৰূপ মন্তব্য নিদিয়াকৈ, আল্লাৰ ৰছুলক উপলুঙা তথা অপবাদ নসনাকৈয়ে আৰু অইন সাধাৰণ মানুহে থকাৰ দৰে ইছলামৰ ভিতৰতে থাকি এই কথাবোৰ লিখিলে হয় বা ধৰ্মক নেসাঙুৰি ধৰ্মৰ দোহাই দি মানুহে কৰা বেয়া কামবোৰক লৈ লিখিলে হয়। যি লোকে যি বস্তু বেয়া পাই তাৰ বিৰুদ্ধে কোৱাটো, বা তাৰ কাষ নচপাৰ প্ৰবৃত্তিটো মানুহৰ সহজাত নিয়ম, আজন্ম। আৰু এতিয়া সেইটোৱেই হৈছে। নামাজ ৰোজা বাৰু পঢ়িব আৰু ধৰিব নেলাগে। অন্ততঃ আল্লাক মিছলিয়া বুলি নকৈ, আল্লাৰ ৰছুলক উপলুঙা নকৰি তাই যদি এইবোৰ লিখিলে হয় তেন্তে আমি আনন্দিত হ'লো হয়। তাই থাকিব খুজিলেও, জোৰ কৰি ৰাখিব বিচাৰিলেও তাই থাকিব নোৱাৰে, যেনেকৈ এতিয়া কেৱল নামটোৰে মুছলমান হৈ আছে, যেনেকৈ গোবৰুৱাক চেনী-গাখীৰৰ মাজত ৰাখিলেও সি থাকিব নোৱাৰে। কাৰণ তাইৰ চৰিত্ৰ, তাইৰ দৰে চৰিত্ৰৰ ছোৱালী ইছলাম নেলাগে অইন ধৰ্মৰ মাজতো থাকিব নোৱাৰে। মাত্ৰ দুৰ্ভাগ্যৰ কথা এয়ে যে এতিয়া ধৰ্ম ক'ত আছে? অৱশ্যে পশ্চিমীয়া দেশত হয়তো টিকি থাকিব পাৰিব। অ' এটা কথা কিন্তু ঠিক ৰাইজ যে তাই পুৰুষৰ কথা কৈছে- তাই পুৰুষক পুৰুষ বুলি কৈছে মানুহ বুলি কোৱা নাই। পুৰুষৰ বিষয়ে যিবোৰ কৈছে, যি ছবি দাঙি ধৰিছে সেইখিনি বহুলাংশে সঁচা। কমবেছি পৰিমাণে পৃথিৱীত এনে পুৰুষ আছে। তাইৰ অভিজ্ঞতাক আমি মিছা বুলি ক'ব নোৱাৰো। কিন্তু সেই পুৰুষক বেয়া বুলি দেখুৱাবলৈ গৈ তাই এটা ধৰ্মক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছে, ধৰ্মৰ কান্ধত বন্দুক থৈ গুলিয়াবলৈ আৰম্ভ কৰিছে। আমি যেতিয়া কিবা কাৰণত

এজন মানুহক বেয়া পাওঁ, এদল মানুহক বেয়া পাওঁ, এটা দলক বেয়া পাওঁ, তেতিয়া বিশ্বাস হেৰাই যায় নিজ স্বাৰ্থ পূৰণ নোহোৱাৰ বাবে, যেতিয়া মানিবলৈ ভাল নেলাগে তেতিয়া আমি সদাই সেই মানুহজনৰ বিৰুদ্ধে, দল বা পাটিৰ বিপক্ষে কথা কৈ, কুৎসা ৰটনা কৰি ভাল পাওঁ। আনকি অনুগামী সকলকো বেয়া পাওঁ। যেনে ই কংগ্ৰেছৰ মানুহ, এওঁ অ গ পৰ দালাল এখেত চি, পি এমৰ পাণ্ডা। অথচ তেওঁলোকে একো কৰাই নাই। তাইৰ ক্ষেত্ৰতো ঠিক তেনে হৈছে। তাই ধৰ্ম নেমানে ইছলাম নেমানে, গতিকে সেই ধৰ্মৰ অনুগামী সকলক বেয়াকৈ দেখুৱাবলৈ কুণ্ঠাবোধ কৰা নাই। তাই উল্লাসীত হৈছে এইবুলি- চোৱা এই ইছলাম ধৰ্মৰ মানুহবোৰ কিমান বেয়া, বৰ্বৰ আৰু নিষ্ঠুৰ, যাৰদ্বাৰা নাৰী পীড়িত, নিগৃহীত, দলিত আৰু দংশিত হৈছে। একমাত্ৰ যেন ইছলাম ধৰ্মাৱলম্বী হোৱাৰ কাৰণেই এইবোৰ হৈছে। কাৰণ মূল ইছলাম ধৰ্মটোৱেই বেয়া নহ'লে এনেবোৰ সম্ভৱ হৈ নুঠিলহেঁতেন। তোমাৰ বাংলাদেশ বেয়া, তোমাৰ বাংলাদেশী মানুহবোৰ বেয়া, তোমাৰ চৰকাৰ বেয়া, তোমাৰ দেশৰ মানুহে ধৰ্মৰ নামত তোমালোকক শোষণ কৰিছে, চোবাইছে, সলাইছে, কোৰাণ-হাদীছৰ কথা কৈ তোমালোকক পাকঘৰত ৰাখিছে, তোমালোকক বিবস্ত্ৰা কৰিছে, মন গ'লে শুৱাইছে, মন গ'লে উঠাইছে সকলো খেয়াল-খুচী মতে কৰি গৈছে। তাৰবাবে মানুহক গালি পাৰা, গৰিহণা দিয়া, জেল হাজোতত ৰাখা, ফাঁচী দিয়া। কিন্তু ধৰ্মক কিয় বেয়া পাইছা ? কোৰাণ-হাদীছ, আল্লাৰ ৰচুলক কিয় অক্ৰমণ কৰিছা। তুমি প্ৰশ্ন কৰা- এইবোৰ ইছলামৰে অনুগামী নে, আল্লাৰ বান্দানে, ৰচুলৰ উম্মতনে ? তেনে ধৰণৰ কাহিনী প্ৰান্তৰে প্ৰান্তৰে, দেশে- মহাদেশে চলি আছে তাৰ বাবে ক'তা প্ৰত্যক্ষভাৱে ধৰ্মকটো দোষ দিয়া নাই, জগৰীয়া কৰা নাই ? ধৰ্মৰ নামত আইন বনোৱাসকলকহে দোষাৰোপ কৰিছে। শোষণ চলাই যাবৰ বাবে যদি কোনোবাই ধৰ্মৰ আশ্ৰয় লৈছে তেনে কোনোবাজনক দোষাৰোপ কৰা- ধৰ্ম গ্ৰন্থক নহয়। তাৰোপৰি কেৱল বাংলাদেশতেই নহয় পৃথিবীৰ সকলো ঠাইতে সংখ্যালঘুসকলে নিৰ্য্যাতন ভোগ কৰিব লগাত পৰে। সেই কাৰণেই ধৰ্মৰ গ্ৰন্থখনিক গালি পাৰিবানে ? অলপতে য়াচফিকা নামৰ এগৰাকী লেখিকাই লিখিছে যে "মুছলিমাৰ বাংলাদেশত হিন্দু সংখ্যালঘুৰ ওপৰত কৰা অত্যাচাৰৰ বিষয়ে প্ৰকাশ কৰাৰ কাৰ্য্যক আমি সমৰ্থন

জনাইছোঁ। কিন্তু তাৰ লগতে এই কথাও সোঁৱৰাই দিব খুজিছো যে সংখ্যালঘুৰ ওপৰত হোৱা অত্যাচাৰ কেৱল বাংলাদেশতে নাই বিশ্বৰ সকলো দেশতে ই বিদ্যমান। সেই বুলি বাংলাদেশৰ পৰা হিন্দুসকল ভাৰতলৈ পলাই আহিলেই বা ভাৰতৰ মুছলমানসকল বাংলাদেশলৈ বা পাকিস্তানলৈ পলাই আহিলেই হিন্দু আৰু মুছলমানৰ সমস্যা সমাধান নহয়। ইয়াৰ বাবে লাগিব সম্পূৰ্ণ বিজ্ঞান সম্মত দৃষ্টিভঙ্গীৰ ওপৰত প্ৰতিষ্ঠিত সমাজ ব্যৱস্থা।" অৱশ্যে ৰাইজ এইবোৰ "মজ্জা" নামৰ কিতাপখনৰ ভিতৰুৱা কথা। সেইবোৰ সমালোচক সকলে দাঙি ধৰা কথা। আমাৰ কথা হ'ল তাইৰ ধৰ্মীয় অনুভৱ কি? এই বিষয়ে আপোনালোক সকলোৱে ধৰিব পাৰিছে যে তাইৰ ধৰ্মীয় অনুভৱ একেবাৰে ঘৃণনীয়, আক্ৰমণাত্মক আৰু তাচ্ছিল্যপূৰ্ণ। আৰু তাতে কিছুলোকে বাহ বাহ জনাইছে। ৰাইজ বাৰে বাৰে মোৰ বুকুত সেই সাধুটোৱে অহৰহ খুন্দিয়াই আছে। কোনোবা কোনোবা মানুহে নিজস্ব দৃষ্টিভঙ্গী লৈছে লৈ থাওক, তাত আমাৰ কি হানি। সূৰ্য্য সদাই সূৰ্য্যই হৈ থাকিব, অন্ধৰ সেই হাতীটো সদাই হাতীয়ে হৈ থাকিব। জোৰ কৰি আমি যিদৰে আনক সৈমান কৰাব নোৱাৰো আনেও কৈ-মেলি, লিখি সত্যক ধাকি ৰাখিব নোৱাৰে। অন্য ধৰ্মৰ দৰে ইছলামো এটা দগমগাই জ্বলি থকা জলন্ত ধৰ্ম। তাক ক'ৰবাত মানুহে বেয়া কৰিছে সেইটো সুকীয়া কথা। আমি যদি আকৌ নৰমান য়াজদীলৈ চাওঁ তাতো সেই একেটা ছবিকে দেখিবলৈ পাওঁ। তেঁৱো গোটেই পৃথিৱী তোলপাৰ লগাই দিলে। লাগিবই। মুছলমানৰ মাজত তোলপাৰ লগাৰ কাৰণ সহজে অনুমেয়। অমুছলমানৰ মাজত তোলপাৰ লগাৰ কাৰণটো হৈছে হওক তেওঁ ইছলামৰ ওপৰত মাধমাৰ এটা পৰিল। এনে ধৰণৰ লিখা যিমানেই ওলাই থাকিব সিমানে তেওঁৰ জনপ্ৰীয়তা বাঢ়ি যাব আৰু এচাম মানুহে ভাল পাই থাকিব। পৰধৰ্ম বিদ্বেষী দুষ্কৃতিকাৰী, জঘন্যতম ব্যক্তি কিছুমানে এইবোৰ কথা ৰব ৰস লগাই লিখি লিখোতাজনক উঠাই দিব, লিখোতাজনেও তেনে কথাত কামত প্ৰেৰণা পাই আৰু লিখি যাব। কিন্তু কথা হ'ল লিখাখিনি সঁচানে? য়াজদীহঁতৰ লিখনিক গণতান্ত্ৰিক অধিকাৰৰ অলঙ্কাৰেৰে বিভূষীত কৰা হ'ল, সেই লিখনিক আৰু আন কোনোবাই সমালোচনা কৰিলে সেইটোক হ'লে মনে-প্ৰাণে কোনেও মানি লব নোৱাৰি লিখনিৰ স্বাধীনতাৰ ওপৰত হস্তক্ষেপ

কৰাৰ দৰে বুজাবলৈ চেষ্টা কৰা হ'ল। য়াজদীৰ লিখনিক প্ৰথমে বুজি উঠিব মুছলমানসকলে, ক'ত ভুল আছে ক'ত নাই , আৰু সেইমতে মন্তব্য কৰিব। তাৰ পাছত বুজিবলৈ চেষ্টা কৰিব আন সকলে । তেওঁলোকৰ কৰ্তব্য হ'ব লাগে এনে ধৰণৰ যে য়াজদীৰ লিখনিৰ ওপৰত মুছলমানসকলে কি মন্তব্য কৰিছে? যদি বেয়াকৈ মন্তব্য কৰিছে তেন্তে চাব লাগিব সেই বেয়াটো কিয় হৈছে, আবেগৰ বশৱৰ্তী হৈ কৈছে নে, নে অইন কিবা যুক্তি আছে। যদি যুক্তি আছে যেনে মনে মনে থাকক আৰু যদি যুক্তি নাই তেতিয়া আনসকলে এই বিষয়ে লিখক। কিন্তু তাকে নকৰি চিধাই মৌলবাদৰ চোলাটো পিন্ধাই নিবিচাৰে য়াজদীৰ ফলিয়া হৈ একেবাৰে যা-তা কথা লিখি গৈছে। আনকি এজন প্ৰখ্যাত ধৰ্মীয় নেতাই মৃত্যুদণ্ড দিয়াৰ বাবে একেবাৰে জাঙুৰ খাই উঠিছে। বিশ্বৰ প্ৰতিজন মুছলমানেহে বুজিছে যে য়াজদীয়ে কি লিখিছিল? খং, দুখ, হতাশা, লজ্জা আৰু অপমানত দগ্ধ হৈ যেনিবা মৃত্যুদণ্ড দিলেই সেইটো নো এটা কথানে ? বিগত আন্দোলনৰ দিনবোৰতো বহুতে বহুতক দেখো মৃত্যুদণ্ড দিছিল, বদন-মীৰ্জাফৰ, চি, পি, এমৰ দালাল বুলি কৈ লাঞ্ছনা-গঞ্জনা গৰিহণা দিছিল। সেইবুলি সেই মানুহখিনিক এতিয়া আমি এঘৰীয়া কৰিছো নেকি? খঙৰ ভমকত নিজৰ সন্তানৰ গালৈও দেখো হাতৰ কটাৰীখন "জহনী যোৱা" বুলি মাৰি পঠাই। পাছলৈ কিবা সেই সন্তানটো কাটি পেলাই নেকি? এইবোৰ হৈছে খঙৰ, বেজাৰৰ এটা বহিঃ প্ৰকাশ। এইবোৰৰ বিপৰীতে মৃত্যুদণ্ড জাৰী নকৰাকৈয়ে যে আমিয়ে আমাৰ মানুহক সদাই মাৰি আছো সেইবোৰ পিছে কি? গণতান্ত্ৰিক অধিকাৰৰ কথা ক'বলৈ গ'লে সকলোৰে বক্তব্য, আলোচনা-বিলোচনাক সেই একে গণতান্ত্ৰিক অধিকাৰৰ গণ্ডীৰ ভিতৰত ধৰিব লাগিব। তেতিয়া কাৰো আলৈ আপত্তি নেথাকিব। এইবোৰ কৰি থাকোতেই এতিয়া আকৌ অসমৰে জামিনুৰ ৰহমান নামৰ এজনে আহি মঞ্চত প্ৰবেশ কৰিছে। মুছলিমা আৰু য়াজদীৰ দৰে জামিনুৰো এজন ব্যক্তি যি ইছলামকে ধৰি কোনো প্ৰতিষ্ঠানক ধৰ্মকে বিশ্বাস নকৰে। এই অবিশ্বাসী, নাস্তীক জন আৰু আমাৰ কেইজনমান বুদ্ধিজীৱী তথা পত্ৰ আৰু পিতান লেখকৰ ইমান আপোন হৈ গ'ল যে তেওঁলোকে আগৰ দুজনৰ পক্ষত মতাৰ দৰে জামিনুৰৰ পক্ষতো বৰ উৎসাহ আৰু উল্লাসেৰে মাত মতাত লাগি গৈছে।

জামিনুৰ বুলিলে আৰু বুলিবৰ নাই। দেখা গৈছে যে যি মানুহে ইছলামৰ বিৰুদ্ধে গৈছে, ইছলামক বিশ্বাস নকৰে, ইছলামক মানি নোলোৱাৰ কথা কৈছে সেই কেইজনৰ ফলিয়া হৈহে আমাৰ কেইজনমানে পক্ষপাতিতা কৰিছে। আমি একেবাৰে হতবাক্ হৈ পৰিছো। জামিনুৰে এতিয়া বহুত কিবা কিবি লিখিব। ইছলাম তেওঁৰ দাঁতৰ হুল আৰু চকুৰ কুটা। গতিকে তেওঁক এতিয়া কোনে পাই? এতিয়া যিহেতু মুছলমানৰ বাচ্ছা হৈয়ো যেতিয়া জামিনুৰে ইছলামৰ কথাবোৰৰ ওপৰত বেয়াকৈ লিখিছে, গতিকে কি লিখিছে, কিয় লিখিছে, কেনে লিখিছে সেইবোৰ ভাবিবলৈ কাৰো সময় নাই। এতিয়া ইছলাম বেয়া আৰু জামিনুৰৰ কথা ভাল। আপোনালোকে জানে যে কিছুমান ঘটনাৰ চৰিত্ৰহে বেলেগ কিন্তু তাৰ পটভূমি প্ৰায় একেই। আনে যেতিয়া কথাবোৰ হালোৱা-খিচিৰি কৰি লিখি ভাল পাই আমিও কথাবোৰ সেইমতে কৈ ভাল পাওঁ। মানুহে 'আমাৰ আৰু এটা কথা মনত পৰিছে' বুলি কৈ প্ৰায় বহু কথাই কৈ দিয়ে। অৱশ্যে সেই কথাবোৰৰ, ঘটনাবোৰৰ এটা ক্ৰম আছে, ধাৰাবাহিকতা আছে, ইটোৰ সতে সিটো সাঙুৰ খাই আছে। এক প্ৰকাৰে চাব গ'লে সিমান নায়ো কিন্তু মানুহে জোৰা লগাই কথা কয় বাবে আমিও ক'বলৈ ধৰিছোঁ। টাবৰীণৰ ধৰ্মীয় অনুভৱৰ কথা ক'বলৈ যাওঁতে প্ৰধানকৈ আমাৰ ইছলামলৈ মনত পৰে। ইছলামৰ সতে জড়িত হৈ থকা কথাবোৰ মনত পৰে, তাই বিৰুদ্ধে কোৱা কথাবোৰ মনত পৰে, মনত পৰাৰ লগে লগে আন দুজন লিখক- য়াজদী আৰু জামিনুৰলৈ মনত পৰে আৰু পৰে তেওঁলোকৰ কাৰ্য্যকলাপ আৰু বক্তব্যবোৰলৈ। জামিনুৰে ইছলামৰে এটা বস্তু ইস্তেমাৰ বিষয়ে লিখিছিল বাবে তেওঁৰ কথাকে মই ক'ব গৈছোঁ। ইস্তেমা কি এই বিষয়ে মই এতিয়া নকও। এই বিষয়ে অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ কৰ্মকৰ্তাসকলে ভৱিষ্যতে পুনৰ আচৰ বহাব। কাৰণ এই বিষয়ে অসমৰ এজন বিচক্ষণ বিশ্লেষণকাৰী লিখক হক চাহেবে লিখি গৈছে। বাহিৰে সেইবোৰ পঢ়িব। মই ভাবো ইস্তেমা অসমৰ অনগ্ৰসৰ মুছলমান সমাজৰ বৌদ্ধিক তথা সাংস্কৃতিক উৎকৰ্ষ সাধনৰ আৰু উন্নতিৰ অন্তৰায় হ'ব নোৱাৰে। ই এনে এটা অনুষ্ঠান নহয় যে ইয়াত আশাগুধীয়াকৈ লাগি থাকিব লাগিব বা ইয়াত নিমজ্জিত হৈ যাব লাগিব। মাত্ৰ চাৰিটা দিন বা পাঁচটা দিনৰ বাবে এটা বিৰাট সমাগম হয়,

নামাজ-দোৱা হয়, ৰাজনীতিৰ লগত কোনো সম্পৰ্ক নথকা, বিশ্বৰ মানৱৰ হিত কল্যাণ কামনা কৰা, সমূহীয়া প্ৰাৰ্থনাৰ যোগে সমূহীয়া, ব্যক্তিগত আৰু মৃতকৰ গুনাহ ভুলৰ বাবে মৰিষণ বিচৰা, বিশ্ব মানৱৰ ভালৰ কাৰণে দোৱা কৰা আদিৰ দৰে কিছুমান অনুষ্ঠান অনুষ্ঠিত হয় আৰু তাৰ পৰা ঘৰাঘৰি ৰাইজ ঘৰমুৱা হয়। এইবোৰৰ বাহিৰে তাত অইন্য চিন্তা কৰাৰ কোনো সুবিধাও নাই আৰু সুৰুঙাও নাই। এটা কথা সঁচা যে এই অনুষ্ঠান পাতিবলৈ লওতে বহু দিনৰ প্ৰস্তুতি এটাৰ দৰকাৰ হয় আৰু তাত ডেকা ল'ৰাকে আদি কৰি বহু মানুহ লাগিব লগাত পৰে। সেইটোটো স্বাভাৱিক কথা। চাকৰি কৰা লোকেই হওক ব্যৱসাই কৰা লোকেই হওক যাৰ যেনেকৈ যি সুবিধা মিলে তেনেকৈ অংশ গ্ৰহণ কৰে। সেইটোৱে এইটো নুবুজাই যে এই চাৰি পাঁচ দিন বা পোন্ধৰটা দিন লাগি যোৱাৰ বাবে মুছলমানৰ বৌদ্ধিক আৰু সাংস্কৃতিক উন্নতিত বিৰাট এক বাধা পৰিব যাৰ বাবে দেশখন একেবাৰে তললৈ নামি যাব। মুছলমানৰ অনগ্ৰসৰতা, পাছপৰি থকা, বৌদ্ধিক আৰু সাংস্কৃতিক দিশৰ অধ-পতন হোৱাৰ, কাৰণ আৰু অন্য বহুত আছে। সেইবোৰৰ ওপৰত কলম চলোৱাহে উচিত। ইস্তেমা সৌ সিদিনাহে হৈ গ'ল- তাৰ আগলৈকে কি ৰৱ জয়জয় ময়ময় আছিল নেকি ? পাকে প্ৰকাৰে কিদৰে ইছলাম ধৰ্মটোৰ ওপৰত এচবকা বোকা লগাব পাৰি তাৰে চিন্তাত নিমগ্ন হৈছে। ই চৰকাৰক গালি পৰা, আনক ঘীণ কৰা, বিদ্বেষ ভাৱৰ পোষকতা কৰা, আৰু তৰোৱাল ধৰোৱা আদিৰ দৰে লাগি থাকিবলগীয়া অনুষ্ঠান নহয়। বহু বছৰৰ মূৰত এবাৰ হয় আৰু তালৈ ৰাইজে আল্লাৰ নাম আৰু মোক্ষ লাভ কৰাৰ কথাবোৰ শুনিবলৈ যায়। বহুতে মানুহ চাবলৈ গৈ আবেগতো গৈ ঘূৰি আহে। কিন্তু কোনো হিংসাত্মক কথা-বতৰা শিকিবৰ বাবে নেজাই। ইছলাম বা ইস্তেমাত কোনো অজ্ঞতা, অজ্ঞানতা আৰু ধৰ্মান্ধতাক টিকাই ৰাখিব পৰাকৈ আলোচনা আদি অনুষ্ঠিত নহয়। ধৰি ললো যেনিবা মুছলমানে আৰবৰ টকা পাই অস্ত্ৰ-শস্ত্ৰ গোটাই তৰোৱাল ধৰাই অন্য এখন দেশৰ দাবী তুলিবৰ বাবে ষড়যন্ত্ৰ কৰিছে। বিশ-পচিশ লাখ মানুহ গোট খাই কি ষড়যন্ত্ৰ কৰিব, গোপনিয়তা ক'ত? তৰোৱাল সোঁপা ৰাখিব ক'ত? তৰোৱাল ঘূৰাবই বা কেইজনে জানে? আজিকালি তৰোৱালৰ যুগ নাই গতিকে বিভলভাৰ লাগিব। বিভলভাৰ পাব

ক'ত? কোনে দিব? ধন ক'ত? অ' পাহৰিছো ৰাইজ, আৰবৰ টকা আহিছে নহয় তাৰে কিনিব। কিন্তু কিনিব লাগিব অন্ততঃ বিশ লাখৰ ভিতৰত কমেও পাঁচ লাখটা ৰিভলভাৰ। যাৰ ইন্তেমালৈ আহিবৰ বাবে ভাল এযাজ কাপোৰ নাই, ভাড়া নাই সেইখিনিয়ে আক ক'ৰপৰা অস্ত্ৰ-শস্ত্ৰ কিনিব বা গোটাব? তাৰোপৰি আৰবৰ টকাটো ঘটিবামহঁতে নেপায়। বিশ পঁচিশ লাখ মানুহে গোট খাই হামলা লগাবলৈ হ'লে পৰিকল্পনা আৰু পথাৰ লাগিব। নিজৰ পদূলিটোৰ পৰা এখোজ বাহিৰলৈ ওলাই যাবলৈ ভয় কৰা অসমৰ গৰীয়া কেইটাই ক'ৰ অমুছলমান সোপাক মাৰিব। ইপিনে আক বুৰঞ্জীবিদ, লেখক, অধ্যাপকে কৈ আছে যে অসমত বোলে সকলো ঠিকেই আছে। এতিয়া এসোপা মুছলমান গোট খালে বুলিয়ে লাগি যাবনে? লগাৰ যুক্তি, আখৰা প্ৰস্তুতি, সংগঠন ক'ত? একেলগে ইমানখিনি মানুহ গোট খোৱাত বুদ্ধিজীৱীসকল ইমানেই উদ্বীগ্ন আৰু শঙ্কিত হৈ পৰিছে যে এজন চিন্তাবীদে লিখিয়ে পেলালে "ধৰ্ম প্ৰচাৰৰ বাবে পোন্ধৰ, বিশ লাখ মানুহ একত্ৰিত হোৱাৰ কোনো প্ৰয়োজন নাই। ধৰ্ম প্ৰচাৰকসকলে গাঁৱে গাঁৱে গৈ ধৰ্মৰ মূল বাণীখিনি বুজাই আহিলেই কাম সিজে।" তথাপিও যেন গোট নেখালেই ভাল আছিল। কিন্তু ৰাইজ এইখিনিতে আৰু এটা কথা কওঁ, আমি জাতিত অসমীয়া, ধৰ্মতহে কোনোবা মুছলমান, কোনোবা হিন্দু, কোনোবা শীখ। আমি প্ৰায়ে ওচৰা-ওচৰিকৈ আৰু একেলগে আছো। মুছলমানৰ যিকোনো বিপদ শংকটে হিন্দুকো চুব, হিন্দুসকলৰ কিবা এটা অথন্তৰ ঘটিলে আমাৰো বেয়া লাগিব। আচলতে সকলোৰে ভালেই সৰ্ব ভাল। নহ'লে দেশ বতী থাকিব নোৱাৰে। আমাৰ মুছলমান সকলৰো বহু দোষ আছে, গোড়ামি আছে। সেইখিনিক বাচি উলিয়াই ভালকৈ চালিজাৰি তাক উপস্থাপন কৰিব পাৰিব লাগিব। মানুহে লিখিব জনা নাই, দেখুৱাই দিব জনা নাই। যিবোৰ বস্তু উদঙাই দেখুৱাই দিব লাগে সেইবোৰ নেদেখুৱাই, ধ্যান- ধাৰণাবোৰ সঠিক নহয়, গল্প-গোজবৰ পৰা ওলোৱা কথা বেছি জানে, কিতাপত কি কৈছে তাক নপঢ়ে, খবৰ কাগজত ওলোৱা ভুল বাতৰি পঢ়ে, প্ৰচাৰ মাধ্যমবোৰৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰাৰ দৰে কিছুমান দিশৰ ওপৰত নিৰ্ভৰ কৰি কথা কোৱাৰ বাবে বিষয়বোৰৰ আছল গ্ৰহণযোগ্য আৰু পৰামৰ্শমূলক শিতানবোৰ কৰবাত থাকি যায়। তাৰোপৰি

ধৰ্মীয় গ্ৰন্থসমূহক সততে আলোচনা-বিলোচনা আৰু আক্ৰমণৰ মেজলৈ লৈ অহাৰ বাবে উদ্দেশ্যই সুষ্ঠ বাটলৈ ওলাই আহিব নোৱাৰে। যিসকল ব্যক্তিয়ে পঢ়া-শুনা কৰি, নজনা কথা আনক সুধি, অনুধাৱন কৰি কিবা ক'ব খোজে বা লিখিব বিচাৰে তেওঁলোকৰ লিখনিয়েই বেলেগ। কথা শুনিলেই, লিখনি পঢ়িলেই বুজিব পাৰি মানুহজনে জানি বুজি লিখিছে। বহু কথা জনা বুলি সমাজত সমাদৃত, স্বীকৃতি পোৱা লোক হ'লেই যে পৃথিৱীৰ প্ৰতিটো কথা জানিব তাৰ কোনো মানে নাই। মনত ভেম আৰু অহং ভাৱ লৈ সকলো কথাতে মাত মাতিবলৈ গলে মহা বিপদ আছে। তেনে লোকৰ সকলো দায়িত্ব শেষ হৈ যায় আৰু হাঁহিয়াতৰ পাত্ৰ হয়। সমাজৰ কোনো লোকে পাত্তা নিদিয়াৰ দৰে হয়। গতিকে তেওঁলোক খুব সাৱধান হ'ব লাগে। আমাৰ গাত প্ৰকৃততে যিবোৰ দোষ আছে সেইবোৰ দোষ ধৰ্ম গ্ৰন্থৰ বাবে সিমান নহয়। অজ্ঞতাৰ বাবে, উপযুক্ত পৰিবেশৰ অভাৱ, দাৰিদ্ৰতা, এলাহ, অনিহা আদিৰ দৰে বহু কাৰণত আমাৰ লোক পাছপৰি আছে। সেইবিলাকৰ ওপৰত বিশ্লেষণ কৰিলে এইটো নিশ্চয় ওলাই নপৰিব যে ইয়াৰ বাবে কোৰাণ-হাদীছ দায়ী। কোৰাণ কিতাবে পঢ়া-শুনা জ্ঞান আহৰণৰ বাবে কি নিৰ্দেশ দিছে তাক আজি মই ব্যাখ্যা নকৰো। কিন্তু আমাৰ মানুহে ভাৱে যে ইছলামত এনে কিছুমান আদেশ আছে যিবোৰৰ পৰা আমাৰ ডেকাইতে জহন্নামৰ পথলৈ গতি কৰিছে। কেৱল পঢ়া-শুনাতে নহয় ৰাজনীতি, সমাজ, বিজ্ঞান, অৰ্থনীতি, দেশ, চুবুৰী, নাৰী-পুৰুষ, শিশুলৈকে বিভিন্ন দিশত সুন্দৰ আদেশ-নিৰ্দেশ দি থোৱা আছে। সেইবোৰ যদি মানুহে পালন নকৰে তেন্তে তাৰবাবে জগৰীয়া কোনো হ'ব? ভাল বস্তু থকাৰ পাছতো যদি মোৰ মন, চৰিত্ৰ, আগ্ৰহ, কৌতুহল আদি ৰিপুবোৰে তাক গ্ৰহণ কৰিব নেজানে তেন্তে তাৰবাবে আৰু ধৰ্মগ্ৰন্থক দোষ দি লাভ নাই। বৰং এনেবোৰ কথাই মানুহক বিভ্ৰান্তহে কৰিব। আমাৰ কিছুমান অসৎ চৰিত্ৰৰ বাবে, নজনাৰ দোষত আৰু অহমীকা ভাৱৰ বাবে আমাৰ ধৰ্মৰ গ্ৰন্থবোৰে, পয়গম্বৰসকলে অবাবতে গ্ৰানীৰ বোজা কান্ধত লব লগাত পৰে। আৰু সেই চৰিত্ৰ পৰিস্ফুত হৈ উঠিছে এই তিনিজন লেখকৰ গাত। ইজনৰ কথা কামৰ সতে সিজন জড়িত হৈ আছে বাবে মই অলপকৈ এই তিনিজনৰ কথা ক'লো আৰু তাতে লুকাই আছে তেওঁলোকৰ ধৰ্মীয় অনুভৱ আৰু লগতে

প্ৰকাশ পাইছে আমাৰ নিজৰে আপোন বুলি ভবা লোকৰ মনৰ পৰিচয়বোৰ। আমাৰ মানুহ কেইজনো বৰ দৰদী আৰু মানৱতাবাদী। টাববীণক কিবা এটা ক'লে য়াজদীলৈ মনত পৰে, য়াজদীক কিবা এটা ক'লে জামিনুৰলৈ মনত পৰে, জামিনুৰক কিবা এটা ক'লে টাববীণলৈ মনত পৰে। এই তিনিজন হৈছে আমাৰ মানুহ কেইটাৰ বুকুৰ কুটুম। বাপ জনমৰ চিনাকি! চিনাকি আৰু আপোন হ'বই- কাৰণ তেওঁলোকে লিখা কথাবোৰৰ এশভাগেই সঁচা। তেখেতসকল হৈছে সত্যৰ সেৱক সত্যৰ পূজাৰী। সঁচা কথা পালেই তেওঁলোকৰ অচিনাকি জনো চিনাকি আৰু আপোন হৈ পৰে। সত্যৰ সপক্ষে মাত মতা তেওঁলোক মিঠ্যা বিৰোধী এজন যুগনায়ক। ভৱিষ্যতে ইছলামৰ ওপৰত মিছা কালিমা লগোৱা কিমান লোক তেওঁলোকৰ আপোন হৈ গৈ থাকিব তাৰ কি ঠিকনা আছে। কিন্তু মনত নপৰে, আপোন কৰি লব নোৱাৰিলে অসমৰ অসমীয়া মুছলমান ভাইকেইটাক। টাববীণ য়াজদী-জামিনুৰহঁতে কোৰাণ, হাদীছ আৰু পয়গম্বৰ জনাক আক্ৰমণ কৰাত অসমীয়া মুছলমান ভাই কেইটাৰো যে বেয়া লাগিব পাৰে সেইটো হলে মনত নপৰে। অৱশ্যে এতিয়া মনত নপৰিবই। মনত পৰাৰ সময় আছে। এতিয়া মনত পৰাৰ দুৱাৰ খিৰিকী বন্ধ। ঈদ, বকৰীদৰ মিলাদে মেহকিল, ঈদ-সম্মিলন, ফাতেহা-ই-দোবাজ দাহম, ঈদ-বিহু অনুষ্ঠানৰ সভাত মাইকৰ আগত যেতিয়া আজান ফকীৰ-শঙ্কৰদেৱ- হাজোৰ পোৱামক্কাৰ কথা আখৈ ফুটা দি ফুটি থাকিব তেতিয়াহে মনত পৰিব। মোৰ ভাবিবলৈ টান লাগে যে আনে যি লিখে লিখি থাকক, যেনিবা সঁচাই লিখিলে, কেনেকৈ অসমৰে এচাম লোকে সেই লিখাবোৰক পূৰ্ণ সমৰ্থন কৰি ইমান সোনকালে, অতি কম সময়ৰ ভিতৰতে, এচাম লোকৰ জীৱনজোৰা বিশ্বাস আৰু আধ্যাত্মীক জীৱন নিৰ্বাহৰ আধাৰ স্বৰূপ এটা ধৰ্মৰ বিষয়ে যা তা কথা লিখিবৰ বাবে হাতৰ কলম দাং খাই উঠিল? আনলৈ তেনে তেওঁলোকে কিয়ে বা ৰাখিলে? তেওঁলোকে নিশ্চয় চাই চিটি লিখিব পাৰিলে হয়। আমি বেজাৰ পাব লাগেনে নেলাগে? আমাৰ দুখ লগাৰ অধিকাৰ নাই নেকি? আমি কিছুমান কৰ্তব্য কৰিছোঁ- গতিকে আমাৰ কোৱাৰ অধিকাৰ আছে। আৰু সেইবাবে মই কমেই। আমি তেওঁলোকৰ গোলামী কৰি দিয়া নাই কিন্তু এক প্ৰকাৰে আমি এজোজন সৎ বা মহৎ লেখকৰ গোলাম। ইমানদিনে আমি

তেওঁলোকৰ লিখাবোৰ মৰ্মে মৰ্মে উপলব্ধি কৰি তাৰ ভালবোৰ সমাজৰ কামত লগাবৰ চেষ্টা কৰিছিলো। অন্ততঃ ভাবিছিলো- তেওঁলোক আমাৰ দাৰ্শনিক বন্ধু, আমাক চেতনা দিওতা, নজনা কথাৰ বিষয়ে জ্ঞান দিওতা। তেওঁলোকৰ লিখনিৰ মূল্য তেতিয়াহে দিয়া হ'ব- যদি আমি তেওঁলোকে দেখুৱাই দিয়া আদৰ্শবোৰৰ যৎকিঞ্চিত নিজৰ জীৱনত খটুৱাব পাৰো। তাৰবাবে আমি কোনো ঘোষণা কৰা নাছিলো। সৎভাৱে যে জীৱন-যাপন কৰাৰ অলপ প্ৰেৰণা, কিছু উদ্দীপনা পাইছিলো- এইসকল লেখকৰ পৰাই পাইছিলো আৰু সেইবাবে অকুণ্ঠভাৱে, অকপট হৃদয়েৰে, কৃপণালী নকৰাকৈ সদায়ে তেওঁলোকৰ লিখনিৰ কথা সমাজৰ আগত, বন্ধু মহলৰ মাজত কৈছিলো, প্ৰবন্ধ লিখোতে উদ্ধৃতিৰে হ'লেও সোঁৱৰো। মই এইবোৰ নকৰিলেও মোৰ লগৰ বহু বন্ধুৱে এইবোৰ কৰিছে- কৰি আছে। তেওঁলোকৰ এটা সুন্দৰ ইমেইজ আমাৰ মাজত আছিল। তেওঁলোকে আমাক কৰিবৰ বাবে আদেশ কৰিব নেলাগে, চাকৰক দিয়াৰ দৰে নিৰ্দেশো দিব নেলাগে। পেটৰ ভাতমুঠিৰ বাবে পৃথিৱীত যিদৰে প্ৰতিজন লোকেই এজন এজন চাকৰ ঠিক সেইদৰে লেখক সকলো আমি এজন এজন আজ্ঞাবাহী চাকৰ। সমাজৰ ভোক লাগিলে তেওঁলোকৰ লিখনিৰ আহাৰ দি আমি ভোক নিবাৰণ কৰাও। গোপনে হ'লেও তেওঁলোকৰ এটা আখৰ কামত আমি লগাইছোঁ। তেওঁলোকে লিখিছে আৰু লিখক, কিন্তু ভাল-বেয়া দুয়োবিধ লিখক। সকলোবোৰেই· শুদ্ধ আৰু যুক্তিসংগত বুলি তোমালোকৰ বিবেকত কিদৰে ঠাই ললে? এটা কথা ঠিক যে বাবৰী মছজিদ ভঙাৰ বাবে আমি একো কোৱা নাছিলো। ই আছিল এক বিতৰ্কৰ বস্তু। যদিও মনতে গভীৰ দুখ এটাই কঁপাই গৈছিল। কিন্তু তাৰবাবে আমি ইয়াত হাল্লা কৰাৰ কোনো যুক্তি বিচাৰি নেপাইছিলোঁ। হাজাৰ মাইল দূৰৈৰ চাৰিশ বছৰীয়া এটা মছজিদ যি কোনো কাৰণতে নহওক লাগিলে ভঙা হ'ল। তাৰবাবে বৰ বেছি বেজাৰ নকৰো। কাৰণ মোৰ ওচৰৰ মছজিদটোতে মই মছজিদৰ খাদ্য 'নামাজ'টো দিব পৰা নাই। নিয়মিতৰূপে যাব পৰা নাই। আনকি এজন বন্ধুৰ সতেও এই বিষয়ে তৰ্কৰ পাতনি মেলা নাছিলো। বিশেষভাৱে ক'তো একো নেলাগিলো। অসমীয়া বাবে নেলাগিলো, অসমৰ আন ধৰ্মৰ লোকক অসমীয়া বুলি ভবাৰ কাৰণে নেলাগিলো আৰু সঁচা কথা ক'বলৈ গ'লে লাগিব

নোৱাৰোও। আনে যি ভাবক ময়ো খাৰখোৱা অসমীয়াৰে অন্তৰ্ভুক্ত। কিন্তু তাতে প্ৰেৰণা পাই আমাৰ একো জ্ঞান চেতনা নাই বুলি, নিশকটীয়া বুলি ভাবি যদি কোনোবাই কোৰাণ-হাদীছ, পয়গম্বৰ জনাক আক্ৰমণ কৰি আমাক আগৰ ৰূপতে "থাকিব" বুলি ভাবি আছে তেন্তে মহা ভুল কৰা হ'ব। এনে কথাত কিন্তু আমি এৰি নিদিও। ভুল ব্যাখ্যা কৰা আৰু ভুল ব্যাখ্যাক সমৰ্থন কৰি আবোল- তাবোল বকা কোনো ব্যক্তিকে আমি এৰি নিদিম। কামানৰ দৰে আমাৰ কলমো তেনে গৰজী উঠিব। আমি মানুহ- আমি ইছলামৰ অনুগামী- আমি যদি কিবা বেয়া কৰিছো আমাক ফাঁচী দিয়া, আমাক গৰিহণা দিয়া- কোৰাণ-হাদীছ আৰু পয়গম্বৰক নহয়। মানুহে "ধৰ্মক লৈ আমি বিবাদ কৰিব নোখোজো" বুলি কৈয়ে আক তেওঁলোকেই বিবাদৰ পাতনি মেলে, বীজ সিঁচে। একান্ত যদি বিবাদ কৰিবই নোখোজা তেন্তে কথাও নকৰা আৰু যদি কোৱা জানি বুজি ক'বা। আমিও জীৱনত আলোচনা-বিলোচনা পৰ্য্যালোচনা বহু পঢ়িছোঁ। তাত এটা কথা পাওঁ যে যিমানেই মহৎ লিখক নহওক লাগিলে সমালোচকে অলপমান ভাল বা অলপমান বেয়া বা বেছিখিনি ভাল অলপ বেয়া বা বেছিখিনি বেয়া অলপ ভাল বা এক কথাত ক'ব গলে দুই এটা খুতিনাতি দেখুৱাই দিয়ে। বক্তব্যৰ এশ ভাগেই ভাল বা সঁচা বুলি ক'ব নোৱাৰে বা একেবাৰেও বেয়া বুলি নকয়। কৰবাত নহয় কৰবাত, কোনোবা এট দিশত বেয়া থাকিবই। কিন্তু এই তিনিজনাৰ ক্ষেত্ৰত দেখিলো যে এই তিনি জনা এনে এক শাৰিৰ লিখক-লিখিকা যে আমাৰ মানুহখিনিয়ে তেওঁলোকৰ লিখাত এশ ভাগ সঁচা বুলিয়ে ভাবি লিখিছে। জামিনুৰৰ "সীমাহীন অজ্ঞতা, ধৰ্মান্ধতা, পাছলৈ চোৱা চিন্তা-চৰ্চা আৰু কুপমণ্ডুকতাত" বুলি লিখা কথাবোৰত তোমালোকৰ অলপো নিজা বক্তব্য আৰু মন্তব্য নাই নে? জ্ঞান বিজ্ঞান ভাল কিন্তু ইছলামৰ এটা ভিতৰুৱা বস্তু ইস্তেমাৰ কথাবোৰ আলান্ধু কলীয়া অচল কেতিয়াৰ পৰা হ'ল? তেওঁ যেনিবা লিখিলেই "অসম তথা বিশ্বৰ মুছলিম মানসত মনত থকা উচিত যে মুছলিম জাহানত পীৰ, চফি, দৰবেশ, মোল্লা, মৌলবী, ছাহী ইমাম, হোছেন মাদানি, শেখ চাহেব বা আয়াতুল্লা খোমেইনীৰ লেখীয়া লাখ লাখ ধৰ্মীয় নেতাৰ প্ৰাদুৰ্ভাৱ হ'লেও নিউটন, আইনষ্টাইন, গেলিলিও, কেপলাৰ, কান্ট, ফ্ৰয়দ, মাৰ্ক্স বা এঞ্জেলছৰ নিচিনা

কালজয়ী আৰু যুগান্তকাৰী মণীষাৰ আবিৰ্ভাৱ বিৰল" বাঃ বাঃ জামিনুৰৰ উদ্ধৃতি দি কি ভাল লাগিছে ? যেন আমি সদাই অৰিয়া-অৰি কৰি আছো যে আমাৰ এই মানুহখিনিহে পৃথিৱীৰ উৎকৃষ্ঠ ব্যক্তি ? জামিনুৰে যেন আমাক জোকৰ মুখত চূণ দিলে। তাকে ভাবিছো যে হেৰৌ জামিনুৰ আৰু তেওঁৰ সমৰ্থকসকল- তোমালোকৰ সতে আৰু কি চুপতি মাৰিম ? ইমানকে কও যে অহা কালিৰে পৰা যেন তোমালোকে কোনো দিনাই আজান চাহেব, গিয়াচুদ্দিন আউলিয়া, শঙ্কৰদেৱ আৰু অসমৰ মাটিত শুই থকা অনেক বুজৰোগ, পীড়, সত্ৰাধীকাৰ আৰু লগতে পোৱা-মক্কা, পাঁচ পীড়ৰ দৰগাহ আদিৰ নাম যেন ভুলতো নোলোৱা, তোমালোকৰ নৈতিক, মানসীক আৰু ন্যায়ীক অধিকাৰো হেৰাই গৈছে। ক'ৰ ৰিজনি ক'ত দিছে? পৰাহেঁতেন আমি কবৰ মৰিশালিবোৰকে বদলি কৰিলো হয়। শঙ্কৰদেৱ, আজান, গিয়াচুদ্দিন, পীড়, দৰবেশ আদিক নিউটন, আইনষ্টাইন, গেলিলিও আদিৰ কবৰ মৰিশালীলৈ পঠালো হয় আৰু তেওঁলোকক ইয়ালৈ আনিলো হয়- যা দৰকাৰ নাই অসমত এইবোৰৰ। হায় বিচিত্ৰ এই দেশ চেলুকচ! ৰাইজ মই নিজেই সাধু এটাৰ উপমা দি নিজেই বহু কথা কৈ যেনিবা এইবোৰ পেলালো। মোৰ মূল কথাটো আছিলে যে কোনোবাই যেনিবা এইবোৰ ক'লেই বা কৰিলেই আমি কিয় এইবোৰত লাগি থাকিব লাগে? অৱশ্যে ময়ে কৈ মই নিজেই লাগি ধৰিলো। আমি আশা কৰিম খোদায়ে সকলোকে সুমতি দিয়ক। আনৰ কথাত কাণ নিদিও বুলি ভাবিলেও বহু কথা ওলাই পৰে। জনাবুজা, জ্ঞানী আৰু পণ্ডিতসকলে এনেবোৰ কথা লিখিব নেলাগে। লিখিলে প্ৰেৰণা পাই আনেও লিখিবলৈ চল পায়। এটা সময়ত দেখা যাব এইবোৰ কথাই সীমা চেৰাই এটা বিশেষ পৰিস্থিতিৰ সৃষ্টি কৰিছে আৰু তাৰপৰা তেতিয়া কোনেও পৰিত্ৰাণ নেপাব। পুৰুষৰ বিষয়ে কোনোবাই বেয়াকৈ লিখাত আমাৰ কোনো আপত্তি নাই। তাৰ জবাব যি যেনেকৈ পাৰে তেনেকৈ দিব। আৰু এটা কথা টাৰৱীণে গোটেই পুৰুষ জাতিটোক ভালকৈয়ে চৰিয়ালে কিন্তু এতিয়া আমাৰ আকল কিমান বাঢ়ে- সেইটোহে ডাঙৰ কথা। অকল ধৰ্ম আৰু মৌলবাদতে লাগি নেথাকিব। নিজৰ নিজৰ গাল দুখনো বচাবৰ হ'ল। আমি বেয়া পাইছো ধৰ্মত হাত দিয়াৰ বাবে। উকা চকুৰে পঢ়িলে, পাত্ৰীয়াকৈ

মগজু খটোৱাই পঢ়িলে সেই কথাবোৰে ধৰ্মত হাত দিয়াৰ দৰে নেলাগে কিন্তু যদি গভীৰভাৱে অধ্যয়ন কৰা যায় তেন্তে দেখা যায় সৰ্বশেষত এই কথাবোৰে ধৰ্মপুথি আৰু পয়গম্বৰজনকে ধাৰাসায়ী কৰিছে। তাৰবাবে প্ৰকৃত দোষ এই তিনিজন ব্যক্তিৰ। তেওঁলোকে এনেবোৰ কথা নিলিখা হলে আনেও যধে মধে লিখিবলৈ সুবিধা নেপালেহেঁতেন। এনেবোৰ কাৰণতে ব্ৰহ্ম নামৰ এজনে অলপতে কোৰাণৰ ওপৰত বিৰূপ মন্তব্য দি লিখা প্ৰকাশ কৰিছে। ভালেই হৈছে আমি তাৰ প্ৰত্যাহ্বান দিবৰ বাবে সাজু হৈছো। তেওঁৰ ওপৰতো কি ফটোৱা জাৰী হয় নেজানো। আপোনালোকে জানেই আমাৰ বিচাৰ আৰু তাৰ শাস্তি বৰ কঠোৰ। চোৰ, অপৰাধীৰ চৰিত্ৰ চাইহে শাস্তিৰ বিধান ৰচিত হ'ব। খেনো খেনো ব্যক্তিয়ে এই কথা স্বীকাৰ নকৰাকৈয়ো থকা নাই যে মুছলিম জাহানৰ অপৰাধীৰ শাস্তি বৰ কঠোৰ আৰু তৎকালেই বলবৎ হোৱাৰ সপক্ষে। আমাৰ দেশত ধৰ্ষণকাৰী, হত্যাকাৰী, চোৰ দগাবাজ, ক'লা ব্যৱসায়ী, ড্ৰাগছ বেপাৰীৰ কি শাস্তি হৈছে তাক দেখি আছে। যিমানেই মানৱতাবাদ আৰু আইন-কানুনৰ কথা নকওক লাগিলে উপযুক্ত কামৰ বাবে উপযুক্ত পুৰস্কাৰ প্ৰদান কৰা আমাৰ মুছলমান সকলৰ এটা কিতাপ আৰু সমাজসম্মত কথা। সেয়ে কিছুমান কথাত মৃত্যুদণ্ড দিয়াত বা জনোৱাত প্ৰাসঙ্গীকতা আছে। সেইবোৰ বুজাপৰা আৰু উপলব্ধিৰ কথা। কিন্তু তাতোকৈ উৎকৃষ্ট নিয়ম ক্ষমাদান কৰা। এতিয়া টাবৰীণে আকৌ গৰজি উঠিছে– কোৰাণৰ ব্যাপক সংশোধনৰ সপক্ষে। মানুহে জানো তাইক ক্ষমা কৰিব আকৌ? তাই যদি বাংলাদেশতে, মুছলমানৰ মাজতে, মুছলমান হৈ থাকিব বিচাৰে তেন্তে তাইৰ মতে তাই কোৰাণ সংশোধনৰ কথা ক'বই। বিনা সংশোধনে তাই মুছলমান ৰূপে বৰ্তী থাকিব নোৱাৰে। কাৰণ তাইৰ স্বভাব চৰিত্ৰ ইমান বেচিকৈ উঠি গ'ল যে তাইৰ প্ৰতিটো বাক্য আৰু কামৰ বাবে এনেয়ে বাধাপ্ৰাপ্ত হৈ থাকিব। নিয়ম-কানুন নমনা লোকৰ বাবে কোৰাণ-হাদীছ বাধাৰ প্ৰাচীৰৰূপে ঠিয় দিবই। তাইৰ বিশেষকৈ যৌৱন আৰু যৌনতাৰ বিষয়ে যি মতবাদে গা কৰি উঠিছে তাৰ পৰিপ্ৰেক্ষিতত ইছলাম নেলাগে কোনো ধৰ্মৰ অন্তৰ্ভুক্ত হৈ থাকিব নোৱাৰে। যদিহে মানুহৰ মাজত ধৰ্ম থাকে। তাই ভালকৈ বুজি উঠিছে যে তথাকথিত প্ৰগতীৰ জখলাত আৰোহণ কৰিবলৈ হলে, নিজৰ কৃত্ৰিম

পশ্চিমীয়ামুখি অনুভূতিক জীয়াই ৰাখিবলৈ হলে আৰু নাৰী স্বাধীনতাৰ নামত অবাধ বিচৰণ কৰিবলৈ হলে প্ৰথমে পুৰুষবোৰক এপালি দি লব লাগিব আৰু তাৰ লগে লগে কোৰাণৰ যি কঠোৰ নীতি-নিয়ম আছে তাক বদলি কৰি লব লাগিব। নহ'লে তাই শান্তিৰে মুক্ত বতাহ খাই মুকলি আকাশৰ তলত ঘূৰি ফুৰিব নোৱাৰিব, যি মন যায় তাকে কৰি ফুৰিব নোৱাৰিব। সি যি কি নহওক আমি এতিয়া আশা ৰাখিছো যে সকলোৰে মাজলৈ শান্তি আহক আৰু আল্লায়ে সুমতি প্ৰদান কৰক। আমি আৰু এটা কথা আশা কৰিম যে আনে যেন আনৰ ধৰ্মৰ কথাত নজনা-নেমেলাকৈ কোনো ধৰণৰ গালি-গালাজ নকৰো। আমি যিদৰে আনৰ ধৰ্মৰ বিষয়ে সততে মন্তব্য নকৰো, পৰ্য্যালোচনা নকৰো আনেও তেনেকৈ কৰা উচিত নহয়। পবিত্ৰ কোৰাণত "লাকুম-দি নুকুম অলিয়াদ্দিন" তেওঁৰ ধৰ্ম তেওঁৰ লগত তোমাৰ ধৰ্ম তোমাৰ লগত আৰু "লা-ইকৰাহফিদ্দিনে" ধৰ্মত কোনো জোৰ-জুমুল নেখাটে বুলি যি নিৰ্দেশ আহিছে তাকে সৰোগত কৰি আমি কোনো দিনে পৰাপক্ষত আনৰ ধৰ্মৰ যিকোনো কথাত কোঁনো দিনে সমালোচনা আগবঢ়োৱা নাই। আমাৰ ধৰ্মৰ অনুভৱ আছে, য'ত সোমাই আছে সহিষ্ণুতা আৰু শ্ৰদ্ধা। অৱতীৰ্ণ হোৱাৰ মাধ্যম যিয়ে নহওক সকলো কিতাপকে আল্লাৰ কিতাপ বুলি জ্ঞান কৰিব লাগে। ভাৱ-অনুভৱবোৰৰ কোনবিধ সঁচা, কৰণীয়, কোনবিধৰ প্ৰাসঙ্গীকতা আছে তাক ফঁহিয়াই চাব লাগে। নহ'লে বিৰোধভাৱে গা কৰি উঠাটো তেনেই স্বাভাৱিক কথা। বাংলাদেশতো কিজানি তাৰ মানুহে টাবৰীণক পুৰুষ শোষিত সমাজৰ বিপক্ষে লিখাৰ বাবে সিমান বেয়া পোৱা নাই; যিমান বেয়া পাইছে ইছলাম বিৰোধী অনুভৱবোৰত। কিন্তু যোনেই যি নকৰক বা নিলিখক, সকলোবোৰ লাহে লাহে খোলাকটিৰ তাল হৈ আহিছে। এদিন এই খোলাকটিৰ ভৰতে আমাৰবোৰৰ ককাল বেকা হৈ পৰিব। আনকি ইমানখিনি হোৱাৰ পাছতো এতিয়াও টাবৰীণৰ সপক্ষেই লিখি আছে। এই উজান দিয়া সকলৰ যে কি অৱস্থা হ'ব তাক আমি ভাৱি পোৱা নাই। অৱশেষত এটা কথা ভৱিষ্যত বাণী কৰি ৰাখো যে আকৌ যদি অসমত ভৱিষ্যতে ইস্তেমা হয় তেন্তে এক ভীষণ সাম্প্ৰদায়ীক সংঘৰ্ষৰ সূত্ৰপাত হোৱাৰ আশা আছে। কাৰণ ইমান উত্তেজনাৰ সঞ্চাৰ কৰাৰ পাছতো যেতিয়া একো এটা নহ'ল তাৰ বাবে

বহুতৰে চৰম নিন্দা হৈছে, লাজ পাইছে আৰু লিখাৰ সমলো নোলাল। এইদৰে মানুহ গোট খোৱা কথাটো যিদৰে এজনৰ বাবে ভীষণ 'চিন্তা-দুঃচিন্তাৰ' কাৰণ হৈ ইয়াক জাতিয় চিন্তাৰ পৰ্য্যায়লৈ পৰ্য্যবসিত কৰাৰ কথা লিখিছিল, জাতিয় সমস্যাৰ স্তৰলৈ নিবৰ বাবে চেষ্টা কৰিছিল সেইটো এইবাৰ হৈ নুঠাত তেনে লোকৰ লিখনি ধূলিৰ সতে মিলি গ'ল। গতিকে সেইবোৰ মানুহে ইয়াৰ পোতক নোলোৱা বিধৰ নহয়। গতিকে অহা বাৰত ইমান সহজে এই ইস্তেমা হৈ নুঠিব পাৰে। এনেবোৰ লোকক কিন্তু কোনেও মৌলবাদী বুলি নকয়। এওঁলোক হৈছে প্ৰগতিবাদী লিখক। ৰাইজ দোষ মৰিষণ কৰিব কৰবাত যদি ভুল কৰিছো তাক আঙুলিয়াই দিব। আশা ৰাখিছো অসম প্ৰগ্ৰেচীভ ফ'ৰামে ভৱিষ্যতে এনে ভাৱ আদান-প্ৰদানৰ সভা পাতিব। আজিলৈ ইমানতে সামৰিলো।

ৰাইজ নিৰ্বাক নিস্পন্দ। কাঁহ পৰি জীন যোৱাৰ দৰে গৈ থকা সময় আৰু কৰ্মকৰ্তাসকলৰ নীৰৱ পৰ্য্যবেক্ষণ। হাত চাপৰিৰ স্পষ্ট শব্দ। কোনেও মুখেৰে টু শব্দ এটাও কৰিব নোৱাৰিলে- পৰা নাই। আজি চামচুল জোনাবৰ কি হ'ল? এইবোৰ কথা ক'বলৈ, ভাবিবলৈ তেওঁ সময় ক'ত পালে? মুখৰ ভিতৰতো কোনেও ইজনে সিজনক কিবা এষাৰ ক'বও নোৱাৰিলে। মাজে মাজে হয়তো দুই এটা কথা মূল বিষয়বস্তুৰ পৰা অলপ ফালৰি কাটি নোযোৱা নহয়। কিন্তু আগতেও য়িসকলে তেওঁৰ বক্তৃতা শুনিছিল তাৰ এজনেও কোনো অপ্ৰাসঙ্গীক বা অলাগতীয়াল কথা বিচাৰি নেপালে। টফচিৰে কৰীনৰ পিনে চাই এটা আত্মসন্তুষ্টিৰ চাৱনি দিছিল যদিও মনটো কিন্তু টফচিৰৰ অলপ খু-দুৱাই থাকিল। প্ৰত্যোত্তৰ হিচাবে কিজানি কোনোবাই উঠি পৰিবেশটো অলপ গৰম কৰি দিব পাৰে। কিন্তু প্ৰায় সকলো মানুহ নিৰ্বিকাৰ হৈ বহি থাকিল। কৰীনে টফচিৰকে দুআষাৰ ক'বলৈ চকু আৰু মুখেৰে ইংগীত কৰিলে। এনেতে আছুফিয়াই আহি টফচিৰৰ কাণে কাণে কিবা কোৱাত টফচিৰ উঠি গ'ল আৰু মাইকৰ সমুখত ঠিয় দি কোৱা আৰম্ভ কৰিলে।

: সুধিবৃন্দ আমি সকলোৱে চামচুল ককাইটিৰ কথা নীৰৱে শুনিলো। ককাইটিক মই মাত্ৰ দুটামান কথা ক'ব বিচাৰিছোঁ। ককাইটিয়ে যেন আমাক বেয়া নেপাই। মই ক'ব খুজিছোঁ যে ককাইটিয়ে আমাক অথনিয়ে মূৰ্খ সাজিলে। আমিনো এই কথাৰ কি উত্তৰ দিম। কিন্তু আমিও চাব বিচাৰিছো

যে পণ্ডিতসকলে যি কৰিলে কৰিলে আমিনো মূৰ্খ কেইটাই কি কৰিব পাৰো? অলপ দিনৰ পাছত যে আমাৰ দেশৰ অৱস্থা বেয়া হৈ পৰিব, আৰু তসলিমে যাব এই কথা একেবাৰে ঠিক। আমি মূৰ্খ ল'ৰা বাবে মূৰ্খামীৰ সুৰতে কওঁ যে আচলতে এখন বগা কাপোৰত অলপ বোকা বা নৰ্দমাৰ চিটিকনি পৰিছে। এই বগা কাপোৰখনত কোনো ধৰণে, কোনো কাৰণতে বোকা পৰাৰ কথা নাছিল, পৰিব নেলাগিছিল, কিন্তু পেলোৱা হ'ল। তাকে আমি ধুবৰ বাবেহে যত্ন কৰিছোঁ। এই যত্নৰ অভিযানত আমি বহু অভিজ্ঞতা অৰ্জন কৰিছোঁ, বহু কথা ভাবি গুণি চাইছোঁ, নানা লোকৰ সতে কথা-বটৰা পাতিছোঁ আৰু এইদৰে মিলিত হৈ সভা আকাৰে আপোনালোকক কিবা ক'বৰ বাবে অনুৰোধ কৰিছোঁ। আজি চামচুল ককাইটিয়ে যি ভাষণ ৰাখিলে তাৰপৰা আমি কিমানদূৰ উপকৃত হৈছো তাক কামেৰেহে প্ৰমাণ হ'ব। ককাইটিৰ এটাই দুখ আৰু অভিযোগ যে আমি এইবোৰত কিয় লাগি থাকিব লাগে? হাতত এসোপা ক'লা ছাঁই সানি পৃথিৱীৰ অগণন লোকে যদি এদিন সূৰ্য্যটোৰ মুখত সানোঁগে বুলি বিজ্ঞানৰ শেহতীয়া যন্ত্ৰৰ সহাই লৈ সূৰ্য্যৰ পিনে লৰ দিয়ে তেতিয়া বাৰু কি হ'ব? ককাইটিৰ মনৰ ভাৱটোও ঠিক এতিয়া এনে হৈছে। অৰ্থাৎ বেলিৰ মুখত যিদৰে কোনেও ছাঁই সানিব নোৱাৰে ঠিক তেনেকৈ ইছলামৰ গাটো কোনেও কালিমা সানিব নোৱাৰে। কিন্তু সেইবুলি মেঘৰ আক ইমান বাহাদুৰী যে ই কেতিয়াবা সূৰ্য্যটোক ধাকি ৰাখি সূৰ্য্যটোক নোহোৱা কৰি ৰাখিব পাৰে। ঠিক তেনেকৈয়ে আজিৰ কিছুমানে সূৰ্য্যটোক, সূৰ্য্যটোৰ দৰে ইছলাম ধৰ্মটোক ধাকি ৰাখিব খোজে। কিন্তু পাৰিব জানো? নিমিষৰ বাবে পাৰিলেও সেই মেঘ এটা সময়ত গলি ধাবাৰাৰে পানীৰূপে পৃথিৱীলৈ ধাপলি মেলিব আৰু তাৰে ব্যৱস্থা কৰাত আমি ব্ৰতী হৈছোঁ। ককাইটিৰ কথা ঠিক যে হাতীটো, সেই হাতীটো হাতীয়েই হৈ থাকিব। কোনো কোনো ব্যক্তিয়ে আমাক কৈছে যে বাংলাদেশৰ কথা বাংলাদেশতে থাকক আমাৰ কি দৰকাৰ? বাংলাদেশৰ কথা যদিও ভাৱতে, অসমে যেতিয়া কথাটো বাংলাদেশৰ কথা বুলি ৰাখিব নেজানিলে বা নেৰাখিলে তেনেক্ষেত্ৰত আমিয়েবা কিয় এৰি দিম? তাৰোপৰি এইবোৰ এঠাইত বৈ থকা বস্তু বা বিষয় নহয়। সাহিত্যৰ চৰিত্ৰই তেনেকুৱা। সন্তান কনচিপ্ট হ'লেই জন্ম হ'বই। সাহিত্যও তেনেকুৱা। ই ৰাইজৰ কাষলৈ

আহিবই। তাতে সাহিত্যই যেতিয়া বিতৰ্কৰ ৰূপ লব তেতিয়া কথা আৰু বেলেগ। কিন্তু আমি তাতেই চাব লাগিব যে এই বিতৰ্কৰ বিষয় কি? আমি বৈ থাকিব নেলাগিব। মোৰ অন্যতম বন্ধু শ্ৰীকবীন শৰ্মাই সদাই এটা কথা কৈ থাকে- আজিও কৈছিল- "আমি সাহিত্য-সংস্কৃতি কৰা মানুহ। গতিকে আমি খবৰ লৈ থাকিব লাগিব ক'ত কেনেকুৱা সাহিত্য চলিছে। কেৱল সাহিত্য নিজে কৰি গ'লেই নহ'ব- আনে সৃষ্টি কৰা সাহিত্যৰ ৰূপ ৰেখাৰ প্ৰতিও আমি সচেতন হ'ব লাগিব।" মানৱ কল্যাণ আৰু মঙ্গলৰ দিশটোৰ প্ৰতি আমি চকু দিবই লাগিব। সাহিত্যত গালি-গালাজৰ, বিদ্বেষ-অপবাদৰ ঠাই নাই। ইনফাৰমিটিভ সাহিত্যতকৈ আমাৰ তথ্যৰে ভৰা, গৱেষণা প্ৰধান, মৌলিক লিখনিৰ বেছি প্ৰয়োজন। খবৰ কাগজত লিখা বা খবৰ কাগজৰ মাজেদি কৰা সাহিত্য হৈছে গালিসুলভ, দ্বন্দ্বমুখী আৰু ই বাতৰি পৰিবেশন কৰা বিধৰ ভিতৰতে পৰে। অৱশ্যে প্ৰবন্ধ আকাৰত ওলোৱা লিখনিৰ কথা কিছু বেলেগ। গতিকে আমাৰ এটা দায়িত্ব সদায়ে থাকিব যে যি লিখনি আমাৰ মাজত প্ৰচাৰ হ'ব লাগিছে সেয়া কেনেকুৱা? আমি অনুসন্ধান কৰিব লাগিব আৰু তদন্তও কৰিব লাগিব। সেইবোৰ কথা ভাবিয়েই আমি আমাৰ এই অসম প্ৰগ্ৰেচিভ ফ'ৰামৰ জন্ম দিছো। এটা কথা আমি সদাই জনা দৰকাৰ যে মানুহে যিমানেই যি নকওক বা নকৰক, ধৰ্মৰ সতে মানুহ সদাই জড়িত হৈ আছে আৰু থাকিবই। ধৰ্মও এক সাহিত্যৰ দৰে বস্তু- ই শৃঙ্খলাৰ সাহিত্য, আধ্যাত্মীকতাৰ সাহিত্য- এই সাহিত্য আল্লাৰ পৰা অহা, ঈশ্বৰৰ পৰা অহা। ইয়াক মানি লবলৈ গভীৰ উপলব্ধিৰ দৰকাৰ। এই সাহিত্যবোৰত অ.যথা কল্পনা, ৰোমান্স আদিৰ কথা নাই। ই এক সংবিধানৰ দৰে, কঠোৰ নীতি-নিয়মেৰে ভৰপুৰ সেইবোৰৰ মাজেৰে পোহৰৰ সীমাৰেখা দালক জানিবৰ বাবে প্ৰচুৰ সুবিধা আছে। এনে সাহিত্যৰ কিন্তু সলনি বা সংশোধনো কোনো দিনে নহ'ব আৰু কোনেও কৰিব নোৱাৰে। যিসকলে বিশ্বাস কৰিছে তেওঁলোকে নীৰৱে বহি আছে ক'তো একো আমনি কৰা নাই আৰু যিবোৰে বিশ্বাস নকৰি দাং খাই উঠিছে তেনেবোৰ লোকেই সমাজত নানা অসূয়া অপ্ৰীতিৰ সৃষ্টি কৰিছে। তাৰ প্ৰত্যক্ষ প্ৰমাণ এয়ে যে আজি আমি এই যুগতো এইবোৰ চিন্তা-চৰ্চাত ব্যস্ত হৈ পৰিছো। সি যি কি নহওক আমি কিন্তু মানুহক অপদস্থ হ'বলৈ দিব

নোৱাৰো। অপদষ্ট মানে যিসকলে সততা আৰু বিশ্বাস ৰখাৰ বাবে অপমানিত হ'ব লগা হৈছে, যিসকলে এক অঘোষীত মানসীক যান্ত্ৰণা লব লগা হৈছে, যিসকলৰ অন্তৰ আত্মা আনৰ বিবেক বৰ্জীত মন্তব্যত কঁপি উঠিছে। আজি বহু লোকে সাংবাদিকসকলৰ কথা কয়। এই সাংবাদিক সকলৰ সততা ঘৰতে জন্ম হ'ব লাগিব, নিৰপেক্ষ হ'ব লাগিব। পুৰুষৰূপে, পিতৃৰূপে আজি ঘৰখনৰে বহু কথা লুকুৱাই ৰাখে ক'বলৈ ভয় কৰে। কিন্তু দেশৰ, সমাজৰ বহু কথা তেওঁলোকে সাহসেৰে কৈ দিব পাৰে- সেইটোক সাহ বুলি নকয়। সেইটোক কয় পৰশ্ৰীকাতৰতা, তল খুচৰীয়া। বতাহ যি পিনে মাৰে সেইপিনে যায়। প্ৰচণ্ড বতাহৰ প্ৰকোপত গছৰ হাত ভৰি মুখে নিজৰ গতি সলাই বতাহ মুখী হয় কিন্তু সি পুনৰ নিজৰ অৱস্থালৈ আকৌ ঘূৰি আহে। ইয়াৰ লগে লগে আমি সুখ অনুভৱো কৰিছো যে অন্ততঃ কথা কিছুমান ওলাব। মানুহে বহু দিন ধৰি এই দিশবোৰৰ প্ৰতি পিঠি দি উদাসীন হৈ আছিল। অন্ততঃ কোৰাণ-হাদীছ আৰু পয়গম্বৰ জনাৰ ওপৰত এটা চৰ্চা হোৱাৰ সুবিধা এটা ওলাইছে। মানুহে এতিয়া অৱহেলা কৰি পেলাই থোৱা এই কিতাপসমূহত কি আছে তাক চাবৰ বাবে তৎপৰ হৈ পৰিছে। সঁচা কথা ক'বলৈ হ'লে আমি এই চেতনাটোৰ সৰৱ প্ৰচাৰৰ বাবে চেষ্টা দিছো। মানুহে চাওক কোৰাণত কি আছে, হাদীছত কি আছে, পয়গম্বৰ জনাই কি কৈছিল ? মাত্ৰ প্ৰগতিবাদী চিন্তাধাৰাৰ নামত "আমি আগৰ যুগত নাই- নতুন যুগত আহি সোমাইছো, তেওঁলোকৰ দিন নাই- আগৰ ধ্যান-ধাৰণাৰ সতে এতিয়াৰবোৰ অমিল, লেনিনে এইটোহে কৈছিল, মাউচেটুঙে এইটোহে ভাবিছিল" জাতিয় কিছুমান উক্তি দি কথাবোৰ পাতল কৰি দিলে কাৰো উপকাৰত নাহিব। অসমত থাকি ওৰেটো জীৱন সেইসকলৰ কথা শুনিলো কিন্তু ভাল হ'লে ক'তো নেদেখিলো আছোঁ কাকডোঙাৰ পাৰত বৰশীৰে মাছ ধৰি, কওঁ মিচিচিপিৰ পাৰত মাছধৰা পদ্ধতিৰ কথা, আছো জকাই চুকৰ পথাৰৰ বোকাত লেটি দি, কওঁ চীনৰ মাটিৰ কথা, বছৰেকৰ মূৰত কাউৰী-শগুণে হাগি লেতেৰা কৰা গান্ধী, নলিনীবালা আৰু ৰাধাগোবীন্দ বৰুৱাৰ প্ৰতিমূৰ্ত্তী চফা কৰিবলৈ আমাৰ সময় নাই; বেজাৰ কৰো লেনীনৰ মূৰ্ত্তী ভাঙি মাটিত মিহলাই দিয়া কথাৰ বাবে। দুয়াৰ, দলং, ঘৰ দিলা ক'ত ? আমি আৰু এটা কথা আপোনালোকক জনাব বিচাৰিছো

যে আমি যে কেৱল টাবৰীণৰ কথাতে লাগি থাকিম সেইটো নহয়। লগে লগে আমাৰ আন বহু লিখকে লিখি থকা কথা আৰু কামৰ মাজত কিমান মিল আছে কিমান নাই, কোনে কি লিখিছে কি কৰিছে, কায়োমনে বাক্যৰ দৰে লোক কিমান আছে, সাম্প্ৰতিক ঘটনাসমূহৰ সতে লিখনিৰ কি সম্পৰ্ক আছে, কলম হাতৰ পৰা, আঙুলিৰ পৰা এৰাই যোৱাৰ পাছত হাতে কি কৰি আছে, চকুৱে নিজেই নেচাবনে নে ওৰণীয়ে ধাকি দিব, নে ওৰণীৰ ফাঁকেৰে চাব আদিৰ দৰে বহু কথা আমি চাম। সুধিবৃন্দ, ককাইটিৰ কথাৰ থুলমূল পৰ্য্যালোচনা কৰিব নোৱাৰিলো যদিও আমাৰ কিছু কথা প্ৰকাশিলো। আজি আমাৰ মাজত ভাগৱতীদাদা, শৰ্মাদেউ, চুতীয়া, বেগম, বৰুৱা চাহেবকে আদি কৰি কেইবাজনো ব্যক্তি আছে। আমি তেখেতসকলক ক'বৰ বাবে আমন্ত্ৰণ কৰিছো। আশা কৰো তেখেতসকলে এই বিষয়ে ক'ব। ধন্যবাদ।

এইবাৰ সামান্য এক পৰিবৰ্তনে দেখা দিলে। থিয় হৈ থকা কিছুমান মানুহে অলপ ইফালে সিফালে মানুহৰ ভীৰ থেলি অহা-যোৱা কৰিবলৈ ধৰিলে। ভালে কেইজন লোক চকীৰ পৰা উঠি গ'ল আৰু তাৰ ঠাইত অইন লোক বহি পৰিল। বহি পৰোতে সামান্যভাৱে হাঁহি আৰু কথা-বটৰা চলিছিল। সমুখৰ পিনে থকা দৰ্শকসকলৰ কেইজনমানে মূৰবোৰ হাউলাই ইজনে সিজনৰ সতে কথা পতা কথাটো প্ৰথমে কবীনে দেখিলে। টফচিৰে কবীনক ওখ, কম চুলি থকা, পকা থেকেৰাৰ দৰে চেহেৰাৰ লোকজনেই ভাগৱতী বুলি চিনাকি কৰি দিলে দূৰৈৰ পৰায়ে। আছুফিয়ালৈ মহিলা দৃগৰাকীমানে চাই আছিল। আছুফিয়াই কিন্তু সহজভাৱে বহি আছিল। টফচিৰে গগলচৰ মাজেদি দৰ্শকসকলৰ পিনে মন কৰিলে। এচুকত প্ৰায় কিছুমান মানুহে চামচুল ককাইটিক বেৰি গা-বাহুত ধৰি হাঁহি-ধেমালি কৰি যেন কিবা কথা কৈ কুন্তী কৰিছে- এনে লাগিল টফচিৰৰ। টফচিৰৰ মনটো ভিতৰৰ পিনে কৰবাত ভাল লাগি গৈছে। ফ'ৰামৰ সভাপতি আছিকুল কাদীৰে বহী এখনত কিবা লিখি আছিল। কবীনে সভাপতিৰ কাণে কাণে কৈ উঠিল "আৰু কোনেও নক'ব নেকি ? দেৰি কৰিছে দেখো" টফচিৰে তাকে শুনি ক'লে "সৌ কেইজনে কিবা কথাহে পাতি আছে- আমাৰ পিনে চাই কিবা কৈছে দেখো। বোধহয় ভাবিছে কোনে আগে ক'বহি"। গগৈয়ে দুটা প্ৰকাণ্ড বঁটা আনি টেবুলৰ

ওপৰত ৰাখিলে। এটা আদিত্যক দিবলৈ কৈ সিটো বঁটা সি নিজে ললে আৰু দৰ্শক-শ্ৰোতাসকলক তামোল দিবৰ বাবে সোমাই গ'ল। গৈগে এবাৰ বৈ গ'ল আৰু কোনোবা এজন অহাত বাটটো অলপকৈ এৰি দিলে। ভাগৱতীদেউ সোমাই আহিল। কবীনহঁত বহি থকা ঠাইলৈ গৈ মাইকটোৰ সমুখত থিয় দিলেগৈ। সকলোৰে চকু সেইপিনে গ'ল আৰু কিনো কয় তাৰবাবে সাজু হৈ পৰিল। ভাগৱতীদেৱে ক'বলৈ ধৰিলে।

: অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ সভাপতি শ্ৰীআছিকুল কাদীৰ ভাঙৰীয়া ঠিক আসনত বহি থকাৰ পাছতো এই সভাখন বা এই ৰাইজৰ মিলা-মিচাখিনিক কিয় আনুষ্ঠানিকভাৱে পতা নহ'ল তাৰ অৰ্থ মই আৰু মোৰ সতে বহি থকা ৰাইজেও বোধহয় বুজি নেপালে। ইপিনে আৰু কোনোবা এজনে কিবা লিখিও আছে। এইটো কেনে ধৰণৰ ধং আমি নেজানো। কিন্তু মই ভাবো এনেবোৰ সভা বা মিলা-মিচাবোৰ আনুষ্ঠানিকভাৱে পাতিব লাগে। এনে সভাত, এনে অ- সাংবিধানিক মিলা-মিচাবোৰত মই বক্তব্য ৰাখিবলৈ অসুবিধা পাওঁ। সভাৰ মৰ্য্যদা নেথাকে আৰু ই পাতল হৈ পৰে। মই অলপো সময় নলওঁ। মই এটা কথা ক'বলৈহে ওলালো যে আমি আপোনালোকৰ মাজলৈ কেইবাজনো আহিছোঁ। প্ৰকৃততে আমি কোনেও কথা ক'বলৈ অহা নাই- আহিছোঁ কথা শুনিবলৈ। আপোনালোকে নো কি কয়, কাক ক'বৰ বাবে মাতি আনিছে- আপোনালোকৰ ধ্যান-ধাৰণা নো কি- বিষয়বস্তু কেনে হ'ব আদিবোৰ জানিবৰ বাবেহে আহিছোঁ। কিন্তু আমি খুব নিৰাশ হ'লো আৰু আমিও চিন্তা-চৰ্চা কৰি আজি কিছুদিনৰ পৰা যি লিখালিখি কৰি আছো তাৰ সতে বহু অমিল পাইছোঁ আৰু কিছুমান কথাৰ মাজত বিৰোধমুখী ভাৱৰ উমান পাইছোঁ। টাৰবীন এগৰাকী মানৱতাবাদী আৰু নাৰীবাদী লিখিকা। ধৰ্মত ভুল পাইছে তাকে প্ৰকাশ কৰিছে। মানুহৰ স্বৰূপ উদঙাই দিছে। পুৰুষৰ ব্যভিচাৰ, ভ্ৰষ্টাচাৰ অনাচাৰ আদিক চোকা ভাবাবে সমালোচনা কৰি সমাজৰ পৰা বেয়াখিনি আঁতৰাই পেলাব খুজিছে। যাবে কথা লিখিবৰ লাগিলো- আমাৰ ধৰ্মগুৰু জনাব বিষয়ে লিখাবো তেওঁৰ অধিকাৰ আছে। কটোৰা জাৰি কৰিছেহে কৰিছে কিন্তু সেইবোৰ লোক কতুৰা কুলিহে পৰিগণিত হৈছে। কাটোৰা জাৰি কৰি কলুষ-কালীমাক ধাকি ৰাখিব নোৱাৰি। নাৰী সমাজেও তেওঁক মুক্তভাৱে মুক্ত

যুগে সমৰ্থন কৰি যাব। তেওঁ [illegible] মুক্তি দিওতা এক অন্যান্য শ্ৰেণী। নিষিদ্ধ মানেই সিদ্ধতাক সমৰ্থন কৰাৰ ভয় আৰু পলায়নবাদীতাৰ চানেকী। এতিয়া বাইজ, এটা কথা ঘোষণা কৰিছো যে এই বিষয়ে আমিও অলপতে এখনি আলোচনা চক্ৰ পাতিবৰ বাবে যো-জা চলাইছো আৰু আমাৰ সকলো প্ৰস্তুতি, পৰিকল্পনাৰ শুদ্ধ অন্ত পৰিছে। মাত্ৰ এই কেইদিনতে তাৰিখটো ঠিক কৰিম। এতিয়া আমি কোনো কথা প্ৰকাশ নকৰিম। আমি সমল, আহিলা সংগ্ৰহ কৰি আছো আৰু যিহেতু আমিও পাতিম, আমাৰ অনুষ্ঠানেও পাতিব সেই গতিকে আমি আৰু কোনো কথা বাখিব নোৱাৰিম। সময়ত আমি আপোনালোকক নিমন্ত্ৰণ কৰিম আৰু আপোনালোকেও আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰিব। গতিকে আমি আমাৰ অনুষ্ঠানৰ পৰা যেইবা গৰাকী পুৰুষ-মহিলা আহিছিলো একমাত্ৰ আপোনালোকৰ বক্তব্য শুনিবৰ বাবে। কিন্তু আমি বিশেষভাৱে উপকৃত হ'ব নোৱাৰিলো। মই আৰু বিশেষ নকও। আপোনালোকৰ সভা যদি আগবাঢে তেন্তে আমি থাকিম আৰু নহ'লে অলপ পাছত বিদাই মাগিম। ইমানেই।

চাৰিওপিনে এটা হুলস্থুল লাগিল। দৰ্শকৰ মাজৰ পৰা দুই এটা প্ৰতিবাদৰ সুৰ তাঁহি আহিল। কথাটো যেন কোনেও ভাল পোৱা নাই। সকলোৱে নক'লেও শুনিবৰ বাবে অহাৰ পাছত এনে এবাৰ কথা শুনাৰ পাছত মনলৈ নিৰোৎসাহৰ ভাব এটা অহা স্বাভাৱিক। নিজাববীয়াকৈ এটা অনুষ্ঠান পাতিব বুলি আনে পতা সভাত কথা ক'ব নোৱাৰে নেকি? কিছুমান মানুহে দেখো দিনে চাৰি পাঁচখন সভাত লেক্‌চাৰ দিয়ে। এনেনো ডাঙৰ মানুহ ওলাল যে আনৰ সভাত কথা ক'ব নোৱাৰে? তাৰ মানে এইবোৰ কথা যুক্তি কুৰা মানুহ। মানুহৰ জীৱখিনি লাহে লাহে সেবেঙা হৈ যাব ধৰিলে। টকচিৰ, কবীন, আক্তৰিয়াইভৰ মনটো অলপ সেমেকি যাবলৈ ধৰিলে। চামচুল কৰাইটিৰ পৰাই এনে হ'ল নেকি? তেওঁতো আজি কোনো বেয়া কথা কোৱা নাছিল। বৰং তেওঁৰ কথা সকলোৱে মনোযোগেৰে শুনিলেহে। সভাপতি আহিকুল কাদীৰে কবীনহঁতক মানুহৰ মাজতে কাষলৈ মাতি আনি ক'লে "কথা কোৱা মানুহ পাঁচ ছজন মানেই আছিল। তেওঁলোকে কোৱাহেঁতেন আমাৰ সময়ে বুজুৰিলে হয় এতিয়া হঠাতে কেনেকৈনো জানিবা যে তেওঁলোকে শুনিবলৈহে আহিছে, ক'বলৈ অহা নাই? অ' সৌৱা ভাগৱতী চাহেব আহিছে।"

বিচাৰিছোঁ।

: নাৰীৰ সপক্ষে দুআষাৰমাত মাতিলেই অতিৰিক্ত স্বাধীনতা বিছৰা হয়নে? নাৰীয়ে নেমাতি আৰু কোনে মাতিব ? আমাকো দিয়ক পুৰুষৰ দৰে অধিকাৰ, পুৰুষে কৰিব পৰা যিকোনো কামৰ এটা অংশ? মহিলা হ'ল বুলিয়ে যে একো কৰিব নোৱাৰি ঘৰতে সোমাই থাকিব তাৰ কি মানে আছে? আচলতে আমি কৰবাত কিবা কৰো বুলিয়ে মতা গালৰ ভয়। বাৰু আমি যাওঁ দেই। ধন্যবাদ মতাৰ কাৰণে। বেয়া নেপাব একো ক'ব নোৱাৰিলো।

ভাগৱতী প্ৰমুখ্যে মানুহ কেইজনে আছিকুল কাদীৰক আৰু মাজে মাজে টছলিমা-আছফিয়াহঁতৰ মুখলৈ চাই গদ্ গদ্ সুৰে কথাবোৰ কৈ হুৰমুৰকৈ ওলাই গ'ল। ভৰিৰ খোজৰ দপদপনিত যেন পৃথিৱীখন খহি পৰিব। যোৱাৰ পাছত আছিকুল কাদীৰে উকা কাগজ এখন লৈ তাত পেনটোৰে এনেয়ে কিবা লিখাত লাগিল। পেনৰ গতিটো চাই আৰু কাগজ ফালি যোৱা কাৰ্য্যটোৰ পৰা জানিব পৰা গৈছে যে তেওঁৰ কিমান খং উঠিছে। প্ৰথমে তেওঁ হাঁহি হাঁহিয়ে কথাবোৰ শুনি আছিল। পাছলৈ হাঁহিটো এটুকুৰা আগুঠালৈ ৰূপান্তৰিত হৈ পৰিল। "হোৰাট ননচেন্স মানুহবোৰে কয় কি" কবীনহঁতৰ কাৰো খং উঠা নাই। মানুহে ঠিক এনেকৈয়ে ক'ব। আনৰ সভাত আহিলা, লিখনিৰ সঁজুলী বিচৰাবোৰে যে নিজেই এক আহিলা হৈ গৈছে তাৰ খবৰ কোনে ৰাখে? এনে লোকবোৰেই প্ৰতিক্ৰীয়াশীল, উচতাই দিয়া আৰু অদুৰদৰ্শী। এনেবোৰৰপৰাই সকলো ঘটি আছে। আদিত্যহঁতে তামোল বিলাই ঘূৰি আহিছিল। গঁগেৰ বটাত তেতিয়াও প্ৰায় আঠ-নখন খনমান তামোল আছিল কিন্তু চকুত লগা সবহখিনি মানুহ গুচি যোৱাৰ বাবে গগৈয়ে আৰু তামোলবোৰ নিবিলালে। টছলিমা, আছফিয়াহঁতৰ মনবোৰে যেন অলপ লাজ আৰু ভয় খাই আছে। যেন সভাপতিয়ে সকলোকে ক'ব যে এইবোৰ কি হ'ল, লেকচাৰ দিয়া মানুহ আৰু নোলাল কিয়? প্ৰচাৰ ঠিকমতে কৰা হোৱা নাছিল নেকি.? এনেকৈ নো শেষ কৰেনে, শেষ হৈ যাব লাগেনে ইত্যাদি ইত্যাদি। গগৈ আৰু আদিত্যই তাত ৰৈ থকা মানুহবোৰৰ সতে দুই এটা কথা পতাত ব্যস্ত হৈ পৰিল। দুজনমানে তামোল খুজি মুখত ভৰাইছে। এটা পাতলীয়া অথচ শালিনতা ৰাখি মানুহবোৰে কথা কোৱাত লাগিছে। কবীন কেতিয়া তাৰ মাজতে বাহিৰলৈ

ওলাই গৈছিল কোনেও গম পোৱা নাছিল। সি অলপ খণ্ডেৰে সোমাই আছিল আৰু মাইকৰ কাষলৈ গৈ ক'বলৈ ধৰিলে।

: চেবটেজ ৰাইজ, মই অলপকৈ গম পাই আছিছো। আপোনালোক অলপমান বহক। মাইকৰ আগত, ৰাইজৰ আগত কথা ক'ব পৰা নোৱাৰাটো বেলেগ কথা। কিন্তু আপোনালোক সকলো বিজ্ঞ আৰু জনাবুজা লোক। আপোনালোকেই কওক যে আজি জানো মই, টফচিৰে বা চামচুল ককাইটিয়ে কৰবাত এযাৰ নক'বলগীয়া কথা কৈছিলো নেকি? আমি ভাবো কোনেও বেয়া কথা কোৱা নাই। আমি কেইবাজনো লোকক মাতি আনিছিলো- দুআষাৰ ক'বৰ বাবে। কিন্তু তেওঁলোকে কি জানো এটা ধাৰণা কৰি আকোৰগোজ মাৰি এটা কথা প্ৰকাশ কৰিলে যে তেওঁলোকে ক'বৰ কাৰণে অহা নাই শুনিবৰ বাবেহে আহিছে। আমি তেওঁলোকক নিমন্ত্ৰণ কৰিছিলোঁ। তেওঁলোকে আমাক শলা ঠেকত পেলাইছে। তেওঁলোক যোৱাৰ পাছত আৰু কোনো মানুহ নোহোৱা হ'ল। তেওঁলোকে আমাক বেয়া পাব পাৰে, কথাবোৰ বেয়া পাব পাৰে কিন্তু নোকোৱাৰ পৰা নিজকে বিৰত ৰাখিব নেলাগিছিল। কথা দু-আষাৰ কোৱাহেঁতেন তেওঁলোকেই আমাৰ বাবে যথেষ্ট হ'ল হয়। ইপিনে আমিও অন্য লোকক নেমাতিলো। আচলতে আমাৰ অনুষ্ঠানটোক বিপদত পেলাই ৰাইজক আমাৰ ভাৱমূৰ্তিটো নষ্ট কৰিবৰ বাবে এনে কৰিছিল বুলি মোৰ ধাৰণা। অৱশ্যে আমি যদি যধে মধে মুছলিমা টাবৰীণৰ পক্ষত, তেখেতক সমৰ্থন কৰি শুনি ভাল লগা কথা ক'লোহেঁতেন তেতিয়া তেওঁলোকে খুবেই ভাল পালে হয়। আচলতে পক্ষপাতিতা বা সমৰ্থন বোলা কোনো কথা নাই। সঁচা কথা ক'ব পৰাটোৱেই আচল সাহস। আমি ভাল-বেয়া, ভুল আদি ক'ত হৈছে তাৰে বিশ্লেষণ কৰিছো। তেওঁলোকে ভাবি আছিল বা তেওঁলোকে খবৰ কাগজ, আলোচনী আদিত যিবোৰ কথা লিখি আছিল তাৰে এটা সুৰ, আৱাজ, সাদৃশ্য আমাৰ মাজ[illegible] পাব। কিন্তু এইবোৰৰ ব্যৱস্থা আমাৰ ইয়াত যে নাই তাৰ এটা উমান হয়তো তেওঁলোকে পাই গ'ল। নৈতিকভাৱে তেওঁলোকে নিজেই পৰাজয় বৰণ কৰিছে আৰু সাহসেৰে ঠিয় দিব নোৱাৰি আঁতৰি গৈছে। মোৰ অনুমান তেওঁলোকে ভয় খাইছে কাৰণ তেওঁলোকেও বোলে এই কেইদিনৰ ভিতৰতে কিবা এটা পাতিব। জ্ঞান ছুটি মানুহৰ কথাবোৰ এনেকুৱাই

বোধহয়। আমাৰ ইয়াত কোৱাৰ পাছত তেওঁলোকৰ বোধহয় আৰু কোনো কথাই নেথাকিব। সেইটোনো এটা কথানে ? এতিয়া আপোনালোকে চাব কালিৰে পৰা খবৰ কাগজত তেওঁলোকে নানা ভুল তথ্যৰে, অপব্যাখ্যা কৰি আমাৰ অসম প্ৰগ্ৰেচিভ ক'ৰামৰ বিৰুদ্ধে বিষদগাৰ কৰিব। আপোনালোকে নিজেই আহি এইবোৰ কথা অনুধাৱন কৰিছে। আমি আপোনালোকক বেলেগ কোনো কথা শিকাই দিয়াও নাই। আজি আৰু আমাৰ ক'বলগা একো নাই। আপোনালোক আহি অংশ গ্ৰহণ কৰাত আমি সুখী হৈছো। এই বিষয়ে আমি এটা বিবৃতি দিম সকলোৱে জ্ঞাতাৰ্থে। সকলোলৈকে আমাৰ শ্ৰদ্ধা জনালো।

সকলো লোক সভাঘৰৰ পৰা ওলাই গ'ল। টেবুলৰ সমুখত বহি থাকিল কেৱল টফচিবুলত। আদিত্য আৰু গগৈয়ে অলপ আঁতৰত চকী দুখনত বহি পৰিল। সভাপতি আছিকুল কাদীৰে মাত দিলে "মই যাওঁ, তোমালোক লাহে লাহে আহিবা। চামচুলৰ কথা কেনে পালা তোমালোকে ? তেওঁ এনেকুৱা কিছুমান কথা কিমান দিনৰ পৰা লক্ষ্য কৰি আছিল ভাবিলে আচৰিত লাগে। মহিলা থকা মানুহ। তেওঁক আমাৰ দৰকাৰ হ'ব। তেওঁৰ কথা শুনিয়ে ভাগৱতী, শৰ্মাহঁত চাগৈ মূৰ্চ্ছা যোৱাৰ দৰে হ'ল। মহিলা কেইগৰাকীয়ে আৰু ভয় খালে। তেওঁলোকে পেপাৰত যিবোৰ কথা লিখি আছে বা লিখিছিল সেইমতে চলিব তেওঁলোকেই পাৰেনে নোৱাৰে মোৰ সন্দেহ আছে। তোমালোকক মই এটা কথাই ক'ব খোজো যে "ভাত-কাপোৰৰ" সমস্যা গোটেই বিশ্বতে আছে। ভাত যি যেনেকৈ খায় খাব তাত সিমান কথা নাই যদিহে তেওঁ চাউল কেইটা পায়। কিন্তু কাপোৰ নোহোৱা জনবো লেঠা আৰু পোৱা জনবো লেঠা। নওঠা হৈ থাকিলেও সাৰি যাব নোৱাৰে আৰু কাপোৰ পোৱাৰ পাছত যদি কাপোৰখিনি ভালকৈ পিন্ধিব নেজানে, নিশিকে, ইচ্ছা কৰি নিপিন্ধে, দেখনীয়াৰ কৰি পিন্ধে, অৰ্দ্ধ উলঙ্গ হৈ পিন্ধে তেতিয়াও লেঠা। পেটত ভাত পৰক বা নপৰক কাপোৰ যদি ভালকৈ পিন্ধা, দেখিবা পৃথিৱীখন স্বাভাৱিকভাৱে চলি আছে জোনাকৰ দৰে, দিন-ৰাতিৰ দৰে, শৰৎ- হেমন্ত ঋতুৰ দৰে। তোমালোক আহি থাকিবা- মই যাওঁ।"

আছিকুল কাদীৰ ওলাই গ'ল।

কবীন্দ্ৰহঁত নীৰৱে বহি থাকিল। হঠাৎ তেওঁ আকৌ সোমাই আহি ক'লে

পূজা কৰা- এইবোৰ কাম কিন্তু আছুফিয়াইতে নকৰিব।" আদিত্যই কোলাৰ লগে লগেই আছুফিয়াই পুনৰ মাত দিলে "মই ঠিক সেইটো বুজাবলৈ যোৱা নাই। মোৰ কথা হৈছে- 'অবক্ষয়' শব্দটো মই পিন্ধা মুগা চুৰীদাৰটোত সোমাই আছেনে নাই মুগা আৰু পাটৰ সাজ পিন্ধা যৌনতাৰ বিস্ফোৰণ ঘটা সেই ছোৱালী কেইজনীৰ মোহনীয়া দেহ কেইটাত সোমাই আছে? এইখিনিতে অন্য এটা কথা আৰু এনেকুৱা। মোৰ এজনী ভাগীন ছোৱালী আছে। আমাৰ ঘৰৰ ওচৰতে থাকে। তাই এম, এ আৰু আইন পঢ়ি আছে। গান গায়, অভিনয় কৰে। সাহসী, স্পষ্টবাদী, জেদী। সুন্দৰ উচ্চাৰণ সহ সুন্দৰকৈ ইংৰাজী ক'ব পাৰে বাবে তাইক টি, ভিকে আদি কৰি বহু অনুষ্ঠানে বিভিন্ন দিশত সহায় বিচাৰি আহে। ভাগীন ছোৱালীজনীয়ে ফেশ্যন খটো অংশ গ্ৰহণ কৰি এতিয়ালৈকে সু-নাম অৰ্জন কৰি আছে আৰু তাইৰ বিষয়ে কাগজত লিখা ওলাই আছে। আৱশ্যকীয় পাৰদৰ্শিতা থকাৰ পাছতো তাইৰ বিশেষ কোনো এডভাৰটাইজমেন্ট আৰু ছবি নাই। কাৰণ তাই মাৰ্জিতভাৱে কাপোৰ পিন্ধে। তাইতকৈ কম গুণসম্পন্না দেখাৰ ছোৱালীৰ বিভিন্ন ছবি আমি দেখিছো যিবোৰ অৰ্দ্ধউলঙ্গ। ফেশ্যন খত যোগ দিয়াৰ বাহিৰে অন্য সময়ত কোনো গ্ৰেমাৰ বা শ্বমেনশ্বিপৰ প্ৰতি আগ্ৰহ নাই বাবেই বৰ্তমানলৈকে তাই ঠিকতে গৈ আছে। এনে ধৰণৰ কথাবোৰে ইয়াকে বুজাই যে সম্পাদক, প্ৰকাশক, কেমেৰামেন, স্বত্বাধিকাৰীসকলে আচলতে 'ন্যুদ'টোহে ভাল পাই আৰু বিচাৰে। শালিনতা ৰক্ষা কৰি কাপোৰ পিন্ধা ছোৱালী তেওঁলোকক নেলাগে। নহ'লে ভাগীন ছোৱালীজনীৰ বহু ছবি আমাৰ চকুত পৰিল হয়।" "কিয় এই প্ৰসঙ্গটো তুমি উলিয়ালা?" টকচিৰে সুধিলে। "নাম নেজানো বাইদেউ এজনীক দেখিলো? মিটিঙৰ বহু মানুহে চাই উপভোগ কৰিলে কিন্তু", আছুফিয়াই ক'লে, "মই চিনি পাওঁ- তেওঁ এতিয়া টাবৰীণৰ সমৰ্থক। উপায় নাই।" কবীনে বগৰ কৰি ক'লে, "আমি পুৰুষবোৰে তোমালোকক নাৰীৰ ওপৰিও মানুহ বুলি ভাবিবলৈ কিয় সুবিধা নিদিয়া? তোমালোকৰ যিবোৰ ইনাৰ কোৱালিটি আছে তাক যৌনতাৰ প্ৰকাশেৰে, অমাৰ্জিত যৌন প্ৰদৰ্শনেৰে কিয় নষ্ট কৰিব ধৰিছা? আমাক তোমালোকে আভৰণেৰে বাধা দিয়া তাৰ পাছত যদি নহয় তেতিয়া দুৰিবা। কঠিন কৰকৰে ৰ'দে গলাই দিয়ে তাক কিয় অস্বীকাৰ কৰা?

তুমি শিক্ষিতা হোৱা, স্বাধীনতা লোৱা, সমঅধিকাৰ বিচৰা- কোনো আপত্তি নাই, কিন্তু নিয়ন্ত্ৰণ নকৰা কিয় ? পৃথিৱীৰ এখন বজাৰেই মাত্ৰ চাবিবেৰৰ মাজত থাকিব সেইখন হৈছে যৌৱনৰ বজাৰ। তাৰ গ্ৰাহক, খৰিদদাৰ কেৱল স্বামী, কেৱল স্বামী, কেৱল এজন ব্যক্তি। বাৰু, বাৰু হেৰা এতিয়া বলা। যাওঁ দিয়া- আমাৰে খং উঠি যায়, আমিয়েই সহিব নোৱাৰো টাবৰীণৰ সমাজখনৰ কেইটাই বাৰু কেনেকৈ সহে।" অলপ খং আৰু হতাশাৰে অলপ আগতে টফচিৰে কথাবোৰ কৈছিল যদিও এইবাৰ পুনৰ বিনম্ৰভাৱে ক'লে, "ব'ল কবীন। উস ক'ত ৰাতিপুৱাটো আৰু ক'ত এতিয়াটো। কি যে এক হুলস্থুল - ফ'ন কৰাকৰি।"

ইমানপৰে একমাত্ৰ গগৈয়ে মনে মনে কথাবোৰ শুনি আছিল। এটা মন্তব্যও কৰা নাছিল। ঠিক যাবৰ সময়তে গগৈয়ে এনে এটা কথা কৈ দিলে যে সকলোৰে চকু মুকলি হৈ গ'ল। এটা দৰকাৰী স্পষ্টিকৰণ পাছদিনাখনেই ওলাব লাগে। নহ'লে কথা এটা নিমিলিব- নিমিলিলেই বেয়া হ'ব। সেইটোকে সভাৰ পাছত দেখিকৈ হ'লেও চাই দিয়াৰ কথা আছিল। তাকে গগৈয়ে মনত পেলাই দিলে। টফচিৰহঁত ব্যস্ত হৈ পৰিল। কবীনে ক'লে, "তোমালোক যোৱা যাওঁতে খুড়ীদেউক মাত্ৰ কৈ যাবা যে টফচিৰে ৰাতি ভাত খাই যাব। কাম আছে বাবে প্ৰেছতে আছে।" আছুকিয়া, আদিত্য আৰু গগৈ ওলাই গ'ল। কবীন আৰু টফচিৰ প্ৰেছৰ কোঠাত সোমাল। নীলকান্তই কাগজৰ সকলোখিনি প্ৰায়ে সাজু কৰি থৈ আছে মাত্ৰ মেচিন চলাব লাগে। লোকৰ এখন আলোচনী, আদিত্যহঁতৰ প্ৰেছতে ছপা কৰে। সম্পাদকে কৈ গৈছিল কেৱল চাই দিব লাগে- এখিনি লিখা, যিখিনি পাছদিনা ওলাব লগীয়া হৈ আছে। মেজখনৰ দুকাষে টফচিৰ আৰু কবীন বহি পৰিল। আলমীৰাৰ পৰা ফাইল এটা উলিয়াই দীঘল লিখাখিনি মনোযোগেৰে চোৱাত লাগিল।

তেতিয়া ৰাতি আঠটা বাজিছিল।

— o —

## ( ছয় )

কবীনহঁতৰ মোমায়েক এজনৰ মাৰুতিখনত আদিত্য-টফচিৰহঁতে প্ৰেছৰ কামত 'সদৌ অসম প্ৰেছ সম্থাৰ' কাৰ্য্যালয়ৰ পৰা ঘূৰি আহি টফছিৰৰ ঘৰৰ আগৰ মণি সিঙৰ দৰ্জীৰ দোকান আৰু আজুলাইতৰ ঘড়ীৰ দোকানৰ কাষত নামি দিলে। হাতত প্ৰায় কেওতাবে এখন এখন সৰু বজাৰ। কবীনে গাড়ী চলাইছিল। নমাৰ এলাহতে সি বহি থাকিল।

: ককাইটি, কবীন মামা।

: কোন ছোৱালীয়ে মাতিছে অ' ?

ৰাস্তাৰে এখন প্ৰকাণ্ড টেঙ্কাৰ আৰু এখন দীঘল বাছ পাৰ হৈ যোৱাৰ বাবে কবীন-টফচিৰ- চালেহঁতে ৰাস্তাৰ সিটো পাৰে কাকো নেদেখিলে। গাড়ী-মটৰ আদিৰ কিছুমান কৰ্কশ শব্দই সিহঁতৰ কৰ্ণভেদি গলাহি গ'ল। চাৰিওপিনে এবাৰ চোৱাৰ পাছত সিহঁত কেইটাই অন্য বাছখন পাৰ নোহোৱালৈকে ৰাস্তাৰ পিনে চাই থাকিল। কবীন মাৰুতিখনৰ পৰা নামি আহিল। বাছখন লাহে লাহে পাৰ হৈ গ'ল। ৰাস্তাৰ সিটো পাৰে দেখিলে তিনিজনী ছোৱালী। এজনীয়ে হাত এখন দাঙি দিলে। বাকী দুজনীয়ে সৰু যান-বাহনবোৰ পাৰ হৈ যোৱাৰ অপেক্ষাত থিয় দি থাকিল। কবীন আৰু চালেহে চকু পচাৰতে ৰাস্তাটো পাৰ হৈ গ'ল আৰু ছোৱালী তিনিজনীৰ সতে কথা পাতিব লাগিল। টফচিৰে আদিত্যক উল্লাস আৰু আচাৰ্য্যতা প্ৰকাশ কৰি কৈ উঠিল।

: কেনে লতাইত নহয় ? লগত তৰা আৰু সিজনী জানো পাহৰি গ'লো।

টফচিৰ আৰু আদিত্য অলপ আগবাঢ়ি গ'ল। কবীনে দুখন ৰিক্সা, এখন ট্ৰাক আৰু চালেহে কেইখনমান শাৰি পাতি ৰখা অ'টো আৰু অন্য দুখন গাড়ীক হাতেৰে ইংগীত দি ৰখাই লতাইতক পাৰ কৰাই আনিলে। তিনিওজনীয়ে টফচিৰ আদিত্যক নমস্কাৰ কৰিলে।

ঃ মই ইমান দুখী গ'লো হয়।

ঃ দুটি যোৱাৰেতেন নেপালা হয়।

ঃ আজি এতিয়া মোৰ ঘৰলৈকে আহা।

গোটেই কেইটাৰ হাতত টোপোলা আৰু বজাৰ। কবীনে কোনোবা এটাৰ পথৰ মোৰাটো ধৰি দিলে। সকলোৰে হাততো সক টোপোলা, কোনোটি খেল। গোটেইখিনি বস্তুটিবৰ ঘৰলৈ সোমাই গ'ল।

ঃ কেনেকৈ ওলালাহি ?

ঃ প্ৰথমে হোষ্টেলৈ আহিলো – তাৰ পাছত ক'বামৰ কথা ক'লো আৰু এজনে ককাইদেউৰ ঘৰটো দেখুৱাই দি গ'লহি।

ঃ কিমান দেৰি হ'ল ?

ঃ দেৰ ঘণ্টামান হ'লো।

কোনোবা এটাৰে দুৱাৰ-খিৰিকীবোৰ খুলি পৰ্দাবোৰ কোচাই দিলে। হাতত অনা বজাৰবোৰ টেবুল এখনৰ ওচৰত ৰাখি এটাইখিনিয়ে ব'তে পাৰে আৰু বহি ললে।

ঃ জেঠাইৰ ভালনে বাৰু ?

ঃ এক প্ৰকাৰ ভালেই। ভৰিত গাঠিলে বিষিছে। মাজতে বৰ কষ্ট পালে। এতিয়া ভাল যদিও ভৰিখন ভালকৈ মাটিত পেলাব নোৱাৰে।

কথাটো শুনি সকলোৰে অলপ বেয়া লাগিল।

ঃ জয়ন্তী, গোলনা আবাইতৰ ভাল নে ?

লতাই অকণমানকৈ হাঁহি দিলে। তথাই গোলনা আবাৰ হাতত চিকুটি দি ক'লে। গোলনাআবাই তললৈ মুখ ঘূৰালে।

ঃ আৰু বাই দেখো – এইজনী ?

ঃ আমাৰ ঘৰটো গ'লেহে মনত থাকিব ? এদিন দেৱাই আনিবলৈ গৈছিল, স্বাৰ্থত গৈছিল– স্বাৰ্থত গ'লে মানুহৰ একো কথাই মনত নেথাকে।

গোলনা আবাৰ কথাবাৰে যেন সকলোকে চুই গ'ল। লগে লগে কি উত্তৰ দিব কোনেও একো ভাবি নেপালে।

ঃ সঁচাকৈ তোমালোকৰ ঘৰটো আৰু যোৱা নহ'ল। একেবাৰে সময় নাই। তোমালোক সৰু যোৱালী যদিও বুজাই ক'লে বুজিবা। আমাৰ যে চাকৰি

আদি নাই গতিকে দুই এটা বিজিনেচ কৰিব লাগে তাৰ মাজতে সাহিত্য আৰু লিখা লিখি কৰিব লাগে সেই কাৰণে একেবাৰে সময় নেপাওঁ।

: নানীয়ে কেতিয়াবা আপোনালোকৰ কথা উলিয়াই- এদিনো আহিব নেলাগেনে বাৰু ?

: যাম লতা যাম। বাৰু কোৱাচোন জয়ন্তী, ফৰিদা আৰু কোন কোন আছিল - তেওঁলোকৰ খবৰ কোৱা।

: জয়ন্তী বা ফৰিদা বা দুয়োজনীৰে বিয়া হৈ গ'ল। ফৰিদাবাক আমাৰ ঘৰৰ পৰাই দিলে। জয়ন্তীবাক দেউতাকে গাঁৱৰ ঘৰবপৰা বিয়া দিলে। নানী গৈছিল।

: বৰ ভাল লাগিল। এতিয়া চাগে ভালেই নহয় ?

: ভাল চাগে খবৰ নেপাওঁ।

চালেহে হাতত টোপোলা এটা লৈ সোমাই আহিল। সকলোৰে চালেহৰ পিনে চালে।

: কোনজনীয়ে গাখীৰ নোহোৱা চাহ খুব ভালকৈ বনাব পাৰিবা ? তেওঁক বেছিকৈ খাব দিম। ধেমালি কৰিছো বহা বহা।

চালেহ ভিতৰলৈ সোমাই গ'ল। বহাৰ পৰা তৰা উঠিল আৰু ক'লে।

: সঁচাই যদি চাহ বনাই ময়ে বনাম মামা, আপুনি বহকহি।

আদিত্যাই বাধা দি ক'লে।

: আমাৰ ঘৰলৈ আলহী হৈ আহিছা। আজি আমি বনোৱা চাহ খাব লাগিব। বহা, তৰা বহা, চালেহে বনাব।

কবীনে অলপ চিন্তা কৰি বহি থাকিল। ঠিক যেন কববাত কিবা এটা হৈছে ঠিক তেনে যেন অনুভৱ হ'ল। টকচিৰেও ভাবিছে আজি তৰাহঁত কি কাৰণে আহি ওলাল। সিহঁতটো অহাৰ কথা নাছিল। অহাৰ কোনো কাৰণো নাই। বগীবুঢ়ীৰ ঘৰত থকা এই কেইজনী ছোৱালী এনেকৈ এইখিনি পোৱাটো কম ডাঙৰ কথা নহয়। হঠাৎ কবীনৰ গাড়ীখনৰ কথা মনত পৰি গ'ল। সি ব্যস্ত হৈ মাত দিলে।

: মামাৰ গাড়ীখন দৰকাৰ হ'ব। মই দি আহোঁ।

: আকৌ আহ যদি যা নহ'লে থৈ যা। এওঁলোকৰ সতে ভালকৈ কথা

পতাই নাই নহয় ?

: তোমালোক অলপ ৰহা। মই গাড়ীখন আনিছো। সেইখন মোৰ নহয়-মামাৰ। দিয়েই আহি যাম।

আদিত্যই লগে লগে মাত দি থিয় হ'ল।

: মই প্ৰেছৰ পৰা আহো। খবৰটোতো দিব লাগিব। ময়ো আহি কথা পাতিম। ইপিনে চাহটো বেডি হওক।

: যা তেনে গৈয়ে আহিবি।

: তোমালোক ৰহা আমি এই আহিছো।

: নানীয়ে আপোনালোক সকলোলৈকে কথা এটা ক'বৰ বাবে আমাক পঠাইছে। আকৌ দেৰি হ'লে নানীয়ে খাব। আমি যাবগৈ লাগিব দিনে দিনে।

: মাত্ৰ আধা ঘন্টা। এই আহিছো।

সিহঁত দুটা ওলাই গ'ল। টফচিবে সিহঁত কেইজনীৰ পিনে চালে। লতাৰ মুখখন অলপ ৰহস্যময়, সামান্যভাৱে ভীত, তৰা অলপ চঞ্চলা হৈ আছে গোলনা আৰা কিছু গম্ভীৰ। নিশ্চয় কিবা এটা হৈছে নহ'লে এই ছোৱালী তিনিজনী এনেকৈ নাহে। কিন্তু সকলোৰোৰ কোঠাটোৰ পৰা ওলাই যোৱাৰ বাবে টফচিবৰ অসুবিধা লাগিল। সি মৃদুভাৱে মাত দিলে।

: কোৱাচোন তোমালোকৰ বিষয়ে। কিবা বিশেষ কামত আহিছিলা চাগৈ.?

: নানীয়ে আপোনালোক সকলোকে ক'বৰ বাবে কথা কেইটামান কৈ পঠাইছিল। আপোনাক অকলে ক'লে জানো ভাল হ'ব ?

: সিহঁত কেইটা মানে কবীন আৰু আদিত্য এতিয়াই আহিব।

: আহিলে আমাৰ দেৰি হৈ যাব। মই কথাটো কও- কবাইটিয়ে মামাইতক পাছত কৈ দিব।

: তোমালোকে যি ভাল দেখা তাকে কৰা।

লতা আৰু গোলনা আৰাৰ মাজত বহি থকা তৰাই লতাক মাজত বহিবলৈ দি সোঁফালে বহি থকা টফচিবৰ চকীৰ কাষত বহি ললে। লতাই মেৰৰ পিনে মন কৰি বহি থাকিল। তৰাই ক'লে।

: মেট্ৰিক পাছ কৰাৰ পাছতে ঘৰতে এনেয়ে বহি থকাতকৈ লতামণিয়ে

অসমীয়া টাইপ শিকিবলৈ লগে। আমাৰ জয়া বজাৰতে এজন মানুহে মালিক তাই টাইপ শিকিবৰ বাবেও কৈ আছিল আৰু পাৰিলে তাতে থকা অফিচ এটাত চাকৰিত সুমুৱাই দিয়াৰ কথা কৈছিল। সেই কাৰণে লতামণিয়ে টাইপত মাসটো লগাই আজি পাচ-ছমাহে অহা-যোৱা কৰি আছে।

: তাৰমানে লতাই মেট্ৰিকো পাছ কৰিলে। আমিনো কিমান দিন যোৱা নাই.?

: পাঁচ-ছমাহ মান টাইপো শিকিলে, মাজতে তিনি মাহমান বহিলেও। এতিয়া হিঁচাপটো ককাইটিয়ে কৰক" কিমান দিন আমাৰ ঘৰলৈ যোৱা নাই।

: ভালকৈ পাছ কৰিছিলানে ?

: চেকেণ্ড ডিভিজন আৰু অসমীয়াত লেটাৰ।

লতাৰ মুখখন ৰঙা পৰিছিল। একো নক'লৈ মুখেৰে। টফটিৰৰ মনটো অলপ বেয়া লাগিছিল। কোন কাৰ বাবে বৈ থাকিব। পৃথিৱীৰ সকলো কাম অনেকৈয়ে আগবাঢ়ে।

: তাৰ পাছত কি হ'ল কোৱাচোন ?

: তাই ঘৰৰ পৰা অহা-যোৱা কৰে। আমি পুৰা ন মাস বজাত তাইক বাছত উঠুৱাই দিওঁ। তাই এক মাস বজাত ওঁটৰে সদাই ঘৰ পায়হি।

: স্কুলখন ক'ত টাউনত নে ?

: সু-বিকাশ কাৰিকৰী বিদ্যালয়।

: অ' বুজিলোঁ ষ্টেডিয়ামৰ কাষত।

: তাই ওভতি নহালেকে আমাৰ জীউটো কঁপি থাকে। দুপৰীয়া নানীয়ে তাই অহাৰ পাছতহে ভাত খায়। নানীয়ে প্ৰথমে তাইক দিব খোজা নাছিল। মানুহ এজনে চাকৰি এটা দিব পাৰিব বুলি কোৱাতহে দিলে। আমাৰটো একো নহ'ল। তাইৰ হ'লেও ভাল লাগিব। তাই অতি কম দিনৰ ভিতৰতে ছাৰ্থ টাইপ মাৰিব পৰা হৈছিল। যদিও ভুল কৰে। স্কুলৰ চাৰজনেও বোলে বৰ মৰম কৰে। তাইয়ো বৰ আগ্ৰহেৰে শিকিছিল।

: এতিয়াতো কি হ'ল ?

: এটা লৰা আছে ককাইটি। লৰাটো বৰ ভাল নহয়। সি কোনোবা ডাঙৰ মানুহৰ একমাত্ৰ বৰ ধুনীয়া গাড়ী চলাই আৰু বজাৰৰ পিনে তাৰ বোলে

: ধৰককচোন চাও– আগে ধৰক তাৰ পাছত কাম। ইমান বেয়া কাম কৰি ইমান সাহ নাই দে।

: সিমান বেয়া কাম কৰা নাই দে। তথাপি ইমান বেছি নকৰিবিনা ?

: অ' এতিয়া মামা আৰু ককাইটিহঁতৰ আগত তই ভদ্র দেখুৱাইছ। নামীক সকলো কৈ দিম। বদমাইচ ক'ৰবাৰ, ভাল ভাল কাপোৰ পিন্ধিলেই ভাল হৈ যাব নেকি ? চেহেৰাটো বগা আৰু ধুনীয়া বুলি একেবাৰে যা তা কৰিব নেকি ?

: মোক বেয়া কথা কয় বুলি কিয় কৈছ ? মোতে চাইছে থাকে আৰু গাড়ীত উঠিবৰ বাবে এদিন মাতিছিল। সিমানখিনি কৰিলে বেয়া হয় নেকি ?

কোঠাটোৰ ভিতৰলৈ কবীন আৰু আদিত্য সোমাই আহি থাকোতেই লতাৰ কথা কেইটা স্পষ্টভাবে শুনি একো নোকোৱাকৈ বসন্ত হোৱাৰ আশংকাত বহি পৰিল। কিন্তু তথাপি মাত দিয়াত বিষয়টোৰ ধাৰাবাহিকতাত অকণ যতি পৰিল। টফচিৰে কবীনহঁতৰ পিনে চালে।

: কবীন মামা আৰু আদিত্য মামাও আহি পালে। আমি যাব লাগে মামা– দেৰি হৈ যাব ভাই ?

: তোমালোকে কিবা গাড়ীত উঠাৰ কথা কৈছিলা ?

: তোমালোকে চাহ খালানে নাই, অই টচি ?

আদিত্য ভিতৰলৈ সোমাই যাব খোজোতেই চানমাইৰ ট্ৰেণ যৰে এখন বহল কাঠৰ ওপৰত মানে চানমাইকাৰ ওপৰত সকলো বস্তু ৰাখি আটাইবোৰ সোমাই আহিল, তাকে দেখি আদিত্যই ডাঙৰ টেবুলৰ সকলো কিতাপ, পেনষ্টেণ্ড, আলপিনৰ কুশ্যন আৰু বিমান বস্তু আছিল আটাইখিনি টেবুলখনৰ চাৰিটা চুক একেলগ কৰি ধোবাৰ কাপোৰৰ দৰে বান্ধি ডাঙৰ গজাল এটাত ওলোমাই ৰাখি দিলে। টেবুলত কেইখিলামান বগা কাগজ পাৰি দিলে। চালেহে চানমাইকাৰ বহল কাঠখন ধৰি থাকিল – টফচিৰে আৰু কবীনে গোটেই বস্তুখিনি নমাই দিলে।

: আগে আমি খাই লও আহা। টফী দুখন খুৱাহ লোৱা। তোমালোক ইয়াতলৈকে আহা।

: ইমানখিনি বস্তু খাবলৈ হ'লে ৰাতি হৈ যাব। আমি যাওঁতে খাম।

: আমি ভাতেই খোৱা নাই দুপৰীয়াৰ। ৰাতি কেইটাত হয়? একেবাৰে আঁকৰী ছোৱালী তোমালোক। খোৱা।

এবাৰ বাহিৰলৈ কৰবালৈ যাওঁতে টফচিৰে এটা অতি সুন্দৰ পাতল গোলাপী ৰঙৰ চাইনিজ ডিনাৰ চেট আনিছিল। ঈদৰ বাহিৰে কোনো দিনে ব্যৱহাৰ নকৰে। আজি সেই ডাঙৰ প্লেট, গিলাচ, কাপবোৰ ব্যৱহাৰ কৰি যেন বৰ ভাল লাগিছে। লতাহঁতৰ লগত, তৰা, গোলনাআৰাহঁতৰ লগত যেন আজিৰ সেই চাইনিজ চেটৰ প্ৰতিটো পাত্ৰ কিবা কাৰণত মিলি গৈছে, খাপ খাই গৈছে। এগুণত দুগুণ যেন ৰহন চৰিছে। চালেহে মষ্ট ব'ল এটাত সকলো খোৱা বস্তুৰ এটা মিহলি বনাই আনি অন্য এখন টেবুলৰ ওপৰত ৰাখিলে আৰু নিজৰ ভাগৰ খোৱাত ব্যস্ত হৈ পৰিল। প্ৰথমে টফচিৰেই আৰম্ভ কৰিলে।

: এওঁলোকৰ দেৰি হৈ যাব। মই পাছত সকলো কম। এতিয়া প্ৰথম খবৰ হৈছে লতাই মেট্ৰিক পাছ কৰি এতিয়া অসমীয়া টাইপ শিকি আছে।

: ভাল খবৰবোৰ পালে আমাৰ লাজহে লাগে কাৰণ আমিটো আৰু নগ'লো।

: তেনেহ'লে লতাৰ ভাগৰ ৰসগোল্লাটো মোৰ মুখত পৰাই ভাল।

: হেত, আদিত্য? চাচোন বাৰু; খাওঁ বুলিয়ে সি লতাৰ ভাগৰ গোল্লাটো মুখত ভৰাই দিলে। ধেৎ, অই আৰু আছেনে?

: আৰে চালেহে প্ৰতিটো মানুহৰ বাবে তিনিটাকৈ হিচাপ কৰি আনিছে। ভয় নাই লতা গোল্লা পাই যাবা।

: ও প্ৰথম গোল্লা মোৰ পেটত দ্বিতীয় গোল্লা পাবা।

সকলোৰে সামান্যভাৱে হাঁহিলে। আদিত্যই সদাই এইদৰে ধেমালি কৰেই। কৰীনৰ কথাটোৰে কিন্তু চুই গ'ল।

: জেঠায়ে যে আমাক কি ভাবিছে। খুড়ীৰ অসুখ সেই জেঠাইৰ ঔষধ খাই ভাল হ'ল, যাব লগা নহ'ল বাবে আৰু থাকি গ'ল। আমিও ব্যস্ত হৈ পৰিলো।

: এতিয়া সেইবোৰ বাদ দে। লতাই সু-বিকাশত অসমীয়া টাইপ শিকি আছে। তাত বৰ এটা ভাল পোৱা নাই- প্ৰেইত কথা হ'ল তাইক আমাৰ প্ৰেছৰ কামত থকা ৰবৰবাহঁতৰ খনীলেকে লৈ আছে। জেঠায়ে এই কথাটোকে

কৈ পঠাইছে আৰু এওঁলোক অহাৰ প্ৰধান কাৰণটোও হৈছে এইটোৱেই।

: খুব ভাল কথা তুমি আমাৰ চকুৰ আগতে শিকিব পাৰিবা। আমিতো প্ৰায় প্ৰেছতে বহি থাকো। তোমাৰ কোনো অসুবিধা নহ'ব।

তৰা খোৱাৰ পৰা বৈ গ'ল আৰু লতাৰ পিনে মন কৰিলে। লতাই পানী এগিলাচ লৈ খাব খুজিছিল কিন্তু তৰাই চোৱাত পুনৰ গিলাচটো থৈ দিলে। আচলতে যেন পানী গিলাচৰ প্ৰয়োজন সিমান নাছিল। গোলনা আৰাৰ মুখত অকণ খঙৰ আভাষ।

: জেঠায়ে যে তোমাক এইদৰে এৰি দিব মই ভৱাই নাছিলো। কাৰণ জেঠায়ে বঁহু কথা বুজি পায়। তোমালোক কিমান ভাল ছোৱালী হৈ আছা তাকে আমি মাজে মাজে ভাবো। আজিকালিনো তোমালোকৰ দৰে ছোৱালী কেইজনী আছে ? কিন্তু টাইপ যে শিকিবলৈ তোমাক অনুমতি দিলে সেইটোও এটা বিৰাট ভাল কাম হৈছে। তোমালোকৰ ঘৰলৈ মানুহ তেনেকৈ নেযায়- জেঠায়েই অকলে বাৰু কিমান চাৰিওপিনে চাব সেয়ে আমি কথাটো তেনেকৈ ভাবো।

: কবীন মামায়ে আমাৰ ঘৰলৈ গৈছিল কোনোবা কালতে। এতিয়াও আমাৰ দিন সেই আগৰ দৰে হৈ আছে বুলি ভাবিছে। জয়ন্তী আৰু ৰবীদা বাইৰ বিয়া হৈ গ'ল। তাৰ পাছত আমাৰ ঘৰলৈ আজিকালি কিমান যে মানুহ আহে। কেতিয়াবা নানীৰ সতে আমি দিনত কথা পাতিবলৈকে সময় নেপাওঁ।

নিমিষতে কবীনহঁতৰ মনটো সেমেকি গ'ল। কি কথা- আজিকালি বহু মানুহ আহে ? বগীবুঢ়ী জেঠাইৰ ঘৰলৈটো মানুহ আহিব নোৱাৰে। কি কাৰণে বেছি মানুহৰ সতে আহ-যাহ কৰাটো তেওঁ নিবিচাৰে- তাক তেওঁ অন্তত এদিন টফচিবহঁতৰ আগত কৈছিল। অৱশ্যে ক'ব নোৱাৰি মানুহৰ মনৰ কথা। আজি যিটো শুদ্ধ বুলি ভবা হৈছে অহা কালিলৈ সেইটো শুদ্ধ হৈ নেথাকিবও পাৰে।

: ইমান মানুহ নো ক'ৰ পৰা আহে ?

: ইস মামাইহঁতেই মানুহবোৰ লগাই দিলে, এতিয়া আৰু আমাকে সুধিছে ?

: অ' আই আমিনো কিয় লগাই দিম বাৰু ?

হঠাৎ টফচিবৰ কিবা এটা কথা মনত পৰাৰ দৰে লাগি গ'ল। কিন্তু সি

বিচাৰি উলিয়াব নোৱাৰিলে কথাটো কি ?

: পেপাৰত যে জন্দীছ অসুখ ভাল কৰাৰ কথা এটা দিছিল তেতিয়াৰ পৰা লাহে লাহে মানুহ আহিবলৈ ধৰিলে।

টফচিৰৰ বুকুখন ধপধপাই গ'ল । তেনেহ'লে ফৰমানবো কিবা খবৰ পাইছে নেকি ? কণীবুঢ়ীক কৈ অহা মতে এই দুটা কামৰ দায়িত্ব এটা টফচিৰে লৈছিল। জন্দীছ অসুখ আৰু সূৰ্য্যকপালী অসুখৰ বিষয়ে তেওঁৰ নামত এটা এদভাৰটাইজমেণ্ট আৰু মাকে পুতেক ফৰমানৰ বাবে অধীৰ হৈ অপেক্ষা কৰাৰ বিষয়ে এখন চিঠি প্ৰকাশ কৰা । কিন্তু টফচিৰে পাছৰটোৰ বিষয়ে একো সুধিবলৈ সাহস নকৰিলে ।

: তেনেহ'লে সেই কাৰণে যায় নহয় ? জেঠায়ে কিবা পায় নে ?

: খুজি একো নলয়- কোনোবাই মনৰ আনন্দত কিবা দিলে লয়। এবাৰ এজনে নানীক পাঁচশ টকা দিছিল । আমি খুব কাপোৰ ললো ।

: বৰ ভাল কথা । বাইজৰ উপকাৰ হৈছে । তই খুৰীয়েৰৰ ক াণে কি দিলি.? বেইমান ক'ৰবাৰ ।

: এইবাৰ যাম নহয় তেতিয়া জেঠাইক কিবা এটা দিমেই। তৰা, সেইবোৰ বাদ দিয়া। আমি আজিয়েই লতাক বৰবৰাৰ টাইপ স্কুলত দিয়াৰ বিষয়ে আলোচনা কৰিম আৰু সকলো ঠিক কৰি জনাম । কথা এটায়ে কিন্তু মোৰ মনত থকিয়াই আছে ।

ইতিমধ্যে সকলোৱে খোৱা শেষ কৰিছিল । ভাগৰত যেন সকলোৱে গাবোৰ এৰি দিছে। লতায়ে কেইখনমান প্লেট জুকিয়াই ললে আৰু আলফুলে হাতত লৈ তুলি নি পাকঘৰৰ পিনে সোমাই গ'ল । ছোৱালী মানুহ এইৰূপ কৰাৰ বাবে অৱশ্যে কোনেও বাধা নিদিলে । এই চেগতে কৰীনে তৰালে চাই সুধিলে।

: লতায়ে যে কৈছিল- কিবা বেয়া কথা কোৱা আৰু কিবা গাড়ীৰ কথা, কথাটো নো কি ?

: আমি সেই কাৰণেই আহিছিলো । টফচিৰ কাকাক ক'লো। নানীয়ে আপোনালোক সকলোকে ক'বলৈ কৈছিল ।

: মই কৈ দিছো শুন । তুমি সেই সু-বিকাশ কাৰিকৰী বিদ্যালয়ত টাইপ

শিকিছিল। তাতে চুটিৰ পাছত ক'ৰবাৰ ল'ৰা এটায়ে তাইক কিবা বোলে বেয়া কথা কয় আৰু গাড়ীলৈ মাতে। সেই কাৰণে তাইক অন্য এখন স্কুলত দিবৰ বাবে আৰু তাৰে ব্যৱস্থা কৰিবৰ বাবে জেঠায়ে আমালৈ কৈ পঠাইছিল। সেয়ে এওঁলোক আহি ওলাল।

: What ? কোনোবাই বেয়া কথা কৈছে ? লতাক ? কি কথা কব ৰে? ক'ত থাকে সি ?

আদিত্য গৰম হৈ গ'ল। টফচিৰে সেই কাৰণে কথাটো অলপ পাছত ক'ব বুলি ভাবিছিল। কিন্তু কবীনে সোধাৰ বাবে কৈ দিলে। সোনকালে হাঁহি-মাতি জগাই থাকিব পৰা আদিত্যৰ খংটোও সোনকালে উঠে। সি এক প্ৰকাৰে গৰজি উঠিল। সি হাত-মুখ নোধোৱাকৈয়ে কান্ধত ওলমি থকা গামোছাখনেৰে মুখখন মোহাৰি ললে আৰু টফচিৰৰ পিনে চাই ক'লে।

: আমাকটো তই ইমান পৰে কোৱা নাই ?

: তইঁত নাছিলি। তৰাই সকলো কথা ক'লে।

: আমাৰ এটা দায়িত্বও আছে। সেই কেইজনী ছোৱালীক কোনোবাই কিবা ক'লে তইঁতে সহিব পাৰিলেও মই নোৱাৰো। মোৰ বৰ মৰম লাগে সিহঁতলৈ। জেঠাইৰ আদৰত কেনেকৈ জীৱন নিৰ্বাহ কৰিছে। ক'ৰ ঘৰ ক'ত এৰি আহিছে। আমি এই ছোৱালী কেইজনীৰ বাবে পৰাখিনি কৰিব লাগে। নহ'লে আমাৰ লিখা-পঢ়া একোৰে মূল্য নেথাকিব। কবীনে কি কব ?

: কৰিবটো লাগেই। জেঠায়ে সেইবাবেইটো পঠাই দিছে।

লতা সোমাই আহিল। তৰাইতে বাকী প্লেটবোৰ গোটালে আৰু টেবুলৰ একাৰে ৰাখি কাপোৰ এখনেৰে টেবুলখন চাফা কৰি দিলে। গোলনা আৰাই প্লেটবোৰ লৈ গ'ল।

: লতা এই লতা, বহা। কালিলৈ সেই ল'ৰাটো দেখুৱাই দিব পাৰিবা ?

: পাৰিম। কিন্তু।

: কোনো চিন্তা নাই। কালিলৈ আহিবা আৰু আমাক লৈ যাবা।

: কালিলৈ যদি নাহে ? সদাই সি নাহেও।

: ও কথা সেইটোও হয়। ঠিক আছে তোমাৰ চুটি হয় কেইটাত ?

: অহা কালিৰে পৰা দেখো আপোনালোকে মোক স্কুলৰ কাষতে

থকাখনতে ঠিক কৰি দিব বুলি কৈছে ?

: আদিত্য, তেনেকৈ কামবোৰ নহ'ব। ঠাণ্ডা হ।

: কেনেকৈ কাম হ'ব মই নেজানো- তাক এশিকনি নিদিলে নহ'ব।

: আজি আমি কথা পাতিম। লতা অহা কালিলৈ আহুক আৰু নামটো লগাওক। তাৰ পাছত আমি চাম। তথাপিও যদি সি ইয়ালৈ আহে তেতিয়া ধৰিম। আমাৰ মাজৰ পৰা সি ক'ত সাৰিব ?

: তুমি কি ভাবা ? তোমাক কিয় চল পালে ?

: মই একো নেজানো। বেছি কিবা হ'লে নানীয়ে মোক কিন্তু আহিবলৈকে নিদিব.।

: মই কও শুন। আমিতো সদাই লতাৰ পাছে পাছে ঘূৰি নুফুৰো। তাইক আগে নামটো লগাই লও। তাই নিয়মিত ৰূপে অহা-যোৱা কৰক। টাইপ শিকক আৰু আমি তাইক চাম। কোনোবাই কিবা কৰিলে পাছত দেখা যাব। এতিয়া হুলস্থূল কৰিব নেলাগে। জেঠাইৰ সতে এই বিষয়ে আলোচনা এটা কৰি লোৱা ভাল হ'ব।

: আমি নানীক কি বুলি কম ?

: তোমালোক পৰহিলে দহমান বজাত প্ৰেছলৈ আহিবা। এক প্ৰকাৰে ফাইনেল বুলিয়ে ধৰিবা। জেঠাইক এই বিষয়ে একো চিন্তা কৰিবলৈ মনা কৰিবা। আমি ঠিক কৰি দিম। আৰু ক'বা আমি অহা সপ্তাহত গৈ আছো।

: তেনেহ'লে আমি এতিয়া যাওঁ। দেৰি হৈ যাব।

: ঠিকেই তোমালোক যোৱাগৈ।

গোলনা আবাই হাতৰ ডাঙৰ বেগটো খুলিলে আৰু লাহেতে ৰঙাচিঙা হৈ ক'লে।

: কিযে আৰু পায়, শিঙৰা আৰু তামোল যে আনিছিলো পাহৰি গ'লো।

তাইৰ হাতৰ পৰা চালেহে সক টোপোলাটো ললে আৰু সকলোকে শিঙৰাবোৰ ভগাই দিলে।

: আগতে শিঙৰাবোৰ ৰবিদাইহে বনাইছিল। এতিয়া কোনে বনাই ?

: ভবায়ে বনাই। আপোনালোকে তামোল খাওক। আমি যাওঁ।

: আৰু কথা পাতিলো হয়। কিন্তু তোমালোকৰ দেৰি হ'ব। কথা

এটাই- লতাৰ টাইপ স্কুলৰ নাম লগোৱাটো হ'বই। আৰু জেঠাইক ক'বা আমি অহা সপ্তাহত গৈ আছো। দুপৰীয়া ভাত খোৱাকে যাম। জেঠাইক খাব বনাব ক'বা নতুবা কল পচলাব খাব।

কবীনৰ বাহিৰে গোটেইখিনি টফচিবৰ ঘৰৰপৰা ওলাই আহিল। আদিত্যৰ খংটো তেতিয়া সিমান নাছিল। হয়তো সি ভাবিলে এনেকৈ কৰি কোনো লাভ নাই। আদিত্যৰ মৰম আৰু হেঁপাহটো অলপ বেলেগ বাবে দুখতে তাৰ খং উঠি গৈছিল। বেয়াও লাগে বেচেৰীহঁতে কেনেকৈ আহি ওলালহি, জেঠায়েও সিহঁতৰ মুখৰ পিনে চাই অকণ সহাই বিচাৰিছে। জয়ন্তী আৰু ফৰিদাৰটো বিয়াই হৈ গ'ল। জয়ন্তীজনীও অস্ফুটভাবে মৰম লগা ছোৱালী। গোলনাআৰা শান্ত, তৰা কথকী অথচ নম্র। লতাই পঢ়া-শুনা কৰিছে বাবে বুদ্ধিটো অলপ আছে, কিন্তু ধুনীয়া, মৃদু স্বভাৱৰ আৰু লাজকুৰীয়া। সামান্য খঙো আছে। কবীন ঘৰৰ পৰা তেতিয়াও ওলোৱা নাই। বোধহয় তলাটো বিচাৰি পোৱা নাই।

: মই এবাৰ বাথৰুমৰ পৰা আহো ককাইটি।

: যোৱা তেনে কবীন ভিতৰতে আছে।

লতাই ওভতি ঘৰটোৰ পিনে খোজ দিলে। সকলোৱে আলিৰ কাষ পালেগৈ। তেতিয়া আবেলি তিনিমান বাজিছে। আলিবাটত অলপ ভীৰ হৈছে। কোনোবা কোনোবা মানুহে টফচিৰহঁতৰ পিনে মন কৰিছে। সিহঁতে কিবা কিবি কথা পাতি আছে। তৰাহঁতে মাজে মাজে লতালৈ বুলি লক্ষ্য কৰি ঘৰৰ পিনে মন কৰিছে। আকৌ অ'ট এখনতে যাব লাগিব। বাছত গ'লে দেৰি হ'ব। তৰাহঁতৰ অলপ ভয়ো লাগিছিল। আদিত্যই অ'ট এখন মাতিলে আৰু অলপ ৰ'বলৈ ক'লে। অ'টখন আলিৰ কাষত ৰখাই দিলে। টফচিৰে ঘৰৰ পিনে মন কৰিলে। দেখিলে কবীন আৰু লতা আহি আছে। টফচিৰে আকৌ কথা পতাত লাগিল।

: তোমালোক মাজে মাজে আহিবা। অ' নহয় এদিন জেঠাইক ফুৰাবলৈ লৈ আহিম।

: আপোনালোকৰ জেঠাই হাতীটো আহিব। মতা মানুহৰ ঘৰলৈ নাহে।

: ঠিক আছে কবীনহঁতৰ ঘৰলৈ আহিব। আমিয়ে বাক লৈ আনিম।

: এটা কথা ভবা। তোমালোকনো আজি কেনেকৈ আহিব লগাত পৰিলা? গতিকে কোনেও ক'ব নোৱাৰে কোন কাৰ ঘৰলৈ আহিব লগাত পৰে।

: আজিকালি জেঠাইৰ লাজটো ভাঙিছে। ব'বা এদিন লৈ আহিম।

ইতিমধ্যে লতা আৰু কবীন সিহঁতৰ মাজত সোমাই পৰিল। কবীনে আদেশৰ সুৰত ক'লে।

: তোমালোক যোৱাগৈ।

কবীনৰ মাতটো অলপ কঠিন। টফচিৰে কিবা এটা বুজা নুবুজাৰ মাজতে কবীনৰ পিনে চালে। তৰাহঁত অ'টৰনত উঠিলগৈ। টফচিৰে টকা পঞ্চাশটা দি ক'লে।

: এওঁলোকক জয়া বজাৰৰ চৌকত নমাই দিবা।

: আমাৰ পইচা আছে ককাইটি।

: কেইটকামান বেছি দিছো। ভালকৈ লৈ যাবা।

: আমি যাওঁগে। অহা সপ্তাহত কিন্তু বাট চাই থাকিম।

অ'টৰন চলিল। তৰাহঁতৰ মুখবোৰ অলপ সেমেকি উঠিছিল। সৰল-সহজ ছোৱালীবোৰ এনেকুৱাই।

: এতিয়া আমি আকৌ বহিব লগা হ'ল। প্ৰেছলৈ ৰাতি যাম।

: কিয় ভাত খোৱা নাই, গা ধোৱা নাই- গৰম লাগিছে।

: হৈ যাব। Most Interesting story । বাদ দে। আহ, আহ কথা আছে।

আকৌ গৈ সিহঁতমখা টফচিৰৰ কোঠাত বহিলগৈ। সকলোৰে চকু কবীনৰ চকুত।

: মোক লতামণিয়ে সাংঘাটিক কথা এটাৰ ইংগীত দি গ'লহি। মইতো ভৱাই নাছিলো।

: তাই আমাক এৰি বাথৰুমলৈ অহাৰ কথাহে কৈছিল?

: অলপমান বুদ্ধি এটা কৰিলে আৰু। পঢ়া-শুনা কৰিছে নহয়।

: তাইৰ চকুপানী ওলাই গৈছিল। সেইটো হ'বই। যিমানেই যি হওক তাইতো মানুহ- ছোৱালী। একেবাৰেই স্বাভাৱিক কথা।

: কথাটো কেনেকুৱা বাৰু?

: লতাই সেই ল'ৰাটোক ভাল পাই কিজানি, দুৰ্বলতা এটা আছে।

: মই অলপ কৈ সন্দেহ এটা কৰিছিলোঁ। কিন্তু তাই ভয়ো খাইছে। সহজ-সৰল ছোৱালী হয়তো বুজিছে, হয়তো বুজা নাই। জেঠাইৰ ৰঙা চকুৰ আগত তাইৰ যেন মৰম, প্ৰেম কৰবাত শুকাই, দেইপুৰি ধোঁৱা হৈ উৰি যাব।

: তোক কি ক'লে ?

: তাই মোক ক'লেহি যে তাই তাক লাগিলে পাহৰিয়ে যাব তাই ভাল ছোৱালী হ'ব, কিন্তু আমি যেন তাক আৰু কিবা মাৰপিট নকৰোঁ। তাৰ গাত দোষ নাই। জেঠাইক ভয়তে কৈ দিছে যদিও ভাল পোৱাৰ কথা কোৱা নাই।

: আই ঐ দেহি তাই আচলতে মানুহ, নাৰী, ছোৱালী যিটো একেবাৰে স্বাভাবিক কথা, তাকে অকপট হৃদয়েৰে, চৰম সৰলতাৰে, নিস্পাপভাৱে প্ৰকাশ কৰি দিছে। দুষ্ট হোৱাহেঁতেন, প্ৰেমমানে প্ৰেম কৰা বুলি ভবাহেঁতেন তাই নক'লে হয়। ভাল লগা আৰু ভাল পোৱা দুটা সুকীয়া কথা।

: আমাৰ কৰিব লগা কি আছে তাক ক ?

: দকৈ ভাবিলে, বহু দৃষ্টিভঙ্গী মনৰ মাজলৈ আনিলে বহু কৰ্তব্যৰ কথাই আহি পৰিব। সেইবোৰ নকৰি একেবাৰে যদি আমিও অকপট হৃদয়েৰে কওঁ বুলি ভাবো- তেন্তে এই বুলিয়ে ক'ব লাগিব যে আমি তাইক সহাইহে কৰিব লাগিব.।

তাৰমানে কালিলৈ তাইক তাৰ হাতত গতাই দিবি- বিয়া দি দিবি.?

: নহয় মই সেইটো কোৱা নাই। আমি জেঠাইক কম, ল'ৰাটোৰ বিষয়ে জানিবলৈ চেষ্টা কৰিম, তাইক পঢ়ুৱাম, ঠিক আমাৰ এজনী ভনীৰ দৰে তাইক সকলো কথা বুজাম, তাইৰ হীত চিন্তা কৰিম, তাইৰ কল্যাণৰ হকে চকু দিম, তাইৰ যিটো মানসীকতা গঢ়ি উঠিব, তাই যিখিনি মানসীক সম্পদ অৰ্জন কৰিব সেইখিনি সেই ল'ৰাটোৰ হাতত নিৰাপদে থাকিব নে নেথাকে সেইবোৰ চাব লাগিব। আৰু আমি যদি একো নোৱাৰো তেন্তে আমাৰে দুৰ্ভাগ্য বুলি এৰি দিম।

: তাইক এই ফুকলিয়া বয়সতে ল'ৰাক ভাল পাবলৈ কোনে কৈছিল- ভাল পোৱা তাই চিনি পাবৰ হ'লেই নে ?

: O No ! এই প্ৰশ্ন যদি আমি তোলো তেনেহ'লে আমি প্ৰগ্ৰেচীভ

ফ'ৰামৰ এজন বুলি দাবী কৰাৰ কোনো অধিকাৰ আৰু যুক্তি নেথাকিব। ·মৰম, ভালপোৱাৰ দোষ নাই, দোষ বা ভুল তাতেই যদি ই বাটৰ পৰা পিচলি পৰে। কঠোৰ বান্ধোনৰ মাজত থকা ছোৱালী, ল'ৰা এটাক ভাল পাই পেলাব পাৰে। তাই সৰু ছোৱালী মানি লও- গতিকে আমি যদি আমাৰ চিন্তাবোৰ আনতকৈ অলপ বেলেগ বুলি ভাবো, নিজকে যদি আনতকৈ কিবা অকণ ব্যতিক্ৰম বুলি ভাবো তেন্তে আমাৰ কৰ্তব্য ওলাবই। কিন্তু সেইবোৰ কৰিবলৈ যাওতে জেঠাইক জনাই কৰিব লাগিব।

: হে প্ৰেমৰ ওস্তাদ, গুৰু আচলতে মই তোমাক জোকাই চাইছিলো। বাহুল্য নকৰো- যদি আমাৰ কিবা সৎ ইচ্ছা, সৎ ভাৱনা, গৰীব-নিচলা জনৰ বাবে সঁচা অনুকম্পা আছে বুলি ভাবো তেন্তে আমি তাইক প্ৰথমে মানুহ, তাৰ পাছত ছোৱালী তাৰ পাছত ভগ্নীৰূপে তাইলে আমাৰ পৰাখিনি সেৱা আগবঢ়াব পাৰো। কাৰণ জেঠাইৰ জীৱনৰ বহু কথাই আমাক বেলেগভাৱে কিছুমান চিন্তাৰ অবিহণা যোগাইছিল। আজি তাই ল'ৰাটোক ভাল পাবলৈ লৈছে, পাছলৈ গভীৰ হৈ যাব তেতিয়া আমি নিশ্চয় নীৰৱে নেথাকিম। কাৰণ জীৱনৰ সতে জীৱন মিলি পৰাটো বৰ ডাঙৰ কথা। আমি জীৱনৰ কথাই বেছি ভাবিব লাগিব। তাৰ বাবেই প্ৰগ্ৰেচীভ ফ'ৰামৰ জন্ম।

: তইত দুটাই তত্ত্ব, থিয়ৰিৰে পৃথিৱীখন গধুৰ নকৰিবি। প্ৰেমৰ নিচেই সামান্য কলি এটা ধৰিছে, তাকো পাপৰি ফুতাই নাই সেউজীয়া পাতৰ মাজতে আছে- তইতে এই পিনে বহুত কিবাকিবি ভাবি পেলালি। বেয়া হোৱা নাই বেয়াও পোৱা নাই। ক'বলৈ গ'লে বহুত দিনেই হৈ গ'ল এইবোৰ কথাৰপৰা আতৰি আছিছিলো। আজি গাটোৱে অকণ ৰস পোৱাৰ দৰে লাগিল। বহুত দিন যেন গা ধোৱা নাছিলো আৰু পানী খোৱা নাছিলো।

: তই এতিয়া কবিতা-চবিতা কিবা লিখিবি নেকি ? কোনটো কবি হবি? কাগজ- কলমৰ নে, নে মাটি আৰু কোৰৰ কবি ? সবি পৰিবই কিজানি ?

: আমি থাকিম আমাৰ কামত। আমিটো খুবেই ব্যস্ত। লতা আহিব ক্লাচ কৰিবলৈ- ঘৰলৈ যাবগে, এতিয়া সদাই বাৰু আমি কি চাই থাকিম? আৰু যদি তাইৰ কিছু দুৰ্বলতা আছে তেন্তে আৰু উপায় নাই। জোৰ কাৰে কোনো কাম আমি কৰাটো উচিত নহ'ব। তাইকটো আমি ক'ব নোৱাৰো তুমি ভাল

পাব নোৱাৰা। আমাৰ বাধা আছে।

: সেই কাৰণে কৈছো আমি চাব লাগিব। আমি সাধাৰণভাৱে ভাল পালে তাইৰো ভাল হ'ব।

: হ'ব দে, চাব গ'লে এটা আমোদজনক ঘটনা। জেঠায়ে আৰু দুবছৰ লতাক এনেকৈ ৰাখিব পাৰিলে হৈ যাব।

: ধন, পইচা, টকা বুজিছ। বুৰ্বকৰ ঘোৰা চহিচইত। অসমীয়াত লৈটাৰ সহ চেকেণ্ড দিভিজনত মেট্ৰিক পাছ কৰা ছোৱালী এজনীৰ বাবে কোনটো কথা চিন্তা কৰিলে এটাইতকৈ কামত আহিব সেই বিষয়ে নেভাবি কিবা আবেগৰ কথা কিছুমান ভাবি আছ। একো নহ'ব বুজিছ। মোৰ পইচা নাই, কিন্তু Principal ক কৈ দিম। তাইক কলেজত দি দে হোষ্টেলত ৰাখ, সকলো ঠিক হৈ যাব।

: তাৰ মানে তই তাইৰ ভাল পোৱাটোক সমৰ্থন কৰিব নোখোজ ?

: ভাল যদি সঁচাই পাইছে কলেজত থাকিলেও পাব, টাইপত থাকিলেও পাব, ঘৰৰ ভিতৰত থাকিলেও পাব। তাইৰ যিটো যৌগ্নিক দিশ আছে তাৰ প্ৰকৃত বিকাশটোৰ কথা চিন্তা কৰ। সু-বিকাশ কৰি কৰি প্ৰেমটি বনাই টাইপেৰে খটাখট লিখা চুৰু কৰিলেই নহ'ব। ল'ৰাটোৰ নাম জান, চিনি পাব, দেখিছ? ছাটোকে দেখা নাই গম পোৱা এই দুঘণ্টাও হোৱা নাই। এতিয়া ঘৰলৈ যাবলৈ দে, সময়ে সকলো ক'ব। মানুহক মানুহ কৰিবলৈ আজিকালি অলপ পইচাৰো দৰকাৰ।

: Exectly so। সভা ঠাই এৰাই ভাল। পৰহিলৈ চাওঁ কি হয়। অ' পৰহিলৈ সভাপতি দাদাই তোক মাতিছে নহয় তোৰ কথাবোৰ লিখিলি জানো ?

: আজি শেষ কৰিম কিজানি। দিনটো এইদৰে গ'ল। ৰাতি প্ৰেছৰ পৰা অহাৰ পাছত বহিম।

: আজিলৈ আৰু নবহো।

কৰীন, আদিত্য আৰু চালেহ গ'লগৈ। টকচিৰে গোটেই কোঠাটোলৈ এবাৰ চালে। বৰ অপৰিপাটি আৰু অসংযত হৈ আছে কোঠাটো। সকলোবোৰ ঠিক কৰিব লাগিব। অপ্ৰত্যাশিতভাৱে তৰাইত আহি ওলাল। এতিয়া চাপে

ঘৰ পালেগৈ। বিপদ হ'ব বুলি ভাবি বগীবুঢ়ীয়ে আমাৰ কাৰ্বলেকে পঠাই দিছে। বুদ্ধিত ভাল ধাৰ আছে। আজিকালি মানুহ আহে জন্দীছুৰ ঔৰধৰ বাবে। কিন্তু ফৰমান আহিল জানো ? খবৰ কাগজত দিয়া মতে সি যদি পঢ়িছে নিশ্চয় মাকক বিচাৰি আহিব। এৰা ধন টকা পইচা নেথাকিলে বহু কাম কৰিব নোৱাৰি- মনটো ঠেক হৈ যায় - কোনো আঁচনি লব নোৱাৰি। অহা সপ্তাহত যাব লাগিব।

টফচিৰ বহাৰ পৰা ঘপহ্ কৰি উঠিল আৰু কোঠাটো পৰিপাটি কৰা কামত লাগি গ'ল। কোঠাটোৰ ক'ৰবাত মনেট নে কান্তাৰ সুবাস অকণ উপগুি আছিল।

তাৰ কাম কৰি ভাল লাগিছিল।



# ( সাত )

দুটা কাৰণত টফচিৰে আৰু কিছুমান কথা লিখিব লগাত পৰিল। প্ৰথমটো হৈছে অসম প্ৰগ্ৰেচীভ ফ'ৰামে পতা গেটটুগেদাৰ লৈ যিসকল পুৰুষ-মহিলাই আহি কোনো বক্তব্য নেৰাখিলে, যি সকলক কিন্তু স-সন্মানেৰে নিৰ্দিষ্ট বক্তাৰ দৰে ভাবি নিমন্ত্ৰণ কৰা হৈছিল, সেইসকলে অলপতে এখন আলোচনা চক্ৰ পাতিব আৰু তালৈ কেৱল টফচিৰক মতাৰ কথা এটা ওলাইছে। এই ক্ষেত্ৰত টফচিৰে কবীনকো লৈ যাব বিচাৰে। কাৰণ টফচিৰে সিমান ভালকৈ লিখিব নোৱাৰে মুখেৰে যিমান ভালকৈ ক'ব পাৰে। কলেজত পঢ়ি থাকোঁতে তাক প্ৰায় সকলোৱে এজন তাৰ্কীক বুলিয়ে জানিছিল আৰু অদ্য পৰিমীত তাৰ সেই সু-নাম অক্ষুণ্ণ আছে। তাৰোপৰি বোলে সময়ৰ অপচয় আৰু বহুবক্তীতাক বৰ্জন কৰিবৰ বাবে মহিলাসকলে যিখনি আলোচনা চক্ৰ পাতিব তাত লিখিত আকাৰত- আলোচনাসমূহ লৈ যাবৰ বাবে এক সিদ্ধান্তলৈ অহা বুলিও কথাটো ওলাইছে। দ্বিতীয় কাৰণটো হৈছে নতুনকৈ আৰু বহু লেখা প্ৰবন্ধ, সমালোচনা প্ৰকাশ হৈছে। সেইবোৰ নতুনকৈ চোৱাৰ এটা সময় আহি পৰিছে। কাৰণ মানুহে বিষয়টোৰ পৰা আঁতৰি আহিব পৰা নাই। খবৰৰ বতাহ বলিলেই হাতৰ কলমবোৰত ফাগুণৰ, বহাগৰ প্ৰথম বতাহে গছ-লতিকাক পৰশ কৰি যৌৱন উতলা কৰাৰ দৰে, মনৰ হাজাৰ ভাৱৰাশিক ফলে-ফুলে জাতিস্কাৰ কৰাৰ দৰে কলমবোৰকো যৌৱন উতলা কৰি তোলে। বহাগত, বসন্তত বহু ফুলেই ফুলে সকলো ফুলে জানো বেদীত, থাপনাত স্থান পায়? খোপাত গুঁজে ?

আহিকুল কাদীৰৰ সু-সজ্জিত ভিতৰৰা কোঠাটো। তিনি পেকেট কিলচৰ আধামানৰ অৱশিষ্টৰ টুকুৰাই এটা এক্ট্ৰেৰ ভোক মৰাৰ পাছত সোণালী ৰঙৰ মোৰাদাবাদী আন এটা এক্ট্ৰে সক টেবুলখনৰ ওপৰত ৰাখি প্ৰকাণ্ড

গাৰুটো কোলাত ৰাখি আছিকুল কাদীৰে টফচিৰক পঢ়ি যাবলৈ আদেশ দিলে। টফচিৰৰ কাষত থকা সৰু টেবুলৰ ওপৰত কেইখনমান সুগন্ধি পাণ, বটাটো কিন্তু কাঁহৰ। টফচিৰে আগৰ দিনৰ কাঠৰ আৰামী চকী এখনত বহি কলমটো আঙুলিৰ মাজত লৈ পঢ়ি গ'ল।

: কিছুমান লিখক এতিয়া লাহে লাহে, দিনে দিনে ব্যৱসায়ী হৈ আহিছে। সমাজত লিখনিৰ যোগে প্ৰতিপত্তি অৰ্জন কৰাৰ পাছত তেওঁ ভাবিবলৈ ধৰিলে যে তেওঁৰ এই লিখনি চলাই যাব লাগিব। নিলিখিলে যেনিবা তেওঁ ৰাজৰোষত পৰিব। নিলিখিলে যেন তেওঁৰ ভাতমুঠি হজম নহ'ব। তাৰোপৰি সমাজত, মানুহৰ মাজত যিটো বিষয় বেছি চৰ্চিত হয় বা হৈ আছে সেইটো বিষয়ৰ ওপৰত তেওঁ যদি একলম নিলিখে তেন্তে দহে যেন তেওঁক বেয়া পাব। তেওঁ নিজৰ দায়বদ্ধতাৰ প্ৰতি যেন তেওঁ নিজেই কিছু অৱহেলা কৰিছে এনে ভাৱে তেওঁক আচুৰি যায়। গতিকে তেওঁ কলম হাতত তুলি লয়। কিন্তু সেই বিষয়টোৰ প্ৰতি তেওঁৰ কিমানেই বা জনা আছে? বা জ্ঞান আছে তাক ভুলটো এবাৰ নেভাৱে। তেওঁ তেতিয়া লিখনিৰ নেঘেৰি খোপা বন্ধাদি বক্তব্য প্ৰকাশ কৰিব লগাত পৰে। তেওঁ ৰাইজৰ হৈ, ৰাইজৰ বাবে ভাল কথাকে লিখাৰ কথা ভাৱে। কিন্তু লিখোতে লিখোতে ৰাইজৰ কথা, ভাল কথাবোৰ কৰবাত থাকি যায়। শেষলৈ এনে এটা সময় আহি পৰে যে কথাবোৰ একপক্ষীয়টো হৈ পৰেই, তাৰ ওপৰিও ই আক্ৰমণাত্মক, ভ্ৰান্তিকৰ আৰু হননৰ দৰে হৈ পৰে। বিশেষকৈ ধৰ্মীয় আৰু ধৰ্মৰ আচাৰ সম্বন্ধে তেওঁলোকে এনে কিছুমান কথা, ভাব আৰু যুক্তি প্ৰদৰ্শন কৰে যে ফলস্বৰূপে যি সম্প্ৰদায়ৰ ওপৰত লিখা হয় সেই সম্প্ৰদায়ৰ লোক ক্ষুব্ধ হৈ নপৰাকৈ থাকিব নোৱাৰে। মানুহে বনোৱা ধৰ্মক বাদ দি আল্লাৰ ধৰ্মত যুক্তি, ভিত্তি আৰু বিজ্ঞান নিশ্চয় আছে। সেইবোৰ মানুহে যুগ যুগ ধৰি মানি আহিছে। আজিৰ যুগত তাৰ দুই এটা ইফাল সিফাল হ'ব পাৰে। তাকে মাজীত ভাষাৰে লিখি কেৱল আঙুলিয়াই দিব লাগে। তাকে নকৰি গৰিহণাৰ ভাষাৰে বিকল্পাচৰণ কৰি তৰ্জন-গৰ্জন কৰাৰ কোনো মানে নাই। আচলতে এই লিখকবোৰে লাগিবৰ বাবে লগাই দিয়ে, খুচৰি দেখুৱাই দিয়ে। যিসকলে সততে চৰকাৰক অনবৰতে গালি পাৰি থাকে, যি লোকে চৰকাৰ বুলিলে সাত জাপ মাৰে, যি সকলে

চৰকাৰৰ কোনো কাম কোনো দিনেই ভাল নেদেখিলে সেইসকল লিখকে এইবোৰ কথাটো বেছি জোৰ দিয়ে। তাৰ অন্য এটা কাৰণ হৈছে যে এইবোৰ লিখি মূলতে চৰকাৰখনকে জগৰীয়া কৰাৰ এটা সুৰুঙা উলিওৱাৰ সুবিধা কৰি লয়।

: এইবোৰ কৰিবলৈ যাওঁতে অৱশেষত লিখকৰ ভিতৰৰ জগতখনৰ পৰিচয়টো ওলাই পৰে। পণ্ডিত হ'লেই যে পৃথিৱীৰ সকলো কথা জানিব তাৰ কোনো মানে নাই। বহু কথা জানে যদিও বেয়া কথাৰ ক্ষেত্ৰত পণ্ডিত আৰু মূৰ্খৰ কোনো পাৰ্থক্য নাই। পণ্ডিতে যেনিবা সাৰি যাব পাৰে কাৰণ তেখেতৰ জ্ঞানৰ চোলাত বহু জেপ আছে কিন্তু মূৰ্খ ধৰা পৰি যায় কাৰণ বেচেৰাৰ দুই তিনিটা জেপ থাকিলেও জেপকেইটা ফুটা। কিছুমান কথা জানিবলৈ হ'লে পঢ়া-শুনা কৰিব লাগিব। সেই পঢ়া-শুনা কৰা বিষয়টো আৰু আচল কিতাপৰ পৰা অহা হ'ব লাগিব আৰু তাক জনা-বুজা লোকে লিখিব লাগিব। তেহে হ'ব। নিম্ন মানদণ্ডৰ প্ৰবন্ধৰ পৰা কোনো ধৰণৰ আহিলা আৰু ভাল সমল পাব নোৱাৰি। প্ৰকৃততে এই লিখকবোৰে আনৰ ধৰ্মীয় বিষয়ৰ ওপৰত অযথা মন্তব্য দি বৰ সুখ অনুভৱ কৰে। যি লোকে নিজে কোনো ধৰ্ম বিশ্বাস নকৰে, কোনো ধৰ্মীয় Concept নাই, শিক্ষা নাই, ধৰ্মীয় অনুভৱ নাই, ধৰ্মই মানুহক পাছলৈ নিয়ে বুলি মন্তব্য কৰে আৰু ই ধৰ্মান্ধতাৰ ব্যৱস্থা বুলি ভাবে সেইবোৰেই আনৰ ধৰ্মৰ নীতি- নিয়মক ভুল ধৰি, উপলুঙা কৰি, ঠাট্টা-মস্কৰা কৰে। পাণ্ডিত্যপূৰ্ণ লিখনি আৰু সাৱলিল ভাষাৰে ধৰ্মৰ সত্যতাক কোনেও নুই কৰিব নোৱাৰে। ধৰ্মৰ ৰীতি-নীতিত, আচাৰ-ব্যৱহাৰত, বিধি-বিধানত যদি কৰবাত ভুল আছে তাক ভক্তিৰে আৰু যুক্তিৰে প্ৰকাশ কৰিব লাগে। ব্যক্তিগত ধ্যান-ধাৰণা আৰু উপলব্ধিৰে কোনোবাই তেওঁ তেওঁৰ চাৰিবেৰৰ মাজতহে কেৱল তেওঁৰ বাবে এইবোৰ আলোচনা কৰিব পাৰিব আনকি আহ্বানো দিব নোৱাৰে ; দিলেও তেওঁ ঘৃণা আৰু হাঁহিয়াতৰ পাত্ৰ হ'ব এইটো এটা প্ৰবন্ধৰ ওপৰত কৰা আলোচনা।

: দ্বিতীয়তো পঢ়ি যোৱা।

কাদীৰ চাহাবে বিশেষ আগ্ৰহেৰে টফচিৰৰ লিখাখিনি শুনি গৈছে। সৰু ছোৱালী এজনীয়ে দুগিলাচ হালধীয়া চৰ্বত দি গ'লহি। তাত অলপ নেমুও

দিয়া আছে। সি দীঘলকৈ সোহা এটা মাৰিলে আৰু পটি গ'ল।

: টাবৰীণে সঁচা কথাকে লিখিলে যেনিবা। কিন্তু কোনখিনি মানুহৰ, কোনখন সমাজৰ মানুহৰ কথা লিখিছে ? বাংলাদেশী মানুহৰ, বাংলাদেশী সমাজখনৰ? সেইখন সমাজৰ মানুহৰ সতে আমাৰ অসমৰ সমাজৰ মানুহৰ লগত মিল আছেনে ? বহুতে দুটা কথা কয়। সেই মানুহখিনি একালত ভাৰতৰে মানুহ আছিল। পাকীস্তান গঠন হোৱাত তাঁলৈ গুচি গ'ল বা তাতে থাকিল। তাৰ পাছত জন্ম হ'ল বাংলাদেশৰ। হ'লেও সেইখিনি মানুহৰ কথা-বতৰা আমাৰ সতে নিমিলে। আমি কিন্তু এদিন সেইখিনি মানুহৰ বাবেই আন্দোলন কৰিছিলো। আকৌ কোনোবাই কয় মানুহ একেই। বাংলাদেশত ঘটা ঘটনা এটা পৃথিৱীৰ সকলোৰে ক্ষেত্ৰত খাটিব পাৰে। হয় মানুহ একে হ'ব পাৰে, কিন্তু আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, চাল-চলন, স্বভাৱ-চৰিত্ৰ একেইনে? যদি একেই বুলি কোৱা হয়, মানুহ বুলি ভবা হয় তেন্তে বিদেশী সমস্যাও শেষ। তেওঁলোকক চপাই ললেই হয়। মানুহ পৃথিৱীত একে হ'লেও দেশে দেশে, প্ৰান্তৰে প্ৰান্তৰে, গলিয়ে গলিয়ে মানুহৰ স্বভাৱ প্ৰকৃতি বেলেগ বেলেগ। সেয়ে এখন দেশৰ সংস্কৃতি জাতিয় চৰিত্ৰ সিখন দেশৰ সতে নিমিলে। গতিকে তাই লিখিছে বাংলাদেশী সমাজৰ কথা, তাৰ মৌলবাদী সকলৰ কথা যিবোৰ আমাৰ সতে নিমিলে। আমি অসমৰখিনি ইমান উগ্ৰও হোৱা নাই আৰু একেবাৰে এৰিও দিব নোৱাৰো। গতিকে তাইৰ লিখনিত ইমান উল্লাস হোৱাৰ, ইমান উচ্চাস দেখুৱাৰ, ইমান মূল্য দিয়াৰ কাৰণ কি ? টাবৰীণে ইমান সঁচা কথা লিখিলেনে যে আমি নিজকে পাহৰি গ'লো যেন আমাৰ ইয়াত কোনো ঘটনাই ঘটা নাই। অৱশ্যে এইটোও ঠিক কিছুমান ঘটা নাই। বৰ বৰ লোকেও, সাহিত্যিকেও তাইৰ উদাহৰণ, তাইৰ উদ্ধৃতি দিছে আজিকালি কথা কয়, "লজ্জা"ক অসমীয়াত অনুবাদেই কৰি পেলালে। তাইক ভাৰতৰ গৌৰৱ বুলি আখ্যা দিলে, 'লজ্জা'খন নাটকো হ'ব অলপতে শুনা মতে। তাৰ লগে লগে য়াজদীকো টানি আনিছে। যিজনা য়াজদীয়ে কোৰাণক ইমান বেয়াকৈ অপমান কৰিছে, পয়গম্বৰজনাক বিভৎস শব্দেৰে গালি পাৰিছে, তেওঁৰ এগৰাকী পত্নীক বেশ্যা বুলি কৈছে সেইজনা য়াজদীক কোনেও বেয়া বুলি ক'ব নোৱাৰিলেনে ? এইবাৰ কথাও কোনেও নক'লে। লেখক এজনে লিখিছে যে কৃত্ৰিম ভাৱৰে

আকাশৰ সূৰ্য্যটোক কেতিয়াও ধাকি ৰাখিব নোৱাৰে। সেইক্ষেত্ৰত ফটোৱা জাৰি কৰি বা নিষিদ্ধ ঘোষণা কৰি মহান সাহিত্যক মানুহৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰে। তেওঁ টাবৰীণ আৰু য়াজদীৰ সাহিত্যৰ মূল্যাঙ্কন কৰিবলৈ গৈ এনে ধৰণৰ কথা লিখিছে। পঢ়িছিলো বহুবাৰ পঢ়িছিলো। পঢ়ি পঢ়ি ইয়াকে বুজিছিলো যে তাৰমানে কোৰাণ খনি কৃত্ৰিম আৰু য়াজদী, টাবৰীণৰ কথাবোৰ সূৰ্য্যৰ দৰে সত্য। এই সত্যক ফটোৱা জাৰি কৰি নাইবা নিসিদ্ধ ঘোষণা কৰি কাৰোপৰা ধাকি ৰাখিব নোৱাৰি। এনে শ্ৰেষ্ঠ সাহিত্যক জনসাধাৰণৰ পৰা বিচ্ছিন্ন কৰি ৰাখিব নোৱাৰি। য়াজদীৰ সাহিত্য সত্যৰ সাহিত্য, তাত কোৰাণৰ নিষ্ঠুৰতা বিদ্যমান, শইটানৰ, দুবৃত্তৰ, দানৱৰ কথাবোৰ জাহিৰ কৰি দিছে আৰু সেইবাবেই পাঠকৰ সংস্পৰ্শলৈ বেছিকৈ আহিছে। আমি জানো কিয় সংস্পৰ্শলৈ আহিছে ? কোৰাণৰ সত্যতাখিনিৰ বাবে নহয়- মুছলমান য়াজদীয়ে কোৰাণ আৰু পয়গম্বৰ জনাৰ কথা বেয়াকৈ লিখাৰ কাৰণে। প্ৰকৃততে প্ৰায় সকলোৱে ভালেই পাইছে যে হওক তেওঁ বিশ্বৰ অন্যতম নবীনতম ধৰ্ম ইছলামৰ ওপৰত মাধমাৰ এটা মৰা হ'ল। ভাল বস্তু মানুহে নেচাই, নুশুনে, নলয়, কিন্তু ভাল বস্তুক বেয়া বুলি যেতিয়া কোনোবাই উদ্দেশ্য প্ৰণোদিতভাৱে উনুকীয়াই দিয়ে তেতিয়া তাৰ প্ৰতি আগ্ৰহ আৰু উৎসাহ মানুহৰ বেছিকৈ বাঢ়ি যায়। সেই বাবে য়াজদী-টাবৰীণক মৌলবাদীসকলে আক্ৰমণ কৰাত আজি সকলোৱে নহ'লেও আশী শতাংশ লোক শোকত ম্ৰিয়মান হৈ পৰিছে। কোনোবা মান্ধাতা দিনতে বাবৰে অযোধ্যাৰ ৰাম মন্দিৰ ধ্বংস কৰাৰ অপৰাধত ক্ৰোধান্বীত হৈ ভাৰতৰ কিছু উগ্ৰ হিন্দু কৰ সেৱকে যদি বাবৰী মছজিদটো ভাঙিব পাৰে তেন্তে জনৈক মুছলমান য়াজদীয়ে কোৰাণক "চাটানিক ভাৰ্চেছ" বুলি লিখাৰ কাৰণে মুছলমান খোমেইনীয়ে কিয় তেওঁক মৃত্যুদণ্ড দিব নোৱাৰিব ? তাৰোপৰি ধৰি ললো অযোধ্যা-বাবৰীৰ ক্ষেত্ৰত যেনিবা দুটা সম্প্ৰদাই জড়িত হৈ আছে- ভুল হওক শুদ্ধ হওক অলপ ইফাল-সিফাল হোৱাত কোনো অস্বাভাবিকতা নাই। কিন্তু য়াজদীৰ কথাটো আমাৰ একেবাৰে ভিতৰুৱা কথা। মুছলমানৰ কাৰণে য়াজদীয়ে বেয়া কাম কৰিছে তাৰবাবে খোমেইনীয়ে শাস্তিৰ কথা কৈছে। ক'বই তাতে আৰু আনৰ কি হ'ল? কোৰাণ-পয়গম্বৰ জনালৈ যে কাৰো অলপো বেয়া নেলাগিল? লিখাবো আৰু কি বাহাদুৰী- মানে বাক্যবোৰ

ভাঙি সৰল কৰিলে এনে হয় যে মুছলমানসকলৰ এজন ধৰ্মগুৰু আছিল। য়াজদী নামৰ এজনে তেওঁৰ বিৰুদ্ধে ভীষণ আপত্তিজনক কথা লিখাত সেই মৌলবাদী খোমেইনীটোৱে য়াজদীৰ বিৰুদ্ধে যি ফটোৱা জাৰি কৰিছে সেইটো অইন একো নহয়- সেইটো হৈছে য়াজদীৰ দৰে এজন মহান লিখকৰ কলম চলোৱা কাৰ্য্যক ৰোধ কৰাৰ ব্যৱস্থা, কলম চলোৱা অধিকাৰক খৰ্ব কৰাৰ ব্যৱস্থা। আৰু এইটো সকলো সাহিত্যিকৰ ক্ষেত্ৰত খাটে। সাহিত্যক কেতিয়াও নিসিদ্ধ কৰিব নোৱাৰি.। যিমানেই তাক হেচি ধৰা হ'ব সিমানেই ই পাঠকৰ জনপ্ৰিয় হৈ পৰিব- তেওঁলোকে লিখে। কিন্তু আমাৰ বেলিকা কি হৈছিল ? বাবৰী মছজিদ ভঙাৰ পাছত যেতিয়া বহু হিন্দু পণ্ডিতে ৰামৰ অস্তিত্ব, ৰাম জনমভূমিৰ বুৰঞ্জীক মিছা বুলি আনকি ৰামায়ণ মহাভাৰতকো গৰিহণা দি প্ৰবন্ধ লিখিছিল তেতিয়া আৰু আমাৰ বুকু কঁপি উঠিছিল। শৈশৱৰ পৰা বিশ্বাস কৰি অহা ৰাম-সীতাৰ এনে অৱস্থা হোৱাৰ দুখত আমিও দুখিত হৈ পৰিছিলো। তেনে ৰচনাৰ প্ৰতি আমাৰ আছিল না-সমৰ্থন, না উচ্চাস। আমাৰ বেয়াহে লাগিছিল যে সৰুৰে পৰা আমি ৰাম সীতাক শ্ৰদ্ধা কৰি আহিছো। আনকি ব্যক্তিগত অভিজ্ঞতাৰ পৰা ইমানখিনি কথা ক'ব পাৰো যে এবাৰ কৈশোৰত যোৰহাটৰ মামাইতৰ ঘৰলৈ যাওঁতে এটা ৰিক্সাৱালাই তাৰ ৰিক্সাখনৰ বহা চিতৰ তলত ভৰি ওলোমাই ৰখা ঠাইত এফালে ৰাম-সীতা আৰু একাষে শিৱৰ ছবি লগাই লৈছিল। তেতিয়া আমি প্ৰতিবাদ কৰি তাক কৈছিলো যে সি কিয় ৰাম-সীতাৰ ছবি, য'ত মানুহে ভৰি দিয়ে, ভৰি ৰাখে বা ভৰি ওলোমাই ৰাখে, তাত লগাব লাগে.? এক প্ৰকাৰে তৰ্ক লগাত তাক মৰাৰ কথাও ভৱা হৈছিল। তেতিয়া ৰিক্সাৱালাটোৱে অনেক ৰিক্সা দেখুৱাই দিছিল য'ত সঁচাই প্ৰায় প্ৰতিখন ৰিক্সাতে হয় ৰাম-সীতা, হয় শীৱ নহয় কোনোবা ঋষি- মুনি নহয় দুৰ্গা -সৰস্বতীৰ ছবি লগোৱা আছিল। আজিকালি তাৰ ঠাই অৱশ্যে মোহময়ী চিত্ৰ তাৰকা সকলে দখল কৰিছে। এই লৈ আমি গল্পও ৰচনা কৰিছিলো। গতিকে সৰুৰে পৰা আমি এইবোৰ মানিছিলো আৰু সন্মান জনাবলৈ শিকিছিলো। গতিকে আমাৰ প্ৰশ্ন এনে আছিল যে আল্লাৰ উপাসনা ঘৰ এটা কিবা এক যুক্তিৰ বাবে ৰাক ভাঙিলে। সেই কথাটো পাতল কৰিবৰ বাবে, লঘু কৰিবৰ বাবে মহাভাৰত-ৰামায়ণ বা ৰাম- সীতাৰ

বিষয়ে কিয় বেয়াকৈ লিখে? লাখ লাখ লোকৰ বিশ্বাসক কিয় অপমান কৰে, কিয় আঘাট সানে? কিন্তু আমাৰ দৰে কোনো হ'ব নোৱাৰে। আনে আমাৰ ধৰ্মক বেয়াকৈ ক'লে খুব ভাল পাই। আমি কিন্তু বেয়া পাওঁ। এনে কথাত খোমেইনী নেলাগে আমাৰ দৰে অলপ ধভুৰাবোৰেও খোমেইনীতকৈ ভয়ঙ্কৰ হ'বলৈ পৰাঙ্মোখ নহয়। আমাৰ ইছলামক কোনোবাই, কোনোবা শইটান-দুৰ্বৃত্তই বেয়াকৈ অপমান কৰাৰ পাছত আমাৰ সৎ, জনাবুজা বা নজনা অজ্ঞ সকলে ইয়াক যদি ইজ্জত দিবৰ বাবে আগবাঢ়ি আহে, যদি সংৰক্ষণৰ ব্যৱস্থা লয়, দুষ্টামীৰ বিৰুদ্ধে প্ৰতিবাদ কৰে তেতিয়া কিছুমানে কিয় মুছলমান মৌলবাদীয়ে অমুক কৰিলে, তমুক কৰিলে বুলি চাৰিওপিনে হুলস্থূল লগাই দিয়ে? কিন্তু অন্য ধৰ্মৰ ধৰ্ম মন্দীৰ বা ধৰ্মীয় চৰিত্ৰৰ কোনো মহান ঈশ্বৰ সদৃশ লোক, দেৱতা বা স্বয়ং ভগবানকো যেতিয়া উলাই কৰি, নুই কৰি, অৱস্থান অস্তিত্বৰ বিৰুদ্ধে বেয়া কথা কয় তেতিয়া আমি সমৰ্থনো নকৰো, প্ৰবন্ধও নিলিখো, উচতায়ো নিদিও, আঙুৰ খায়ো নুঠো- মাত্ৰ মনে মনে বেজাৰহে কৰো। অন্য কিবা কোৱাৰ পৰা নিজকে বিৰতহে ৰাখো। এইবোৰ আলোচনাত আমি সৰৱ হৈয়ো নুঠো। ৱাজদীৰ লিখনিয়ে সাহিত্য নাম পালে কাৰণ তাত কোৰাণৰ বিৰুদ্ধে লিখা আছে। আৰু এই সাহিত্যক নিসিদ্ধ কৰাৰ বাবে বহুতৰ বৰ বেজাৰ। আনপিনে সুখৰ খবৰো কঢ়িয়াই অনা হৈছে যে বন্ধ কৰাৰ লগে লগে বহু কপি হাজাৰ জনৰ হাতত আহি পৰিলগৈ। কি মহা আনন্দৰ কথা? পালি মজাতো এতিয়া? এইখিনিতে ৱাজদীৰ বিষয়ে অলপ এৰিছো পাছলৈ অন্য এটা লিখনিত ৱাজদীৰ বিষয়ে পুনৰ লিখা হৈছে।

টকচিৰে অন্য কাগজ উলিয়াই ললে। কাদীৰ চাহাবে গাৰুটো পালেঙৰ বেলিঙত দি আউজি এটা নতুন চিগাৰেট জ্বলাই ললে।

: এইখিনিতে আমাৰ সকলোৰে মিলবোৰ যে তেনেই টুনুকা, আমাৰ যে আধ্যাত্মিক জগতৰ সতে কোনো সাকো-দলং নাই, আমি ইজনে সিজনৰ মনোজগতৰ মাজতে অহা-যোৱা কৰিবৰ বাবে এতিয়াও যে বাতাবৰণ কৰায় বেয়া কৰি ৰাখিছো তাৰ বিষয়ে মই অলপ লিখিছো চিক এনেকৈয়ে- তেওঁলোকৰ কি কোনো ভাল মুছলমান বন্ধু নাই নেকি, সখী নাই নেকি? জীৱনত কোনো ভাল, সৎ মুছলমানৰ সান্নিধ্যলৈ অহাই নাই নেকি? মুছলমান

দৰাৰ লগত যোৱা আৰু ঈদৰ মাংসে পোলাও খুউৱা মুছলমান পাইছে যদি তেওঁলোকৰ একো নহ'ব। ভাল গৰীয়াৰ সান্নিধ্যলৈ নাহিলে, কোৰাণৰ কথা বাদেই দিছো, সাধাৰণ কথা কিছুমানেই নুবুজিব। নিশ্চয় এজন বা দুজন ভাল গৰীয়াৰ সংস্পৰ্শলৈ আহিব লাগে। ধৰ্মৰ কথা জানিবলৈ ইচ্ছা প্ৰকাশ কৰিব লাগে। আমাৰ বহু ভাল হিন্দু বন্ধু আছে। তেওঁলোকৰ পৰা আমি জীৱনত বহু ভাল কথা শিকিছোঁ। হয়তো, আমি ধৰ্মৰ গূঢ়াৰ্থ নেজানো কিন্তু মানুহ হিচাপে মিলা-প্ৰীতিৰে, দুখত দুখী হ'বলৈ, সুখত সুখী হ'বৰ বাবে যিখিনিৰ দৰকাৰ সেইখিনি আয়ত্ত কৰি সেইমতে চলি আছোঁ। সকলোলোকে সহাই সহানুভূতি যাচিছোঁ, বিপদত সহাই ক'ৰিছোঁ। কাৰো সতে বিৰোধ কৰা নাই, যেয়াকে বুকুত লগাকে কোনো কথা কোৱা নাই, ফলস্বৰূপে ভাতৃত্ববোধৰ বান্ধোনেৰে বান্ধ খাইছোঁ। আমাৰ কিমান বন্ধু আছে যিসকলৰ উপাধি শৰ্মা, লস্কৰ, বৰা, হাজৰিকা, নাথ, গোহাঁই, বৰগোহাঁই, দে, সেনগুপ্ত, দলে, কলিতা, কাকতি, গিৰী, কোঁৱৰ, মেধী, চৌধুৰী, পূজাৰী, বৰপূজাৰী, দত্ত, মহন্ত তাৰ ভিতৰতে আৰু বিশেষকৈ একেশ্বৰবাদীতাৰ আজান চাহাবে মহন্তসকলক যি সন্মান প্ৰদৰ্শন কৰিছিল তাৰ বাবে আমিও আৰু মহন্ত বন্ধুসকলক এক নম্বৰ বেছিকৈ দিয়াৰ কথা সদাই মনত ৰাখো। সেইটো ধৰ্মীয় মিলৰ কাৰণে এক মানসীক দুৰ্বলতা। সেইবুলি যে আকৌ শৰ্মা, বৰা, হাজৰিকাসকলক যেয়া পাম সেইটো নহয়। এইসকলৰ মাজত কত আলী, হুছেইন, ৰহমান, আহমদ সোমাই আছে তাক ধৰিব নোৱাৰি। আমাৰ মাজত কোনো বিৰোধ নাই, তৰ্ক নাই। সাংস্কৃতিক দিশত কোনোবা পাৰভগজা, চকুচৰহাৰ সতে মত বিৰোধ হ'লেও ব্যক্তিগতভাৱে কাৰো সতে একো নাই। এতিয়া যদি আমি এনে কিছুমান কথাৰ বাবে কাজিয়া কৰিব শিকো ? সকলো ভাল যেনিবা মৰে যদি যেয়া হৈ কাজিয়া কৰিব শিকো তেন্তে তাৰবাবে দায়ী কাক কৰিম ? আমি নকৰিলেও যদি উঠি অহা কণ কণ ল'ৰা-ছোৱালীবোৰে শিকে তাৰবাবে কাক জগৰীয়া কৰিম ? গতিকে এনেবোৰ কথাই ভাতৃত্ববোধৰ অকাল পতন ঘটাব। এই ভাতৃত্ববোধৰ বোধৰ কাৰণেই কেতিয়াবা যদি কোনোবাই সেই ধৰ্মপূৰ্ণিক আলোচনা কৰে, যেয়া মন্তব্য দিয়ে তেন্তে আমাৰো বুকু কঁপি উঠে। কাৰণ আজি কিদৰে তেওঁলোকক ভাল পাওঁ তেওঁলোকৰ ধৰ্ম গ্ৰন্থসমূহকো

ভাল পাওঁ, শ্ৰদ্ধা কৰো। একো নেজানিলেও বা শিকিবলৈ যত্ন নকৰিলেও অশ্ৰদ্ধা প্ৰদৰ্শন অন্ততঃ নকৰো। এই সহনশীলতাখিনি আমাৰ আছে। আমি ভাবো যে সেই বন্ধুজন, লোকজন সেই ধৰ্মৰ অন্তৰ্ভুক্ত যাক মই ভাল পাওঁ। তেওঁৰ ধৰ্মপুথিখিনিক অপমান কৰিলে বা আনে বেয়াকৈ ক'লে মোৰো গাটো পুৰিব লাগিব তেহে তেওঁৰ সতে মোৰ মধুৰ সম্পৰ্ক এটা ৰ'ব। কিন্তু মুখেৰে তেওঁৰ সতে মোৰ খুবেই মিতিবালি, কিন্তু তেওঁৰ ধৰ্মৰ আদৰ্শৰ প্ৰতি মোৰ কোনো শ্ৰদ্ধাই নাই। এই আচৰণৰ পৰা এইটো কথাই ওলাই পৰে, আচলতে কোন ক'ত আহি বৈ আছে ? হাতত ফুলনে, শ্ৰদ্ধাৰ শৰাই নে, নে ধৰাল তৰোৱাল ?

: আমাৰ মাজত এনে মানুহ আছে যি চাকৰি বা ব্যৱসায় কৰে, দৈনিক বজাৰ কৰে, ল'ৰা-ছোৱালী আৰু পৰিবাৰক লৈ ব্যস্ত, কোনোবাই মাতিলে মাতে নেমাতিলে নাই, ওচৰ- চুবুৰীয়া বা সমাজ বুলি কোনো কথা নাই বা এক কথাত ঘোৰ আত্মকেন্দ্ৰীক। সেইসকলক কোনেও নিবিচাৰে মনতো নেৰাখে আৰু সমাজৰ প্ৰতি কোনো কৰ্তব্যও নাই, থাকিব লাগে আছে ; আৰু সেইসকল হৈছে মানুহৰ জন্ম লৈ নাক, চকু, কাণ বন্ধ কৰি ৰখা এবিধ প্ৰাণী। এনে লোকৰ সংখ্যা বৰ এটা বেছি নহয়। বিপদ সেইখিনি মানুহৰ যি আজীৱন সামাজিক, সাংস্কৃতিক আৰু কৰ্মকৈ হ'লেও ধৰ্মীয় অনুষ্ঠানত সমানে লাগি থাকিব পাৰে। সেইসকলে নিজৰ নিজৰ ধৰ্মীয় অনুষ্ঠান, আচাৰ-নীতি ৰক্ষা কৰি চলাৰ উপৰিও আন ধৰ্মৰ দুই এটা পৰাখিনি হাতে কামে কৰি সুন্দৰ মিলাপ্ৰীতি আৰু সংহতিৰ এনাজৰীদাল বজাই ৰাখে। সাংস্কৃতিক দিশৰটো কথাই নাই। অসমীয়া বুলিয়ে হওক, বন্ধুত্বৰ খাটিৰতে হওক, সমাজে বেয়া বোলাৰ ভয়তে হওক, শিল্পীসুলভ মন এটাৰ বাবেই হওক, সাহিত্যপ্ৰেমী বুলিয়ে হওক, দেশপ্ৰেম বুলিয়ে হওক অন্ততঃ যিকোনো দিৱস, উৎসৱ, পাৰ্বনত আশাশুধিয়াভাৱে লগা ব্যক্তিও আমাৰ মাজত আছে। ঘৰ আৰু সতি-সন্ততিৰ অশেষ ক্ষতি হৈছে- কিন্তু তালৈ কেৰেপকে নকৰে, নিজৰ অসুখকো জলাঞ্জলী দিয়া লোক আছে। ইমানখিনি কৰাৰ পাছতো কেতিয়াবা তেওঁলোকৰ দৰে এজন এজন ব্যক্তি থমকি বৈ যাব লগাত পৰে। হৃদয়ৰ নিভৃত কোণৰ পৰা এটা দীঘল হুমুনিয়াহ আহি পৰে, অলপকৈ হ'লেও ভাবিবলৈ বাধ্য হয় যে

তেওঁ কোন? তেওঁৰ পৰিচয় কি? সকলো থাকিও তেওঁ কিয় অকলশৰীয়া? তেওঁক সকলোৱে মনে মনে কিয় এক বেলেগ দৃষ্টিভঙ্গীৰে আঙুলিয়াই দিয়ে? এই ভিন্নতাৰ অৰ্থ কি? বুকুত কিয় ঠাই দিব নোৱাৰে, কিয় বিশ্বাসত লব নোৱাৰে? এনেকুৱা মানুহে এদিন যেতিয়া নিজকে এক সুকীয়া ব্যক্তি বুলি আৱিষ্কাৰ কৰে, তেওঁৰ সকলো কৃতিত্ব যেতিয়া সাম্প্ৰদায়ীকতাৰ মাপকাঠিৰে জোখা হয় বুলি অনুমান কৰিব পাৰে, কেৱল কিছুমান ৰাজহুৱা স্বাৰ্থৰ বাবেহে তেওঁক লোৱা হয় বুলি ভাবে, তেতিয়াই তেনে লোক দুখত ভাগি যায় আৰু বুকুত এক বিক্ষোভৰ চেতনাই খুলি খুলি খাব বিচাৰে। এই কথাবোৰ অনুবিক্ষণ আৰু দূৰবীন যন্ত্ৰৰ সহায়েৰে চালে দেখা পোৱা যায় যে যিসকলে টাবৰীণ, য়াজদীইতক সমৰ্থন কৰি লিখনি প্ৰকাশ কৰিছে তাতেই উপৰোক্ত কথাবোৰৰ বৰ বিহবোৰ, বৰবিহৰ কিটানুবোৰে নিৰলসভাৱে শুই থাকে আৰু প্ৰয়োজন সাপেক্ষে বিভিন্ন সময়ত সাৰ পাই তাৰ কামত লাগি পৰে।

: কোৰাণ-হাদীছ নাৰী প্ৰগতি আৰু অপ্ৰগতিৰ একমাত্ৰ অন্তৰায় বুলি কোনো দিনে চৰ্চিত হোৱা আমাৰ কাণত পৰা নাছিল। একমাত্ৰ মুছলিমা টাবৰীণে প্ৰথমে এই কথা মানুহৰ চকুৰ আগত ডাঙি ধৰিলে।

: এক মিনিট টফচিৰ। আহাঁ ভাই আহাঁ দেৰি কৰিলা।

: আচ্চালামু আলেইকুম।

: আলেইকুমুচ চালাম। তোমাৰ বাবে বৈছিলো, দেৰি হোৱাত আৰম্ভ কৰি দিলো। এয়াই তোমালোকৰ চাৰ অধ্যাপক মছৰফ আলী।

: মই এতিয়া চিনি পাইছো। সময় আগবঢ়াৰ লগে লগে মানুহ বেলেগ হয়; চাৰ একেবাৰে আগৰ দৰে একেই আছে। ভাল মানুহসকল একেই থাকে কিজানি চাৰ। মই টফচিৰ চাৰ।

: জানো। মোৰ অলপ দেৰি হ'ল। তুমি এইমাত্ৰ পঢ়ি থকা লাইনটো মোক চাবলৈ দিয়াচোন।

চাৰ কাষৰে চকি এখনত বহি পৰিল। তাহানিৰ কটনৰ অধ্যাপক। এতিয়া সমাজ আৰু মানুহৰ অধ্যাপক। হৃদয়ত কি খেলাই আছে বা অলপ দেৰিৰ আগত কি ভাবি আছিল তাক চকুলৈ চাই কৈ দিব পৰা ব্যক্তি। যুক্তিৰে শাসন চলোৱা ব্যক্তি। খং উঠিলে কিন্তু হঠাতে সকলো দিগদাৰি হৈ পৰে। আন

বিষয়ৰ বাহিৰেও ইছলামীক বিষয়ৰ যিকোনো শিতানৰ ওপৰত নিখুঁতভাৱে ৰসালকৈ আৰু জ্ঞান দিব পৰা বিধৰ বক্তৃতা দিয়াত চাৰৰ নাম সদাই প্ৰথম শাৰিত থাকে। প্ৰাঞ্জল ভাষাৰে পৰিপাতিকৈ চাৰে লিখেও। চাৰে টফচিৰৰ সেই কথাখিনি পঢ়িলে আৰু চশমাজোৰ হাতলৈ আনি অলপ তললৈ মুখ কৰি ক'লে।

: সঁচা কথা যে এই মহিলা ছোৱালী জনীয়ে এইখন কৰাৰ আগতে আমিও তেনে কোনো কথা শুনা নাছিলোঁ। আখেৰী-জামানা ধৰ্মত এতিয়া গ্লানী সোমাইছে। নাস্তিক এজনীৰ কথাত লাগি বৰ লাভ নাই। বলীয়া কুকুৰক জানো মানুহে কামোৰে ?

: চাৰে ঠিকেই কৈছে- মুছলিমা টাবৰীণৰ ওপৰত আমাৰ সিমান আক্ষেপ থকাত যি যুক্তি আছে তাতোকৈ বেছি যুক্তি আছে অ-নাস্তিকসকলে ইছলামৰ বিভিন্ন দিশৰ ওপৰত সংঘবদ্ধভাৱে চলোৱা কটু সমালোচনাৰ ওপৰত।

: ৰ'বা এতিয়া আমাৰ উদ্দেশ্যটো তুমি বুজা নাই। মই অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ সভাপতি। মোৰ এটা দায়িত্ব আছে। মানুহে যে কথাবোৰ নেজানে, দ'লৈ নেযায় তাকে দেখুৱাই দি আমি ভুল-শুদ্ধ কথাবোৰ প্ৰকাশ কৰিব খুজিছোঁ। নহ'লে এটা বেয়া ইমেইজ থাকি যাব। কাৰণ এওঁলোকে এখন খবৰ কাগজ উলিয়াব।

: তোমালোকে মোক আধা ঘন্টামানৰ বাবে যাবলৈ দিয়া- ময়ো যোগ দিমহি। কথা আছে মই মাত্ৰ ফোন এটা কৰি আহোঁ।

: বৰ ভাল কথা- তুমি আহাঁগৈ।

: আমাৰে খুব নচীব চাৰ। সোনকালে আহিব।

: ডেকা ল'ৰা- এইবোৰত লগাৰ বাবে ভাল পাইছো।

চাৰ গ'লগৈ। সময়ক এনেয়ে এৰি দিবলৈ টফচিৰৰ বেয়া লাগিল। ইৎসাহিত হৈ টফচিৰে আকৌ পঢ়ি গ'ল।

: টাবৰীণে নক'ৰ কিয় ? সৰুৰে পৰা অনুশাসন নমনা খেয়ালী, উৎভণ্ডালীৰে ভৰা, বাহিৰত ঘূৰি ভাল পোৱা, প্ৰয়োজনতকৈ বেছি পুৰুষৰ সঙ্গী বিচাৰি ভাল পোৱা টাবৰীণৰ মাক-বাপেকে যেতিয়া তাইক শাসন কৰিবলৈ ললে, তেতিয়া তাই মাক-বাপেকক বিশেষকৈ মাকক গোড়া আৰু

সংৰক্ষণশীলতাৰ চূড়ান্ত প্ৰতীক বুলি গণ্য কৰিবলৈ লাগি গ'ল আৰু ভাবিলে যে ধৰ্মপৰায়ণা মাকে এইবোৰ সকলো কোৰাণ-হাদীছৰ পৰা শিকি তাইৰ ওপৰত অহেতুক শাসনৰ শিকলি পিন্ধাব খুজিছে। বাপেকৰ বিৰুদ্ধে সিমান নোকোৱাৰ অৰ্থ হৈছে বাপেক প্ৰায়ে ঘৰত নেথাকে। কাৰণ তেওঁ আছিল ফৰেণচীক মেডিচিনৰ সহকাৰী অধ্যাপক। তেওঁ নামাজ বিশ্বাস নকৰে আৰু নামাজ-ৰোজা পালন নকৰা এজন ব্যক্তি। কিন্তু যিহেতু পেহীয়ে কোৰাণ কিতাপ অলপ মানে, এই কথাৰ কাৰণে তাই মাকৰ বিৰুদ্ধে বিদ্ৰোহী হৈ পৰিছিল। কাৰণ তাইৰ উন্মুক্ত বিচৰণত মাকে সদাই বাধা দি আহিছিল। গতিকে তাই ভাবিলে যে এইক্ষেত্ৰত কোৰাণৰ কোনো শ্লোক, পংক্তি বা অংশ উদ্ধৃতি কৰি যদি দিব পৰা যায় আৰু তাৰ বেয়া দিশ এটা মনেৰে সাজি উপস্থাপন কৰিব পৰা যায় তেতিয়া মানুহে সোনকালে বিশ্বাস কৰিব আৰু কোৰাণ-হাদীছৰ বাবেই যে নাৰী সমাজৰ এনে অৱস্থা হৈছে তাক প্ৰমাণ কৰিব পাৰিব। লগে লগে অজস্ৰ মানুহৰ চৰিত্ৰবোৰ বেয়াকৈ দেখুৱাই দিলে যিবোৰ চৰিত্ৰ পৃথিৱীৰ প্ৰায়বোৰৰ গাতেই আছে। তাই ঠিক এনেভাৱে দেখুৱালে যে পৃথিৱীৰ আন ধৰ্মৰ সকলো লোক প্ৰায় ভালেই, মাত্ৰ উপ- মহাদেশখনৰ এইখিনি মানুহহে জঘন্য, ভ্ৰষ্টাচাৰী, অত্যাচাৰী, কাৰণ সিহঁতবোৰ ইছলামৰ অনুগামী, সিহঁত মানুহ নহয়, পুৰুষ। তাইৰ সমগ্ৰ উশৃঙ্খলতাবোৰ ধাকিবৰ বাবেই, নাৰী জাতিৰ প্ৰতি অনুকম্পাত পৃথিৱীক থৰ থৰকৈ কঁপাবৰ বাবেই আৰু পুৰুষ জাতিক জগৰীয়া কৰিবৰ বাবেই কোৰাণ-হাদীছক এইদৰে এক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰাত লাগি গ'ল। এইবোৰৰ প্ৰমাণ তাই নিজ মুখে কোৱা বা লিখা সেই বিখ্যাত উক্তিটোত পোৱা যাব- "সিহঁতে জেৰুজালেমত, হিমালয়ত, হেৰা পৰ্বতত বহি ধৰ্ম ৰচনা কৰিছে। এই ধৰ্মক সিহঁতে পবিত্ৰ ঘোষণা কৰিছে। এই পবিত্ৰতাৰ দোহাই - - -।" আমাৰ কথা হৈছে বিশ্লেষণ নকৰে কিয়? নিৰপেক্ষভাৱে বিচাৰ নকৰে কিয়? ইছলামৰ ওপৰত বিচাৰ কৰিবলৈ আছেই বা কি? মানুহৰ ওপৰত হয়তো লাখ লাখ কথাৰে বিচাৰ কৰিব লগা আছে। আৰু যদি কোনোবাই প্ৰয়োজন বোধ কৰিছে তেন্তে কৰক- ভালটোও কৰক বেয়াটোও কৰক। আমি মুছলমান মানুহখিনিয়ে যে বেয়া পাইছো সেইটো এবাৰৰ বাবে হ'লেও মনলৈ আহিছেনে? নে মুছলমানে বেয়া পাব নেলাগে,

নে বেয়া পাব নেপাই ? নে মুছলমানে বেয়া পালেও বৰ গাত লাগি যোৱা কথা নহয় ? যিবোৰ মানুহৰ লিখনিৰ বাবে আমি বেয়া পাইছো, ক্ষুব্ধ হৈছো, দুখ পাইছো সেইবোৰকে আৰু ভাল পাই সমৰ্থন কৰা হৈছে আৰু অন্য কিছুমান কথাৰ বাবে আৰু অভিভাৱকৰ ভূমীকা গ্ৰহণ কৰি আমাক খুব ভাল হ'বৰ বাবে আহ্বান দিছে। এটা ধৰ্মৰ কোনো এজন লোকে যেতিয়া শুদ্ধ বুলি কিবা এটা ভাবি লিখিব তেতিয়া সেই কথা বিলাক শুদ্ধ হৈছেনে ভুল হৈছে তাৰ বিষয়ে প্ৰথমে সেই ধৰ্মৰ লোকে বিচাৰ কৰি তাৰ ওপৰত মাত মাতিব। এই বিষয়ে আন ধৰ্মৰ লোকে মাত মতাৰ কোনো নৈতিক একটিয়াৰ নাই। অৱশ্যে যিসকল প্ৰগ্ৰেচীভ ব্যক্তি, যি অন্তত অলপ বেক্ গ্ৰাউণ্ডজানে তেনে লোকৰ কথা বেলেগ। তেনে লোকে আৰু একপক্ষীয় কথা নিলিখে আনকি আনৰ লিখা পঢ়িও নিলিখে। বাকীবোৰে গল্পকাৰ হ'ল বুলি, লিখক হ'ল বুলি, খবৰ কাগজৰ সমলেৰে, আৰু দুই চাৰিটা মুখৰোচক গোজব সুলভ কথাকে সাৰ কৰি, ঘটনাৰ ভিতৰলৈ নোযোৱাকৈ এইদৰে লিখাৰ কোনো অৰ্থ নাই। তেওঁলোকে ভাবে যে এইবোৰ এনেকৈ লিখিলে ৰাইজে, মানুহে তেওঁক খুব ভাল পাব আৰু প্ৰগতিবাদী বুলি দেশৰ চিন্তানায়কৰ আখ্যা দিব। কিন্তু তাৰবাবে যে তেওঁৰ ভিতৰত শুই থকা তেওঁৰ পৰিচয়টোহে ওলাই পৰিছে সেই কথা গমকে নেপায়। সেইবাবে এনেবোৰ মানুহে যে লিখাৰ বাহিৰে বিশেষ একো কৰিব পৰা নাই তাৰ প্ৰমাণ আৰু কি লাগিছে? ক'তা সমাজৰ কোনটো দিশ তেওঁলোকে নিকা কৰিব পাৰিছে? ভাল ফচল পাবলৈ হ'লে খেতি, মাটি দুয়োটা বস্তু সমানে ঠিক হ'ব লাগিব। প্ৰণালীও লাগিব। কেৱল সাঁজুলি কেইপদ ভাল, অত্যাধুনীক আৰু চোকা হ'লেই নহ'ব। হৃদয় ভাল হ'লে সকলো ভাল হ'ব মানুহে নিশ্চয় শুনিব। যেনেকৈ ৰুচ ভল্টায়াৰ, মনটেস্কু, কাভুৰ, মাক্স, লেনিনহঁতৰ জীৱনত লিখনিত খাটিছিল। যাৰ লিখনি পঢ়িয়ে মানুহে বুজি উঠিব পাৰে তেওঁৰ ভিতৰৰ বেয়া কথা- তেনেস্থলত সেইবোৰ লিখনিয়ে কিবা সাধন সাধিবৰ সাধ্য আছেনে? কালজয়ী লিখকৰ ৰচনাৰ ঠাচেই বেলেগ। সেই কাৰণে আজি কেইজন লিখকৰ বৃজন পৰিমাণৰ লিখনি আন ভাষালৈ তৰ্জমা হৈছে আনৰ লিখনি আৰু ভাল বুলি আমি যেনেকৈ অসমীয়াত তৰ্জমা কৰিছো। আমি জানো সেইবোৰ নেজানো? আমি জানো

মানুহ চিনি নেপাওঁ? আমি জানো ইয়াতেই থকা নাই?

: কাৰোবাৰ লিখাৰ আৰু কোৱাৰ অধিকাৰ আছে, স্বাধীনতা আছে আৰু কাৰোবাৰ সেই লিখনিক যদি বেয়া হয়, কোৰাণ-হাদীছৰ বিৰুদ্ধে হয় তেতিয়া তাক সমালোচনা কৰাৰো অধিকাৰ আছে, স্বাধীনতা আছে। কিন্তু সেই সমালোচনা শুনি তৃতীয় পক্ষৰ কেনে ধৰণৰ স্বাধীনতা আছে বা অধিকাৰ আছে যি প্ৰথম পক্ষক সমৰ্থন কৰি দ্বিতীয় পক্ষৰ বিপক্ষে মাত মাতি হৈ-হাল্লা লগাই দিয়ে! যদি নিৰপেক্ষভাৱে মাতে বা বিশ্লেষণ কৰি কয় তেন্তে সুকীয়া কথা। এতিয়া দেখিছো প্ৰায়সকলে আমাক ধমকি দিবলৈ ওলাইছে আৰু উঠিপৰি লাগিছে। সকলো মানুহে মূৰত অসাধাৰণ পাণ্ডিত্যৰ, মেধাযুক্ত চিন্তা-চৰ্চাৰ ভাণ্ডাৰটো লৈ ফুৰোৱা নাই নহয়! কাৰোবাৰ কিবা এটা ভুল হ'ব পাৰে। ধৰি ললো কোনোবা এজনে যেনিবা ভাল আৰু সত্য কথাকে লিখিলে, এদলে যেনিবা ভুল বুজি তেওঁৰ বিষয়ে কিবা বিহিত ব্যৱস্থা লব বিচাৰিলে বা দুই এটা কথাত বেজাৰতে খং কৰি মছজিদে-মোকামে গৰিহনাও দিলে, সেইটো আমাৰ ধৰ্মৰ ভিতৰুৱা কথাহে! এই কথাবোৰতে লাগি অন্য লোকে আক মৌলবাদী-তৌলবাদী বুলি কৈ গালি দি টাবৰীণ-য়াজদীৰ প্ৰসঙ্গ টানি প্ৰবন্ধ লিখাৰ কি অধিকাৰ আছে? উৱা! মুছলমানে নিজৰ মুছলমান লোকে কৰা বেয়া কামৰ বিপক্ষে মাত মাতিবই নোৱাৰা হ'ল, এইটো কোন ধৰণৰ গোলামী? ইয়াত বাক্ স্বাধীনতাৰ কথা জড়িত হৈ থকা নাই নেকি? মানে একোৰেই নেভাৱে- একেবাৰে এজন এজন ধুমুহা পুৰুষ- ভাঙি-চিঙি গুচি যায়- আৰু বাকীবোৰে ভগা দেহাৰে বিপিয়াৰ কৰি থাকক। এইবোৰ মানুহে আক সংহতি ৰচনা কৰে, আজান- শঙ্কৰৰ নাম লয়, হাজোৰ পোৱামক্কা আৰু হয়গ্ৰীৱ মন্দিৰৰ কথা কয়। অৱশ্যে এইটো ভালৰহে লক্ষণ। আমি আজিলৈকে একো কৰাও নাই আৰু নকৰোও- কিন্তু চিনি হ'লে ভালকৈ পাইছোঁ। অতি বেছি লিখক, বেছি সাহিত্যিক, হঠাৎ লিখক হ'বলৈ গৈ সংহতিটোকে, যিখিনি মিল এতিয়া আছে, সংভাৱ আছে সেইবোৰকে ব্যাহত কৰি তুলিছে। কিছুদিনৰ পৰা কিছুমান লোকে বুঢ়া বয়সত বিৰাট অভিজ্ঞতাৰ অধিকাৰী লোক বুলি পৰিচয় দিবৰ বাবে, কাগজে-আলোচনীয়ে বিশেষ কিছুমান শিতান লিখিবলৈ লৈছে। সেইসকলৰ কিছুমানে আগতে মৌলিক সাহিত্য ৰচনা

কৰিছিল। এতিয়া ইটো কথাৰ পৰা, সিটো কথাৰ পৰা, অ'ৰ পৰা, ত'ৰ পৰা, ইখনৰ পৰা, সিখনৰ পৰা কথা বুটলি এক বিশেষ শিতান লিখাত লাগিছে। সেইসকলে যেতিয়া মৌলিক সাহিত্য ৰচনা কৰিছিল তেতিয়া পক্ষপাতিতা অৱলম্বন নকৰিছিল, সুচ-সৰল, দৰদী আৰু মানুহৰ মূল্যবোধৰ বিষয়ে আলোকপাত কৰিছিল। তাৰোপৰি এনে ধৰণৰ কথাক লৈ সাহিত্য চৰ্চাৰ কোনো সপোনেই দেখা নাছিল। কোনোবাই ক'ব- এইবোৰ সাহিত্য নহয় সমালোচনাহে। তেতিয়া আমি কম আগতে গঢ়ি ললা আৰু এতিয়া ভাঙিছা। এতিয়া মানে উপলব্ধিৰ হৃদয়ত বালিচৰ পৰিল, মগজু শুকাল, হাত ঠৰক-বৰক হোৱাৰ উপক্ৰম। সাহিত্যৰ চোলাটোও পিন্ধি থাকিব লাগিব। গতিকে এই বয়সত এই শিতানবোৰকে মৰ কামোৰ দি ধৰি তাতে নিজৰ কথা প্ৰকাশ কৰিছে। কিন্তু সেই শিতানবোৰ তেওঁৰ বাবেহে আছুতীয়া শিতান। তাত থকা কথাবোৰে তেওঁৰ হৈহে প্ৰতিনিধিত্ব কৰিব- সমাজ বা দহৰ নহয়।

টফচিৰে এটা সাধাৰণতকৈ অলপ বেছিকৈ টানি উশাহ ললে আৰু আছিকুল কাদীৰ চাহাবৰ মুখলৈ চালে। তেতিয়া তেওঁ চশমাখন হাতত লৈ কপালতে মৃদুভাৱে টুকৰিয়াই কিবা এটা চিন্তা কৰিছিল। টফচিৰ বৈ যোৱাত তেঁৱো বৈ গ'ল আৰু অলপ গলগলীয়া মাতেৰে ক'লে।

: মই এটা কথা মন কৰিছো- টফি আগতেওঁ এই বস্তুটো হৈছিল। তোমালোকে কথাবোৰ অলপ ৰিপিট কৰিছা নেকি? মানে ৰিপিটেশ্যন হৈছে নেকি?

: হ'ব পাৰে দাদা। আমি প্ৰবন্ধ মতেহে গৈছো। বিষয় একেটাই তাৰে যেনিবা থাল-ঠেঙুলি আছে। গতিকে এইক্ষেত্ৰত পুনৰাবৃত্তি হোৱাটো স্বাভাৱিক।

: ঠিক আছে তেনে। এতিয়া আৰু পঢ়াৰ আগতে ইঞ্জীনত অলপ কয়লা-মবিল ভৰাই লব লাগে নহয়। ভাত কিন্তু দেৰিকৈ খাম। তোমাৰ চাৰো আহক। বহা মই এবাৰ ভিতৰৰ পৰা আহো।

কাদীৰ চাহাব কোঠাটোৰ পৰা ওলাই গ'ল। জেপৰ পৰা ফণীখন উলিয়াই মূৰটো ফণীয়াই থাকি টফচিৰে কোঠাটোৰ চাৰিওপিনে চালে। খিৰিকীৰ কাষত এটা ডাঙৰ বৈয়ামত এজোপা চিৰিলি পাতৰ গছে খিৰিকীৰ বদবোৰক আঙুঠি পিন্ধাই ওপৰলৈ উঠি গৈছে। এটা চুকত এটা আলমীৰা। তাত ডাঙৰ সৰু

বিভিন্ন পুৰস্কাৰৰ সামগ্ৰী। কিতাপ বৰ এটা বেছি নাই। আলনা এদালত পাতল মখমলৰ এটা নীলা বুৰ্তাত লাগি আছে শিকলিৰ দৰে সোণালী বুতাম। সি কিছুপৰ সেইপিনে চাই থাকিল। বুতামবোৰ যেন বুতাম নহয় এটা এটা সৰু বটাহে বা এখন এখন সৰু শৰাইহে। সি আকৌ সমুখৰ পিনে মন কৰি কাগজ এখন উলিয়াই ললে। সি এটা কোমল মিঠা গোন্ধৰ সুবাস অনুভৱ কৰিলে।

: চাৰ আহিছে। অলপ স্প্ৰে দি দিছো।

ফ্রিজৰ ওপৰত নীলা বটল এটা ৰাখি কাদীৰ চাহাব আৰু চাৰ সোমাই আহিল।

: ডেকা ল'ৰা বেয়া নেপাবা অলপ দেৰি কৰিলো। আহা এতিয়া আমি বহি লওঁ।

কাদীৰ চাহাবে কোঠাৰ সিটো কাষে থকা বাদামী ৰঙৰ বেটৰ ঘূৰণীয়া, বহিলে গাৰ আধাতকৈ বেছি সোমাই যোৱা চকীবোৰ ঠিক কৰি ক'লে আৰু এটা জোনাক বগা ষ্টেণ্ড লাইট জ্বলাই দিলে।

: টফিয়ে কাগজ আৰু কলমবোৰ ইয়ালৈ আনা। বেয়া নোপোৱা যদি এচট্রে আৰু পেকেট- লাইটাৰো দিবা।

তিনিওজনে আৰামেৰে বহি ললে।

: তুমি লিখা বাক্য কেইটা মই প্ৰায়ে আওৰাই যোৱাৰ দৰে হৈছে। মই আগতেই কৈছিলো আৰু এতিয়াও মাজে মাজে কৈ থাকো, আমাক কোনোবাই যদি বেয়া পাই পাওঁক কিন্তু আমি কিছুমান কথা কোৱাণৰ পৰা, হাদীছৰ পৰা আনি বাইজৰ আগত কওঁ আৰু লিখো। সেইবোৰ মানুহে কিমান বুজে বা মনত ৰাখে সেইটোহে ডাঙৰ কথা। মই ভাবো মানুহে বুজে, মনত হয়তো নেৰাখে, কিন্তু সিমান বেয়াও নকৰে। বোধহয় মানুহক পুনৰ মনত পেলাই দিবলৈকে খোদায়ে মাজে মাজে সময় বুজি স্থান-কাল-পাত্ৰ ভেদে এই টাবৰীণ-য়্যাজদীইতক পঠাই দিছে বা মুখেৰে কোৱাইছে। অসমৰ জামিনুৰো তেনে এজনৰ ভিতৰত পৰিব। নাস্তিকবোৰে ক'লেও পৃথিৱীত আজিলৈকে কোনো এটা ধৰ্মীয়া দৰ্শনতত্ত্ব আৰু ব্যাখ্যাক ভুল বুলি প্ৰমাণ কৰিব পৰা নাই। যদি পাৰিছে তেন্তে তাত ভুল আছিল বা পাছত আল্লাইহে তাৰ সংশোধন

দিছে- ঐশীক কিতাপৰ যোগে। তাকো এতিয়া নহয় বহু শতিকাৰ আগতেই। টাবৰীণে কি লিখিছিল, কি কৈছিল সেই সম্পৰ্কে আঁতি-গুৰি মাৰি মই পঢ়া নাই। কিন্তু কিছুমান কথাৰ সমালোচনাহে পঢ়িছোঁ। পুৰুষতান্ত্ৰিক সমাজত পুৰুষৰ দোষ-গুণৰ বিষয়ে মই একো নকও। মই তেখেতৰ দুটামান কথা আনিব বিচাৰিছোঁ আৰু তাৰ ওপৰত কৈছোঁ। তোমালোকে যেতিয়া লিখিবা সেইবোৰ জুকিয়াই লবা। তাৰপৰা যি যেনেকৈ পাৰে সেইমতে স্পষ্টিকৰণসমূহ বিচাৰি লব। প্ৰশ্নোত্তৰ হিচাপে মই কথাখিনি ক'ব নোৱাৰিম। ইছলামে নাৰীক কি স্থান দিছে আৰু অষ্ট্ৰেলিয়াৰ দূৰদৰ্শনত আৰু অন্য মাধ্যমৰ যোগে প্ৰকাশ কৰা তেখেতৰ ইছলামে নাৰীক দাসত্বৰ শিকলিৰে বান্ধে বা গোলাম কৰি ৰাখে কথাৰ ওপৰত মই কথাবোৰ কম। ভৱিষ্যতে কিবা লিখি প্ৰকাশ কৰিলে মোৰ নাম উল্লেখ কৰিবা এই কাৰণে নহয় যে মই লিখক, প্ৰবন্ধকাৰ, এই কাৰণে কৰিবা যে মই ঠিক এমাহ মানৰ আগতে এখন আগশাৰিৰ কাকতত এটা প্ৰবন্ধ লিখিছিলো আৰু সেইটো যেন ৰাইজে বিচাৰি পঢ়িব পাৰে- অন্ততঃ যিসকলে পঢ়া নাই আৰু যিসকলে মনোযোগে পঢ়া নাছিল। প্ৰথমেই মই অসমৰে এজন প্ৰবন্ধকাৰৰ কথালৈ আহিব খুজিছো। তেওঁলৈ মোৰ চালাম আৰু হিয়াভৰা অভিনন্দন জনাইছোঁ আৰু দোৱা কৰিছো যাতে তেখেতে এনে প্ৰবন্ধ লিখাৰ বাবে আৰু সুবিধা আৰু প্ৰেৰণা পাই। সঁচা কথা যে লুকুৱাই নেৰাখি সাহসেৰে মানুহক ক'ব পাৰিছে, সেইটোৱেই তেওঁৰ ডাঙৰ সম্পদ। তেওঁ লিখিছে যে টাবৰীণে ভাবিছে যে নাৰীক অবদমিত আৰু দাসী কৰাৰ ক্ষেত্ৰত ধৰ্মই আগভাগ লৈছে আৰু ধৰ্মৰ লক্ষ্যই হৈছে তেনে। কিন্তু এই কথা অ.যুক্তিকৰ। ইয়াত তেখেতে মই ভবা মতে ইছলামকে বুজাইছে। ইছলাম ধৰ্ম আবিৰ্ভাৱ হৈছিল আজি চৌধ্যশ বছৰৰ আগতে আৰবত। সেই সময়ৰ যি ঐতিহাসিক পটভূমি আছিল তাৰ পৰিস্থিতিও বেলেগ আছিল। সেই পৰিস্থিতি আজি হয়তো নাই। গতিকে এই দুই পৰিস্থিতিৰ ব্যৱধানক আমি চাব লাগিব

সেই সময়ত আৰব দেশৰ লোকসকল খণ্ড খণ্ডভাৱে বিভক্ত হৈ এটা এটা সৰু গোষ্ঠীৰ পৰিচয়ৰে সমাজত বাস কৰিছিল। মানুহ আছিল যাযাবৰৰ দৰে, ঘূৰি ফুৰে। আজি ইয়াত কালি তাত। জাতি -উপ-জাতিৰ পয়োভৰো অনেক

সেইসকলক তেতিয়াই পয়গম্বৰ জনাই নীতি আৰু জীৱন পদ্ধতিৰে সেই

পৰিবেশক ঐক্যবদ্ধভাৱে সংহত আৰু শক্তিশালী কৰাৰ যি ভূমিকা লৈছিল সি আছিল উন্নত জীৱনবোধৰ আৰু উচ্চ নৈতিকতাবোধৰ। কাৰণ সেই সময়ত নাৰী মুক্তিৰ বাস্তৱ পৰিস্থিতিয়েই সৃষ্টি হোৱা নাছিল । গতিকে নাৰীৰ স্থান তলত থকাটো স্বাভাৱিক । সেই সময়ত সমাজৰ অৱস্থা এনে হোৱাৰ বাবে এজনে এশ গৰাকী বিয়া কৰোৱাতো তেনেই নগণ্য কথা আছিল। কিন্তু তাৰ বিপৰীতে ধৰ্মগুৰুজনাই এগৰাকী বা এগৰাকীতকৈ বেছি অৰ্থাৎ চাৰি গৰাকী বিয়া কৰাব পাৰে বুলি নিৰ্দেশ দিছিল আৰু সেই বিবাহৰ ক্ষেত্ৰত নাৰীসকলৰ কি মতামত হ'ব পাৰে, থাকিব পাৰে তাৰ প্ৰতি গুৰুত্ব দিছিল। এইখিনিতে মই অলপমান সেই প্ৰবন্ধৰ কথাৰ পৰা এৰাই আহিছো। চাকৰ, দাসী, লগুৱা, বনকৰা লোকৰ ক্ষেত্ৰত এইটো দেখা যায় যে মালিকে কিবা কামৰ দিহা দিলে সিহঁতক সুধি বা মতামত লৈ নকৰে সেই কাৰণে সিহঁত দাস, লগুৱা বা চাকৰ । কিন্তু সেই সময়ত, বিয়াৰ ক্ষেত্ৰত যিটো অতি দৰকাৰি, য'ত জীৱন মৰণৰ প্ৰশ্ন জড়িত হৈ আছে, নাৰী স্বাধীনতাৰ কথা সোমাই আছে তাতেই দেখো নাৰীৰ মতামতক গুৰুত্ব দিয়া হৈছিল- তেনে ক'ত সোমাই আছে নাৰী দাসত্বৰ কথা ? এইটো হৈছে মুখ্য আৰু মৌলিক অধিকাৰ। অৱশ্যে যি মন যায় তাকে কৰিবলৈ নিদিয়া লোকৰ বাবে ই দাসত্বৰ শিকলিৰে বন্ধা বুলি ক'ব পাৰে । টাবৰীণেটো ধৰ্মক অন্তৰায় বুলি কৈছে। অবাধ মিলামিচা কৰি ভাল পোৱা নাৰীৰ বাবে ইছলাম সদায়ে বাধাৰ প্ৰাচীৰ হৈ থাকিব, পৃথিৱী থাকে মানে । তাৰোপৰি চাৰি গৰাকী বিয়া কৰোৱাৰ বা নকৰোৱাৰো কথা আছে ।

টফচিৰে নম্ৰভাৱে মছৰফ চাৰৰ পিনে চালে আৰু চাৰে টফচিৰৰ পিনে চোৱাত সি ক'লে ।

: এই সম্পৰ্কে আমাৰ আলোচনা এটা হ'ল চাৰ । যুদ্ধত যিসকল নিহত হৈছিল তেওঁলোকৰ ক্ষেত্ৰত এই ব্যৱস্থাৰ উৎভাৱন কৰা হৈছিল ।

: তেনে মই প্ৰবন্ধকাৰৰ সেই প্ৰবন্ধলৈ ঘূৰি যাওঁ । সম্পত্তিৰ ওপৰত আগতে নাৰীৰ কোনো অধিকাৰ নাছিল । গুৰুজনাই কম-বেছি কৰি হ'লেও মহিলাক সম্পত্তিৰ অধিকাৰীণী হোৱাৰ সুবিধা দিছিল যিটো টাবৰীণে প্ৰতিবাদ কৰিছিল- সমান সমান নোহোৱাৰ বাবে । এইখিনিতে অৱশ্যে প্ৰবন্ধকাৰৰ এটা কথা মই বুজিবলৈ টান পালো যে স্ত্ৰী আৰু কৃতদাসীৰ বাহিৰে সকলোৰে

সতে যৌনাচাৰ বন্ধ কৰা হৈছিল বুলি লিখিছিল যে তাতো কিন্তু এটা কথাও আছে। বোধহয়, একেবাৰে খোলা খুলিকৈ যৌনাচাৰ বুলিলে ভুল হ'ব পাৰে। আমি জনাত এনে কথা এটা আছে যে বনকৰা ল'ৰা-ছোৱালী আচলতে ঘৰত ৰাখিবই নেপায়। তেওঁলোকক মুক্তিহে দিবলৈ কৈছে৷ যদি ছোৱালী ৰখা হয় তেন্তে পুষ্পিতা হোৱাৰ লগে লগে তেওঁক বিদাই দিব লাগে। মাক-বাপেক নেথাকিলে আত্মীয়-কুটুম্বৰ ওচৰত অৰ্পণ আৰু অনতিপলমে বিয়াৰ বন্দোবস্ত কৰি বিয়া দি দিব লাগে৷ এইটো নহয় যে আজীৱন মালিকে বা ঘৰৰ অন্য লোকে তেওঁৰ ওপৰতে সকলো কাম-বন সঁপি দি মহা আৰামেৰে দিন কটাবা কিন্তু হায়, আমাৰ সমাজত হাজাৰ-বিজাৰে তেনে ছোৱালী আনৰ ঘৰত বনকৰা ছোৱালী হিচাপে থাকি দিন কটাই। অৱশ্যে দাৰীদ্ৰতাৰ কবলত পৰা তেনে ছোৱালীৰ উপায়ো নাই। বাটৰ ভিক্ষাৰীণী হোৱাতকৈ, বেয়া প্ৰবৃত্তি গ্ৰহণ কৰাতকৈ তেনেকৈ থকাই ভাল যদিও তাতো এটা কথা সোমাই আছে। সেইটো হৈছে মালিক বা ঘৰৰ আন সদস্যৰ সতে যাতে কোনো ব্যভিচাৰত লিপ্ত হ'ব নোৱাৰে। কিন্তু গাভৰু বনকৰা ছোৱালীৰ সতে কেলেংকাৰীত লিপ্ত হোৱা আমি বহু ব্যক্তি পাইছো। গতিকে কথাটো এনেকুৱা যে যদি কোনো পথেই সেই ছোৱালীজনীক এৰিব নোৱাৰে, এৰিলে ঘৰ নচলে, বিপদ আহিব পাৰে বা যি কোনো কাৰণতে তাইৰ কাম-বন, সান্নিধ্য, উপস্থিতি ঘৰখনৰ কাৰণে অপৰিহাৰ্য্য, দৰা ওলালেও বিয়া দিব নোৱাৰে, বনকৰা ছোৱালীজনীৰ সতে প্ৰেমজনিত ভাৱবো উদ্ৰেক হৈছে তেনেস্থলত তেওঁৰ মন, শৰীৰ, আত্মা, দেহ সকলোবোৰকে বৈধ কৰি লবলৈ কোৱা হৈছে৷ অৰ্থাৎ নিকাহ কৰি লব কৈছে। গতিকে তেতিয়াহে কৃতদাসীৰ সতে যৌনাচাৰৰ কথাটো ন্যায়সঙ্গত বুলি বিবেচিত হ'ব। অন্যথা উক্ত যৌনাচাৰক অনুমতি দিয়া নহ'ব। কিন্তু পুৰুষক সকলো লাগে কিন্তু বৈধভাৱে নহয়-সেইখিনিতে কথাটো সোমাই আছে। গতিকে এটাইতকৈ শ্ৰেষ্ঠ উপায় হৈছে বনকৰা ছোৱালীক পুষ্পিতা হোৱাৰ লগে লগে বিদাই দিয়া বা বিয়া দি দিয়া। বনকৰা ল'ৰাৰ ক্ষেত্ৰতো একে। ব্যভিচাৰৰ ক্ষেত্ৰত বনকৰা ছোৱালীৰ সতে হোৱা কেলেংকাৰিয়েই আগস্থান পায়। যি কি নহওক লেখকজনৰ মতে এই নবীনতম ধৰ্ম ইছলামে অন্য ধৰ্মতকৈ বেছি স্বাধীনতা প্ৰদান কৰিছিল। ইয়াত

মোৰ কিছুমান কথা বাদ দি সৰলভাৱে ক'বলৈ গ'লে প্ৰবন্ধকাৰজনৰ মত এনে আছিল। গতিকে কৃতদাসী গৰাকীক বিয়া কৰাইহে এই ব্যৱস্থাক অনুমোদন জনাইছিল। কিন্তু বহু অভিজাত্য লোকে দৰা ওলালেও বিয়া নিদিয়ে। গতিকে আমিয়ে এই অতবোৰ কথা আলোচনা কৰিলো তাত নাৰীক slave কৰাৰ কথা ক'ত সোমাই আছে ?

: তুমি অলপ কোৰাণ আৰু হাদীছৰ উদ্ধৃতি দিয়া। I mean the sayings should be under inverted coma নহ'লে মানুহে তোমাৰ ব্যক্তিগত ধাৰণালৈ লৈ যাব।

: মোৰ এটা কথা দুখ লাগে চাৰ- আমিটো তাইৰ সকলো. কথাই পঢ়িলো- কিতাপো পঢ়িলো, ব্যৱস্থাপকে সেইবোৰ পঢ়াৰ ব্যৱস্থাও কৰি দিলে- এতিয়া আমাৰ কথাবোৰ, আপোনাৰ দৰে এজন ব্যক্তিৰ আপুৰুণীয়া মূল্যবান কথাবোৰ তাই পঢ়াৰ ব্যৱস্থা কোনে কৰি দিব ?

: নীৰৱে সহি থাকা, চাই থাকা। তোমাৰ কথা যদি সঁচা হয় তাক বতাহে, বেলিয়ে লৈ যাব । মিছা কথা যিদৰে তোমাৰ কাণত আহি পৰে সঁচা কথাবোৰো এদিন তেখেতৰ কাণত পৰিব। তেনে মই আছিকুলৰ পৰামৰ্শ মতে কোৰাণ-হাদীছৰ পৰা পংক্তি আনো । মানুহে সেইবোৰ মিলাই লব। ধৈৰ্য্য ধৰা, এ য়া কি, খুৰষ্টীয়ে কয় ইছলামক ইয়াতকে বেছি আক্ৰমণ কৰা হৈছিল। কিন্তু ইছলাম, ইছলামেই হৈ থাকিল । মানুহ অৱশ্যে বেয়া হৈছে। কিন্তু এই স্বাধীনতা বা দাসত্বৰ কথা ক'বলৈ যাওঁতে মই চিনেমা চোৱা, বজাৰ কৰা, মহিলা চ'ৰালৈ যোৱা, স্বামীৰ চোলা ধুই দিয়া, ঘৰ সৰা আদিৰ দৰে কথাবোৰক আকৌ এইবোৰৰ মাজলৈ আনিব বিচৰা নাই আৰু আনিব নোৱাৰো। তাতোকে মুখ্য আৰু প্ৰধান মৌলিক কিছুমান কথাহে আনিম। মই মনত থকাৰ ভিতৰত কোৰাণ আৰু হাদীছৰ কথা কম । টাৰবীণে কৈছিল যে নাৰীক আদমৰ কামিহাড়ৰ পৰা সৃষ্টি কৰা হৈছে। কোৰাণে এই কথা কিন্তু কোৱা নাই। বাইবেলেহে এই কথা উল্লেখ কৰিছে আৰু হাদীছে তাৰ প্ৰসঙ্গটোহে আনিছে । আমাৰ এটা কথা আছে যে কোৰাণৰ দৰে বাইবেলো এক ঐশিয় গ্ৰন্থ। আমি বাইবেলকো মানিব লাগে, আৰু বিশ্বাস কৰিব লাগে যীচুও এজন পয়গম্বৰ। বাইবেলৰ পাছত কোৰাণ অৱতীৰ্ণ হৈছিল আৰু

বাইবেলত যিবোৰ কথা নাছিল তাক পাছত কোৰাণত সন্নিবিষ্ট কৰা হৈছিল। হজৰত মহম্মদে (দঃ) সেয়ে উক্ত কথাটো হাদীছত উল্লেখ কৰিছে। সি যিকি নহওক, কোৰাণত নাৰীৰ সৃষ্টি সম্বন্ধে নিয়াৰীকৈ কোনো কথা কোৱা হোৱা নাই; কোৰাণৰ মতে "হে মানৱ। তোমালোকে তোমালোকৰ প্ৰভুক ভয় ভক্তি কৰা যিজনে তোমালোকক এজনৰ পৰা সৃজন কৰিছে আৰু তেওঁৰ পৰাই তেওঁৰ জোৰা সৃজন কৰিছে আৰু তেওঁলোক দুজনৰ পৰাই অসংখ্য পুৰুষ আৰু মহিলা সিঁচৰিত কৰি দিছে - - - " "আৰু মাউৰা ল'ৰা-ছোৱালীবিলাকক সিহঁতৰ সম্পত্তি দিবা আৰু ভালটোৰ পৰিবৰ্তে বেয়াটো সলনি নকৰিবা আৰু তোমালোকে সিহঁতৰ ধন-সম্পত্তি তোমালোকৰ ধন-সম্পত্তিৰ লগত লগ কৰি গ্ৰাস নকৰিবা। কাৰণ ই সঁচাকৈয়ে বৰ ডাঙৰ পাপ।" "যদি তোমালোকৰ ভয় হয় যে তোমালোকে ন্যায় আচৰম কৰিব নোৱাৰিবা তেন্তে কেৱল এজনীহে গ্ৰহণ কৰিবা, নাইবা তোমালোকৰ সোঁহাতে লাভ কৰা (অৰ্থাৎ যুদ্ধত বন্দী কৰি অনা) তিৰুতাসকলক (গ্ৰহণ কৰিবা), অবিচাৰৰ পৰা ৰক্ষা কৰিবলৈ এইটো বেছি উপযোগী।" ইয়াত কেৱল নাৰী বুলি নহয় মানৱ জাতিৰ সৃষ্টি সম্পৰ্কে কৈছে। আৰু বাইবেলত কোৱা কথা এযাৰ হজৰতে (দঃ) উল্লেখ কৰিছে। তাৰ পাছত কৈছে মাউৰা ল'ৰা-ছোৱালী বিলাকৰ কথা, তেওঁলোকৰ সম্পত্তিবোৰৰ সৎ ব্যৱহাৰৰ কথা আৰু সু-বিচাৰৰ কথা আৰু কেৱল এগৰাকীক বিয়া কৰোৱাটো সকলোতকৈ ভাল। পৰিস্থিতি আৰু পৰিবেশ সাপেক্ষে এগৰাকীতকৈ বেছি বিয়া কৰিব পাৰে। তাৰবাবে কিন্তু প্ৰথম পত্নীৰ অনুমতি লব লাগিব। যুদ্ধৰ পৰা যিসকল বন্দী কৰি অনা হয় তেওঁলোকক ক'ত ৰাখিবা ? লক-আপত, মহিলা জেলত ; শিবিৰত নে সদৰ থানাত, নে যুদ্ধক্ষেত্ৰৰ সৈনীকৰ সতে ? সেইবোৰ একো নকৰি ব্যভিচাৰ নহ'বৰ বাবে আৰু সৎ নিৰাপত্তাৰ বাবে বন্দী মহিলাগৰাকীকো বিয়া কৰাই পেলাবলৈ কোৰাণত কৈছে। কৃতদাসীৰ ওপৰত আৰু অলপ কথাও আছে সেইয়া আছিল যুদ্ধৰ সময়ৰ ঘটনা। যুদ্ধত বন্দী কৰাৰ সময়ত কেতিয়াবা মহিলাও বন্দিনী হৈ আহিব পাৰে। তেনে মহিলাক বন্দী কৰি অনা হ'ল বুলিয়ে তেওঁকটো আকৌ খেদাই দিব নোৱাৰি, আগৰ ঠাইত ৰাখি আহিবও নোৱাৰি। সেইবোৰ কৰিলে তেওঁ দেখো একাধিক পুৰুষৰ দ্বাৰা আক্ৰান্ত হ'ব। গতিকে

তেনে মহিলাক লাহে লাহে নিজৰ কৰি পাছত বিয়া কৰিবলৈ কোৱা হৈছে। কাৰণ বন্দিনী হ'লেও, দাসী হ'লেও, অপৰাধী হ'লেও তেওঁৰ সকলো আছে; যিদৰে একৰাকী মহিলাৰ আছে। এতিয়ালৈকে আমি যিখিনি পালো তাত নাৰীক অন্যায়, দাসত্ব বা অৱদমিত কৰি ৰখাৰ কথা কিবা পালোনে? টাবৰীণে এইবোৰ জানে নে বা জানিছিল নে? আকৌ চোৱা মহিলাৰ স্থান আৰু ভূমিকা সম্পৰ্কে আল্লাৰ ৰচুলে কি কৈছিল- "স্বৰ্গ নিশ্চয় মাকৰ ভৰিৰ তলত।" "ধৰ্ম পৰায়না আৰু সতী সাধ্বি স্ত্ৰীয়েই হৈছে উত্তম সম্পদ।" "তোমালোকৰ ভিতৰত আটাইতকৈ ভালজন সেই জনেই যিজনে নিজৰ নিজৰ পত্নীসকলক আটাইতকৈ ভাল ব্যৱহাৰ কৰে।" "মহিলাসকল ঘৰৰ শাসন কৰ্তা" "শুনা, মহিলাসকলক সদাই সদয় ব্যৱহাৰ কৰিবা।" "নাৰীৰ চৰিত্ৰ অতি ঠুনুকা" (অৰ্থাৎ চৰিত্ৰ আৰু প্ৰকৃতি অত্যন্ত কোমল, আবেগময়ী আৰু অনুভূতিশীলা "হে মোৰ প্ৰভু, মই দুই প্ৰকাৰৰ দুৰ্বল মানুহক সন্মান কৰাৰ অধিকাৰ সাব্যস্ত) প্ৰদান কৰো। সেয়া হৈছে মাউৰাৰ অধিকাৰ আৰু স্ত্ৰীৰ অধিকাৰ।" চাবাদেই ভুল নকৰিবা ইয়াত আল্লাৰ ৰচুলে নাৰী জাতিৰ কথা কোৱা নাই, বিবাহিতা স্ত্ৰীৰ বা মহিলাৰ কথাহে কৈছে। তাৰ পাছত ইছলামত অৰ্দ্ধাঙ্গিনী শব্দৰ প্ৰয়োগ নাই- ইছলামে মহিলাক পূৰা সুকীয়া পৰিচয়, স্থিতি প্ৰদান কৰিছে। আনকি বিয়াৰ পাছতো কুমাৰী কালৰ নাম বা উপাধি সলনি কৰিব নেলাগে। আজিকালি কোনোবাই সলনি কৰিবলৈ লৈছে। টাবৰীণে কয় ইছলামে "নাৰীক কোনো মানৱীয় সন্মান দিয়া নাই- নাৰীক দাসীৰূপে বিবেচনা কৰা হয়"। মোৰ সেই প্ৰবন্ধটোৰ পৰা আনিছো- অলপ কথা, যিবোৰ অলপ উচ্চখাপৰ ভাষা দি লিখিছিলো। কিন্তু কথাখিনি পবিত্ৰ কোৰাণ শ্বৰিফৰ। "তোমালোকৰ স্ত্ৰীসকল তোমালোক অংগাৱৰণ আৰু তোমালোক হ'ল নাৰীৰ তেনে ধৰণৰ অংগাৱৰণ স্বৰূপ অৰ্থাৎ ইজনে সিজনৰ সহায়ক হিচাপে কাম কৰি যাবা।" "পুৰুষৰ ওপৰত স্ত্ৰীৰ ঠিক সেই পৰিমাণৰে ন্যায্য অধিকাৰ আছে যিদৰে স্ত্ৰীৰ ওপৰত পুৰুষৰ অধিকাৰ বিদ্যমান।"

চাৰৰ গভীৰ চকুত অধ্যয়নৰ জ্যোতি। কাদীৰ চাহাব আৰু টফচিৰে চাৰৰ মুখলৈ অধিৰভাৱে চাই আছে। টফচিৰে ভাবিছিল যেন চাৰৰ পবিত্ৰ উশাহৰ মাজত বিলিন হৈ হৃদয়ৰ কোনোবা এঠাইত গৈ পাপী জীৱনৰ প্ৰায়চিত্ত কৰিব।

কোৰাণ আৰু হাদীছুৰ কি অনাবিল আৰু মোহনীয় বিশ্লেষণ। শ শ হাফিজতকৈ দক্ষতাপূৰ্ণ চাৰৰ এই অভিব্যক্তি। কোনোদিনাই হাফিজসকলে এইবোৰ কথা নকয়। চাৰে বটাৰপৰা আৰু এখন তামোল মুখত দি ক'লে।

: শুনি যোৱা এইৰোৰ মোৰ প্ৰবন্ধৰ পৰা কৈছো- বাপেক বা স্বামী ধুকুৱাৰ পাছত তেওঁলোকৰ যি স্থাবৰ বা অস্থাবৰ সম্পত্তি থাকি যায় তাক নাৰ্য্য পৰিমাণে ধাৰ্য্য কৰি দিয়া মতে ল'ৰাৰ দৰে ছোৱালী আৰু স্ত্ৰীয়েও ভোগ কৰিব পাৰিব। এনে ব্যৱস্থা আমাক কোৰাণে দি গৈছে। বিয়াৰ পাছত স্ত্ৰীৰ সংস্পৰ্শলৈ অহাৰ আগতেই স্বামীয়ে 'মোহৰ'ৰ টকা আদাই দিলেহে তেওঁ স্ত্ৰীৰ সহচৰ হ'ব পাৰিব। সেই বুলি যে টকাখিনি পকেট বা বাকচৰ পৰা উলিয়াই দিব লাগিব সেইটো নহয়। বুজা-পৰাটো ঠিক তেনে হ'ব লাগিব। গতিকে এনেবোৰ কথাই ইয়াকে প্ৰমাণ কৰে যে ইছলামে নাৰী জাতিক যি পৰিমাণে সামাজিক স্বীকৃতি, মৰ্য্যদা আৰু অধিকাৰ দিছে তাত সন্দেহৰ কোনো অৱকাশ নাই। আৰু অন্য ধৰ্মত এনে ব্যৱস্থা আছে বুলি কোনেও ক'ব নোৱাৰে। এইবোৰৰ ওপৰিও স্ত্ৰী বা নাৰী জাতিৰো যে নিজা এটা আত্মা আছে বা তেওঁলোক এদিন স্বৰ্গগামী হ'ব নে নহয় এই বিষয়ে খ্ৰীষ্টীয়ান জগতে একো নোকোৱা যেন লাগে। অৱশ্যে শেহতীয়াভাৱে খ্ৰীষ্টীয়ান ধৰ্মই নাৰীসকল স্বৰ্গলৈ যাব পাৰিব বুলি কৈছে। কিন্তু নাৰী হিচাপে নহয়- মানুহৰূপে। তেতিয়া তেওঁলোকৰ নাৰীত্বৰ কোনো চিন-মোকাম নেথাকিব। কিন্তু ইয়াৰ বিপৰীতে কোৰাণে কৈছে "যি ব্যক্তিয়ে জীৱিত অৱস্থাত সংসাৰত থাকোতে ভাল ভাল কাম, উচিত আচাৰ-ব্যৱহাৰ, পূণ্য কাৰ্য্য কৰিব তেওঁ পুৰুষেই হওক বা মহিলাই হওক আল্লা বিশ্বাসী, আল্লা ভক্ত পৰোপকাৰী হিচাবে চিহ্নিত হ'ব তেওঁ পুৰুষেই হওক কিম্বা মহিলাই হওক সকলোৱে একে ধৰণে বেহেস্তত স্থান পাব।" "আল্লাৰ বিচাৰত পুৰুষ, মহিলাৰ বেলেগ বেলেগ স্থান নাই।" "(হে) বিশ্বাসী সকল পুৰুষ আৰু নাৰীসকল এজন আনজনৰ ৰক্ষক। তেওঁলোকে যিটো ন্যায় সেইটো আদেশ কৰে আৰু যিটো বেয়া সেইটো বাধা কৰে" "(হে) মানৱ জাতি চোৱা মই তোমালোকক অকল এজন পুৰুষ আৰু এগৰাকী মহিলাৰ পৰাই তোমালোকক সৃষ্টি কৰিছোঁ; যাতে তোমালোকে এটাৰ পৰা আনটোৰ প্ৰাৰ্থক্য কৰিব পাৰা। চোৱা তোমালোকৰ ভিতৰত

আল্লাৰ দৃষ্টিত সেইজনেই আটাইতকৈ মহৎ যি তেওঁক আটাইতকৈ বেছি ভয় কৰে "। তেনেহ'লে চোৱা এই প্ৰতিটো কথা আৰু ঘটনাত নাৰী কেনেকৈ জড়িত হৈ আছে ? নাৰীজাতিটো পৰিত্যক্তা হিচাবে গণ্য কৰি ক'তো অৱহেলা কৰি ৰখা নাই। গতিকে ইছলামত নাৰীৰ বৈষম্য ক'ত? আকৌ চোৱা সৃষ্টিৰ ৰহস্যৰ যিটো ঘটনা আছে তাক খ্ৰীষ্টীয়ানসকলে কি কৈছে আৰু কোৰাণে কি কৈছে ? বাইবেলত নাৰীক চিৰ অভিশপ্ত বুলি কোৱা হৈছে। নাৰীয়েই সকলো পাপ কাৰ্য্যৰ মূল উৎস বুলি অভিহিত কৰি নাৰীক সাংঘাটিকভাৱে অপমান কৰা হৈছে আৰম্ভণিৰ পৰাই। মা হাৱা আৰু বাবা আদম যেতিয়া স্বৰ্গত আছিল তেতিয়া আল্লায়ে গণ্ডম গছৰ এক বিশেষ ফল ভক্ষণ নকৰিবলৈ নিৰ্দেশ দিছিল। কিন্তু চয়টানৰ প্ৰলোভনত পৰি, আল্লাৰ কথাত কাণ নিদি সেই জ্ঞানবৃক্ষৰ ফলটো চিঙি আনি বাবা আদমৰ সতে বহি ভক্ষণ কৰিছিল। তেতিয়া তেওঁলোকক আল্লাই কথা নুশুনাৰ বাবে স্বৰ্গৰ পৰা বিতাৰিত কৰিলে তাৰবাবে হাৱাকে জগৰিয়া কৰা হ'ল আৰু মানৱৰ এনে অধঃপতনৰ বাবে হাৱাকে দোষাৰোপ কৰা হ'ল। আদমক এইক্ষেত্ৰত দোষমুক্ত কৰি ৰখা হ'ল সেই দিনাৰ পৰা নাৰীক নানা অশ্লীল আৰু অভিশপ্ত ভাষাৰে বিভূষিতা কৰা হ'ল। সকলো নাৰী হৈছে "চয়তানৰ বাহন বা যন্ত্ৰ বুলি আখ্যা দিছে, মানুহক দহন কৰিবলৈ সদা জাগ্ৰত বৃশ্চিক স্বৰূপ, বিষাক্ত বৰল" কিন্তু ইছলামৰ কোৰাণ আৰু হাদীছে ইভ আৰু আদম দুয়োজনকে সমানে জগৰীয়া কৰিছে সমানে অভিযোগ আনিছে। পুৰুষ আদমক এৰি দিয়া নাই। বৰঞ্চ আদমে গছৰ পৰা নিজে চিঙি আনি হাতত দিয়াৰ বাবে বেছি দোষী। এইক্ষেত্ৰত হুবহু কোৰাণৰ কথাখিনি এনেকুৱা "আল্লাহ্ তাল্লাই ক'লে হে আদম। তুমি আৰু তোমাৰ স্ত্ৰীয়ে এই স্বৰ্গৰ উদ্যানত সুখেৰে বসবাস কৰি থাকিবলৈ অনুমতি দিয়া হ'ল। তোমালোকে ইয়াৰ গছত লগা যিকোনো ফল খুচী মনেৰে খাব পাৰা। কিন্তু সাৱধান সেই নিৰ্দিষ্ট গছডালৰ ওচৰলৈকো নাযাবা। কাৰণ মোৰ কথা আওকাণ কৰি যদি উক্ত গছডালৰ ফল তোমালোকে ভক্ষণ কৰা, মনত ৰাখিবা তোমালোকৰ লগে লগে পতন অনিবাৰ্য্য। কাৰণ সেই মুহূৰ্ত্ততেই তোমালোকক মই পাপী আৰু অন্যায়কাৰী হিচাপে গণ্য কৰিম।" এইক্ষেত্ৰত চয়তানে যে আদমক উচতাই দি এনে কু- কাৰ্য্য কৰাইছিল তাৰ কথা কোৰাণে

এইবুলি কৈছিল "কিন্তু চয়তানে আদমৰ ওচৰত প্ৰথমেই এনে কু-প্ৰস্তাৱ দাঙি ধৰি কৈছিল- হে আদম ! মই তোমালোকৰ দুয়োৰে ভালৰ কাৰণে কৈছো যে আল্লাৰ দ্বাৰা নিষেধ কৰা সেই গছজোপাৰ ফলটো তোমালোকে দুয়ো ভক্ষণ কৰিলে অমৰত্ব লাভ কৰিবা, প্ৰকৃত জ্ঞানৰ পোহৰ তোমালোকৰ হৃদয়ত জ্বলি উঠিব আৰু তোমালোকে অনন্তকাল স্থায়ী আন এখন সুন্দৰ পৃথিৱীলৈ যাবলৈ সক্ষম হ'বা।" "চয়তানৰ প্ৰলোভনত পৰি আদম আৰু ইভ উভয়ে সেই বৃক্ষৰ ফলটো ভক্ষণ কৰাৰ লগে লগে তেওঁলোকৰ হৃদয়ত নানান ধৰণৰ কু- প্ৰবৃত্তিবোৰ জাগৃত হ'ল। তেতিয়া তেওঁলোকে নগ্ন অৱস্থাত আছে বুলি গম পাই (আগতে এই বিষয়ে তেওঁলোকৰ অকণো জ্ঞান নাছিল) গছৰ পাতৰ দ্বাৰা দুয়ো নিজ গুপ্তস্থানখিনি ঢাকিবলৈ চেষ্টা কৰিলে । গতিকে এনেকৈয়ে আদম আৰু ইভে আল্লাৰ (মহান প্ৰভুৰ) নিৰ্দেশ লংঘন কৰা ফলস্বৰূপে এই পৃথিৱীলৈ, স্বৰ্গৰ পৰা নামি আহিব লগীয়াত পৰিল আৰু দুখময় জীৱন যাপন কৰিবলৈ বাধ্য হ'ল ।" গতিকে দেখা গ'ল যে মানৱ জাতিৰ এনে পতনৰ বাবে খ্ৰীষ্টীয়ান পাদুৰীসকলে কোৱামতে কেৱল নাৰীক জগৰীয়া কৰিলে নহ'ব ; তাৰবাবে পুৰুষো সমানে দায়ী আৰু জগৰীয়া। গতিকে এই কথা ওলাই পৰিছে যে নাৰী জন্ম ইতিহাসৰ ক্ষেত্ৰত নাৰী বুলি কোনো সুকীয়া কথা ৰখা নাই । একেটা উপাদানেৰে নাৰী আৰু পুৰুষক তৈয়াৰ কৰা হৈছে । যদিও শাৰীৰিক গঠন আৰু মনৰ অৱস্থাৰ কিছু তাৰতম্য ৰাখিছে। ই হৈছে সৃষ্টিৰ ৰহস্য । কিন্তু সন্মান বা মৰ্য্যদাৰ দিশত পুৰুষ আৰু নাৰীক একেটা স্থানতে ৰাখিছে । এইখিনিকে তোমালোকক দিলো।। যদি কৰবাত কিবা লিখি প্ৰকাশ কৰা তেতিয়া মানুহে বুজি পাব টাবৰীণে কি কৈছিল আৰু কোৰাণে হাদীছে কি কয় ।

: দুটামান হাদীছৰ শাৰি শুনা মই কওঁ । এজন লোকে মহম্মদ(দঃ)ৰ কাষলৈ আহি ক'লেহি "যা ৰচুলুল্লাহ (ছঃ) মই জিহাদলৈ যাব খোজো, আপোনাৰ পৰামৰ্শ লবলৈকে আহিছোঁ" মহম্মদে (দঃ) সুধিলে "তোমাৰ মায়েৰা জীৱিত আছেনে ?" মানুহজনে উত্তৰ দিলে "হয় আছে" মহম্মদে(দঃ) ক'লে, "তেনেহ'লে তুমি তেওঁৰ সেৱা-শুশ্ৰূষাতে ব্যস্ত থাকাগৈ। তোমাৰ স্বৰ্গ তেওঁৰ ভৰিৰ ওচৰতে আছে ।" গাভৰু মাকেই হওক বা বুঢ়ি মায়েই হোৱা

মাতৃৰ স্থান কিমান ওপৰত। ক'ত সেই বুঢ়া কালত পিতেকইতৰ অধীনত থাকে বুলি কোৱা কথা আৰু ক'ত এই হাদীছৰ কথা? তাৰোপৰি আৰু কোৱা হৈছে যে যদি কোনো স্বামীযে তিৰোতাৰ ভাৱাবেগ আৰু অনুভূতিৰ প্ৰতি ভ্ৰূক্ষেপ নকৰে কেৱল নিজৰ কথা মনাবলৈ জিদ কৰে, তেনেহ'লে পাৰিবাৰিক জীৱন প্ৰকৃত সুখ আৰু আনন্দৰ পৰা বঞ্চিত হ'ব আৰু ঘৰ গুচি নৰকত পৰিণত হ'ব। সেই কাৰণে মহম্মদে পুৰুষসকলক তিৰোতাসকলৰ প্ৰতি সদয আৰু সহানুভূতিশীল হ'বলৈ শিক্ষা দিছে। এইখিনি হৈছে হাদীছৰ ব্যাখ্যা।

: কাদীৰে কোৱা এই হাদীছৰ পৰাও আমি ঠাৱৰ কৰি লব পাৰো যে ইছলামে আজি চৌধ্যশ বছৰৰ আগত বা তাৰ অলপ পাছতেই নাৰীক কেনে মৰ্য্যাদা দিছিল আৰু পুৰুষৰ প্ৰতিও খোদা আৰু আল্লাৰ ৰচুলে কেনে ধৰণৰ হুকুম জাৰি কৰিছিল। সেই পটভূমিতে সেই দিনতে নাৰীৰ জীৱনক, সত্বাক এনে ধৰণৰ মৰ্য্যদা আৰু সম্মান দিযা হৈছিল। গতিকে যি কোনো লোকে সমাজ এখনত কিবা বেযা কৰিলে বুলিযে ধৰ্মৰ গাত কালিমা সানিব নেলাগে। এতিযা মানুহে কোৰাণক, হাদীছক আৰু তাৰ অনুগামীসকলকো খুব বেয়া বুলি ভাবিছে।

: একেবাৰে সঁচা কথা চাৰ- সেয়ে দেখা গৈছে বৰ্তমান বহুত লোকে আমাকেই আটাইতকৈ বেছি ব্যভিচাৰী, ভ্ৰষ্টাচাৰী আৰু ধৰ্মান্ধ বুলি ভাবিছে আৰু তাক লিখনিৰ যোগে প্ৰকাশো কৰিছে। মানুহে বহুতে টাবৰীণৰ কথাবোৰকে সঁচা বুলি ভাবিছে। আমাৰ মানুহে এটা কথা বিশ্বাস কৰে আৰু তাকে কয যে সঁচা কথা ক'লে সকলোৰে গাত লাগে। কিন্তু মিছা কথা ক'লেও যে খং উঠে সেইটোও নেভাৱে। এনে কথাবোৰ পৰিস্থিতি সাপেক্ষে, সুবিধা বুজি প্ৰয়োগ কৰে। টাবৰীণে কোৰাণ হাদীছৰ কথাবোৰ যে ভুল তাক সঁচাকৈ লেখি দিয়াৰ বাবেহে গাত লগাত সকলোৱে উঠিপৰি লাগিছে। মানুহে এনেকৈ ভাৱে। কিন্তু আমাৰ গাত লগাৰ কাৰণটো যে মিছা কথা লিখাৰ বাবে তাক মানুহে নেচাই, চেষ্টাও নকৰে। ·ত টাবৰীণৰ মূল কিতাপৰ এটা শব্দও পঢ়া নাই কেৱল কাৰোবাৰ মুখৰ পৰা জানি আৰু দুই এটা প্ৰবন্ধৰ সমালোচনা পঢ়ি কোৱাত লাগিছে। সৰু কথা এটা পালেও আমাকহে গালি পৰা হ'ল। আনকি পঢ়া-শুনা নকৰা সাধাৰণ মানুহেও কোৰাণৰ নিয়মবোৰক বেয়া বুলি ক'বলৈ

সাহ কৰা হ'ল। কওক বাৰু বেয়া বুলি কিন্তু গালি পাৰি তুচ্ছ-তাচ্ছিল্য কৰিব নেলাগে। আমি যে চাৰ, প্ৰগ্ৰেচীভ ফ'ৰামৰ পৰা এই কথাবোৰত যে লাগিছো তাৰ অন্যতম কাৰণবোৰ হৈছে যে এইদৰে আবোল-তাবোল বকাবোৰক যদি আচল কথাবোৰ দেখুৱাই নিদিও তেন্তে সিহঁতে সদাই আনৰ কথাবোৰকে সমৰ্থন কৰি এইদৰে গালি পাৰি থাকিব। এদিন হঠাৎ "মাৰ" বুলি কোনোবাই লগাই দিব বছ তেতিয়া সকলো শেষ। আজিৰ যুগত লোকৰ কথা শুনি এটা সম্প্ৰদায়ে এটা সম্প্ৰদায়ৰ ধৰ্মৰ আচাৰ-নীতিক লৈ সমালোচনা কৰাৰ দিন আছেনে বাৰু? এইখিনিতে মই আৰু এটা কথা কৈ ৰাখো যে এইদৰে বহু মানুহৰ এনে জাতিয় কথাবোৰ শুনি শুনি মোৰ পণ্ডিত নেহেৰুৱে কোৱা বিখ্যাত কথা এষাৰলৈ মনত পৰি থাকিবলৈ ধৰে। মাজে মাজে মই সেই কথাৰ বাবে কেতিয়াবা শঙ্কিত হৈ উঠো। পণ্ডিত জৱহৰলাল নেহেৰুজীয়ে কৈছিল "সংখ্যালঘুৰ ধৰ্মান্ধতা সহজে চকুত পৰে। তাৰ বিৰোধিতা কৰাও প্ৰয়োজন। কিন্তু সংখ্যাগুৰুৰ ধৰ্মান্ধতা বেছি বিপজ্জনক, কাৰণ তাক জাতীয়তাবাদ বুলি চলোৱাৰ ভয় থাকে।" গতিকে এনেবোৰ কথাই ভৱিষ্যতে বিপদ আনি দিবলৈ বেছিপৰ নেলাগিব।

: শুনা, মোৰ কথা শুনা। ইংলেণ্ডত যি সময়ত নাৰী মুক্তি বা নাৰী স্বাধীনতাৰ বাবে আইন প্ৰণয়ন কৰা হৈছিল যাক women emancipation Act. বুলি কোৱা হয়, সেই সময়ত ইছলামত নাৰীসকলে নাৰী স্বাধীনতাৰ বহুখিনি উপভোগ কৰাত সমৰ্থ হৈছিল। ইংলেণ্ডৰ এই আইন ১৮ শ শতিকাৰ দ্বিতীয়াৰ্দ্ধত কৰা হৈছিল। কিন্তু ইছলামে সপ্তম শতিকাৰ আৰম্ভণিতে নাৰী মুক্তিৰ ব্যৱস্থা কৰিছিল। চুইদেন আৰু চুইজাৰলেণ্ডে ক্ৰমে ১৯৮৫ আৰু ১৯৭১ চনতহে মহিলাক ভোট দিয়াৰ অধিকাৰ প্ৰদান কৰিছিল। কিন্তু ইছলামে ৬৫৮ খ্ৰীষ্টাব্দতে নাৰীক এই মহান অধিকাৰ প্ৰদান কৰিছিল। হজৰত আলী (ৰাঃ)ক খলিফা পতাৰ সময়ত প্ৰাৰ্থীত্বৰ পৰিপ্ৰেক্ষিতত যি সমস্যাৰ সৃষ্টি হৈছিল তাক হেলাৰঙে গণতান্ত্ৰিকভাৱে সমাধা কৰা হৈছিল ভোটৰ দ্বাৰা। আয়েছা (ৰাঃ) ই তেওঁৰ সতে আন মহিলাসকলক লৈ ওলাই আহি ভোট প্ৰদান কৰিছিল। আৰু হজৰত আলী (ৰাঃ)ক খলিফা নিযুক্তি কৰা মতামতক সাব্যস্ত কৰিছিল। লণ্ডনত এতিয়াও এইটো এটা বিতৰ্কৰ বস্তু হৈ আছে যে

নাৰীক পুৰোহীতৰ স্থান দিব পৰা যাবনে নেযায়, চাৰ্চবোৰতো আলোচনা চলিয়ে আছে। তাৰোপৰি ইহুদীবোৰে এতিয়াও নাৰীক ধৰ্মীয় কোনো কথা শিকিব নোৱাৰাকৈ যাতে থাকিব পাৰে তাৰবাবে ধৰ্মীয় বিদ্যালয়, অনুষ্ঠান আদি বন্ধ কৰি দিছে, নিসিদ্ধ কৰি দিছে। এনে পৰিস্থিতিত ইছলামে নাৰীক পুৰাদমে, বাধাহীনভাৱে সামাজিক কামত, ধৰ্মীয় অনুষ্ঠান, সভা, সমিতিত যোগ দিয়াৰ অনুমোদন-অনুমতিটো দিছেই তাতোকৈ অধিক মিলিটেৰী বা সৈন্য বাহিনীত যোগ দিয়াৰ ক্ষেত্ৰতো ইছলামে অনুমতি প্ৰদান কৰিছিল। ৰচুল(ছঃ)ৰ পত্নী আয়েচা (ৰাঃ) এগৰাকী বিদগ্ধ পণ্ডিত আছিল আৰু যুদ্ধত নিজে উপস্থিত থাকি কেইবাখনো যুদ্ধ পৰিচালনা কৰিছিল সেনাধ্যক্ষৰূপে।

: সেই যুদ্ধবোৰতে নাৰ্চিং অৰ্থাৎ আঘাট প্ৰাপ্ত সৈন্যক, অৰ্দ্ধ মৃত সৈন্যৰ তত্বাৱধান লৈ পৰিচৰ্য্যা, সেৱা-শুশ্ৰুষা কৰাৰ ব্যৱস্থাৰ প্ৰতি প্ৰথম উদগুনি আৰু সাহস প্ৰদান কৰিছিল ইছলামে। তেতিয়াৰ সময় আছিল সপ্তম শতিকাৰ আৰম্ভণি। পাছত ক্ৰীমিয়ান যুদ্ধত এই নাৰ্চিংৰ প্ৰচলন কৰে ফ্লোৰেন্স নাইটিঙ্গেলে। তেখেতৰ যি হলৌ কাপোৰ পিন্ধি ভৰিলৈকে ধাকি মূৰত কাপোৰ মাৰি থকা অৱস্থাত ছবি আমি দেখো সেই তেতিয়াৰ দিনতো নাৰ্চসকলৰ সাজ সেইটোৱেই আছিল। বগা, পৰ্দা ৰক্ষা কৰা, মাৰ্জিত যিটো মিশ্যনেৰী চিকিৎসালয়ত আজিও ব্যৱহাৰ হৈ আছে। মহিলাৰ বিপক্ষে কৰা পুৰুষৰ অশালীন ব্যৱহাৰৰ বাবে পুৰুষক কোনো প্ৰমাণ নোলোৱাকৈ শাস্তি বিহা হয়, কিন্তু নাৰীৰ ক্ষেত্ৰত সাক্ষী-বাদী নোহোৱাকৈ শাস্তি দিয়া নহয়। এই কথা যদি টাবৰীণে শুনে তেন্তে ক'ব যে নাৰী নহয় শাস্তিৰ ক্ষেত্ৰতো অৱহেলা আৰু পক্ষপাতিতা। পুৰুষক ফাঁচী দিবৰ বাবে সাক্ষী-বাদী নহ'লেও চলে। মোৰ এতিয়া ভয়হে হৈছে ।

গভীৰ আলোচনাৰ মাজতো চাৰৰ কথাত সকলোৰে মুখত এটা এটা হাঁহি বিৰিঙি গ'ল। শব্দহীন হাঁহি। টাবৰীণৰ কিছুমান কথা যেনে ছোৱালীৰ কাপোৰ চিলোৱাৰ জোখ দৰ্জীবোৰে লৈ ভাল পোৱা, বঙালী ভাষাত কিয় উৰ্দ্দু আৰবী লগাব, আলিবাটৰ ল'ৰা এটায়ে কাক চিকুতি দিলে আদিৰ দৰে ইমান সৰু কথা কিছুমানৰ ওপৰত গুৰুত্ব দিছে যে সেইবোৰ এক প্ৰকাৰৰ হাস্যৰসৰ দৰেই হৈ পৰিছে। গতিকে গভীৰ কথাৰ মাজতো টাবৰীণৰ প্ৰসঙ্গ

আহিলেই সকলোৱে হাঁহিবলৈ আৰম্ভ কৰি দিয়ে। তাই যিমানহে নিকৃষ্ট, তুচ্ছ কথাত লাগিছে সেইবোৰ যদি ঘূৰাই নাৰীৰ ওপৰত লিখা হয় তেন্তে তাই যিমান গ্ৰন্থ লিখিছে তাৰ দুগুণমান হ'বগৈ। তেতিয়া হ'লে চকু, কাণ, নাক, জিভাবোৰে কোনোদিনে শান্তিৰে থাকিব নোৱাৰিব।

: জীৱিকা অৰ্জনৰ স্বাধীনতা, স্বামী, পৰিয়ালৰ পৰা নিজকে আঁতৰত থকা, যদিহে বিচাৰে, বিয়াৰ পাছতো পিতা-মাতাৰ সম্পত্তিৰ ভাগ পোৱা, পঢ়া-শুনা কৰাৰ অধিকাৰ আদি লাভ কৰা কত কি অধিকাৰ ইছলামে প্ৰদান কৰিছে তাৰ হিচাপে নাই। কিন্তু তাকে কৰিবলৈ যাওঁতে তেওঁ তেওঁৰ নিৰাপত্তা, গৌৰৱ, যশস্যা আৰু গম্ভীৰতাক নিজেই বচাই যাব লাগিব আৰু বচাই যাব লাগিব সমাজ আৰু সন্তানৰ স্থীৰতা, মান-মৰ্যাদা। আনকি পুৰুষে দিয়াৰ দৰে তালাকৰো বৈধতা আৰু অধিকাৰ দিছে, নাৰী সমাজলৈ।

: আৰু এটা আচৰিত কথা এয়ে যে- মানুহে, সেয়া নাৰীয়ে হওক বা পুৰুষেই হওক, ভাবি নেচাই, তুলনামূলকভাৱে, কথা কাণ্ডলৈ চাই, সমাজৰ চৰম অৱক্ষয়তালৈ চাই, অধঃপতনলৈ যোৱা কোনো বিষয়লৈ লক্ষ্য কৰি যে- কোনটো ভাল কোনটো বেয়া আৰু প্ৰকৃততে কোনটোৱে নাৰীক দাসত্বৰ চিকাৰ কৰিছে, নাৰীক ক্ষতি কৰিছে? এগৰাকী সু-পৰিধান সম্পন্না নাৰী যি তেওঁক আবুৰত ৰাখে, সন্মান দিয়ে, শ্ৰদ্ধা-ভক্তি দিয়ে, গোপনীয়তা ৰক্ষা কৰে, ঘূৰা-ফিৰাৰ নিৰ্ভয়তা দিয়ে, জীৱন আৰু আত্মমৰ্য্যাদাৰ নিৰাপত্তা আৰু সুৰক্ষা আনি দিয়ে, উপাৰ্জনৰ সাফল্যতা আনি দিয়ে, যৌন ব্যভিচাৰৰ পৰা ৰক্ষা কৰে, অপ্ৰদৰ্শিত দেহাংশৰ বাবে পুৰুষৰ লোলুপ দৃষ্টিৰ পৰা সদা মুক্ত কৰি ৰাখে, আনকি যিকোনো কামৰ নেতৃত্বও লব পাৰে সেইটো ভাল নে, যিটোৱে নাৰীগৰাকীক উদণ্ডাই দেখুৱাই, সুন্দৰী প্ৰতিযোগিতা, মডেলিঙৰ প্ৰতি আকৰ্ষণ বঢ়াই কথাছবিত নগ্নভাৱে অভিনয় কৰে, অমাৰ্জিত কাপোৰ পিন্ধে, মদ, চিগাৰেট খাই, পুৰুষৰ যৌন উন্মাদনাৰ কাৰণ হৈ পৰে সেই গৰাকী নাৰী ভাল? এনেবোৰ চিন্তা-চৰ্চাৰ আন্দোলনেহে আজি গা কৰি উঠিব লাগিছিল। কিন্তু দুৰ্ভাগ্য এয়ে যে তাক আশাও কৰিব নোৱাৰি আৰু বহুল অৰ্থত ৰাজহুৱাভাৱে কোনেও নেভাবে। মানুহক দোষাৰোপ নকৰি যেতিয়া মানুহে ধৰ্মীয় পুথিত হাত দিলে তেতিয়া আৰু উপাই নাই। নীৰবে আমাৰ বান্ধৱী,

কৰ্মচাৰী, সহচৰ, বাই-ভনীক সন্মান জনাই যাব পাৰিলেই ৰক্ষা। মঞ্চুৰ এতিয়া আৰু দৰকাৰ নাই।

: টাবৰীণ পৰ্দা প্ৰথাৰ বিৰোধী। পৰ্দাই নাৰীক মূৰ্খ ৰূঢ় আৰু অজ্ঞ কৰিছে। তায়ে কাপোৰৰ আবেষ্টনী, বন্ধনৰ পৰা ওলাই আহিব খোজে আক তায়ে কৈছে যে ৰাছিয়াত এতিয়া ছোৱালীবোৰে মেধাশক্তিৰ কথা ভাবিবলৈ এৰি শৰীৰৰ সৌন্দৰ্য্য চৰ্চাত গুৰুত্ব দিছে। সিহঁতে বুকু, কঁকাল আৰু নিতম্বৰ মাফ লোৱাত ব্যস্ত হৈ পৰিছে। এইবোৰ কি সিহঁতে কাপোৰৰ মাজত কৰে নেকি? তাই নিজেই যৌন স্বাধীনতাৰ প্ৰবক্তা, মুক্ত আৰু যৌন জীৱনত বিশ্বাস ৰাখি কাৰোবাক ভাল লাগিলে দুই-চাৰিদিন একেলগে থকাৰ কথা কৈছে আকৌ তায়েই পুব জাৰ্মানীৰ তৰুণসকলক উদ্দেশ্য কৰি কৈছে যে অবাধ যৌনতাকে সিহঁতে স্বাধীনতা বুলি ভাবে। কোনটো সঁচা ? নাঙঠ মানেই কাপোৰ, কাপোৰ মানেই পৰ্দা, পৰ্দা মানেই শালিনতা ৰক্ষা, শালিনতা ৰক্ষা মানেই ব্যভিচাৰ মুক্ত, ব্যভিচাৰ মুক্ত মানেই সুস্থ সমাজ এইটো নে? নে সুঠ সমাজ মানে, ব্যভিচাৰ থকা, ব্যভিচাৰ মানে শালিনতা ৰক্ষা নোহোৱা, শালিনতা ৰক্ষা মানে পৰ্দা চলাই নোযোৱা, পৰ্দা মানেই কাপোৰ পিন্ধাৰ বিৰুদ্ধে যুদ্ধ চলাই জনমত গঠন কৰা। যুদ্ধত জিকিলেই কাপোৰ নিপিন্ধা আৰু তেতিয়া আমি পাম নঙঠাখিনিক, নগ্নতাখিনিক, হাজাৰ হাজাৰ কাপোৰ বিহীন নাঙঠা মিচিল। মই তাইক সেইবাবে জ্ঞানী-মূৰ্খ লিখিকা বুলি নাম দিব খুজিছোঁ আৰু বিশ্বত আজি এই দুইবিধ মানুহৰে পয়োভৰ।

: Be normal and maintain discipline আমি দুয়োজন বয়সত তোমাতকৈ ডাঙৰ, অৱশ্যে আমি বেয়া পোৱা নাই। ময়ে দেখো এদিন তোমালোকক ক্লাচত Communism of Wife পঢ়াইছিলো। মোৰ ঠিক ইমানখিনি কথাকে তোমাক ক'লো। গতিকে ধৰ্মৰ কিতাপ নাৰী প্ৰগতি আৰু অগ্ৰগতীৰ কোনো অন্তৰায় বা বাধাৰ কাৰণ হ'ব নোৱাৰে। পথ এৰি বিপথে গ'লে তাৰ বাবে পথ দায়ী হ'ব নোৱাৰে। সীমা লংঘন কৰি, নিজে সাজি লোৱা যুক্তি- চিন্তাত মত্তলীয়া হৈ ফুৰা লোকৰ বাবে যিকোনো ধৰ্মৰ অনুশাসনৰ লেগাম দালে স্তব্ধ কৰি দিব পাৰে মানুহৰ খোজক, গতিক। চিঙি গ'লেই বিপদ অনিবাৰ্য্য। কিন্তু ইছলাম ধৰ্মৰ অনুগামীসকলৰ মাজত যে ব্যভিচাৰ

নাই, অন্যাই নাই সেইটো নহয়, আছে। কিন্তু কোৰাণ- হাদীছত নাই এই কথা বেলিৰ দৰে সঁচা, মৃত্যুৰ দৰে চিৰসত্য।

: আহা আমি অলপ বাহিৰলৈ ওলাই যাওঁ। অলপ বাহিৰৰ বতাহ খাই আহোঁ। মন- মগজু চেঁচা হওঁক, কলিজাটোক শাত কৰি আহোঁ।

চাৰ আৰু কাদীৰ চাহাব কোঠাটোৰ পৰা ওলাই গ'ল। টফচিৰে পঢ়া কাগজখিনি একাষৰীয়াকৈ ৰাখিলে আৰু নপঢ়া কাগজখিনি ওপৰতে ৰাখি টেবুলৰ ওপৰত থকা বতাটোৰে চাপ দি থলে। টফচিৰ কোঠাটোৰ পৰা ওলাই ঠিক দুৱাৰৰ মুখ পাইছিলগৈ। এনেতে এগৰাকী মহিলাই বৰ ভদ্ৰভাৱে ক'লে।

: আহা ভাইটি বহু দেৰি হ'ল। ভাত বাঢ়ি সকলোবোৰ মেজত ঠিক কৰা আছে। তোমালোক উঠালৈহে বাট চাই আছিলো।

: হয়, হ'ব বাৰু।

দূৰৈৰ পৰা কাদীৰ চাহাবে ক'লে।

: আমাৰ ঘৰৰ মানুহ গৰাকী দেই টফি ?

সকলো গৈ ভাতৰ মেজত বহিলগৈ। টফচিৰৰ ভোক লাগিছিল। খোৱাৰ আগতে চাৰে ক'লে।

: ভাতক বৰ ইজ্জত দিব লাগে। অন্য কথা আমি এতিয়া নেপাতো। অ' মই কিন্তু দুটামান খায়েই যামগৈ।

: আমি অলপ বহিম আলী।

টফচিৰৰ অলপ অসুবিধা লাগিছিল যদিও ভোকৰ বাবে বিশেষ নেভাবিলে। সাধাৰণভাৱে খোৱা- বোৱাৰ ব্যৱস্থা কৰা হৈছে। টফচিৰে মাংসৰ কোৰমা অলপ বেছিকৈ খালে। চাৰে এবাটি খাৰ খালে আৰু কাদীৰ চাহাবে সৰহকৈ চালাদ। মাজেতে মাত্ৰ এবাৰ কৰবাৰ পৰা কাদীৰ চাহাবৰ ডাঙৰ ল'ৰাটো সোমাই আহিছিল। কাদীৰ চাহাবে 'তই এওঁৰ সতে কথা-বতৰা পাতিবি দেই বৰ জনা ল'ৰা' বুলি কৈ ভাতৰ গৰাহত ধৰিছিল। টফচিৰৰ লাজ লাগিছিল, ল'ৰাটোৱে নম্ৰভাৱে হাঁহি "আপোনালোকৰ নাম শুনি আছো" বুলি কৈ ভিতৰলৈ গুচি গৈছিল। ভাত খোৱাৰ পাছত টফচিৰে ভাবি উলিয়াব নোৱাৰিলে যে অকণ দৈ খাবনে, নে কাচটাৰ্ড খাব।' কিন্তু সকলোৱে দৈ খোৱাত সিও দৈহে খালে কিন্তু নীলা হালধীয়া আৰু সেউজীয়া কাচটাৰ্ডখিনিলৈ তাৰ লোভ এটা থাকি

গ'ল। সি মুখ-হাত ধুবলৈ উঠি গ'ল। অন্য এটা বেছিনত চাৰ আৰু কাদীৰ চাহাবে হাত-মুখ ধুলে।

: ডেকা ল'ৰা আমাৰ ঘৰলৈ আহিবা। সদাই সাৱধানে কাম কৰিবা। আনে যাতে তোমালোকৰ কথাত বেয়া নেপাই। Don't be aggressive, নহ'লে কোৰাণৰ কোনো spirit ৰক্ষা নহ'ব। We have lost the Character of Islam. মই নব'হো যাওঁ। তুমিতো নোযোৱাই হ'লা ?

চাৰ গ'লগৈ। চাৰৰ গোটেই অভিব্যক্তিটো যেন টফচিৰৰ গাতে লাগি থকাৰ দৰে পালে। এটা পাতল দুখ যেন বতাহত লাগি থাকিল। অলপ যেন বেজাৰ সনা নীৰৱতা কোঠাৰ ভিতৰত ওপঙি থাকিল। সৰৱ হৈ থকা মনবোৰ যেন অকণ সেমেকি উঠিল। কাৰণ চাৰ গ'লগৈ। আকৌনো এনে জ্ঞানৰ চৰ্চা কৰিবলৈ কেতিয়া সুবিধা পাব ? এইবোৰেইটো হীৰা পৰ্বতৰ কথা, হিমালয়ৰ কথা, জেৰুজালেমৰ কথা, এইবোৰৰ ওপৰতো কালিমা সনা মানুহৰ অভাৱ নাই। ভাবি ভাবি টফচিৰ আহি আগৰ কোঠাটোৰ চকীত বহি পৰিলহি। আকৌ ছোৱালী এজনীয়ে ৰূপালী ৰঙৰ মোৰাদাবাদী বটাত পাণ, এখন ট্ৰেত দুগীলাছ পানী আৰু দাঁত খৰকিয়াবৰ কাৰণে কেইদালমান কাঠি দি গ'লহি। কাদীৰ চাহাব সোমাই আহিল। হাতত এপেকেট নোখোলা উইলচ্ চিগাৰেট।

: পঢ়ি যোৱা।

: আৰু বেছি নাই দাদা। আমি কিছুমান উদ্ধৃতি আনিব খোজা নাই। কাৰণ সেইবোৰ মূল কিতাপতে আছে। আৰু কিছুমান কথা অলপ ইংগীতেৰে বুজাবলৈ চেষ্টা কৰা হৈছে। শ্লীলতা ৰক্ষাৰ খাটিৰত। চৌধ্যশ বছৰৰ আগতে কোৰাণ অৱতীৰ্ণ হোৱাৰ সময়ত আৰু তাৰ পাছতো আল্লাহ্ আৰু মহম্মদ (দঃ) এ সঙ্গমৰ ক্ষেত্ৰত কিছুমান কথা কৈছিল যিবোৰৰ বাবে মুছলিমাই ভীষণ প্ৰতিবাদ কৰিছে আৰু ইছলামক হাঁহিয়াতৰ পাত্ৰ কৰি তুলিছে। আৰু সঁচাকৈ প্ৰথমে শুনিলেও অলপ বেয়া লগাৰ দৰে লগা কথাবোৰ যে মহান আল্লাই, আৰু মহান নবী মহম্মদ (দঃ) এ কৈছিল বা কৈ ৰাখিছে তাৰ কি কোনো যুক্তি ঐতিসাহীস পটভূমী আৰু পৰিবেশ সাপেক্ষ বুলি কোনো কথা নাছিল নেকি ? গোটেই পৃথিবীৰ সু-শিক্ষিত সমাজে একো নেজানিলেও এটা কথা জানে যে সেই সময়ত আৰবৰ মানুহবোৰ বৰ্বৰ, অসভ্য, দাম্ভীক আৰু পৰাক্ৰমী আছিল।

মানসীকভাৱে যিদৰে তেওঁলোক কন্দলপ্রিয়, চকু চৰহা, যুদ্ধপ্রীয়, তেজপিয়া, কামুক আৰু নিষ্ঠুৰ আছিল শাৰিৰীক ভাৱেও তেওঁলোক বাহুবলী, সুঠাম, দৈত্যকায়, বীৰ সম এজন এজন মল্লযোদ্ধাৰ দৰে পুৰুষ আছিল। বল-বীৰ্য্য আৰু শাৰিৰীক গঠনতো তেওঁলোকৰ স্থান ওপৰত। সততে মাৰ পিট, কাজিয়া, মৰা-মৰি, কটা-কটি, অপহৰণ, ব্যভিচাৰ, যৌনাচাৰ, বহু বিবাহ আদিৰ দৰে কিছুমান নিয়মেই আছিল সেই সময়ৰ সমাজৰ প্রচলিত ব্যৱস্থা। এই বিষয়ে বহুলাই ক'লেও বা নক'লেও মানৱ বিজ্ঞান অধ্যয়ন কৰা আৰু বুৰঞ্জীবিদসকলে জানে। তেনে এক সময়তে মহাপুৰুষ মহম্মদ (দঃ) সেই ক্ষয়িষ্ণু সমাজৰ মাজত আৱিৰ্ভাৱ হৈ মানুহক ইছলাম ধৰ্মৰ মাজেদি প্রকৃত পথলৈ আনে। এই বিষয়ে আৰু বহু দিশ আছে। সেইবোৰ আমি বাদ দিছো। তেতিয়া তেখেতে জানো বুজি উঠা নাছিল যে সেই সমাজখন কেনেদৰে চলি গৈ আছে? প্রতিটো কথা, ঘটনাইতো তেওঁৰ দৃষ্টিগোচৰ হৈছিল। এইখিনিতে আমি এটা প্রশ্নৰ অৱতাৰণা কৰিছো যে সেই সময়ৰ আৰবৰ বা পৃথিৱীৰ মানুহৰ মন, স্বভাৱ একেই আছিল নে ? বা আজিও পৃথিৱীত যিমান কৌটি কৌটি লোক আছে, নৰ-নাৰী আছে সকলোৰে মন, স্বভাৱ একেই নে? এই সকলোৰে চৰিত্র, মেজাজ, অনুভূতি, স্বভাৱ, প্রকৃতি, অন্তৰ, ভাৱ, অনুভৱ, উপলব্ধি, চিন্তা, ধাৰণা আদি ভাগে ভাগে থকা ৰিপুবোৰৰ বিষয়ে লিখিবলৈ হ'লেও কমেও এজন জ্ঞানী লোকৰ বাবে পাঁচ বছৰ মান লাগিব আৰু তাক শব্দৰে প্রকাশ কৰিবলৈকো কেইবাখনো অভিধানৰো দৰকাৰ হ'ব। ধৰি ললো যেনিবা এটা প্রশ্ন পৃথিৱীৰ নৰ-নাৰীসকলৰ মন, স্বভাৱ, চৰিত্রৰ বিষয়ে কি জানা লিখা? সেইবোৰ আল্লাৰ বাহিৰে কোনেও নেজানে। আল্লাই মানুহৰ বাবে কথা কয় বা কৈছিল। ধৰ্মগুৰুসকলেও আন ধৰ্মৰ অনুগামী সকলক বেয়া নেপালেও, সমান যেন দেখিলেও, ঘৃণা নকৰিলেও কিন্তু কথাবোৰ কওঁতে সেইসকল অনুগামিক বেছিকৈ কৈছিল যিসকল সেই ধৰ্মৰ অন্তৰ্ভুক্ত। তাৰোপৰি কোৰাণৰ সকলো আদেশ-নিৰ্দেশসমূহ সময়, পৰিবেশ আৰু পৰিস্থিতি সাপেক্ষ। এটা সমস্যা, বিপদ, পৰিস্থিতি পৰিবেশৰ জন্ম হৈছে, তাৰ পাৰ নোপোৱা হৈছে, তেতিয়া আল্লায়ে জীব্রাইল দেৱদূতৰ হতুৱাই তাৰ সমাধানৰ পথ দি পঠাইছে আৰু ৰচুলে (ছঃ) তাক মানুহৰ মাজত প্রচাৰ কৰি বুজাই দিছে। গতিকে যি

সময়ত যি ঘটনা যেনেকৈ ঘটিছিল বা যি সমস্যাই গা কৰি উঠিছিল সেই সময়ত সেই সেই নীয়ম-কানুনৰ সংবিধান খোদায়ে সমস্যা সমাধানৰ ক্ষেত্ৰত মানুহলৈ ৰাস্তা দি পঠাইছিল। কিন্তু সেইবোৰ সঁচা আৰু যুক্তিসংগত আছিল, আল্লায়ে নেজানে কি? হয়তো সেই সমস্যাবোৰৰ কিছুমান আমাৰ মাজত এতিয়া উৎভৱ হোৱা নাই বাবে আমি কোৰাণৰ কিছুমান নিয়ম কামত খটুৱাব লগীয়া হোৱা নাই। দৰকাৰ পৰিলে খটুৱাব লাগিব। ঘৰত বাৰনল, Fire Extinguisher, আয়োডীন ৰখা হয়, বেন্দ এইড ৰখা হয়। প্ৰয়োজন পৰিলে মানুহে কামত লগাই নহ'লে নাই। কিন্তু তাৰ কাম নাই বুলি, মূল্যহীন বুলিটো নকয়? সেই কাৰণে নাৰী সঙ্গমৰ কথা যেনিবা কোৰাণত দিলেই তাৰবাবে আমি ইমান হাবু-ডুবো খোৱাৰ কোনো কাৰণ নাই। আমাৰ মাজতহে তেনে কথা আহি পৰা নাই। পৃথিৱীৰ কৌটি কৌটি মানুহৰ কাৰোবাৰ বেলিকা কিজানি সেই নিয়ম খাটেই? বহুতে কিজানি কোৰাণৰ নীতিকে সৰোগত কৰি চলিছে। তাৰ খবৰ কোনে ৰাখিছে? এইবোৰ কথাৰ আলোচনা নহ'লে এটা ধাৰণাৰ পৰা মানুহ মুক্ত নহ'ব। আমি যিহেতু ইছলামৰ বিশ্বাসী আৰু অনুগামী গতিকে ইছলামৰ প্ৰভাৱ আমাৰ অন্তৰত নিশ্চয় পৰিছে ই সঁচা কথা। গতিকে সকলো মুছলমান যেন সঙ্গমৰ ক্ষেত্ৰত সেই নীতি পালনত আগৰণুৱা, গতিকে যেন আমি সকলোবোৰ কামুক, আমাৰ যেন দয়া, মমতা, বিবেচনা, একো নাই, কামনা স্বৰীতাৰ্থ কৰাত যেন ভিতৰি ভিতৰি আমি সিদ্ধহস্ত, আমি যেন কাল, পাত্ৰ, সুবিধা, অসুবিধা, অসুখ, একোকে নেমানো যাৰবাবে নাৰীসকলে যুগ যুগ ধৰি আনকি এতিয়াও নিৰ্য্যাতীতা হৈ আছে। ধৰ্মত আছে বুলিয়ে যে আমি প্ৰথম পৃষ্ঠাৰ পৰা একেবাৰে শেষ পৃষ্ঠালৈ সকলো মানো বা মানিছো বা মানিবই লাগিব তাৰ কি অৰ্থ থাকিব পাৰে। এতিয়াতো মানুহ বৰ্বৰ হৈ থকা নাই, সমস্যাৰো সৃষ্টি হোৱা নাই। বাধ্য- বাধকতাৰ নিৰ্দেশ সহ পালনীয় কামখিনি কৰিব পাৰিলেই যথেষ্ঠ। কিন্তু সেইবুলি এইটোও নহয় যে পাঠান-নীগ্ৰো বা যিসকল অতীব স্বাস্থ্যবান, শৌৰ্য্য-বীৰ্য্যৰ অধিকাৰি তেনে লোকৰ ক্ষেত্ৰত নেখাটিব। আচলতে বেছি ব্যভিচাৰ নহ'বৰ বাবে, পৰৰ মহিলাৰ প্ৰতি আসক্ত নহ'বৰ বাবে, কাৰোবাৰ মাতৃ কাৰোবাৰ ভগ্নী ভাগিনাইত বাচিবৰ বাবেই সেই সময়ত কোৰাণত সেই কথাবোৰ সেইভাৱে আহিছিল

আৰু মহম্মদ (দঃ) এ বহু অভিজ্ঞতা অৰ্জন কৰি দুই, এটা তেনে জাতিয় কথা কৈছিল। তথাপিও মানুহে ধৰ্ষণ এৰা নাই, অপহৰণ এৰা নাই। সেয়া মানুহৰ দোষ তাত কোৰাণ বা অন্য ধৰ্মই কি কৰিব ?

: আমি এনে এক দেশত বাস কৰিছো য'ত যেন একো নাই। অশান্তি নাই, ভয় নাই, মাৰপিট নাই, সন্ত্ৰাস নাই, দলাদলি নাই, আতঙ্ক নাই- মুঠৰ ওপৰত একোৱেই নাই যেন । স্বাভাৱিক মৃত্যুৰ বাহিৰে যেন এই দেশত আজিলৈকে অইন যি কোনো কাৰণত এজনো লোক যেন মৰা নাই। অস্বাভাৱিক মৃত্যু যেন ভাৰতীয় লোকৰ বাবে সপোনৰ কথা । মানুহে মানুহক মৰাটো যেন কেৱল বাহিৰৰ দেশবোৰতহে চলে । আমাৰ ইয়াত বিৰাজ কৰিছে এক যেন শান্তময় পৰিবেশ, অনাবিল আনন্দ । অলপতে মাটি পানীৰ কবি, মানুহৰ গাত লাগি থকা বোকাৰ কথা লিখা, গীত লিখা কবি গীতিকাৰ অসমৰ দানিছ উজ্জ জামানৰ হিয়া ভগা আৰ্তনাদ "অন্ধকাৰৰ ধামখুমীয়াত অসমীয়া সমাজ" নামৰ লিখাখিনি পঢ়িছেনে ? আমাৰ কি আছিল কি নাছিল ? ধৰি ললো "আছিল"খিনি এতিয়া আছে "নাছিল"খিনি আৰু "এতিয়া হোৱাখিনি" বাহিৰৰ দেশৰ। ধৰি ললো বৰ্তমানে সেই জামানৰ "আছিল"খিনিৰে এতিয়া ৰাজত্ব। ঠিক এনে সময়তে যেন সেই শব্দটো ভাঁহি আহিছে। সেই শব্দটোৱে সকলোকে শঙ্কিত কৰি তুলিছে । বনজুইৰ দৰে বিয়পি গৈছে সেই শব্দ। সকলোৱে যেন আচাৰ্য্য প্ৰকাশ কৰিছে, বিস্মীত হৈ পৰিছে। এনে এখন দেশলৈ তেনে এটা শব্দৰ কিদৰে আগমন হ'ল ? পোন প্ৰথম বাৰৰ বাবে যেন এই শব্দটোৱে ইয়ালৈ প্ৰবেশ কৰিছে । কি নোহোৱা-নোপজা কথা ? মানুহ বৈ গৈছে, ইজনে সিজনক সুধিছে তাৰ অৰ্থ কি ? কোনেও যেন বুজাই দিব পৰা নাই । সকলোৱে যেন উচ্চাৰণ কৰিবলৈ লৈছে। তাৰ পাছত কোনোবা এজনে সেই শব্দৰ অৰ্থটো বুজাই দিছে। তেতিয়াহে যেন সকলোৱে বুজিছে। আমাৰ কথা হৈছে আমাৰ দেশত যদি সঁচাই এনে এটা পবিত্ৰ, উদাৰ, নিস্কলুষ বাতাবৰণ পৰিবেশ জীয়াই থাকিলহেঁতেন, বিৰাজ কৰিলেহেঁতেন, যিবোৰ আমি কৈ আহিলো, তেতিয়াহে খাপ খালেহেঁতেন যে হয় সেই শব্দটো বৰ বেয়া শব্দ । আমি কোনো এই শব্দৰ সতে অভ্যস্ত নাছিলো। আমাৰ দেশত এইবোৰ নাই, নাই হোৱা

গতিকে তোমালোকে এই শব্দৰ উচ্চাৰণ নকৰিবা। শব্দটো 'মৃত্যুদণ্ড'। আমি দেখো জানোৱেই, চকুৰে দেখিও আছো, বাতৰিত পঢ়ি আছো, কথাছবি, দূৰদৰ্শনত চাই আছো, ৰেডিঅ' শুনি আছো মানুহে মানুহক হত্যা কৰাৰ বাতৰি, সংবাদ। তাৰে কিছুমান কাৰণত কিছুমান অকাৰণত। কিছুমানৰ কাৰণ প্ৰকাশ হয় কিছুমানৰ নহয়, কিছুমান ঘোষীত, কিছুমান অঘোষীত। হীংস্ৰ বুলি আখ্যা পোৱা বাঘে তাৰ হীংস্ৰতাখিনিক অপব্যৱহাৰ কৰে, শটা মানুহৰ ভিতৰত এটা মানুহ মাৰে। মানুহ আখ্যা পোৱা মানুহে মানুহ নামৰ শব্দৰ অৰ্থক অপব্যৱহাৰ কৰি কিমান মানুহ মাৰে? সকলোৱে এই সকলো কথা জানে। এই মৃত্যুদণ্ড শব্দটোলৈ আগতে ইমান কোনেও ব্যস্ত হোৱা নাছিল। কিন্তু এতিয়া হৈছে। আমাৰ মাজত এনেকুৱা ব্যক্তিও আছে যিসকলে টাবৰীণ-য়াজদী-জামিনুৰহঁতৰ বিষয়ে কৰি থকা আলোচনাৰ কালত কাণশৰালী মাৰি সকলো কথা শুনি থাকে, মাজে মাজে নেজ্ৰানো কি কথাৰ বাবে অসহ্য হৈ পৰাৰ বাবে কপাল, ওঁঠ, চকু, মুখেৰে বিশেষ এক আমনি আৰু বিৰক্তিৰ, তিক্ততাৰ ভঙ্গীও প্ৰকাশ কৰে, কিন্তু মুখেৰে একো নহয়। এটা সময়ত কৃত্ৰিম হুমুনিয়াহ এটা কাঢ়ি, বৰ বিবেকবান জন হৈ, ন্যায়-অন্যায়ৰ বিশেষ প্ৰবক্তাৰ চোলা পিন্ধি, বিচাৰৰ তৰ্জুখন লৈ কৈ পেলাই "হ'লেও কিন্তু মৃত্যুদণ্ড দিব নেলাগে; তাত তেওঁৰ অধিকাৰ নাই-. মানুহে মানুহক মৃত্যুদণ্ড দিব নোৱাৰে মাৰিব নোৱাৰে।" এনে উক্তিত আমাৰ পেটতে হাত ভৰি লুকাই। আঐ দেহি কথা তেওঁ যিখিনি বুজি পাইছে সেইখিনি একেবাৰে শুদ্ধ তাকো তেওঁ জানে। কিন্তু সেইখিনি তেওঁ ক'ব নোৱাৰে। ক'ব নোৱাৰি তাকে কৈ দিয়ে। কিছুমান মানুহে কিছুমান কথা বুজিও কিয় ক'ব নোৱাৰে- আমি বুজি নেপাওঁ। এই কথা ঠিক আমিও জানো যে মৃত্যুদণ্ড দিয়াৰ অধিকাৰ মানুহৰে নাই। মানুহে মানুহক মৰাৰ অধিকাৰো নাই। মাত্ৰ পাৰে প্ৰচলিত আইন-কানুনৰ সহাই লৈ বিচাৰপতিয়ে। মানুহে মানুহৰ জীৱন বত্তীগছি নুমুৱাই দিবলৈ দিয়াৰ নিৰ্দেশ কিমান নিৰ্মম আৰু কঠোৰ হ'ব পাৰে তাক শান্ত অৱস্থাত থাকিহে বুজিব পাৰি কিছুমান দোষৰ শাস্তী মৃত্যুদণ্ড হ'ব নোৱাৰে। তথাপিও দেখো আমি যে আনক দোষাৰোপ কৰো আমিয়েই বাৰু এই শব্দ কিমানবাৰ উচ্চাৰণ কৰো তাৰ হিচাপ কোনোবাদিন ৰাখিছোনে? আনক মৰাৰ ক্ষেত্ৰত আমিয়েই বহুতক

মনে মনে, গোপনে সমৰ্থন কৰি নেথাকোনে.? আমিয়ে জানো নকওঁ কৰবাত ঘোৰ Corruption হ'লে এই বুলি- "চালা এফালৰ পৰা গুলীয়াই যাব লাগে " আমিয়ে জানো নকওঁ যেতিয়া বাতৰিত ধৰ্ষণৰ খবৰ পাওঁ এইবুলি ? "সেই কেইটাক ধৰি Open field লৈ নি ঠিয় কৰাই shot কৰিব লাগে ।" এইদৰে দেখো খবৰ কাগজৰ সতে জড়িত হৈ থকা, সংবাদ পত্ৰ আৰু প্ৰচাৰ মাধ্যমৰ সতে সম্পৰ্ক ৰখা প্ৰায় লোকেই আমাৰ চকুৰ আগত কত শত বাৰ কৈ থাকে। আকৌ দোহাৰিছো- মৃত্যুদণ্ডৰ আদেশ অতি অমানৱীয়, নিষ্ঠুৰ আৰু শোকাবহ। মৰাবোৰতো মাৰি আছে- আমি নমৰাবোৰে, মাৰিব নোৱাৰাবোৰৰ বা মাৰ দৰে দৰ্শকবোৰৰ মুখত এনে কথা ওলোৱাটোও বৰ বেয়া কথা। কিন্তু কিয় কয়? কিয় মুখত এই শব্দ উচ্চাৰিত হয় ? কাৰণ যদি আছে, হত্যা কৰাৰো কাৰণ আছে, যিদৰে ঠিক মৃত্যুদণ্ডৰ শব্দ উচ্চাৰণ কৰাৰো। কাৰোবাৰ বাবে কাৰণবোৰ অকাৰণ আৰু কাৰোবাৰ বাবে অকাৰণবোৰ কাৰণ। প্ৰতিটো কথাৰে সমান বিচাৰ হ'ব লাগিব। যিটো ঘটনাৰ বাবে, কাৰণৰ বাবে এজন মানুহে এজন মানুহক মাৰে, সেই হত্যাকাৰীজনক যেনিবা পাঁচশ মানুহে গৰিহনা দিয়ে আৰু মৰাজনক যেনিবা এহেজাৰ লোকে সমবেদনা জনাই। বা হত্যাকাৰী জনক দুশ মানুহে ভাল পাইছে আৰু মৃত্যু হোৱাজনক তিনিশ মানুহে তেওঁৰ মৃত্যুত ভাল পাইছে। ঠিক তেনে এটা হিচাপেই ওলাব। এইবোৰ হৈছে এখন ৰাজ্যৰ, জিলাৰ, এটা অঞ্চলৰ, ঠাইৰ ঘটনা। দোষ হয়তো আছিল বা নাছিল। ঠিক সেইদৰে মুছলিমা- য়াজদী-জামিনুৰহঁতে, এই নাস্তিক কেইজনে যে কোৰাণ, হাদীছ আৰু পয়গম্বৰ জনাক আৰু ইছলামৰ কিছু নীতি-নিয়মক লৈ যে তুচ্ছ-তাচ্ছিল্য কৰিছে, ককৰ্থনা কৰিছে, গালি পাৰিছে, সেইটো দোষৰ কথা হয়নে নহয় আৰু সেইটো আন্তৰ্জাতিক ঘটনা হয় নে নহয়? তাৰবাবে মৃত্যুদণ্ড দিব নে নিদিয়ে? খং, ক্ষোভৰ, অপমানৰ বহীপ্ৰকাশ স্বৰূপে মুখত মৃত্যুদণ্ডৰ দৰে শব্দ উচ্চাৰণ কৰিব নে নকৰে? নে সহি- সামৰি ৰাখিব লাগে? বিশ্বৰ কৌটি কৌটি জনতাৰ তেওঁ পয়গম্বৰ, ৰচুল (ছঃ) মহামানৱ নহয় জানো যাৰ জৰীয়তে ইছলাম প্ৰচাৰ হ'ল, যি জনাৰ লাখ লাখ অনুগামী, ভক্ত, উম্মত আছে, ইছলামৰ যি পাচোঁটা স্তম্ভ আছে তাৰ প্ৰথমটোৱেই যাৰ ওপৰত ন্যস্ত হৈছে "লা ইলাহা ইল্লাল লাহু মোহাম্মদৰ

ৰচুলুল্লাহ” - আল্লাহৰ ব্যতিৰেকে আৰু কোনো উপাস্য নাই মোহম্মদ (দঃ) আল্লাহ-তাআল্লাৰ প্ৰেৰিত ৰচুল। তেনে এজনক যেতিয়া টাবৰীণে য়াজদীহঁতে এনে মূল্য দিলে তাৰবাবে দুই চাৰিজন লোকে বা এখিনি লোকে মৃত্যুদণ্ড দিয়াত ইমান ডাঙৰ দোষ হ'লনে যে মানুহে কেৱল এই কথাটোতে লাগি থাকিব আৰু অন্য কথাবোৰ বিবেচনাৰ অধীনলৈ নানিব? মানুহৰ বিচাৰ ইমান একপক্ষীয় হৈ গ'লনে? কিয় মৃত্যুদণ্ড দিলে তাৰ তথ্য উদ্‌ঘাটন হ'লনে? অথচ আমিয়ে আনক হাজাৰবাৰ মৃত্যুদণ্ডৰ আদেশ দি আছো। আমি যাক মৃত্যুদণ্ড দিয়াৰ কথা ভাবো তেওঁক আক সঁচাই কোনোবাই মাৰিলে আমি মনে মনে খুব ভাল পাওঁ, দেখুৱাই বেজাৰো কৰো। কেতিয়াবা তাৰ ওলোতাটো কৰো। আচলতে আমি কি বিচাৰিছো আমি নিজেই নেজানো। আমি কেতিয়াবা এইটোও বিচাৰো যে যোনে যাকে য'তে মাৰে মাৰি থাওক, মোৰ বা আমাৰ ঘৰৰ মানুহ কেইটাৰ যেন একো নহয়। এটা অফিচৰ এটা ডাঙৰ ঘটনা। চৰকাৰে কিছু সন্ত্ৰাসবাদীক মূল সুঁতিলৈ আনিবৰ বাবে সেই অফিচতে কেইটামান নিম্নবৰ্গৰ সহায়কৰ চাকৰি দিয়াৰ বিষয়ে কথা এটা ওলাল। সেই অফিচৰে কিছু কৰ্মচাৰীয়ে আৰু সদাই সন্ত্ৰাসবাদীৰ সপক্ষে নানা কথা কৈ তেওঁলোককে ভাল পাই থকাৰ কথা প্ৰকাশ কৰে। কোনোবা সমালোচকে সন্ত্ৰাসবাদীসকলৰ বিৰূপ সমালোচনা কৰিলে তেওঁলোক উবুৰি খাই পৰে। এদিন সেই চাকৰি দিয়া কথাটো তেওঁলোকৰ কাণত পৰিল। তেতিয়াটো তেওঁলোকৰ চকু কপাললৈ উঠিল। তেওঁলোকটো তৰ্জন-গৰ্জন কৰাত মুখৰ হৈ উঠিল “সেইটো কেনে কথা? আমাৰ অফিচত? কোনে সিহঁতৰ সতে কাম কৰিব? মৰিলেহে হ'ব? ঘৰ নেপামগৈ অফিচতে খৰি দিব লাগিব। শ্মশানৰ কথা বাদেই। সিহঁতে অফিচৰ সকলো গোপনীয়তা বাহিৰত কৈ দিবগৈ। চৰকাৰে চিনি পোৱা নাই।” মানুহ ইমান বিভ্ৰান্তিকৰ হৈ পৰিছে যে কি কথা কয় বা কৈছে তাক ভাবিয়ে নেপায়। ঠিক মৃত্যুদণ্ডৰ কথাটোও তেনেকুৱা। কিন্তু একালত যে সেই ঋষি-মুনিসকলেও শাপ দি, চকুৰ জুইৰে পুৰি মানুহক ভস্মীভূত কৰি জীৱন বন্তী নিৰ্বাপীত কৰিছিল তাৰ কথা মনত পেলাও নে? স্বীকাৰ দুয়োটাই কৰিব লাগিব। কোনো ধৰ্মই যদি মৃত্যুদণ্ড দিবলৈ নিশিকাই তেন্তে এইটোও ঠিক যে কোনো ধৰ্মই নিজৰ বা আনৰ

ধৰ্মগুৰুক তুচ্ছ-তাচ্ছিল্য কৰিবলৈ, গালি পাৰিবলৈও নিশিকাই। আমাৰ ধৰ্মীয় অনুভূতি, অনুভৱক যে আঘাট সনা হৈছে সেইটো কিয় আনে অকণ ভাবি চাব নোৱাৰে সেইটোহে আচৰিত কথা।

: এজন ল'ৰা যি মুক্তভাৱে নিজকে সাহসেৰে নাস্তিক বুলি ঘোষণা কৰিছে।

এদল বুদ্ধিজীৱী লেখক যি নিজকে নাস্তিক বুলি কোৱা নাই। বৰং আস্তিক আৰু গণতান্ত্ৰিক বুলি কৈছে আৰু গণতান্ত্ৰিকতাৰ ঘোৰ বিশ্বাসী বুলি কৈছে।

ল'ৰাজনে কোনো ধৰ্মকে বিশ্বাস নকৰে বুলি কৈছে।

বুদ্ধিজীৱী, লেখক কেইজনে ধৰ্ম মানো বুলি নক'লেও কিন্তু ব্যক্তিগতভাৱে কিবা নহয় কিবা এটা ধৰ্মত তেওঁলোকে বিশ্বাস কৰে বা যি কোনো এটা ধৰ্ম মানে।

ল'ৰাজন সৰু ল'ৰা, উঠি অহা ডেকা ল'ৰা। অভিজ্ঞতাৰ, পৃথিৱীত খোজ দিবলৈ হাজাৰ মাইল বাট আছে আৰু আছে হাজাৰটা দিন-ৰাতি।

বুদ্ধিজীৱী, লেখক কেইজনে অভিজ্ঞতাৰ হাজাৰ মাইল বাট অতিক্ৰম কৰি আহিল আৰু হাজাৰটা দিন-ৰাতি পাৰ কৰি আহিল। এতিয়া আৰু খোজ কাঢ়িবলৈ, দিন-ৰাতি পাৰ কৰিবলৈ সময় নাই। তেওঁলোকক বয়সে এতিয়া আচুৰিলে।

সেই ডেকা ল'ৰাটিয়ে কেনেকৈ জানিলে আচলতে মানুহৰ মিলা-প্ৰীতিৰ উৎস ক'ত? মানুহে মানুহক ক'ত ভাল পাব লাগে। মানুহে মানুহৰ চকুত চকু থৈ কি বিচাৰে? এটা সম্প্ৰদায়ে আন এটা সম্প্ৰদায়ৰ পৰা কি বিচাৰে? কি কৰিলে আমি এই শতিকাৰ এটাইতকৈ ভয়ঙ্কৰ, সোঁতে ভৰা, অলীয়া-বলীয়া, পকনীয়াৰে ভৰপক দিয়া সাম্প্ৰদায়ীকতাৰ নদীখন একেখন নাৱতে বহি নিৰ্ভয় মনেৰে, সংশয়হীন ভাৱে পাৰ হৈ যাব পাৰিম? মানুহে মানুহক গালি পাৰিলে, সমালোচনা কৰিলে আচলতে বেয়া নেপাই, বেয়া পাই তেতিয়া যেতিয়া মিছাক সঁচা সাজি আৰু সঁচাক মিছা সাজি মানুহক উদভ্ৰান্ত কৰে, চেতনাক অবাটে নিব খোজে আৰু পৰম বিশ্বাসৰ ভেটিটোক ভাঙি চুৰমাৰ কৰিব বিচাৰে। পৃথিৱীত বিহেতু সকলো মানুহেই ধৰ্ম মানে; সকলোৰেই ধৰ্ম আছে গতিকে মানুহে এইটো কিয় মনত নেপেলাই যে ধৰ্মই হৈছে এটা অতি স্পৰ্শকাতৰ বস্তু। সেই ধৰ্মৰ ওপৰত কেতিয়াও মিছা আপবাদ দিব নেলাগে।

যদি কৰবাত সন্দেহ থাকে তাক পঢ়ি-মেলি, মাজীত ভাবাৰে কাৰো মনলৈ বিদ্বেষৰ সৃষ্টি নকৰাকৈ উপস্থাপন কৰিব লাগে। ব্যক্তি শ্ৰদ্ধাৰ ওপৰত সিমান গুৰুত্ব নিদিলেও কোনো কথা নাই যদি ধৰ্মৰ ওপৰত শ্ৰদ্ধা আৰোপ নকৰে। সেয়ে মাউচে- টুঙে কৈছিল "I hate Mahammadan but not Islam।" তাৰবাবে কোনো মুছলমানে আপত্তি কৰা নাছিল। তাৰ মূলতে তেওঁ যে ইছলামৰ মৰ্মবাণী বুজি উঠিছিল তাকে প্ৰমাণ কৰে ।

সেই ডেকা ল'ৰাটিয়ে, সেই নাস্তিক ডেকা ল'ৰাটিয়ে এই কথাবোৰ ঠিক তেনেকৈয়ে ভাবিছিল। কথা ঠিককৈ, সঠিককৈ কৈছে, জানি বুজি কৈছে- কাৰো আঘাটৰ কাৰণ হৈ উঠা নাই। শিক্ষাৰ দিশ এটা সোমাই আছে। অন্ততঃ দুখ এটা প্ৰকাশ কৰিছে। এনেবোৰ কথাইহে মানুহৰ চকু প্ৰকৃতভাবে মোকলাই দিব পাৰে। ডেকাজনে প্ৰশ্ন তুলিছে- "বাক্ স্বাধীনতা এটা চৰম বা পৰম অধিকাৰ নে ? নে ই আপেক্ষিক ? বাক্ স্বাধীনতাৰ দোহাই দি বিকৃতকামী যৌন ৰচনা লিখিব পাৰেনে নে নোৱাৰে ? কোটি কোটি মানুহৰ অনুভূতিত আঘাট হানিব পাৰেনে নাই ? দহ হাজাৰ বছৰীয়া মানব সভ্যতাই মন্থন কৰি উলিওৱা মহত্বৰ মানৱীয় প্ৰমূল্যসমূহৰ ওপৰত পদাঘাট কৰিব পাৰোনে নাই ?" প্ৰশ্নবোৰেই তেওঁৰ পৰিচয়- তেওঁ সীমা লঙ্ঘন কৰা নাই ? বুজি উঠিছে মানুহে ক'ত ভুলটো কৰিছে। মানুহৰ উপলব্ধিৰ সাৰ্থকতাই বা ক'ত ? সকলো বস্তুতে গণতন্ত্ৰৰ যুক্তি দেখা লোকে এনেবোৰত গণতন্ত্ৰ নেদেখে। বাক্ স্বাধীনতাৰ সপক্ষে বিপক্ষে মন্তব্য দিয়াৰ প্ৰতিযোগিতাত আজি সকলোবোৰ এজন এজন ব্যস্ত প্ৰতিযোগী। নিজ সমৰ্থনৰ ঘোঁৰাটো দৌৰত জিকাটোৱেই কেৱল লক্ষ্য। প্ৰশ্ন হৈছে যিবোৰ হ'ব লগা আছিল সেইবোৰ হৈ গ'ল। এই বিষয় বস্তুবোৰ অৰ্থাৎ এই Subject বোৰক আমি কিদৰে ৰাখিম ? সিহঁতক আমি কি দৰে জীয়াই ৰাখিম ? যেনে এই সম্প্ৰীতি, মিলা-প্ৰীতি, ধৰ্ম, অনুভৱ এইবোৰক ঠিকে ঠিকে ৰাখিব পাৰিছোনে ? পাৰিমনে ? এইবোৰ কেৱল আমাৰ বস্তুৱেই নে, নে আনবো ? উঠি অহাবোৰ যে এদিন মানুহ হ'ব, নাগৰিক হ'ব সিহঁতবো ভাগ নাই নেকি ? সেইবোৰ অক্ষত অৱস্থাত ৰাখি থৈ যাব পাৰিলেহে আমি বিমল আনন্দৰ গৰাকী হ'ব পাৰিম। এইবোৰ কথা ডেকাজনে ভাবে। হয়তো হাড়ে-কামে লগাৰ অভ্যাসো আছে। কম গৌৰৱৰ

কথা নহয় এইবোৰ। এইবোৰেই উজ্জ্বল কৰি ৰাখিব আমাৰ সমাজ।

সমাজ এখন বা ভাঙি উৰ্বলি যোৱা সমাজ এখন ভাঙি পুনৰ গঢ়িব লাগে। তাৰো এটা ভেটি আৰু ভিত্তি লাগিব, তেহে সম্ভৱ হ'ব। তাকে নকৰি গোটেই বস্তুটোকে চুৰমাৰ কৰি, শক্তি, পৰিকল্পনা, সঁজুলি-আহিলাৰ সম্পূৰ্ণ বিনাশ কৰি সমাজখন গঢ়িবলৈ যোৱা সম্ভৱনে ? পাৰি তাতো পাৰি - এদল বেলেগ কণুৱা-বনুৱা ৰাখি সিহঁতক এই ভঙা-পিতা কামত লগাব লাগিব। কিন্তু তাৰো কোনো অস্তিত্ব নাই - সিহঁতো জাহ গ'ল, সিহঁতকো জহ্নীয়ে আৰু গ্ৰহণীয়ে লৈ গ'ল -নিঃসাৰ হৈ পৰি থাকিল খোলা মৈদান আৰু সুদা হাতৰ কেইটামান জড়া গ্ৰস্থ মানুহ। একোৰেই চিন মোকাম নৰখা হ'ল। সেই কাৰণে কোনেও আজি সমাজ গঢ়িব পৰা নাই। মানুহৰ বাবেই সমাজ লাগে সেইবাবে মানুহেই সমাজ গঢ়ে। টাবৰীণে মানুহক চত্ৰভঙ্গ দিয়ালে। নাৰীয়ে পুৰুষৰ দৰে হ'ব বিচৰাটোতকৈ বেছি সাংঘাটিক কথা নাৰীয়ে পুৰুষ হ'ব বিচৰাটো। তেনেহ'লে প্ৰকৃতিকে প্ৰথমে চুৰমাৰ কৰিব লাগিব। গতিকে টাবৰীণ খহি পৰিল আৰু সেই উৰ্বলি যোৱা সমাজ ক'ৰবাত ৰৈ থাকিল - এতিয়াও ৰৈ থাকিব, ভৱিষ্যতৰ বাবেও।

"বাক্ স্বাধীনতাৰ দোহাই দি কোটি কোটি মানুহৰ শ্ৰদ্ধেয় বিশ্বাস আৰু সাম্ৰাজ্যবাদৰ বিৰুদ্ধে থিয় হোৱাৰ নৈতিক সাহসক নিৰ্মম আঘাট হনাৰ বিৰোধিতা নকৰাকৈ কেৱল ফটোৱাৰ বিৰোধিতা কৰাটো নিকৃষ্ট ভণ্ডামি আৰু সাম্ৰাজ্যবাদৰ পক্ষে ওকালতি হ'বলৈ বাধা" - কিয় বাৰু ক'লে এই ডেকা ল'ৰাটিয়ে তেনেকৈ ? বিশ্ব বিশ্ৰুত, ৰজনজনাই যোৱা এজন বেজে, ওজাই চোৰাত পাতেৰে মানুহৰ গাত জাৰি ভূট খেদোৱাৰ দৰে কথা। পাৰে পৰি হুৰি, দহো কুৰি ফৰিয়াদ, আল্লাৰ ওচৰত আৰু মানুহৰ কাষত যেন ভৱিষ্যতে আৰু এনে কথা নকয়। কোনে ? সেই ডেকাজনে ? নহয় - জুলেমান য়াজদীয়ে। আৰু সাত শতকৰেও যেন এইবোৰ কথা নহয়। ক'ত আল্লা মুখৰ বাণী আৰু পয়গম্বৰসকল আৰু ক'ত মনৰ পৰা লিখা কিতাপ, কাব্য, কাৰুত আৰু মন্তব্য লিখক। কাৰোবাৰ সহিষ্ণুতা আছে সহি থাওক-কাৰোবাৰ নাই নসহক। দাবী কৰাৰ অধিকাৰ কাৰো নাই। প্ৰতিক্ৰীয়াত সকলো সোচ্চাৰ কিন্তু ক্ৰীয়াৰ বেলিকা চৰম নীৰৱতা - একেবাৰে পি পু

ও শো । আমি তেনেই বিনম্ৰভাৱে লিখিছো- হুজৰত মহম্মদ (দঃ) হৈছে ৰাং কুকুৰ, Mahound, ইয়াত Mahammodৰ Ma টো আনি তাৰ পাছত hound টো লগাই Mahound কৰা হৈছে আৰু আল্লা ৰচুল (ছাঃ)ৰ পত্নী আয়েসা বেগম (ৰাঃ) হৈছে বেশ্যা, গণিকা। এই কথাবোৰ লিখা আছে য়াজদীয়ে লিখা 'চয়তানৰ পদাৱলী' নামৰ উপন্যাসত। তাৰবাবে মৰহুম রুহুল্লা আয়াতুল্লা খোমেইনীয়ে য়াজদীলৈ মৃত্যুদণ্ড দিলে- এই কথা লৈ পৃথিবীত হুলস্থুল লাগি গ'ল। ঠিকেই- ইছলাম শান্তিৰ, ক্ষমাৰ আৰু আত্মসমৰ্পনৰ ধৰ্ম। গতিকে সকলো ক্ষমা কৰি দিলেই খেলা শেষ। এই ক্ষেত্ৰত হ'লে ইছলাম সবাটোকৈ ডাঙৰ, সৰ্বশ্ৰেষ্ঠ। অথচ এই সৰ্বশ্ৰেষ্ঠ ধৰ্মটোৰ বিষয়ে যেতিয়া বেয়াকৈ লিখি অপব্যাখ্যা কৰে, বিকৃত কৰি, মানুহৰ অনুভৱ অনুভূতিত আঘাট সানে তেতিয়া আক মানুহজনহে সৰ্বশ্ৰেষ্ঠ বুলি সমাদৃত হৈ পৰে ধৰ্মটিক কৰবাত পেলাই ৰখা হয়। কৰক যিয়ে যেনেকৈ ভাল পায় তেনেকৈ কৰি যাওঁক- আমিও যেনেকৈ পাৰো তেনেকৈ কৰি যাওঁ। ইয়াত বাধা-নিষেধৰ কি কথা আছে? নিউটনৰ "Every action has its equal and opposite reaction"ৰ গৱেষণা কৰি সৰ্বশেষ সিদ্ধান্ত এইটোৱেই লোৱা হ'ল কিজানি যে কোৰাণ, হাদীছ আৰু পয়গম্বৰ জনাৰ বিষয়ে যিয়েই বেয়াকৈ নিলিখক লাগিলে তাৰ ওপৰত কিন্তু কোনো ক্ৰীয়া-প্ৰতিক্ৰীয়া, বিপৰীত ক্ৰীয়া হ'ব নোৱাৰিব। বাকী পৃথিৱীত কিন্তু অন্য ঘটনা চলি থাকিব। ধন্যবাদ ডেকো ল'ৰা, মাত্ৰ এটা কথাত বেয়া পাইছো যে ইতিমধ্যে মানুহৰ চকু গজিলেই, চকু মেল খালেই এইবোৰ কথা লিখি আৰু চকু মোকলা খুৱাবলৈ হ'লে চকুৰ ওপৰৰ পতাটো ভ্ৰূৰ তলত চিৰস্থায়ী আঠা খুৱাই লিপিটকৈ কোনো দিনাই যাতে চকুজাপ জাব নোৱাৰে আনকি পলকো, পিৰিকটিও মাৰিব নোৱাৰে তাৰে এটা ব্যৱস্থা কৰিব লাগিব। মানুহে কেতিয়াবা জানি বুজিও ভুলকৈ লিখে, কয় তাতেনো তুমি গোটেই কথাবোৰ জাহিৰ কৰি দিব লাগেনে? মানুহেনো শুধৰণি কিমান খাব? সৰুৰে পৰা, পঢ়াশলীয় দিনৰে পৰা মাষ্টৰ, অভিভাৱক, আপোনজনৰ পৰা শুধৰণি খায়েই আছে। খাওঁতে খাওঁতে ঘেটেকা লাগিল চাৰিওপিনে দেখো ভুলৰে সৌধ- তাৰ মাজতে কোনো ৰকমে পণ্ডিতালি কৰি দুবেলা দুসাজ মোকলাইছে। তুমিনো এখোপ ওপৰত কিয় কথাবোৰ লিখা? তুমি

জানো সৰু ল'ৰা নোহোৱা? আমাৰ গাত দোষ নাই। তাৰ উত্তৰ তুমি দিবা আমি মাত্র তোমাৰ কথাবোৰ দোহাৰিছোহে। এইবোৰ কথা আলোচনা কৰিলে কিছুমানে আৰু আগৰ সেই সতীদাহ প্ৰথালৈ আমাক আঙুলিয়াই দিয়ে। সেই সময়ত বোলে সতীদাহ প্ৰথা ধৰ্মৰ ভিতৰুৱা বস্তু আছিল। ৰাম মোহনৰায়ে যেতিয়া কথাটো উলিয়াই তেতিয়া বোলে সকলোৱে জাণ্ডুৰ খাই উঠিছিল। ৰায় চাহাবেও বোলে বহু গালি, ককৰ্থনা, লাঞ্চনা পাইছিল। তাৰমানে ধৰ্মত, মানুহে কোৱা মতে, সেই প্ৰথা আছিল। গতিকে ৰায় চাহেবে সেইবোৰ আতৰালে। আনকি পণ্ডিত প্ৰবৰ শ্ৰীচাৰুচন্দ্ৰ বন্দোপাধ্যাইদেৱৰ মতে "বিধৱা পত্নী মাত্ৰেই মৃত পতিৰ চিতাত উঠিব লগীয়া হ'লেও দেৱৰৰ আহ্বানত চিতাৰ পৰা উঠি অহাত বাধা নাছিল। সাধাৰণতে স্বামীৰ মৃত্যুৰ পিছত কন্যাই মৃত স্বামীৰ ভায়েকে পুনৰ স্বামী হিচাপে গ্ৰহণ কৰি বিবাহ বন্ধনত সোমাইছিল এই কাৰণেই বোধহয় স্বামীৰ ভায়েকক সমাজত দে-বৰ (অৰ্থাৎ দ্বিতীয় বৰ) নামে পৰিচিত হৈছিল।" এইবোৰৰ বিনাশ ঘটোৱাৰ বাবে ৰামমোহন ৰায়দেৱ ইতিহাসৰ পাতত স্মৰণীয় ব্যক্তিৰূপে জিলিকি থাকিল। এতিয়া ঠিক এই কথাও এনেকুৱা যে কোৰাণত কিছুমান ভুল আছে আৰু সেইবোৰক ৰামমোহনৰায় ৰূপী টাবৰীণহঁতে আঙুলিয়াই দিছে আৰু সেইবোৰ শুধৰাব লাগে। সেই সময়তো এটা হুলস্থুল হৈছিল আৰু এতিয়াও হৈছে। সেই হুলস্থুলৰ মাজেদি ৰায় চাহেবে সফল কাম হ'ব পাৰিছিল যদি এতিয়াও টাবৰীণহঁতে পাৰিব। আনকি মানুহে এনে প্ৰশ্নও কৰিছে যে টাবৰীণে যদি কোৰাণৰ কথাবোৰ ভুল বুলি দেখুৱাইছে তেনে শুদ্ধটো কি হ'ব তাৰ উত্তৰ দিয়া হওক। চাওক কেনে এটা জটিল প্ৰশ্ন? কোৰাণত ভুল বুলিবলৈ নাই যিদৰে গীতাত নাই। সেইসমূহ আল্লা আৰু কৃষ্ণৰ বাণী। কোৰাণত যদি সঁচাই ভুল থাকিলে হয় আৰু সেই ভুলটোকে যদি টাবৰীণে দেখুৱালে হয় আৰু তেতিয়াও যদি মানুহে সেইবোৰ নেমানি ক'লেহেঁতেন যে টাবৰীণে মিছা কৈছে তেতিয়া জনা লোকে আগ্ৰহেৰে সেই ভুলটো উলিয়াই ক'লেহেঁতেন যে হয় কোৰাণত ভুল আছে তাৰ স্পষ্টিকৰণ এইটো বা শুদ্ধ বস্তুটো এইটো। এতিয়া যিহেতু কোৰাণত ভুল নায়েই টাবৰীণেহে কৈছে আছে বুলি- এই কথাত টাবৰীণক শুধৰাই নিদি শুদ্ধ কথাৰ ওপৰত আৰু কি স্পষ্টিকৰণ বা শুদ্ধতাৰ সপক্ষে যুক্তি আগবঢ়াব

? শুদ্ধ, চচ্চহ্, জলজল পটপট বস্তু এটাৰ উত্তৰ একেবাৰে চমু- শুদ্ধ। ভুল তথ্যৰহে ব্যাখ্যা প্ৰয়োজন। দুই যোগ দুই সমান চাৰি। একেবাৰে শুদ্ধ অংক। অঙ্কটো ল'ৰাক বুজাবৰ বাবে ব্যাখ্যা হ'ব পাৰে। কিন্তু উত্তৰটোৰ ওপৰত অন্য কোনো ব্যাখ্যা, অন্য মত হ'ব নোৱাৰে। যদি দুইয়ে দুইয়ে সাত বুলি কোৱা হ'লহয় তেন্তে তাৰ গোটেই প্ৰণালী, ধৰণ, নিয়ম আদিৰ ওপৰত ব্যাখ্যাৰ প্ৰয়োজন হ'ল হয় যাৰ উত্তৰ কিন্তু অশুদ্ধ হৈয়ে ৰ'ব। কোৰাণৰ কথাত ভুল নাই মানে আল্লাৰ কথাত ভুল নাই। গতিকে কোৰাণৰ কথাৰ ভুল শুদ্ধৰ ওপৰত কোনো ব্যাখ্যা নেখাটে। এটা কথা ঠিক- বুজিবৰ বাবে, জানিবৰ বাবে, গূঢ়াৰ্থ বাহিৰ কৰিবৰ বাবে, অৰ্থ উলিয়াবৰ বেলিকা এখন কিতাপৰ সমানে ব্যাখ্যা হ'ব পাৰে। টাবৰীণে দুইয়ে দুইয়ে সাত বুলি ভুলকে দেখুৱাইছে তাকো মূল গণিত শাস্ত্ৰৰ পৰা আনি- তাত আৰু গণিত শাস্ত্ৰখনৰ ওপৰত কোনো বিচাৰ-বুদ্ধিৰ পৰীক্ষা নহ'ব। বিচাৰ-বুদ্ধিৰ অনুসন্ধান চলিব টাবৰীণৰ ওপৰত। অৱশ্যে নজনা লোকে জানি লোৱাত কোনো আপত্তি নাই এই যে এটা বিষয়ৰ পৰা গৈ এইদৰে বিভিন্ন বিষয়ৰ যে উপস্থাপন কৰা হৈছে তাৰেই উত্তৰ সেই ডেকা ল'ৰাটিয়ে বিভিন্ন কৌশলেৰে, ভাৱেৰে দিছে। তাক অনুধাৱন কৰিলেই বুজিব পৰা যাব।

টাবৰীণৰ ধৰা পৰি যোৱা অন্য ভূমিকাবোৰৰ বিষয়ে বাৰু আমি একো নেমাতিলো। সেইবোৰ খোজৰ গতিত উযুটি খোৱাৰ দৰে ৰাইজে গম পাই থাকিব। হায় পুজীবাদী, হায় সাম্ৰাজ্যবাদী বুলি চিএঞৰি গগণ ফলা বৰ বৰ লোকৰ নাম লৈ আগবঢ়া লোকসকলক যে মুছলিমা টাবৰীণে ভৰিত জৰি লগাইছে তাৰ প্ৰমাণ খুব লাহে লাহে সকলোৱে পাই থাকিব। সেইবোৰ উচ্চ আদৰ্শৰ, উচ্চ ভাৱৰ, আদৰ্শৰ ওখ ওখ কথা আমি বুজি নেপাওঁ। আমাৰ কথা এশজন মুছলমানে বেয়া কাম কৰিছে, এশজন হিন্দুৱে বেয়া কাম কৰিছে, এশজন সীখ খ্ৰীষ্টীয়ানে বেয়া কাম কৰিছে- তেওঁলোকক মাৰি পেলোৱা- কিন্তু কোৰাণ, বেদ, গীতা, গ্ৰন্থচাহেব, বাইবেলক অক্ষত অৱস্থাত ৰাখা, অপবাদ মুক্ত কৰি ৰাখা, নহ'লে কিন্তু সকলোৱে হাতৰ মুঠি সবল হ'ব যিটো টাবৰীণ-য়াজদীহঁতে সুবিধা কৰি দিছে। মনত ৰখা দৰকাৰ ইহঁত এনেয়ে ওলাই অহা নাই আৰু বহু উদ্দেশ্য আছে।

ভৱিষ্যতে সেই ডেকা ল'ৰাটিয়ে আৰু কি লিখে নেজানো। কিন্তু পক্ষপাত দুষ্টামীৰ পৰা যে মুক্ত সেই বাবে জানিব লগা কথা আছে। মানুহৰ সংস্কাৰ এনেকৈয়ে আহিব। ধৰ্মক বিদ্বেষেৰে, ভিন্নতাৰে অবহেলাৰ ভাষাৰে, মৌলবাদী বুলি জধে মধে গালি পাৰি নহয়। সেই ল'ৰাটিৰ, নাস্তিক ডেকাটিৰ নাম সকলোৱে জানে যিজনে নিজকে নাস্তিক বুলি ঘোষণা কৰাৰ পাছতো আমাৰ নাস্তিক যেন নেলাগে।

টফচিৰ বৈ গ'ল। কাদীৰ চাহাবে দাঁত খৰকীউৰা কাঠি এদাল দাঁতৰ ফাকৰ পৰা উলিয়াই এচট্ৰেটোৰ ভিতৰত পেলাই দিলে আৰু ছিগাৰেটৰ হোঁপা এটা মাৰি ক'লে।

: মানুহে ভয় খাইছেনে নাই নেজানো- মোৰ কিন্তু ভয় লাগিছে। এক অন্যান্য অনুসন্ধান আৰু তদন্ত। হয় কলি যুগ, আখেৰি জামান, নহয় মানে কি হ'ব মই ভাবি পোৱা নাই ?

: উপায়হীনতা, আন্ধাৰ আৰু চৰম আত্মজাহৰ দৰে এক যাত্ৰা দাদা। আকাশৰ ত'ৰাবোৰ, সূৰ্য্যটো, মলয়া বতাহচাটি, গছ-ফুল আৰু মানুহৰ চকুৰ আকুল চাৱনিবোৰ নথকা হ'লে মানুহে এইবোৰ কথাৰ বেজাৰত পৰ্বতৰ পৰা সাগৰলৈ জাপ মাৰি আত্মহত্যা কৰিলে হয়। দহোটা মানুহক আঁতৰাই ৰাখি নবেটা মানুহক আকোৱালী লোৱাৰ মৰম কোমল হৃদয়বোৰ মানুহৰ মাজতে আছে বাবেই আমি কোনেও মানুহক এৰিব নোৱাৰো।

: তথাপিও মানুহে নেকান্দে, নেভাৱে। পঢ়ি যোৱা আৰু পঢ়ি যোৱা।

টফচিৰে নতুন লিখা উলিয়ালে।

: মুছলিমা টাচলীমাৰ সপক্ষে এতিয়াও বহুতে লিখি আছে। তাৰ ভিতৰত কিছুৱে তেখেতৰ শুদ্ধটোও লিখিছে অশুদ্ধটোও লিখিছে। আমিও টাচলীমাৰ সপক্ষে লিখিম আৰু বিপক্ষেও লিখিম। সপক্ষে এইবাবে লিখিম যে তেখেতে বহু কথাৰ ভিতৰত কিছুমান কিন্তু সাংঘাটিক সঁচা কথা নাৰী মুক্তিৰ সাপেক্ষে লিখি, পুৰুষৰ স্বৰূপ উদঙাই নাৰীৰ ভালৰ বাবেই লিখিছে। আকৌ ধৰ্মৰ গইনা লৈয়ো যে বহুতে নিজে নীতি-নিয়ম বাহিৰ কৰি নাৰীক নিৰ্য্যাতন কৰি আছে সিও সঁচা কথা। বাংলাদেশত তাৰ প্ৰকোপ হয়তো আমাৰ ইয়াতকৈ বহু বেছি। কিন্তু আমি তেওঁৰ কথাত আজিও প্ৰতিবাদ কৰিম আৰু ভৱিষ্যতেও কৰিম

যদিহে তেওঁ ধৰ্মক, ইছলামক, বিকৃতি, ভুল ব্যাখ্যা কৰিবলৈ নেৰে, যদিহে কোৰাণ আৰু পয়গম্বৰজনাক লৈ তুচ্ছ-তাচ্ছিল্য কৰি, ইছলামক হাঁহিয়াতৰ পাত্ৰ কৰিবলৈ নেৰে আৰু নাৰী স্বাধীনতাৰ নামত যদি যা তা কথা ক'বলৈ নেৰে। এই ক্ষেত্ৰত তেওঁক নাস্তিক বুলি এৰি দিলেও অনাস্তিকসকলেও যে তেওঁক সমৰ্থন কৰি নানা কথা লিখি থাকিব সেইটোও আমি ভাল নেপাম। আমাৰ এটাই প্ৰশ্ন যে টাববীণৰ সমগ্ৰ লিখনি, ধ্যান-ধাৰণা, চিন্তা-চৰ্চা, অভিজ্ঞতা সকলোপিনৰ পৰা সঁচা নে ? গ্ৰহণযোগ্য নে, শুদ্ধ নে, কল্যাণকামীনে, হিতকৰণে, সৰ্বমানৱৰ বাবে উপযোগী নে ? এই বিশ্লেষণৰ অভাবেই আচলতে আমাক বিচলিত কৰিছে আৰু কিছুলোকৰ ওপৰত আমাৰ কেৱল বন্ধুত্বই নহয়, বিবেকসম্পন্ন ব্যক্তিৰূপে, ধৰ্ম নিৰপেক্ষ ব্যক্তি ৰূপে, সততে আপোন কৰি আপোন বুলি ভবাৰ যি এক অমল আনন্দ লভিছিলোঁ, এক অসমীয়া বুলি ভবাৰ যি শিক্ষা অৰ্জন কৰিছিলোঁ, কলমেৰে সমাজক বাট দেখুৱাই লৈ যাব পৰা যাক বাটকটীয়া বুলি ভাবিছিলোঁ, তাতোকৈ বেছি সাম্প্ৰদায়ীক মিল মোহব্বতৰ ক্ষেত্ৰত এই ৰাজ্যখন অইন সকলতকৈ আগবঢ়া বুলি যি এক ভাৱ মনতে পুহি ৰাখি গৌৰৱ অৰ্জন কৰিছিলোঁ, সেই সকলোবোৰৰ ওপৰত এক প্ৰচণ্ড চেকা পৰিবলৈ আৰম্ভ হৈ গৈছে বুলি ভাবিবলৈ বাধ্য হৈছো। কাৰণ তেওঁলোকৰ কাষত পোহৰ আছে । সেই পোহৰে থিমিক-থামাক কৰিলে আমাৰ চকু মেল খাই যায়। অন্যপিনে আৰু এটা কথাও ঠিক যে আমি ভবাৰ দৰে কোনোবাই টাববীণৰ কেৱল ভালখিনিৰ সতে দুই এটা যে বেয়াও আছে তাক দেখুৱাই দিয়াৰ বাবে আৰু তেওঁলোককো অন্য এচামে আক্ৰমণ নকৰাকৈ এৰা নাই। আক্ৰমণকাৰী সকলৰ লিখনি আৰু বৰ কঠিন । যি কি নহওক টাববীণৰ বেয়াখিনি, দোষবোৰ দেখুৱাবলৈ যাওঁতে তেওঁলোকেও গালি খাইছে। তেওঁলোকৰ মতে কেৱল টাববীণেই নহয় ৱাজদী-জামিনুৰইতে কোনেও ভুল লিখা নাই। এনেকৈনো কৰবাত সাহিত্য আৰু ব্যক্তিৰ আলোচনা-সমালোচনা চলি থাকিব পাৰেনে ? তাৰোপৰি এই মৌলবাদ শব্দটো ওলোৱাৰ পৰা মানুহে এতিয়া মানুহক মানুহ বুলি, মুছলমানক মুছলমান বুলি, হিন্দুক হিন্দু বুলি নোকোৱাই হ'ল। চিন্তা-চৰ্চা, ধাৰণা, সন্দেহবোৰ ইমান তীব্ৰ হৈ উঠিছে, ইমান অভিযোগমুখৰ হৈ উঠিছে, ইমান সাৱন্তবাদী হৈ উঠিছে যে 'ক' মান

শ্ৰেণীত পঢ়া ল'ৰা এটায়েও যদি "এইখন মোৰ কোৰাণ- সেইখন ৰামৰ বেদ, সৌখন ৰীতাৰ বাইবেল" বুলি কিবা কাৰণত কৈ দিয়ে তাকো সেই মৌলবাদী বুলি আখ্যা দিবলৈ পিচ নোহোঁহকিব। টাবৰীণ-য়াজদী-জামিনুৰহঁতে ধৰ্ম পুথিত জুই লগাবলৈহে প্যালে বাকীখিনিক কোনে পাই- এতিয়া হাতত জুই আৰু ধৰ্মৰ খেলা, হাতত শুকান খৰি। বাৰু আমিও অপেক্ষা কৰিম আৰু চায়ে আছো- যে টাবৰীণ-য়াজদী-জামিনুৰহঁতে পৃথিবীৰ মানুহৰ চকু, বিবেক মুকলি কৰি দিলে। ইমান দিনে যে আমাৰ মহিলাসকলে, কোনোবা অখ্যাত লিখিকা, বাইদেউ, ভনীসকলে যে বিভিন্ন কাৰণত মাজে মাজে দুই এখন চিঠি, প্ৰবন্ধ, গল্প-কবিতাৰ দ্বাৰা সমাজত ঘটি থকা কিছুমান কথাৰ ওপৰত যে লিখিছিল সেইবোৰ কেনিবা গ'ল। সেইসকলৰ নামো নলয় আৰু মনতো নেপেলাই। টাবৰীণ-য়াজদী-জামিনুৰহঁতৰ লিখনিয়েহে যেন সকলোকে জগাই তুলিলে। অৱশ্যে মিছাও নহয় এই কলগুটি খোৱা, এই খাৰখোৱা ভতুৱাহঁতক এই টাবৰীণেহে জগাব পাৰিলে। ক'বই নোৱাৰে ইমান দিনেনো ক'ত আছিল, কি কৰিছিল, কি ঘটিছিল। এতিয়া আমি চাম যে চকু মোকল খোৱাৰ পাছত এইসকলে নো নিজা ৰবিয়াকে কিমান লিখা-পঢ়া কৰি সমাজৰ এই নাৰী সমস্যাবোৰ, নিৰ্য্যাতন, নিপিড়নবোৰ আঁতৰাবৰ বাবে, নিৰাময়ৰ বাবে কঁকালত টঙালী বান্ধি ওলাই আহে ? আনক বাবে ৰহনীয়া বিশেষণেৰে সজাই-পৰাই থাকিলে কৰ্ম কৰা নুবুজাই, নিজেও কৰ্তাৰ ৰূপত অৱতীৰ্ণ হৈ অসমীয়া তথা ভাৰতীয় সমাজৰ নীতি-নিয়মৰ ব্যাকৰণ ৰচনাত মন দিব লাগিব। স্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ ল'ৰা-ছোৱালীবোৰে জানো কেৱল কিতাপখন পঢ়িলেই হ'ব? সেই কিতাপবোৰ পঢ়ি বুজি, অধ্যয়ন কৰি, মগজুত সুমুৱাই কষ্ট কৰি পৰীক্ষাত লিখিব লাগিব ভালকৈ তেতিয়া ভাল নম্বৰ পাব। ভালকৈ পাচ কৰিব। আকৌ সেইবোৰ জ্ঞান লৈ ভৱিষ্যতে সমাজৰ, দেশৰ দহৰ কামত খটুৱাই এজন এজন পূৰ্ণাঙ্গ মানুহৰূপে পৰিচয় দিব লাগিব। এইবোৰো ঠিক তেনে কথা। বহুতে আৰু পুৰুষতান্ত্ৰিক সমাজৰ পুৰুষৰ দোষবোৰৰ বিষয়ে সিমান আলোচনাৰ মাজলৈ আনিব নোখোজে- কেৱল মৌলবাদীয়ে কি কি কৰিলে, কেনেভাবে কষ্ট দিছে, কিয় তেওঁলোকে মনে মনে নেথাকিলে, মৌলবাদীৰ দোষ ক'ত, আমাৰ ইয়াতো কেনেকৈ মৌলবাদৰ কাৰ্য্য-কলাপ

বাঢ়ি গৈছে- এই জাতিয় কথাতহে ৰাপটো বেছি । গতিকে অইন নহ'লেও এইবোৰৰ খবৰ আমাক খবৰ কাগজ, পত্ৰিকা, আলোচনীবোৰে দি থাকিব। কিন্তু এইকথা পাহৰিলে নচলিব যে মৌলবাদীবোৰো মানুহেই।

: আমি আমাৰ চিনাকী এনে এজন ব্যক্তি এতিয়ালৈকে নেপালো যিজনে অন্ততঃ উপযাচি এবাৰ ক'লেহেঁতেন যে অন্য যিয়েই নহওক লাগিলে টাববীণ-য়াজদীহঁতে, কোৰাণ, হাদীছ আৰু পয়গম্বৰজনাক তুচ্চ-তাচ্ছিল্য কৰাৰ বাবে হ'লে তেওঁ বেয়া পাইছে । সেইটো কৰিব নেপাই। ধৰ্মক লৈ কেতিয়াও কু-মন্তব্য কৰিব নেলাগে । কিন্তু বাবৰী মছজিদ ভাঙোতে আমাক দুই এষাৰকথাৰে খেনো খেনোৱে “বেজাৰ” প্ৰকাশ কৰিছিল। আমি কিন্তু সেইবোৰ ধৰা নাই । বোধহয় এনেকুৱা হ'ব পাৰে যে বহুতে এই বিষয়ে একো পঢ়াই নাই। গতিকে একোৱে নেজানে । অৱশ্যে কাগজে- পত্ৰই দুই-এগৰাকীয়ে “আমাৰ ইছলাম ধৰ্মৰ ওপৰত মাত মতাৰ কোনো অধিকাৰ নাই” বুলি কৈছে। বোধহয় তেওঁলোকৰ গাতেই ধৰ্ম নিৰপেক্ষতা আৰু পৰধৰ্মৰ প্ৰতি অকণ শ্ৰদ্ধাৰ ভাৱ থকাৰ বাবে কথাবোৰ অলপ বেয়া পাইছে । অন্য দিশবোৰত ভাল-বেয়া দুয়োটাই কৈছে । আমাৰো অন্য একো উদ্দেশ্য নাই। কোনোবাই তাৰবাবে বেজাৰ নকৰিলে তাৰবাবে আমি কি কৰিম ? কিন্তু সেই যে বন্ধুত্বৰ, আপোনত্বৰ এদাল এনাজৰীতে, ভাতৃত্বৰ বান্ধোনেৰে যে বান্ধ খাই আছো সেই জৰিদালত, বান্ধোনখিনিত অলপ ভেজালে আৰু ঘুণে ধৰাৰ দৰে লাগি যায়। অসহায়তা আৰু নিসহায়তাৰ যান্ত্ৰণাত অলপ কাতৰ হৈ পৰাৰ দৰে লাগি যায়। কাৰণ এতিয়া আমিখিনিয়েহে মানুহ । আৰু নো কোন আছে আমাৰ.? বাহিৰৰ মানুহেৰে দেখো ৰাজ্য ভৰি গৈছে। যি পৰিস্থিতিতেই নহওক আমি সম্প্ৰীতি বজাই জীয়াই থাকিবই লাগিব। নহ'লে ৰাজহুৱা জীৱনত বহু দায়ীত্ব আমি পালন কৰিব নোৱাৰিম । এইবোৰ কথাৰে কাকো বিভ্ৰান্ত কৰি তোলাৰো আমাৰ কোনো লক্ষ্য নাই । আমি পাপী মানুহ। কোনোৰকমে জীয়াই আছো । ইছলাম নামৰ ধৰ্ম এটা লৈছো, বিশ্বাস কৰো, কোৰাণক আল্লায়ে পঠোৱা পৃথিবীৰ মানুহৰ বাবে এখন মহৎ সংবিধান বুলি মানি লৈছো, আল্লাৰ বাইক্যত অলপো ভুল নাই বুলি অন্তঃকৰণেৰে স্বীকাৰ কৰো, সেয়ে কোনোবাই ভুল ব্যাখ্যা কৰাত তাৰে স্পষ্টিকৰণ দিব বিচাৰিছো।

কোনেও যদি একো নকয়, কোনেও যদি ভুলৰ শুধৰণী নিদিয়ে তেন্তে টাবৰীণ-য়াজদী-জামিনুৰহঁতে আৰু তেওঁলোকৰ সমৰ্থকসকলেই এদিন ভাল পাব আৰু চৰম নীৰৱতাৰ বাবে ভৱিষ্যতে আৰু কথা লিখিবৰ বাবে চল, প্ৰেৰণা পাব। সৰু কথাই ইন্ধন যোগাব। এখন নিখুঁত ছবি দিয়া আৰু ভুল ব্যাখ্যাবোৰৰ ওপৰত কিছু কথা দেখুৱাই দিব পাৰিলেই আমাৰ শ্ৰম সাৰ্থক হ'ব। মনৰ পৰা ক'লা ডাৱৰবোৰ আঁতৰ হ'ব। মানুহৰ আটাইতকৈ ডাঙৰ দোষটো হৈছে মানুহে মূল পুথিসমূহ নপঢ়ে। আনৰ লিখা, আনৰ সমালোচনা, পৰ্য্যালোচনা, চলি অহা কথাৰ ওপৰত জোৰ দি কোৱা বা লিখা আৰম্ভ কৰে। তাত কিমান কথা বিকৃত ৰূপত থাকিব পাৰে, অপব্যাখ্যাৰে ভৰি থাকিব পাৰে তাৰ কি ঠিকনা। গতিকে মানুহে যেতিয়া সৰবভাৱে লিখা আৰম্ভ কৰিছেই- আমিনো কিয় উত্তৰ নিদিম ?

: ক্ষমাই আটাইতকৈ ডাঙৰ বস্তু। আমাৰ জানো দিনবোৰ হেৰাই গৈছে ? শুকান পাততো কুঁহিপাতৰ বতৰাই মলমলাই থাকে। এষাৰ দুষাৰ কথাই পৃথিৱীৰ লেলিহান জুইৰ অৱসান ঘটাব পাৰে। খালৈলে পেলাই দিয়া বা পৰিত্যাগ কৰা ইছলামৰ নীতি নহয়। অসৎ উদ্দেশ্যৰ কবলত পৰি উদ্দেশ্য প্ৰণোদিতভাৱে যদি টাবৰীণ-য়াজদী-জামিনুৰহঁতে এইবোৰ কৰিছে তেন্তে আমাৰ উপায় নাই, আৰু যদি ইছলামক হেয় প্ৰতিপন্ন কৰাৰ কিবা প্ৰতিজ্ঞা লৈছে তেতিয়াও আমাৰ একো উপায় নাই। অৱশ্যে এই তিনিজনেই নাস্তিক বুলি তেওঁলোকেই প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে স্বীকাৰ কৰিছে। গতিকে তেওঁলোকৰ মাজত মানসীক আৰু অন্তৰৰ পৰিবৰ্তন আশা কৰা মানে বালি ঘৰ সজাৰ দৰে কথা। কিন্তু আমিয়ে শুদ্ধি হ'ব লাগিব। আমাৰ হৃদয়, মগজু, চিন্তাৰ পৰা যে তেওঁলোকক বাহিৰলৈ উলিয়াই দিব লাগিব তাৰ প্ৰতিকাৰ কি ? 'গৰুও মৰিল পোকো সৰিল' বুলিয়েটো এদিন সকলো এৰি দিব লাগিব। এইবোৰ কথাকে, যদি আমি সদাই পাগুলি থাকো তেনে আমাৰ ক্ষতি নহ'বনে ? সমাজ, দেশ, জাতিৰ ক্ষতি নহ'বনে ? ঢৌ এটা আহিছিল তাক বুকু পাতি ললো। ঢৌ গ'লগৈ পাৰলৈ উঠি আহিলো। তাতোকৈ যদি ডাঙৰ ঢৌ আহে আকৌ বুকু পাতি লম পাৰিলে ৰাখিম নোৱাৰিলে ঢৌতে বিলীন হৈ সাগৰত জাহ যাম। ঢৌ আহক বুলিটো বৈ থাকিব নোৱাৰি। আমাৰ

জানো আৰু কাম নাই? মাটি আৰু মানুহৰ, আকাশ আৰু সূৰ্য্যৰ, গছ আৰু প্ৰীয়তমাৰ আহ্বান, প্ৰত্যাহ্বানৰ কাৰণেওটো সাজু থাকিব লাগিব। কেৱল মানুহৰ কাষত আমাৰ এটাই অমল ঘোষণা মানুহে "কাৰণ" আৰু "কিয়"ক যেন একেখন আসনত ৰাখি বিচাৰ কৰিবলৈ শিকে। মানুহক ক্ষমা কৰি দিয়াৰ বাহিৰে অইন উপায় নাই।

: আমাক এটা কথাত আক্ৰমণ কৰিলেও, গৰিহনা দিলেও, হাঁহি মস্কৰা কৰিলেও, আমাক এহেজাৰ বছৰৰ পাছত বৈ থকা বুলি হেযজ্ঞান কৰিলেও তাতোকৈ বেছি আমাক ধৰ্মান্ধ আৰু অন্ধবিশ্বাসী বুলি অভিহিত কৰিলেও ভগবানৰ কৃপাত আমি নিৰিৎসাহ নহও আৰু অপমানবোধো নকৰো। কাৰণ আমি জানো যে এনে কিছুমান কথা ক'লে কিছুমান মানুহে মানুহক নানা কথাৰে সমালোচনা কৰি শেষ কৰি দিব বিচাৰিব আৰু এই কাম কৰি তেওঁলোকে খুবেই ভাল পায়। এইবোৰ আমি নিজ চকুৰে দেখি থকা কথা। সেইবিলাক লোকে এটা সময়ত এনেভাৱে পষ্টাব যে সেই সময়ত কান্দি কান্দি বাট নেদেখাৰ বাহিৰে অইন একো উপায নেথাকিব। আনকি ভীষণ দুঃচিন্তাৰ কৱলত পৰাৰ বাবে তেওঁলোকৰ অসুখো হৈ যাব আৰু নিঃসন্দেহে তেতিয়া সেই সমস্যাটো এটা জাতিয় সমস্যা ৰূপে দেখা দিব। নিজেই নিজৰ মৰমৰ সন্তানবোৰক কবৰ মৰিশালিলৈ লৈ যোৱাৰ বাবে অভ্যস্ত হৈ পৰিব। বেছি বাহুল্য নকৰি একেষাৰে ক'ব পাৰি যে আমি প্ৰায় দ্ৰুত গতিত এইডচৰ যুগলৈ সোমাই পৰিছো। তেজেৰে আমি এইডচ্‌ক নিমন্ত্ৰণ কৰি আনি নিজকে বিধ্বস্ত কৰিছো- ধ্বংস কৰিছোঁ। এই এইডচ কিয় হৈছে তাৰ কাৰণ কি তাৰ ব্যাখ্যা নিস্প্ৰয়োজন। গতিকে অবাধ স্বাধীনতা, অবাধ মেলামিছা, উগ্ৰ আধুনিকতা, যৌন স্বাধীনতা, প্ৰগতি-আগ্ৰগতীৰ নামত ল'ৰা-ছোৱালীক সমানে অবাধ টকা পইচাৰ ব্যৱহাৰ, অবাধে খৰচ কৰিব দিয়াৰ কৰ্তৃত্ব, অবাধে নতুন পৃথিৱীৰ বুকুত বিচৰণ কৰিবলৈ এৰি দিয়াৰ অৰ্থাৎ য'তেই, যি যুক্তিতেই, যি অৱস্থাতেই, যিহৰ তাগীদাতেই নহওক লাগিলে এই "অবাধ" শব্দটোৱে যেতিয়া লেগামহীন এটা তেজাল ঘোৰাৰ দৰে তীব্ৰ কদমত চেকুৰীবলৈ ধৰিলে তেতিয়াৰ পৰাই এইডচক আল্লায়ে উপহাৰ স্বৰূপে মানুহৰ মাজলৈ পঠাই দিলে। কাৰণ সীমা লঙ্ঘনকাৰী সকলক আল্লায়ে বৰ

বেয়া পায়। তেতিয়া দেখিম মানুহৰ অতপালি, বাহাদুৰি মৰা কথা, অহংকাৰ আৰু গৌৰব। আমাৰ লিখা ঠিক ইমানতে শেষ কৰিম । এইখিনিতে আমি এটা কথাৰ উমান পালো যে আজি এই একৈশ শতিকাত সভ্য মানুহে ধৰ্ম আৰু ধৰ্মীয় মহাপুৰুষসকলক কেনেভাৱে লবলৈ আৰম্ভ কৰিছে আৰু কেনে আসনত ৰাখিছে। এই বিষদভাৱে লিখা কথাবোৰে আমাক এই ছবি দাঙি ধৰিছে। আচলতে ধৰ্মীয় বান্ধোনৰ পৰা কোনেও মুক্তি লভিব নোৱাৰে। এইবোৰ কিছুমান মুখেৰে কোৱা কথা। বহু কষ্ট কৰি অৱশেষত মই সংগ্ৰহ কৰা অকণমান কথাৰে আমাৰ এই লিখা সামৰিম। যি ধৰ্মক আজি আমি বিতৰ্কৰ শাৰীলৈ উঠাই দিছো, যিজন মহম্মদ (দঃ)ক আমি নানা কথাৰে আক্ৰমণ কৰিছো তেনে এজনৰ আগমনৰ বাবে ভাৰতীয় ঋষি- মুনিসকলে তেওঁক তৎকালীনভাৱে বিশ্বৰ বুকুলৈ প্ৰেৰণ কৰিবৰ বাবে পৰম কৰুণাময় পৰম দয়ালু জনালৈ কি প্ৰাৰ্থনা কৰিছিল তাক উল্লেখ কৰি আমাৰ লিখা সামৰিছো। তেওঁলোকে এইদৰে প্ৰাৰ্থনা কৰিছিল "হে পৰম পাৱণ ! হে প্ৰকাশ স্বৰূপ! হে পৰমেশ্বৰ.! আপুনি আমাৰ কাৰণে জ্ঞানী পুৰুষক প্ৰেৰণ কৰক আৰু সেই আপোনাৰ প্ৰদত্ত উত্তম কৰ্মৰ জ্ঞানামৃত ৰসকো সেই পুৰুষসকলৰ দ্বাৰা প্ৰাপ্ত কৰাওঁক" " প্ৰভু পৰম পবিত্ৰ প্ৰাণ প্ৰিয়তম! আমাক এনে সাধু সঙ্গ প্ৰদান কৰক, যথা (পুতদক্ষম) শৰৎ কালৰ জলৰ সমান নিৰ্মল, সূৰ্য্যসম তেজস্বী, জ্ঞান প্ৰকাশত সুদক্ষ (মিত্ৰম), স্নেহশীল (বিশাদসম) শৰীৰ আৰু মনৰ পৰম অপকাৰী ৰোগ আদিৰ (বৰুণম) শত্ৰু নিবাৰক জ্ঞান-প্ৰদ বিদ্বান সাধু পুৰুষক (হুৰে) সেৱন কৰিব পাৰো।"

কাদীৰ চাহাব বহি থকাৰ পৰা উঠিল। চিগাৰেটৰ শেষ হোঁপাটো মাৰি খিৰিকীৰে দলিয়াই টফচিৰৰ হাত দুখনত ধৰি ক'লে।

: মই আজি আৰু কলৈকো ওলাই নেযাওঁ। বহিম কেৱল বহিম আৰু কথাবোৰ ভাবিম। প্ৰগ্ৰেচীভ ফ'ৰামে যি কাম কৰিছে আনে কোনেও কৰা নাই যেন লাগে। এতিয়া শুনা তেওঁলোকৰ আলোচনাচক্ৰ কেতিয়া ?

: তাৰিখ নেজানো দাদা। মোক যদি মাতে তেন্তে মই এইখিনি কথাই পঢ়িম। মানুহৰ প্ৰতি আমাৰ এটা কৰ্তব্য আছে। সদাই কিছুমান অনুমানত কোৱা কথাৰে আমি মানুহক বিভ্ৰান্ত কৰিব নিবিচাৰো। গতিকে

অলপ তথ্যভিত্তিক লিখনিৰে মানুহক অৱগত কৰিব বিচাৰো।

: লিখাবোৰ কবীন, আদিত্যহঁতৰ সতে এবাৰ আলোচনা কৰিবা।

: আজি ৰাতি প্ৰেছতে বহাৰ কথা আছে। তেনে দাদা আৰু সময় নলওঁ। আপুনিও জিৰণী লওক।

: শৰীৰটো অলপ পাছতে বিছনাতে এৰি দিম। জিৰণী আৰু ক'ত লম? তোমাৰ আৰু বিশেষকৈ আলীয়ে যি কথা ক'লে, যি যুক্তি প্ৰদৰ্শন কৰি কোৰাণ-হাদিছৰ কথা ব্যাখ্যা কৰিলে সেইখিনিৰ চিন্তা মগজুত লৈ জিৰণী লোৱাৰ কোনো প্ৰশ্নই নুঠে।

: আমি চাৰ আৰু চামচুল ককাইহঁতক আৰু কবীনৰ ককায়েককো আমাৰ ফ'ৰামৰ উপদেষ্টা বা পৃষ্ঠপোষক পাতিম কিজানি। আজি তাৰ বিষয়ে আলোচনা এটাও কৰিম কিজানি।

: আচলতে দেৰি কৰিলা। মযো ভৱা নাছিলো। এওঁলোক থাকিলে আমি বহু দূৰ আগুৱাব পাৰিম।

: মই যাওঁ দাদা।

: যোৱা তেনে। আমাৰ চেষ্টা সফল হ'বই। তোমালোকৰ খবৰ কাগজ ওলাবই।

কাগজবোৰ সামৰি মোনাটোত ভৰাই টফচিৰ কোঠাটোৰ পৰা ওলাই আহিল। দাইনিং ৰুমৰ দুৱাৰৰ কাষত কাদীৰ চাহাবৰ ল'ৰাটো বৈ আছিল। সি আহি টফচিৰৰ লগ ললে।

: আহক, আপোনাক আগবঢ়াই আহোঁ।

: ধন্যবাদ, তোমাৰ নাম কি?

: ৰফিকুল কাদীৰ।

দুয়ো ঘৰৰ পৰা ওলাই আহিল।

— ০ —

# ( আঠ )

অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ কাকো নেমাতিলে।

মাজতে এবাৰ ওলাইছিল যে অইনক নেমাতিলেও টফচিৰক মাতিব। কিন্তু সময়ত সেইটো হৈ নুঠিল।

ভদ্ৰ ভাষাত তৰ্ক, ডিবেট আৰু অভদ্ৰ ভাষাত ক'বলৈ গ'লে সেইখন সভাৰ মানুহখিনিক যদি কাৰোবাৰ ঘৰলৈ, চুবুৰীলৈ, বজাৰৰ তিনি আলি এটা বা দুখনমান দোকানৰ আগলৈ আনি সভাখন পাতিবলৈ দিয়া হ'লহেঁতেন তেন্তে কিমান লোক যে তাত গোট খালে হয় কোৱাই টান হ'লহেঁতেন। এতিয়া সেইবোৰ কোনে ক'ব ? যি সভালৈ গৈছে তেওঁলোকেহে ক'ব পাৰিব। প্ৰস্তাব কেইটামান সেই কাজিয়াৰ মাজতে লোৱা হ'ল। সকলো লিখি মেলি ঠিক কৰি অনা হৈছিল। সময়ত পঢ়ি প্ৰস্তাবক আৰু সমৰ্থকসকলৰ নামসমূহ মাত্ৰ ভৰাই দিয়া হৈছিল।

প্ৰস্তাবসমূহ অত্যন্ত ভাল আৰু সকলোৱে প্ৰায়ে মনঃপূত হৈছে। শুনিলেও যে কেতিয়াবা মনটো ভাল লাগে, নিজকে অলপ বেলেগ যেন লাগে, অলপ সময়ৰ বাবে যেন এক আশাই বুকুখন ভৰাই তোলে, আৰু আজিয়েই যেন তাৰ কিছুমান কাম আৰম্ভ কৰি দিয়া হ'ব ঠিক তেনে লাগি যায়। এই কথাবোৰ আজৰি পৰত যেতিয়া এনেয়ে চকী এখনত বহি থকা যায়, কোনোবা বিশেষ ব্যক্তি এজনে যদি খবৰ লবলৈ আহি এইবোৰৰ বিষয়ে সোধে আৰু লগৰ কোনোবা বন্ধু-বান্ধবী যি বিষয়টোৰ বিৰুদ্ধে কিছু কথা ক'ব বিচাৰে তেনেবোৰ সময়ত বা তেনেবোৰৰ আগত এই কথাবোৰ পাতি অতি ভাল লাগে। পৰিবেশ গৰম হৈ থাকে। এইদৰে কথাবোৰ পাতি গৈ থাকোতে এটা সময়ত এনে কিছুমান কথাৰ অনুভৱ কৰা যায় যে সঁচাই যেন সেই কওঁতা বা ভাবোতা জন যেন আৰু এই পৃথিৱীত নাই- মানে তেওঁ যেন বিৰাট কামত ব্যস্ত

হৈ আছে, চাৰিওপিনে যেন হাজাৰ হাজাৰ লোকৰ সমাবেশ, হাজাৰ-বিজাৰ মহিলা অহা-যোৱা কৰি আছে- অহা আহিছে, যোৱা গৈছে কাৰো মুখত বাহিৰা কথা-বতৰা নাই- আছে কেৱল মুখত এটা মিছিকিয়া হাঁহি, ৰঙা ওঁঠদুটাৰ মাজত থকা দালিম গুটীয়া দাঁত কেইটাও এবাৰ দেখুৱাবলৈ সময় নাই। এনে লাগে । এইটো বিধৱাৰ শাৰি- তাতো আক দুটা ভাগ। এটা গাভৰু বিধৱা আৰু এটাত অলপ অদহীয়া, বুঢ়ী সিমান নাই। বোধহয় স্বৰ্গৰ পিনে ওলাই গৈছে। গাভৰু-বিধৱা কেইগৰাকী কিন্তু দেখিলেই বেয়া নেলাগে। বৰ সোনকালে দুখবোৰ মোচন হ'ল। বগা কাপোৰখিনিৰ মাজত যে কেনেকৈ গাটো লৈ ফুৰিছে ? অ' নহয় এতিয়া বেলেগ হলতো একোৰে চিন্তা নাই। আগতেহে অসুবিধা আছিল । ল'ৰা- ছোৱালীবোৰৰ পঢ়া-শুনা, খেলা-ধূলা, সংগীত-ছবি আঁকা সকলোবোৰ নিয়াৰীকৈ চলি আছে।

চখিনাইতৰ যে আৰু ভাল । মুখত উচ্চাৰণ কৰাটো বাদেই চকুত যদি অকণ ৰঙা ৰং দেখিলে তেন্তে 'চুট এট চাইট' চিধা উকীল আৰু ক'ৰ্ট। পইচাৰ কোনো চিন্তা নাই । য'ৰে ত'ৰে পৰা গোট খাবই । ইমান দিনে আভুৱা ভাবি আছিল- তিনি টিলিকিতে তালাক। এতিয়া সব চিধা হৈ গ'ল। ভয়ৰ কোবত ঘৰ মোহৰা, বাথৰুম চাফা কৰা, কাপোৰ ধোৱা আদিকে কৰি সকলো ঘৰুৱা কাম কৰে। আৰু কেইটামান কথাৰ বাবে আৰু মজা হ'ল। আজিকালি দুটা কাম প্ৰায়ে কৰি আহে। চাকৰিয়ে কৰক বা ব্যৱসায়ে কৰক, অফিচাৰেই হওক বা প্ৰফেচৰেই হওক মুঠৰ ওপৰত নীশাচৰ হ'লেও কোনো কথা নাই মানে কামৰ ভয়ত আৰু বহু কিবাকিবিৰ ভয়ত ঘৰলৈ দেৰিকৈ আহে। ঘৰত অশান্তিত থকাতকৈ বাহিৰৰ বন্ধু- বান্ধৱীৰ সতে বহি গাজা আড্ডা মাৰিয়েই ভাল পায়। সেইটো কৰিলে এটা কথা মজা যে তিৰিসকলে এটা উপকৰা সময় পালে। গতিকে সেই সময়ত বহি স্বাধীনভাৱে মহলা মাৰিবলৈ সুবিধা এটা পালে। তাতে পেট ভৰাই খাই আহিলেটো কথাই নাই। কাৰণ অফিচ-ব্যৱসায়ৰ পৰা ঘূৰি অহা স্বামীক বা আনসকলক বনাই মেলি খুৱাব নেলাগে। আৰু সময় ওলাই। বাকী ঘূৰাই সন্দেহ কৰিলে মৰিলেহে আৰু। এনেবোৰ উমুৰী কৰাৰ কাৰণে সৌ সিদিনা হাজৰিকা আৰু ৰহমানৰ অৱস্থা কি হ'ল? ৰহমানক এতিয়াও এৰি দিয়া নাই। হাজৰিকা এতিয়াও নাৰ্চিং হোমতে

আছে। চকুৰ গুৰিত যেন কাজলহে লগাইছে। হনু ওলাই গ'ল। হাতৰ শিৰবোৰ ভোল বিচৰা গছৰ ওলমি পৰা লতাৰ দৰে হ'ল। তথাপিও বোলে তাৰহে কোব বেছি। ধেমালি চৌব্বিশ জনী ছোৱালীয়ে সেই দুয়োটাকে অপহৰণ কৰা নাই জানো!? পষ্টাৰো জামো কম মৰা হ'ল। স্কুল, কলেজলৈ যাওঁতে যিয়ে য'ত যেনেকৈ পাৰে মাৰি গৈছে। "খাদক হোৱা- খাদক হোৱা লগতে তোমাৰ দাঁত ধৰোৱা" চাৰিউপিনে ছোঁৱালী-বোৱাৰী লগাই দিয়া হৈছে। এইবাৰ কাৰো নিস্তাৰ নহ'ব। এতিয়া মজাটো পাইছে। আলিয়ে-গলিয়ে সকলোবোৰ নিফাত মাৰিলে। ছোৱালী, নাৰী দেখিলেই এতিয়া পুলিচে ভয় কৰে। সৌ সিদিনা মজাৰ খেল আৰু এটা হ'ল। ঘৰতে কিবা বেয়া ছবি চাই আছিল। এটা সময়ত টি, ভিৰ মেকানীকটোক লৈ আনিলে ঘৰলৈ টি, ভি বেয়া হৈছে বুলি। তাৰ পাছত কোনে পায়। তাক ধৰি বখলিয়াই পেলালে। এতিয়া বীৰত্বখিনি ক'লৈ গ'ল। ভাবিছিলি তহঁতৰে ৰাজত্ব সদাই চলিব। টি, ভিৰ মেকানিকসকলেও যেন সুযোগলৈ বাট চাই থাকে।

বাটে-পথে মহিলাৰ পয়োভৰ। পুৰুষবোৰৰ বিনম্র বিচৰণ। আলিৰ শিলগুটি, পাৰ হৈ যোৱা গাড়ী-মটৰ, বাটৰ কাষৰ গছ-গছনী, দোকান-পোহাৰৰ বাহিৰে আৰু চাব লগা একো নাই। হাতত প্ৰকাণ্ড বেগ এটা লৈ দিনটোলৈ বুলি ওলাই যায় কেতিয়া ঘূৰি আহে কোনেও নেজানে। ঘৰ সংসাৰ চলি থাকিব। লগত চাৰি-পাঁচটাকৈ বয়স অনুযায়ী ল'ৰা। যাক যেনেকৈ পাৰে লৈ যাব পাৰে। ৰাতি-বিয়লি এপৰ হ'লেও কোনো কওঁতা নাই, আপত্তি কৰিব নোৱাৰিব। দেশৰ স্বাধীনতা আৰু পৰাধীনতাৰ কি কথা আছে। নাৰীসকলৰ স্বাধীনতা আহিলেই সকলো ৰক্ষা হ'ব। দেশ এখনত কেৱল পুৰুষেই থাকেনে

মোল্লাবিলাকৰ এতিয়া কেৱল মছজিদটো ভাগত ৰ'ল। আগৰ সেই ৰাজ-নচিহত, দাৱাত, নিকাহ সকলোবোৰৰ পৰ পৰিল। দিন সলনি হৈছে। এতিয়া নতুন যুগৰ উত্তৰণ, পৰ্দাৰ মাজত গেলা গৰমত থাকি জাৰৰ দিনত অত সোপা কাপোৰ পিন্ধি কোন বুৰ্বকে এতিয়া সেইবোৰ কৰিব। প্ৰতিটো কথাতে জাম্বুৰ খাই উঠিবলৈ এতিয়া কোনো নাই। নাৰীয়ে এতিয়া নিজৰ ওপৰত থিয় হ'ব পৰা হৈছে। বাহিৰলৈ অকলে যাব পৰা হৈছে, ৰাতি পৰলৈকে

চাকৰি কৰি অফিচ, কাছাৰিৰ পৰা বাহিৰে বাহিৰে নানা কামত ঘূৰিব পৰা হৈছে, পুৰুষে যিবোৰ কাম কৰি আজি ইমানদিনে পুৰুষত্ব দেখুৱাই বীৰদৰ্পে ঘৰলৈ ঘূৰি আহি নাৰীক নিজৰ অসাধ্য কামৰ গল্প ক'ব পাৰিছিল সেইবোৰ আজিকালি নিজে পৰা হৈছে। দেশৰ, সমাজৰ, দহৰ উপকাৰত অহা সকলো কাম আজিকালি সহজ হৈ আহিছে। মাজে মাজে ঘৰ, স্বামীক এৰি আনৰ সতে থাকিবৰ বাবে মানসীক প্ৰস্তুতি চলোৱাৰ কথাও প্ৰচাৰ কৰিছে। সেইবোৰৰ ওপৰত মোল্লাইতেটো মাতেই মাতিব নোৱাৰে, বাকীবোৰেও একাষাৰ ক'বলৈ এৰি দিছে। বৈধতাৰ প্ৰশ্ন তুলিবলৈ এতিয়া কোনোৱেই নাই। আলোচনীয়ে পত্ৰই নগ্ন ছবি, কাকতত নগ্ন অশ্লীল কবিতাৰ প্ৰকাশৰ এতিয়া জোৱাৰ উঠিছে। সেইটোনো কি কথা ? কাপোৰৰ তলত গোটেই মখা নঙঠা বুলি ভাবি এৰি দিলেই হ'ল। এইবিলাক প্ৰস্তাব লৈ থোৱাৰ বাবেই আজি আমি ইমানখিনি সুবিধা পাইছো। ভৱিষ্যতে আৰু হ'ব। লাহে লাহে সকলো মুকলি হৈ আহিব। সকলোৱে বন্ধনমুক্ত এখনি পৃথিৱী পাব। ধৰ্মৰ কথাবোৰ, আখৰবোৰ নিজ নিজ প্ৰভুৰ কাষলৈ উৰা মাৰিব, তাৰ ঠাইত লিখা ৰব এই কথাবোৰ। তৃতীয় বিশ্বৰ দেশ আৰু সভ্যতা আৰু সংস্কৃতিৰ বাবে কেনে এখন ধুনীয়া পৃথিৱীয়ে অপেক্ষা কৰি থাকিব। বাহ বাহ, ঈশ্বৰ, আল্লা, গদসকলে কিমান ভাল পাব যে কেনেকৈ এই জ্ঞানী মানৱসকলে নিজৰ পৃথিৱীখন ধুনীয়া কৰি লব পাৰিছে? তেওঁলোকে সজা জগতখনত দেখো অসূয়া-অপ্ৰীতি, পৰাধীনতা, নীতি-নিয়মেৰে, নিসিদ্ধ, বাৰণ আদিৰে পৰিপূৰ্ণ হৈ আছিল। এতিয়া কিমান মুক্ত, ক'তো কোনো কথাৰে বাদ-বিচাৰ নাই- এইখন তেওঁলোকে সজা ধৰাই নে?

মাজৰ কোঠালিত কাৰ হাতৰ পৰা জানো কাঁহৰ কাঁহী এখন মজিয়াত পৰি ঝনঝনাই গ'ল।

টেবুলতে হাতৰ ওপৰত মূৰটো ৰাখি আছফিয়াই টোপনি মাৰিছিল। সমুখত বহি থকা অনু আৰু বিনু নাই। কোঠাৰ দুৱাৰখন খোলা আছে। টেবুল ক্লথৰ ওপৰত পৰি থকা বিস্কুটৰ গুৰি কিছুমান পকৰাবোৰে কঢ়িয়াই নি শাৰী পাতি যেৰেৰে বগাই বাহিৰৰ খিৰিকীৰে গুচি গৈছে। বোধহয় প্ৰস্তাববোৰ এইদৰে পকৰাবোৰে লৈ গৈছে। আছফিয়াই প্ৰথমে একো ধৰিব পৰা নাই। কাঁহৰ কাঁহীখনৰ ঝন ঝননীটো পুনৰ আহি আছফিয়াৰ কাণত পৰিলহি। সক

ছোৱালী এজনী সোমাই আহিল।

: অনু আৰু বিনু গ'ল নেকি ?

: কেতিয়াবাই গ'ল তাৰ পাছতে তুমি দেখো টেবুলতে মূৰ পেলাই শুই থাকিলা। আগফালে ল'ৰা দুজনমান আহিছে।

গিলাচটো হাতত লৈ খিৰিকীৰেই পানী পেলাই তাই মুখখন সামান্যভাৱে ধুই ললে। মুখত সামান্য পাউদাৰ ঘহি চুলিবোৰ ঠিক কৰি উৰনাখন বুকুত পেলাই তাই আগফালৰ কোঠা পালেগৈ। কি আচৰিত ! কবীন আৰু চালেহ, লগতে আৰু এজন অচিনাকী ল'ৰা।

: মই ভবাই নাছিলো আপোনালোক বুলি ?

: মাজ মাজে ভাবিবাচোন ?

: মই মাক মাতি দিছো- বহক।

: এওঁ নিশ্চল কাকতি। মহিলা সংঘৰ সতে জড়িত।

: নমস্কাৰ মোৰ নাম আছফিয়া আখটাৰ।

: আমি সোনকালে যাম।

আছফিয়া ভিতৰলৈ যাবলৈ লওতেই মাক সোমাই আহিল।

: অ' আই তোমালোক। মইটো ভবাই নাই। ভাল নে ?

: একেবাৰে ভাল মাহী। আপোনাৰো চাগৈ ভালেই।

: আছো আৰু। হিচাপ কৰাচোন কিমান দিন অহা নাই। মোৰ মতে যোৱা ফেব্ৰুৱাৰীত অহা- পাঁচ মাহমান হ'ব। বহুদিন পাৰ হৈ গ'ল। বহিবানে মই এপিনে যাবলৈ ওলাইছো। সময় একেবাৰে নাই। আজিলৈ তোমালোক বহা।

: আমিও যামগৈ। আছফিক কথা এটা ক'বলৈহে আহিলো।

: তোমালোকে যে কিবা লিখিবলৈ দিছিলা সেইটো বোলে পেপাৰত ওলাইছে। সেই কাৰণে ছোৱালী দুজনী আহিছিল। বহাচোন বাৰু দেই।

: অনু আৰু বিনু আহিছিল। বহু কথা পাতিলো। সিহঁতৰ পৰা জানিলো হৈ যোৱা মিটিংৰ বিষয়ে। কাকতি দাদা বেয়া নেপাব আপোনালোকৰ মিটিংৰ কথা কৈছো।

: আৱামত কৈ যোৱা এখেতে আৰু ক'বহে।

: সিহঁতৰ সতে যিবোৰ কথা পাতিলো সিহঁত যোৱাৰ পাছত মই টেবুলতে এনেয়ে হাতৰ ওপৰত মূৰটো ৰাখিছিলোহে, ক'বই নোৱাৰো কেতিয়া টোপনি গ'লো– টোপনিতে যিখন চিবিয়েল দেখিলো ; এতিয়া মনত পৰি হাঁহি উঠি আছে।

: কেইটা খণ্ড দেখিলা ?

: কেইবাটাও খণ্ড, ভিতৰত কাঁহী এখন মজিয়াত পৰাতহে সাৰ পালো। চিবিয়েলখনৰ নাম প্ৰস্তাবৰ ছবি I mean picture of a proposal or resolution.

: ৰ'বা আৰু খণ্ড দেখিবা। এই চিবিয়েলবোৰৰ ডাইৰেক্টৰ কোন জানা ? এখেতৰ দেউতাক।

: হেট ৰ'ব। চাওক আপোনাৰ আগত কেনেকৈ কৈ দিছে। মোৰ গাত হ'লে দোষ নাই।

: কবীনে সঁচাই কৈছে। মই অসহ্য হৈ ওলাই আহিছো।

: মই কিন্তু বুজা নাই। আৰু তেখেতৰ আগতে বাৰু এইবোৰ কথা পাতিমনে ?

: চাওক, প্ৰগতিবাদী চিন্তাৰ আগত বাপেক-মাক বুলি কথা নাই। আদৰ্শ আৰু যুক্তিনিষ্ঠ চিন্তা-চৰ্চাৰহে কথা মই মা-দেউতাৰ পুত্ৰ– কিন্তু চিন্তা-চৰ্চাৰ ক্ষেত্ৰত মোৰ তেওঁলোকৰ সতে প্ৰাৰ্থক্য থাকিব পাৰে। দেউতাক কৈছিলো বেয়া কথাৰ পৰা বিৰত থাকিবলৈ। ময়ো সোমাই চালো সেয়ে আপোনালোকৰ ফৰামলৈ মই অহা নাছিলো। সেইবুলি মই এতিয়াও নাহো– মানে কথা কিছুমান ক'বৰ বাবেহে আহিলো– কাৰণ আমাৰ উদ্দেশ্য এটাই যেনে তেনে সমাজখন ভাল হ'ব লাগে। কবীনকতো মই বহু দিনৰ পৰা চিনি পাওঁ।

: আমাৰ ফ'ৰামৰ ইমেজ বাহিৰত কেনে ?

: সেইটো ঠিক তেনেকৈ ক'ব নোৱাৰিম। কিন্তু ফ'ৰামৰ বিশেষ ভুল মোৰ আৰু মোৰ লগৰ কাৰো চকুত পৰা নাই।

: শুনা আছফি, পৃথিৱীত এনে এদাল সূতা নাই যি এবাৰ গাঁথি খোৱা নাই। কিছুমান মানুহে সাংঘাটিকভাৱে জানে সূতাৰ প্ৰথম গাঁথিটো ক'ত দিব লাগে। এটা কথা ভাবি চাবা, খুব দ'কৈ ভাবি চাবা। জয়া বজাৰৰ মহিলা

গৰাকী যে বাংলাদেশৰে, হেৰোৱা পুতেকৰ সন্ধানত আহি যে অসম পালেহি।

: বুজিছো দিয়ক টফচিৰ ককাইটিয়ে যে আপোনালোকক লৈ গৈছিল আমি যে পেপাৰত দুটা এদভাৰটাইজ দিছিলো ?

: একেবাৰে শুদ্ধ। জন্দীছুৰ ঔষধ বিচাৰি গৈ এতিয়া সেই জেঠাইৰ তালৈ বহু মানুহ যোৱা হ'ল। অন্য কোনো উদ্দেশ্য নাই কেৱল এটাই কাৰণ ৰোগীৰ বাবে দেৱাই লাগে। তাতে হয়তো এদিন সূত্ৰপাত হৈছিল কিছুমান কথা-বতৰাৰ। তাৰ মাজতে হয়তো আমাৰ নাম ওলাইছিল আৰু সেইদৰে এখন ধাৰাবাহিকৰ আৰম্ভণি হৈ গৈছিল। ৰবা সেইটো ইমানতে এৰিছো। কোনোবা এটা খণ্ডত তাক আকৌ জোৰা লগাম। আমি জেঠাইক জানিলো, দেখিলো, শুনিলো, গম পালো। কেনেকৈ আমাৰ ইয়াৰে অবলা, নিচলা ছোৱালীবোৰ ৰাখি, ভাল কৰি বিয়া দি কেনে এক আদৰ্শৰ কাম কৰি আছে। তেওঁৰ এটাই উদ্দেশ্য, আশা, অপেক্ষা- এদিন ফৰমান আহিব। খোৰছেদ নামৰ এজনে তেখেতক আনিছিল অসমলৈ। এই কাম কৰিবলৈটো তেওঁক এটা নিমিত্ত লাগিব। তেওঁতো ইয়াত থাকিবলৈ এটা চেলু লাগিব, গতিকে তেওঁ কি কৰি থাকিব? আৰম্ভ হৈ গ'ল মানৱতাবাদী এক প্ৰক্ৰিয়া। প্ৰথমে এটা ভেটি, ওচৰৰ মানুহৰ সতে মিলা-মিচা, তাৰ পাছত মানুহৰ সতে আহ-যাহ, এদিন মৰমতে লগ হ'ব বুলি এজনী ছোৱালী ৰাখিলে, ইজনীক দেখি সিজনী আহিল আৰু এইদৰে সকলো মাউৰা, দুখীয়া, নিচলা ছোৱালীৰ গৰাকী জেঠাইহে হৈ আহিব ধৰিলে। সকলোৱে যেন জেঠাইৰ বুকুতহে আশ্ৰয় লব। জেঠায়ো বৈ নেথাকিল। অন্ততঃ এগৰাকী নাৰীয়ে কি কি কৰিলে আজিৰ যুগৰ কিছুমান বিভৎস পৰিনামৰ পৰা মুক্ত হ'ব পাৰিব এই বিষয়ে জেঠাই সচেতন। সৰু কালছোৱা বাপেক চোনাৰদাদাৰ সতে কটাই জীৱনত বহু অভিজ্ঞতা অৰ্জন কৰিলে আৰু তাৰেই এক প্ৰতিফলন বিচাৰিলে জয়ন্তী, ফৰিদা, ত'ৰাইতৰ মাজেদি। সমাজ, মানুহ, পাপবোধ আদিৰ ওপৰত যদি কোনোবাই কিবা অকণ কৰিছে তেন্তে কৰিছে জয়া বজাৰৰ সেই অখ্যাত জেঠায়ে। কোনেও নেজানে, ক'তো নাম ফাটি-ফুটি যোৱা নাই, কাৰো দৰকাৰো নাই। কিন্তু আমি দুই এক কথা, এগৰাকী মহিলাৰ নৈতিকতাৰ কথা, কৰ্তব্যৰ কথা ক'ৰবাত কাৰোবাক কৈছো। এটা কথা অনস্বীকাৰ্য্য যে আমাৰ ক'ৰামৰ এই

কেইটা ল'ৰাৰ লিখনিবোৰত, চিন্তাত কৰবাত নহয় কৰবাত জেঠায়ে এখন আসন দখল কৰি লৈছে। তেওঁক সেইক্ষেত্ৰত আমি জেঠাই বুলি লোৱা নাই লৈছো এগৰাকী আদৰ্শবান নাৰীৰূপে যি গৰাকীয়ে আৰু আমাৰ অসমৰ, গাঁৱৰ ওচৰৰ কোনোবা ছোৱালীবোৰকে আৰু নিজৰ কৰি লৈছে। সকলোতকৈ মৰ্মান্তদ কাহিনীটোৰেই হ'ব কিজানি লতাৰ। এতিয়া সেই বিভিন্ন লোকবোৰ যে যায় ঔষধ আনিবৰ বাবে তাতেই সোমাই আছে আমাৰ পৰৱৰ্তী চিৰিয়েলৰ কথা। এতিয়া ইমানতে এৰি তোমাক ক'ব খুজিছো যে আজি দুইমান বজাত প্ৰেছলৈ এবাৰ যাবা। কথা আছে।

: মই আজি যাম বুলিয়ে ভাবিছিলো। ৰব একাপ একাপ চাহ খাই যাওঁক।

আছফিয়া ভিতৰলৈ সোমাই গ'ল। কবীনহঁতে কোঠাটোৰ পিনে এনেয়ে সাধাৰণভাৱে মন কৰিলে। আগৰ দিনৰ এটা বন্দুক, বাঘৰ চাল, চাহ গছৰ মূঢ়াৰ এখন টেবুল আৰু আগৰ মেহগনী কাঠৰ এটা ক'লা আলমিৰা দেখি সিহঁতৰ বেছি ভাল লাগিল। ডাঙৰ কাঠৰ ফুলাম ট্ৰেখনত খোৱা বস্তুৰে তিনি কাপ চাহ লৈ আছফিয়া সোমাই আহিল।

: মায়ে চাহ বনাই সকলো ঠিক কৰি ৰাখিছিল। মই বাকি লৈহে আনিছো। মাৰ পৰা অনুমতিটো লৈ ৰাখিলো। মা গ'লগে- বেয়া পাব মনা কৰিছে।

: বেয়া কিয় পাম বাৰু ? বহু কিবা কিবি আনিলা ?

গোল চানমাইকা এখনৰ কাষে কাষে বহি পৰিল কবীনহঁত। আছফিয়াই আগবঢ়াই দিলে।

: অনু-বিনুহঁতৰ কথাবোৰ বৰ ধৰিব নোৱাৰি। কিন্তু মিটিঙত বোলে খুব গৰমা-গৰমী হ'ল। দুটা পাৰ্টী।

: আক্ৰমণ বা প্ৰতি আক্ৰমণ, ব্যক্তিগত হনন কাৰ্য্য, ধমকি, কেপেৰি পতা এইবোৰ বেয়া কথা। মূল সমস্যাটো কৰবাত পৰি থাকিল। অনুকৰণ, অনুসৰণ, কৰণীয় অ-কৰণীয়, কিটো গ্ৰহণ কৰিব লাগিব, ভৱিষ্যতৰ পৰিকল্পনা কি, এগৰাকী লিখিকাৰ ভাষ্যসমূহৰ ওপৰত আমি কি আলোচনা কৰিম, কৰিলে আমাৰ কি উন্নতি হ'ব তাৰ কোনো ইংগীত নাই। মই লিখিলো বা ক'লো মোৰটোৱেই শুদ্ধ বা তেওঁ ক'লে, তেওঁৰটোৱেই শুদ্ধ, এইদৰে

মই বৰ ভাবলৈ বস্তুটো নষ্ট কৰি পেলোৱা হ'ল। আক্ৰমণকাৰীসকল হৈছে টাবৰীণৰ সমৰ্থক, অন্ধ সমৰ্থক। বাকীসকলে ক'ব খোজে যে টাবৰীণৰ কথা সঁচা যদিও মাজে মাজে ভুল আছে। আমি সকলো মানিব নোৱাৰো। তাৰোপৰি ধৰ্মীয় মন্তব্যবোৰত ভুল বৈ গৈছে। আমাৰ সমাজত তাৰে কিছুমান কথা আমি লগাব নোৱাৰিম। এইখিনি কথাৰ লেচ কেচ নমৰিল। পাছত প্ৰস্তাব কেইটামান জোৰ কৰি লৈ তাকে কৰা হ'ল বুলি জন মানসৰ আগত এটা ভাবমূৰ্ত্তী তৈয়াৰ কৰিলে কি হ'ব ? মূল কথাটো মোৰ মতে এইটো- কোনোবা এজনে কিবা এটা লিখিলে, তাত কি আছে, কেনে সংবাদ আছে তাৰ পৰা আমি কিবা পাব পাৰো নেকি- আমাৰ সমাজ- সংস্কৃতিত বা বৰ্তমানৰ আমাৰ সমাজৰ ভালৰ বাবে তাৰপৰা কিবা সমল লব পাৰো নেকি- এই জাতিয় কথাবোৰ বিচাৰ-বিবেচনাৰ মাজলৈ আনি যৎকিঞ্চিত কৰিব লাগে নোৱাৰিলে, সম্ভৱ নহ'লে নাই। তাকে নকৰি অ যঠা কথা কিছুমান লিখি সমাজ, ধৰ্ম, মানুহৰ বিবেক-অনুভূতিত আঘাট কৰাৰ কোনো অধিকাৰ নাই। সভ্য দেশবোৰত এনেবোৰ চাগৈ নকৰে। আমি কোনো ধৰণৰ শিক্ষা লবলৈ এতিয়াও নিশিকিলো। এই গালি-গালাজৰ সাহিত্য, আনক বাৰে বাৰে ভুল দেখাৰ সাহিত্য, আনৰ ধৰ্মক সংস্কাৰ কৰাৰ প্ৰয়োজনিয়তাৰ সাহিত্য, এইবোৰ কৰিব নেলাগে। এইবোৰ কথাই আমাৰ মনৰ মাজত কিবা-কিবি থকা- নথকাৰ কথাৰে সংকেট দিয়ে। আমি আৰু দহ-পোন্ধৰ বছৰ এনেকৈয়ে থাকিলো যেনিবা কিন্তু আমাৰ ল'ৰা-ছোৱালীবোৰ বৈ নেথাকে। এইবোৰ লিখা যদি কৰবাত সংৰক্ষণ কৰা হয় তেন্তে এদিন আমাৰ ল'ৰা-ছোৱালীবোৰে যে আমাৰ মুখত থুৱাব- ই একেবাৰে সঁচা কথা, যদিহে সিহঁত কিবা কাৰণত ভাল হ'ব পাৰে তেতিয়া বেলেগ কথা আৰু নহ'লে আমাৰে দুৰ্ভাগ্য। কেৱল তেনে নহ'বৰ বাবে আমাৰ চেষ্টা অবিৰতভাৱে চলি থাকিব।

: আপোনালোকে ভুল হ'লে ক'ব মোৰ এটাই কথা। লাগিলে এটাতে লাগিব লাগে, এটা কথাকে কৈ দিব লাগে তাকে নকৰি বৰণ সলাই, চেগ বুজি আজি এটা কালি এটা কথাৰে, উপলক্ষ সাপেক্ষে যে মানুহে কথা কৈ থাকে সি অতি গৰ্হিত কাম। আৰু এটা কথা হৈছে মিছা কোৱা, আনৰ গুৰুত্বপূৰ্ণ কথা এটাক সলনি কৰি তাক লঘু কৰি তোলা। এই সকলো কামেই

অতি নিকৃষ্ট কাম।

: কথায়েই হওক বা ঘটনাই হওক মানুহে কেনেকৈ সলাই মেলি, বেলেগ কৰি, মেখেলা কাপোৰ পিন্ধাই আগৰ মূল বস্তুটোক নোহোৱা কৰিব খোজে তাৰ কিছুমান উদাহৰণ চাওঁক। এইটো সৰ্বজন বিদীত যে- মোল্লাসকলে প্ৰথমৰে পৰা টাবৰীণৰ ইছলাম বিৰোধী, মহম্মদক হেয়জ্ঞান আৰু কোৰাণৰ অপব্যাখ্যা কিছুমানৰ ভিত্তিত আক্ৰমণ কৰি আহিছে। মৃত্যুদণ্ডও দিছে। 'মজ্জা' প্ৰকাশ হোৱাৰ পাছৰে পৰা তেওঁলোকৰ এই অভিজান। এইটো নহয় যে তেওঁলোকে আগৰবোৰ বাদ দি কোৰাণ সংশোধনৰ বাবেহে এইবোৰ কৰিছে। কোৰাণ সংশোধনৰ ঘটনা বহু পিছত সৌ সিদিনাখনৰ কথা। কিন্তু মানুহে এতিয়া নতুনকৈ কোৱাত লাগিছে যে মোল্লাসকলে কোৰাণ সংশোধনৰ কথা কোৱাৰ বাবেহে মৃত্যুদণ্ডৰ দাবী কৰিছে। আগৰ ঘটনাবোৰৰ বাবে নহয়। অৰ্থাৎ মোল্লাসকলে ফাঁকি মাৰিছে। এনে ব্যক্তিয়েই আৰু কিদৰে সাংবাদীকসকলক মানুহৰ চকুৰ কূটা দাঁতৰ শূল' কৰে তাৰ প্ৰমাণ চাওঁক। টাবৰীণে কৈছে 'মই নাই কোৱা'। সাংবাদিকে কৈছে 'কোৱাটো হয়'। এতিয়া টাবৰীণক সঁচা কৰিবৰ বাবে সাংবাদিকক মিছাত পেলাইছে। এনেয়ে আৰু সাংবাদিকক কিবা ক'লে পোনচাতেই বাক্ স্বাধীনতাত ধৰেগৈ। টাবৰীণক যেনে তেনে দোষমুক্ত কৰিবৰ বাবেই এইসকলে এনে কৌশল কৰে তেহে আৰু মোল্লা মৌলবাদীক পৰা গালিবোৰ আৰু জোৰদাৰ হ'ব। তাই অস্বীকাৰ কৰিলেও তাই যে আচলতে কোৰাণৰ আমূল পৰিবৰ্তন আৰু সংশোধন বিচাৰিছে তাৰ প্ৰমাণ দিব পৰা যাব। মানবীয় অধিকাৰ এনেকৈ নিবিচাৰে। খাই কাৰশলা গছত উঠিলে কি হ'ব- খোৱাটোতো খালেই। আৰু সেই যে মাজে মাজে মুছলিম দৰদী কথাবোৰ কয়- সেইবোৰে আমাক বৰ হুহুৱাই। যেনে এইবোৰ বুজিলে মুছলমানৰে ভাল হ'ব, মুছলমানৰ ভালেই আমাৰ ভাল, মুছলমানৰ সমাজত সকলো তিকতাই মানবীয় অধিকাৰসমূহ উপভোগ কৰিব লাগে, আদি। মৌলবাদী বুলি গালি পাৰি ভৰিৰে মোহাৰিবলৈ নেৰাওৰে আৰু মুছলমানৰ প্ৰতি দুখত হিয়া ভাঙি দেখুৱাই। জগতখন আগবাঢ়িছে যদি তাৰ সতে ধাপলি মেলাৰ কাবোবাৰ ধাউটি হৈছে তেন্তে বাংলাদেশৰ মহিলাখিনি আগবাঢ়ক। সকলো মুছলমান নাৰী আগবাঢ়িব নেলাগে বাৰু। আমাৰ এয়ে

হ'ব। আমাৰ ইয়াত তেনে সমস্যাই দেখা দিয়া নাই সকলো মহিলা ঠিকতে চলি আছে- কৰবাত যদি বেঠিক হৈছে- তেন্তে পুৰুষৰ পৰায়ে হৈছে। সেই বিষয়ে কিন্তু ভীষণভাৱে নিমাত। টাববীণৰ প্ৰেম মুক্ত প্ৰেম নহয় মুক্ত যৌন জীৱনৰ প্ৰেম- Free Sax, মুক্ত প্ৰেমৰ মৰ্য্যদা আছে। পৰিয়ালৰ নিয়ন্ত্ৰণ আমাৰ ইয়াত অৱশ্যে কৰি আছে। কিন্তু বিবাহ-বিচ্ছেদৰ যি মানবীয় অধিকাৰ আছে তাক দেখো কোৰাণে কিতাপে দিয়েই দিছে। নাৰীয়েওটো পুৰুষক তালাক দিব পাৰে। আমিটো এইবোৰ জনা কথা। আনে বা কিছুমানে কিয় নেজানে আমি হ'লে নেজানো। এইবোৰ আমাৰ সাংঘাটিক কথা। আৰু এই কথাৰ বাবেই মই দেউতাক বেয়া পাওঁ। সেয়ে মোৰ দেউতা-মাইতৰ সতে বিৰোধ। ইপিনে মই এটা ল'ৰা বাবে মোলৈ ভয়ো কৰে। ভয় কিহৰ আৰু ? সঁচাৰ বাহিৰে পৰম বন্ধু কোন আছে ?

: আগতে বুজা নাছিলোঁ- এতিয়া অলপ বুজিছো। মানুহে মানুহক কিদৰে খাললৈ, নৰ্দমালৈ, জুইলৈ ঠেলি দিব পাৰে। জানে, এইটো বেয়া- ঠিক তেনে কামকে কৰে। বুজাই বুজিব। জানে- ইয়াত অসৎ ব্যক্তি আছে, ক'লা হাত আছে, ধৰাল নখ আছে, বিষযুক্ত দাঁত আছে তথাপিও তেওঁলোকৰ সুবিধাৰ কাৰণে, যাতে তেওঁলোকেই পৰিস্থিতিৰ সুবিধা লব পাৰে, চল চাই চাপৰি মাৰিব পাৰে তাৰে ব্যৱস্থাটো কৰি দিয়ে। এনেবোৰ কৰি থাকিলে সমাজ আৰু ক'ত থাকিব ?

: মইটো আপোনাক বহু কথাই ক'লো। সেইবোৰ মোৰ দেউতাই কৰি থাকে। তেওঁ এটা বিশেষ দলৰ লোক। এইবোৰ কৰি খুবেই ভাল পাই। আমি এটা ল'ৰা আৰু দুজনী ছোৱালীয়ে এইবোৰ চাই থাকো। সেই কাৰণে মই আনক কথাবোৰ কৈ দিও। কাৰণ মই জানো দেউতাৰ অজস্ৰ টকা আছে বলে নোৱাৰো, জন্মদাতা হিচাপে একো ক'বও নোৱাৰো বেয়াকৈ। গতিকে মনে মনে থাকিম কিন্তু ক'ত ক'ত কি কৰি ফুৰে সেইবোৰ কৈ দিম সকলোকে আৰু তাকে কৰিও আছো। বিয়া-বাৰু কৰোৱা নাই যদি কিহৰ ভয়- চাকৰি আছে খাই থাকিম।

সকলোৱে হো হোৱাই হাঁহিলে। কাকতি মানুহটো এক ধৰণৰ। ঘৰতে ব্লেকমেইলীং কৰিছে কিন্তু উপকাৰৰ অৰ্থত। নতুনকৈ জানো কিবা এটা

বেলেগ ভাল আমি কাবোবাৰ পৰা পাম ? সকলোৰেটো প্ৰথমে এনেকুৱা কথাই কয়। পাছতহে বেলেগ হৈ যায়। কিন্তু আছফিয়াৰ মনটো গুমৰি থাকিল এটা কথাৰ বাবে যে তাৰ পাছত জয়া বজাৰৰ কথাখিনি কি হ'ল। কিন্তু কবীনে পাছতহে ক'ব।

: এতিয়া চিৰিয়েল ইমানতে সামৰো। অ' দেৰ বাজিল। তুমি ওলোৱাগৈ আমাৰ লগতে যাব পাৰিবা তেনে ?

: আপোনালোক গৈ থাকক মই গৈ আছোঁ। ঘৰত কাম কেইটামান আছে।

: তেন্তে ব'লা তুমি আহি থাকা।

কবীনহঁত আছফিয়াহঁতৰ ঘৰৰপৰা ওলাই গ'ল। তাই দুবাৰ মুখলৈকে ওলাই গ'ল আৰু লগে লগে ঘূৰি আহি চফা এখনত বহি পৰিল। দুয়োটা কথাই আচৰিত। নিশ্চল কাকতিৰ কথা আৰু জয়া বজাৰৰ এই দুয়োটা ঘটনাই আচৰিত। হ'লেও কিন্তু বাপেকহঁতৰ কথা পুতেকে এনেকৈ ক'ব পাৰেনে? মানে বাপেকটোৱে বেছি গহিত কাম কৰিছে কিজানি। হয়ো মাজে মাজে কিছুমান কথা, ঘটনা, সংবাদ, খবৰ আমি পাই থাকো তাৰ মূলতে কোনোবা এজনৰ বেয়া হাত থাকিব পাৰে আৰু সেই কথা-কাণ্ডবোৰত স্বাভাৱিকতা খুবেই কম, জোৰ কৰি মনেৰে সজাৰ দৰে লাগে। এইবোৰ তেনে নিশ্চলৰ দেউতাকে কৰি আছে। চিন্তিতভাৱে আছফিয়া গৈ নিজৰ কোঠাত সোমালগৈ। কাপোৰজোৰ বদলি কৰি ললে। কঁকাললৈকে বৈ পৰা দীঘল হাতৰ ব্লাউজ এটা পিন্ধি পাতল নীলা শাৰী এখন আলনাৰ পৰা নমাই ললে। বেৰৰ ঘড়ীটোৱে দুই বজাৰ মৃদু সংগীত অলপ শুনালে। সৰু ছোৱালীজনীয়ে কণী দিয়া সৰহকৈ চাওঁ অলপ চচ্ দি লৈ আহিল। কাপোৰ পিন্ধাৰ পাছত সৰহকৈ দুবাৰমান চাও খোৱাৰ পাছতে আছফিয়াই দেখিলে যে কাটা চামুচখনৰ আগত লাগি অহা চাওৰ অৱশিষ্ট অংশবোৰ গোলপীয়া হৈ গৈছে। প্ৰথমে আছফিয়াই ধৰিব পৰা নাছিল। ভুলটোৰ বাবে খং উঠি গ'ল। আগে লিপষ্টিক সোপা ঘঁহিনো ধীৰে বনোৱা গৰম চাও খাব লাগেনে ? তাই আৰু নেখালে মাত্ৰ আঁ কৰি ৰসগোল্লা এটা মুখত ভৰাই পানী এগিলাচ খাই হাতত ভেনিটিটো লৈ ওলাই আহিল ঘৰৰ পৰা।

আছফিয়া বাছৰ পৰা নামি প্ৰেছৰ পিনে সোমাই গ'ল।

প্ৰেছৰ কিনাৰৰ গলিটোৰে অলপ আগুৱাই গৈ সিহঁতে আলোচনা কৰা সেই কোঠাটো পালেগৈ। তাতে বহি কবীনহঁতে কিবা আলোচনা কৰি আছিল। আছফিয়াৰ উপস্থিতিত আদিত্যাই সৰুকৈ ক'লে।

: ধুনীয়া বাই আহি গ'ল। সকলো কাম হৈ যাব।

: সিদিনাৰ ধকাটো পাহৰিলা ?

: তোমাৰ দুটা আৰটিকোল প্ৰকাশ হৈছে। এতিয়াৰটো অৱশ্যে দেখা নাই। গতিকে আজি পাণকে খুৱাবা।

: খাব দাদা পাণ খাই যি খাই খাব। মোৰ হলে বেছি পইচা নাই।

: হ'ব দিয়া তোমাৰ বাবেই বৈ আছো।

: চিৰিয়েলৰ বাকী খণ্ড কেইটা থাকি গ'ল হ'লে।

: চুটিং হৈ গ'ল। এদিটিং হোৱা নাই, হ'লেই ই মানে এইবাৰ টফচিৰে ক'ব।

: মই বুজা নাই।

: কেলৈ জেঠাইহঁতৰ চিৰিয়েলত আমি যে অভিনয় কৰা অভিনেতাৰূপে পৰিগণিত হ'লো- সেইখন আক ?

: ও সেইবোৰ পাছত কম। এতিয়া তুমি এইখন পঢ়ি লোৱা। Resolutions and allegations against you.

টফচিৰে খবৰ কাগজ এখন ভাজ কৰি শিৰোনামাটো উলিয়াই আছফিয়াৰ হাতত তুলি দিলে। অলপ হাঁহি আৰু উৎক্যুস ভাৱে আছফিয়াই চকীত বহি পঢ়ি গ'ল কথাখিনি। সকলোৱে আছফিয়াৰ প্ৰতিক্ৰিয়াৰ বাবে বৈ থাকিল। এবাৰ তাই অলপ উচ্চাৰণ কৰি পঢ়িলে। "নাৰী নামৰ সংজ্ঞা আৰু চৰিত্ৰৰ পৰা বহিস্কাৰ" তাৰ পাছত আকৌ পঢ়ি আকৌ এবাৰ "নাৰী হৈ নাৰীৰ সপক্ষে নেমাতি সততাৰ ধ্বজা উৰুৱাই ভণ্ডামীৰ --" বুলি পঢ়ি খবৰ কাগজখনৰ শেষৰ অংশ পঢ়াত লাগিল। প্ৰায় চাৰি মিনিটমানৰ পাছত অছফিয়াই কবীনহঁতৰ পিনে মূৰ তুলি চালে। চোৱাৰ লগে লগেই কবীনে এনে জোৰকৈ হাঁহি দিলে যে আগতে কবীনৰ ইমান ডাঙৰ হাঁহি কোনেও শুনা নাছিল। আদিত্যাই কিন্তু নেহাঁহিলে। টফচিৰে কবীনৰ পিনে মুখ ঘূৰাই ক'লে।

: তইনো ইমান ডাঙৰকৈ হাঁহনে ?

: মই নেহাঁহো- কিন্তু কিছুমান কথাত এনেকৈয়ে হাঁহো । নবদাদাই মোক শিকাই থোৱা আছে যে ফালটু, সস্তীয়া কথাত যেতিয়া তোৰ খং উঠিব তেতিয়া খুব জোৰে হাঁহি দিবি- দেখিবি হাঁহিৰ সতে খংটো ওলাই লৰ মাৰিছে ।

: মই আদিত্যই কৈছো- মই লতাক কি কৰিম জান ? মই লতাক আমাৰ ঘৰত ৰাখি টাইপ নহয় কলেজত পঢ়োৱাম, দুই তিনিটা টিউশ্যন ঠিক কৰি দিম আৰু তাইক নিজৰ ভনীৰ দৰে লৈ ফুৰাম, আৰু দামী দামী শাৰী পিন্ধাম।

আদিত্য বহাৰ পৰা উঠি আহি থাপ মাৰি খবৰ কাগজখন আছফিয়াৰ পৰা ললে আৰু তাৰপৰা একাংশ কথা পঢ়ি গ'ল । "বয়সন্ধিৰ স্তৰ গৰকা এজনী শোড়ষীলৈ মানৱতাবাদী সেৱা-শুশ্ৰষাৰে পৰিপুষ্ঠ কৰি টাবৰীণ বিৰোধী ৰচনাৰে প্ৰয়োচীওঁ কৰিলেই মানুহে মানি নলয় যে কিছুমান লোকে তেওঁলোকৰ জীৱনবোধ আৰু মানৱতাবোধৰ উত্তম স্থিতিসমূহ পবিত্ৰতাৰে ৰক্ষা কৰি চলি আছে। বাংলাদেশী মহিলাৰ দ্বাৰা লালিতা-পালিতা পিতৃ-মাতৃ পৰিচয়হীনা এজনী ছোৱালীক ভগ্নীৰূপে আকোৱালী লোৱাৰ মানৱীয় মানসীকতা আছে যদি ভালেই কথা, কিন্তু একেই বাংলাদেশী লিখিকাকো নুন্যতম স্থানত অধিষ্ঠিত কৰাৰ পুৰোষীত সাহসৰ প্ৰয়োজন আছিল"- এই কথাখিনিয়ে কাক বুজাইছে? আমাক নহয় ? তাইক বৰবৰাৰ টাইপ স্কুলত নাম লগাই পঢ়োৱাৰ বাবে, কেতিয়াবা অ'ট ধৰি আগবঢ়াই দিয়াৰ বাবে, বগীবুঢ়ী জেঠাইৰ ঘৰলৈ আহ-যাহ কৰাৰ বাবে, তাইক জোকোৱা সেই ল'ৰাটোক এদিন লগ ধৰি সাৱধান কৰি দিয়াৰ বাবে, লতাৰ প্ৰতি অলপ চকু ৰখাৰ বাবেই এই কথা লিখিছে। আমি কি লিখিছো আৰু আমাৰ বিৰুদ্ধে কি লিখিছে? আছফিয়াই প্ৰবন্ধত কি লিখিছিল আৰু এতিয়া আছফিয়াৰ বিৰুদ্ধে কি লিখিছে ? আমি সেইবোৰ ভয়ো নকৰো ।

: আৰু সেই কাৰণে আমি মানে মই অথনি খুব জোৰে হাঁহি দিছিলো। নেহাঁহি কি কৰিম ভাই ? এতিয়াই আছফিয়াই কি কয় মই নেজানো। ফ'ৰামৰ পৰা কিবা এটা উত্তৰ যাব । তাৰ বাহিৰেও আছফিয়াই কিবা ক'ব নেকি-

ব্যক্তিগত ভাবে ?

: মই এবাৰ মাক সুধিম তাৰ পাছত সিদ্ধান্ত লম। কাৰণ ইমান সংগতিহীন, টুলুঙা, নিম্নস্তৰৰ কথা লিখিছে যে ইয়াত মনে মনে থকাৰ বাহিৰে অন্য কোনো উপায় নাই। এটা কথায়েও মোক চুই জোৰা নাই। মই ভাবো মোৰ বিষয়ে যিখিনি লিখিছে সেইখিনি complete ignore কৰাই শ্ৰেয়। আদিত্য দাদাৰ খং উঠিবই। মই তাত আমাক লতাৰ বিষয়ে সাঙুৰি যি কথা লিখিছে তাৰ এটা উত্তৰ দিব লাগিবই। নহ'লে চল পাই যাব।

: এবা কিছুমানে শাৰীৰিক অসুখৰ ঔষধ আৰু মানসীক অসুখৰ বীজানু আনি দুটা ব্যৱসাই আৰম্ভ কৰি দিছে।

: নিশ্চল আমাৰ মাজলৈ অহা মাত্ৰ দুটা দিন হৈছে। মোৰ কোৱা ভুল হৈছে আমাৰ ঠিক মাজলৈ অহা নাই ওচৰলৈ আহিছে কিছুমান কথা ক'বলৈ। লোমহৰ্ষক নহ'লেও সবাটোকে বেছি শিহৰণ দিব পৰা কথা এবাৰ তেওঁ আজি প্ৰকাশ কৰিব। আছফিয়াৰ অনুপস্থিতিৰ বাবে সেই কথাটো কোৱা নাছিল। আজি সকলোৰে আগত ক'ব। মই নিশ্চলক অনুৰোধ কৰিলো।

: লতাক জোকোৱা ল'ৰাটোৱে যিখন গাড়ী চলাই সেইখন মোৰ দেউতাৰ গাড়ী। কিন্তু সদাই নচলাই। মাজে মাজেহে নিয়ে। তাৰ নাম ৰাইহান।

: এতিয়া মই ধাৰাবাহিকৰ পৰিচালক, সহ-পৰিচালক আদিৰ কথা কম। কিন্তু অলপ পাছত। প্ৰথমে ক'ব খুজিছো মিটিংখনত দেখা দেখিকৈ কেনেকৈ দুটা দলে ইটোৱে সিটোক আক্ৰমণ কৰিছে। যুদ্ধং দেহি মনোভাৱেৰে শৰ নিক্ষেপ কৰি এদলে আন এদলক ধাৰাসায়ী কৰিব বিচৰা কাৰ্য্যই প্ৰকৃততে অন্ধ সমৰ্থকৰ ভুমিকা লোৱাৰ কথাকে প্ৰমাণ কৰিছে। বুজিয়ে হওক বা নুবুজিয়েই হওক, উদ্দেশ্য প্ৰণোদিত ভাৱেই হওক বা নিঃস্বাৰ্থ ভাৱেই হওক যিকোনো এটা বিষয়ে যেতিয়া এটা বিশেষ স্তৰলৈ ধাবিত কৰে তেতিয়া মানুহে প্ৰথমে বেয়াৰ দিশটো বেছি সোনকালে দেখে, বিশ্বাস কৰে আৰু সমৰ্থন কৰে। তাৰ বিষয়ে যদি ভাল আলোচনা নহয় তেন্তে ভুলকৈ বুজা সংখ্যাৰ লোক সেই নিৰিখতে থাকি যায় আৰু সেই সকলকে সমৰ্থন কৰি আন সকলে নানা কথাৰে এগুণত দুগুণ কৰি সমাজৰ সকলো পৰিবেশ বেয়া কৰি তোলে। আনকি জনা- বুজা লোক সকলেও যদি টাবৰীণৰ কথাবোৰ অন্ধভাৱে সমৰ্থন

নকৰি কিবা কিবিবোৰ নিলিখিলে হয়, তেন্তে আজি হাতীৰাম, ঘটিৰামৰ দৰে কিছুমান মানুহেও ইছলামৰ ওপৰত এনেকুৱা টুলুঙা মন্তব্য দিবলৈ সাহ নকৰিলে হয়। আমি তালাকৰ কথাটোকে সুন্দৰভাৱে আনিব পাৰো। তালাক এটা বিশাল বিষয়। তাৰ মাজত বহু দৰকাৰী কথা, ব্যাখ্যা সোমাই আছে। সেইবোৰৰ ভিতৰলৈ নগৈ তালাকক তিনি টিলিকিৰ শব্দৰ সতে তুলনা কৰি এটা ভুল ভাবমূৰ্ত্তী মানুহৰ মাজলৈ বিয়পাব নেলাগে। ভাৰত-বাংলাদেশ নেলাগে পৃথিবীৰ কোনখন দেশত, সমাজত তালাক শব্দটো তিনিবাৰ উচ্চাৰণ কৰি পুৰুষে পত্নীক ত্যাগ কৰিব পাৰে? ইয়াৰ কোনো নীতি-নিয়ম, অনুশাসন, আইন-কানুন নাই নেকি? সময় বোলা কোনো কথা নাই নেকি? পৰিস্থিতি পৰিবেশ বুলি কোনো কথা নাই নেকি? আছে, সকলো আছে। অজ্ঞ লোকেহে ইছলামৰ নীতি-নিয়মক তুচ্ছ-তাচ্ছিল্য কৰিবৰ বাবে এনেবোৰ কতা লিখিবলৈ ভাল পাই। আমি এতিয়া সেইবোৰৰ বাবে ধৰ্মীয় পুথিলৈ ঘূৰি যাব খোজা নাই। এই সম্পৰ্কে ভাল ভাল প্ৰবন্ধ প্ৰায়ে ওলাই থাকে। সেইবোৰত অলপ চকু ফুৰাবলৈহে আমি ক'ব খোজো। তালাক দিবলৈ হ'লে যে বহু বেকগ্ৰাউণ্ড লাগিব, বহু কথা চাব লাগিব তাৰ বিষয়ে আদ্যোপান্ত কিতাপত আছে। বিশেষকৈ এই তালাক যে কেৱল উচ্চাৰণৰ ওপৰত নিৰ্ভৰ নকৰি সময়ৰ ওপৰত নিৰ্ভৰ কৰে তাৰো সুন্দৰ ব্যাখ্যা, অৰ্থ আদি পুথিত আছে। তিনি তালাকৰ সতে যে তিনিটা মাহ জড়িত হৈ আছে, আকৌ সেই মাহ তিনিটা এনেয়ে নহৈ ঋতুৰ সতে যে জড়িত হৈ আছে তাকো চাব লাগিব। অথচ এই তালাকেই খোদাৰ চকুত এটাইতকৈ গৰ্হিত কাম বুলি অভিহিত কৰা আছে। সমাজৰ বাবেও ই অতি নিন্দনীয়। আকৌ যিবোৰ পুৰুষ-নাৰীয়ে কাজিয়াও কৰে, আলোচনাৰ মেজলৈও নাহে, শান্তি প্ৰতিষ্ঠা কৰাতো অন্যমনা, এৰা এৰি হ'বৰো ইচ্ছা বা পুৰুষজনে মজা দিবৰ বাবে এৰিও নিদিয়ে বা পত্নী গৰাকীয়ে এশিকনি দিবৰ বাবে তালাকৰ কাষো নেচাপে কিন্তু আনহাতে আক গোপনে মিলিত হৈ কু-কাৰ্য্যত লিপ্ত হয়, তাৰদ্বাৰা সমাজৰ ক্ষতিসাধন কৰে তেনেক্ষেত্ৰত তালাক এক উত্তম পন্থা। কদৰ্য্য, অশান্তিকৰ আৰু এটা বিভৎস জীৱন লৈ থকাতকৈ এৰা এৰি হৈ আঁতৰি থকাই ভাল। গতিকে তিনিবাৰ উচ্চাৰণ কৰি তালাক লৈ থকা প্ৰথাটোত এনে এটা ৰঙৰ প্ৰলেপ

দি তাক সজাই পৰাই লোক চক্ষুৰ আগলৈ অনা হৈছে যেন ই বৃহত্তৰ মুছলমান সমাজত চলি থকা এটা সচৰাচৰ ঘটনাহে, যেন এটা পৰম্পৰা, যেন বংশানুক্রমে চলি অহা এটা নিয়ম। তালাকৰ বাবে ইছলামৰ দুৱাৰ যেন সদায়ে খোলা। পৃথিৱীৰ এক কৌটি মানুহৰ মাজত দহ হাজাৰে যেনিবা এই তালাকক তিনি টিলিকৰি দৰে মানি কাম কৰি আছে। সেইটো আমাক নেলাগে। আকৌ আহিছে "বহু পত্নী" কথাষাৰ। বহুপত্নী দুবিধ মানুহে গ্ৰহণ কৰে, অন্তত আজিৰ যুগত। যাৰ বিপুল ধন সম্পত্তি আছে, যাৰ ঈশ্বৰ্য্যৰ ভড়াল নিজ ঘৰৰ মজিয়াত, যাৰ কোনো পিনৰ পৰা কোনো কথা ভাবিব লগাত নপৰে- তেনে লোকেহে বহুপত্নী গ্ৰহণ কৰে। তাৰোপৰি সেইসকল ব্যক্তিৰ কেতিয়াবা দেখাত এগৰাকী পত্নী হ'লেও অবৈধভাৱে বহু পত্নীৰ সতে হলি-গলি কৰাৰ উদাহৰণো আমাৰ সমাজত নোহোৱা নহয়। আৰু এবিধে কেইবা গৰাকী বিয়া কৰাই যিসকল অশিক্ষিত, অজ্ঞ আৰু যিসকলে দিন হাজিৰা কৰি জীৱন নিৰ্বাহ কৰে। কোনো কোনো ঠাইত পুৰুষজনে বহি বহি খাবৰ বাবে কেইবা গৰাকী মহিলা বিয়া কৰাই তেওঁলোকক পৰিশ্ৰম কৰিবৰ বাবে বাহিৰলৈ পঠাই দিয়ে। দিনটোৰ শেষত চাৰিওপিনৰ পৰা চাৰি গৰাকী মহিলাই চাৰিখন হাতেৰে সেই পুৰুষজনৰ হাতত ধনবোৰ জমা দিয়ে, আৰু পুৰুষজনে মহা আৰামেৰে সেইবোৰ ধনেৰে বজাৰ কৰি জীৱন নিৰ্বাহ কৰে। অৱশ্যে পত্নী কেইগৰাকীক খোৱাৰ পৰা বঞ্চিত নকৰে। এইদৰে যিমান পুৰুষে যিমান কেইজনী মহিলা বিয়া কৰাই ৰাখিব পাৰে সিমানেই সেই পুৰুষজনাৰ লাভ। এইবোৰ হৈছে বৰ্তমানে চলি থকা সমাজৰ এখন বাস্তৱ ছবি ।

: মই এইখিনিতে অলপ ক'ব খুজিছো। সেইবুলি আমি ৰামায়ণ-মহাভাৰতৰ যুগক বা ৰচুল (ছঃ) ৰ যুগক আজিৰ পটভূমিলৈ আনিলে ভুল কৰা হ'ব। সেই সময়ত বহুপত্নী গ্ৰহণ বা বহুস্বামী গ্ৰহণ কৰাটোৰ বহু যুক্তিসঙ্গত কাৰণ আছিল । বিশেষকৈ বংশ বৃদ্ধি, ধৰ্ম প্ৰচাৰ, যুদ্ধ, ব্যভিচাৰ, শৃঙ্খলতা, নাৰীৰ মৰ্য্যদা ৰক্ষা, নিৰাপত্তা আদিৰ দৰে বহু কাৰণত বহুপত্নী গ্ৰহণ কৰাটো এটা দৰকাৰী কথা হৈ পৰিছিল । সেই যুগত সমাজ ব্যৱস্থা ইমান বেয়া আছিল যে যিকোনো এটা কাৰণৰ বাবে হলেও এগৰাকী নাৰীয়ে বিপদৰ সম্মুখীন হ'ব লগাত পৰিছিল । এগৰাকী নাৰীৰ যৌৱন আছে কিন্তু কোনো নাই, এগৰাকী

বিধৱা আৰু তেওঁৰ ল'ৰা-ছোৱালী আছে কিন্তু অৰ্জন নাই, এগৰাকীৰ সকলো আছে কিন্তু নিৰাপত্তা নাই, এগৰাকীৰ সকলো থকাৰ উপৰিও নিৰাপত্তাকণো আছে কিন্তু অসুখীয়া । আকৌ ধৰি ললো এগৰাকী প্ৰৌঢ়ামহিলা, বহু বয়স হৈছে কিন্তু কোনো নাই, আন এগৰাকীৰ আক সকলো আছে কিন্তু কোনো নাই , আন এগৰাকীৰ আক সকলো আছে কিন্তু সম্পত্তিখিনি ৰাখি, ৰখি খাবলৈ অপাৰগ, আন এগৰাকীৰ আক নিৰাপত্তা আৰু মুখত পানী অকণ দিবলৈ, বজাৰ অকণ কৰিবলৈ কোনো নাই। এইখিনিতে এটা কথা প্ৰমাণ হৈ গৈছে যে স্বামী নহ'লে নাৰীৰ বা পত্নীৰ কোনো গতি নাই অন্তত সেই যুগত । তেনেক্ষেত্ৰত ধৰ্ম যদি সঁচাই ধৰ্ম হয় তেন্তে ই কি এনেয়ে মুখ মেলি বৈ থাকিব নেকি ? গতিকে সমাজত ব্যভিচাৰ, লুণ্ঠন, ধৰ্ষণ, অপসৰণ, অত্যাচাৰৰ মাত্ৰা বেছি হৈ যোৱাতকৈ সেই নাৰীগৰাকীক অন্তত কোনোবা এজন পুৰুষৰ তত্বাৱধানৰ মাজলৈ অহাটোকে ধৰ্মই পোষকতা কৰিছিল। সেই যুগত সেই ব্যৱস্থাই উত্তম বুলি বিবেচিত হৈছিল। তাৰোপৰি কেইবাগৰাকী মহিলাক পত্নীৰূপে গ্ৰহণ কৰাৰ সবল যুক্তি ধৰ্মত আছে। তাৰ ব্যাখ্যা বাৰু এতিয়া নকৰো । কিন্তু আজিকালি এই নিয়ম আমাৰ অসমীয়া সমাজখনত একেবাৰে নাই বুলি ক'ব পাৰি । চাব লাগিব এইবোৰ কোনখিনি মানুহৰ মাজত চলি আছে, মানুহমখা ক'ৰ, ক'ত থাকে, ভাষা কি, আৰু তেওঁলোকৰ স্বাভাৱিক জীৱন পদ্ধতি কি ? কিছুমান মানুহৰ কথা লিখিবলৈ বা ক'বলৈ গৈ গোটেই জাতিটোক সাঙোৰা আৰু লগে লগে ইছলাম ধৰ্মটোক হেয় কৰাৰ কোনো অৰ্থ নাই । গতিকে বহু পত্নী গ্ৰহণ কৰা প্ৰথা বৰ্তমানৰ আমাৰ সমাজখনত অতি কম। এটা কথা কিন্তু ঠিক যে যদিও দেখিবলৈ বেয়া, তথাপিও ইছলামৰ বহুবিবাহ বা বহুপত্নী গ্ৰহণ কৰা প্ৰক্ৰিয়াটো কিন্তু বৈধতা, সিদ্ধান্তৰ মাজেদিহে সম্পন্ন কৰা হয়। কোনোবা কাজীৰ দ্বাৰাই হওক বা ক'টৰ জৰিয়তে হওক বা মছজিদৰ মোল্লাৰ যোগে হওক বিনা নিকাহে এই বিবাহ সম্পন্ন হ'ব নোৱাৰে । এনে বিবাহক দেশৰ উৰ্দ্ধতন মহলৰ আইন-কানুনেও ৰদ কৰিব নোৱাৰে । তাৰ পৰিবৰ্তে কোনো ধৰ্মীয় নীতিৰে, অনুশাসনেৰে, স্থানীয় ব্যক্তিৰ দোৱা আশীৰ্বাদেৰে পুঠ নোহোৱাকৈ বা লুকাই চুৰ কৰি বিয়া পাতি সংসাৰ কৰা দম্পত্তী আমাৰ সমাজত আছে । আনকি তেনে দম্পত্তীৰ অবৈধবতে সন্তান

জন্মাৰ কাহিনীও চুপে চাপে ৰখাৰ মানসীকতা আমাৰ মাজত আছে। কিছুমান মানুহে এটা বিষয়ৰ বেয়া দিশটোক নানা সজা কথাৰে ৰূপত বহুন চৰাই বেছি বেয়াটোক দেখুৱাবৰ বাবেহে চেষ্টা কৰে। কিন্তু তাৰ ওপৰত যে সত্য থাকিব পাৰে, লেগাম থাকিব পাৰে, বাধা থাকিব পাৰে, পৰিবেশ-পৰিস্থিতি সাপেক্ষেহে যে সেই কামটো কৰিব লাগিব সেই সম্পৰ্কে কিন্তু একো নকয় । বহুপত্নী গ্ৰহণ কৰাটো তেনেই সাধাৰণ কথা বুলি কৈ বা লিখি তাক সমালোচনা কৰা হ'ল, কিন্তু পবিত্ৰ কোৰাণে নো কিবা কৈছে নেকি এই বিষয়ে কিন্তু কোনেও উল্লেখ নকৰে। এইক্ষেত্ৰত প্ৰথম পত্নীৰ অনুমতি বা অনুমোদন যে লব লাগে আৰু তাৰ যোগেদিয়ে যে নাৰীৰ মতামতক এক বিশেষ সন্মান জনোৱা হৈছে আৰু ই যে নাৰীৰ মতামতক প্ৰকাশ কৰি এক গণতান্ত্ৰিক অধিকাৰ প্ৰদান কৰিছে তাৰ বিষয়ে কোনেও একো নকয় ! কোৰাণে কৈছে "যদি তোমালোকৰ ভয় হয় যে তোমালোকে ন্যায় আচৰণ কৰিব নোৱাৰিবা তেন্তে কেৱল এজনীয়ে গ্ৰহণ কৰিবা।" "হে বিশ্বাসকাৰীসকল তোমালোকে তিৰোতাসকলক তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে গ্ৰহণ কৰাটো উচিত নহয়।" কিছুমানে "যিখন সমাজৰ বাবে বহুপত্নী গ্ৰহণ কৰাটো তেনেই সাধাৰণ কথা" বুলি কৈ কোন সম্প্ৰদায়ক আক্ৰমণ কৰিছে তাক অলপ ভাবি চালেই গম পোৱা যাব। তেনেহ'লে আমিও'নো পৃথিবীৰ ইতিহাসৰ দুৱাৰ-খিৰিকী অলপ খুলি নেচাম কিয়? তেতিয়াহে দেখিম যে এই বহু পত্নী বা বহু বিবাহ কেৱল মুছলমানেই মানেনে বা কেৱল মুছলমানৰ মাজতে আবদ্ধ আছেনে, নে আনেও এই বিষয়ৰ প্ৰতি পৃষ্ঠপোষকতা কৰিছিল ? মই আলিগড় মুছলিম বিশ্ববিদ্যালয়ৰ 'ফেকালিটি অব ল'ৰ প্ৰবক্তা মহম্মদ মুস্তাফা আলী খানৰ প্ৰবন্ধৰ কিছু কথা আনিব বিচাৰিছো। দেখা যাওঁক কাৰোবাৰ সাহ আৰু জ্ঞান আছে যদি তাক খণ্ডন কৰক । তেওঁৰ ভাষাত " History shows that in all periods of human civilization polygamy has remained, and even today ws, an important social institution." তেওঁ M. Letournean ৰ Evalution of Marriages কিতাপৰ উদ্ধৃতি দি কৈছে "The most civilized nations must have begun with polygamy. It is a law which has few exception." Issae Tailor এ লিখিছিল যে

Polygamy is a most difficult question. যি সময়ত Moses did not prohibit it. It was practised by David, Saloman, Abraham and other reformers and Prophets in different stages of history. It was not directly forbidden even in the New Testament, যি সময়ত Among all the Eastern nations polygamy was a recognized institution যি সময়ত Among the Medes, Babylonians, Assyrians, Chinese and Japanese there was no restriction as to the number of wives a man could have, যি সময়ত Polygamy was prevalent among Israelies and continued even after Moses Among the Syro Phoenician races, whom the Israelies replaced, polygamy was degraded into bestiality, যি সময়ত In Sparta because of female infanticide, the institution of Polygamy and wife lending was recognized and practised. The Persians went in for a multitude of regular matrimonial connections, যি সময়ত দলিঞ্জাৰে তেখেতৰ বিখ্যাত পুথি "The Gentiles and the Jews" ত লিখিছে "To the Persians their religion itself afforded a premium on the multiplicity of wives and concubines", যি সময়ত "An Athenian was freely allowed to have any number of wives", যি সময়ত Among the Romans the freedom of women, the losseness of the tie which bound them to man, the frequency with which the wives were changed or transferred, be taken, in fact, the prevalence of polygamy under different names, যি সময়ত Among Lucans plurality of wives was always allowed. Polygamy was not expressly forbidden even by Jesus Christ যি সময়ত এইক্ষেত্ৰত জন মিলটনে তেওঁৰ Treatise on Christaian Doctrine ত বহু বিবাহৰ সপক্ষে বহু পংক্তি পবিত্ৰ বাইবেলৰপৰা উদ্ধৃতি দিছে, যি সময়ত চেণ্ট আগচটাইনে আক কৈছে যে Polygamy was not a crime where it was the legal institution of a country, যি সময়ত About the middle of the 16th

century, Burnardo Ochinus, General of the order of Capuchins, wrote in favour of polygamy Hallam in constitutional history of England points out that a German reformer, even so late as the 16th century admitted the validity of a second or a third marriage contemporaneously with the first in defualt of issue or other similar curcumstances, যি সময়ত "Highier classes of Germans, as also many English Aristocrats and Royalties indulged in polygamous marriages even upto the 19th century, যি সময়ত The Emperor Valentine II by an edict, allowed all his subjects, If they pleased to have several wives. The succeeding Emperors practised polygamy and people generally follewed their examples, যি সময়ত there was unrestricted polygamy in the Hindu society. Fraternal polyandry was also practised among the Hindus. Schopenhauer frankly admits "We all live, at ang rate, for a time and most of us always, in polygamy, যি সময়ত Encyclopadia Britannica ই সজোৰে ঘোষণা কৰিছে যে as an institutions polygamy exists in all parts of the world" সেই সময়তে "The Prophet of Islam did what he could in the limited circumstances, keeping in view the social moral and natural requirements of the society" আগতে এই বহু বিবাহসমূহ কুৰী ডেৰকুৰীৰ হিচাপত আছিল, যাৰে যেনেকৈ মন যায় ঠিক তেনেকৈয়েই মহিলাসকলক পত্নীৰূপে গ্ৰহণ কৰিব পাৰিছিল। কিন্তু "Islam by limiting the number of wives and laying down strict conditions for having more than one wife at a time has, introduced a radical change and reform in the social conditions of human society. Polygamy is, there fore, both checked and regulated in Islam." শ্ৰীখান চাহেবৰ মতে " Sura Nisa verse 3 is the only verse of the Quran from which the permission to marry more then one woman is derived. The

verse may be translated as "Take in marriage such women as please you, two or three or four and not more. But if you fear that you cannot act equitably towards so many marry only one or what your right hand possesses ; this is more proper that you deviate not from the right course." The important point to be carefully noted here is that this verse does not enjoin polygamy. It only permits polygamy and that permission, too is given on a very strict condition i.e. if one can be equitable between the wives. If he cannot be equitable, he is bidden in plain language to marry only one." গতিকে আমি এইখিনি তথ্যৰ পৰা এই কথা ক'ব পাৰো যে কেৱল এই গৰীয়া মথাই বহু বিবাহ পাতি বা বহুপত্নী গ্ৰহণ কৰি সমাজৰ কাৰো নাক-কাণ কটা নাই। আৰু যদি বহু বিবাহ কৰিব লগা হৈছে তেন্তে নীতি-নিয়ম ৰক্ষা কৰিহে কৰিছে। এই তথ্যসমূহৰ বিশ্লেষণ নিস্প্ৰয়োজন। মাত্ৰ দুখ লাগে যে কিবা এটা পালে কিদৰে মানুহে আমাক শিল পেলাই চেপা মাৰি মাৰিবলৈ চেষ্টা কৰি থাকে। আমাৰ কথা বাৰু বাদেই দিলো অন্ততঃ হজৰত মহম্মদ (দঃ)ৰ দৰে এজন মহা নবীৰ মুখলৈ চায়ো যদি মানুহে এনেবোৰ কথা ক'বলৈ এৰিলে হয় তেতিয়াও আমি ধন্য মানিলো হয়। তাৰোপৰি এই বহু বিবাহক যদি ইছলামে বাধ্য বাধকতা কৰিলে হয় তেতিয়াও এক কথা। ইছলামে কেৱল নানা কাৰণৰ বাবে ইয়াৰ অনুমোদন জনাইছে- তাতে লগাই দিয়া হৈছে বহু সত্ব নিয়ম condition। তথাপিও মানুহৰ গালিৰ অন্ত নাই। পৃথিৱীৰ সমাজখনত কি চলি আছিল আৰু হজৰত মহম্মদে কৰিলেহি কি ? তাৰবাবেও তেওঁ অকণ স্বীকৃতি পোৱাৰ যোগ্যতা অৰ্জন কৰিব নোৱাৰাটো অতি পৰিতাপৰ কথা।

চালেহৰ কথাত সকলোৰে বুকু কঁপি গ'ল। অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ সকলোৱে এনে অধ্যয়নত লাগি যাব বুলি কোনেও বিশ্বাস নকৰিছিল। চালেহে হয়তো এটা প্ৰবন্ধৰ বাবে এইবোৰ অধ্যয়ন কৰিছে। টফচিৰে যেন এটা সাংঘাতিক প্ৰেৰণা পালে। দুই হাতৰ বুঢ়া আঙুলি দুটাৰে চকু দু'টা মোহাৰি থকাৰ পাছত টফচিৰে আৰম্ভ কৰিলে।

: মোৰ এটা প্ৰশ্ন আছে। তালাক বেয়া বস্তু জানো। খোদাৰ চকুত ই অতি ঘৃণনীয় আৰু নিন্দনীয়। ই অতি নিষ্ঠুৰ আৰু বেদনা দায়ক। কিন্তু সমাজৰ পৰা এই তালাকক একেবাৰে নিৰ্মূল কৰিব নোৱাৰি। তালাকৰ ভাল দিশ এটাও নথকা নহয়। বহু বিবাহ পৃথিৱীৰ সমাজে ইচ্ছা কৰিলে পুনৰ চলাব পাৰে ইচ্ছা কৰিলে এৰিব পাৰে। কাৰণ তাত বৈধতা আছে। এইবোৰক আইন কৰি কোনেও বন্ধ কৰিব নোৱাৰে। প্ৰথমা পত্নীৰ সতে মধুৰ প্ৰেমজনিত কথা এটা জড়িত হৈ আছে বাবে সাধাৰণতে মানুহে এনে বিবাহক বেয়া বুলি কয় আৰু কথাটো অলপ সঁচাও। এগৰাকী নাৰীক গ্ৰহণ কৰাটোৱেই জীৱনৰ সৰ্বশ্ৰেষ্ঠ কথা। কিন্তু হলেও তেনে বিবাহত সাংঘাতিক ইলিগেলিটিৰ প্ৰশ্ন তেনেকৈ দেখাত সিমান নাই যদিহে সমবিচাৰ ন্যায় আদিৰে পৰিবাৰসকলক নিয়ন্ত্ৰণ কৰিব পৰা যায়। কিন্তু এই কথাও ঠিক যে বহু বিবাহৰ নামত যদি পত্নীসকলক আনি নানা অন্যায়, অবিচাৰ, দুৰাচাৰত লিপ্ত হয় তেন্তে তেওঁ মহাপাপত পৰিব। কোৰাণৰ ইংজ্যাংশ্যেনৰ বিৰুদ্ধে যোৱাৰ বাবে এই বহুবিবাহ প্ৰায়ে নোহোৱাৰ দৰে হৈছে। তাৰ পাছত আহিল বিবাহ বিচ্ছেদৰ অধিকাৰ। বিবাহ বিচ্ছেদৰ অধিকাৰটো নাৰীক দিয়া হৈছে। এগৰাকী নাৰীয়ে সংসাৰৰ তিক্ততা অনুভৱ কৰি কৰি সীমাৰ বাহিৰ হৈ গ'লেই অতি সহজতে ক'ট কাছাৰিৰ সহাই লৈ নিজৰ পিনৰ পৰা বিবাহ বিচ্ছেদ লব পাৰে। তাত কোনেও বাধা দিব নোৱাৰে। এতিয়া মোৰ প্ৰশ্ন হৈছে মিটিঙত যে এগৰাকী ছোৱালীয়ে লম্ফ-জম্ফ কৰি এটা প্ৰতিবাদ আনিছে, এটা প্ৰশ্ন তুলিছে তাৰ অৰ্থ কি? পৃথিৱীত সকলো চলি থাকিলেও বা আমি চলি থাকিলেও এটা কথা কিন্তু আমি মানি নলম আৰু সেই কাম পৃথিৱীত কোনো লোকেই মানি নলব। সেইটো হৈছে বহু স্বামী গ্ৰহণ। সেই খণ্ডাল ছোৱালীজনীয়ে ইমান সোনকালেই দ্ৰৌপদী হ'বলৈ আগবাঢ়ি আহিছে তাকে আমি আচৰিত হৈছো। কৈছো নহয় তালাক, বহুপত্নী, বিবাহ-বিচ্ছেদৰ বাধা আৰোপ আদি সকলো হৈ থাকিব- কিন্তু সেই ফেৰা আদৰ্শ আশা নকৰাই ভাল। কাৰ জিদত, কাৰ খণ্ডত, কিহৰ ভমকত, কাক সমৰ্থন কৰাৰ ফলত আজি তোমাৰ মুখত এনে অবাইচ মাত ওলাইছে? কিবা যদি ভাল চিন্তা আছে নাৰীৰ ভালৰ বাবে যদি কিবা সজ আঁচনি আছে, টাবৰীণকো যদি সঁচাই ভাল পাবলৈ মন আছে তেন্তে

বিবেকৰ সহাই লৈ এটা মধ্যম পথ বাচি লৈ কামত আগবঢ়াই ভাল আৰু ভাল দেখিলে বহু পুৰুষ মানুহেও আগবাঢ়ি আহিব। এইদৰে কথা নাই বটবা নাই এখন মুকলি সভাত তালাক, বহুবিবাহ, বিবাহ বিচ্ছেদৰ অধিকাৰ অনধিকাৰ বিষয়বোৰৰ সতে বহুস্বামী গ্ৰহণৰ দৰে খাপ নোখোৱা কথা এটা কৈ এটা অশুভ বাটাবৰণ সৃষ্টি কৰাৰ কি যুক্তি থাকিব পাৰে? সকলোবোৰৰ যুক্তি আৰু condition থাকিলেও বৰ্তমানে বহু স্বামী গ্ৰহণ কৰাৰ যুক্তি আৰু সৰ্ত্ত একো নাই। গতিকে এই কথাৰ ৰাজহুৱা ঘোষণাৰ কোনো প্ৰয়োজন নাই। কম বেছি পৰিমাণে এইবোৰেই যে টাবৰীণৰ চৰিত্ৰৰ অন্য এটা ৰূপ তাকে প্ৰমাণ কৰে। মানুহে বৰ কাতৰভাৱে, অধিৰ হৈ বৈ থাকে কোনে ভাল কথা কয় আৰু তাৰ পৰা শিক্ষা অকণ লব পাৰি নেকি তাৰ চিন্তা কৰি। কিন্তু সভাই-সমিতিয়ে যদি এইবোৰ কথা কয় তেন্তে নাৰী সমস্যাৰ সমাধানটো বাদেই দেশ গ'ল বুলি থুহে পেলাব। মই বুজি পোৱা নাই যে সেই ছোৱালীজনী বিবাহীতা নে অবিবাহীতা। যদি বিবাহিতা তেন্তে তেওঁক এই মানসীকতাটো আঁতৰাবৰ বাবে ওচৰ-চুবুৰীয়াই চিন্তা কৰক। নহ'লে এখেতে অসমৰ সমাজ জ্বলাব। কেবল তৰ্কৰ খাটিৰত এজনক আক্ৰমণ কৰিবৰ অভিপ্ৰায়েৰে বহু স্বামীৰ কথা উত্থাপন কৰিলেই নহ'ব। চাব লাগিব- তাৰ গ্ৰহণযোগ্যতাখিনি আৰু সাম্ভাব্য প্ৰতিক্ৰীয়াখিনিলৈ। অৱশ্যে আনপিনে আন এগৰাকী মহিলাৰ এটা কথা ভুল হৈছে যে তেওঁনো কিয় নামাজ, কোৰাণৰ লগত গোসাঁই-নামঘৰ সকলো লেটিয়াই অসমীয়া হিন্দু- মুছলমানৰ আবেগিক সমৰ্থন লাভ কৰিবৰ বাবে চেষ্টা চলাইছে? তেওঁ নেজানে জানো আগৰ দিনবোৰ যে নাই সকলো হেৰাই গৈছে। আমি চকুৰ লাজত আৰু মুখৰ কথাতহে সকলো ৰখি আছো। এনে ধৰণৰ মিলাপ্ৰীতিৰ কথাবোৰ কৈ আজিকালি কোনেও কাৰো পৰা একো কৰিব নোৱাৰে। ইছলামৰ গাত চেকা পেলোৱাৰ অহৰহ চেষ্টা চলি থকা সময় এটাত, হজৰত মহম্মদ (দঃ)ক গালি পৰাৰ পাছতো, হাদীছ স্বীকৰ ওপৰত কালিমা সনাৰ সময়তো যেতিয়া কাৰো মুখত এষাৰ কথাও নোলাল তেনেস্থলত নামাজ-কোৰাণ-নামঘৰ-গোসাঁইঘৰৰ খিচিৰি বনাই একো লাভ নাই। খোৱাৰ খিচিৰি সকলোৱে গ্ৰহণ কৰে। ধৰ্মৰ খিচিৰ কোনে মানে? অৱশ্যে ধৰ্মত খিচিৰিৰ স্থান নাই। অৱশ্যে দুই এগৰাকী লিখক লিখিকাই বেজাৰ

প্ৰকাশ নকৰাকৈ থকা নাই।। এতিয়া কথা হ'ল- কোন প্ৰগতিশীলা কোন মৌলবাদী এইবোৰৰ বিতৰ্কসমূহ কুলা-চালনীত চালি জাৰি থাকিলে ভড়ালৰ ধানত যে কুটিয়ে ধৰিব তাকহে চাব লাগিব। ভড়ালত জাক দি পোক-পৰুৱা বিনাশ কৰি অহা বছৰৰ বাবে টোমত ধান ভৰাই কঠিয়া প্ৰস্তুত কৰাহে উত্তম কাম হ'ব। সভা পাতি খৰিয়া খৰি কৰি একোৱেই লাভ নাই ।

: মই এতিয়া হঠাৎ অসমীয়া হৈ পৰা এজনৰ কথালৈ আহিব বিচাৰিছো। ৰাতিটোৰ ভিতৰতে এনেকৈ উদাৰ আৰু গভীৰ অন্তৰ এখনৰ অধিকাৰী হৈ পৰিলে জাতিটোৰ পক্ষে কিছুমান কথা টিকাই ৰখা দেখো টানেই হৈ পৰিব। ছবছৰীয়া আন্দোলনৰ শ্বহীদসকলে দেখো হাহাঁকাৰ কৰি উঠিব। তেনেহলে কতেই বা পৰি থাকিল আমাৰ অঙ্গীকাৰ ? সকলো কথা দেখো হাতৰ উমানেৰে গৰুক ছাগলী বনাই কেচ এটা ডিচমিচ কৰিবলৈ বাধ্য হোৱা সেই ছাগলী সাক্ষীৰ ঘটনাটোৰ দৰে হ'বগৈ । এটা উশাহতে যে বাংলাভাষী মুছলমানখিনিক যে অসমৰ বনাই পেলোৱা হ'ল তাৰবাবে যে আমি তাজ্জপ মানিছো তাৰ খবৰ কোনে ৰাখে ? জানো পাই, চন-তাৰিখ নকলে আমাৰো মুখ খুলিবলৈ ভয় লাগে । এজনৰ মৰম আৰু দৰদখিনিক আক আমি বেয়া বুলি কও কিদৰে ? আমি জনাত- আগৰবোৰ বাদ দি টাবৰীণে মাত খোলাৰ দিনৰে পৰা যিবোৰ বাংলাভাষী মুছলমান মানুহ আমাৰ ইয়াত ঘূৰি ফুৰিছে সেইবোৰক কিন্তু আমি বাংলাদেশী বুলিয়ে জানো। অৱশ্যে সকলো পিনৰ পৰা আমাকে যে তৰাবৰ বাবে তেওঁলোক আহিছে তাক আৰু নক'লেও সকলো বাইজে জানে।। এই মানুহখিনি ইয়াত বেচ ভালেৰেই চলি আছে। নামাজ, কোৰাণ, নামঘৰৰ বিষয়ে লিখা এগৰাকীয়ে আৰু কিবা কৰিব লাগিছিল বুলি ভাবিবলৈ আমি নিশিকিলো । বহুতে যেনেকৈ পৰা নাই । সেইগৰাকী পত্ৰ লিখিকায়ো সেই লাঞ্চিতা, অৱহেলিতা নাৰীসকলৰ বাবে একো কৰিব পৰা নাই।। কিন্তু সেইবুলি সেইগৰাকী পত্ৰ লিখিকাই যে টাবৰীণৰ কিছুমান ভুল কথাৰ বাবে নেমাতিব তাৰ কোনো মানে নাই । তেওঁ আচলতে টাবৰীণে যিকোনো পুৰুষে আহ্বান কৰিলেই শয্যাসঙ্গী হ'বলৈ বিচৰা, নাৰী-পুৰুষৰ সম-অধিকাৰৰ অৰ্থ মুক্ত যৌৱনৰ বেহা নোহোৱা, নাৰীক সম-মৰ্য্যদা আৰু সম অধিকাৰ দিয়া, মাতৃৰ কৰ্তব্য আৰু দায়িত্ব পালন, নাৰীক প্ৰকৃতিয়ে কিদৰে

সজাইছে, নাৰীক সম্পত্তিৰ অধিকাৰি কৰা আদিৰ দৰে কথা কিছুমান সভাত কৈছিল। তাৰ উত্তৰত তেওঁক নিশেষ কৰি আৰু এবাৰো মাত নেমাতিবলৈ কোৱা কথা বৰ দুৰ্ভাগ্যজনক। তাৰবাবে তেখেতক মৌলবাদী আদিৰে গালি পাৰি ককৰ্থনা কৰা একেবাৰে অনুচিত আছিল।

আছফিয়াই হাঁহি আছিল। ইতিমধ্যে অনু-বিনুহঁতৰ মুখে আছফিয়াই বহু কথা গম পাই গৈছিল। দুজন সমালোচকৰ গা-উঠা আৰু যুদ্ধংদেহী তৰ্ক এখিনিৰ কথা আছফিয়াৰ মনত পৰি গ'ল। সভাত বা কোনো আলোচনা চক্ৰত এজনে আন জনক "অতি নীচ মনৰ লোকৰহে পৰিচায়ক" আৰু "বিদগ্ধ পণ্ডিত" আদিৰ দৰে শব্দ প্ৰয়োগৰ কথাবাবে আছফিয়াক হহোঁৱাই আছিল। আছফিয়াই লাহেকৈ মাত দিলে।

: মিটিঙৰ কথা মনত পৰিলে মোৰে কিবা লাগি যায়। কাজিয়াৰ বাহিৰে আমাৰ একোৱে নহ'ব। টাবৰীণৰ দ্বিতীয় বিয়া ভাঙি যোৱাৰ পাছত তেওঁৰ সতে অন্য এজনৰ সম্পৰ্ক গঢ়ি উঠিছিল। দুমাহ একেলগে থকাৰ পাছত তেওঁলোক আঁতৰি আহিছিল। সেই পাপবোধ আৰু ভুলৰ বুকুতে আক এটা আদৰ্শৰ জন্ম হ'ল। আদৰ্শটো হৈছে বিয়াত বিশ্বাস নকৰা আৰু ভাল লাগিলে একেলগে থাকি জীৱন নিৰ্বাহৰ ব্যৱস্থাক গ্ৰহণ কৰা। তাবোপৰি আছে যৌন জীৱনৰ ক্ষেত্ৰত মুক্ত যৌন জীৱনক মানি লোৱা। এই কথাবাবত যিমান হৈ চৈ লাগিব লাগিছিল সিমান একোৱে নহ'ল। মই শুনা মতে প্ৰথমজনে হেনো আচল বিষয়টোৰ পৰা আঁতৰি নগৈ কিছু কথা ক'বলৈ চেষ্টা কৰিছিল যদিও দ্বিতীয়জনে গোটেই বিষয়টো বিষাক্ত কৰি তুলিছিল। তেওঁলোকে কোনো এটা কথাকে constructive wayত বিচাৰ নকৰি কেৱল আক্ৰমণত লাগি থাকিল। কথা হ'ল আমাক কি লাগে ? আমি কি বিচৰা উচিত? সাহিত্যই আমাক ভাল কৰক, আমাক সুখ দিয়ক, আমাক সমৃদ্ধিশালী কৰি তোলক, তাৰবাবে আমাক লাগে সুস্থ বক্তব্য আৰু সুস্থ সমালোচনা। প্ৰথম আৰু দ্বিতীয়জনে কিবা কিবি বকি গুচি গ'ল। আৰু আমি তেওঁলোকৰ কথাবোৰকে লৈ ভাবি-গুণি বহি থাকিলো। কোনোবাই প্ৰথমজনৰ পক্ষ ললে কোনোবাই দ্বিতীয়জনৰ পক্ষ ললে। কিন্তু আমি যি আশা কৰিছিলো সেইবোৰ একো নেপালো। সময়ৰ অপচয় কৰি এইদৰে সভা পাতি একো ফল নধৰা কামত লাগি থাকিবলৈ

আমাৰ কাৰো আজৰি নাই। পাছলৈ এইবোৰেই বেয়া ৰূপ ধাৰণ কৰি সমাজক বেয়া কৰি পেলাই। মই আশা কৰো আমি মিটিঙৰ কথাবোৰ ইমানতে বাদ দিয়াই ভাল হ'ব। কাৰণ গঠনমূলক আলোচনা- সমালোচনাৰ বিপৰীতে যদি ইজনে-সিজনক গালি পৰাত ব্যস্ত হৈ পৰে তেন্তে আমাৰ বৌদ্ধিক বিকাশৰ বেলিকা কোনো সুফল নধৰিব। "মজ্জা"ৰ বাবে কিছুমানে ভাল পাইছে আৰু কিছুমানে বেয়া পাইছে। এই ব্যক্তিগত ভাল-বেয়াৰ সতে কিন্তু মূল সাম্প্ৰদায়িকতাবাদৰ সম্পৰ্ক আছে । কিন্তু আচলতে ইয়াৰ সমাধানৰ পথ এটাৰ প্ৰতিহে বেছি জোৰ দিব লাগিছিল। গতিকে "মজ্জা" উদ্দেশ্যধৰ্মী পুথি হ'ব নোৱাৰিলে। আমি "মজ্জা"ৰ আন বিষয়বোৰৰ ওপৰত যিমানেই সুন্দৰ আলোচনা নকৰো লাগিলে আচল কথাটোৰেই যেতিয়া সামাজিক দৃষ্টিকোনৰ পৰা বেয়া তেনে ক্ষেত্ৰত কোনো কামত নহাৰ সম্ভাৱনাই বেছি। কথাবোৰ যদি মিছাই তেনে কিয় আমাৰ অজ্ঞানিতেই দুটা দলৰ সৃষ্টি হৈছে- য'ত এটা দলে "মজ্জাক" ভাল পাইছে আৰু আনটো দলে বেয়া পাইছে ? ইয়াৰ আগলৈকেতো আমি এইবোৰৰ কোনো উমানেই পোৱা নাছিলো। আমাৰ প্ৰশ্নোত্তৰবোৰ কোনোবাখিনি পালেগৈ ? বাবৰী মছজিদ ভঙাৰ কাৰণে 'মজ্জা'ৰ সৃষ্টি হ'লনে নে 'মজ্জা'ৰ বাবে বাবৰীক ভঙা হ'ল? হায় আমি ক'ত বৈ আছোহি ? এয়ে আমাৰ সন্ধানী মনৰ পৰিচয়। শেষান্তৰত আমি তাকেহে ভাবি-গুণি বিচাৰি পালো। কোনোবাই মহতেই হওক বা মামুলিয়ে হওক- এখন পুথি লিখিলে আৰু আমি প্ৰশ্ন তুলিছো এইবোৰৰ। কোনে ভাল কৰিব আমাক ? শতাধিক বিশেষণেৰে বিভুশিতা কৰি আনক ওপৰলৈ তুলি দি আমিয়ে আক আজি এইবোৰ কৰিছো। আমি আনক বিশেষণেৰে সজোৱা জাতি, কিন্তু আমাৰ ক্ষেত্ৰত আমি এটা বিশেষণো লগাব নোৱাৰিলো। কোনে আমাক ভাল কৰিব টাবৰীণে নে নিৰঞ্জনে, নে সাহিত্যই ? বাংলাদেশৰ মৌলবাদীয়েই যদি 'মজ্জা'ক লৈ বাংলাদেশত হৈ-চৈ লগাই দিয়াটো সঁচা, তেন্তে এই কথাও সঁচা যে ভাৰতক হৈ-চৈ লগাই দিলে কলিকতাই। কমিউনিষ্টৰ সৰ্গপুৰী কলিকতাই টাবৰীণৰ কিতাপসমূহ প্ৰকাশ নকৰা হ'লে আৰু পুৰস্কাৰ প্ৰদান নকৰা হ'লে ভাৰততো ইমান হৈ-চৈ নেলাগিল হয়। এই হৈ-চৈ অবস্থাৰ বাবে দুইখন ঠায়েই জগৰীয়া- যদি জগৰীয়া বুলি ধৰা হয়। নিজৰ দেশতে প্ৰকাশ কৰিব লগা

আৰু অনেক মহৎ গ্ৰন্থ আছিল। কিন্তু কলিকতায়েও ভালকৈ জানে কোনখন কিতাপ প্ৰকাশ কৰিলে ক'ত, কিয়, কেনেকৈ লাভ হ'ব? অৱশ্যে ভাষা বঙালী হোৱাৰ বাবে কলিকতাৰ এটা সুবিধা বেছিকৈ আহিছিল। অৱশ্যে তাৰ বাবে আমি কলিকতাক দোষ নিদিও। অন্ততঃ কথাবোৰ কাটি ফুটি ওলাই গ'ল। কলিকতাই ছপা কৰি প্ৰকাশ নকৰা হ'লে আমিও হামবাউ কাঢ়ি, চটফটাই থাকিব লগাত পৰিলো হয়। যিদৰে এতিয়া আছো.য়াজদীৰ কিতাপৰ বাবে। কথা হ'ল 'মজ্জা'ৰ সমস্যা মানুহে কৰা সমস্যা, দুষ্ট লোকে সংঘটিত কৰা এটা প্ৰব্লেম। তাৰ বাবে ধৰ্ম দায়ী হ'ব নোৱাৰে। মোৰ এটা কথা এতিয়াও স্পষ্ট নহ'ল যে 'মজ্জা' এখন সঁচাই কিতাপ নে নে জীৱন্ত আৰু জলন্ত দিনলিপি ? Whether it is a real report or a literature ? অন্যপিনে আৰু আমি টাবৰীণৰ লেখাখিনিক মৰ্য্যদাও দিব নোৱাৰা হৈছো। তেখেতৰ লিখনিত যদি কিবা অৰুণ গাম্ভীৰ্য্যতা আছিল তাকো আমিয়ে নষ্ট কৰিছো কিছুমান সস্তীয়া বাদানুবাদেৰে। আমি পথাৰত হাল বাব নেজানো মাটি খুছৰিবহে জানো। হাল বোৱা আৰু খোছৰা দুটা সুকীয়া কথা। আন ধৰ্মত, নিকাহ, তালাক, পৰ্দা, বিবাহ-বিচ্ছেদ, বহু বিবাহৰ কথা আছে যদিও নীতি-নিয়মৰ কঠোৰতা নাই বাবে ইয়াৰ বিশেষ সমস্যাও নাই। কিন্তু মুছলমানৰ মাজতেই এইবোৰৰ পয়োভৰ বেছি। গতিকে সমস্যাও বেছি। কিন্তু তাক আমি শুদ্ধভাৱে আলোচনা-বিলোচনা কৰিব লাগিব। নহ'লে ভুলবোৰে মানুহক বেয়া কৰি তুলিব। আকৌ আনহাতেদি আৰু এটা কথা আছে যে- এইবোৰৰ ওপৰত ইছলামৰ যি মান কঠোৰ হাত আছে আনৰ নাই। আমাৰ নীতি-নিয়মবোৰ বেছি কঠিন অথচ যুক্তিসঙ্গত বাবে বহুতে সেইবোৰ আয়ত্ব কৰিবও নোৱাৰে। গতিকে যি মন যায় তাকে কৰি থাকিব বিচাৰে। কিন্তু আমাৰ প্ৰত্যাহ্বান এটাই যে জানি বুজি কোৱা, যি কথা কোৱা ভালকৈ কোৱা, ভালভাৱে, ভদ্ৰভাৱে প্ৰতিবাদ কৰা, অন্তৰত শ্ৰদ্ধা ৰাখি কৰা। নেজানিলে পঢ়ি লোৱা, নোৱাৰিলে সুধি লোৱা। আৰু একেবাৰে নোৱাৰিলে মনে মনে বহি থাকা। কিন্তু যিখিনি কৰি থকা হৈছে তাক কৰাৰ কোনো নৈতিক অধিকাৰ, এখটিয়াৰ নাই। আমি কাকো বেয়া নেপাওঁ, কিন্তু আমি সদাই দুখ পাই থাকিম যেতিয়া মানুহে উদ্দেশ্য প্ৰণোদিতভাৱে হেয় কৰি ইছলামৰ বিৰুদ্ধে বেয়াকৈ লিখি থাকিব।

বৰ্বৰ, দুষ্ট শঠকাৰী মুছলমানক মাৰক, কাটক, গৰিহনা দিয়ক কিন্তু যেন কোৰাণ-হাদীছ আৰু পয়গম্বৰ জনাক যেন বেয়াকৈ ক'বলৈ নিশিকে বিশেষকৈ প্ৰমাণ নোলোৱাকৈ। আৰু তেনে লোকেই যেন কোনোবা অনুষ্ঠান-প্ৰতিষ্ঠানে পতা সম্প্ৰীতিৰ সভাবোৰত শঙ্কৰ-আজানৰ নাম যেন উচ্চাৰণ নকৰে। আমাৰ এই সৰু সৰু জীৱনবোৰৰ সৰু সৰু প্ৰাণত বৰ বৰ লোকৰ কথাবোৰেৰেইটো ভৰি আছিল। তেওঁলোকৰ এটা এটা অমৃত বাক্যই আমাৰ জীৱনৰ, ভাবৰ, সংকট কালৰ এটা এটা উত্তৰ আছিল। কিন্তু আজি টাৱৰীণৰ ফলিয়া হৈ আমাক পাহৰি গৈছে সেইসকলে, টাৱৰীণৰ কথাতে সমৰ্থন কৰি আমাক দুখ দিবলৈ বেয়া“ নোপোৱা হৈছে। সঙ্গীয়ে আমাক নীঃসঙ্গ কৰিছে। বন্ধুত্বৰ কোলাত দুখৰ প্ৰভুত্ব, আধিপত্য ।

আছফিয়া বৈ গ'ল। চকুজোৰ সেমেকা। আৰু যেন বহু কথা ক'ব বিচাৰিছিল। কিন্তু এনেবোৰ কথাক মানুহে সদাই আবেগ বুলিয়ে ধৰি আহিছে। যুক্তিৰে খণ্ডাব নোৱাৰা কিছুমান কথাক কিছুমান লোকে আবেগৰ প্ৰকাশ বুলি কৈ লঘু কৰি দিয়ে। হ'লেও ফ'ৰামৰ কৰীন-চালেহহঁতে যিবোৰ কথা বুজিবলৈ লৈছে সেয়ে সিহঁতৰ বাবে বহুত বুলি ভাৱে। খুব বেছি নহ'লেও তথাকথিত কিছুমানৰ তুলনাত এনেবোৰ কথাৰ মূল্য বহু আছে বুলি সকলোৱে বিবেচনা কৰে।

: আচলতে নাস্তিকতাবাদ। য়াজদী-জামিনুৰ-টাৱৰীণৰ চৰিত্ৰত, আদৰ্শত যিমানেই উচ্চ স্তৰৰ কথা জড়িত হৈ নেথাকক লাগিলে সেইবোৰ ঘাই কথা নহয়, ঘাই কথা হৈছে নাস্তিকতাবাদ। টাৱৰীণতকৈ আৰু বহু বেছি মানৱতাবাদ, নাৰীবাদ আদিৰ বিষয়ে লিখা আৰু কাম কৰা মহিলা এইখন জগতত আছে। কিন্তু কেইজনৰ ওপৰত এনে বিস্তৃত আলোচনাই ঠন ধৰি উঠিছিল ? এনে সৰৱ আলোচনাৰ বাতৰি আমি কোনো দিনে পোৱা নাছিলোঁ। এই কথা শুনি মানুহে ক'ব যে নাস্তিকসকলে সদাই সঁচা কথাকে কয়। গাত লাগে বাবে মানুহে সহ্য কৰিব নোৱাৰে। টাৱৰীণ-য়াজদী-জামিনুৰহঁতে হক কথা কৈছে নহয় এতিয়া পৃথিৱীৰ মানুহৰ গাত লাগিছে। তেনেকৈ ভৱাসকলালৈ আমাৰ কিন্তু তোকনো উত্তৰো নাই। ৰি সময়ত আমি ধৰ্মৰ নামত কিমান হেতালি খেলিছো, তেনে সময়ত সেইসকলৰ

কথাই কিদৰে সোণত সুৰুগা চৰাব, সহস্ৰ মহৰ খুটিবোৰ গাখীৰতে কেনেকৈ উটি-ভাহি থাকিব, বতৰ চাই কোনে কি কঠিয়া পাৰিব তাৰ প্ৰমাণ নিতৌ পাই আহিছো যাৰবাবেই হয়তো আজি আমি অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ দৰে এটা অনুষ্ঠানৰ জন্ম দিব লগাত পৰিলো। নাস্তিকসকলৰ এনে উদ্‌ভেওালী, নীচ কাৰ্য্যকলাপৰ এটা অতি গুৰুত্বপূৰ্ণ তাৎপৰ্য্য আছে। যিহেতু নাস্তিকসকলৰ কোনো ধৰ্মৰ নীতি-নিয়মৰ ওপৰত লেখমানো বিশ্বাস নাই, আল্লা-ভগবানৰ নামেই শুনিব নোৱাৰে গতিকে তেওঁলোকে নানা অধিকাৰৰ নামত ধৰ্মক ভুল ব্যাখ্যাৰে সজাবলৈ কুণ্ঠাবোধ নকৰে। ধৰ্মৰ যি কোনো নীতি-নিয়ম, শৃঙ্খল আদিৰ পৰা মুক্ত হৈ থাকিবলৈ ইচ্ছা কৰে। গতিকে অন্য মানুহৰ বিশ্বাস, ভক্তি, আগ্ৰহবোৰ দেখিলে তেওঁলোকৰ গা মূৰ জলকীয়াই পোৰা দি পোৰে, মন- আত্মাত চোৰাত পাত লগাৰ দৰে খজুৰতিয়ে ধৰে। ধৰ্মৰ অপব্যাখ্যা, ভুল ব্যাখ্যাবোৰ যেতিয়া তেওঁলোকে সজোৰে প্ৰচাৰ কৰে তেতিয়া অন্য লোকে নেজানে যে বা জানিবৰো কোনো উপায় নাই যে এইবোৰ কথা এজন নাস্তিকে প্ৰচাৰ কৰিছে। কাৰণ তেওঁৰ নামৰ আগত কোনো ধৰণৰ উপাধী বা ফলকলিপি লগাই নলই। অৰ্থাৎ "এই কথাবোৰ মই নাস্তিক শ্ৰীঅমুকে কৈছো" বুলি নকয় বা নিলিখে। ফলত বহুতে এইদৰে ভাবিবলৈ বাধ্য হৈ পৰে যে ইছলামৰ অনুগামীসকলে এটা ভুল ধৰ্ম মানি আহিছে, তাত থকা সকলো নীতি-বাহ্বোন, নিৰ্দেশনা, উপদেশ ভুলেৰে ভৰা। ইয়াত মানুহ হোৱাৰ সুন্দৰ হোৱাৰ, মুক্তি পোৱাৰ, ঈশ্বৰৰ সান্নিধ্যলৈ অহাৰ কোনো সুবিধাই নাই। গতিকে কৰবাত নিজৰ কৰ্মফলৰ বাবে দহোটা মুছলমানে জীয়াতু ভুগিলে, বিবেকহীন হৈ কাম কৰিলে, মানুহে ভাবি লয় যে ধৰ্মৰ প্ৰভাৱত পৰিহে এইবোৰ মানুহে এনে বেয়া কাম কৰিছে। তেতিয়া এই কাৰ্য্য-কলাপবোৰৰ সতে সিহঁতে কোৰাণ-হাদীছক সাঙুৰি পেলাই আৰু ইয়াৰ বাবে কোৰাণ- হাদীছকে জগৰীয়া কৰি মাটিৰ সতে মিলাই দিব বিচাৰে। কিন্তু মানুহৰ এইখিনি কাম- কাজৰ সতে যে কোৰাণ-হাদীছৰ কোনো সম্পৰ্ক নাই, এনে কাৰ্য্যকলাপবোৰ যে মানুহে নিজৰ অসৎ চৰিত্ৰৰ প্ৰভাবত পৰিহে কৰিছে তাক তেতিয়া কোনেও নেভাৱে। কোৰাণ-হাদীছৰ কথা সদায়ে পবিত্ৰ, পৰিষ্কাৰ। তাৰপৰা গ্ৰহণ কৰিব নোৱাৰি মানুহেহে নিজক আৰু সমাজক অপবিত্ৰ আৰু অপৰিষ্কাৰ কৰি

লোতে। পানী, মাটি হাঁহি, ব্যৱহাৰ, শিশুক ব্যৱহাৰ আৰু চুমা খোৱা, গৰীৱ, ওচৰ-চুবুৰীয়া, খাদ্য, শ্ৰম, ৰোগী, ভাতৃত্ববোধৰ পৰা আৰম্ভ কৰি এই সংসাৰৰ এনে এটা বিষয় নাই যাৰ বিষয়ে কোৰাণ-হাদীছে ইংগীত কৰা নাই। কথা হ'ল সকলো কথা বৈধতাৰ মাজেদি, ভক্তিভাৱে শ্ৰমেৰে বিচাৰিব জানিলে সকলোৱে সোৱাদ লোৱাৰ ভাগ্য সকলোৰে ক্ষেত্ৰত ঘটিব। ইছলামত মাফতে, এনেয়ে কোনো বস্তু পোৱাৰ সুবিধা কাৰো হাতত নাই। গতিকে এই কথাবোৰৰ সঠিক বিশ্লেষণ, অনুসন্ধান, বিচাৰ, সুক্ষ্ম চিন্তাধাৰা, উপলব্ধি আদিবোৰৰ মেচিন চলোৱাৰ আগতেই যদি নাস্তিকবোৰে নানা কথাৰে, আভুৱা ভাৰি, মিছা বুলি, ধৰ্মান্ধতাৰে ভৰপুৰ বুলি, গোড়ামীৰ কামীজ পিন্ধাই কোৰাণ-হাদীছক জনসাধাৰণৰ মাজৰ পৰা আঁতৰাই ৰখাৰ চক্ৰান্ত কৰে, ষড়যন্ত্ৰ কৰে আৰু সেই আস্তিকসকলৰ কথাতে যদি নাস্তিকসকলে উজান দি হয় হয় কৰে তেন্তে ধৰ্মৰ কোনটো কথাই মানুহৰ মন চুই চাবলৈ সামৰ্থ লাভ কৰিব? এইক্ষেত্ৰত মুছলমানৰো কঁকাল পৰিছে। কেৱল নামাজ, ৰোজা পালন কৰিলেই যে ধৰ্ম ৰক্ষা কৰা বুজাই বা ইছলামক জীয়াই ৰখা বুজাব সেইটো নহয়। ৰচুল (দঃ)ৰ নীতি-নিয়মৰ পৰা আৰম্ভ কৰি তেওঁ দেখুৱাই যোৱা সহস্ৰ কামৰ প্ৰতিও যে ধাউতি থাকিব লাগিব সেইটোও বুজি উঠিব লাগিব। মহান আল্লাই এই কথা কৈছে যে কেৱল তেখেতক বিচাৰি হাবাথুৰি খালেই নহ'ব ৰচুল (দঃ)কো ভাল পাই তেওঁৰ কামসমূহ কৰিব লাগিব। ৰচুল (দঃ) ক বাদ দি আল্লা বিচাৰি পোৱা কঠিন হৈ পৰিব। আমি আল্লাৰ কাম কৰো কিন্তু ৰচুল (দঃ)ৰ কিমান অনুগামী তাত সন্দেহৰ অবকাশ আছে। গতিকে পৰোক্ষভাৱেই হওক বা প্ৰতক্ষভাৱেই হওক আমি নাস্তিকসকলে আৰু যিকোনো অজ্ঞলোকে আৰু জানি শুনি সমাজত বৰবিহৰ বীজ সিঁচিবলৈ চেষ্টা কৰা লোকৰ বিৰুদ্ধে গৈ তাক যুক্তিনিষ্ঠ আলোচনা উপলব্ধিৰে জনসাধাৰণৰ মাজত যি কোনো বিষয়ৰে প্ৰকৃত ছবিখন দাঙি ধৰাই আমাৰ একমাত্ৰ উদ্দেশ্য হ'ব লাগিব।

: মোৰ দেউতাক তোমালোকে নেজানা আৰু চিনি পাবলৈ কেইটামান বছৰৰ বাবে নিবিড় সম্পৰ্কৰ দৰকাৰ হ'ব। দেউতা দেখিবলৈ বৰ ধুনীয়া, পকা থেকেৰাৰ দৰে মুখ, তেজাল আৰু মসৃন। গালত সেউজীয়া ধাননীৰ দৰে দাড়ি। ওখ, খোজৰ গহিনতাত মানুহ জহি-পমি যায়। ব্যৱহাৰ মধুৰ, হাঁহিমুখীয়া কিন্তু চিন্তা বা বক্তব্যৰ বেলিকা কোনো যুদ্ধৰ সেনাধ্যক্ষৰ দৰে। শুনি শুনি বৈ বৈ "আমিনো কি কম আৰু" বুলি ভাব এটা দেখুৱাই অৱশেষত

আৰম্ভ কৰে মাত্ৰ কেইটামান কথা। প্ৰথমে শুনোতে কিন্তু কাবো ধৰাৰ সাধ্যনাই তেওঁ কি কৈছে? কথাবোৰ ধুনীয়া আৰু শুৱলা। কথাবোৰ কিন্তু হৃদয়ত কটিয়াই লৈ আহিব লাগিব। তাৰ পাছত লাহে লাহে তাক মনৰ মাজলৈ আনি ভাবিব লাগিব। লাহে লাহে এটা সময়ত তোমাৰ ভাৱ হ'ব যে তুমি যেন কথাবোৰ বুজি আহিছা। এইটো দেউতাৰ এটা অভ্যাস- ঈশ্বৰ প্ৰদত্ত এটা গুণ। যিমানেই দিন যাব সিমানেই তুমি ভাবিবলৈ বাধ্য হ'বা যে এই কথাবোৰৰ আঁৰত আৰু কিছুমান সাংঘাটিক কথা সোমাই আছে যিবোৰে কোনো ধৰণৰ এটা ভাল পৰিবেশ সমাজত সৃষ্টি নকৰে। চাৰিওপিনে যেন সন্দেহ, বিৰোধ, নিন্দাৰ জুইয়ে সমাজৰ কিছুমান লোকক দহি যাবলৈ উদ্যত হৈ পৰিছে। আৰু তেতিয়াই যিকোনো কল্যাণকামী মানুহে নানা ভাৱত লিপ্ত হৈ যাব লগাত পৰে। নিজেই যেতিয়া ধূলি আৰু বোকাত লুতুৰি-পুতুৰি হৈ থাকি আনক পৰিষ্কাৰ হোৱাৰ কথা ক'বলৈ যায় তেতিয়া সকলো লোকৰে এটাই প্ৰশ্ন জাগি উঠে যে এদিন যেতিয়া এইখন দেশতে মানুহে মানুহক, ভাতৃয়ে ভাতৃক যথে-মধে হত্যা কৰি আমাৰ দেশৰ নদীৰ পানীক ৰাঙলী কৰি তুলিছিল তেতিয়া তেওঁ ক'ত আছিল? এখন দেশৰ এগৰাকী নাগৰীকৰ সপক্ষে ক'বলৈ গৈ তাৰ নাগৰীকক গালি পাৰি চৌধ্য গোষ্ঠী উদ্ধাৰ কৰা হৈছে আৰু তেওঁক মানবীয় অধিকাৰৰ গৰজত এই দেশত আশ্ৰয় দিব লাগে বুলি চিৎকাৰ কৰিছে। আকৌ সেই দেশৰে নাগৰীকে এই দেশলৈ আহি টিঘিল ঘিলাই ফুৰাৰ বাবে মাজে সময়ে নিলিখাকৈয়ো বা নোকোৱাকৈয়ো থকা নাই। এবাৰ ওচৰ-চুবুৰীয়া দেশৰ প্ৰতি মাত মতাৰ আহ্বান এপিনে সেই দেশৰে নাগৰীকক লৈই লৈই চেই চেই। আমি নকও বিদেশীক আমাৰ ইয়াত ঠাই দিব লাগিব। কিন্তু বিদেশীৰ প্ৰতি ইমান দৰদ কিয়? হাবে হিমজুৰে একেইটো বিদেশী। ইলিগেল যদিও সহস্ৰ বিদেশীৰ পৰা আমি অলপকৈ হ'লেও কিদৰে চলি আছো তাক মুখেৰে স্বীকাৰ নকৰিলেও সকলোৱে কিন্তু ভালকৈ জানে। আমি জিলা, চৰ অঞ্চল বা ঠাইৰ তালিকা, অৱস্থান, পিয়ল আদিৰ কথা বাৰু নকও। সেইবোৰ একাধিক প্ৰবন্ধৰ মাজেদি বহুবাৰ ওলায়ো গৈছে। অসমীয়া বিদ্যালয়বোৰ কোনে বচাই ৰাখিছে তাৰ কথাও নকও বাৰু, কেইজন উপপতি সমাহৰ্তাৰ আগত কিমান বিদেশীয়ে "আমাৰাগু আচহ্মীয়া, লিখিয়া লেন" বুলি কৈ এসময়ত ভাষাটো পিয়লৰ সময়ত বচাই দিছিল তাৰ কথাও নকও বাৰু, সোণ আৰু ইলিছ মাছৰ ভজা খাই সীমান্তত থকা কিমান পুলিচ বিষয়াই মানুহ

পাৰ কৰিছিল সেইবোৰো নকও বাৰু, নিজৰ দহ-বাৰ পুৰা মাটিত সোণ গুটি আৰু অন্য ফচল কৰিবৰ বাবে কোন কোন জিলাৰ লোকৰ বিদেশী নহ'লে ভড়াল পুৰ নহয় আৰু ভাত কেইটা পেটলৈ নেযাই তাৰ কথাও নকও বাৰু আনকি এতিয়াও পৌৰ নিগমৰ নলা-নৰ্দমা আৰু অন্য মাটি কটা, ঘৰ বনোৱা কামত কোন জাতীয় লেবাৰক কামত লগোৱা হৈছে তাৰ কথাও নকলো বাৰু। এইবোৰৰ বাবে পৃথিৱী বিখ্যাত আন্দোলন এটাও হৈ গ'ল দেখো। ক'তা কি হ'ল ? ঈদৰ দুদিন আগত, কৰবাত দলং এখন ভাঙিলে, গাড়ীয়ে ধৰ্মঘট কৰিলে দেখো অইন নেলাগে এই মহানগৰীতে মুৰ্গী, কণী আৰু পাচলিৰ যি আকাল হৈ পৰে তাক নিজ চকুৰে দেখিছো। এইবোৰ কৰ পৰা আহে, ক'ত হয়, কোনে কঁৰে সেইবোৰ সকলোৱে জানে। আমি কিন্তু খাই পাত নেফালো। খায়ো থাকিম আৰু স্বীকাৰো কৰি যাম আৰু বিদেশীক বিদেশী বুলিয়ে গণ্য কৰি যাম। একো কৰিব নোৱাৰিব পাৰো কিন্তু সঁচাক মিছা বুলি কোনো দিনে নকম। পানীৰ বুকুত সংগ্ৰাম কৰি, হাবি ভাঙি কঠোৰভাৱে পৰিশ্ৰম কৰি এখিনি অশিক্ষিত কৃষকে আমাক তৰাইছে আৰু সিহঁতৰ প্ৰতি আমি সদাই আমাৰ অবহেলা, তাচ্ছিল্য, গৰিহণা দি আহিছো আৰু এজনী টাবৰীণে কলমেৰে বেয়া কথা লিখি দেশ মহাদেশ ক্ষণিকৰ বাবে কঁপাই তুলিছে, বিষাক্ত কৰি তুলিছে মানুহৰ মন তথাপিও তাইৰ প্ৰতি আমি কৃতজ্ঞতাত সোচ্ছাৰ হৈ পৰি আনকি ভাৰত আৰু অসম চৰকাৰে তাইক আশ্ৰয় নিদিয়াৰ বাবে মানৱ অধিকাৰ ভঙ্গ কৰিছে বুলি আমাৰ চৰকাৰখনকে দোষাৰোপ কৰিছো। কি গৰজ পৰিছে ভাৰত চৰকাৰ বা অসম চৰকাৰৰ তেনে এজনী লিখিকাক আশ্ৰয় দিয়াৰ ? এনে এক প্ৰতিক্ৰিয়াশীলা, অবিবেচক আৰু দুষ্টা মহিলাক কি কাৰণত ভাৰত বা অসম চৰকাৰে কিছু ক্ষেত্ৰত শান্তি-সম্প্ৰীতিৰে দিন কটোৱা এই জাতিটোৰ বৰ ঘৰলৈ শৰাই-গামোছা দি আদৰি অনাৰ ? ধৰ্মত আঘাট সনা, সাম্প্ৰদায়িকতাক প্ৰসাৰ কৰা, অশুভ দল আৰু বেয়া দলৰ হাত মজবুট কৰিবলৈ পাং পতা, মানুহৰ মাজত কন্দল লগোৱা তেনে এজনী লিখিকাক কিয়নো বা আমাৰ ইয়াত আশ্ৰয় দিয়া হ'ব ? তাইক ইয়াত আশ্ৰয় দিয়া মানে মৌলবাদীৰ আক্ৰমণৰ পৰা বচাই অনা, বচাই অনা মানে উদ্ধাৰ কৰা, উদ্ধাৰ কৰা মানে, বেয়া চিন্তাবোৰ কৰিবলৈ স্বাধীনতা প্ৰদান কৰা আৰু এই স্বাধীনতা পালেই ন ন ৰূপত নাস্তিকতাৰে ভৰা ইছলামৰ বিপক্ষে লিখি জাতি-সম্প্ৰদায়ৰ মাজত অসূয়া-অপ্ৰীতিৰ মাত্ৰা বেছি কৰা আৰু তাকে কৰিলেহে যেন আমাৰ

সকলোৰে ভাল লাগিব- আনন্দ লাগিব তেতিয়া হয়তো আমাৰ জাতিটোৱে আৰু উন্নতিৰ মুখ দেখিব। পুৰস্কাৰ, সভা, সাক্ষাতকাৰ, পূজা এইবোৰটো থাকিবই। আৱশ্যে আমি এই কথাও নদি ক'ব নোৱাৰো যে কোনোবাই টাবৰীণক টছলিম জনাই, ববপিৰা পাৰি দি নিজৰ ভাগৰ ভাত কেইটা যাচি ফুলাম গামোছাখন দিঙিত আঁৰি এদিন আমাৰ ইয়ালৈ মাতি নানিব ? বছৰে বছৰে আহি থকা বিহুবোৰলৈ আমাৰ ভয়হে হয়। ক'ব নোৱাৰি কোনখন বিহুত হঠাতে এদিন তাইক কোনে আদৰি দিয়ে। এতিয়া শুনিছো টুইদেনলৈ গৈ আৰু এখন কিতাপ লিখিব- কিতাপখনৰ বিষয়বস্তু হৈছে- কিদৰে এগৰাকী অবলা নাৰীয়ে মৌলবাদীৰ আক্ৰমণ আৰু সমাজত চলি থকা কু-সংস্কাৰক আঁতৰাই নাৰীৰূপে ঠিয় দি সকলোকে পৰাভূত কৰি মুক্ত পৃথিৱীখনলৈ ওলাই আহিব পাৰিলে তাৰ বিষয়ে। সেই কিতাপত কি লিখিব তাক সকলোৱে জানে আৰু হয়তো লাখ লাখ মানুহে এতিয়া অধীৰভাৱে অপেক্ষা কৰিছে- কেতিয়া উক্ত কিতাপে বাইজৰ হাতত ধৰা দিবহি। ইতিমধ্যে পুৰস্কাৰ কি দিব তাৰো ঠিক হৈ গৈছে। কেৱল যেন নবেল বঁটাত আৰু বাইজে হাত নিদিয়ে- নহ'লে আমাৰ দৰে চকু চৰহা বোৰে থাকিব নোৱাৰা হ'ব। কাৰণ আমাৰ ইয়াৰে দুজনমান অসমীয়াই কেইটামান বঁটা পাওঁতে আমাৰ গাত জ্বলনি, পোৰণি হৈছিল- এতিয়া টাবৰীণে নবেল পালে আৰু আমি কেনেকৈ জীয়াই থাকিম। কেলৈ অলপতে কোনোবা কেইজনমানে উপত্যকা বঁটা পোৱা প্ৰসঙ্গত অসমৰ এজন প্ৰখ্যাত গল্পকাৰক সোধা নাছিল জানো- "চাৰ কৈৱৰ্তই পালে, আহোমে পালে, গৰীয়াই পালে আমাৰ পিনে নাহিব নেকি ?" তেখেতে "পাবা পাবা- তোমালোকেও সাধনা কৰি থাকা, এদিন পাবা" বুলি কৈ মুৰ পোলোকা দিছিল। আমিও আৰু সেই একেখিনি মানুহহে আৰু ?

নিশ্চল কাকতিয়ে পানী এগিলাচ খাই ললে। সকলোৱে হাঁহিৰ বাবে চল এটা পোৱাত মুখবোৰ সকলোৰে ৰঙীণ হৈ পৰিল। আমোদজনক কথাবোৰ শুনি আছিল যদিও আদিত্যই বৰ এটা খোলা হাঁহি দিব নোৱাৰিছিল। তাৰ এটা কথাই খেলাই আছিল যে কিদৰে সি লতামণিৰ কথাটোৰ বাবে উত্তৰ এটা দিব পাৰে। নিশ্চলৰ নতুন তথ্যবোৰত কবীন-টকচিবাইত বিস্মিত হৈ পৰিছিল। আচৰিয়া মাজে মাজে হতবাক হৈ পৰে কিদৰে এই কাকতিটোৱে নিজৰ দেউতাকৰ কথাবোৰ ইমান স্পষ্টভাৱে, নিৰ্ভীকভাৱে কৈ যাব পাৰে।

: তেনেহ'লে আমাৰ এই আন্দোলনটোতো বহু লোকে বহু মানুহৰ বিৰুদ্ধে

গৈ বৰ্জন কৰা, মুৰৰ দাম দৰ কৰা, হোকা-পানী বন্ধ কৰা, অপমান কৰা আদিৰ দৰে কাৰ্য্যকলাপ চলিছিল, আনকি মাৰপিটো কৰা হৈছিল। তেতিয়া আমি কৈছিলো নেকি বা আশা কৰিম নেকি যে সেইবোৰ লোককো চুবুৰীয়া ৰাষ্ট্ৰ বাংলাদেশ, ভূটান, ব্ৰহ্মদেশে ঠাই দিয়ক । আশ্ৰয় দিয়ক। যদি ভবা নাছিলো বা কোৱা নাছিলো বা দেউতাহঁতেও তেতিয়া কোৱা নাছিল এতিয়া আক কি সততাত, দৰদত টাবৰীণক আশ্ৰয় দিয়াৰ সপক্ষে পৃষ্ঠপোষকতা কৰে? আমৰ গোন্ধ ওলালে বুলিয়েই যে পকা বুলি ভাবি তাৰ সকলো কথা একেবাৰে ঠিকতে থাকিব তাৰ কোনো মানে নাই- ভিতৰত পোকো থাকিব পাৰে গেছেৰেও পকাব পাৰে। পোকটো কিন্তু বাহি উলিয়াব লাগিব। টাবৰীণৰ কলমৰ সতে কলম মিলাই সাহিত্যিক হ'বলৈ টাবৰীণক লাগে কিন্তু টাবৰীণৰ দেশৰে শ্ৰমিকটোৰ সতে শ্ৰম মিলাই শ্ৰমিক হ'বলৈ, কৃষক হ'বলৈ মানুহগাল নেলাগে। আমাকো নেলাগে- কথা হ'ল কথা ক'লে একেবাৰে পোন কথা কম । নানা বৰণীয়া কথা কোৱাৰ আমাৰ অভ্যাস নাই। সিহঁতৰ তেজ-পানী, দেহ-মাটিবোৰ নেখালে আমাৰ উপায় নাই এতিয়া খেনোক দেখি দুৱাৰ মৰা, খেনোক দেখি বন্ধাবঢ়া কৰিলে কি হ'ব ? আমাৰ কথা একেবাৰে পোন- টাবৰীণো বিদেশী আৰু আমাৰ ইয়ালৈ নতুনকৈ অহাবোৰো বিদেশী- আমি কাকো আশ্ৰয় দিব নোৱাৰো । মুখৰ মাতষাৰ বচাই বহু লোকে আমাক বিপদত সহাই কৰাৰ পাছত যেতিয়া সেইবোৰ লোকক অত্যাচাৰ কৰা হয়, হত্যা কৰা হয়, তেতিয়া মানৱ অধিকাৰৰ কথা মুখত নুফুটে আৰু এতিয়া এগৰাকী লিখিকাই যেতিয়া ধৰ্মত আঘাট সনাৰ্ বাবে নিজ দেশৰে মানুহৰ কাষত বিতাৰিত হ'ব লগাত পৰিছে তেতিয়া কিন্তু মানৱ অধিকাৰৰ বিষয়টোৱে শীৰ্ষস্থান লাভ কৰিছে। আকৌ যদি কিবা কাৰণত টাবৰীণহঁতক বা বিনা কাৰণত আমাৰ ইয়াত আশ্ৰয় দিলেহেঁতেন তেতিয়াও আক কম লেঠা নেলাগিল হয়! তেতিয়া ক'লে হয়- সাম্প্ৰদায়ীকতাবাদী চৰকাৰে সাম্প্ৰদায়ীকতাবাদক প্ৰশ্ৰয় দি দেশ ৰসাতলে নিয়াৰ অপচেষ্টা চলাইছে, ভাই ভাইৰ মাজত কাজিয়া লগাব বিচাৰিছে। আমি জানো কম ধূৰ্ত ? আহিলা, সঁজুলি আমিয়ে মজুত কৰি ৰাখিছোঁ। সময়ত সেইবোৰ সদাই আমি কামত লগাওঁ । এগৰাকী পক্ষপাত দুষ্টা লিখিকাৰ সতে এখন দেশৰ বৈদেশীক নীতিৰ কি সম্বন্ধ থাকিব পাৰে? কি বোলে গান্ধী-সুভাষৰ দৰে কাম কৰিছে সেই বাবে সীমান্ত গান্ধীয়ে সমৰ্থন কৰাৰ দৰে বাংলাদেশক এইক্ষেত্ৰত ভাৰতে সমৰ্থন কৰিব, টাবৰীণৰ কথাত

উঠা বহ্য কৰিব। সৎ মানুহক ভাল পোৱা, সকলো সম্প্ৰদায়ৰে কল্যাণ কামনা কৰা, ভাতৃত্ববোধৰ চেতনা থকা, দেশৰ সকলো লোকক এখন দেশৰ নাগৰীক বুলি ভবা, মানুহ, ধৰ্ম, জাতিৰ মাজত ভাগ ভাগ হোৱা দেখি বেয়া পোৱা যিকোনো গণতান্ত্ৰিক মানুহে টাবৰীণক সমৰ্থন কৰিব নোৱাৰে। সমৰ্থন কৰিলেও অন্তত অন্ধ হৈ সমৰ্থন কৰিব নোৱাৰে। টাবৰীণে এতিয়া বাংলাদেশ আৰু বঙ্গৰ ভৌগলিক সীমাৰেখাদাল নাইকিয়া কৰি এখন বঙ্গ বনাব খোজে তেন্তে বৰ ভাল কথা- আমাৰ অসমতে মাটি হাজাৰ বিঘামান গোৱালপাৰাৰ পিনে দি বিদেশী সমস্যাৰ সমাধান কৰিব পাৰে। তেতিয়া মানৱ অধিকাৰ, ভোটাধিকাৰ, পট্টাধিকাৰ সকলো বৈ যাব। জিভা আৰু কলমেৰে এনেয়ে হুলস্থুল কৰিলে একো লাভ নাই। কোনো কথা পৰিস্ফুত হৈ নুঠে। দেউতাৰ সবাটোকে চমৎকাৰ হাঁহি উঠা কাণ্ডটো তোমালোকে এতিয়াও ধৰিব পৰা নাই। ইছলামত যিবোৰ বস্তু আছে সেইবোৰ অইন ধৰ্মত আছে বুলি কয় আৰু অইন ধৰ্মত যিবোৰ আছে সেইবোৰ ইছলামত নাই বুলি ক'ব খোজে। অতি অভিনৱ মন্তব্য আৰু বুদ্ধিদীপ্ত বিশ্লেষণ। যিটো ধৰ্মক আজি চৌধ্যশ বছৰে মানুহে প্ৰত্যাখ্যান নকৰিলে তাক আক এতিয়া দেউতাই সংস্কাৰ বিচাৰে। বেছি নেলাগে আৰু দুটামান বক্তৃতাত যদি দেউতাই ইছলামৰ সংস্কাৰৰ কথা ক'বলৈ আৰম্ভ কৰে তেন্তে অইন একো নহ'লেও মই কিন্তু এইবোৰ এৰি দেউতাৰ গা-ৰখীয়া হ'ব লাগিব। মানুহে কথাবোৰ ধৰা নাই বুলিহে। সমাজৰ এজন গণ্য মান্য লোক বুলি কথাবোৰ সিমান নধৰে বুলিহে। যদি দুটামানক উচতাই দিয়া হয় তেন্তে দেখিবা কি অৱস্থা কৰে। কিহৰ মুছলমান সকলৰ এতিয়া নিজৰ ধৰ্মৰ সংস্কাৰৰ সময় আহিছে ? কোনে কৰিব? দেউতা আৰু দেউতাৰ বন্ধুসকলে ? টাবৰীণো কিমান সাংঘাটিক চোৱা। তাই বহু দিশটো সাঙুৰিছেই তাৰোপৰি উত্তপ্ত এক বিতৰ্কৰ সৃষ্টিৰ বাবে মানুহৰ চকু থিৰ হৈ যাব পৰাকৈ "পৃথিৱীখনহে সূৰ্য্যৰ চাৰিওপিনে নে সূৰ্য্যই পৃথিৱীৰ চাৰিওপিনে ঘূৰে" আদিৰ দৰে কথা এটা কোৰাণে কৈছে বুলি কৈ দিলে আৰু কৈ দিয়াৰ পাছত আমাৰ মানুহ লাগি গ'ল। টাবৰীণৰ কথাকে বেদবাণী বুলি ধৰি ললে। কিন্তু কোৰাণৰ ক'তো তাক স্পষ্টভাৱে ইংগীত কৰাই নাই। এই যে চেলু এটা পালে- সেই দিনাৰ পৰা মুছলমানবোৰ যে ধৰ্মান্ধ, বিজ্ঞানৰ দৃষ্টিভঙ্গীৰে কথাবোৰ নেচাই, বিজ্ঞানসম্মত বিচাৰ ধাৰাৰ উদয় হোৱা নাই, মুছলমানে বোলে বিজ্ঞান নেমানে আদিৰ দৰে ইমান কথা কোৱাত লাগি গ'ল

যে ভাবিলে আচৰিত লাগে। কিয় তোমালোকে যাঠী-সত্তৰ বছৰ পাৰ কৰি বিজ্ঞ বুলি· পৰিচিত হৈ সমাজত থাকত জিলিকা হৈ আছা? ইমানদিনে যে কথাবোৰ নেদেখিলা এতিয়া বত্ৰিশ বছৰীয়া ছোৱালী এজনীয়ে জ্ঞান দিয়াতহে দেখিলা তাৰ অৰ্থ কি? তাৰ উত্তৰত ক'বা যে পাঁচ বছৰীয়া ল'ৰা এটায়েও নবৈ বছৰীয়া এজনক ভাল কথা শিকাব পাৰে। কিন্তু কথা হ'ল এইখিনিতে যে এই বত্ৰিশ বছৰীয়া ছোৱালীজনীয়ে কোৰাণত নথকা, নোকোৱা কথাবোৰ যে সাজি-পাৰি তোমালোকক ক'লে সেইবোৰ ইমান সঁচা বুলি ভাবিলানে? আৰু তাকে ভাবি এনেকুৱা বক্তৃতা আৰু লিখনি যে লিখিলা সেইবোৰ ধৰিবলৈ কি কোনো মানুহ নাই বুলি ভাবিলা নেকি ? মিছা কথাক বিশ্বাস কৰিলে যে তোমালোকৰ এদিন অৱস্থা পানীত হাঁহ নচৰা হ'বগে তাক এতিয়া তোমালোকেহে সময় থাকোতে ভাবি লোৱা। আগে নিজে সংস্কাৰ মুক্ত হৈ লোৱা- তাৰ পাছত ইছলাম ধৰ্মৰ সংস্কাৰৰ কথা ক'বা। সেই এজন নাস্তিক জামিনুৰে ইস্তেমাৰ কথা ক'বলৈহে পালে- যেন লুইতৰ ভেটাহে খহিল- ভূমিকম্পত পাহাৰ এটাহে যেনিবা খহি পৰিল। হো হোৱাই এনে ধৰণৰ কথাবোৰ ওলাই আহিবলৈ ধৰিলে যে আমি আচৰিত হ'লো। এই কথাবোৰ ক'ত লুকাই আছিল ? সেই কেইজন এই কেইজন মানুহেই নে যাৰ হৃদয়ৰ পৰা এইবোৰ কথা ওলাই আহিব পাৰিছিল? ইস্তেমাৰ বতাই আকাশ দেখাতো বাদেই খুটা কেইটা পুতি চিপৰাওৰ কোব পৰিবলৈ পাইছে নেকি নে নাই পোৱা এনেকুৱা এক উত্তেজনামূলক আৰু প্ৰৰোচনামূলক প্ৰবন্ধ লিখা হ'ল যে- আমাৰ ভয়েই লাগিছিল যে এইবাৰ কলঙৰ পানী তেজৰ চেকুৰাত পৰি চাগে মাছ-পুথি কেইটাবো মৰণ মিলিব। অথচ প্ৰায় পয়ত্ৰিশ লাখ মানুহৰ সমাগম হ'ল- তীলৰ সমান ঘটনা এটাও নঘটিল। পাছৰ ঘটনাখিনি আমাক কৈলে লাগিছে ?

: মই অকণ মনত খেলাওটেই কৈ গৈছো। আচলতে অন্য এটা কথাও আছে। বক্তৃতাত ওলাই যায় কথাবোৰ। আচল কথা হ'ল এই যে মুছলমান গালৰ যে ল'ৰা-ছোৱালী বেছি হয় সেইটোৱেই মূল কাৰণ। বাঢ়ি অহা মুছলমানৰ পোৱালিবোৰৰ বাবে কিছুমানে সদাই ভয় কৰি থাকে। মানে আওপকিয়াকৈ এটা কথা প্ৰকাশ কৰা হৈছে যে চেকুলাৰ বাদ, সমাজবাদ, সামাজিক, সাংস্কৃতিক, অৰ্থনৈতি· ·শৰ অন্তৰায় হৈছে এই মুছলমানবোৰ। সিহঁত বাঢ়ি অহাৰ কাৰণেই এইবোৰৰ স্বাভাৱিক বিকাশত অতি বাধা পৰিছে

। কথাবাব একেবাৰ মিছাও নহয় । কিন্তু ভাববাবে আৰু অন্য বহু কাম কৰিব লগা আছিল। ক'ভা সেইবোৰৰ ওপৰতটো কোনেও এষাৰো . মাত নিদিলে। অন্যপিনে আৰু এতিয়া বাইজক গণতন্ত্ৰ, জাতিয়তাবাদ, সমাজবাদৰ আদৰ্শেৰে উদ্বুদ্ধ কৰাৰ সময় উকলিল। বিগত আন্দোলনৰ দিনবোৰত বাইজ কি হৈ উঠিছিল ?.সৎভাবে বাইজে মাৰবান্ধি ওলাই অহা নাছিলনে ? তাতোকে ভাল দিন, ভাল বটৰ, ভাল শইচ, ভাল পানী, ভাল বোকা, ভাল নাঙলৰ দিন আহিবনে ? আনিব পাৰিবনে কোনোবাই ? কিন্তু বাইজে পালে কি ? গতিকে সেইবোৰ কথা কৈ এতিয়া লাভ নাই। কিমান যে প্ৰবন্ধ লিখা হ'ল ? প্ৰতিটো প্ৰবন্ধত মাত্ৰ এটাই কথা। অসমৰ ঠাইবোৰৰ নামটো ঠিকে ৰাখি তাৰ শেষত "স্থান" শব্দটো লগাই সেই ঠাইদোখৰক মুছলমান ৰাজ্য বনাবৰ.বাবে উঠি-পৰি লাগিছে বুলি লিখা হ'ল। যেনে জাজৰী + স্থান = জাজৰীস্থান, গোলাঘাট + স্থান = গোলাঘাস্থান, দৰং + স্থান = দৰঙস্থান আদি । আজীৱন.ভোটত জিকিব নোৱাৰা এজন নেতাই লিখিয়ে দিলে যে There is a calculative attempt to turn this state into Muslem majority state. আমি অলপ ভালো পাইছিলো। বোলো হ'লে হওক নিজা গাওঁলে গ'লে বুঢ়া বয়সত কিবা এটা বাব পাব পাৰো । কিন্তু আমি চাইহে থাকিলো আমাৰ একোৱে নহ'ল। কিন্তু চকুৰ আগত সকলোৱে ভাগ ভাগ হৈ নিজ ৰাজ্যৰ বাবে দাবী কৰাত লাগিল- আৰু আমি পৰি থাকিলো । এজনে আকৌ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বাঘা চিদ্দিকিৰ নেতৃত্বত বিপুল পৰিমাণৰ "ৰাজাকাৰ" বাহিনীৰ কুচ-কাৱাজ দেখি এনে সন্ত্ৰাস আৰু ভয়ৰ প্ৰবন্ধ লিখাত লাগি গ'ল যে সেই সময়ত আঠুৰ কঁপনিৰ কোবত আমাৰ দৰে বহু ডেকাৰ আঠুৰ "ঘীলা"ৰ বিষ জাতিয় এটা বেমাৰে দেখা দিছিল । ভয়ৰ কোবত গেলা-পচা বস্তু দেখিলে ঘৃণাত থু পেলোৱাটো বাদেই লেফেফা এটা বন্ধ কৰিবৰ সময়ত আনকি ৰেভিনিউ টিকটৰ পাছপিনে থু অকণ লগাই ধন কেইটামান লবলৈ জিভাত থু অকণ নোহোৱাৰ দৰে হৈছিল। আজি সেইবোৰ কথা মনত পৰিলে লাজত নাক কোচ খাই যায়। অলপ আগতে কাকতিয়ে এটা কথা কৈছিল যে মানুহে ক'লে কথা পোনভাৱে ক'ব লাগে । এতিয়া আনৰ লগত গালি-গৰিহণা আমিও খাব লগাত পৰিছোঁ। কোনোবাই কু-কাৰ্য্য কৰে আৰু সেই কামৰ বদনামৰ ভাগি আমিও হ'ব লগাত পৰিছোঁ। প্ৰগতিশিলতাৰ কিছু দ্বন্দ্ব থাকিলেও বিজ্ঞান আৰু ধৰ্মৰ সতে আমাৰ কোনো দ্বন্দ্ব নাই । নামাজ, ৰোজা, হজ, জাকাত

আৰু অন্য দিশত যি বিজ্ঞান সোমাই আছে তালৈ চালে আমাৰ নিজৰে আচৰিত লাগে যে ইছলামৰ বৈজ্ঞানীক দৃষ্টিভঙ্গী কিমান উচ্চ খাপৰ। টাবৰীণে আঙুলীয়াই দিয়াৰ পাছৰে পৰা মানুহে এইদৰে ক'বলৈ সুবিধা পাইছে। স্পষ্ট কথা ক'লে আমি বেয়া নেপাওঁ। আজিৰ এটা কথাই দুষ্ট চক্ৰৰ মেৰপাকত পৰি কালিলৈ দলিল হৈ যাব পাৰে। গতিকে এই কথা প্ৰতিবাদ আমি এতিয়াই কৰি ৰাখো যে পৃথিৱীৰ অন্য দেশৰ কথা নেজানো বা তুলনাও নকৰো আমাৰ কিন্তু অসমীয়া গৰীয়া কেইটাক মৌলবাদীৰ সৰ্বগ্ৰাসী প্ৰভাৱে নিঃশেষ কৰিব পৰা নাই। আৰু নোৱাৰেও। তেনে হোৱা হ'লে আজি অসমৰ এইখন ছবি নেথাকিলে হয়। ভৱিষ্যতে কি হয় নেজানো। মই ভাবো বিদেশী আৰু বহিৰাগতৰ প্ৰতিহে সতৰ্ক হৈ থকা এটাইতকৈ বুদ্ধিমানৰ কাম হ'ব। মুখতে যদি এটা আনুমানিক গণনা কৰি গড় উলিওৱা হয় তেন্তে দেখা যাব আমাৰ আপোন পৰিয়ালৰ ল'ৰা-ছোৱালী যি বোৰৰ বয়স ত্ৰিশৰ পৰা চল্লিশ বছৰত সোমাইছে তেওঁলোকৰ কাৰো ল'ৰা-ছোৱালীৰ সংখ্যা দুটাতকৈ বেছি নহয়- যিটোৰ সমানুপাতত বিদেশী আৰু বহিৰাগতৰ সংখ্যা চাৰিগুণ বেছি। গতিকে এনেবোৰ কথা দলিলত পৰিণত হ'লে ভৱিষ্যতে তৰোৱালৰ ধাৰ যে তীব্ৰ হৈ নুঠিব তাৰ কোনো মানে নাই। কাৰণ আবৰ্জনা সদৃশ মানুহ কোনেও নেৰাখে। আমাৰ যে কিছুমানৰ মনত এই মুছলমান বৃদ্ধিৰ এটা অহেতুক ভয় আছে ই আজিৰ নহয় বহু বছৰৰ পৰা চলি অহা কথা। নিশ্চলে আৰু কিবা ক'লে আমি শুনিবৰ বাবে সাজু আছো। বিশ্লেষণে আমাক নিকা কৰিব বুলি মোৰ বিশ্বাস।

: কথা বহুত, কৈ থাকিলে ওৰকে নপৰে। এদিন ভাতৃসম বন্ধু- ৰণজীৎ সিঙে এটা কথা কৈছিল। সেইটো মই দেউতাক কৈ দিছিলো। সকলোৱে জানে যে পঞ্জাবৰ স্বৰ্ণমন্দিৰৰ ওপৰত বেয়া মন্তব্য দিয়াৰ বাবে দুজন শীখ ব্যক্তিৰ এতিয়া কি পৰিণতি হৈছে। মৃত্যুদণ্ডতকৈ আধিক অপমানসূচক এই শাস্তি। কিন্তু তেওঁলোকে প্ৰতিবাদো কৰা নাই- মানি লৈছে। ভাৰতৰ, পঞ্জাবৰ, শীখ জাতিৰ শীৰ্ষস্থানীয় ব্যক্তি হৈয়ো তেওঁলোকে আজি বাচন ধোৱা, জোতা চাফা কৰা কাৰ্য্য কৰিব লগাত পৰিছে। শীখসকলৰ মতে যেনে কাম তেনে প্ৰায়চীত্ত। আমাৰ মুখেৰে মৃত্যুদণ্ডটো উচ্চাৰণ কৰাৰ লগে লগে যেন মানুহ কেইজন মৰি ভূট হৈ গ'ল যাৰবাবে মানুহ একেবাৰে দাং খাই উঠিল। অথচ সেই তিনিজন প্ৰাণী ক্ৰমে টাবৰীণ, য়াজদী আৰু জামিনুৰ জীয়াইটো আছেই

আৰু যে কি পৰিকল্পনা হাতত লৈছে তাক ঈশ্বৰেহে জানে। এই তিনিজনক মৃত্যুদণ্ড দিয়াসকলকটো গালি গৰিহণা দিলেই তাৰোপৰি মৌলবাদী আখ্যাৰে ব্যক্তিত্ব কঁপাই তুলিলে, সেই প্ৰসঙ্গতে ভাতৃসম বন্ধু ৰনজীতে কৈছিল "আমাক এই শীখসকলক মৌলবাদী বা শীখ মৌলবাদী বুলি অভিহিত কৰি ভালকৈ লিখা বাহিৰ কৰকছোন। ঘৰতে টেটুটো কাটি মূৰটোৰ চুলিত ধৰি লৈ আনিম। ধৰ্ম বা ধৰ্ম মন্দিৰক বেয়া ক'ব- বচ এৰাত নাই।" মই কথাটো ভাবি চাইছিলো যে সঁচাই শীখক মৌলবাদী বুলি গালি পাৰি প্ৰবন্ধ লিখিবলৈ কাৰো অদ্যপৰিমীত সাহ হোৱা নাই। আমি নজনাত কোনোবাই লিখিছে যদি আমি নেজানো। কিন্তু অন্তত এইদৰে অন্তহীন আলোচনা হোৱা নাই। সেই দিনাই আমি দেউতাক বেছিকৈ বেয়া পাইছিলো। নিজ ধৰ্মৰ সপক্ষে কোনোবাই কিবা কোৱা কথাটো এটা আত্মচেতনাবোধৰ কথা। সেইবোৰত কিয় ইমান উঠিপৰি লাগি থাকিব লাগে? আমাৰটো বহু সৎ বন্ধু আছে। তেওঁলোকে বাৰু বেজাৰ নকৰিব নে?

: বেজাৰ? আমিনো মানুহনে? আমিনো অসমীয়ানে? আন্দোলনৰ দৰে বস্তুৰে গা কৰি উঠিলেই আমাৰ ইয়াত কিছুমান অসুবিধাই দেখা দিয়ে। সদাই কেইজনমান অসমীয়া মুছলমান লিখক-সাহিত্যিকে আমি যে অসমীয়া, আমি যে ইয়াত মিলি গৈছো এই বিষয়ে প্ৰবন্ধ লিখিব লাগে। এইদৰে কেইবাটাও আন্দোলন পাৰ হ'ল। এতিয়া শেহতীয়াকৈ ইস্তেমাৰ খণ্ডত ৰব নোৱাৰি এজনে ভাৰতৰ হিন্দুসকলে যিদৰে ৰাষ্ট্ৰৰ নিয়ম-কানুন মানি চলি ভাৰতত বসবাস কৰি আছে ঠিক সেইদৰে মুছলমানসকলো হিন্দুৰ দৰে নীতি-নিয়ম মানি ভাৰতত থাকিব লাগিব। হিন্দুসকলে যি বাধা নিষেধ, বাৰণ আদি নাগৰীক হৈ মানি আহিছে মুছলমানসকলেও তাকো মানি চলিব লাগিব বুলি কৈয়ে দিলে। কেৱল মধ্যযুগৰ দৰে ইছলামী ৰাজ্য প্ৰতিষ্ঠা কৰাৰ সপোন দেখি থাকিলে কোনো কামত নাহিব। আমিনো ক'ত কি কৰি ফুৰিলো, ক'ত নাগৰীকত্বৰ কৰ্তব্য উলঙ্ঘা কৰিলো, ৰাষ্ট্ৰৰ কোনটো নীতি-নিয়ম নমনাকৈ আছো? যুক্তিৰ খাটিৰত ক'লেও আমি কিন্তু এইবোৰ কথা বৰ বেছি নেভাবো। আমি জানো দেশৰ প্ৰতি আনুগত্য আমাৰেই বেছি। আমাক এইদৰে সন্দেহেৰে চাওঁতে চাওঁতে চকুৰ আগত কোনে দেশখনক, জাতিটোক প্ৰকৃততে বিপাঙত পেলাইছে তাক সকলোৱে জানে। মাত্ৰ মুখেৰে প্ৰকাশহে নকৰে। ধৰ্মৰ যোগেদি অহা আমাৰ এটা নৈতিক শিক্ষা সদায়ে আছে সেইটো

হ'ল- "হুব্বুলৱাত্তনে মিনাল ইমান" অৰ্থাৎ স্বদেশ প্ৰেম ইমানৰ (ধৰ্ম বিশ্বাস) এটা অংশ। অতি নিকৃষ্ট কাম কৰিলেও দেশৰ ক্ষেত্ৰত আমি কিন্তু কেতিয়াও গাদ্দাৰী নকৰো। বিশেষ উদাহৰণ কোনেও দিব নোৱাৰে। অন্ততঃ অসমৰ ক্ষেত্ৰত।

: তাৰ পাছত মই চৈয়দ ৰাজিদুৰ ৰহমান নামৰ এজন প্ৰগতিবাদী ডেকাই লিখা "ইছলাম, তবলীগ, ইজ্তেমা আৰু ভাল মানুহ সন্দৰ্ভত" নামৰ চিঠিৰ দৰে প্ৰবন্ধ এটা এদিন দেউতাৰ মেজত মনে মনে ৰাখি থৈ আহিলো। বোধহয় দেউতাই সেইটো পঢ়িলে আৰু তাৰ পাছদিনাৰে পৰা মোৰ সতে সকলো সম্বন্ধ ছেদ কৰি পেলালে। মই ওলাই আহিলো বাহিৰলৈ- কেৱল ৰাতিটো ঘৰত পাৰ কৰোঁ। তাৰ পাছত এইয়া মোৰ তোমালোকৰ সতে এইবোৰ কথাৰ আৰম্ভ।

কবীনে এটা দৃঢ়তাৰে হুমুনিয়াহ কাঢ়িলে। এনেকৈয়েটো দিনবোৰ গৈ আছে। চকীখনেৰে আদিত্য আউজি আছিল আলমীৰা এটাৰ গাত। সি আগলৈ আহি ললে আৰু এনে এটা সুৰত কথাবোৰ কোৱাত লাগিল যেন সকলো কথা বাদ দি মহিলা সঙ্ঘৰ দ্বাৰা প্ৰচাৰিত কথাৰ উত্তৰ দিয়াটোহে যেন এতিয়া সকলোৰে দৰকাৰী কথা হৈ পৰিছে।

: এই কেইটা কথালৈ আহ। কোনে লিখিবি ক ? আছফিয়াই যি উত্তৰ দিয়া দিবা। মই কিন্তু আজি উত্তৰ এটা লিখিমেই। সাহিত্য আৰু গালি দুটা বস্তু একে সময়তে নচলিব। মই ব্যক্তিগত ভাৱে চিঠি লিখিম।

: তই জোৰে হাঁহি এটা মাৰিব নোৱাৰিলি ? বুকুখন পাতল লাগিল হয়।

: পেংলাই নকৰিবি কবীন। তইঁতৰটো কোনো লাজেই নাই।

: শুন আদিত্য। পোৱাৰ পাছত উজ্জ্বল হৈ পৰিলেই সকলো সোণ নহয়। ক'লা ক'লা কয়লাৰ বুকুতে হীৰাই জন্ম লাভ কৰে। লিখিছে লিখক, - কথাবোৰ আমি ব্যক্তিগত কৰি নেপেলাওঁ। তেতিয়া চল পাব বেছি। যি কেইগৰাকী মহিলাই লগতে পুৰুষে অতপালি কৰিছে তেওঁলোকক আমি সুষ্ঠ লিখনি, বস্তুনিষ্ঠ যুক্তিৰে অৱগত কৰিব লাগিব। আমাৰ পঢ়ি-শুনি ক'বলৈ একো নাই। আমাৰ আলোচনাবোৰেই আমাৰ অধ্যয়ন আৰু লিখনি। মহিলাসকলে পুৰুষক লৈ কাজিয়াৰ বাহিৰে একো বেছি নকৰিলে। প্ৰমাণ হ'ল যে সকলোৰে টাৰবীণৰ কথাবোৰ গাৰ জোৰেৰে মানি লোৱাৰ সপক্ষেহে ৰায় দিছে। সম্ভ্ৰান্ত ব্যক্তি কেইজনমানক অপমান কৰা হ'ল। তেওঁলোকে ধৰ্ম আৰু

চেতনাবোধক ক'ত ৰাখিলে তাৰো নমুনা ওলাল। মানুহ দুভাগত বিভক্ত হোৱাৰ প্ৰচেচটো আৰম্ভ হৈ গৈছে। এতিয়া আমাৰ উত্তৰ প্ৰস্তুত কৰিব লাগে।

: কোনেও নোকোৱা কথা এবাৰ মই কওঁ। আমি আৰু নৰও। আমাৰ ফ'ৰামৰ জন্মৰ মাজৰ দুখনমান বৈঠকত কেইটামান আলোচনা হৈছিল যে আমি সোনকালে আমাৰ কাগজখন প্ৰকাশ কৰিব লাগে। আমি অলপ দেৰি কৰি দিলো। লিখনি বহু ওলাই আছে আৰু থাকিবও। আমি যি ভাবিলো, যি সংগ্ৰহ কৰিলো কৰিলো। এতিয়া তাকে জুকিয়াই মেলি সাজু হ'ব লাগে।

: ময়ো টফচিৰকাৰ কথাত একমত। অৱশ্যে আমি খুব খৰখেদা নকৰিলো ভালেই কৰিলো। আমাৰ অভিজ্ঞতা নোহোৱাকৈ থকা নাই। বটৰ গুচি গ'লে পাছত আমাৰে অসুবিধা হ'ব। মই জনাত মানুহে আমাৰ পৰা বহু আশা কৰিছে।

: তেনেহ'লে আমি আচল কামলৈ আহিব লাগে। আদিত্য তই শান্ত হ। ফ'ৰামৰ পৰা সময়ত সকলো উত্তৰ যাব। আমাৰ পৰা কথা উলিয়াবৰ বাবেই সিহঁতে আমাক জোকাই লৈছে। নিশ্চলে আজি অতি গুৰুত্বপূৰ্ণ কথা কিছুমান ক'লে। প্ৰতিটো কথাই ইমান ৰহস্যময়, প্ৰতিটো কথাৰ ইমান অৰ্থ আছে যে আমি কোনো এটা কথাই বাদ দিব নোৱাৰো। বগীবুঢ়ী জেঠাইৰ ঘৰ, লতামণিৰ প্ৰতি আমাৰ কৰণীয়, নিশ্চলৰ দেউতাকৰ কাৰ্য্যকলাপ, ৰাইহানৰ দুৰ্বলতা, টাবৰীণৰ লিখনি, সমাজৰ ভূমিকা আদিৰ সতে আমিবোৰে ওচৰৰ পৰা আৰু কেতিয়াবা দূৰৈৰ পৰা এনেভাৱে জড়িত হৈ পৰিছো যে কবীনে কোৱাৰ দৰে ই এখন সুন্দৰ চিৰিয়েলৰ সৃষ্টি হৈছে।

: সিহঁতে বহু কথা ধৰি লৈছে আৰু গমো পাইছে। লগে লগে যিবোৰ কথা ভাবিছে সেই এটাইবোৰেই আৰিয়ে ডেকা ল'ৰা। বগীবুঢ়ী জেঠাইৰ ঘৰত আছে এজাক ছোৱালী। সিহঁতৰ ধাৰণা আমি বাটৰ পৰা পিচলি পৰি নষ্ট হৈ গৈছো। বগীবুঢ়ীৰ ঘৰখন আমাৰ যেন আড্ডাৰ কেন্দ্ৰবিন্দু। ইপিনে লতাৰ বাবে আমি কৰিছো এইখিনি। ইপিনে এক দেশৰে দুগৰাকী বিদেশী মহিলা। এগৰাকীক আমি আপোন কৰি লৈছো আৰু এগৰাকীৰ বিৰুদ্ধে আমি থিয় দিছো। আমি দুটা বিপৰীত মুখী স্বাৰ্থৰ সতে জড়িত হৈ পৰা কথাটোৱে সিহঁতক বিমোৰত পেলাইছে। সিহঁতক সন্দিহান কৰি তুলিছে। টাবৰীণক লৈ যি হৈ-চৈ লাগিছে তাত আমি নোসোমোৱা হ'লে একো কথাই নাছিল। ইতিমধ্যে জেঠাইৰ জীৱনৰ আৰু আমাৰ তেওঁৰ সতে থকা সম্বন্ধৰ বিষয়েও বহু কথা

তেওঁলোকে উদ্‌ঘাটন কৰি পেলাইছে। জানিলেও আমাৰ তাৰবাবে ভয় খাব লগা একো নাই। মাত্র কেতিয়াবা কিছুমান পৰিস্থিতিত আমাক বিপদত পেলাব নোৱাৰিলেও উদ্বীগ্নতা আনি দিব পাৰে। আমি টাবৰীণৰ প্ৰতি এনে মানসীকতা লম বুলি সিহঁতে ভবা নাছিল। ইপিনে নিশ্চলৰ চতুৰ দেউতাকে ৰাজনীতি খেলিছে। তেওঁ যিকোনো উপায়েৰে পৰিস্থিতিৰ সুযোগ লোৱাৰ চেষ্টা কৰিছে। আমি টাবৰীণৰ অন্ধ সমৰ্থক হোৱাহেঁতেন তেখেতসকলৰ হাত মজবুট হ'ল হয়। কিন্তু সেই আশা এতিয়া তেওঁলোকে এৰিছে। তেওঁলোকে টাবৰীণৰ সমৰ্থক যিমানে গোটাব পাৰে সিমানেই তেওঁলোকৰ সুবিধা বেছি। তেতিয়া এটা সময়ত তেওঁলোকে কিছু কিছু কামত কিছুমান মানুহক বেয়া কাম কৰিবলৈ নিয়োগ কৰিব পাৰিব। যিহেতু দেখা দেখিকৈ আমাক নিশ্চলহঁতৰ বাপেকে একো কৰিব নোৱাৰে গতিকে কিবা উপায়েৰে লতাক ৰাইহানৰ দ্বাৰা অপহৰণ বা প্ৰেমজনিত কাৰণত পলুৱাই নিয়াব পাৰিলে আমাৰে মানসিকভাৱে যে ক্ষতি এটা হ'ব বা আমি যে কোনোবা এখিনিত দমি যাম তাৰ বুদ্ধি এটা কিন্তু পৰিকল্পনা কৰি কৰা হৈছে। অৱশ্যে আমি নেজানো ৰাইহানে লতাক সঁচাই ভাল পায় নে, নে কাৰোবাৰ উচতনিত পৰি ভাল পোৱাৰ ভাও ধৰিছে। লতাৰ কিন্তু কিছু দুৰ্বলতা ৰাইহানৰ প্ৰতি আছে সেইটো ঠিক। একে বিদেশী হ'লেও এগৰাকীক আমি সোঁ-শৰীৰে আমাৰ দেশৰ মাটিত পাই তেওঁৰ সতে আমাৰ অন্তৰঙ্গতা বজাই ৰাখিছো, আন্তৰিকতাৰে তেওঁৰ সতে সু- ব্যৱহাৰ কৰিছোঁ আৰু এগৰাকীৰ লিখনিক সমালোচনা কৰি তেওঁলোকৰ স্বাৰ্থত আঘাট সানিছো। আৰু সেইটোৱেই তেওঁলোকৰ আমাৰ ওপৰত ক্ষোভ আৰু একমাত্ৰ খেদ। তেওঁলোকৰ কাম-কাজৰ সতে, আদৰ্শৰ সতে আমাক সাঙুৰি লোৱাৰ কোনো যুক্তি নাই। সকলোৱে নিজৰ নিজৰ কামত লাগি থাকক। গতিকে এই সকলোবোৰ আমাৰ ওপৰত এক কালিমা সানিবৰ বাবে কৰা হৈছে যেন পাওঁ। কিন্তু এই কথাবোৰ কোনেও ধৰিব নোৱাৰে বাবে কোনেও বিশ্বাসো নকৰিব। আৰু এটা কথা উমান পোৱা গৈছে মোৰ অন্য এজন বন্ধুৰ পৰা। তাৰ মতে আমি বোলে এজনী তিৰোতাৰ ঘৰলৈ প্ৰায়ে অহা-যোৱা কৰো আৰু তাত বোলে আমি প্ৰায়ে জমাই থাকো। এই কথাষাৰে এসময়ত কি ৰূপ লব পাৰে তাক আৰু ওপৰৰ জনাইহে জানে।

: আমি এইবোৰ কথালৈ নাহি আমাৰ কামবোৰতহে লাগিব লাগে। কামেৰে দেখুৱাব পাৰিলে আৰু সত্যক প্ৰতিষ্ঠা কৰিব পাৰিলে এদিন সকলো

কথাৰে ওৰ পৰিব। মানুহে আচল সত্যটো বুজি উঠা নাই বাবে খা তা কথা কোৱাত লাগি গৈছে।

: আজিলৈ আমি কথা চমু কৰো। অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ কাকো নেমাতিলে। এক প্ৰকাৰে ভালেই কৰিলে। আমাক এনেয়ে তেওঁলোকে বেয়া পাই, সিদিনা হয়তো আমি ভবা কথাবোৰকে সভাত ক'লো হয়। তেতিয়া দুৰ্বাদল এখন কাজিয়া লাগিল হয়। টাববীণক কেন্দ্ৰ কৰি দুটা দল সক্ৰীয় হৈ উঠিছে। নবমপন্থী দলটোৰ বিশেষ কোনো অন্য উদ্দেশ্য নাই। ভাল বেয়া দুয়োটা দিশৰ ওপৰত আলোকপাত কৰাই তেওঁলোকৰ লক্ষ্য। কিন্তু সিটো দলে কিদৰে আক্ৰমণ কৰি সমাজত এটা ইমেইজ প্ৰস্তুত কৰি লব পাৰে তাৰে একমাত্ৰ আকাঙ্খ্যা। সদ্যহতে আমি সেইবোৰৰ পৰা আঁতৰি থকাই ভাল। আমাৰ এটা বেছ দৰকাৰি কাম আছে। জেঠাইক আমি কোনো ক্ষেত্ৰতে বেয়া পাব নোৱাৰো। যদি কিবা যুক্তিসংগত কাৰণত এদিন তেওঁ আমাক বেয়া পাই তেন্তে সেইটো সুকীয়া কথা। মই ভাবো তেওঁ আমাক বেয়া পাব নোৱাৰে। আমি বহু দিন তেওঁৰ ঘৰলৈ যোৱা নাই। লতাই সদাই মাতি থাকে। এদিন আমি আকৌ তেওঁৰ ঘৰলৈ যাওঁহক। আমি তালৈ গৈ সাধাৰণ কথাই পাতিম, খাম, ছোৱালী কেইজনীৰ সতে ধেমালি কৰিম। কিন্তু আমাৰ এটা অনুসন্ধিৎসু মন থাকিব- হয়তো আমি বহু কথাৰ উমান আৰু প্ৰমাণ পাই যাব পাৰো। এটা স্বাৰ্থ কিন্তু আমাৰ থাকিব যে সঁচাই ভিতৰি ভিতৰি কিবা চলিছে নেকি? কাৰণ নিশ্চলৰ দেউতাকৰ কথা-কাণ্ডৰ পৰা এটা কথা ধৰিব পাৰি যে সঁচাই যেন গোপনে কিবা এটা চলিছে। বহু মানুহে দেৱাই আনিবলৈ যায় আৰু তেতিয়াই হয়তো বহু কথা-বতৰাৰ আদান-প্ৰদান হয়। গতিকে আমি এই কেইদিনৰ ভিতৰতে এবাৰ বগীবুঢ়ী জেঠাইৰ ঘৰলৈ যোৱা ভাল হ'ব।

: প্ৰস্তাৱটো মোৰ বাবেও সুন্দৰ হৈছে। এদিন গৈছিলো আমাৰ দেৱাইৰ স্বাৰ্থতে। তেতিয়া আমি বহু কথা পাতিছিলো। কথাবোৰ আমাৰ আজি তোষামোদকাৰীয়ে কৰাৰ দৰে লাগিছে। গতিকে আমি এদিন সঁচায়ে যাব লাগে।

হঠাৎ চালেহ বহাৰ পৰা উঠি পৰিল আৰু দুৱাৰৰ ফুলাম পৰ্দাখনৰ মাজেদি চকুজোৰ এৰি দিলে। সকলোৱে চালেহৰ পিনে মন কৰিলে। চালেহ অলপ আগবাঢ়ি গ'ল আৰু নম্ৰভাৱে মাত দিলে।

: আহক দাদা। আমি গোটেই মখাই আছো।

হাতত দুটামান সক টোপোলা আৰু এখন কিতাপ লৈ আছিকুল কাদীৰ সোমাই আহিল, সকলোৱে চালাম আৰু নমস্কাৰ জনাই আছিকুল কাদীৰক বহিবলৈ দিলে। তেঁৱো চালামৰ উত্তৰ আৰু প্ৰতিনমস্কাৰ জনাই বহি পৰিল।

: তোমাৰ প্ৰবন্ধ ওলোৱা খবৰ কাগজ দুখন বিচাৰি ক'তো নেপালো। এনেকুৱা লিখা- লিখিলা যে কাগজেই এই তিনি দিনৰ ভিতৰত শেষ হৈ গ'ল। সাংঘাটিক কাম কৰি দিলা।

: .আমাক যা তা কথাৰে একেবাৰে শেষ কৰি দিছে মামা সেইবোৰ পঢ়িছেনে নাই ?

: মই সকলো জানো। পৰহি চামচুলক লগ পালো। সি এটা Most Interesting কথা ভাবি উলিয়াইছে। মোক কৈছিল। এই কথা কোনেও আজিলৈকে ভবা নাই। মই এতিয়া একো নকও-- সি তোমালোকক ক'ব। এতিয়া শুনা মোৰ টেবলেট খাব লগা আছে। মই নৰও। আৰু এটা কাম আছে। মই আজি এটা কথালৈ আহিলো যে আমাৰ কাগজখন উলিয়াব লাগে। আমি বহু আলোচনা আৰু নানা কথাৰ আদান-প্ৰদানত এটা ধাৰণা কৰিব পাৰিছোঁ যে আমি এতিয়া ৰাইজক বহু কথা ক'ব পাৰিম। আমাৰ বহু আহিলাপাতি, সমল গোট খাইছে। আমি তাৰে ৰাইজক প্ৰকৃত ছবি এখন দিব পাৰিম।

: সিদিনা এজনে ফ'ৰামৰ বিষয়ে প্ৰশ্ন তুলি ক'ব বিচাৰিছিল যে কথাবোৰ এতিয়া বোলে প্ৰায়ে সেমেকিয়ে গৈছে, আগৰ দৰে টাৱৰীণক কেন্দ্ৰ কৰি দেখো কথা বা লিখনি সিমান নোলোৱা হৈছে। মানুহবোৰেও কথাবোৰ আৰু আগৰ দৰে নোকোৱা হ'ল- ফ'ৰামে কিবা নক'ব নেকি ?

: এক প্ৰকাৰে কথাটো ঠিকেই।

: মোৰ উত্তৰটো শুনা, মাটিত যি গুটিৰ বীজ সিঁচা হ'ল তাক সিঁচিলেই। গুটিয়ে এতিয়া গজালি মেলি বাঢ়ি আহিবলৈ, লহ-পহকৈ মাটি ফুটাই পোখা মেলিবলৈ বেচি পৰ নাই। এতিয়া লাগে মাত্ৰ ৰ'দৰ পোহৰ আৰু বতাহ। ফ'ৰামে গুটি সিঁচাত বাধা দিব নোৱাৰিলে- কিন্তু অলপ ভাল পোহৰ আৰু ভাল বতাহ দিবৰ বাবে চেষ্টা কৰি আছে। ভাল পোহৰ আৰু ভাল বতাহো যদি অকণ দিব পাৰে তেন্তে পুলিবোৰ ভাল হ'ব পাৰে। শিপা ভালদৰে বেছিকৈ যোৱাৰ আগতে এই বতাহ আৰু পোহৰে অন্তত হ'ব লগিয়া গছবোৰৰ স্বাস্থ্য

বকাত সহায় কৰিব। দেখাত যদিও কথাবোৰ ভুল পৰিছে- কিন্তু ভিতৰি এটা সুষ্ঠ প্ৰক্ৰীয়া চলি আছে। যাতে সুন্দৰভাৱে গছবোৰ ফলে-ফুলে জাতিকাৰ হ'ব পাৰে, উঠি অহা গছবোৰে যাতে ভাল ফল-ফুল দিব পাৰে, ভাল ছাঁ দিব পাৰে আৰু যাতে অক্সিজেন গেছ দি মহাৰণ্য নাম লৈ মানুহৰ মঙ্গল সাধিব পাৰে তাৰে চেষ্টা কৰি আছে। ক'বামে ভপতে ভপতে যে সকলোবোৰ কৈ দিব লাগিব তাৰ কোনো মানে নাই। যি উত্তৰ পুৰুষৰ বাবে আজিৰ সমাজৰ মানুহে বিষবৃক্ষ ৰোপণ কৰিছে তাৰ ঠাইত যেন এজোপা ভাল গছে মাটিত থিয় দি উঠিব পাৰে তাৰে চেষ্টা কৰা হৈছে। গতিকে অকণ পলমকৈ হ'লেও ক'বামে মানুহৰ মাজত আচল সত্যক প্ৰতিষ্ঠা কৰিবই।

: আমি জানো দাদা আপুনি এনেকৈয়ে ক'ব আৰু ই আপোনাৰ এটা মহান কৰ্তব্য আৰু দায়িত্বও। আমিও বহু কথা শুনিছো যে- এতিয়ালৈকে ফৰামে কিয় কোনো ভাল এটা পদক্ষেপ লব পৰা নাই। গতিকে আমি কাগজখন প্ৰকাশ কৰাত আৰু হেলা নকৰিম।

: এতিয়া শুনা। তোমালোকক এদিন মোৰ ঘৰলৈ মাতিছিলো। ইতিমধ্যে মহিলা সংঘৰ কিবাকিবিবোৰ হৈ গ'ল। নেজানো তেওঁলোকে এই বতাহত কিয় ইমান গা-মন উচটাই দিছে। ভাল কিবা এটা কৰাত আমাৰ কোনো আপত্তি নাই। জানো তেওঁলোকৰ বহু সমস্যা, বহু কথা, বহু অধিকাৰ, বহু প্ৰাপ্য, বহু দুখৰ কথা ক'ব লগা আছে। সেইবোৰ পুৰুষে মন দি শুনিব লাগিব, পুৰুষক মন দি শুনাবৰ বাবে বাধ্য কৰাব লাগিব, অসৎ পুৰুষৰ কবলৰপৰা তেওঁলোকে নিজকে মুক্ত কৰিব লাগিব। কিন্তু তাকে কৰিবলৈ হ'লে পৰিকল্পনা কৰি, সৎভাৱে, আবোল- তাবোল নবকি, যি খুচি তাকে নকৰি, সুষ্ঠভাৱে আৰম্ভ কৰিব লাগিব। তেওঁলোকে মনত ৰখা উচিত যে তেওঁলোকে পৃথিৱীৰ এটাইতকৈ শক্তিশালী, পৰাক্ৰমী আৰু সবাতোকৈ অহঙ্কাৰী দুৰ্দান্ত জাতিটোৰ বিৰুদ্ধে যুঁজিব ওলাইছে। সেই জাতিটো হৈছে- পুৰুষ, স্বামী, মতা মানুহ। গতিকে ইমান সহজতে কোনো কাম হৈ নুঠিব। কিমান যে কষ্ট, পৰিশ্ৰম, ত্যাগ আৰু বিশেষকৈ শিক্ষাৰ দৰকাৰ হ'ব তাক তেওঁলোকে বুজিবই পৰা নাই। শিক্ষাৰ বলতেহে যদি কিবা এটা কৰিব পাৰে তেন্তে পাৰিব। তাৰ বাহিৰে আৰু অন্য একো উপায় নাই। তাকো এতিয়াৰ পৰা আৰম্ভ কৰিলেহে হয়তো আৰু এটা শতিকাৰ মূৰত তেওঁলোকে এটা উৎকৃষ্ট ফল আশা কৰিব পাৰে। মই হৈ যোৱা মহিলা সংঘৰ সভাৰ প্ৰস্তাৱৰ বিষয়ে শুনিছো। তোমালোকক বহুলাই

নকও। মই এটা কৌশল আৰু বুদ্ধিৰ খেল খেলিম আৰু তেতিয়া জানিব পাৰিম যে সঁচাই মহিলাসকলৰ কিমান পাৰ্গতালী আছে, মহিলাৰ কিমান সাহ আছে আৰু প্ৰেকটিকেলি সঁচাই মহিলাসকলে নো কিমান দূৰলৈ যাব পাৰে ? কথা, লিখনি আৰু প্ৰবন্ধৰ দৰে মহিলাই নিজকে কিমান প্ৰস্তুত কৰি তুলিব পাৰে তাৰে প্ৰমাণ চাম। তোমালোকে মোক সহাই কৰিব লাগিব। মই প্ৰাৰম্ভীক কামবোৰৰ প্ৰস্তুতি চলাই আছো আৰু দৰকাৰ হ'লেই তোমালোকক জনাম। তোমালোকে কাগজৰ কামত মনোনিবেশ কৰা। আছফিয়ে তোমাৰ প্ৰবন্ধ দুটা মোক পঢ়িবলৈ দিবা। মই আজিলৈ এৰিছো। খবৰ পালেই তোমালোক আমাৰ ঘৰলৈ যাবা। সময়ত সকলো কথা বুজাই কম।

: আমি তেনে আপোনাৰ খবৰৰ বাবে বাট চাই থাকিম।

: আমাৰ চকু আপোনালোকৰ ওপৰত সদায়ে নিবদ্ধ। আশা কৰো আপোনালোকৰ পৰায়ে আমাৰ ফ'ৰামে ৰাইজক যৎকিঞ্চিত দিব পাৰিব।

কাদীৰ চাহাবে গহীনভাৱে সকলোকে মাত দি ওলাই গ'ল। কবীনহঁত আকৌ বহি পৰিল যদিও কাদীৰ চাহাব যোৱাৰ পিনে মন কৰি থাকিল। কাৰণ কেতিয়াবা কাদীৰ চাহেবে এইদৰে মাত লগাই পুনৰ অন্য কিবা এটা ক'বৰ বাবে সোমাই আহে। কিন্তু যেতিয়া এটা নিৰ্দিষ্ট সময় পাৰ হৈ গ'ল তেতিয়া আৰু কবীনহঁতে ধৰি ললে যে হয়তো তেওঁ আৰু নাহিব। এটা নতুন চিন্তাই সকলোকে আচুৰি গ'ল। কিন্তু, কথাটোৰ কোনো ওৰ নোপোৱাৰ বাবে কোনেও এখোজো আগবাঢ়িব নোৱাৰিলে।

: দাদাৰ কথাটোৰ বাবে আমি সকলো বৈ গ'লো। মই ভাবো সেই বিষয়ে আমি এতিয়া চিন্তা নকৰাই ভাল। কাৰণ আমি ভাবি একো উলিয়াব নোৱাৰিম। তেনেহ'লে আমি এদিন জেঠাইৰ ঘৰলৈ ওলাম, ঠিক এই কেইদিনৰ ভিতৰতে ওলাম।

: আমাৰ চিৰিয়েলখনৰ পাছৰ পিনে অলপ খেলিমেলি হ'ল। মানে বটৰ ভাল নাছিল, পোহৰ কম হোৱাৰ বাবে কেমেৰাই টানিব নোৱাৰিলে। মুখ্য নায়ীকাৰ ঘৰলৈ এদিন যেতিয়া যাম বুলি ভাবিছো তাতে আমি পৰৱৰ্ত্তী অংশৰ বিষয়ে গম পাম।

: তহঁতৰ কথাবোৰ অলপ ধেমালিৰ পিনে গতি কৰিছে। মই ভাল দেখা নাই। ধেমালি কৰিলে কেতিয়াবা কথাবোৰ সস্তীয়া হৈ পৰে।

: চিৰিয়াচ কথাৰ মাজতে অলপ ৰগৰ নকৰিলে ব্ৰেইন বেয়া হৈ যাব।

তেনে আমি উঠো। লতা আজি টাইপলৈ অহা নাই বোধহয়।

: কালিলৈ আহিলে তাইৰ আগতে আমি যোৱাৰ তাৰিখটো জনাই দিব লাগিব।

টফচিৰে কবীনে আৰু নিশ্চলে আগে কোঠাটোৰ পৰা ওলাই গ'ল। ৮।লেহ, আদিত্য আৰু আছফিয়াই কাগজ অলপ সামৰাত ব্যস্ত হৈ পৰিল। আদিত্যৰ চকুত কিচু খঙৰ প্ৰকাশ। আছফিয়াই সৰুকৈ ক'লে।

: মই কাকতিদাটোৰ কথা একো বুজি পোৱা নাই।

: বুজিবলৈ একো নাই। এটা মাৰাত্মক ল'ৰা। তাৰ এটাই কথা মানুহ ভাল হ'ব লাগে। মাক-দেউতাক কাকো নেৰে। অথচ কোনো অপকাৰো নকৰে। দৰকাৰ পৰিলে সি অসহযোগ কৰিব কিন্তু একেবাৰে বিচ্ছিন্ন হৈ যোৱাতো নিবিচাৰে।

: ফ'ৰামৰ, পাছত লগাতো আপোনালোকৰ বিশ্বাস হয় নে ?

: হয়। ফ'ৰামক তেওঁ অস্ত্ৰ হিচাপে লৈছে। সেইবোৰ মানুহৰ বাবে আমাৰ দৰে ফ'ৰামবোৰ খুব কামত লগাই। এই মানুহবোৰে প্ৰগ্ৰেচীভ চিন্তাৰ সদাই বিপৰীতে যায়। সাৱধানে অধ্যয়ন কৰি ধীৰ স্থিৰভাৱে ঠিয় দিব নেজানিলে অইন একো ব্যক্তিগত ক্ষতি নহ'ব পাৰে, কিন্তু মানুহৰ সৎভাৱ, সুচিন্তাত ব্যাঘাট জন্মাই। বিপদৰ সময়ত, নিদানৰ সময়ত মানুহে কেতিয়াবা অসহাই অনুভৱ কৰিব লগাত পৰে।

: আমাৰ এটাইতকৈ ডাঙৰ ক্ষতি হয় অশিক্ষিত, নিৰক্ষৰ মানুহখিনিৰ। এনেবোৰ কথাইহে মানুহক পিছলৈ নিয়াই। আহ আমি যাওঁ। কবীনদাহঁত চাগৈ বাছত উঠিলগৈ।

আছফিয়াহঁত বাহিৰলৈ ওলাই আহিল। প্ৰেছৰ কিনাৰেদি তিনিওটা আহি আলিৰ ফুটপাথ পালেহি। কবীনহঁত নাই মাত্ৰ কিছু দূৰত দেখা গ'ল নিশ্চলে খোজ কাঢ়ি আগলৈ গৈ আছে। নিশ্চল বোধহয় বাছত নগ'ল।

বাছ এখনত উঠি আদিত্যহঁত তেতিয়া ঘৰমুৱা হৈছিল।

— ০ —

# ( ন )

এটা দামী ডাঙৰ কেমেৰা, এটা টেপ ৰেকৰ্ডাৰ আৰু হাতত পাণ-তামোলৰ বাপোৰালী টেমী লৈ বিশাল ভট্টাচাৰ্য্য প্ৰমুখ্যে তিনিজনীয়া মানুহৰ গোট এটা অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ কাৰ্যালয়ৰ পৰা ভাগতে আহি বহি থকাৰ বাবে সেইদিনা আধাবেলা প্ৰেছৰ কাম বন্ধ ৰখা হৈছিল। কবীনে গাড়ীখন লৈ ওলাই গৈছে কাদীৰ চাহেব আৰু আলী চাৰক আনিবৰ বাবে। এনেবোৰ কথাত বিশেষ পৰ্য্যবেক্ষকৰূপে আলী চাৰ আৰু কাদীৰ চাহেব থকা দৰকাৰ। কিবা কিবি ভুল হ'লে তেখেতসকলে নিয়ন্ত্ৰণ কৰিব পাৰিব। বিশাল ভট্টাচাৰ্য্য হৈছে "চেতনা" কাকতৰ মুখ্য সম্পাদক। লগত আহিছে সহকাৰী সম্পাদক জগত ভড়ালী। বাকী দুজনৰ এজন কেমেৰামেন আৰু এজন ৰিপ'টাৰ। একাপ একাপ চাহ আৰু শুকান কাজু আৰু স্নেক্‌চ খোৱাৰ পাছত প্ৰথমে টফচিৰে ক'লে।

: আপোনাৰ চিঠিখন আমি পৰহিহে আবেলি পালো। আমাৰ সাজু হৈ থাকিব লাগিব বুলি কোনো কথা নাই। নজনা বা জটিল বিষয় এটাৰ বাবে মানুহে অলপ সাজু হৈ থাকিব বিচাৰে। কিন্তু আমি ভাবো এনেবোৰ কথাৰ বাবে বিশেষ পঢ়া-শুনা, অধ্যয়ন বা কিতাপ চোৱাৰ কোনো প্ৰয়োজন নাই। অৱশ্যে দাতা-তাৰিখ আদিৰ বাবে কেতিয়াবা কিছু বস্তুৰ প্ৰয়োজন হয়।

: মোৰো আপোনাৰ সতে কৰবাত কথাখিনি মিলে। ময়ো জীৱনত বহু সাক্ষাৎ গ্ৰহণ কৰিলো- কিন্তু কিছুবো সহাই নোলোৱাকৈ নিজস্ব বা মৌলিকতাক ৰক্ষা কৰি কথা কোৱা মানুহ খুব কমেই পালো। সকলোকে কিবা অলপৰ দৰকাৰ হয়েই মানে। সেইবোৰ কথা মানুহে নেজানে বুলিহে।

: আমি আজি হয়তো বহু কথা পাতিম। তেতিয়া আমাৰ কিছুমান কথাৰ দৰকাৰ হ'ব তেতিয়া সেই সমূহৰ কিছু কথা যদি আমি ধৰ্মীয় বা আন তেনে

পুথিৰ পৰা আনো তেতিয়া বেলেগ কথা। কিন্তু আমাৰ ধাৰণা আমাৰ প্ৰগ্ৰেচীভ ফ'ৰামৰ সকলো সদস্যই কিছুমান কথা ইমান স্বাভাৱিকভাৱে, ইমান পানীৰ দৰে জানে যে তাক ব্যক্ত কৰিবৰ বাবে অইন একোৰে সহাই নেলাগে। মানুহে যিবোৰ কথা বোকাৰে ভৰা ঘোলা পানীৰ দৰে, জাবৰ-জোঠৰৰ দৰে, ভাগ কৰিব নোৱাৰা আবৰ্জনা বোৰৰ দৰে ভাবি নানা প্ৰশ্নৰ অৱতাৰণা কৰে তাৰ উত্তৰ দিয়াত কিছু অসুবিধা হৈ পৰে। কিছুমান লোকে জানি-শুনিও কিছুমান কথা পাক লগাঁকে সাথৰৰ দৰে সোধে। তেনেক্ষেত্ৰত যথেষ্ট আলৈ-আহুকালে দেখা দিব পাৰে। আমি দেখিবলৈ পাইছোঁ আজিকালি বহু লোকে বহু কথাই নজনা নহয় কিন্তু প্ৰতিক্ৰীয়াশিল মানুহবোৰে নানা অসূয়া অপ্ৰীতি সৃষ্টি কৰি মানুহক আঘাট সানিবৰ বাবে তাকে বাৰে বাৰে কৰি থাকে।

: মই কিছুদিন ধৰি আপোনালোকৰ কাৰ্য্যকলাপ, কথা-বটৰা আৰু দুই এটা প্ৰবন্ধৰ পৰা এটা কথা জানিব পাৰিছোঁ যে- আপোনালোকে অলপ স্বাৰ্থপৰতাৰ কাম কৰি আছে। কেনেকৈ মই অলপ কৈছো। মানুহ লৈয়ে সমাজ। সেই সমাজৰ মঙ্গলৰ কথা চিন্তা কৰা মানে মানুহৰ মঙ্গলৰ বিষয়ে চিন্তা কৰা। সমাজৰ সকলো লোকেই ভাল হ'ব লাগিব। মই মন কৰিছো- আপোনালোকে কেৱল ধৰ্মীয় সংখ্যালঘুৰ ধৰ্মীয় কথাবোৰৰ ওপৰতে আপোনালোকৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণাক আৱদ্ধ ৰাখিছে। অন্য ধৰ্মৰ মানুহসকল কি ভাল হ'ব নেলাগে নেকি ? আন ধৰ্মৰ প্ৰতি সমালোচনা আপোনালোকে কিয় আগ নবঢ়াই ? এই বিষয়ে এটা প্ৰশ্ন আমাৰ আজি হ'ব। মুছলিমা টাবৰীণে তেওঁৰ দেশৰ ধৰ্মীয় লোকসকলক থকা-সৰকা কৰাৰ উপৰিও হিন্দু ধৰ্মৰ কিছুমান কথাকো এৰা নাই। কিন্তু আপোনালোকৰ দৃষ্টিভঙ্গীত তাৰ অভাৱ পৰিলক্ষিত হৈছে। সকলো ধৰ্মতে যদি বেয়া কিবা এটা আছে তেন্তে তাক নিৰপেক্ষ হিচাপে উদঙাই দিয়া উচিত। অৱশ্যে আপোনালোকে এতিয়ালৈকে কোনো বিৰোধৰ সৃষ্টি কৰা নাই।

: এই সম্পৰ্কে আপোনালোকৰ যদি আমালৈ কিবা প্ৰশ্ন ৰাখিছে তেন্তে সময়ত আমি আলোচনা কৰিম। এতিয়া এই বিষয়ে মই একো ক'ব খোজা নাই। আপুনি কওতে এক প্ৰকাৰে ঠিকেই কৈছে। কথা হ'ল ধৰ্মত যদি কিবা ভুল আছে তাক যুক্তিৰে উত্থাপন কৰা উচিত। কিন্তু মানুহে কৰা ভুল বা

বেয়া কামৰ পৰিণতিটোক ধৰ্মৰ কাৰণে হৈছে বুলি ক'ব নেলাগে। তাৰোপৰি আনৰ যদি কিবা ক'ব লগা থাকে তাক শ্ৰদ্ধাৰে ভাল আঙুলিৰে দেখুৱাই দিব লাগে। আনে ভুলকৈ, নুবুজাকৈ, উদ্দেশ্য প্ৰণোদিতভাৱে ক'লে বুলিয়েই তাতে হয় ভৰ দি ৰাপত বহুপ চৰাই ক'ব নেলাগে।

: আপোনাৰ কথা মোৰ ভাল লাগিছে। আমি বাৰু সময়ত সকলো আলোচনা কৰিম। এতিয়া অন্য কথালৈ আহো।

: মই ক্ষমা প্ৰাৰ্থনাৰে আপোনাক এটা কথা সুধিব বিচাৰিছো- যিহেতু আপুনি "চেতনা" কাকতৰ মুখ্য সম্পাদক। আপুনি আমাৰ মাজত কি বিচাৰি পাইছে- তাৰবাঁবে আমাৰ এটা সাক্ষাৎ গ্ৰহণৰ বাবে আপোনালোকক কিহবাই উদ্বুদ্ধ কৰিছে ?

: মই পেপাৰ চলাও, সাংবাদিকো -- সম্পাদকীয়ও লিখোঁ। কিছুমান কথাৰ উত্তৰ মানুহে হৃদয়ত লগাকৈ পোৱা নাই। হৃদয় পৰিষ্কাৰ নহ'লে সমাজত মামৰে ধৰে। মই আপোনালোকৰ লিখাও পঢ়িছোঁ। তাৰ পৰাই অনুমান কৰিলো যে ফ'ৰামে কিছুমান কথা অলপ সুকীয়াকৈ চিন্তা কৰিব পাৰে। গতিকে বিশেষ কিছুমান কথাত যদি এটা সাক্ষাৎ লব পাৰো তেন্তে বাইজৰ বহু কথা মুকলি হ'ব। সেয়ে আমি আহিলো।

: ঠিকেই আছে দাদা। আমি কৃতজ্ঞ হৈ থাকিম। আমাৰ কথাৰেই অপ্যায়িত কৰি যথোচিত মৰ্য্যদা দিবলৈ চেষ্টা কৰিম।

খিৰিকীৰে গাড়ী এখনৰ হৰ্ণ এটা শুনি টফচিৰে অনুমান কৰিব পাৰিলে যে কবীনহঁত আহি পাইছেহি। মনে মনে বহি থকা আদিত্যই বাহিৰলৈ ওলাই গ'ল। চালেহে টেবুলৰ এচুকত এসোপা কাগজ ঠিক কৰি আছিল আৰু আদিত্য ওলাই যোৱাৰ লগে লগে পেন এটাৰ সতে কিছুমান কাগজ টেবুলৰ মুখে মুখে সজাই ৰখা চকীৰ আগে আগে দিয়াত লাগিল। কাষৰ এখন টেবুলত টেপ আৰু কেমেৰাটো থৈ দিয়া হৈছে। সহকাৰী সম্পাদক জগত ভড়ালীয়ে দৈনিক কাকত এখন পঢ়ি আছে, কেমেৰামেন আৰু ৰিপ'টাৰজনে বাহিৰত চিগাৰেট খাই আছে। টফচিৰে কবীনহঁত অহাৰ জাননী দিলে। বিশাল ভট্টাচাৰ্য্যই ডাঙৰ তামোল এখন মুখত দি আঙুলীৰে চূণবোৰ দাঁতত লগাই বাহিৰৰ পিনে মন কৰিছে। দুৱাৰেদি কবীনহঁত সোমাই আহিল। সোমাই আহিয়েই সকলোৰে

নিজৰ নিজৰ বুলি ভাবি আসন গ্ৰহণ কৰাৰ লগে লগে মছৰুৰ চাৰে সদায়ে মুখত লাগি থকা উদ্দীপনাময় হাঁহিটো মাৰি কৈ উঠিল।

: বিশাল তুমি দেখো ? আগতকৈ দেখো তুমি আৰু বগাহে হ'লা। মানে গাখীৰ খাবলৈ চাগৈ এতিয়াও এৰা নাই দেই ? সৌজন ভড়ালী নোহোৱানে ? All of you were my students.

: নমস্কাৰ চাৰ। এখেতসকলে আপোনাক অনাৰ কথা কোৱাই নাই। আমাৰ চাৰ ভাগ্য ভাল।

: কিয় কিয় ? মই অহাৰ বাবে তোমালোকৰ ভাগ্য ভাল নে, নে ল'ৰাহঁতে তোমাক মোৰ কথা নোকোৱাৰ বাবে ?

: নহয় চাৰ মোৰ মন আৰু উৎসাহ দুগুণে বাঢ়ি যোৱাৰ বাবে। আপোনাক আৰু অন্য কথা কিবা কম জানো ?

: তোমালোকৰ ভাল চাগৈ, নহয় ?

: ভালেই চাৰ। আপুনি আপোনাৰ ব্যক্তিত্ব আৰু এই কথা কোৱাৰ যি স্পিৰিট তাক এতিয়াও কেনেদৰে মেন্টেইন কৰিছে নেজানো।

: হ'ব দিয়া- এতিয়া কি কথা সোধা সোধা। মোৰ কাম আছে। ভাল কথা সুধিবা দেই। তোমালোক সম্পাদকবোৰলৈ মোৰ হ'লে ভয় লাগে।

সকলোৰে মুখত হাঁহি। এটা সুন্দৰ পৰিবেশ। যিকোনো অৱস্থা এটাক সুন্দৰ আৰু মনোমোহা কথাৰে জমাই ৰাখি সকলোৰে মনলৈ উৎসাহ আৰু প্ৰেৰণা আনি দিব পৰা দক্ষতাৰ অধিকাৰী আলী চাৰৰ এই স্বভাৱটোক আজি আকৌ সকলোৰে উপভোগ কৰিলে।

: চিনাকি পৰ্বটো পাছলৈ ৰাখি এতিয়া ক'ব খোজো যে আমি চাৰ- আপোনালোকৰ সতে অকণ আলচ কৰিম বুলি আজি আহিছোঁ। মই আশা কৰিছো যে আমি এতিয়াই আমাৰ কথা আৰম্ভ কৰিম। আমি "চেতনা" কাকতৰ পিনৰ পৰা আহিছো। আমি এটা টেপৰেকৰ্ডাৰ লৈ আনিছো আৰু এটা কেমেৰাও। তাক ব্যৱহাৰ কৰিম নে নকৰিম সেইটো আপোনালোকে ঠিক কৰিব।

: মই কেমেৰাৰ কথা নকও। চাৰে যদি ভাৱে ভেঙে পাছলৈ আমি ফটো এখন ৰাখিব পাৰো। এই সমূহৰ প্ৰতি আমাৰ কোনো আকৰ্ষণ নাই।

কিন্তু আমাৰ কথাবোৰ যদি টেপ কৰি ৰাখে তেন্তে ই এটা উত্তম কথাই হ'ব। এইটো হোৱাতো মই বিচাৰো।

: এৰা, ফটো এখন কাগজত উঠক বুলি ভাবিছিলো কবীনে সকলো নষ্ট কৰি দিলে। বাৰু হ'ব তেনে। প্ৰথমে টেপটোকে ঘূৰক। আমাৰ আছফিয়াজনীয়েও আজি ওঁঠ দুটা বেছিকৈ ৰঙা কৰি আহিছিল। তাইৰো মুদা মৰিল। হ'ব তেনে Let us starts.

সকলোৱে আকৌ এবাৰ হাঁহিলে। কি যে প্ৰাণ আছে চাৰৰ কথাত। ধেমালিৰ সময়ত ধেমালি। কিন্তু গভীৰ আলোচনাৰ মাজত যেতিয়া নিমগ্ন হৈ ৰব তেতিয়া ভাবিব নোৱাৰি যে এইজন ব্যক্তিয়ে হঁহোৱাব পাৰে। বিশাল ভট্টাচাৰ্য্যই তামোল-পাণৰ টেমীটো চাৰ আৰু কাদীৰ চাহাবৰ পিনে আগবঢ়াই দি সহকাৰী সম্পাদক ভড়ালীক আৰম্ভ কৰিবৰ বাবে ক'লে। ভড়ালীয়ে হাতত কাগজ কিছুমান তুলি ললে আৰু ক'লে।

: সকলোৰে প্ৰতি মোৰ নমস্কাৰ আগবঢ়ালো। আমি মাত্ৰ কেইটামান প্ৰশ্ন লৈ আহিছোঁ। আপোনালোকে ইতিমধ্যে বহু লিখনিৰ মাজেদি আগবাঢ়িছে। 'চেতনা'টো আমাৰ বহু কথা প্ৰকাশিছো। সচৰাচৰ আলোচনা নোহোৱা বা কমকৈ হোৱা কেইটামান প্ৰশ্ন আনিছো'। এই সমূহক প্ৰশ্ন বুলি নলৈ এটা এটা বিষয় বুলিও লব পাৰে। মূঠৰ ওপৰত আমাৰ ইয়াৰ ওপৰতে আলোচনা হ'ব। আপোনালোকৰ ভিতৰৰে যি যেনেকৈ পাৰে এই বিষয়ে ক'ব। তেনেহ'লে আমাৰ প্ৰথম বিষয়টো হৈছে- আপোনালোকে ভাবে নেকি যে মুছলিমা টাবৰীণৰ সমগ্ৰ লিখনি ৰাজীয়েই ভুল বুলি ? তেখেতে ক'তো এষাৰ ভাল কথা লিখা নাইনে যাৰ যোগেদি আমি সমাজখনক সংস্কাৰ কৰাৰ এক ইংগীত পাব পাৰো ?

সামান্য সময়ৰ কাঁহ পৰি জীণ যোৱা নীৰৱতাক মুখৰ কৰি আদিত্যই আৰম্ভ কৰিলে।

: আমি কোনেও ভৱা নাই আৰু ভৱিষ্যতেও নেভাৱিম যে টাবৰীণে এষাৰো ভাল কথা লিখা নাই বা কোৱা নাই। ইমান সাহসেৰে মানুহ আৰু সমাজৰ কিছু কথা কৈ তেওঁ যি এক চেতনা আনি দিলে, মানুহৰ চকু মোকলা খোৱাই দিলে তাৰ উদাহৰণ সঁচাই বীৰল। আজি পুৰুষে সেইবোৰ

কথা ভাবি চালেহে তেওঁৰ শ্ৰম আৰু সমাজৰ হাজাৰটো কেৰোণ আঁতৰিব। কেৱল এফেৰি আত্মশংসোধনৰ প্ৰয়োজন। নাৰীক নিজৰ ভেজতোপাৰ দৰে ভাবি, নিজৰ কলিজাখনৰ দৰে ভাবি পুৰুষে এতিয়াও যদি নাৰীৰ বিষয়ে কিছুমান কথা ভাবে তেন্তে সৰগ এই পৃথিৱীতে ৰচনা হৈ যাব। টাবৰীণৰ এটাইতকৈ মহৎ উক্তিটো হৈছে এইটো যে তেওঁ কৈছিল "আমাৰ দেশত নামাজ, ৰোজা, ধৰ্মোৎসৱ ইত্যাদি বেছ জোৰভাৱে পালন কৰা হয়, কিন্তু ধৰ্মগ্ৰন্থ তথা নানা ধৰ্মীয় পুথি সম্পৰ্কে বিশদ কোনো আলোচনা হোৱা নাই। হোৱা উচিত। ধৰ্ম চৰ্চা সঠিকভাৱে হ'লেই দেশজুৰি ধৰ্ম ব্যৱসায়ৰ প্ৰভাৱ যেনেকৈ কমিব, তেনেকৈ ধৰ্মীয় কুসংস্কাৰচ্ছন্ন মানুহৰ সংখ্যাও উল্লেখযোগ্য পৰিমাণে হ্ৰাস পাব।" এই উক্তি আমাৰ ইয়াতো সমানে প্ৰযোজ্য। টাবৰীণে কেৱল যদি এই বিষয়টোৰ ওপৰতে তেওঁৰ বক্তব্য ৰাখিলে হয় তেন্তে তেওঁ মিছাতে বহু কথা কৈ পেলাব লগাত নপৰিল হয়। এগৰাকী নবীন লিখিকা ৰূপে ইয়াতে বহু কথা তেওঁ সাঙুৰি লৈ ভুৰুকাত হাতী ভৰাব পাৰিলে হয়। নামাজ-ৰোজাৰ উঠা-বহা আৰু লঘোণে থকা বা নিয়ম-প্ৰণালী আৰু দুই ঈদৰ নামাজ আৰু ফাতেহা-ই-দোৱাজদহমৰ উপৰিও বিশেষভাবে যদি মুছলমান সমাজত এই কোৰাণ-হাদীছৰ ওপৰত হাজাৰটা দিশৰ বিষয়ে যদি সুষ্ঠ, বৈজ্ঞানীক দৃষ্টিভঙ্গীৰে প্ৰান্তৰে প্ৰান্তৰে, অঞ্চলে অঞ্চলে, ঠায়ে ঠায়ে সদাই আলোচনা হ'লহেঁতেন তেন্তে সঁচাকৈ বহু কথাই আজিৰ মুছলমান সমাজক বহু আগলৈ লৈ যাব পাৰিলে হয়। ইয়াত ধৰ্মৰ গাত লেশমানো দোষ নাই। দোষ মানুহৰ। আজিকালি জ্ঞানীলোক সকলে ক'তো একো নকয়, নিলিখে। যাৰ ইছলামৰ ওপৰত দখল আছে তেওঁলোকে ক'তো মাত এষাৰ নেমাতে। মানুহৰ ভুলবোৰ আঙুলিয়াই নিদিয়ে, কৰবাত কোনোবাই কিবা ক'লে প্ৰতিবাদ নকৰে, সংগঠনৰ নামত অন্তসাৰশূণ্য। যি নিৰিখত, পৰিমাণত কোৰাণ হাদীছৰ প্ৰকৃত মূল্যায়ন হ'ব লাগিছিল সেইখিনি হোৱা নাই। প্ৰথম শ্ৰেণীৰ পণ্ডিতৰ ঠাইত কোনোবা কাগজত ওলোৱা প্ৰবন্ধ পঢ়ি সামান্য কথা জনা লিখকৰ সংখ্যা বেছি হোৱাত তেওঁলোকেই দুই-চাৰিটা প্ৰবন্ধ লিখি আছে যাৰ লিখা পঢ়িলে আকৌ নানা বিতৰ্ক আৰু সন্দেহৰহে সৃষ্টি হয়। আকৌ যদি এখন আলোচনী ওলাই সেইখন কিছুদিন যোৱাৰ পাছত তাত সাম্প্ৰদায়ীকতাৰ গোন্ধে আৰু

ৰাজনীতিৰ আচোৰে আলোচনীখন নষ্ট কৰি তোলে। মানুহে লাহে লাহে লবলৈ এৰি দিয়ে। কেতিয়াবা সম্পাদকসকলে এটা এটা অদ্ভুত মন্তব্য দি মানুহৰ মন মানসীকতাক একেবাৰে নষ্ট কৰি পেলাই। কেতিয়াবা ইছলামৰ শ্ৰেষ্ঠতাক প্ৰতিপন্ন কৰিবলৈ যাওঁতে আন ধৰ্মক হেয় কৰাৰ উদাহৰণো আমাৰ মাজত নোহোৱা নহয়। ধন-দৌলত গোটোৱাটো বেয়া কথা নহয়। সৎভাৱে অৰ্থ উপাৰ্জন কৰি প্ৰকৃত পথে গৈ চহকী হোৱাটোও সমাজৰ বাবে এটা ভাল কাম। সেই সকলে ঘৰতে ধৰ্মটো কোনোৰকমে চলাই খোদাৰ ধাৰ মাৰিছে কিন্তু কাষৰ ঘৰত যে অন্ধকাৰে বিৰাজ কৰিছে তালৈ তেওঁলোকৰ কোনো ভ্ৰূক্ষেপ নাই। ফলত ইছলামৰ যিটো সামাজিক দিশ আছে, তাৰ মঙ্গলময় আৰু বিকাশৰ দিশটো ব্যাহত হৈছে। চহকীসকলৰ সামাজিক সম্বন্ধ প্ৰায়ে চহকীসকলৰ সতেই। তেওঁলোকে বিয়া, জানাজা, আকিকা, মিলাদ আদিৰ বাহিৰে অন্য কোনো কাৰণত সধাৰণ জাতি- ভাইৰ ঘৰলৈ সততে আহ-যাহ নকৰে। তেওঁ লোকে সদায়ে এটা কথা ভাবি থাকে যে তেওঁলোকতকৈ কম অৱস্থাপন্ন আৰু সৰু চাকৰি কৰা বোৰেই সদাই তেওঁলোকৰ খবৰ কৰি থাকিব, আহ- যাহ কৰিব। কিন্তু তেওঁলোকে গৈ যে খবৰ-খাটি কৰিব লাগে এই বিষয়ে বিশেষ কোনো কথা নেভাৱে। ফলত আত্মীয়তা আৰু অন্তৰঙ্গতাত এক ব্যৱধানে বাহ লয়। তাৰোপৰি তেওঁলোকৰ মানদণ্ডৰ বিভিন্ন লোকৰ সমাগমৰ বাবে তেওঁলোকৰ হাতত সময় ইমান কম থাকে যে সাধাৰণ শ্ৰেণীৰ কৌমৰ মাজত উঠা-বহা কৰাৰ কথা তেওঁলোকে ভাবিবই নোৱাৰে। এইবোৰ কথা টাউনৰ লোকৰ মাজত দেখিবলৈ পোৱা যায়। এইক্ষেত্ৰত গাঁৱৰ অৱস্থা আৰু দুখ লগা। গাঁৱত খবৰ কৰা প্ৰথাটো অলপ আছে যদিও ভাত-কাপোৰ আৰু চৰাদামৰ সমস্যাই মানুহক মানুহৰ ওচৰৰ পৰা আঁতৰাই ৰখাত বহু ইন্ধন যোগাইছে। এইবোৰৰ বাবে আমাৰ যিটো "ইছলামীক চচিয়েল ৰিলেইশ্যন" বোলা কথা আছে সি ক্ৰমান্বয়ে লোপ পাব ধৰিছে। এই কথাবোৰৰ ওপৰত ইছলামে কি কয় বা কেনে ধৰণৰ নিৰ্দেশ জাৰী কৰিছে, কি বিধান আছে সেই বিষয়ে কোনো ধৰণৰ কথা আমি শুনিব নোপোৱা হৈছো। এই কথাবোৰ যে ইছলামৰে ভিতৰুৱা কথা এই বিষয়ে ভাবিবলৈ আমাৰ সাহ নোহোৱা হৈছে। ইয়াৰ প্ৰতিটো কথা কোৰাণ গ্ৰন্থ আৰু হাদীছত সোমাই আছে। কিন্তু

পৰিতাপৰ কথা যে আমি এইবোৰৰ বিষয়ে সম্পূৰ্ণ অজ্ঞ হৈ আছো। মুছলমান সকলৰ নামাজ, ৰোজা, হজ আদিৰ বিষয়ে আৱশ্যকীয় জ্ঞান হয়তো আছে। কিন্তু তাৰ উপৰিও যে পয়গম্বৰ জনাই বহু আদৰ্শ নিজে হাতে কামে কৰি দেখুৱাই গৈছে তাক কেইজনে জানে আৰু পালন কৰে ? মানুহে দেখো কেৱল ভাত, ৰুটি, দাইল আৰু পানী খাই আৰু থাকিবলৈ কেৱল এটা ভেটি, চাৰিখন বেৰ আৰু এখন চালি সাজিয়েই জীয়াই থাকিব পাৰিলে হয়। খাদ্যৰ সতে এই তিতা, টেঙা, জলা, নিমখীয়া, কেঁহা, খাৰলি, খৰিছা আৰু ঘৰটোৰ ভিতৰত অতবোৰ আচবাব পত্ৰৰ কিয় প্ৰয়োজন হ'ল ? ঠিক কথাবোৰ তেনেকুৱা। ধৰ্মৰ আন দিশৰ ওপৰতো ব্যাপক হাৰত চৰ্চা হোৱা দৰকাৰ। আমাৰ ইয়াত মাদ্ৰাচা-মোক্তাব জাতিয় যি শিক্ষানুষ্ঠান আছে তাত কেৱল কোৰাণ-হাদীছৰ মূল কথাবোৰৰ ওপৰত বেছি জোৰ দিয়া হয় আৰু নিৰ্ভুল যদিও তাত সম্পূৰ্ণ ধৰ্মীয় দৃষ্টিভঙ্গী আগত ৰাখি শিক্ষা দিয়া হয়। চাত্ৰসকল এটা ঠাঁচত ওলাই আহে আৰু ক'তো অপকৰ্ম কৰি নুফুৰে যদিও জীৱনত যে আৰু বহু কথা জানিব লাগে, ভূগোল, বুৰঞ্জী, বিজ্ঞান, অঙ্ক, ইংৰাজী, সমাজবিদ্যা জানিব লাগে সেইবোৰ কথা পাহৰি যায় আৰু সেইবোৰ শিকিবলৈ সময়ো নেথাকে। বৰ বৰ লোকে নিজৰ সন্তানক ডাক্তৰী, ইঞ্জিনীয়াৰ পঢ়াই আৰু গৰীবৰ ল'ৰাই যদি জীৱনত পঞ্চম-ষষ্ঠ মানত এবাৰ কিবা কাৰণে ফেল কৰিছে তাক তেতিয়া মাদ্ৰাচালৈ ঠেলি হেঁচি পঠাই দিয়ে। সেই চাতৰৰ নামাজ-ৰোজা, হজ-জাকাত আৰু নিকাহ্-তালাকৰ বাহিৰে অন্য জ্ঞান হ'ল জানো? পেট প্ৰৱৰ্ত্তাবৰ বাবে যে, চাকৰি পাবলৈ যে আৰু মানুহ হ'বলৈ যে অন্য জ্ঞানৰো প্ৰয়োজন তাক কোনে ভাৱে ? গতিকে এইবোৰৰ তন্ন তন্ন বিশ্লেষণ নহ'লে কোনোকালে মুছলিম সমাজৰ উন্নতি নহ'ব। মনত ৰাখিব লগা কথা এয়ে যে তাৰ বাবে আক ধৰ্ম বা হাদীছ দায়ী হ'ব নোৱাৰে। এনেবোৰ প্ৰয়োজনীয়তাৰ কথা আক ইছলামতে আছে আৰু বিভিন্ন দিশৰ ওপৰত কোৰাণ কিতাপে বহুবাৰ দোহাৰিছে। এই কথাবোৰ বা তাতনো কি আছে এই বিষয়ে কোনো দিনে মানুহে নেজানিলে। সেই কাৰণে আমি সেই পিনৰ পৰা টাবৰীণৰ সেই উক্তিক এক ঐতিহাসিক উক্তি বুলি অভিহিত কৰিব বিচাৰো। আজিকালি বহু কিতাপ ওলাইছে, নানা ভাষাৰ পৰা অনুবাদো হৈছে। সেইসমূহ ইছলাম

সমাজৰ লোকে অধ্যয়ন কৰিবৰ হ'ল। এইখিনিতে যদি আমি অন্য এটা দিশ চাওঁ তেন্তে অতিব এক ঘৃণনীয় ছবি দেখিবলৈ পাওঁ যাৰবাবে পুৰুষসকলে এদিন খোদাৰ ওচৰত উত্তৰ দিব লাগিব। দাৱাত, আকিকা, চিৰিণি, কোৰাণ পঢ়োৱা খাবলৈ গৈ পুৰুষসকলে অন্তত কোনোবা জোনাব বক্তাৰ পৰা এটাকৈ হ'লেও ভাল কথা শিকিছে। কিন্তু নাৰীৰ ক্ষেত্ৰত ? ৰাজনীতি, সমাজনীতি বা অন্য বিষয়ৰ কথা বাদেই দিছো- ইছ্লামৰ চৰা- চৰিয়তৰ এটা ভাল কথা এই নাৰীসকলে শুনাৰ ভাগ্য কেতিয়াবা হ'লনে ? আমি তাৰ কিবা ব্যৱস্থা কৰিলোনে? হাজাৰ হাজাৰ নাৰীক আমি এইদৰে সদায়ে বিতাৰিত কৰি আহিছো। পঞ্চাশ বছৰ বয়সৰ পাছত কোনোবা নাৰীয়ে নামাজ সদাই পঢ়া কথাটো আমাক নেলাগে। তেৰ বছৰৰ পৰা ত্ৰিশ বছৰৰ ভিতৰত যিসকল গাভৰু ছোৱালী-বোৱাৰী আছে তেওঁলোকৰ ভিতৰত কিমানেই বা নামাজ পঢ়ে, কিমানেই বা ৰোজা ৰাখে, আৰু কিমানেই বা ভাল কথাবোৰ জানে? আমি কোনোবা দিনা উৎসাহিত কৰিছোনে ? দৰা ওলালেহে যেন আমাৰ ছোৱালী গাভৰু হয়। তাৰ আগলৈকে আমি দেখো আঠুৰ ওপৰতে ফ্ৰগ পিন্ধায়ে সৰু কৰি ৰাখো। পুৰুষবোৰে ঘৰে ঘৰে হালোৱা-পোলাও খাই ফুৰে দাৱাতৰ নামত। কিয় আমি পুৰুষবোৰে এনে এটা পৰিবেশ সৃষ্টি কৰি দিয়া নাই যে- মহিলাসকলেও মহিলা সকলক কেতিয়াবা কবৰত জিয়াৰত কৰাবৰ ক্ষেত্ৰত, কোৰাণ পঢ়োৱাৰ ক্ষেত্ৰত দাৱাত দিয়াৰ অনুমতি দিয়া হওক। একো নোৱাৰিলেও অন্তত দুটা দোৱাটো কৰিব পাৰিব। কিন্তু সেইটো যে হৈ উঠিব এদিন তাক আমি ক'ব নোৱাৰো। তেনেবোৰ কামত কিন্তু পুৰুষৰ জিভাৰ আগতে ফটোৱাটো লাগি থাকে। সেয়ে হৈছে বিপদ। গতিকে নাৰীয়ে সকলো গুণ আৰু অৰ্হতা আয়ত্ব কৰা দৰকাৰ। দেখা গৈছে যে- পুৰুষৰ যি দৌৰাত্ম বাঢ়ি গৈছে তেনেস্থলত নাৰীয়ে যদি নিজে বুজি মেলি পঢ়া-শুনা নকৰে তেন্তে তেওঁলোকেই এদিন পষ্টাব। নাৰীয়ে বহু অসাধাৰণ কাম কৰিব পাৰে কিন্তু পঢ়া-শুনাৰ ক্ষেত্ৰতো বাধা-বিঘিনি অতিক্ৰম কৰি, সকলো নেওচী অন্তত প্ৰবেশিকাটো পাছ কৰি কাৰিকৰী বিদ্যা এটা জানি থোৱা অত্যন্ত আৱশ্যক। আল্লাৰ ৰছুলে পঢ়া-শুনাৰ বাবে চীনলৈও যাবলৈ কৈছিল। এই কথাষাৰে কাৰিকৰী বিদ্যাৰ কথাহে বুজাইছে। কাৰণ সেই সময়ত চীন দেশেই কাৰিকৰী

শিক্ষাত আগবঢ়া আছিল। কথা হ'ল এই কথাবোৰকে যি সময়ত আমাক আন কোনেও দিব নোৱাৰিলে, ক'ব নোৱাৰিলে, তাক টাবৰীণে ক'লে অৰ্থাৎ এটা উক্তিৰেই সকলো সামৰি ৰাখিলে। এই অধঃপতনৰ বাবে, স্খলনৰ বাবে ইছলাম বা কোৰাম-হাদীছ জগৰীয়া হ'ব নোৱাৰে। তাৰবাবে দায়ী মানুহ। আজি আমি টাবৰীণক তাতেই বেয়া পাইছো যে তেওঁ মানুহক দোষ নিদি ধৰ্মক দোষ দিছে। বেয়াটো কৰিছে মানুহে, গালি পৰা হৈছে ধৰ্মক। সি যি কি নহওক। গতিকে টাবৰীণৰ এই উক্তিৰ প্ৰতি আমি সদায়ে শ্ৰদ্ধা জনাম আৰু তাৰবাবে উপযুক্ত সন্মান দি যাম। গতিকে আমি ভাবো টাবৰীণৰ সকলোতকৈ মহান কথাষাৰ আছিল সেইষাৰেই।

: Make your point short Aditaya । মূল আৰু ঘাই কথাবোৰ কৰা।

আলী চাৰৰ পৰামৰ্শত আদিত্যই অকণ থমকি ৰ'ল আৰু শজাগি আকৌ কৈ গ'ল। চালেহে দুৱাৰৰ পিনে মন কৰি কোনোবা এটাক চাহ আনিবলৈ ইংগীত কৰিলে। চাৰে এখন তামোল আৰু কাদীৰ চাহাবে চিগাৰেট এটা মুখত দিলে।

: তেখেতৰ দ্বিতীয় কথা এটাৰ প্ৰতি আমাৰ ঠিক সমৰ্থন আছে। এটা ভাল বস্তু সকলোৰে মাজলৈ আনি দিছে। সেইটো হৈছে বন্ধ্যা বুলি এগৰাকী নাৰীক আজীৱন নিৰ্য্যাতন কৰি আত্মা অনুভূতিক নিঃশেষ কৰি তোলা হৈছে, পৰিয়ালৰ পৰা মানসীকভাৱে বইকোট কৰা হৈছে। তেওঁক কুলক্ষণীয়া বুলি কোৱা হৈছে আৰু তাৰে গইনা লৈ স্বামীজনে বাহিৰত আনৰ সতে উপভোগ কৰিছে বা অন্য এগৰাকী নাৰীক বিয়া কৰাব বিচাৰিছে বা বিয়া কৰিছে। কিন্তু এদিন ডাক্তৰী পৰীক্ষাত ধৰা পৰিল যে নাৰীগৰাকী ঠিকেই আছে পুৰুষজনহে অক্ষম। তেতিয়া কিন্তু নাৰীগৰাকীয়ে সেইজন পুৰুষৰ সতেই জীৱন অতিবাহিত কৰিব লাগিব নিজৰ সকলো আশা-আকাঙ্খাক জলাঞ্জলী দি। আকৌ কিন্তু নাৰী গৰাকীয়ে যদি এই কথা জনাৰ পাছত পুৰুষজনে কৰা এশ ভাগৰ এভাগ কৰাটোটো বাদেই সপোনতো যদি কিবা এটা ভাৱে তেন্তে আৰু সেই নাৰীৰ নিস্তাৰ কোনো দিনে নহ'ব। আমাৰ সমাজে তেনে নাৰীক কি কৰিব তাক ব্যাখ্যা নকৰিলেও হ'ব। এইটো এটা অতি বাস্তৱ আৰু সত্য কথাক টাবৰীণে দাঙি ধৰিছে। সমাজৰ কিমান শ শ মহিলাই এই কথাৰ বাবে জীয়াতু

ভুগিছে। তাৰ খবৰ কোনে ৰাখে। তাৰ পাছত মহিলা গৰাকীৰ অসুখেই হওক বা ভাগৰেই লাগক, গৰ্ভৱতীয়েই হওক বা সন্তান সম্ভাৱনাই হওক, চাকৰি কৰক বা ব্যৱসাই কৰক মূঠৰ ওপৰত যিয়ে নকৰক বা পৰাপক্ষত যি অৱস্থাতে নেথাকক লাগিলে সেইবোৰ চাবলৈ নাই- পুৰুষৰ বাবে কৰণীয়খিনি, পাই থকাখিনি, দি থকাখিনি হ'লে সদাই একেটা অভ্যাসত, পৰিমাণত, নিৰিখত, সময়ত বিনা প্ৰতিবাদে পাই থাকিব লাগিব। অলপ হেৰ-ফেৰ, হীন-দেৰি হ'লেই কিন্তু বহু লেঠা আৰু বিপদ আহি পৰিব। এই যে পুৰুষৰ স্বাৰ্থৰ সময়ত নাৰী গৰাকীযে হঠাৎ বেলেগ হৈ যায়, দাম দি, মজুৰী দি, ভাড়া দি অনা আৰু সেইমতে কাম কৰা তিৰুতাৰ দৰে যে হৈ যায় তাতোকৈ আৰু কষ্টকৰ কথা একো থাকিব নোৱাৰে। মুখলৈ, দেহলৈ, মনলৈ, মানসীক অৱস্থালৈ চাবলৈ নাই- আগে মোৰ কামবোৰ, মোক আত্মসন্তুষ্টি কৰাব বা লভাৰ কাৰণসমূহ ৰক্ষা হৈছেনে নাই- মই যাতে একোৰে অসুবিধা পাব নোৱাৰো তাৰবাবে সকলো ঠিক আছেনে নাই- মোৰ প্ৰতি কৰা কৰ্তব্যসমূহ পূৰ্বৰ দৰে বাহাল আছেনে নাই- সেইটো মোক আগধৰি লাগিব। তাৰ পাছত বাকীবোৰ কথা। অৱশ্যে কোৱাৰ পাছত, অনুসন্ধান কৰাৰ পাছত স্বামীয়ে বুজি মেজাজ ঠাণ্ডা কৰি সহজ হৈ পৰে। কিন্তু বেছি ভাগৰে যে এইক্ষেত্ৰত এটা উচ্চাত্মীকা মনোভাব, স্বামীসুলভ দাম্ভীৰ্কতা আৰু পুৰুষ প্ৰধান মানসীকতাই খেলা কৰে ই একেবাৰে ঠিক কথা। কিন্তু তাৰ বিপৰীতে যদি আমি কথাটো ওলোটাই চাওঁ তেন্তেটো কথা একেবাৰে বীষম হৈ যাব। নাৰী গৰাকীয়ে কিন্তু পুৰুষৰ পৰা সেইবোৰ বিচাৰিব নোৱাৰিব। নাৰী গৰাকীৰো যে দুই এটা সুবিধা পুৰুষে কৰি দিব লাগিব সেইটো অসম্ভৱ। যি সময়ত অধিবক্তা হৈ অধিনিয়মৰ অধিপতি জনেই হৈছে পুৰুষ তেনেস্থলত অধিনায়কৰ ভাও লৈ পুৰুষেই যে নাৰী সমাজৰ মনঃস্তাত্বীক স্তৰটোক অধঃপতনে নিয়াইছে তাক পুৰুষে স্বীকাৰ নকৰিলেও সঁচা। এনেবোৰ কথাৰ বাবেই হয়তো লেনীনে নাৰীক গ্ৰাহস্থ্য জীৱনৰ পৰা মুক্তি দিয়াৰ কথা কৈছিল। কথাটো সিমান মিছা নহয়।

: এইখিনিতে মই অকণমান ক'ব পাৰিমনে ?

অনুদাত্ত কণ্ঠেৰে আছফিয়াই মাত দিলে।

: হয়, কোৰাত আমাৰ আপত্তি নাই। আপুনি ক'ব পাৰে।

: মই আন ধৰ্মৰ ওপৰত লেখমানো কথা ক'ব বিচৰা নাই। মাত্ৰ টাবৰীণৰ লিখনিৰ পৰা পাইছিলো বাবে উনুকীয়াব খুজিছোঁ। আন ধৰ্মত ছোৱালী বা কন্যা সন্তানৰ ওপৰত যিমান কথা, বাধা, বাৰণ, নিয়ম-কানুন আৰোপ কৰা হৈছে আৰু তাৰ লগে লগে যিমান কৃষ্টি, সংস্কৃত, পূজা, লোকাচাৰ, পৰম্পৰাৰ সৃষ্টি হৈছে আৰু তাকে লৈ মানুহে যিমান মানি আহিছে তাৰ তুলনাত কিন্তু ইছলামত তেনেবোৰৰ প্ৰচলন একেবাৰে নাই বুলিব পাৰি। কন্যা সন্তানক অৱহেলা কৰি বোকাত পেলাই পুত্ৰ সন্তানক প্ৰাধান্য দি কোলালৈ অনাৰ ক্ষেত্ৰত যি পক্ষপাতিতা, স্বাৰ্থপৰতা আনকি এইক্ষেত্ৰত যেনে ধৰণৰ ধৰ্মীয় মন্ত্ৰ, শ্লোক, উক্তি, পংক্তিৰ সৃষ্টি কৰা হৈছে, য'ত দেৱতাসকলকে লৈ বৰ বৰ ঋষি-মুনিয়েও ভাগ লৈ যাগ-যজ্ঞৰ মাজেদি আশীৰ্বাদৰ নিৰ্মালি বৰষিব লাগিছে তেনে ধৰণৰ কথা কাণ্ড কিন্তু ইছলামত নাই। এইবোৰৰ সত্য-সত্যতাৰ বিষয়ে আমি একেবাৰে অজ্ঞ। টাবৰীণে কৈছে বাবে আমি কৈছোঁ। পৰ্দাত থকা, ভালকৈ কাপোৰ পিন্ধা, বেছিকৈ ঘূৰি নুফুৰা, গাভৰু বনকৰা ছোৱালীক মুক্তি দিয়া আদিৰ দৰে কিছুমান কথাত হয়তো চৰিয়তে কিছু কথা কৈছে। বাকী যিখিনি ঘটিছে সেইখিনি মানুহৰ লম্পটামীৰ বাবে ঘটিছে। কিন্তু ধৰ্মই ভাগ ভাগ কৰি ল'বা আৰু ছোৱালীৰ মাজত কোনো ধৰণৰ বৈসম্যতা, প্ৰভেদ আৰু পাৰ্থক্য ৰখা নাই। পুত্ৰ সন্তানক ৰাজকীয় সন্মান, আশা ভৰষাৰ প্ৰতীক, বংশ সংৰক্ষণ আৰু সম্প্ৰসাৰণৰ আমোঘ অস্ত্ৰ বা যিকোনো ধৰণৰ অগ্ৰাধীকাৰ দিয়াৰ ক্ষেত্ৰত যি মাঙ্গলীক অনুষ্ঠান পতা যায় তাৰ মানেই কন্যা সন্তানক অৱহেলা কৰা, অবদমিত কৰা, কম মূল্য দিয়াকে বুজাই। কিন্তু তাৰ বিপৰীতে ইছলামত এনে কোনো ধৰণৰ অনুষ্ঠান নাই। আকৌ অন্য পিনে নাৰীৰ সৌন্দৰ্য্য আৰু ৰূপ-লাবণ্য প্ৰকাশৰ ক্ষেত্ৰত এনে কিছুমান বৰ্ণনা চকুত পৰে য'ত যৌনগন্ধীতাৰ বিনে অন্য ছবি দেখিব পোৱা নেযায়। এইক্ষেত্ৰত বহু ধৰণৰ কাহিনী, প্ৰবাদ, ঘটনা আদি পঢ়িব পোৱা যায়। কিন্তু ইছলাম সেই পিনৰ পৰা একেবাৰে মুক্ত। এই কথাবোৰ মই এই কাৰণে অৱতাৰণা কৰিলো যে টাবৰীণে খিচিৰি বনালে, বান্ধিলে, কিন্তু মানুহে খাওঁতে কেৱল দাইলৰ কথাহে কোৰাত লাগিল। অন্য উপাদানৰ কথা এবাৰো মুখলৈ নানিলে। অৰ্থাৎ

মানুহে সকলো কথা মুছলিম মুখী, মুছলিম কেন্দ্ৰীক কৰি পেলালে। গতিকে মই খণ্ডন কৰিব বিচাৰিছো যে টাবৰীণে যদিও ইছলামক আক্ৰমণ কৰি লিখিছে, সকলো কথা কিন্তু ইছলামৰ ভিতৰুৱা কথা নহয়। মই মোৰ এটা প্ৰবন্ধত লিখিছিলো যে ইছলামৰ নীতি-নিয়ম টান, কঠোৰ, কাড়া। কিন্তু পালন কৰিব নোৱাৰা বিধৰ নহয়। মানুহে মানিব নোৱাৰি বেয়া বুলি ক'লে নহ'ব। কন্যা সন্তানক বৰ্বৰ ভাৱে, নিষ্ঠুৰভাৱে এদিন জীয়াই জীয়াই কবৰ দিওতাসকলৰ প্ৰতি কোৰাণত কি নিৰ্দেশ আহিছে তাক মই উল্লেখ কৰিব খুজিছোঁ আৰু ই মানুহৰ বাবে এক বিৰাট সাৱধান বাণীৰ দৰে হৈ পৰিছে যাক সোঁৱৰি মানুহে এনে অপকৰ্মৰ পৰা বিৰত থাকিব পাৰে। অন্তত কোৰাণত এইদৰে কৈছে "ৱাইজা আল মাওদাতু চুয়েলাত, বি আইয়ী জামবীন কুটিলাত" অৰ্থাৎ আৰু যেতিয়া কুমাৰী ছোৱালীক সোধা হ'ব কি অপৰাধত তেওঁক বধ কৰা হৈছিল। মহাবিচাৰৰ দিনা- আল্লাই এইদৰে সেই ছোৱালীবোৰক সিহঁতৰ বাপেকহঁতৰ আগতে প্ৰশ্ন কৰিব আৰু তেতিয়া সিহঁতে বাপেকহঁতৰ বিৰুদ্ধেই সকলো কথা কৈ দিব। আল্লাৰ চকুত নৰ-নাৰী সকলোৱেই সমান। কাকো ভাগ ভাগ কৰি সজা হোৱা নাই। হাজাৰ বিজাৰ অভিযোগৰ মাজত এই অভিযোগক, পাপক অগ্ৰাধীকাৰ নিশ্চয় আল্লাইহে দিব। গতিকে এই মহা নিৰ্দেশৰ পৰাই অনুমান কৰিব পাৰি যে ইছলামে প্ৰকৃতভাৱে নাৰী বা ছোৱালী সন্তানৰ প্ৰতি কেনে মত পোষণ কৰিছে। এইখিনিতে মই টাবৰীণৰ আৰু এটা কথা উল্লেখ কৰিছোঁ যিহেতু মুখ্য-সম্পাদকদেৱে আমাক "সমগ্ৰ লিখনিৰাজীয়েই ভুল নেকি" বুলি এটা প্ৰশ্ন তুলিছে। তেখেতে "মকছুদোল মো' মেনীন" নামৰ জনৈক ব্যক্তিয়ে লিখা এখন পুথিৰ কথা উল্লেখ কৰি এনেভাৱে কিছুমান কথা কৈছে যেন তাৰ নাৰী বিষয়ক যিখিনি কথা আছে সেইবোৰ যেন কোৰাণ হাদীছৰে এক নিৰ্দেশ আৰু তাৰ কথাবোৰ যেন কোৰাণ-হাদীছৰ পৰায়ে অনা হৈছে তাকে বুজাবলৈ চেষ্টা কৰিছে। চতুৰা টাবৰীণে যিহেতু ইছলাম ধৰ্মৰ বিৰুদ্ধে গৈ ভাল পাইছে, গতিকে কোনোবা ব্যক্তিয়ে লিখা কথা এখিনিক যদি কোৰাণ-হাদীছৰ ভিতৰুৱা কথা বুলি দেখুৱাই দিব পাৰে তেন্তে তেওঁৰ অসৎ উদ্দেশ্য পূৰণ হ'ব আৰু জনমানসত ইছলামক এক অদ্ভুদ ধৰ্মৰূপে দেখুৱাবলৈ সক্ষম হ'ব। মই গোটেই কিতাপখন পঢ়িছোঁ। তাত নাৰীৰ "নচিহত" সম্পৰ্কে কিবোৰ কথা লিখা আছে

সেইখিনি কিমান ইছলাম সন্মত কথা তাত সন্দেহ আছে। তাত কিছুমান কথা আছে যিবোৰে নাৰী জাতিৰ নুন্যতম স্বাধীনতাকণকো সম্পূৰ্ণৰূপে খৰ্ব কৰা হৈছে। স্বামীক সকলো পিনৰ পৰা ৰাজি-সন্তুষ্ট ৰাখিবৰ বাবে নাৰীসকলৰ এনেভাৱে আহ্বান কৰিছে বা স্বৰ্ত আৰোপ কৰিছে যে তাক ভাষাৰে বৰ্ণনা কৰিবলৈ শক্তি নাই। কোৰাণ- হাদীছৰ গইনা লৈ ইছলামৰ নামত যে সেই গোড়া লিখকে সমাজত এক প্ৰতিপত্তি লাভ কৰি নাৰী জাতিক অৱদমিত কৰি ৰখাৰেই যে এক সাংঘাটিক চক্ৰান্ত তাক ভালকৈয়ে বুজিব পাৰি। আমি ভাবো যি ইছলামত নাৰীৰ মৰ্য্যদা, স্বাধীনতাৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিয়া হৈছে তাত আৰু এইবোৰ কৰপৰা ওলাল ? এই সমূহ যে জোৰ কৰি "এটা হাদীছত আছে" বুলি কৈ কোনো কিতাপ-হাদীছৰ প্ৰসঙ্গ উল্লেখ নকৰি এটাকে দহোতা কৰি যে লিখিছে তাত কোনো সন্দেহ নাই। এই ভ্ৰান্তিকৰ কথাবোৰেই মানুহক ধৰ্মৰ পবিত্ৰ অনুভৱৰ পৰা আঁতৰাই ৰাখে। আচলতে এইবোৰ খুব এটা সঁচা কথা নহয়। মাজে মাজে কিছুমানতহে সত্যৰ সাঁচ আছে। কোনোবাই কিবা প্ৰমাণেৰে সঁচা বুলি ক'লেও সেই সঁচাক কিন্তু এতিয়া আৰু কোনেও কামত বা বাস্তবত নাৰীৰ ক্ষেত্ৰত খটোৱাব নোৱাৰে। স্বামীক ইমান সন্তুষ্ট ৰাখিবৰ বাবে কোনো নাৰীয়ে ইমানখিনি অন্তত আজিৰ যুগত নকৰে, কৰিব নোৱাৰে। আৰু তাক আশা কৰাও ভুল। বৰ্বৰ যুগত বা তাৰ অলপ পাছৰ যুগত হয়তো কোনোবা নাৰীয়ে এইবোৰ পালন কৰিছিল । সেই সময়ত কথাও বহু বেলেগ আছিল। কিন্তু আজি আৰু নিজ ইচ্ছা অনুযায়ী, স্বতঃস্ফূৰ্তভাৱে, হিয়া উবুৰিয়াই, নিজৰ মন, মানসীকতাক সম্পূৰ্ণৰূপে বিসৰ্জন দি কোনো নাৰীয়ে এই কাম নকৰে। সংশোধনৰ নামত, পৰিবৰ্তনৰ নামত, স্বামীৰ সন্মান ৰক্ষাৰ নামত, ঘৰ-পৰিয়ালক শান্তিৰে ৰখাৰ নামত আজিৰ এগৰাকী নাৰীয়ে হয়তো বহুখিনি ত্যাগ স্বীকাৰ কৰিব কিন্তু উক্ত পুথিত উল্লেখ কৰা নাৰীৰ কৰ্তব্যবোৰ কিন্তু পালন নকৰিব । আনহাতে সেইবোৰ কৰিবলৈ হ'লে এজন স্বামীৰ অহঙ্কাৰ, দাম্ভিকতা, স্বেচ্ছাচাৰিতা আদিবোৰ বাঢ়ি গৈ যে এজন সন্ত্ৰাসবাদী স্বামীৰূপে পৰিণত হ'ব ই একেবাৰে ঠিক কথা। তেনে স্বামী কেতিয়াও এজন মানুহ হৈ থাকিব নোৱাৰে আৰু এইটোও ঠিক যে যিমান বদমাইচ স্বামী নহওক লাগিলে নিজৰ পত্নি গৰাকীৰ পৰা ইমান আশা নকৰে আৰু কৰিবলৈ আদেশো

হয়তো নকৰিব। কাৰণ আমি বিয়া হোৱা নাই যদিও বহু দম্পত্তিৰ নানা কাজিয়াৰ কথা জানো বা শুনিছো- কিন্তু তাৰ কাৰণবোৰ এইবোৰৰ এটাও নপৰে যিবোৰ সেই পুথিত লিখা আছে। তাৰোপৰি এগৰাকী নাৰীয়ে খুচিবে, মনেৰে, ইচ্ছাকৃতভাৱে নিজৰ স্বামীৰ তেনে জাতিয় সেৱা কৰিবলৈ ওলাই অহা মানে সেই নাৰীগৰাকীৰ বাবে স্বামীজনো আৰু কেনে হ'ব লাগিব তাকো চাব লাগিব। তেনে নাৰী বা পত্নী পাবলৈ হ'লে তেনেকুৱা স্বামীও হ'ব লাগিব। একপক্ষীয় ভাৱে নাৰীৰ পৰা তেনে আশা কৰা অনুচীত। সেই পুথিত পুৰুষৰ বিষয়েটো এটাও লিখা নাই। কিয় লিখা নাই? আল্লাহ আৰু ৰছুল (ছঃ) ইমান সাংঘাটিক হৈ গ'লনে যে কেৱল নাৰীৰ বাবেহে বিধান ৰচনা কৰিলে? কিন্তু কথা সেইটো নহয়। আমি জনামতে আল্লাহে, ৰচুলে পুৰুষ- নাৰীৰ বাবে প্ৰায় সমানেই বিধানৰ সৃষ্টি কৰিছে। তাৰ ভিতৰত নাৰীৰ ক্ষেত্ৰত কিছুমানক অলপ কঠোৰভাৱে তৈয়াৰী কৰিছে। মানুহে নিজে ভাল হ'বলৈ হ'লে চেষ্টা নকৰে, কিন্তু ধৰ্মৰ সংবিধানক হ'লে নানা কথাৰে সমালোচনা কৰে। মানুহ যদি সঁচাই ভাল হয় তেন্তে অন্য নেলাগে ধৰ্মীয় সংবিধানৰ বিধি, অধিসূচনা, অনুচ্ছেদ আদিৰো কোনো দৰকাৰ নহ'ব। সেইটো দেখুৱাবলৈ হ'লে শ্ৰেষ্ঠ মানৱৰ, সভ্য মানৱৰ টাকত নাই। গতিকে এই কথাবোৰ যে সিমান সঁচা নহয় আৰু তাকে টাবৰীণে কোৰাণ-হাদীছৰ লগত এককাৰ কৰি ইছলামক হেয় চকুৰে চোৱাৰ অন্য এটা বাট যে উলিয়াই দিছে তাক আমি বুজিব পাৰিছো। সেইটো কৰা অনুচিত। আচলতে তেঁৱো নেজানে এই কথাবোৰ ক'ৰ? জাবৰে-জোঠৰে কৰবাত কিবা এটা পালেই তাক কোৰাণৰ কথা বুলি কৈ দিব বিচাৰে। এইবোৰেই নাৰী নিৰ্য্যাতনৰ এক নমুনা। ঘৰৰ কুটা এগছ দুগছ নকৰাকৈ, ল'ৰা-ছোৱালীৰ পঢ়া-শুনাত চকু নিদি, ঘৰখনৰ, পৰিয়ালৰ কোনো কৰ্তব্য সমাধান নকৰি, বাহিৰলৈ ওলাই গৈ কোনোবা বন্ধুৰ বহা কোঠাত দেশ আৰু দহৰ কথাৰ ফুলজাৰী মাৰি আড্ডা দি, মদ এসোপা গিলি, জুৱা খেলি, কোনোবা দুষ্টা নাৰীৰ সতে হুলি-গলি কৰি, বেয়া কথা ছবি চাই এপৰ নিশা স্বামীজন ঘৰলৈ ঘূৰি আহিব আৰু পত্নীয়ে তেওঁক একো নক'ব আৰু অনৰ্গল সেৱা কৰি যাব। গান-বাজনা, সাহিত্য, চিত্ৰকলাৰ নামতো ক'ত জনে কুকাৰ্য্য কৰি আছে তেনে লোকক আৰু নাৰী গৰাকীয়ে বুজি বাজি নিজে শিল্পৰ দৰে

থাকি, চাবি দিয়া পুতলাৰ দৰে নিজস্বতা হেৰুৱাই কেৱল তেওঁৰ আত্মসন্তুষ্টিৰ বাবে সেৱা কৰি যাব এইটো কেনে কথা আমি নেজানো। আজিকালি কিন্তু কোনেও নকৰিব। আৰু মহা পবিত্ৰবান খোদাৰ সৃষ্টি স্বৰ্গ বা বেহেস্তখনি নিশ্চয় তেনে স্বামীৰ ভৰিৰ তলত খোদ খোদায়েও নেৰাখিব। গতিকে "মকছুদোল মো' মেনীন"ৰ কথাবোৰ বিশেষকৈ নাৰীৰ নচিহঁতৰ অধ্যায়টিৰ কিছু কথাৰ লিখাৰ ঠাঁচটো কোৰাণ-হাদীছৰ সতে অলপ মিলি যায় বাবে মানুহে ভাবে যে এইবোৰ সঁচাই কোৰাণ-হাদীছৰে কথা। কিন্তু, আমি নদি ক'ব পাৰো যে এইবোৰ টাববীণৰ দেশৰে নোৱাখালীৰ কৱিহাটিৰ এজন ব্যক্তিয়ে লিখা কিতাপহে। তাকে অলপ কাইদা কৰি লিখিছে। এইবোৰ হৈছে অন্তৰ জয় পৰাজয় কৰাৰ দৰে কথা। স্বামীয়ে স্ত্ৰীৰ বা স্ত্ৰীয়ে স্বামীৰ হৃদয় যদি জয় কৰিব পাৰে তেন্তে এইবোৰ কৰ্তব্য, নিৰ্দেশ, অনুশাসনৰ কোনো প্ৰয়োজন নাই। এটা জীৱন মহা সুখেৰে চলি যাব। প্ৰকৃত সুখ-শান্তিৰ উৎসটো আৱিষ্কাৰ কৰি অনাবিল অমৃতময় আনন্দৰ নিজৰাটো বোৱাব নেজানিলে এই ধৰ্মৰ একপক্ষীয় বাধ্যবাধকতাৰে কোনেও সৰগ ৰচিব নোৱাৰে। গতিকে টাববীণে উত্থাপন কৰা এইবোৰো মই প্ৰতিবাদ কৰো। আল্লাহে কৈছে পুৰুষৰ নাৰীৰ প্ৰতি যিমান কৰ্তব্য আছে নাৰীৰো পুৰুষৰ প্ৰতি সমানে কৰ্তব্য আছে যদি সঁচা হয় তেন্তে এইবোৰ একপক্ষিয় কথাৰ কিবা অৰ্থ আছেনে ? অৱশেষত ফিজিক্সৰ এগৰাকী সামান্য ছাত্ৰীৰূপে মই ক'ব খোজো যে টাববীণে কথাহে কয়- কাম নকৰে, গতিকে কোনো এফেক্ট নাই। অৰ্থাৎ In the language of Physics, work is done only if a force acts on a body and the body moves under the action of that force. টাববীণৰ কথা আছে কথাৰ জোৱাল শক্তি নাই, শুনি-পঢ়ি ভাল লাগে, হতে- কামে লাগি কৰা কামৰ নিদৰ্শন নাই। তেওঁ মানুহক হাতে-কামে লাগিবৰ বাবে একো প্ৰেৰণা দিব নোৱাৰিলে গতিকে কাম আধৰুৱা হৈ থাকিল- গতিকে তাক কাম বুলি ক'ব নোৱাৰি। ভুলে শুদ্ধেই আদৰ্শ এগাল বুকুত লৈ ফুৰিলে নহ'ব- যদি তাৰ কাৰ্য্যকৰী ৰূপ ফুটি নুঠে। মই এতিয়ালৈ ইমানতে এৰিছোঁ।

: ধন্যবাদ আপোনাৰ আৰু কিবা ক'ব লগা আছে ? মানে আদিত্যৰ ?

: হয়, এই সকলোবোৰৰ ওপৰিও আৰু অনেক দিশ টাববীণে উদঙাই

দেখুৱাই দিছে। সেইবোৰৰ প্ৰতিটোৰ বিষয়ে কোৱা সম্ভৱ নহয়। ইয়াৰ আগলৈকে এই সৰু ডাঙৰ কথাবোৰ কোনেও ফাঁহিয়াই, তন্ন তন্নকৈ, মানুহৰ সমগ্ৰসত্বা কঁপি যোৱাকৈ কদৰ্য্যতাৰ ধাকনি খুলি মানুহৰ চকু মোকলাই দিবলৈ সাহ কৰা নাছিল। তেখেতৰ লিখনিত বহু শ্ৰেষ্ঠ কথা আমি পাইছো- মনত ৰাখিব লিখনিতহে পাইছো- চৰিত্ৰত পোৱা নাই। লিখনি আৰু চৰিত্ৰ দুটা বেলেগ বস্তু। মানুহ সভ্য হৈ আহিছে বুলি যিমানেই কোৱাত লাগিছে সিমানেই লিখনি আৰু চৰিত্ৰৰ মাজত 'গেপ'টো বহল হৈ আহিছে। অৱশ্যে মানুহ সভ্য হৈছে। ইয়াতকৈ আৰু সভ্য হ'বলৈ গ'লে অসভ্যহে হ'বগৈ। কাৰণ মানুহ ধৰ্মৰ পৰা আঁতৰি আহিছে। বৰ্তমান এই শতিকাত আমি এই সাহিত্যই পাইছো। মানুহে কিন্তু এই জুই হাতত লবলৈ ভয় কৰে, লাজ কৰে। সমাজত আজি ডাঙৰ সৰু বহু ঘটনাই হৈ আছে। যিবোৰ মানুহে ধাকি ৰাখিবলৈ সদাই চেষ্টা কৰি আহিছে। পুৰুষতান্ত্ৰিক সমাজত পুৰুষৰেই প্ৰাধান্য বেছি বাবে বীৰদৰ্পে, মহাবাহু, মহাবলী ৰূপে পুৰুষেই বহু কথা লুকুৱাই ৰাখিব চেষ্টা কৰে। কিন্তু সেইবোৰ টাবৰীণে থকা-সৰকা কৰি পুৰুষৰ সেই ফোপোলা গৌৰৱক কাটি মাৰি বোন্দামাৰ কৰি তুলিছে। মানুহে এতিয়া কি কৰে কি নকৰে তাক নেজানো- কিন্তু আমি এৰে মুখেৰে এই কথা ক'ব বিচাৰো যে তেখেতৰ সমগ্ৰ ৰচনাক আমি ভুল বুলি ক'ব নোৱাৰো। তেখেতে ভাল কথাও লিখিছে য'ত আমি সমাজখনক ভাল কৰাৰ এক ইংগীত পাব পাৰো।

: ধন্যবাদ আদিত্য। ভড়ালী আপুনি নামটো ভালকৈ ন'ট কৰিব। মাজতে আপুনি কেইষাৰমান কৈছিল। আপোনাৰ নাম আছুফিয়া নহয় জানো? বাৰু আমি তেনে প্ৰথম বিষয়টোৰ পৰা আঁতৰি আহিব খুজিছোঁ। আপোনালোক দুয়োজনৰ কথাবোৰ আমাৰ ভাল লাগিছে।

এটা গভীৰ, শান্ত পৰিবেশ। কোনেও বাহিৰা কথা ক'ব বিচৰা নাই। বিশেষকৈ চাৰ বহি থকাৰ বাবে সকলোৱে এক নীৰৱতা অৱলম্বন কৰিছে। কাদীৰ চাহেব আৰু চাৰ থকাৰ বাবে পৰিবেশটো আৰু গভীৰ হৈ পৰিছে। ৰিপ'টাৰজনে টেপটো ৰি-ৱাইন্দ কৰি সৰুকৈ কথা অকণমান শুনি আকৌ বন্ধ কৰি দিলে।

: এইবাৰ আমি পাছৰ বিষয়টোলৈ আহিব খুজিছোঁ। এইটোৰ বিষয়ে

মই ফ'ৰামৰ সভাপতিদেৱক প্ৰথমে অৱগত কৰিবৰ বাবে অনুৰোধ কৰিছো। তাৰ মাজতে ডেকাসকলে কিবা থাকিলে মাজে মাজে ক'ব। আমি অলপ প্ৰশ্নৰ দৰে কথাবোৰ ক'ব বিচাৰিছো। আশা কৰো আপোনালোকে ভাগ লব। ভড়ালীয়ে বিষয়টোলৈ আহক। আৰু পঢ়ি দিয়ক।

মিহি চকু দুটাৰে ভড়ালীয়ে এবাৰ সকলোৰে পিনে চালে আৰু তাৰ পাছত কাগজলৈ চকু নমাই ললে। সকলোৰে মুখত অকণ হাঁহি বিৰিঙিব খুজিছিল কিন্তু আলী চাৰৰ ধ্যানদীপ্ত চকুজোৰ দেখি কোনেও নেহাঁহিলে।

: আমাৰ বিষয়টো আছিল এনে ধৰণৰ। বাংলাদেশত বিতৰ্কিত লিখিকা মুছলিমা টাবৰীণে আনকি আমাৰ ইয়াৰো কিছু কিছু বিজ্ঞ লোকে, সমাজ, জাতি আৰু সাহিত্যৰ মূধাফুটা ব্যক্তিয়ে কোৰাণ বা ধৰ্মক সংস্কাৰ কৰিব লাগে বুলি কয়। এইক্ষেত্ৰত আপোনালোকৰ মতামত কি?

আছিকুল কাদীৰ চাহেবে চকীখন অলপ আগুৱাই ললে আৰু উৎসাহিত ভাৱে সকলোৰে পিনে এবাৰ চাই ললে।

: বিষয়টো ভাল। এই বিষয়ে যৎকিঞ্চিত আলোচনা আমাৰ মাজত হ'ব লাগে। হেৰা, আলী মই নোৱাৰাখিনি ধৰিবা। মই অতি খোলাভাৱে ক'ব খোজো যে পৃথিৱীত নিজৰে হওক বা আনৰে হওক কোনো ধৰ্মক সংস্কাৰ বা সংশোধন কৰিব লাগে বুলি কোৱাৰ কোনো অধিকাৰ কোনো ব্যক্তিৰ নাই। মানুহে মানুহক মৃত্যুদণ্ড দিয়াটো যদি অপৰাধ আৰু অক্ষমণীয়, গৰ্হিত কাম হয় তেন্তে মানুহে ধৰ্মক সংশোধন বা সংস্কাৰ কৰিবলৈ কোৱা কথাষাৰো সমানে অপৰাধমূলক আৰু অক্ষমণীয় গৰ্হিত কাম বুলি যুক্তিসঙ্গত ভাবে অভিহিত কৰা হ'ব যদিহে আক সেই ধৰ্মগ্ৰন্থসমূহ ঐশীক গ্ৰন্থ হয়। আমাৰ ইয়াত কিছু ব্যক্তিয়ে পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে ধৰ্মক সংস্কাৰ কৰাৰ কথা কোৱাতো অতি পৰিতাপৰ কথা। এতিয়াও আৰু আগৰ কালতো কিছুমান কথা আছিল যিবোৰ ঐশীয় নাছিল। আছিল মানুহে নিজৰ সুবিধাৰ বাবে কৰি লোৱা কথা। সেইবোৰৰ কিন্তু সংশোধন হৈছে। নানা নীতি-নিয়ম প্ৰথা আদিৰ যি অবাধ প্ৰচলন আছিল সেইবোৰক আঁতৰ কৰা হৈছে। ঐশীক গ্ৰন্থৰ লগত কোনো ধৰণৰ ধেমালি নচলিব। ভগবান যদি শুদ্ধ তেন্তে তেওঁৰ কথাবোৰো শুদ্ধ। আগৰে হওক বা আজিৰে হওক যিবোৰ কথা ঐশীয় তাক মানুহে ভালকৈ

অনুধাৱন কৰিলেই জানিব পাৰিব যে সেইসমূহ ভগবানৰ কথা হয়নে নহয় আৰু সেই সমূহ সত্য হয়নে নহয়। কঠিন, নৰম, মানুহে পালন কৰিব পৰা নোৱাৰা কথাটো পাছলৈ আহিব। যিবোৰ কথাই মানৱ জাতিৰ বাবে ধ্বংসৰ কাৰণ হৈ পৰিছিল, য'ত সমাজত সন্ত্ৰাসৰ সৃষ্টি হৈছিল, যিবোৰ কথাই মানুহৰ মাজলৈ ভেদা-ভেদ আনি দিছিল সেইসমূহ নিশ্চয় ধৰ্মৰ বা ভগবানৰ কথা হ'ব নোৱাৰে। একালত দুষ্ট, ধূৰ্ত্ত মানুহে সেইসমূহক ভগবানৰ কথা বুলি কৈ নিজ সুবিধাৰ দুৱাৰখন খুলি ৰাখিছিল। কিন্তু মানুহে লাহে লাহে সেইবোৰ বুজি উঠিল আৰু বহু কষ্ট আৰু সংগ্ৰামেৰে তাক সংস্কাৰ কৰিলে। নতুনকৈ এতিয়া আৰু একো কৰিব লগা নাই। কৰিব লগা আছে মানুহক আৰু যিবোৰে ধৰ্মক গঢ়িনা দি, ধৰ্মৰ নামত কু-প্ৰথা আজিও প্ৰবৰ্ত্তন কৰি আছে সেইসমূহক। এতিয়া কোৰাণ আৰু ইছলাম ধৰ্মৰ কথালৈ আহো। ভগবানে নিজেই কৈছে যে- তেখেতে নানা সময়ত নানা শতিকাত এই পৃথিৱীলৈ সময় উপযোগীকৈ দূত পঠাই দিছে- কিছুমান মত প্ৰচাৰ কৰিবলৈ। সেইসমূহ মানুহৰ মঙ্গলৰ বাবে পঠাইছিল আৰু এই প্ৰক্ৰিয়া চলি অহাৰ পাছত শেষত শেষ সংস্কাৰ হিচাপে কোৰাণ গ্ৰন্থখনি মানুহৰ বাবে পঠালে। তাৰ পাছত আৰু কোনো কিতাপ তেওঁ নপথাব আৰু এই কোৰাণতেই সকলো কথা সন্নিবিষ্ট কৰি দিছে। এতিয়া কোনোবাই প্ৰশ্ন কৰিব পাৰে যে- চৌধ্যশ বছৰৰ আগতে অৱতীৰ্ণ হোৱা গ্ৰন্থখনত সকলো কথা আছেনে বা থাকিব পাৰেনে? আজিৰ দিনৰ কথা ক'ত থাকিব তাত? আজিৰ যুগটো হৈছে জোনত মানুহ নমাৰ যুগ, ইলেক্টনিকৰ যুগ, এটমীক যুগ। কিন্তু হায়- মানুহ! কি বুজিবা তোমালোকে? কিয়ে বা জানা কিয়ে বা পঢ়িছা, এই সংবিধানখনিৰ কথা কিমানেই বা জানা? তোমালোকৰ আগত এই কিতাপ পৰি আছে, প্ৰতিটো বাক্যই চাৰিওপিনে, প্ৰতিটো শব্দই আগে পিছে ঘূৰি ফুৰিছে কিন্তু তোমালোকৰ হাতত সময় নাই, মন নাই অকণ এই সংবিধানখনিক লিৰিকি- বিদাৰি চোৱাৰ। তাৰবাবে কাক জগৰীয়া কৰিম তাৰ কোনো ভাষা নাই। এবাৰ যদি ভগবানক ভাল পালেহেঁতেন, কৃষ্ণক সন্মান জনালেহেঁতেন তেন্তে নিশ্চয় তৰলমতি মানুহে এই গ্ৰন্থসমূহ মেলি চালেহেঁতেন। তেঁৱেই সকলোকে জ্ঞান দান কৰে আৰু এতিয়া জ্ঞানৰ বলত তেওঁক পাহৰে, অস্তিত্ব নোহোৱা কৰিব বিচাৰে। এই

অকৃতজ্ঞ মানৱৰ পৰা পৃথিৱীৰ কি কল্যাণ হ'ব? আমি সদাই এটা কথা জানি আহিছো যে আমাৰ যিখনি সংবিধান আছে সেইখনক এমেন্দ কৰা হৈছে বা সংশোধন কৰা হৈছে। অফিচ-কাছাৰীটো আইন-কানুন, এফ আৰ এচ আৰ, মেনুৱেল আদি বদলি কৰি, যোগ-বিয়োগ কৰি সংশোধন কৰা হয়। কিয় কৰা হয়? নকৰিলে নহয় নেকি? কথা হ'ল প্ৰথমে চালি জাৰি এটা সত্য মতত উপনিত হ'ব লাগিব যে উক্ত আইন-কানুনবোৰ বৰ্তমানে অপ্ৰচলিত হৈ আহিছে। মানুহৰ বাবে কামত নলগা হৈ আহিছে, প্ৰশাসনীয় ক্ষেত্ৰত ই কামত নলগা হৈ আহিছে, ইয়াৰ জোৰ কমি গৈছে। এটাইতকৈ ডাঙৰ কথাটো হৈছে মানুহৰ সেৱাৰ ক্ষেত্ৰত ই বিধি-পঠালিহে দিছে। তেতিয়া সেই সমূহৰ সংশোধনৰ প্ৰশ্ন আহিব আৰু তাক সময়ত সুঠ, নিৰ্ভুলভাৱে চিন্তা-চৰ্চা কৰি তাক কোমল বা কঠিন কৰি তোলা হয়। সেইটো নিৰ্ভৰ কৰিছে দেশ, সমাজ, জাতিৰ সেই সময়ত উদ্‌ভৱ হোৱা সমস্যা, সংকটৰ ওপৰত। এতিয়া কোৰাণ বা ইছলাম ধৰ্মই কাক, কিমান, ক'ত, কি হাৰত সমস্যাত বা সংকটত পেলাইছে যাৰবাবে সংশোধনৰ দৰকাৰ হ'ল? টাববীণ, য়াজদীহঁতে ক'লেই হ'বনে? তাকে শুনি ক'লেই হ'বনে? শিক্ষাৰ অভাৱত, উপলব্ধিৰ অভাৱত, হিংসা-ঈৰ্ষাৰ তাড়নাত, আকৌ শিক্ষিত হৈয়ো স্বভাব-চৰিত্ৰৰ বাবে, সাম্প্ৰদায়ীক মনোভাৱৰ বাবে আৰু এশ এটা দোষেৰে পুষ্ট হৈ পৰা মানুহে কু-কাৰ্য্য কৰিব আৰু তাৰ গ্লানী বহন কৰিব ধৰ্মই। পৃথিৱীৰ কোনোবা মানুহে ক'ব পাৰিবনে যে তেওঁ বাইবেল, গ্ৰন্থ চাহেব, কোৰাণ, গীতা পঢ়াৰ বাবেহে বেয়া কাম কৰিবলৈ শিকিছে। যদি সঁচা কথা তেন্তে ক'ব লাগিব, হয় তেওঁ কথাবোৰ বুজা নাই নতুবা সঁচাই সেই গ্ৰন্থসমূহ তেন্তে বেয়া। আকৌ প্ৰশ্ন হয় যে যদি বেয়াই তেন্তে সেই সেই গ্ৰন্থৰ পণ্ডিত, মোল্লা, জোনাব, পূজাৰী, পুৰোহীত, বাপ, ফাদাৰ সকলক আমি দেখা মাত্ৰকে সাত জাপ মাৰি সাষ্টাঙ্গে প্ৰণিপাত কৰো কিয়? কাৰণ তেওঁলোক একোখন একোখন বেয়া গ্ৰন্থৰ ওপৰত বিশাল দখল থকা একোজন একোজন ব্যক্তিহে? কথা অন্য একো নহয়। পাকে-প্ৰকাৰে নিজকে ধাকিবৰ বাবে, সাৰিবৰ বাবে মানুহে কৰা এইবোৰ কিছুমান কূট-কৌশল। বেয়া কামো কৰিব, মানিও নলয়, শাস্তিও দিব নোৱাৰিব আৰু গালি পাৰিব আনক। আমি এতিয়া বৰ্তমান

কালৰ দৃষ্টিভঙ্গীৰে বা প্ৰাসংগীকতাৰে কেইটামান কথা আনিব বিচাৰিছো। আমি আজিৰ এই তাৰিখলৈকে সমাজত একেলগে কাম কৰিছোঁ, আমি খবৰ কাগজ পঢ়িছোঁ, টি, ভি চাইছোঁ, ৰেডিঅ' শুনিছোঁ, কিতাপ পঢ়িছোঁ আৰু আমাৰ শ শ আপোন পৰিয়ালৰ সতে, বন্ধু-বান্ধৱীৰ সতে কথা পাতি ভাবৰ আদান-প্ৰদান কৰিছোঁ। আমি বহু খবৰ, সংবাদ, ঘটনা সোঁ-শৰীৰে, সজ্ঞানে সংগ্ৰহ কৰিছোঁ। সেইসমূহৰ পৰা আমি এটা সঁচা ধাৰণা কৰি লৈছোঁ যে আমাৰ মাজত বহু সমস্যা আছে, লেঠা আছে, যিবোৰে আমাৰ সমাজখন দিনক দিনে বেয়াৰ পিনে নি আছে। এই সমস্যাবোৰক আমি যেনিবা তিনিটা ভাগত ভাগ কৰিলো। টকা -পইচাৰ ভ্ৰষ্টাচাৰীতা, যৌন ভষ্টাচাৰীতা আৰু ক্ষমতাৰ ভ্ৰষ্টাচাৰীতা। এই তিনিটা কৰাপশ্যনৰ পৰা সকলোবোৰৰ উদভৱ হৈছে। মই খুব দীঘলীয়া নকৰি মাত্ৰ প্ৰধান কথাবোৰহে চুই যাম। সমাজখনত কিছুমান মানুহে কিদৰে টকা-পইচা কৰিছে তাক সকলোৱে জানে.। তাৰ ফলত এক অৰ্থনৈতিক বৈষম্যতাই দেখা দিয়া নাই নে? এই অৰ্থনৈতিক বৈসম্যতাৰ কাৰণবোৰৰ ভিতৰত বৃহৎ পৰিমাণৰ হাৰত অন্যায়ভাৱে ধন আত্মসাৎ কৰা, ভেটি খোৱা নিয়মটোও যে এটা কাৰণ হ'ব পাৰে তাক এই কাৰ্য্যত লিপ্ত থকাসকলে নেজানে আৰু জানিলেও স্বীকাৰ নকৰে। চকুৰ আগতে আমি দেখি আছো এজনে কিদৰে চলিছে আৰু এজনে কিদৰে চলিছে? সমাজৰ কোটিপতি, লাখপতিসকলৰ কথা বাৰু নকও- কিন্তু এই মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত মানুহৰ মাজত ধনী-নিধনীৰ যি এটা ব্যৱধান দিনে দিনে বাঢ়ি গৈছে তাৰ ফলত যে মানুহৰ মনৰ মাজত এক বিভেদৰ উৎপত্তি হৈছে তাত কোনো সন্দেহ নাই। কথাবোৰ অলপ লক্ষ্য কৰিলেই গম পোৱা যায়। ব্যৱসায় কৰা পুঁজিপতিবোৰেও দেখি আহিছে যে তেওঁৰ ব্যৱসায় চলি আছে- মিঠাতেল, আলু, পিয়াজবোৰ যি দামত এজন অবস্থাপন্ন লোকে কিনিছে সেই অনুপাতে দুখীয়া এজনেও কিনিছে। নেখাই কোনো নমৰে সকলোৱে খায়ে মৰি আছে। পচানব্বৈ জন গৰীবে ক্ৰয় কৰিব নোৱাৰা অৱস্থা এটাৰ উদ্‌ভৱ হোৱা হ'লে হয়তো ব্যৱসায় মহলে বুজিলে হয় যে- সঁচাই ধনৰ অভাৱত সিহঁতৰ আলু-পিয়াজবোৰ গুদামতে গেলি-পচি গৈছে। কিন্তু এই অৱস্থা এতিয়াও অহা নাই। এদলে মুখেৰে দাম বুলি কৈ খাই আছে আৰু এদলে

দাম বুলি কষ্টৰে কৈ জীয়াই থকাৰ হেঁপাহত, কোনো অন্য উপায় নাই বাবে কমকৈ হ'লেও খাই আছে। এদিন এখন দোকানত এজনে মাহুটোৰ বাবে সাত লিটাৰ মিঠাতেল কিনিছে আৰু এগৰাকী মহিলাই মোৰ মাজৰ আঙুলিটোৰ সমান বটল এটাত চাৰি অনাৰ তেল কিনিছে। দাইল এটকাৰ। দাম কিন্তু সেই একেটা হাৰত। দেখা গ'ল এই মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত লোকৰ ষাঠি শতাংশ লোকে ভেটি খোৱাৰ বাবদ এক অৰ্থনৈতিক বৈষম্যতাই গা কৰি উঠিছে। আৰু এইবোৰৰ পৰা গা কৰি উঠিছে বিভিন্ন ঘটনাই। অথচ সেইবোৰ লোকৰ দৰমহা কিমান আমি সকলোৱে জানো। মুঠৰ ওপৰত আমি জানো কেনেকৈ এই মনি কৰাপশ্যনবোৰৰ বাবে সমাজত কি ঘটি যাব লাগিছে। বিশেষকৈ এটা ধনী আৰু এটা দুখীয়া শ্ৰেণীৰ জন্ম হৈছে। এই সৰু কথাবোৰ বা ডাঙৰ কথাবোৰ মানুহৰ চকুত নপৰে। পৰিব কেতিয়া? যেতিয়া দুৰ্ঘটনা হ'ব, ডাঙৰ অসুখ হ'ব, পূজা, ঈদ, বিহুত যেতিয়া ল'ৰা-ছোৱালীয়ে কাপোৰৰ বাবে কান্দিব, ফাকুৱা, দিপাৱলীত যেতিয়া কাৰৰ ঘৰৰ ল'ৰা-ছোৱালীয়ে বহু টকাৰ ৰং আৰু ফটকা, ফুলজাৰী কিনিব, যেতিয়া গ্ৰন্থমেলা বহিব, নগৰত যেতিয়া এখন ভাল থিয়েটাৰ হ'ব, আনৰ ঘৰৰ ল'ৰাই যেতিয়া এটা হাৰমনিয়াম লব, কৰবাত দূৰৈত যেতিয়া ক্ৰীকেট বা ছবি বা কুইজ প্ৰতিযোগিতাৰ দৰে নানা অনুষ্ঠান হ'ব, তেতিয়া। এতিয়া এই খেলি-মেলি বা কৰাপশ্যনৰ বিষয়েনো ইছলামে কি কৈছে? বা এই গৰীববোৰৰ প্ৰতি কি কৰিব লাগিব তাৰ বিষয়ে কিবা ইছলামে, কোৰাণে বা হাদীছে কৈছেনে? ইছলামে পৰাপক্ষত কাম কৰি, কষ্ট কৰি, পৰিশ্ৰম কৰি খোৱাৰ সপক্ষে ৰায় দিছে যদিও তাৰ মাজতে নানা কাৰণত বহু লোক গৰীব হৈ পৰে, দুৰ্বল হৈ পৰে। গতিকে সেই দুৰ্গত লোকসকলক কোনে চাব? ধনীসকলে বা অৱস্থাপন্ন লোকসকলে। কেনেকৈ? জাকাত আৰু ফিট্ৰাৰ যোগে। প্ৰতিজন ধনী বা অৱস্থাসম্পন্ন ব্যক্তিয়ে তেওঁৰ জমা ধন-সম্পত্তিৰ এটা নিৰ্দ্ধাৰিত অংশ, ভাগ দুখীয়া লোকক দান কৰিব লাগিব আৰু ইয়াক বাধ্যতামূলক কৰা হৈছে। যদি তেওঁ নিদিয়ে তেন্তে তেওঁ পাপত লিপ্ত হ'ব। সেইমতে ৰমজান ঈদৰ আগে আগে ফিট্ৰা দিয়াৰ নিয়ম বাধ্যতামূলক কৰা হৈছে। এই ধন গৰীব, অভাৱগ্ৰস্ত, বিধৱা, দুখীয়া নাৰী, ভিক্ষাৰী আদিক দিব লাগে। লওতাজনেও এই ফিট্ৰাৰ মৰ্ম বুজা লোক

হ'ব লাগে। এই কাৰ্য্য কৰিলেই যে পৃথিবীৰ গৰীবসকল চহকী হৈ যাব সেইটো নুবুজাই। নিজৰ গাতে চিকুতি চালে গম পোৱা যায় যে আমাৰ থকাৰ সত্বেও আকৌ এটা ভাল চোলা, এসাজ ভালকৈ খোৱাৰ আগ্ৰহৰ আমাৰ অন্ত নাই। আমাক সদায়ে ভাল খাবলৈ আৰু ভাল পিন্ধিবলৈ লাগে। তেনেস্থলত এজন অভাবি লোকে যদি দুসাজ ভালকৈ খাবলৈ, দুটা চোলা কিনিবলৈ বুজন পৰিমাণৰ ধন পায় তেন্তে তেওঁৰ ভাল নেলাগিবনে আৰু অন্য অভাৱ পূৰণ কৰিব নোৱাৰিবনে? আকৌ কোনোবাই প্ৰশ্ন কৰিব পাৰে যে এবছৰৰ মূৰত এই ধন পালে কি লাভত আহিব? পাওঁকচোন বাৰু-এবছৰৰ মূৰত-কিবা এটা টকাকে পাওঁক। দিনে দিনে ভিক্ষা কৰি খোৱা, অভাৱত জুৰুলা হোৱা লোক এজনে যদি এবছৰৰ মূৰত একেলগে পাঁচশ টকা পায়- তেওঁৰ কম আনন্দ লাগিবনে? বাকী পুণ্য আশীৰ্বাদৰ কথা বাৰু বাদেই দিলো। সেইমতে দাতাৰো বহু কথা আছে সেইবোৰ বাৰু মই বাদ দিছো। ধৰ্মৰ ভিতৰুৱা কথা বা নীতিবোৰৰ কথা নকও। কথা হ'ল অন্তত ইছলামে এইদৰে বৈষম্য আঁতৰোৱাৰ নিৰ্দেশ-ব্যৱস্থা এটা দিছে। তাৰোপৰি ভেটি লোৱা, জোখ-মাখত কম বেছি কৰা, আনে থবলৈ দিয়া ধন আত্মসাৎ কৰা, সুদ খোৱা আদিৰ ওপৰতো নিৰ্দেশ-পৰামৰ্শ দিছে। মই এতিয়া দ্বিতীয়টো বিষয় অৰ্থাৎ যৌন ভ্ৰষ্টাচাৰীতালৈ আহিছো। এটাইতকৈ কদৰ্য্যপূৰ্ণ দুৰ্নীতিটো হৈছে অবৈধ যৌন সম্ভোগ। এই কাৰ্যাই মানুহক জন্তুৰ পৰা পৃথক কৰিছে। সমাজ পুৰুষ প্ৰধান আৰু নাৰী ইয়াৰ ভিতৰৰে এটা অংশ। কোনো পুৰুষ-নাৰীয়ে অবৈধভাবে যৌন সম্ভোগ কৰিব নোৱাৰিব। কৰিলে তাৰ শাস্তিৰ ব্যৱস্থা আছে। আনহাতে নাৰীয়ে নিজকে সদাই সতৰ্ক আৰু সজাগ কৰি ৰখা দৰকাৰ। অবাধ মিলামিছাই সময়ত নাৰীকেই ক্ষতি কৰিব আৰু বিপদ মাতি আনিব। ইয়াত কিয় বুলি সোধাতকৈ "নকৰিবলগীয়া"খিনি মানি চলাই এটাইতকৈ ভাল কাম হ'ব। ইছলামত যি কোনো মূল্যৰ বিনিময়তে নাৰীৰ সতীত্ব ৰক্ষাৰ বিষয়ে কোৱা হৈছে। কিন্তু সেইবুলি যে পুৰুষজনো সাৰি যাব সেই কথা নহয়। এনে ব্যভিচাৰৰ বাবে শিল দলিয়াই মৰাৰ দৰে কঠোৰ শাস্তিৰ হুকুম আছে। এই বিষয়ে কোৰাণত কোৱা হৈছে – "The committers of Zina, male and female, flog each of them with a hundred stripes, and do not

let pity for the two withhold you from obedience to God, if you believe in God and the Day of Judgement. And let a party of believers witness their punishment." গতিকে এই শাস্তিসমূহ খোৱাতকৈ কোৱাণে এনে কিছুমান বিধান, নিয়ম, প্ৰথাৰ প্ৰবৰ্তন কৰিছে যিবোৰ পালন কৰিলে সমাজত কোনো ধৰণৰ ব্যভিচাৰ হ'ব নোৱাৰে- অন্ততঃ সাধাৰণভাৱে। বেছি আলোচনা নকৰি সেইবোৰৰ উল্লেখ কৰিলেই যথেষ্ট হ'ব। সেইবোৰ হৈছে পৰ্দা, মাৰ্জিত কাপোৰ পৰিধান কৰা, অকলে ঘূৰি নুফুৰা, সংযতভাৱে থকা সেই মতে পুৰুষেও মহিলাৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰা, গভীৰ আৰু ঘন্টাজোৰা মিলামিছালৈ নহা, মাৰ্জিতভাৱে কাপোৰ পিন্ধা, মহিলা সঙ্গী লৈ কোনো অজান আৰু নিৰ্জন ঠাইলৈ নোযোৱা ইত্যাদি। তাৰোপৰি কিছুমান মনস্তাত্বীক, চাৰিত্ৰিক আৰু চাইকলজিকেল কাৰণ আছে। আমাৰ ইয়াত থকা সকলোৱে কম বেছি পৰিমাণে এইবোৰ কথা জানে। যি যি কাম কৰিলে, যলৈ গ'লে, যেনেকৈ কথা পাতিলে, যেনেকৈ থাকিলে সমাজত ব্যভিচাৰ হোৱাৰ আশঙ্কা আছে সেইসমূহৰ পৰা বিৰট থকাই ভাল। আৰু এই সম্পৰ্কে বহু কথা ইছলামে কৈছে। তাৰ পাছত আমি আহিব খুজিছো তৃতীয় বিষয়টোলৈ পাৱাৰ কৰাপশ্যন। যিসকল লোকে ভগবান আৰু মানুহক বুজা নাই, ভাল নেপাই, অবিশ্বাসী তেনে লোকেই এই ক্ষমতাৰ অপব্যৱহাৰ কৰে। একেজনা ভগবানৰ সৃষ্টি বুলি মানি লোৱাৰ পাছত তেঁৱো তাৰ ভিতৰুৱা বুলি জনাৰ পাছত এজন লোকে ক্ষমতাৰ অপব্যৱহাৰ কৰা মানে এইটোকে বুজাই যে তেওঁ ভগবান আৰু মানুহৰ অস্তিত্বটোক প্ৰত্যাখ্যান কৰিছে। তেওঁ নিজৰ বাহিৰে কাকো নেজানে আৰু নিজতে সকলো নিহিত হৈ আছে বুলি গণ্য কৰে। মানুহৰ ক্ষমতা থাকিলে সেই ক্ষমতা জনকল্যাণৰ বাবে হ'ব লাগে। ব্যক্তিগত লাভালাভৰ বাবে ব্যৱহাৰ হ'ব নেলাগে। দ্বিতীয় বিধৰ ক্ষমতাই জনসাধাৰণৰ মঙ্গল সাধন নকৰে। ৰিফাজুদ্দিন নামৰ মোৰ এজন বন্ধুৱে এদিন ভাল কথা এষাৰ কৈছিল। বাঘৰ হিংস্ৰতাখিনিয়ে বাঘৰ ক্ষমতা, ফেটি সাপৰ বিষযুক্ত দাঁত দুটাই তাৰ ক্ষমতা। এঠাইত, এখন হাবিত এটা বাঘে বা এটা সাপে খুব বেছি দুটা মানুহক ঘাইল কৰিব বা দংশন কৰিব। এইদৰে এই দুইবিধ বস্তুৱে ক্ষমতাৰ ব্যৱহাৰ কৰে। অৱশ্যে বাঘ আৰু সাপৰ এইয়া প্ৰয়োজনীয়

বস্তু। কিন্তু মানুহে যেতিয়া ক্ষমতাৰ অপব্যৱহাৰ কৰে তেতিয়া হাজাৰ জনৰ অপকাৰ সাধন কৰে। প্ৰশাসনীয় বিভাগতো যদি ক্ষমতাৰ অপব্যৱহাৰ কৰা লোক থাকে তেন্তে তেওঁ কাহানিও নিৰপেক্ষ হ'ব নোৱাৰিব, দোষী-নিৰ্দোষী বিচাৰ কৰিব নোৱাৰিব, দুৰ্বল শ্ৰেণী শোষীত আৰু উৎপিড়ীত হ'ব। তলতীয়া কৰ্মচাৰীসকলে ভয় নকৰিব আৰু সন্মান প্ৰদৰ্শন নকৰিব। এইবোৰৰ উপৰিও সচৰাচৰ আমাৰ মাজত আৰু কিছুমান কু-কাৰ্য্য চলি থাকে সেইবোৰ হৈছে মদ খোৱা, চুৰি-ডকাইটি, থ'বলৈ দিয়া আনৰ ধন-সম্পত্তি আত্মসাৎ কৰা, সতীত্বৰ ওপৰত বদনাম লগোৱা আৰু ধৰ্মান্তৰ হোৱা আদি। চুৰি-ডকাইটি কৰাবিলাকৰ ওপৰত শাস্তিৰ বিধান ঠিক কৰিবলৈ গৈ কোৰাণে কৈছে "চুৰ কৰাৰ কাৰণে পুৰুষ-মহিলা উভয়ৰে হাত কাটি পেলাবা এইটো তেওঁলোকৰ নিজৰ কৰ্মফল আৰু ই হৈছে আল্লাৰ পিনৰ পৰা এক শাস্তি।" আনৰ মহিলাসকলক বেয়া কৰিবৰ বাবে কোনো সাক্ষীবাদী নোলোৱাকৈ সতীত্ব নষ্ট হৈছে বুলি বদনাম কৰি ফুৰা লোকলৈ কোৰাণে কৈছে যে- সেইবিলাকৰ ভিতৰত যি সন্মানিত তিৰুতাসকলক দোষী কৰে কিন্তু চাৰিজন সাক্ষী আনিব নোৱাৰে সিহঁতক আশী কোব মাৰিবা আৰু সিহঁতৰ কোনো কথা বিশ্বাস নকৰিবা। পিছে কি হ'ব এইবোৰ কথাই মোক আহোমসকলৰ ছশ বছৰীয়া ৰাজত্বৰ কথা মনত পেলাই দিয়ে। স্বৰ্গদেউসকলৰ ৰাজত্বত আঠু কঢ়া, ঘিলা কঢ়া, হাত কটাৰ দৰে নিয়মক হাঁহি উপলুঙা কৰি গীত-প্ৰবন্ধ লিখা মানুহ ওলাল কিন্তু শাসন কেনে আছিল তাক কিন্তু বেছিকৈ নকয়। তাৰ পাছত ধৰ্মান্তৰ হোৱাটোও এটা গৰ্হিত কাম বুলি গণ্য কৰা হৈছে আৰু তাৰো উপযুক্ত শাস্তিৰ বিধান আছে। সেই অনুপাতে মদ খোৱা, অতিৰিক্ত সুদ লোৱা, মিছা সাক্ষী দিয়া, আনৰ টকা-পইচা আত্মসাৎ কৰা আদিৰ ওপৰতো কোৰাণে সাৱধান বাণী শুনাইছে আৰু শাস্তি দিবলৈ কৈছে। খোদায়ে অতিৰিক্ত সুদৰ ওপৰত- "O believers, fear God, and give up the usury that is outstanding if you are believers. But if you do not, then take notice that god shall wage war against you." আকৌ "God has permitted trade and forbidden usury". মিছা সাক্ষীৰ ওপৰত "O believers, be secures of justice, witnesses for God, even

though it be again yourselves, or your parents and kinsmen" আকৌ "Those who witness no falsewhood " আনৰ ৰাখিবলৈ দিয়া সম্পত্তিৰ ওপৰত "God commands you to deliver trusts back to their owners" ভেটি খোৱাৰ ওপৰত "Consume not your property among yourselves in vanity, neither proffer it to the judge, that you may sinfully consume a portion of other men's property intentionally" আনকি মানুহে মানুহক অপমান কৰাৰ ওপৰতো কোৰাণে বাধা দিছে। বিশেষকৈ কোৰাণে মুছলমানসকলে যাতে আন ধৰ্মৰ মানুহক যধে মধে অপমান নকৰে তাৰ বিষয়ে বেছি স্পষ্টভাৱে কৈছে। "O believers, let not any people scoff at another people who may be better than they ; neither let women scoff at women who may be better than themselves." । এইদৰে যদি আমি আগুৱাই গৈ থাকো তেন্তে দেখিম প্ৰত্যেকটো বিষয়তে কোৰাণে, হাদীছে বা ইছলামে মানৱৰ মঙ্গল, শৃঙ্খলা, সুসজ্জিত জীৱন ধাৰণৰ বাবে পালন কৰিব লগা আৰু পালন কৰিব পৰা বিধি বিধানেই দি গৈছে। মুখ্য সম্পাদক ডাঙৰীয়া বিশালদেৱৰ এটা প্ৰশ্ন জাগিব পাৰে যে বিষয়টো আছিল ধৰ্মক সংস্কাৰ কৰা নকৰাৰ বিষয়ে- ই আক এইবোৰ কি কথা বলকিলে ?

: মাফ কৰিব দাদা কৈ যাওঁক, মই একো ভবা নাই। মই এটা কথাই ভাবিছো যে এই ভাল কথাবোৰকে সংস্কাৰ কৰাৰ কথা কোৱা হৈছে নেকি ?

: আপুনি কথাটো ধৰিব পাৰিছে । মই আপোনাৰ মুখৰ কথাটোকে ধৰি আনি কৈছো যে এই কথাবোৰ কোৰাণে নোকোৱাহেঁতেন কি হ'ল হয় ? নোকোৱাহেঁতেনহে মানুহে ক'লে হয় যে কোৰাণৰ সংস্কাৰ, সংশোধন কৰিব লাগে।. তাত কোনো বাধা, বাৰণ নাই, অনুশাসন নাই- এটা ঢিলা আৰু আগপাছ নথকা ধৰ্ম- মানুহে যি খুচী তাকে কৰি থাকিব পাৰে। মানৱ জাতিলৈ কোনো আহ্বান-প্ৰত্যাহ্বান নাই, সৎ পথলৈ অহাৰ কোনো নিৰ্দেশ নাই, ঈশ্বৰক বিচাৰি পোৱাৰ কোনো পথ নাই বা চমুকৈ ক'বলৈ গ'লে ই এনে এটা ধৰ্ম যাৰ কোনো বে'চ নাই- একোৱেই নাই। মইটো সকলোখিনি কোৱাই নাই আৰু সিমান জনা সম্ভৱো নহয়- মাত্ৰ কেইটামান্ কথাহে উল্লেখ কৰিলো। এই

কথাবোৰো আৰু এনেকুৱা কথা যাৰ ওপৰত এখন এখন কিতাপ হ'ব পাৰে। সেইসমূহৰ মূল কথাবোৰ একেই আছে- তাৰ লগাখিনি কামত লগোৱা হৈছে। মূল কথাৰ ওপৰত ভিত্তি কৰি উদভৱ হোৱা সংজ্ঞা, প্ৰকাৰভেদ, ধৰণ, শাস্তিৰ প্ৰকাৰ, ইয়াৰ গ্ৰহণযোগ্যতা, যুক্তিযুক্ততা, ইয়াৰ ক্ৰীয়া-প্ৰতিক্ৰীয়া, ব্যাখ্যা, অৰ্থ, ঐতিহাসিক পটভূমি আদিক সকলো দাৰ্শনিক পণ্ডিতে শুদ্ধ বুলি মন্তব্য প্ৰদান কৰিছে। আৰু ই মানৱ কল্যাণ আৰু মঙ্গলৰ বাবে উপযোগী। এতিয়া আমাৰ আচল প্ৰশ্নটো আহিব যে এই ইছলামক সংশোধন সংস্কাৰ কৰাৰ অবকাশ আছে নেকি? নতুনকৈ সংশোধন কৰি মানৱৰ হাতত তুলি দিয়াৰ প্ৰয়োজন আছে নেকি? যদি আছে আগে তাক ভুল বুলি প্ৰমাণ কৰিব লাগিব, অলাগতিয়াল বুলি, অ-প্ৰচলিত বুলি, অ-প্ৰাসঙ্গীক বুলি, এন্ধাৰ এলান্ধুৰে ভৰা বুলি, ধৰ্মান্ধতা, কলুস-কালিমাৰে ভৰা বুলি বিজ্ঞানসন্মত উপায়েৰে দফা দফাকৈ ইয়াৰ ওপৰত শুধৰণি, তাতোকৈ উত্তম বিধি-বিধান আইন-কানুন তৈয়াৰী কৰি বিশ্ববাসীৰ সমুখত উপস্থাপন কৰিব লাগিব। কোনোবাই মানিব পাৰিছে তেওঁৰ, তেওঁৰ সমাজৰ, দেশৰ বাবে ভাল হৈছে কোনোবাই মানিব পৰা নাই, মনা নাই তেওঁৰ বাবে, সমাজৰ বাবে, দেশৰ বাবে বেয়া হৈছে। কোনোবা তাৰ বাবে সৰগলৈ যাব কোনোবা নৰকলৈ যাব। এৰাল চিগা গৰুৰ দৰে লেগামহীন ঘোঁৰাৰ দৰে ঘূৰি ফুৰাৰ সুবিধা ইছলামত নাই বাবে আনৰ জেওৰা-জপনাক দোষ দি লাভ নাই। নাস্তিক টাবৰীণ, য়াজদীহঁতে দেখিলে যে এই ইছলামৰ নীতি-নিয়ম সোপাৰ মাজত থাকিলে আজিৰ পশ্চিমীয়া দেশৰ মন ৰাইজাই কৰা মুক্ত যৌৱনৰ তৰঙ্গমালাত নিজকে উটাই দিয়াৰ, অবাধ মিলামিছাৰ যি জোৱাৰ আহিছে তাত নিজকে বিলাই দিয়া অতি কঠিন হৈ পৰিব- গতিকে সৰু সৰু কথাৰ পৰা আৰম্ভ কৰি ডাঙৰ ডাঙৰ কথাকে লৈ ইছলামৰ এনে এখন ছবি যদি দাঙি ধৰা নহয় তেন্তে তেওঁলোকে সমৰ্থক নেপাব- আৰু এজাকমান সমৰ্থক নেপালেই তেওঁলোকৰ মনোবাঞ্ছা পূৰ্ণ নহ'ব। গতিকে চাৰিওপিনে তোলপাৰ লগাই দিলে। যদিও পুৰুষতান্ত্ৰিক সমাজৰ পুৰুষৰ কথা কিছুমান সঁচাভাবেই লিখিলে তাৰ অন্তৰালত যে তাই মুক্ত যৌন প্ৰেমৰেই যে এগৰাকী সমৰ্থক তাক তেখেতেই প্ৰমাণ কৰি দিলে তেখেতৰ নিজৰ লিখনিৰ যোগে, বক্তব্যৰ যোগে। ফলো ধৰিলে- কাৰণ তেখেত এতিয়া

বিদেশত। চাবলৈ কোনো নাই, সাক্ষী দিবলৈ কোনো নাই, প্ৰমাণ দিবলৈ কোনো নাই মাত্ৰ আছে সোণৰ আখৰেৰে লিখা তেখেতৰ নিজ মুখৰ বাক্য "I no longer believe in marriage but if I met someone I wanted to lieve with, I would. As for sex, I belive in freedom of sex– you dont have to be married for it. That way no one can have a hold over you" আৰৌ এজনক ভাল লগাত কেইমাহমান একেলগে আছিল বুলিও কৈছে। এতিয়া আমি হ'লো চেঁচুকৰ ডেম ডেউকা, জকাইচুকৰ মানুহ, চুট-টাই মাৰিবলৈ শিকি সভ্য হ'বলৈ শিকিছো। পিছে মনটো ক'ত ভাল হ'ব! সদাই বেয়াটোকে দেখো। হওক নহওক কোনোবা চকু চৰহাই আলোচনীৰ পাতেৰে আমাক দুখন ছবি দেখুৱালে। এখনত আঠটামান ডেকাৰ সতে সাগৰৰ পাৰত টাবৰীণ। ছবিখনৰ তলত লিখা আছে "Shoulder to shoulder with the men - - - - - with fellow poets" আৰু সিখনত কলিকতাৰ কোনোবা হোটেলত ধূমপান কৰি থকা অৱস্থাত টাবৰীণ। তাত তলত লিখা আছে "More fire than smoke - - - - - with a friend in Calcutta" পিছে সেই চকু চৰহা, পেট কপটিয়াইঁতে এতিয়া বিদেশৰ ছবি তুলিবলৈ আৰু ক'ত বিদেশলৈ যাব পাৰিব ? ঘৰত আক আমাৰ পৰিবাৰে ছবি দেখি জকজকাই উঠিছিল। মই বুজাই ক'লো যে- কিনো হ'ব সাগৰৰ পাৰত ডেকা ল'ৰাৰ সতে ফটো তুলিলে- সেইবোৰ মানুহ নহয়, কবিহে ?

সকলোৱে হাঁহি দিলে। আলী চাৰে চশমাজোৰ খুলি অলপ ডাঙৰকৈ হাঁহিলে আৰু ক'লে।

: হেৰা কাদীৰ লেঠা এনেয়ে লাগি আছে। এইবোৰ কথা কৈ আৰু বিপদ নমাই নানিবা। বিশালে তাকে সকলো কাগজত তুলি দিব।

: তোমালোকক অকণ ইঁহোৱালো। এক মিনিট, মোৰ শেষ বাক্য কেইটা কৈ লৈছো। কিন্তু আমাৰ কেইজনে টাবৰীণৰ এই দিশবোৰ ধৰা নাই। এই যে ইছলাম ধৰ্মটোক অলপ ধূলাই কৰা হ'ল সেইটোৰ বাবেহে উল্লাস আৰু উচ্ছ্বাসটো বেছি হৈছে। টাবৰীণ-য়াজদীইঁতে ক'লে বাবে কাণখন আৰু নিবিচাৰিলে কাউৰীৰ পাছে পাছেহে খেদা লগালে। গতিকে আমাৰ মতামত এয়ে যে কেৱল ইছলামেই নহয় কোনো ধৰ্মকে কোনো পুথিকে এতিয়া

কোনেও, কোনো কাৰণত সংশোধন, সংস্কাৰ কৰিবলৈ ক'ব নোৱাৰে। তাতে যদি সেই গ্ৰন্থ ঐশিক হয়- আৰু নোৱাৰিব।

: ধন্যবাদ জনাইছোঁ কাদীৰ চাহেবলৈ। কাজিয়া কৰি একো লাভ নাই। মানুহে জ্ঞানহে গোটাব লাগে। আপোনালোকৰ এনে জ্ঞানোময় আলোচনাই আমাৰ 'চেতনা'ক অধিক শক্তিশালী কৰি তুলিব। এইখিনিতে মই এটা প্ৰশ্ন তুলিছো- প্ৰশ্নটো মোৰ মনলৈ এতিয়াহে আহিছে। মই এটা কথা জানিব বিচাৰিছোঁ। আপোনালোকে বহু কথাই ক'লে মই আৰু পাবৰ বাবে আৰু আপোনালোকক ক'বৰ বাবে সুবিধা ল'ম আৰু দিম। আপোনালোকে এই কথাবোৰ জানিছে- ভাবিছে আৰু উপলব্ধি কৰিছে- তাৰ মূলতে এটা কথা থাকিব লাগিব যে হয়তো আপোনালোকে এইসমূহ কথা পঢ়িছে, শুনিছে, কোনোবাই কৈছে, তাৰবাবে আপোনালোকে দূৰলৈ গৈছে- অৰ্থাৎ অধ্যয়ন কৰিছে, কষ্ট কৰিছে, আপোনালোকে এনে মানুহৰ নাম দিব পাৰিব নেকি বা কিমান লোকে এইদৰে আপোনালোকৰ দৰে কথা জানি এই বিষয়ে লিখা লিখি কৰিছে। নতুবা এই ক্ষেত্ৰবোৰত আপোনালোকৰ প্ৰচাৰ কেনে ?

আন কোনোবাই কিজানি কৈ দিয়ে এই বুলি ভাবিয়ে এটা স্কুলীয়া ল'ৰাৰ দৰে কবীন ঠিয় হ'ল আৰু বিশালে কৰা প্ৰশ্নটোৰ উত্তৰ এটা দিবৰ বাবে সাজু হ'ল। সকলোৰে চকু প্ৰায় কবীনৰ পিনে গ'ল। আলী চাৰে বিশালৰ পিনে চাই তৎক্ষণাত ক'লে।

: বিশালে মাষ্টৰী কৰিছিলা নেকি ? অতীতত কেতিয়াবা ?

: নাই চাৰ- নাই কৰা।

: নহয়, মানে কবীনে যেনেকৈ ফটকৰে ঠিয় হ'ল মইটো ভাবিছিলো কিবা স্কুলৰ ল'ৰা নেকি- পিছে হাফ পেন্টটো নাই বাবে আৰু একো নেভাবিলো।

: হয় চাৰ মাফ কৰিব। প্ৰশ্নটো মোৰ কাৰণে অতি ভাল, মানে মনঃপুত হৈছে বাবে হঠাতে থিয় হৈ দিলো।

: বহিয়া বল- মীএগ্ৰা- বহিয়া বল।

চাৰৰ কথাত সকলোৱে এনে ধৰণেৰে হাঁহিবলৈ ধৰিলে যে ৰিপ'টাৰজনে টেপৰ মাউঠ স্পিচটো হাতেৰে দাঙি সকলোৰে এই সুন্দৰ, খোলা আৰু উচ্চ স্বৰৰ হাঁহিবোৰ সমানে লৈবাত লাগিল। আছুফিয়াৰ যেন কিবা এটা মনত

পৰি গৈছে- কবৰবাত যেন কিবা এটা হৈছিল। এগাল মানুহে কান্দিছিল- আৰু কোনোবাই বহিপেলাই কান্দিব কৈছিল। ক'ত যেন এই ঘটনাতো ঘটিছিল। কিন্তু আছফিয়াৰ ভীষণ লাজ লাগি গ'ল। তাই চাৰিওপিনে মন কৰি সকলোৰে চকুৰ পিনে চালে যে তাইলে কোনোবাই মন কৰিছে নেকি- কাৰণ তাই অলপ দেৰিৰ আগত যিটো কথা মনত পেলাব খুজিছিল সেই কথাটো বিখ্যাত ঘটনা নহয়- এটা গাজা, জ'ক। আকাশত সহস্ৰ তৰাৰ মাজত দুই এটা ডাঙৰ তৰা থকাৰ দৰে চাৰৰ চিবিয়াচ অভিব্যক্তিৰ মাজতো হাঁহিৰ প্ৰকাশ লাগি থাকে - সময় যেতিয়া আহে তেতিয়াই চাৰে এৰি দিব পাৰে। সেই কাৰণে মচৰফ চাৰ সদায়ে মচৰফ চাৰেই হৈ থাকিব। আছফিয়াই দৃঢ়ভাৱে কথাটো ভাবিলে। ইতিমধ্যে কবীনে উঠি আলমিৰাৰ পৰা এটা সৰু ফাইল আনিলে আৰু তাৰপৰা কিবা এটা বিচৰাত লাগিল। সুকলোৰে ওঁঠৰ পৰা কোমল সূৰ্য্যটো যেতিয়া মাৰ গ'ল- এইবাৰ মাৰ যোৱা সূৰ্য্যৰ ৰঙা আভাৰ শেষ ৰঙাকণ ওঁঠত বোলাবৰ বাবে প্ৰায় সকলোৱে এক প্ৰস্তুতিত ব্যস্ত হৈ পৰিল। হাতৰ আঙুলীৰে বগা মেঘৰ টুকুৰাবোৰ মুখলৈ নি চোবোৱাত লাগিল। আছফিয়াৰ অৱশ্যে ওঁঠজোৰ ৰঙাই হৈ আছে- দৰকাৰো নাই। দুই এজনে যেতিয়া বাহিৰত পিক পেলাই আহি আকৌ টেবুলে টেবুলে বহিলেহি তেতিয়া কবীনে আৰম্ভ কৰিলে।

: ইছলামক আনুষ্ঠানিক প্ৰচাৰৰ বাবে আজিকালি কোনোবাই কিবা কৰিছে যদি আমি নেজানো। কিন্তু বহু দিনৰ পৰা এটা কথা সদাই মন কৰিছিলোঁ যে ইছলামক, ধৰ্মটোক জানিবলৈ বা ভাল পাবলৈ কাকো শিকাব নেলাগে যেনেকৈ মাকক ভাল পাবলৈ কাকো শিকাব নেলাগে। মুছলমান সমাজত এইটো এটা অতি আচৰিত কথা। ল'ৰা-ছোৱালী ডাঙৰ হৈ অহাৰ লগে লগে ধৰ্মৰ প্ৰথম ক, খ খিনি শিকিবৰ বাবে কোনো সুকীয়াকৈ কষ্ট কৰিব লগাত নপৰে। প্ৰাৰম্ভীক জ্ঞান লবৰ বাবে মছজিদ, মোক্তাব বা ঘৰতে জোনাব, হাফিজৰ হতুৱাই সকলো জ্ঞান দান দিয়াৰ ব্যৱস্থা আছে। এইটোক এটা কৰ্তব্য বুলি ধৰা হয়। পাছলৈ বেছিকৈ জানিবৰ বাবে আৰবী ভাষাটো শিকি আৰবী সাহিত্যক জানিবৰ বাবে উচ্চ শিক্ষাৰ বাবে বাহিৰলৈ গৈ পণ্ডিত হৈ আহিব পাৰে। কিন্তু এইখিনিতে মুছলমান সকলৰ এটা ভুল ধাৰণা আছে

যে আৰবী সাহিত্য জনা মানে তেওঁলোকে ইছলাম ধৰ্মটোৰ বিষয়ে জনা বুলি ভাবে। সাহিত্য আৰু ধৰ্ম দুটা বেলেগ বস্তু। ভাল মানুহৰ নেতৃত্ব আৰু পৰিচালনাত এই ধাৰণা দূৰ হ'ব পাৰে। গতিকে সকলো মুছলমানে কম বয়সতে যিমান কথা জানে আন ধৰ্মৰ লোকে সিমান নেজানে। আমিও সেইবাবে বহু কথা জানিবলৈ সক্ষম হৈছিলো। এতিয়া মোৰ হাতত দুখন কাগজ আছে। প্ৰথমে মই প্ৰথমখন কাগজৰ কথা ক'ব বিচাৰিছোঁ- মুখ্য সম্পাদক ডাঙৰীয়াই বিচৰা মতে। অমুক চনত মহাপ্ৰলয় হ'ব বুলি ভূমিকম্প হ'ব বুলি ভৱিষ্যত বাণী কৰা লোকৰ কথা শুনি পূজা-পাতল, নাম-গুণ গাই, কৰবাত কৰবাত দোৱা কৰাই বাটে পথে ট্ৰাকেৰে প্ৰসাদৰ নামত মাহ-চাউল দলিয়াই প্ৰচুৰ খাদ্য সামগ্ৰীৰ অপচয় কৰাৰ উদাহৰণ আমাৰ মাজত আছে। আনপিনে জ্যোতিষ শাস্ত্ৰক আমি বিশ্বাস কৰিব নেলাগে বুলি ক'ব খোজা নাই। ইও এক মহৎ বিজ্ঞান। আচৰিত কথা এইখিনিতে যে যেতিয়া মানুহে, হাজাৰ আৰু লাখৰ সংখ্যাৰে, যীচুক মানে, চেন্টজনৰ কথা বিশ্বাস কৰে, জেন্দ-আৱেস্তাত বিশ্বাস কৰে, অৰ্থৱৰ বেদীয় উপনিষদত বিশ্বাস ৰাখে, অল্লো-উপনিষদক সন্মান কৰে, সাম বেদ, অল্ড টেষ্টামেন্টক মানে, বুদ্ধ, যুধিষ্ঠীৰক মানে আৰু বিশ্বাস কৰে তেনেস্থলত আক তেওঁলোকে কৈ যোৱা আৰু প্ৰাচীন ধৰ্মপুথিত হজৰত মহম্মদ (দঃ)ৰ আগমনৰ বিষয়ে যি ভৱিষ্যত বাণী কৰি গৈছে তাক কিয় সিমান বিশ্বাস নকৰে, নেমানে বা সিমান গুৰুত্ব নিদিয়ে? তাৰ পৰা বুজা যায় আন ধৰ্মৰ অনুগামীসকলৰ মানসত পয়গম্বৰ জনাৰ স্থান ক'ত আৰু কিমানত? চেন্ট জনে কৈছে- "তোমালোকক ক'বলৈ মোৰ আৰু অনেক কথাই বাকী আছে। কিন্তু বৰ্তমানত সেইসমূহ প্ৰকাশ কৰিব নোৱাৰিম। যেতিয়া সেই সত্যাত্মা (মহম্মদ) অৱতীৰ্ণ হ'ব, তেতিয়া তোমালোকক সকলো কথা ক'ব, তেওঁ যিবোৰ কথা ক'ব সেইবোৰ তেওঁৰ নিজা বক্তব্য নহ'ব বৰং তেওঁ যি শুনিব তাকেই ক'ব।" যীচুৱে কৈছিল "মই (আল্লাহৰ ফালৰ পৰা) তোমালোকৰ কাৰণে আহিছোঁ, মোৰ পাছত আহমদ (মহম্মদৰ আন এটা নাম) নামৰ এজন ৰচুল আহিব, তেওঁৰ (আগমনৰ) সু-সংবাদ দিছোঁ।" জেন্দ-আৱেস্তাৰ প্ৰথম অংশত আছে -- "মই ঘোষণা কৰিছো হে স্পিতাম জৰথুস্ত্ৰ পবিত্ৰ আহমদ (মহম্মদৰ অন্য এটি নাম) নিশ্চয় আহিব, যি জনাৰ পৰা

তোমালোকে সৎ-চিন্তা, সৎ বাক্য, সৎ কাৰ্য্য আৰু বিশুদ্ধ ধৰ্ম লাভ কৰিবা।" অথৰ্ব্ব বেদীয় উপনিষদত আছে- "অস্য ইল্ললে মিত্ৰা বৰণো ৰাজা, তস্মাৎ তানি দিব্যানি পুনস্তং দুধ্যু হ্বয়ামি মিলং কবৰ ইল্ললাং অল্লো ৰচুল মহমদৰ কং বৰস্য অল্লো অল্লাম ইল্ললেতি ইল্লাল্লা" তাৰ পাছত অল্লো-উপনিষদত আহিছে- "আল্লাহ্ সকলো গুণৰ অধিকাৰী, তেওঁ পূৰ্ণ আৰু সৰ্বজ্ঞানী, মহম্মদ আল্লাহ্‌ৰ ৰচুল, আল্লাহ আলোকময়, অক্ষয়, এক চিৰ পৰিপূৰ্ণ আৰু স্বয়ম্ভু।" তাৰ পাছত চাওঁক বুদ্ধদেৱে কি কৈছিল- "এই পৃথিৱীৰ বুকুত আবিৰ্ভুত হোৱা ময়ে প্ৰথম বা শেষ বুদ্ধ নহও, অন্য এটা সময়ত আৰু এজন বুদ্ধ আবিৰ্ভূত হ'ব, এজন পবিত্ৰ পুৰুষ, সৰ্বজ্ঞানী আৰু জ্ঞানৰ দ্বাৰা পৰিপূৰ্ণ এজন পথ প্ৰদৰ্শক - - - - - তেওঁ এটা পবিত্ৰ আৰু পূৰ্ণ ধৰ্ম মত প্ৰচাৰ কৰিব, যেনেদৰে বৰ্তমানত মই প্ৰচাৰ কৰিছোঁ। তেওঁৰ নাম হ'ব মৈত্ৰেয়।" যুধিষ্ঠীৰৰ মূল সংস্কৃত শ্লোকটো শুনক -- "বেদা বিভিন্নাঃ স্মৃতায়ো বিভিন্নাঃ নাসৌ মুনিৰ্যস্য মতং ন অভিন্নম॥ ধৰ্মস্য তত্বং নিহিতং গুহায়াং মহাজনো যেন গতঃ স পন্থাঃ।" অৰ্থাৎ "বেদ আৰু স্মৃতি শাস্ত্ৰ একে মতৰ নহয় যিহেতু নানা মুনিয়ে নানান কথা কয়। ধৰ্মৰ নিগুঢ় সত্য পৰ্বতৰ গুহাত লুকাই আছে সেই পথেই সত্য যি পথে মহাজন যায়।" সাম বেদৰ দ্বিতীয় অধ্যায়ৰ ৬/৭ সুক্তত পোৱা যায় এই বুলি -- "আহমদ (মহম্মদৰ আন এটি নাম) ৰ চৰিয়ত (ধৰ্মনীতি) নিজ প্ৰভুৰ (আল্লাৰ) পৰা প্ৰাপ্ত হ'ব, সেই চৰিয়ত জ্ঞান বিজ্ঞানৰ দ্বাৰা পৰিপূৰ্ণ হ'ব আৰু আমি তেওঁৰ পৰা ( মহম্মদৰ পৰা) সূৰ্য্য সম আলো প্ৰাপ্ত হম।" মহম্মদে আৰবত অৱস্থিত "পৰাণ" নামৰ পৰ্বতৰ "হেৰা" নামৰ গুহাত কৰা কঠোৰ তপস্যাৰ বিষয়ে অল্ড টেষ্টামেনৰ কথাখিনি শুনক -- "He shined from mount Paran. God came from Teman and the Holy one from mount Paran." অৰ্থাৎ -- " তেওঁ 'পৰাণ' পৰ্বতৰ পৰা কিৰণ দান কৰিব। ঈশ্বৰ তিমনৰ পৰা আহিল আৰু সেই পবিত্ৰ মহাপুৰুষ 'পৰাণ' পৰ্বতৰ পৰা আহিব।" আমি সামান্য অভিজ্ঞতাৰে এইসমূহ সংগ্ৰহ কৰিছো আৰু উক্ত মহাপুৰুষ, সিদ্ধপুৰুষ আৰু প্ৰাচীন ধৰ্মপুথিৰ প্ৰতি আমি আমাৰ ভক্তি, সন্মান আৰু চালাম জনাইছোঁ। কোনোবাই এই সমূহক কেন্দ্ৰ কৰি আমাক চেলেঞ্জ দিব পাৰে কিন্তু তাৰ আগতে আমি এটা কথাই ক'ম যে

আমাক চেলেঞ্জ দিয়াৰ আগতে বিচাৰি-খোচাৰী এই কথাসমূহ আমি য'ৰ পৰা সংগ্ৰহ কৰিছো তেওঁলোকলৈ চেলেঞ্জ দিয়ক। আমিও কল সতকাই বখলিয়াই হাততে খাবলৈ নিদিও- দৰকাৰ পৰিলে সকলোৱে কষ্ট কৰক। আমি এতিয়া এই কথা, উদ্বৃতি, সূক্ত আদিৰ ওপৰত ব্যাখ্যা নিদিও। মুঠৰ ওপৰত এইদৰে যীচু, যুধিষ্ঠীৰ, বেদ- উপনিষদে মহম্মদ(দঃ)ৰ বিষয়ে কৈ গৈছিল আৰু তেওঁৰ বিষয়ে কোৱা মানে অলপকৈ ইছলামৰ কথা কোৱাটোকে নুবুজাবনে? মোৰ হাতত থকা দ্বিতীয় কাগজখন হৈছে কোৰাণ হাদিছ, পয়গম্বৰ আৰু ইছলামৰ বিষয়ে কোৱা পৃথিৱীৰ বিভিন্ন মণিষী, দাৰ্শনিক পণ্ডিতৰ উদ্বৃতি সহ নামৰ এখন তালিকা। আধুনিক পৃথিৱীৰ এইসকল মণিষীৰ কথাখিনি মই গোটেই আলোচনা কৰিব খোজা নাই। দৰকাৰ পৰিলে আমি আপোনালোকক এইসমূহ দিবৰ বাবে সাজু আছো। বিভিন্ন শিতানত কোৱা মাত্ৰ ব্যক্তিসকলৰ নামবোৰহে উল্লেখ কৰিলো। প্ৰথমে মই হজৰত মহম্মদৰ বিষয়ে সমসাময়িক আৰু আধুনীক যুগৰ যি সকল মণিষীয়ে নানা মন্তব্য কৰিছিল বা কৰিছে সেইসকলৰ কেৱল নামসমূহ মই পঢ়ি দিছো। সেইসকল হৈছে -- Edward Gibon, Draper, Prof. Vanket Ramon, Gustav Well, John Davenport, Emlie Dermengham, Mr. Har Dayal M.A. PHD., J. W. H. Stobart, Bosworth Smith, Alfred W. Martin, Sir William Muir, ভাৰতীয় ঐতিহাসিক Dr. Tara Chand, Von Kremer, Burnard Show, Dr. Rimza, পাকিস্তানৰ মহম্মদ আলী জিন্নাই লিখিছিল -- " I joined Lincon's Inn because there, on the main entrance, the name of the prophet was included in the list of the great law - givers of the world" । অৰ্থাৎ -- লিনকন ইন' আইন কলেজৰ প্ৰবেশ পথৰ ওপৰত পৃথিৱীৰ শ্ৰেষ্ঠ সংবিধান ৰচয়িতাসকলৰ তালিকাত পয়গম্বৰ জনাৰ নাম অন্তৰ্ভূক্ত আছিল বাবেই মই এই আইন কলেজত ভৰ্ত্তি হৈছিলো । ই এক তাৎপৰ্য্যপূৰ্ণ কথা বাবে মই উল্লেখ কৰিলো। তাৰ পাছৰ মণিষী কেইজনৰ নাম শুনক -- Mr. Homi J - Rustamji, Bar- At Law, Mahatma Gandhi, Sir P.C. Ramswami Ayer, D.G. Hogarath আৰু Srimati Indira Gandhi। এতিয়া ইছলাম ধৰ্মৰ ওপৰত কোৱা মণিষীসকলৰ নাম মই পঢ়ি দিছো । তেওঁলোক হৈছে

Sir Thomas Arnold, Prof. Snokck Hurgrorje, Prof. T. W. Arnold, Sir C. E. A Hamilton, Mrs. Anny Basant, Rev. C. I. Taylor, John Milton, Poet of the Paradise lost, Mr. Jiwan Lal Kapur, Bar- At Law, Edward Gibon, Tirumal Rao Rapole, L. L. B, Mr. Har Dayal M.A. PHD, AMA shushtery, Munshi Prem Chand, M.A., Swrojit Dasgupta, M.N. Roy, B.M. Kaul, Jogendra Nath Haldar, Dr. B.R. Ambedkar, Dr. Iswari Prosad, Sir P.C. Roy, Princess J. Banu, R. Grifiths, R. V. C. Bradlay, A. Kayen, Miss J. F.Dunscane, M. M. Pickthol, Major Arthur Glyn Leonard, Prof. H. P. Hute, Bernard Show, W. B. Pickard, J. L. C. Van Betam, Prof. W. Mntogomai Wate, K.S. Goba, Bar- At Law, Lord Headly, Roberti, M. Hiban, Dr. Gustaoliban Dewan, Bahadur S. P. Lingha, M. L. A, Sir J. Loder Braton । এইবাৰ আহিব খুজিছো ইছলামৰ অৱদান সম্বন্ধে যিসকল মণিষীয়ে মন্তব্য কৰিছিল তেওঁলোকৰ নামলৈ : তেওঁলোক হৈছে -- Prof. Arnold Toyenbe, M.N. Roy, Prof. Earnest Barker, President D.D. Isenhower, Gelsner, Stephen Leacock, Earnest Renan, Sedilot, S. Colosio, Prof. Sadhu, T. L. Basbani, Robert Brieflot, Rojar Garodi অৱশেষত আহিব বিচাৰিছো ধৰ্মগ্ৰন্থ কোৰাণৰ ওপৰত বিভিন্ন মণিষীয়ে কি অভিমত কৰিছিল অৰ্থাৎ কেৱল তেওঁলোকৰ নামসমূহ মই মাতি দিছো। তেওঁলোক হ'ল ফৰাচী দাৰ্শনিক A. Laorajo, Deutsch, Rodwell, Rev. G. Margoliouth, Rev. G. M. Ridepoal, Mr. Stolilane pole, A. d. Marial, H. S. Liver, H. G. Wales, Sir. William Mure, Rev. Volaboson, D. d. God Klihanqs, Din Stoli, Guru Nanak, Pandit Gopal Chandra Sustree, Mosio Madio, Mosio kupton, Dr. S. Francy, William P. Pichard, Emperor Napolean Bonapart, Tomas Karlib, Prof. L. V. Vigiliyani, Prof. Draper.

: কবীনদাই যদি বেয়া নেপাই তেন্তে মষ্যো কেইটামান কথা অলপ ক'ব খোজো। নহ'লে পাছত এই প্ৰসঙ্গটো শেষ হৈ গ'লে ক'বলৈ অসুবিধা হ'ব।

আগ্ৰহেৰেই মাত দিলত সকলোৱে হয় ভৰ দিলে । এইসমূহ কথা সকলোৱে সমানে নেজানিব পাৰে । গতিকে আনে ক'ব খুজিলেও ক'বলৈ দিব লাগে . কোনেও আপত্তি নকৰিলে ।

: মই দুই এখন কিতাপ পঢ়িছিলোঁ । আব্বায়ে দুই এবাৰ কৈছিল- তাৰ পৰা কৈছো । মোৰ অন্য উদ্দেশ্য একো নাই মাত্ৰ মানুহে বুজিবৰ বাবে আজি এই সুবিধাতে কৈ দিছো । কাৰণ মানুহে এইসমূহ তথ্য বিচাৰি আজিকালি আৰু হাবাথুৰি নেখাই । ঐশিক কিতাপসমূহ কিদৰে বিভিন্ন লোকৰ, দূতসকলৰ যোগে অৱতীৰ্ণ হৈছিল তাকে ক'ব বিচাৰিছোঁ । চাবে ভুল হ'লে শুধৰাই দিব । কথা হ'ল হজৰত মুশা আলেই হিচ চালামৰ ওপৰত "তৌৰাৎ" আৰ্থাৎ বাইবেলৰ Old Testament, হজৰত দাউদ আলেই হিচ চালামৰ ওপৰত "জব্বুৰ" যীচু খ্ৰীষ্ট বা ঈশা আলেই হিচ চালামৰ ওপৰত "ইঞ্জীল" অৰ্থাৎ বাইবেলৰ New Tesstament অৱতীৰ্ণ হয় । এই সকলোখিনি আছিল 'ইহুদী' গোত্ৰৰ লোক । হজৰত মুশাৰ বিষয়ে আল্লায়ে কৈছে যে "আৰু নিশ্চয় মই মুশাক মোৰ বাণী সহ এই বুলি পঠিয়াই দিলো যে তোমাৰ মানুহবোৰক অন্ধকাৰৰ পৰা পোহৰলৈ লৈ আনিব পাৰা ।" ঈশাৰ বিষয়ে কৈছে-- "আৰু তেওঁ (আল্লাই) তেওঁক ইচৰাইল বংশৰ লোকৰ বাবে নবী কৰিব" আৰু আমাৰ হজৰত মহম্মদ (দঃ) ৰ বিষয়ে ঘোষণা কৰিছে এই বুলি -- "মইতো তোমাক সমগ্ৰ মানৱ জাতিৰ কাৰণে সুসংবাদদাতা আৰু সতৰ্ককাৰী ৰূপে প্ৰেৰণ কৰিছোঁ।" এই উক্তিৰ পৰাই বুজিব পাৰি যে সকলোতকৈ মহম্মদ(দঃ)ৰ আৱশ্যকতা আৰু তেখেতৰ আগমনক এক বহুল ভিত্তিত বিবেচনা কৰা হৈছে। তেওঁৰ ক্ষেত্ৰত কোনো সীমা, পৰিধি আৰু প্ৰাচীৰ ৰখা নাই। তেওঁ সমগ্ৰ মানৱৰ বাবে. বিশ্ববাসীৰ বাবে । সেই কাৰণে তেওঁক বিশ্বৰ মণিষীসকলে বুজিব পাৰিছিল আৰু এইদৰে বহু মন্তব্য দিব পাৰিছিল। সেয়া আল্লাৰ কথা । কবীনদাই নোকোৱা দুজনমান ব্যক্তিৰ উক্তি মই দিব খুজিছো। A.M.A. Shushtcry যে "Islam's great message is the unity of God and the fraternity of human beings" বুলি কৈছে । Thomas Arnold এ -- " It brought out the fundamental dogmas of religion -- the unity and greatness of God" বুলি কৈছে Sir Edwin Arnold এ

" The soul of Islam is the declaration of the unity of God, its heart is the inclucation of obedience to his laws" । Stanly Lane Pooleৰ ভাষাত "This doctrine of one supreme God, to whose will it is the duty of every man to surrender himself is the kurnel of Islam, the truth for which Mohammad lived and suffered and triumphed" আনকি তেওঁৰ জন্মৰ বহু পূৰ্বে বিভিন্ন ধৰ্মগ্ৰন্থত তেওঁৰ কথা উল্লেখ কৰিছে। মোৰ দুই এজন বন্ধুৰ পৰা জানিব পৰা মতে সংস্কৃত ভাষাত "নৰাশংস" বুলি এটা শব্দ আছে, যাৰ অৰ্থ প্ৰশংসিত। জনা যায় -- বেদ চাৰিখনত এই প্ৰশংসিত জনৰ স্তুতি পাঠ কৰা হৈছে। মহম্মদ(দঃ)ৰ জন্মৰ প্ৰায় চাৰি হাজাৰ বছৰৰ পূৰ্বে ঋক বেদৰ আঠ ঠাইত, বাজপেয়ীয় সংহিতাৰ ২৯ ছ ২৭ মন্ত্ৰত, তৈত্তিৰীয় অৰণ্যকৰ ৩/৬/৩/১ ত, সামবেদৰ ১৩৪৯ তম মন্ত্ৰৰ আৰু শতপথ ব্ৰাহ্মণৰ প্ৰথম খণ্ডৰ পঞ্চম প্ৰয়াগত এই চৰম প্ৰশংসিত জনৰ কথা উল্লেখ কৰিছে। তাৰে এটা এনেকুৱা -- "নৰাশংস মিহপ্ৰিয় মস্মিন্যজ্ঞ উপহুয়ে / মধুজি হৃব হৰিস্কৃতম।" ঋগ্বেদ সংহিতাই কয়-- "নৰাশংসঃ প্ৰতিধামান্যঞ্জন ত্ৰিস্তো দিবঃ প্ৰতিমহ্ন স্বচিঃ" অৰ্থাৎ -- এই অপূৰ্ব সুন্দৰ দীপ্তি আৰু কান্তিময়ী চৰম প্ৰশংসিত জন গৃহে গৃহে আধ্যাত্মিক জ্ঞান প্ৰকাশ আৰু প্ৰচাৰ কৰিব। এই কথাটোকে সমৰ্থন কৰি Stanley Lane Poole এ লিখিছে -- "Those who saw him, were suddenly filled with reverence, those who came near him loved him, they who described him would say :" "I have never seen like him either before or after." আকৌ দুটা কথাৰ কেনে মিল আছে তাক চাওঁক। মহম্মদ (দঃ)ৰ বাহন সম্পৰ্কে অথৰ্ব বেদৰ ২০/ ১২৭/২ ত আছে -- "উষ্ট্ৰা যস্য প্ৰবাহনো"। ইপিনে Sir. William Muir এ লিখিছে -- "Around the camels of Mohamad and his immediate followers rode the chief men of the city, clad in their best raiment and in glittering armour" । কল্কি পুৰাণৰ ২য় অধ্যায় ১৫ শ শ্লোকে মহান কল্কিৰ আগমনৰ কথা লিখিছিল এই বুলি -- "দ্বাদশ্যাং শুক্ল পক্ষস্য, মাধবে মাসি মাধবম, জাতং - - ।" আৰু দেখা যায় মহম্মদ(দঃ) ৰবিউল আওৱাল মাহৰ

শুক্লপক্ষৰ ১২ তাৰিখে জন্মগ্ৰহণ কৰিছিল। ভাগৱত পুৰাণৰ ১২শ স্কন্দত, ২য় অধ্যায়ৰ ২১ নং শ্লোকত কোৱা হৈছে -- "অথ তেষাং ভবিষ্যান্ত মনাংসি বিশদানিবে, বাসুদেবাঙ্গ ৰাগাস্তি পুণ্য গন্ধানিল স্পৃশাম।" আকৌ Sir William Muir এ লিখিছে -- " Anas, his servant, says we always used to know when Mohamet has issued forth from his Chamber by the adouriferous perfume that filled the air" তাৰোপৰি সংস্কৃত ভাষাৰ প্ৰখ্যাত পণ্ডিত ডঃ বেদপ্ৰকাশ উপাধ্যায় এম, এ, ডি, ফিল দেৱে "বেদ আৰু পুৰাণত হজৰত মহম্মদ" (দঃ) নামৰ এখন পুথি লিখিছিল। সেই পুথিত ভবিস্য পুৰাণে কি কৈছিল তাক মই ক'ব বিচাৰিছোঁ। তাত আছে -- "ঠিক সেই সময়তে অকৃত্ৰিম সদাচাৰী একেশ্বৰবাদী আচাৰ্য্য মহম্মদ নামেৰে খ্যাত এক ব্যক্তি আপোন অনুগামী সকলৰ সতে মৰুস্থলত আবিৰ্ভূত হ'ব। তেওঁ বিভিন্ন উপায়ৰ দ্বাৰা জগতৰ সমুদায় মলিনতা দূৰ কৰিবৰ উপাই আদিত অৱগত থাকিব। হে মৰুবাসী জগতগুৰু ! তুমি প্ৰকৃতিবাদী অসুৰবোৰক বিনাশ কৰাৰ বহু উপায় জানা। হে পবিত্ৰ পুৰুষ মোক তোমাৰ চৰণ তলত স্থান দান কৰা।" এই কথা শেষৰ পিনে ভোজৰাজে কৈছিল বুলি উল্লেখ আছে। গুৰু নানকেটো সাংঘাটিক কথা কৈ গৈছে। তেওঁৰ মতে "বেদ-পুৰাণৰ যুগৰ অন্ত পৰিছে, এতিয়া জগতক পৰিচালিত কৰাৰ বাবে কোৰাণেই একমাত্ৰ গ্ৰন্থ।" কবীনদাই অথনি বুদ্ধদেৱৰ কথা কৈছিল। আমাৰ পয়গম্বৰ জনাৰ আবিৰ্ভাৱৰ হাজাৰ বছৰ পূৰ্বে ৰচিত ধৰ্মগ্ৰন্থ 'দিঘা-নিকায়া'ত কি লিখা আছে তাক এবাৰ চোৱা যাওঁক। তাত কোৱা হৈছে-- "মানুহে যেতিয়া গৌতম বুদ্ধৰ কথা পাহৰি যাব, তেতিয়া আৰু এজন বুদ্ধৰ আবিৰ্ভাৱ হ'ব। তেওঁৰ নাম হ'ব মৈত্ৰী।" এই কথা শ্ৰীলঙ্কাত থকা গৌতম বুদ্ধৰ যি লিপি পোৱা গৈছিল তাতো ইয়াকেই সমৰ্থন কৰি লিখা পোৱা গৈছিল। আৰু বহু কথা বুদ্ধদেৱে কৈ গৈছিল যিবোৰ খুবেই দীঘল। কিন্তু ঘৰত বিচাৰিলে পোৱা যাব। যীচুৱেও আৰু বহু বাৰ কৈ গৈছে। এইখিনিতে মই কেইটামান মিনিট এক পৰ্য্যালোচনাৰ মাজলৈ আহিব খুজিছোঁ। এতিয়া যে এই ধৰ্ম পুথিসমূহত এই কথাবোৰ দিছে সেইবোৰ মানুহে অলপো বিশ্বাস নকৰিবনে? নে আমিহে এইসমূহ সাজি লৈছো? এনে কথা আমি সাজি ক'ব পাৰিমনে? আনে হ'লেও পাৰিবনে?

কোনোবাই যদি এই কথা মিছা বুলি কয় তেন্তে সেই গ্ৰন্থসমূহো তেনে মিছা । তাৰ বাহিৰেতো আৰু একো কোৱাৰ উপায় নাই। এইবোৰ বাৰু হাজাৰ বছৰৰ আগৰ কথা- ঋষি-মুনি, বেদ-পুৰাণৰ কথা। বুদ্ধ নানকটো তাৰ পাছৰে । তেওঁলোকে এনেয়ে কৈছিল নে ? আমিছে চাবলৈ গ'লে এইবোৰ কথালৈ পৃথিবীত দপদপাই থাকিব লাগিছিল । ক'তা আমাৰতো কোনেও নেজানে এইবোৰ কথা । আমিতো এইবোৰ কথাৰ বাবে লাগি থকা নাই। এতিয়া আকৌ ওলাল টাবৰীণ- য়াজদীহঁত । কবীন দাই কৈ যাওঁতে মোৰ মনলৈ বাৰে বাৰে এই কথাই আহিছে যে ক'ত বিশ্ব- বিখ্যাত মণিষীৰ বক্তব্য, উক্তি, মন্তব্য আৰু ক'ত টাবৰীণ-য়াজদী - জামিনুৰৰ সাহিত্য ? কি কামৰ বাবে বুদ্ধ, কৃষ্ণ, যীচু, নানক, ৰাম, যুধিষ্ঠীৰ, মহম্মদ পৃথিবীলৈ আহিছিল আৰু কি কামৰ বাবে টাবৰীণ-য়াজদী-জামিনুৰহঁত পৃথিবীলৈ আহিছে ? এইবোৰ বিষয় বুদ্ধিজীবী সকলৰ বাবে নিচেই সৰু কথা, গাত নলগা কথা- কিন্তু মানুহৰ বাবে অতি দৰকাৰি কথা । অসমীয়া ব্যাকৰণৰ ভড়ালত বিশেষণৰ শচ এতিয়া নাই চাগে সকলোবোৰ টাবৰীণহঁতক দিওতেই গ'ল। টাবৰীণতকৈ আৰু উচ্চ স্তৰৰ, শ্ৰেষ্ঠা লিখিকা ওলালেহে হয়তো বিশেষণৰ খেতি কৰিব লাগিব। আৰু এটা কথা, আমি এই কথাৰ পৰা কিমান এক মহা সত্যৰ সন্ধান পাইছো তাক আপোনালোকে এবাৰ ভাবি চাইছেনে? প্ৰাচীন ধৰ্ম পুথিত আমি কি পালো ? এয়ে পালো যে মহম্মদ(দঃ) পৃথিবীলৈ আহিব, ইছলাম নামৰ ধৰ্ম এটা আল্লাহে দিব । আল্লাহে যি ক'ব তাকে মহম্মদে ক'ব- ইত্যাদি ইত্যাদি। তাৰ পাছত নবীনতম ধৰ্মপুথিত, কোৰাণত পূৰ্বৰ সেই সকলকে সন্মান, শ্ৰদ্ধা, ভক্তি কৰাৰ কথা কোৱা নাই নে ? কৃষ্ণ, যীচু, মুচা আৰু আন আন যিসকলে আল্লাৰ বাণী লৈ প্ৰচাৰ কৰিছিল সেইসকলৰ মাজত কোনো প্ৰভেদ নানিবৰ বাবে কোৱা নাইনে ? প্ৰাচীন ধৰ্মই যিদৰে ইছলামক সন্মান জনাই স্বাগতম কৰিছে ঠিক তেনেকৈ নবীনতম ধৰ্মই, কোৰাণে, মহম্মদে(দঃ) পূৰ্বৰ দূতসকলক সোঁৱৰী কৃতজ্ঞতা প্ৰকাশ কৰা নাই নে ? সন্মান, শ্ৰদ্ধাৰ এটা ক্ৰম বা ধাৰাবাহিকতা ৰক্ষা কৰা নাইনে ? ইছলামৰ তথ্য, তত্ত্ব আৰু দৰ্শনৰ পৰিপ্ৰেক্ষিতত যদি কৰবাত কিবা মিলা নাই সেইখিনি বাদ দিবলৈ কৈছে। কিন্তু, বেয়াকৈ ক'বৰ বাবেতো কোৱা নাই । নহ'লে কোনো মহাপুৰুষ, দূতসকলৰ

মাজত, ঐশীক গ্ৰন্থৰ মাজত প্ৰভেদ ননাৰ বিষয়ে, বিশ্বাস কৰাৰ বিষয়ে দঢ়াই দঢ়াই নক'লেহেঁতেন। এনে অৱস্থাত ধৰ্মৰ বেয়াটোকে সাজি পাৰি লিখি, ধৰ্মৰ আন নাম মনুষ্যত্ব হওক বুলি ঘোষণা কৰি, য়াজদীহঁতে পয়গম্বৰ জনাক বাং কুকুৰ বুলি আৰু তেখেতৰ এগৰাকী পৰিবাৰক বেশ্যা বুলি কৈ জামিনুৰহঁতে ইছলামৰ ইচতেমাক "ধৰ্মান্ধতাৰ মহা সভা"ৰ লেখিয়াকৈ বুজাই যেতিয়া সাহিত্য ৰচনা কৰে তেতিয়া বাৰু মানুহে খণ্ডৰ ভমকত মৃত্যুদণ্ড নিদিব কিয়? আজিৰ যুগটো কেনেকুৱা ? সৰু সৰু কথাত আমি জানো, মানুহে জানো মানুহক, ভায়ে ভাইক মাৰি পেলোৱা নাই? কিন্তু সৌভাগ্যৰ কথা সেইসকল ব্যক্তি আজিও জীয়াই আছে, কঁকালত টঙালী বান্ধি তেওঁলোকে পুনৰ গ্ৰন্থ ৰচনাত মনোনিবেশ কৰিছে, চিঠিৰ মাধ্যমেৰে ইজনে সিজনক প্ৰেৰণা দিছে। বঁটাৰে তেওঁলোকৰ জীৱন মহান কৰি তুলিছে। আৰু আমিবোৰে গৌৰৱত ওফন্দি পৰি তেওঁলোকৰ গুণানুকীৰ্ত্তনত মুখৰ হৈ পৰিছো, প্ৰবন্ধ লিখিছো। আৰু যে কত কি নকৰিম। মই এটা কথা বুজি নেপাওঁ যে যেতিয়া এই বিষয়ে কথা ওলাই তেতিয়া মানুহে কেৱল মানুহে কৰা বেয়া কামবোৰ ঠিক যেন ইছলামেহে কৰিবলৈ শিকাইছে তেনে ভাৱত কথাবোৰ কয়। কিন্তু, ইছলামে যে এইবোৰ কৰিবলৈ শিকোৱা নাই সেই বিষয়ে কিন্তু এষাৰো নকয়। তেতিয়া তেনে লোকে সম্পূৰ্ণ নীৰৱতা আৰু একপক্ষিয় মত পোষণ কৰে। মই আৰু বিশেষ নকও। কবীনদাই এৰি যোৱা দুটামান কথাহে মই উত্থাপন কৰিলো। আমি মাত্ৰ মানুহে জানিবৰ বাবে এনে কথাবোৰ ক'বৰ বাবে প্ৰয়াস কৰিছোঁ। আশা কৰো 'চেতনা'ই এই বিষয়ে পোহৰ বিলাব।

: আছফিয়ালৈ মই ব্যক্তিগতভাৱে ধন্যবাদ জনালো। এই তথ্যসমূহ কাৰবাবে কি কামত লাগিব তাক আজি কোৱা টান। কিন্তু এইবোৰ যে মহা সত্য তাত কোনো সন্দেহ নাই। মুঠৰ ওপৰত কথা এটাই- আমাৰ পৰম্পৰা, পবিত্ৰতা, সন্মানবোধ, আমাৰ দৃঢ়তা আৰু সংহতিৰ ভেটি কিমান দিন ধৰি বৰ্তী থাকিব কোৱা টান। অৱশেষত কওঁ যে আমি পোৱা এইখিনি নামেই আপোনালোকক দিব পাৰিলো যিসকলে ইছলাম, মহম্মদ আদিৰ বিষয়ে কৈছিল বা এতিয়াও ক'ব পাৰে। পৃথিৱীৰ আৰু ভাৰতৰো এই মণিষীসকলে কিয় এনেদৰে কৈছিল তাক আমি নেজানো- মাত্ৰ আমি জানো

তেওঁলোকে ইছলামৰ বিষয়ে এইদৰে কৈছিল। ভৱিষ্যতে আমি নেজানো আৰু কোনোবাই কি বুলি ক'ব। হয়তো জানি ক'ব বা নেজানি ক'ব।

: এইখিনিতে মই এটা কথা অলপকৈ ক'ব বিচাৰিছোঁ।

প্ৰথমে টেবুলৰ ওপৰত থকা কাগজৰ ওপৰত চকু ফুৰাই আৰু তাৰ পাছত সমুখৰ পিনে চাই গভীৰভাৱে আলী শাৰে ক'লে। ৰিপ'ৰ্টাৰজন চাৰৰ পিনে অলপ আগবাঢ়ি গ'ল।

: আমাৰ আখেৰি জামানা বুলি কয় অৰ্থাৎ কলিকাল, এই কলি কালত বহু কথাৰ খেলি-মেলি হ'ব, সঁচাক মিছা কৰিব, মানুহ ভাগ ভাগ হ'ব, মহিলাসকলৰ মাজতো বহু পাৰ্থক্যই দেখা দিব, বস্তুৰ আয় কমিব। বিশেষকৈ মানুহ বহু পৰিবৰ্তন হ'ব। তাৰ ভিতৰত বিবেক-বুদ্ধি আৰু ভয়-ভক্তিৰে যিসকলে তিষ্ঠি থাকিব পাৰে তেওঁলোক থাকিব। ৰচুলৰ এষাৰ বিখ্যাত বাক্য আছিল। তেওঁৰ মতে "ঈশ্বৰে ধৰ্ম বিষয়ৰ বিদ্যা মানৱ হৃদয়ৰ পৰা কাঢ়ি নলয়। বৰং তেওঁ জ্ঞানী লোকৰ মৃত্যু ঘটাই পৃথিবীৰ পৰা ধৰ্ম বিষয়ৰ জ্ঞান উঠাই লয়। যেতিয়া এজন জ্ঞানী লোকো পৃথিবীত নাথাকিব তেতিয়া লোকসকলে মূৰ্খ লোকক নেতা পাতি তেওঁৰ ওচৰত ধৰ্ম বিষয়ৰ বিধান বিচাৰিব আৰু তেওঁ ধৰ্ম বিষয়ৰ জ্ঞান নথকাকৈয়ে ধৰ্ম বিষয়ৰ বিধান প্ৰদান কৰিব। এইদৰে তেওঁ নিজেও পথভ্ৰষ্ট হ'ব আৰু আনকো পথভ্ৰষ্ট কৰিব।" এতিয়া আমাৰ মাজত লাহে লাহে এই কথাবোৰে ফলিয়াবলৈ লৈছে। বিশালে আকৌ তাকে ক'লো বুলি বিষয়টো পলিটিকেলাইজদ কৰি নেপেলাবা, 'নেতা' শব্দই ধৰ্মীয় নেতা আৰু গণ্য- মান্য লোককহে আক বুজাইছে। লাহে লাহে মানুহে জানিও নজনাৰ ভাও ধৰি কথা কোৱাত লাগিব। কিন্তু বিৱেক সক্ৰীয় হৈ থকালৈকে মানুহে ভাল-বেয়াৰ পাৰ্থক্যটো উলিয়াব পাৰিব লাগিব। হ'ব মই এই বিষয়ে আৰু বেছি নকও।

: মোৰ খবৰ কাগজ 'চেতনা'ত মই কি লিখিম আপোনালোকৰ কথাবোৰ বা আজিৰ এই সাক্ষাৎকাৰৰ আলোচনাসমূহ কিদৰে সজাম সেইটো মই সময়ত মোৰ, মানে সম্পাদকৰ কক্ষত বহি ঠিক কৰিম। কিন্তু তাৰ আগতে মোৰ মগজু আৰু হৃদয়ৰ চেতনা নামৰ যি অনুভূতি আছে তাত এই কথাবোৰে কিদৰে সাঁচ বহুৱাইছে তাক মই এতিয়া ভাষাৰে প্ৰকাশ কৰিব নোৱাৰো।

আপোনালোকে প্ৰত্যেক জনেই ইমান ধৰাল হৈ আছে বুলি মই জনা নাছিলো। মই মাজতে ভাবিছিলো- একাপ একাপ চাহ খাই লোৱাৰ কথা। কিন্তু এই যে আলোচনাৰ পাতনি মেলিলো তাত যি ধাৰাবাহিকতা, যি এক গতিক চলাই নিয়া হৈছে সেইটো ভঙ্গ হৈ যোৱাৰ ভয়ত ক'বলৈ সাহ নকৰিলো।

চালেহে অলপ ব্যস্তভাৱে চিঞৰি উঠিল।

: আমি চাৰ চাহৰ আয়োজন কৰিছো। ৰসভঙ্গ হৈ যায় বুলি ভাবি আমি কোৱা নাই ।

: বিশালে ঠিকেই কৈছা। আমি আৰু অলপ আগবাঢ়ি লও নেকি ? এনে স্বতঃস্ফূৰ্ত আঁলোচনাময়ো কমহে পাইছোঁ।

: মানে চাৰ প্ৰত্যেকৰে কথা সুন্দৰ। কোনো কথাকে ভাবিব লগা হোৱা নাই।

: ঠিক আছে। তেনে তাকে কৰো।

চালেহ ঠিয় দি থকাৰ পৰা বহি পৰিল। ৰিপ'টাৰজনে টেপটো অন কৰিবৰ বাবে অপেক্ষা কৰি থাকিল। বিশাল ভট্টাচাৰ্য্যই পুনৰ আৰম্ভ কৰিলে।

: এইবাৰ আমাৰ স্বনামধন্য আলী চাৰলৈ আমাৰ বিষয় আগবঢ়াম।

: হেৰা বিশাল তোমাৰ এই বুদ্ধি নচলিব দেই। চাহটো মানে তুমিয়ে বন্ধ কৰিলা। চাহটো খুৱাই লৈহে মোলৈ পোনাব লাগিছিল। বাৰু হ'ব- হ'ব। অলপ খিলা চাই সুধিবা দেই ?

সকলোৰে মনত অপাৰ আনন্দ। এইবাৰ আলী চাৰে ক'ব। এক মানসীক আৰু আত্মীক আনন্দ লভাৰ আশাত যেন সকলোৱে এটা স্বাভাৱিক পৰিবৰ্তনৰ বাবে উশাহ লৈ ললে। সকলোৰে চকুত ব্যাকুলতা। বিশাল ভট্টাচাৰ্য্যই ভড়ালীৰ পৰা কাগজখন ললে আৰু ক'লে।

: চাৰ আৰু কাদীৰ চাহেৰ অহাৰ আগতে মই টকচিৰক এটা কথা কৈছিলো যে তেওঁলোকে এটা স্বাৰ্থপৰতাৰ কাম কৰিছে। সেইটো হৈছে আপোনালোকে কেৱল ইছলাম ধৰ্মৰ ওপৰতে বা ইছলাম ধৰ্মক কেন্দ্ৰ কৰিয়েই সকলো কথা কৈছে বা আন কথাত অন্য ধৰ্মৰ বিষয়ে একো কোৱা নাই। অন্য ধৰ্মতো বহু ভুল আছে বা থাকিব পাৰে। অন্য ধৰ্মৰ সংস্কাৰৰ কথা কিন্তু আপোনালোকে এবাৰো কোৱা নাই। অৰ্থাৎ চমুকৈ ক'ব গ'লে আন

বহু লোকে যিদৰে কোৰাণক বা ইছলাম ধৰ্মটোক সংস্কাৰ, সংশোধন কৰিব লাগে বুলি কৈছে, সেই ধৰ্মৰ প্ৰাসংগীকতা বৰ্তমানে নাই বুলি কৈছে ঠিক তেনেকৈ আপোনালোকৰো কোনো যুক্তি, প্ৰমাণ আৰু দলিল নাই নেকি যাৰ ওপৰত ভিত্তি কৰি আপোনালোকেও আন ধৰ্মৰ সংস্কাৰ সংশোধনৰ বিষয়ে সবলভাৱে ক'ব পাৰে ? যদি আছে আপোনালোকে কিয় কোৱা নাই ?

: মোৰ প্ৰিয় ছাত্ৰ বিশাল ভট্টাচাৰ্য্য আৰু বন্ধুসকল। পৰ্য্যবেক্ষক হিচাবেহে মোক মতা হৈছিল কিন্তু আলোচনাত ভাগ লব লগীয়া হোৱাত এক প্ৰকাৰে গৌৰব অনুভব কৰিছোঁ। তোমাৰ প্ৰশ্নটো মই অনুধাৱন কৰিছোঁ আৰু তাৰে উত্তৰ দিবলৈ ওলাইছোঁ। পবিত্ৰ কোৰাণ স্বীকৰ পৰা মই মাত্ৰ দুটা সৰু বাক্য আনিছোঁ। এই কেইটামান শব্দৰে গঠিত বাক্যই আমাক এনে ধৰণেৰে বান্ধি ৰাখিছে যে আমাৰ বাহিৰলৈ যোৱাৰ কোনো যুক্তি নাই। আমি সঁচাই যদি নিজকে মানুহ বুলি ভাবো আৰু এই ক্ষেত্ৰত বিশেষকৈ যদি এজন সঁচা মুছলমান বুলি ভাবো তেন্তে এই দুটা বাক্যৰ বেৰ ভাঙি বাহিৰলৈ ওলাই আহিব নোৱাৰিম। এই দুটা বাক্য ইমান শক্তিশালী, ইয়াৰ তাৎপৰ্য্যটো ইমান বন্ধনীযুক্ত আৰু এক প্ৰবল আবেষ্টনীৰ মাজত আবদ্ধ হৈ থকা ধৰণৰ যে ভাবিলে আচৰিত লাগে। বাক্য দুটা হৈছে- "লাকুম দ্বিনুকুম অলিয়াদ্বিন" আৰু "লা ইকৰাহা ফিদ্দিনে" অৰ্থাৎ "তোমাৰ ধৰ্ম তোমাৰ সতে আৰু মোৰ ধৰ্ম মোৰ কাৰণে" আৰু "ধৰ্ম সম্বন্ধে কোনো বল প্ৰয়োগ নেখাটে"। আমি নিচেই কুমলীয়া বয়সৰে পৰা এই দুটা বাক্য পঢ়িছিলো আৰু ইয়াৰ অৰ্থ বুজিছিলো কিন্তু মৰ্ম বুজা নাছিলো। কিন্তু যেতিয়া বুজন হ'লো, যেতিয়া ইয়াৰ অৰ্থ বুজি তাৰ মৰ্মখিনিও বুজিব ধৰিলো তেতিয়াই আমি বৈ গ'লো। সেই দিনাই আমি আৱিষ্কাৰ কৰিছিলোঁ যে অন্তত মুছলমানে আনৰ ধৰ্মক সমালোচনা কৰা, বেয়া বুলি কোৱাৰ কোনো অধিকাৰ নাই আৰু যিকোনো মানুহে লোৱা ধৰ্মটোকে আন এজনক লবলৈ বা গ্ৰহণ কৰাৰ বাবে জোৰ-জুলুম কৰাৰ কোনো এখতিয়াৰ নাই। মহান আল্লাহ-তাল্লাই এনে এক কথাৰে যে মুছলমানক এটা বান্ধোনেৰে বান্ধি পেলালে এনে বান্ধোন আন ধৰ্মত আছে নে নাই মোৰ সন্দেহ। এইটো নকৰা হ'লে হয়তো তেওঁ যি মানৱ জাতি সৃষ্টি কৰিলে তাৰ অৰ্থটোৱেই মিছা হৈ গ'লহেঁতেন। ধৰ্মৰ গৌৰৱেৰে গৌৰবান্বিত

হৈ কিমানখন তৰোৱাল ৰাওলী হৈ পৰিলহেঁতেন তাৰ কোনো ঠিকনা নহ'ল হয়। একেজন আল্লাকে, ভগবানকে, গদকে পোৱাৰ লক্ষ্য হ'লেও ধৰ্মৰ মাজত কিছুমান আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিত অমিল আছে আৰু থাকিবই। এই অমিলখিনিৰ বাবে কোনেও কাকো সমালোচনা কৰিব নেলাগে। কিছুমানে পূজা কৰে, কিছুমানে অৰ্চনা কৰে, কিছুমানে নাম গাই, কিছুমানে নামাজ পঢ়ে। কাৰো লগত কাৰো নিমিলিব পাৰে। নামাজ পঢ়া জনে নাম গোৱাজনক, নাম গোৱাজনে পূজা কৰাজনক, পূজা কৰাজনে নাম গোৱাজনক, নাম গোৱাজনে নামাজ পঢ়াজনক কেতিয়াও সমালোচনা, তিৰস্কাৰ কৰা উচিত নহয়। প্ৰত্যেকে নিজৰ নিজৰ ইষ্ট দেৱতাক স্তুতি কৰাৰ অধিকাৰ আছে আকৌ কথাটো এনেকৈয়ো আছে যে মই যাৰ এবাদত কৰো তেওঁ তাৰ এবাদত নকৰিব পাৰে, তেওঁ যাৰ এবাদত বা পূজা কৰে মই তেওঁৰ নকৰিব পাৰো। অন্য এজনে আকৌ একেবাৰে সুকীয়া এজনৰ কাষত আত্মসমৰ্পন কৰিব পাৰে। ইয়াত নীতি পদ্ধতি আদিৰ পাৰ্থক্যতা থাকিব পাৰে। গতিকে কোনো বিৰোধ বিবাদ নাহিবৰ বাবে আল্লাহে কৈছে যে তোমাৰ কাৰণে তোমাৰ ধৰ্ম আৰু মোৰ কাৰণে মোৰ ধৰ্ম। মহাজ্ঞানী আল্লাহে জানে যে ইয়াৰ বাবে এদিন মানুহে কাজিয়া কৰিব। গতিকে এটা বান্ধোন দিয়াই উত্তম কাৰ্য্য হ'ব। আৰু তাৰ বাবেই এই বাক্যৰ অৱতীৰ্ণ কৰা হ'ল। দ্বিতীয় বাক্যৰ মৰ্মটো এনেকুৱা যে ধৰ্ম লোৱা, পালন কৰা, ধাৰণ কৰাৰ ক্ষেত্ৰত কোনেও কাকো বল প্ৰয়োগ কৰিব নোৱাৰে, লোভ দেখুৱাব নোৱাৰে বা বাধ্য কৰাব নোৱাৰে। স্বতঃস্ফূৰ্তভাৱে যি যি ধৰ্মক ভাল পাই, তেওঁৰ বাবে সুবিধা হয় সেই মতে তেওঁ গ্ৰহণ কৰিব পাৰে। আমাৰ সংবিধানত আম্বেদকাৰ চাহেবে লিখাৰ চৌধ্যশ বছৰৰ আগতে আল্লায়ে কোৰাণৰ মাজেদি এই কথা দি থৈ গৈছে। যিয়ে যিটো ধৰ্ম সত্য বুলি ভাৱে তাকে গ্ৰহণ কৰিব পাৰে। বহু ভাল ভাল মানুহে এতিয়াও কয় যে ইছলাম তৰোৱালৰ দ্বাৰা জাৰি কৰা হৈছিল, প্ৰচাৰ কৰা হৈছিল, দীক্ষিত কৰা হৈছিল। কিন্তু ই একেবাৰে এশ শতাংশ মিছা কথা। ধৰ্মটোক আৰু পয়গম্বৰজনক হেয় কৰিবৰ বাবে এইদৰে বহুতে বহু অপপ্ৰচাৰ চলাই। পৃথিৱীত অদ্যপৰিমীত এজনো মানুহ আজিও নোলাব যি প্ৰমানসহ, সাক্ষ লৈ, দলিলৰ সতে ক'ব পাৰিব যে ইছলাম তৰোৱালৰ ধাৰেৰে প্ৰচাৰ

কৰা হৈছিল বা দীক্ষিত কৰা হৈছিল। এটা কথা ঠিক যে ইছলামক সংৰক্ষণ কৰিবৰ বাবে, জোৰ-জুলুমৰ পৰা অব্যাহতি দিবৰ বাবে, আত্মৰক্ষাৰ বাবে, দুষ্টক দমন আৰু শিষ্টক পালনৰ বাবে তৰোৱাল চলোৱা হৈছিল। গতিকে ধৰ্মৰ নামত জোৰ-জুলুম বা বাধ্য-বাধকতাৰ স্থান ইছলামত নিসিদ্ধ কৰা হৈছে। কাৰণ ধৰ্ম বস্তুটো একেবাৰে ভিতৰুৱা আৰু ব্যক্তিগত কথা। নহ'লে এখন ধৰ্ম নিৰপেক্ষ দেশত থাকি মুছলমানসকলে যি দান-বৰগুণি দি থৈ গৈছে সেইখিনি সম্ভৱ হৈ নুঠিল হয়। কোনোবাই কিহবাৰ পাকচক্ৰত পৰি গহিত কাম কৰিছে সেইটো বেলেগ কথা। গতিকে দেখা যায় যে প্ৰথমে দুটা বাক্যই চাৰা মুছলমান জাহানক এটা সাংঘাটিক ৰেটট্ৰিকশান ইম্পজ কৰি ৰাখিছে। বিষয়টো গভীৰ। গধুৰ টোপোলা কঢ়িয়াই নিবলৈ কষ্ট বেছি লাগে। গতিকে ধৈৰ্য্য ধৰি সকলোৱে শুনিব লাগিব। ধৰ্ম-নিৰপেক্ষতা বা আন ধৰ্মক বেয়া নোপোৱা, নোবোলাৰ যি শিক্ষা আছে সেই শিক্ষা আমাক পবিত্ৰ কোৰাণে দি গৈছে। এই ঐশিক গ্ৰন্থখনিয়ে মানৱ জীৱনৰ সাম্ভাব্য প্ৰতিটো দিশেই সামৰি লৈছে। কি কৰিলে, কেনেকৈ চলিলে, কেন পথে গ'লে মানৱ জাতিৰ সৰ্বাঙ্গীন উন্নতি হ'ব, জীৱন ফলে-ফুলে জাতিষ্কাৰ হ'ব, দেশ, জাতিৰ কল্যাণ হ'ব, লগতে ঈশ্বৰৰ সান্নিধ্য লাভ কৰিব পাৰিব আৰু এইসমূহ কৰিবলৈ যাওঁতে সমাজত কিদৰে মিলেৰে থাকিব লাগিব, আন ধৰ্মৰ লোকসকলৰ সতে কিদৰে সহ-অৱস্থানৰ মনোভাৱেৰে থাকিব লাগিব, অন্য ভাষা-ভাষী, জাত-সম্প্ৰদায়ক কিদৰে বুকু ভৰি মান-সন্মান কৰিব লাগিব তাৰ বিষয়ে যথেষ্ঠ নিৰ্দেশাৱলী কোৰাণত আছে। তাৰোপৰি পয়গম্বৰ জনাৰ জীৱনতো বহু কামৰ নমুনা আছে যিবোৰত এইসমূহৰ নিদৰ্শন পোৱা যায়। অলপ আগতে কবীনে এখন বিভিন্ন মণিষীৰ নাম সম্বলিত তালিকা পঢ়ি শুনাইছিল। তাৰ সতে মই আৰু দুজন বৃটিছ দাৰ্শনিকৰ নাম সন্নিবিষ্ট কৰি লবৰ বাবে পৰামৰ্শ দিলো। তেওঁলোক দুজন হ'ল Dinnel আৰু Salimen। তেওঁলোকৰ মতে -- "হজৰত মহম্মদে পালন কৰা আৰু তেওঁৰ শিষ্যসকলক পালন কৰিবলৈ দিয়া নীতি-নিয়মবোৰ আছিল সাৰ্বজনীন ভিত্তিত প্ৰতিষ্ঠিত এক উত্তম জীৱন ধাৰা। গতিকে বিশ্বৰ যিকোনো ধৰ্মাৱলম্বী লোকেই ইয়াক অনুসৰণ কৰিব পাৰে।" নিজৰ ধৰ্মটো বজাই ৰাখি আনৰ ধৰ্মক সন্মান প্ৰদৰ্শোৱা আদিৰ দৰে আৰু যি

কথা আছে তাৰ বিষয়ে মই আৰম্ভ কৰিছো। আৰবীত এটা শব্দ আছে- "তৌহিদ"। শব্দটোৰ মৰ্ম হৈছে- এজন মাত্ৰ সৰ্বশক্তিমান, সৰ্বব্যাপী সৃষ্টিকৰ্তাক স্বীকাৰ কৰা, যিজনাক গড, খোদা, ভগবান আদি নামেৰে মতা হয়। সেইজনাক মানি লোৱাৰ পাছত, স্বীকাৰ কৰাৰ পাছত আমাৰ মাজত ব্যৱধানটো ক'ত ৰ'ল? আমি যিয়েই যেনেকৈ ভেওঁক বিচাৰিম তেওঁ সেই মতেই আমাক সহাৰী জনায়। এই সঁচা কথাটোক অনুভৱ কৰি আমাৰ মাজত থকা কৃত্ৰিম ভাৱধাৰা, ভেদা-ভেদ, অসূয়া-অপ্ৰীতি, জাত-পাত, উচ্চ-নীচ আৰু আমাৰ মাজত যাৰ যি ভাল বস্তু আছে তাক একেদৰে থাকিবলৈ দি বাহ্যিক যিবোৰ হাই- কাজিয়া, কন্দল আছে, দ্বন্দ্ব, খৰিয়াল, হিংসা-বিদ্বেষ আছে সেইবোৰক পৰিহাৰ কৰি যদি আমি একমাত্ৰ সৰ্বশক্তিমান মহান খোদা বা ভগবান বা গডৰ ওচৰত কৃতজ্ঞতাৰ চিন স্বৰূপে মূৰ দোৱাবলৈ শিকো বা ভয় কৰিবলৈ শিকো আৰু তেখেতৰ নিৰ্দেশমতেই যদি আমাক পৰিচালিত কৰো তেতিয়া হ'লে ক'তোৰেই একো নেথাকিব। তেতিয়া বাৰু বিশ্বত শান্তি প্ৰতিষ্ঠা নহ'বনে? আমাৰ মঙ্গল নহ'বনে? যিকোনো ধৰ্মৰ লোকে তেওঁৰ ধৰ্মৰ কাষত বৈ এই প্ৰশ্ন কৰিব পাৰিলে সকলোলৈকে এই প্ৰশ্ন কৰা বুজাব। পবিত্ৰ কোৰাণ স্বৰিফত আছে- "সকলো মানুহৰ বাবে ধৰ্ম মূলতে এটাই - সি হ'ল এজন মাত্ৰ মহাপ্ৰভু আছে বুলি স্বীকাৰ কৰা আৰু তেওঁৰ নিৰ্দেশত নিজৰ নিজৰ সাংসাৰিক জীৱন অতিবাহিত কৰাটো।" এই কথাটো পৃথিৱীৰ নাস্তিক কেইটাইহে নেমানে। আমি জনাত পৃথিৱীৰ কেইটা মানুহে এই কথা অস্বীকাৰ কৰিব পাৰিব? নহ'লেটো প্ৰান্তৰে প্ৰান্তৰে থকা নামঘৰ, মছজিদ, মন্দিৰ, পেগোদা, চাৰ্চবোৰত মানুহৰ সমাগমৰ অভাৱত মহেঞ্জোদাৰোৰ ৰূপ ললে হয়। আকৌ এবাৰ কথা কোৰাণত পোৱা গৈছে- "মই সকলো জাতি, সকলো সম্প্ৰদায়, সকলো ভাবা-ভাবী, বিশ্বৰ সকলো অঞ্চলতে বসবাসকাৰী লোকৰ মঙ্গলাৰ্থে এজনকৈ মহাপুৰুষ, ধৰ্ম-প্ৰবৰ্ত্তক, মানুহৰ বাবে পথ-প্ৰদৰ্শক আৰু সতৰ্ক সাক্ষী একোজনকৈ মানুহৰূপী ঐশ্বৰিক দূত দুনিয়ালৈ সময়ে সময়ে পঠিয়াইছো, যাতে তোমালোকে তেওঁলোকৰ নিৰ্দেশমতে চলি খোদা-তাআল্লাৰ সন্তুষ্টি লাভ কৰিব পাৰা।" এই উক্তি ইমান মুক্ত আৰু ক'তো অকণ খুট নথকা যে এই বিষয়ে আৰু বহুলাই কোৰাৰ

কোনো দৰকাৰ নাই। এই উক্তিৰ পৰাই আমি জানিব পাৰো যে আল্লাহয়ে সকলো ধৰ্মৰ, সকলোসম্প্ৰদায়ৰ বাবে একোজনকৈ দূত পঠাইছিল, সেয়া খোদায়ে পঠোৱা ঐশ্বৰিক দূত। তেনে আমি কোন সাহসত এই বুলি কম যে আমাৰ দূতজনহে ভাল বা আমাৰ জনেহে সঁচা কয়, আন ধৰ্মৰ সকলৰ নহয়। খোদায়ে নিজে এই কথা ঘোষণা কৰাৰ পাছত মানুহৰ কিবা ক'বলৈ আছেনে বা থাকিব পাৰেনে? আৰু সেই গতিকেই আমি আন ধৰ্মৰ বিষয়ে বা সেই ধৰ্মৰ প্ৰচাৰক, ধৰ্মীয় গুৰুৰ বিৰুদ্ধে সততে কোনো মন্তব্য নকৰো, কৰা অনুচিত। আৰু আমি যি দিনাই তেনে মহাপুৰুষ, দূত বা প্ৰচাৰকৰ বিৰুদ্ধে কথা কোৱাত লাগিম সেই দিনাৰ পৰা সমাজখন ভাল হ'ব লাগে, মানুহ ভাল হ'ব লাগে, সমাজত সুন্দৰ, সুঠ বাতাবৰণৰ সৃষ্টি হ'ব লাগে, অসূয়া-অপ্ৰীতি থাকিব নেলাগে, সংঘৰ্ষ হ'ব নেলাগে আদিৰ দৰে কথা কোৱাৰ অধিকাৰ হেৰুৱাই পেলাম। গতিকে এনে ধৰণৰ শিক্ষা আমাৰ কোৰাণে দিছে। মই এটা অতি সৰু ল'ৰায়ে বুজিব পৰা উদাহৰণ দিওঁ। লোহা, বালি, ইটা, চিমেণ্ট পানীৰে ঘৰ সাজে। যি ঘৰেই নবনাও লাগিলে এই কেইটা উপাদান আমাক লাগিবই। তেন্তে আমি একে ৰঙৰ, একে আকৃতিৰ ঘৰ নবনাও কেলৈ? এখন ফুলনিত কেৱল একে ফুলকে নোৰোও কিয়? একে টুকুৰা মাটিতে একে পানী, বতাহ আৰু পোহৰ পোৱাৰ পাছতো জলকীয়া গছজোপাই, টেঙা গছজোপাই, তিতা গছজোপাই, কেঁহা গছজোপাই কিয় সেই সেই সোৱাদ আহৰণ কৰে? এই কথাবোৰৰ ৰহস্য মানুহে যি দিনাই বুজিব সেই দিনাই মানুহে মানুহ হ'বলৈ শিকিব। ইয়াত ঘৰ মূল কথা, ফুল আৰু সোৱাদটো মূল কথা। বাকী যি যেনেকৈ চলে চলি থাকক। কোনেও কাৰো ওপৰত প্ৰভুত্ব চলাব নেলাগে। কোৰাণত এবাৰ কৈয়ে এৰা নাই, শেষ কৰি দিয়া নাই। প্ৰয়োজন সাপেক্ষে আৰু কৈছে। পবিত্ৰ কোৰাণত আহিছে যে সকলো মানুহ এক সম্প্ৰদায়ভুক্ত আৰু এই মানুহৰ বাবে খোদায়ে যিসকল পয়গম্বৰ, দূত, নবী বা ঐশ্বৰিক- দূত পঠাইছিল তেখেতসকলৰ মাজত কোনো প্ৰভেদ বা পাৰ্থক্য নাই। কোৰাণত থকা এৰেবীক ভাৰচনটো শুনক- "লা নুফাৰিকো বয়না আহাদিম মিৰ ৰচুলিহ" অৰ্থাৎ - প্ৰেৰিত মহাপুৰুষসকলৰ মাজত আমি কোনো ধৰণৰ পাৰ্থক্য নাৰাখো। বহুলকৈ ক'বলৈ হ'লে ক'ব লাগিব যে

ঈশ্বৰে পঠোৱা যিকোনো ধৰ্মৰ প্ৰেৰিত মহাপুৰুষসকলক আমি সমানে শ্ৰদ্ধা কৰাটো উচিত। আকৌ সকলো মুছলমানকে কলিমাক জীউৰ সাৰথি কৰি, বিশ্বাস কৰি, ইছলাম ধৰ্মৱলম্বীৰ লোক বুলি পৰিচয় দি অটল বিশ্বাসেৰে এই মতত উপনিত হ'বলৈ বা কোৰাণৰ পৰামৰ্শক হৃদয়েৰে মানিবলৈ কোৱা হৈছে এই বুলি- "হে আল্লাহ আমি আপোনাক আৰু আপোনাৰ শেষ নবীৰ (বাৰ্ত্তা বাহক মানুহৰূপী দূত হজৰত মহম্মদ (দঃ) ওপৰত বিশ্বাস আৰু শ্ৰদ্ধা অনাৰ উপৰিও হজৰত মহম্মদ(দঃ)ৰ জন্মৰ আগতে যিসকল মহাপুৰুষ মানৱ জাতিৰ মঙ্গলৰ বাবে দুনিয়ালৈ আল্লাই পঠিয়াইছিল, সেই সকলোবোৰকো কোনো প্ৰকাৰৰ ভেঁদা-ভেদ নাৰাখি আমি সন্মান কৰো।" আৰু কোৰাণ চৰিফখন অৱতীৰ্ণ হোৱাৰ আগতে যিবোৰ ধৰ্মপুথি আগৰ মহাপুৰুষসকলৰ মাধ্যমত পঠোৱা হৈছিল- সেইবোৰ ধৰ্মপুথিৰ প্ৰতিও আমাৰ শ্ৰদ্ধা অটুট আছে। আমি আৰু এটা কথা লক্ষ্য কৰা দৰকাৰ যে মানুহহে মানুহৰ নামৰ শ্ৰেণীটোৰ অন্তভূক্ত একে সম্প্ৰদায়ৰ ভিতৰুৱা বস্তু। কিন্তু এক ধৰ্মাৱলম্বী সম্প্ৰদায়ভুক্ত, নহ'ব পাৰে। আৰু মহান, মহাজ্ঞানী খোদায়েও তাক বিচৰা নাই। ওপৰৰ আলোচনাসমূহৰ পৰা আমি কেইটামান কথা যে মানি লৈছো তাক স্পষ্টভাৱে ওলাই পৰিছে। আমি মানি লৈছো যে পৃথিৱীলৈ বিভিন্ন সময়ত বিভিন্ন মহাপুৰুষ, ধৰ্ম প্ৰচাৰকসকল আহিছিল, কোৰাণৰ ওপৰিও গীতা, বাইবেল, তৌৰাত, ইঞ্জিল আদি আন ভালেমান ধৰ্ম পুথি মানৱৰ কল্যাণৰ বাবে অৱতীৰ্ণ কৰা হৈছিল, আমি সেই সকলো কিতাপকে সন্মান কৰিব লাগে, সকলো প্ৰবৰ্ত্তককে বিশ্বাস কৰিব লাগে। তেনেহ'লে এই কথাটোৱে ইয়াকে নুবুজাব নে যে বিভিন্ন সম্প্ৰদায়, মানুহে, বিভিন্ন ধৰ্ম মত গ্ৰহণ কৰাত এক প্ৰকাৰে আল্লাৰে অনুমোদন, অনুমতি আছে বুলি? নহ'লেনো আল্লায়ে সকলো মানৱ জাতিকে কিয় এটা ধৰ্মৰ অন্তৰ্ভুক্তি নকৰিলে? কিহৰে বা প্ৰয়োজন আছিল- ইছা, মুছা, কৃষ্ণ, মহম্মদৰ (দঃ)? ইয়াতেই সোমাই আছে সহঅৱস্থানৰ প্ৰশ্ন। মোৰটো লৈ বুজি মেলি আনৰটোক সন্মান জনাই নিজৰ ভাগে থকাটোৱেই হৈছে সহ-অৱস্থান। গতিকে এই কথাবোৰ নিঃসন্দেহে যিদৰে সত্য সেইদৰে বিভিন্ন জনে বিভিন্ন ধৰ্ম গ্ৰহণ কৰি সেইমতে চলি, সেই নীতি-নিয়মক শৰোগত কৰি আল্লাৰ সান্নিধ্য বিচৰাটোও একে সত্য, চিৰন্তন। এইক্ষেত্ৰত আল্লাহে

নিজেই কৈছে- "কানান্নাচু ত্তম্মাতাও ৱা হিদাতুন"। অৰ্থাৎ- মই মানৱ জাতিক এযোৰা পুৰুষ-মহিলাৰ (আদম আৰু ইভ) জৰিয়তে জন্ম দিছো যদিও মই ইচ্ছা কৰিয়েই তোমালোকক বিভিন্ন পৰিয়ালত, বিভিন্ন জাতিত, বিভিন্ন সম্প্ৰদায়ত বিভক্ত কৰিছো আৰু তোমালোকক নিজ ইচ্ছামতে যি কোনো এটা ধৰ্ম বাছি লৈ সেই ধৰ্মৰ নীতি-নিয়ম, আচাৰ পদ্ধতি, ব্যৱহাৰ-চৰিত্ৰ মানি চলিবলৈ পূৰ্ণ অধিকাৰ দিছো। কিন্তু সেই বুলি ধৰ্মক লৈ তোমালোকে নিজৰ ভিতৰতে মাৰা-মাৰি হাই- কাজিয়া কৰি, মানৱ সমাজক ধ্বংসৰ বাটলৈ নিয়াৰ পৰিবৰ্তে তোমালোকে সকলো ধৰ্মৰ প্ৰতি, সকলো ধৰ্ম মন্দিৰ, সকলো ধৰ্মপুথি, সকলো ধৰ্মৰ মহাপুৰুষৰ প্ৰতি শ্ৰদ্ধা আৰু সন্মান প্ৰদৰ্শন কৰি, লগতে ধৰ্মমূলক আৰু সমাজৰ মংগলজনক ভাল কামবোৰত প্ৰতিযোগিতা কৰা। তেতিয়াহে এক ধৰ্মাৱলম্বী লোকে আন ধৰ্মাৱলম্বী লোকক ভালদৰে বুজিবলৈ সক্ষম হ'ব। বিশালে ভাবিছা যে ইনো এইবোৰ কথা ক'ব পৰা কৈছে? মই পঢ়িছো, বুজিছো, শিকিছো- সেয়ে তোমালোকক দু-আষাৰ ক'ব পাৰিছোঁ। আৰু দুটামান কথা কৈছো শুনা- আৰু কোৱা হৈছে যে হে বিশ্বাসীসকল! কোনো ব্যক্তিয়ে যেন অন্য ধৰ্মাৱলম্বী লোকৰ ধৰ্মক লৈ অথবা তেওঁলোকে অনুসৰণ কৰা ধৰ্ম পদ্ধতিক লৈ ঠাট্টা-বিদ্ৰুপ নকৰা. হয়তো তোমালোকতকৈয়ো বেছি ধাৰ্মিক লোক বা ঈশ্বৰ ভক্ত লোক আন সম্প্ৰদায়ৰ মানুহৰ মাজত পোৱা যাব পাৰে। সেয়ে আনৰ বেয়া গুণৰ কথা সমালোচনা কৰাতকৈ আনৰ ভাল গুণবোৰ অনুসৰণ কৰাটোহে শ্ৰেয়। কোনো জাতি অথবা সম্প্ৰদায়ৰ লোকৰ প্ৰতি বিদ্বেষবশত তুমি ন্যায় আৰু সৎ পথৰ পৰা বিচ্যুত নহ'বা, কাৰণ ন্যায়ানুসৰণ কৰাটোহে ধৰ্মৰ নিকটবৰ্তী গুণ। তোমালোকৰ ভিতৰত ধৰ্মৰ কথাক লৈ কেতিয়াও কোনো ধৰণৰ কাজিয়া-পেচাল নকৰিবা অথবা নিজৰ ভিতৰত দলাদলি ভাৱৰ সৃষ্টি নকৰিবা। অৱশেষত মই আৰু এটা কথা কৈ সামৰণি মাৰিম। প্ৰকৃততে ঈশ্বৰ, আল্লা, ভগবান, গড এজনেই আৰু একেজনেই। তেঁৱেই যিহেতু সকলো ধৰ্মৰ সংবিধান দিছে, আইন-কানুন দিছে গতিকে কোনেও কাৰো ধৰ্মৰ কথাক লৈ সমালোচনা, তাচ্ছিল্য কৰা উচিত নহয়। কাৰণ আমি আনৰ ধৰ্মক বেয়া বুলি ক'বলৈ যাওঁতে আনেও যদি আমাৰ ধৰ্মক বেয়া বুলি কয় তেন্তে বিৰোধ হ'ব, বেয়া পোৱা-পোৱি

হ'ব আৰু তেওঁিয়া কিন্তু তাৰবাবে আমিহে দায়ি হ'ম আন পক্ষ নহয়। আল্লাৰ চকুত সকলো উপাসনা ঘৰ একে আৰু সমান। সেয়ে তেওঁ কৈছে যে তেওঁ এদল আল্লাহ ভক্ত বিশ্বাসী লোক বাছি ৰাখিছে যাৰ কৰ্তব্যই হৈছে উপাসনা ঘৰৰ পবিত্ৰতা ৰক্ষা কৰা আৰু মানৱ সমাজৰ বিপদৰ সময়ত সহায় কৰা। এতিয়া চোৱা- এইখিনি কথা জনাৰ পাছত ময়ে বাৰু আন ধৰ্মক সমালোচনা কৰিব পাৰিমনে? কৰাটো উচিত হ'বনে? এই কথাখিনি মোৰ বা মানুহৰ নহয়- স্বয়ং ঈশ্বৰৰ, খোদাৰ। এই বাৰণ আমাক আল্লাহে সমাজত শান্তি স্থাপনৰ বাবে, মানুহ মৰম-চেনেহৰ এনাজৰীত বান্ধ খাবৰ বাবে, কোনেও কাকো বেয়া'নেপাবৰ বাবে, নকৰিবৰ বাবে আৰু বিশেষকৈ আল্লাৰ মহিমাক বুজি অন্তৰেৰে স্বীকৃতি দিবৰ বাবে কৰিছে। গতিকে কোনো মুছলমানে সততে আনৰ ধৰ্মক, আনৰ ধৰ্মৰ ওপৰত কোনো মন্তব্য দিয়াৰ পৰা বিৰত থাকে। প্ৰয়োজনৰ তাগীদাত পৰি কৰবাত কোনোবাই দুই এটা কথাত দুই এবাৰ মাত মতাৰ উদাহৰণ নথকা নহয়। কিন্তু এইদৰে মাৰবান্ধি, নখ জোকাৰি নৈ যোৰোৱাৰ দৰে, হাতীৰাম-ঘটিৰামে কৰা কাম মুছলমানে কেতিয়াও নকৰে। আৰু সেই গতিকেই আমাৰো আন ধৰ্মৰ সংশোধন, সংস্কাৰৰ ক্ষেত্ৰত যুক্তি, প্ৰমাণ, দলিল থাকিলেও সেইসমূহ নুবুজা নেমেলাকৈ, বিনা অধ্যয়নে, আনৰ কথাত হয় ভৰ দি, এই বিষয়ে কোনো মন্তব্য নিদিয়ে আৰু ক'তো লিখা লিখি কৰি আনৰ অনুভূতিক আঘাট নকৰে। মই ইমানকে কৈ সামৰিলো।

হাত চাপৰি আৰু টেবুলত মৰা চাপৰিৰ শব্দত প্ৰায় আধা মিনিট সময় কোনেও কাৰো কথা নুশুনাৰ দৰে হ'ল। চাৰে এখন তামোল মুখলৈ আনিলে, অকণো সময় খৰচ নকৰি বিশালে উচ্ছাসেৰে মাত দিলে।

: ইমানদিনে মই ভাবি আছিলো যে সূৰ্য্যটোৱেই একমাত্ৰ উৎস বা কেন্দ্ৰ যি সবাতোকৈ বেছি পোহৰ দিব পাৰে। কিন্তু তাতোকৈ আৰু যে বেছি পোহৰ দিওতা এজন আছে সেই কথা মনলৈ অহাই নাছিল। মই গহ্বৰৰ মাজত থাকি এটা তৰাৰ পোহৰেৰে 'চেতনা'ক প্ৰাণ দিয়াৰ কথা ভাবিছিলো। দুই চাৰিজন মানুহৰ বাক্যৰে মোৰ 'চেতনা'খনক এটা বিশেষ শাৰিলৈ অনাৰ কথা ভাবিছিলো। যি সময়ত মানুহে মানুহৰ মঙ্গল সাধন কৰিব লাগে বুলি ভাবি থাকো তেনেস্থলত যে মানুহে মানুহৰ মঙ্গল সধাৰ এনে মহৎ বাণী আল্লাৰ

কাষত যে নিহিত হৈ থাকিব পাৰে আৰু সেই শিক্ষাই যে আচল শিক্ষা তাক আগতে কোনো দিনে ভবা নাছিলো। ইছলামৰ, পয়গম্বৰ জনাৰ বিষয়ে যি আদ্যোপান্ত আজি শুনিলো- তাৰ বাবে আজি এটাইতকৈ দুখ লাগিছে মোৰ, যে সঁচাই মানুহে কি কৈ আছে ? ক'ত আছো আমি? কাক লৈ খেলিছো আমি? মানুহৰূপে পৰিচয় দিয়াৰ কি যোগ্যতা, উপযুক্ততা অৰ্জন কৰিছো আমি? তেন্তে, ক'তেই বা স্থিৰভাৱে ৰৈ থাকিব পাৰিব আমাৰ দেশ, সমাজ আৰু মানুহ। আমাক ইমান নিদাৰুণ হ'বলৈ কোনে শিকালে মই আজিও ভাবি উলিয়াব নোৱাৰো। আমাৰ 'চেতনা'ৰ ফালৰ পৰা আৰু বিশেষ কথা তেনেকৈ নাই। আমি খুব সিমীত কেইটামান কথালৈ আপোনালোকৰ কাষ চাপিছিলো। তাৰ উত্তৰ আমি বিচৰাতকৈ এশ গুণ বেছি পাইছো। চাৰৰ যি অধ্যয়ণ, অনুধাৱন আৰু জ্ঞান আৰু যি প্ৰকাশভঙ্গী তাৰ তুলনা নাই। চাৰৰ দৰে ব্যক্তি থকাৰ বাবেই হয়তো আজি আমাৰ সমাজখনত বৰ বেছি ঘৃণে ধৰিব পৰা নাই। প্ৰমাণ হৈছে যে সঁচাই আমি আন ধৰ্মৰ কথাবোৰ পঢ়িবৰ বাবে, বুজিবৰ বাবে ইচ্ছুক নহও বৰং অৱহেলা কৰি উৰাইহে দিওঁ। এই গোটেই কথাবোৰে মোৰ মনৰ মাজলৈ এটা চিন্তা আনি দিছে যে নিজে বোকাত লেতিপেটি হৈ পৰি থকাবোৰে আনক পৰিষ্কাৰ-পৰিচ্ছন্নতা হৈ থকাৰ কথা কয় কি দৰে ? এওঁৰ প্ৰবন্ধ এটাত মোৰ চকু পৰিছিল। মানুহেই সকলো ক্ষেত্ৰতে দায়ী। তাৰবাবে ধৰ্মক দোষ দি কিয়ে বা লাভ হ'ব। কথাটো সঁচা। এতিয়া মই আৰু এটা কথা জানিব বিচাৰিছো- তাৰ উত্তৰ মোক টফচিৰে দিব লাগিব। তেখেত নীৰৱে বহি আছে। এইবাৰ তেওঁ এই বিষয়ে ক'ব। মই মাজে মাজে জানিছো, মোক দুই এজনে কৈছেও, প্ৰবন্ধও পঢ়িছো দুই এটা আৰু আজি অলপ মই নিজেও ধৰিব পাৰিছো। মুখেৰে উচ্চাৰণ কৰিবলৈ বেয়া যদিও এটা কথা মই নভবাকৈ থাকিব নোৱাৰিলো । আপোনালোকৰ যি কোনো এজনে বিশেষকৈ ধৰ্মৰ কথাবোৰ কৈ থাকিলে কওঁতা জনৰ নামটো বা পৰিচয়টো নোপোৱাৰ আগলৈকে কাৰো ধৰিবৰ সাধ্য নাই যে বক্তাজন হিন্দু নে মুছলমান। অৰ্থাৎ- আপোনালোকে প্ৰতিটো ধৰ্মৰ কথাবোৰ ইমান নিয়াৰীকৈ জানে যে সভকাই এনেয়ে ঠাৱৰ কৰা কঠিন হৈ পৰে যে আপোনাৰ স্বধৰ্ম কি? আপোনালোকেটো সকলো কথা পানী কৰি পেলাইছে। এইটো

এটা অতি লাগতিয়াল কথা। ইয়াত আন ধৰ্মক প্ৰদৰ্শন কৰা সন্মান এটাৰ কথা সোমাই আছে, যিটো ভগবানেই বিচাৰে। এই বিষয়টো অলপ আলোচনা কৰিয়েই আমি চাহ খাম। চাৰ বেয়া ক'লো নেকি ?

চাৰে যে এটা মজাৰ বুদ্ধিৰে বিশাল ভট্টাচাৰ্য্যৰ কথাৰ উত্তৰ দিব তাক সকলোৱে জানি চাৰৰ পিনে মন কৰিলে। চাৰে চশমাজোৰ ৰুমালেৰে মোহাৰি টেবুলৰ আগৰ অংশৰ পিনে চাই চাই ক'লে।

: আগে আমাৰ পৰা কথাবোৰ উলিয়াই ললা আৰু এতিয়া চাহৰ কথা কৈছা। তেনেহ'লে চাইটো তুমিয়ে খুৱাব লাগিব। কথাই চাহ চেঁচা কৰে। চাহেহে কথা গৰম কৰি ৰাখে।

: হ'ব চাৰ, ময়ে বাৰু খুৱাম।

চালেহে টফচিৰৰ কথাৰে বাট নেচালে। নীৰৱে চালেহ বাহিৰলৈ ওলাই গ'ল। অলপ সংকোচ লাগিছিল যদিও টফচিৰে বিশালৰ পিনে মন কৰি ক'লে।

: ফ'ৰামে এনে ধৰণৰ কথা কোনো দিনে ভবা নাছিল যদিও আজি কেইটামান দিনৰ পৰা এনে এটা প্ৰশ্ন আমাকো খেনো খেনো ব্যক্তিয়ে কৰিছে। আমাৰ এটাই কথা যে আমাৰ ধৰ্মীয় পৰিচয়টো আনে সততাই কিয় ধৰিব নোৱাৰা হৈছে ? অথচ আমাৰ এটাই কেউতাৰে স্ব-ধৰ্ম আছে। আমি এটা কথা কোনোদিনে নেভাবিলো যে মই মোৰ ধৰ্মটোৰ বিষয়ে আৰু কবীন-আদিত্যাই সিহঁতৰ ধৰ্মটোৰ বিষয়েহে কেৱল জনা উচিত। আমি ইমান গভীৰভাৱে ইজনে সিজনৰ মাজলৈ সোমাই পৰিলো, ইমানেই সোনকালে ইজনে সিজনক সৎভাৱে চাবলৈ শিকিলো যে কোনে কেতিয়া, কিয়, কেনেকৈ লাহে লাহে ধৰ্মৰ পাতলৈ থাপলি মেলিলো, কোনে কোনখন গ্ৰন্থৰ পঁৰা কি বুতলি আনিলে, কি আয়ত্ব কৰিলে, কি শিকিলে, কি বুজিলে, কেনেকৈ উপলব্ধি কৰিব ধৰিলে তাৰ কোনো ঠিকনা নোহোৱা হ'ল। এইক্ষেত্ৰত আমাক টাৱৰীণৰ আৰু তেওঁৰ সমৰ্থক সকলৰ বিভিন্ন লিখনিয়ে ধৰ্মৰ পৃষ্ঠাৰ মাজলৈ লৈ যোৱাত আৰু ইন্ধন যোগালে। আমি যিমান পঢ়িলো, যিমান শুনিলো যিমান দেখিলো তাতোকৈ বেছি অনুভৱ-উপলব্ধি কৰিবলৈ ললো আৰু এটা সময়ত দেখিলো আমি কিছুমান কথা জানি গ'লো। এক প্ৰকাৰে আমি আল্লাৰ কৰ্তব্য পালন কৰিছো। মই বহু কথা বেদ, গীতাৰ পৰা ক'ব পৰা

হ'লো, কবীন-আদিত্যহঁতে কোৰাণ-হ্যদীছৰ পৰা বহু কথা ক'ব পৰা হ'ল। অথচ আমাৰ নিজৰ নিজৰ ধৰ্মীয় বিশ্বাসটো এতিয়াও অটুত আছে। সত্য বা সততা ৰক্ষা কৰিলেই ধৰ্মৰাজ হ'ব নোৱাৰে আচলতে এনে কিছুমান গুণৰ সমাহাৰতহে ধৰ্মৰাজৰ অস্তিত্ব নিহিত হৈ থাকে। আমি কি কৰিছো নেজানো- কিন্তু অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ বাহিৰে এই বৈশিষ্ট আৰু চৰিত্ৰ অইন ক'তো নেপাব বুলি মোৰো বিশ্বাস। আমি ধৰ্মান্তৰো নহ্য়ম, স্ব-ধৰ্মত্ত ৰাখিম আৰু সকলো ধৰ্মৰ কথা জানিবৰ বাবে আগ্ৰহ প্ৰকাশো কৰিম।

: আমাৰ অলপ দুখো লাগে দাদা।

কবীনে মাত দিলে। চালেহ্ আৰু আদিত্যই প্ৰকাণ্ড দুখন ট্ৰেত জলপান লৈ সোমাই আহিল। কিন্তু কোনেও সেই পিনে সিমান লক্ষ্য নকৰিলে, সকলোৱে কবীনৰ পিনে মন দিলে।

: সাগৰৰ ইটো টৌৱে সিটো টৌক খেদি যোৱাৰ দৰে মানুহবোৰে গৰম হাৱা এটাক আৰু গৰম কৰি ৰাখিবৰ বাবে লিখেনে নে মানৱৰ মঙ্গলৰ বাবে লিখে। তুমি যিয়ে নিলিখা- তোমাৰ চৰিত্ৰই আচল কথা। দিনৰ পোহৰত নাৰীমুক্তিৰ বাবে সমদল বাহিৰ কৰি এখন মৈদানলৈ নাৰীসকলক লৈ যাব পাৰিব। কিন্তু ৰাতি হ'লে তেখেতে সেই নাৰীসকলক ক'ত এৰি দিব? She is an ardent believer of free sex । নাৰীৰ মৰ্য্যদা ক'ত ৰাখিব? কাৰণ তাই যিটো বিশ্বাস কৰে- তাৰে অনুগামী থকাটো তাই বিচাৰিব। মই অইন সকলো কথাই বাদ দিলো। যিটো কথাই নাৰীৰ বাবে সবাতোকৈ শৰ্বনাশী সেইটোৱেচোন ৰক্ষা নপৰিল। নাৰীৰ মৰ্য্যদাই যত বিপন্ন- বাকী কথাৰে কিবা লাভ হ'বনে? যিমানেই বিশ্ববৰেণ্য মণিষীৰ লিখনিৰ শক্তিৰে তেখেতক শক্তিমান কৰি নোতোলক লাগিলে প্ৰকৃত কথাটোৱেই উলঙ্গ হৈ থাকিল। কিবা জানো লাভ হ'ব? আজি এজন সাধাৰণ নাগৰীকে নিজৰ গাভৰু জীয়েকজনীৰ বিষয়ে কি ভাৱে? অন্য বহু চিন্তাৰ মাজত এটা কথা সদাই ভাৱে যে তেওঁৰ ছোৱালীজনী ভালে থাকক, কুশলে থাকক, কৰবালৈ গ'লে সুঠ শৰীৰে ঘূৰি আহক। সকলো ক্ষেত্ৰতে নিজৰ নিৰাপত্তাৰ বিষয়ে চিন্তা কৰি অভিভাৱকৰ ইজ্জত বচাই ৰাখক। এই কথাৰ বাবে যে মাক-দেউতাক আৰু পৰিয়াল বৰ্গৰ কিমান চিন্তা। কিন্তু আনপিনে আৰু টাবৰীণে বক্তব্য প্ৰকাশ কৰিছে

মুক্ত যৌৱনৰ- ভাল লাগিলে কাৰোবাৰ সতে কিছুদিন থকাৰ কথা। তেনে ধৰ্ষণ-নিপীড়নৰ মাজত পাৰ্থক্যই বা কি থাকিল? ধৰ্ষণত যেনিবা বলৎকাৰ আছে- দ্বিতীয়টোত নাই- কিন্তু একেই ব্যভিচাৰ নহয় জানো ? সেয়ে যদি হয় তেন্তে 'মজ্জা'ত আৰু অইন পুথিত ধৰ্ষণৰ বিষয়ে লিখি পুৰুষক আক্ৰমণ কৰাৰ কিয়ে বা যুক্তি থাকিব পাৰে? সংস্কাৰৰ আবেদনকাৰী, সংস্কাৰৰ দাবীদাৰ বুলি নিজকে প্ৰতিয়মান কৰিব বিচৰা টাবৰীণৰ কিয়ে বা আদৰ্শ আছে ? আৰু এনে ধৰণৰ কোনো কথাৰে আজিলৈকে কোনো এজনে উত্থাপন নকৰিলে আৰু এইবোৰ কথাক আঁৰত ৰাখি তেওঁক বিশেষণেৰে সজোৱাত সকলো মুখৰ হৈ উঠিল, সোচ্ছাৰ হৈ উঠিল। সেৱা-সৎকাৰ, শুশ্ৰুসাৰে যেন তেখেতক সোণৰ কৰি গঢ়ি তুলিছে আমাৰ মানুহে। কিন্তু, সমাজ আৰু সমস্যা এৰাপৰলিয়া হৈ আন্ধাৰত পৰি থাকিল। সেইবাবেই আমাৰ আজি দুখ লাগে, দুখ লাগিছে। আৰু এটা কথা আছে ।

হঠাৎ টেপটো অচল হৈ পৰিল। বিজুলী সৰবৰাহত বাধা জন্মাৰ বাবে ৰিপ'টাৰজনে লাহেকৈ টেপটো অ'ফ কৰি দিলে। সকলোৰে মনোযোগিতাখিনিক আঘাট কৰি একাগ্ৰতাখিনিক মৃদুভাৱে কঁপাই তুলিলে।

সময় পাৰ হৈ গৈছে।

সকলোৱে সমানে আবিষ্কাৰ কৰিলে যে প্ৰত্যেকৰ আগত জলপানৰ নামত প্লেটৰ ওপৰত কাজু বৰফি, পেটিছ, শিঙৰা আৰু ৰসগোল্লাবোৰ জঠৰ হৈ পৰি আছে। ৰতাহ লাগি চাহৰ ওপৰত গাখীৰৰ এটা পাতল চামনি পৰিছে।

: এটা গ'ল এটা হাজিৰ। হাজিৰ হৈ থকাতোকে ধৰা হওক।

: হয় চাৰ। চাহ তেনেই চেঁচা হ'ল।

: চেঁচা কেঁচা বাচিবলৈ নাই। মই এতিয়া খামহে।

: মই ভাল দিনবোৰক তিনি পাহ ফুলৰ সতে তুলনা কৰো- খৰিকাজাই, তগৰ আৰু ৰজনিগন্ধা, কাৰণ এই তিনিবিধ ফুলৰ সুবাসত যিদৰে মন ভৰি যায় এটা এটা সময়েও এইদৰে মোৰ হৃদয় ভৰাই দিয়ে। আজিৰ দৰে আৰু ভাল দিন আৰু কেতিয়া পাম নেজানো।

: বিজুলী বাইদেউজনীও গ'লগৈ। তোমালোকৰ আৰু কিবা আছে যদি কোৱা নহ'লে ময়ো যি জানো আৰু কৈ যাম।

: তেনেকৈ নাই চাৰ। আমি যিখিনি আলোচনা কৰিলো তাকে যদি মানুহৰ আগত সঠিকৰূপত প্ৰকাশ কৰিব পাৰো সেয়ে বহুত। মই এতিয়া আমাৰ মাজত বহি থকা এওঁক ক'ব বিচাৰিছো যে ছোৱালী হিচাপে তেখেতৰ কি কথা থাকিব পাৰে। তেখেতো নিশ্চয় এই ফ' ৰামৰে এগৰাকী উদ্যোক্তা হ'ব।

: এওঁৰ নাম আছুফিয়া। হেৰা তুমি কাৰেন্ট নেথাকোতেই কিবা কোৱা যদি কৈ লোৱা। বিশালে একো কৰিব নোৱাৰে টেপ কৰি আমাকহে কি কৰে ঠিক নাই ?

আদিত্যই এক কেটলি গৰম চাহ আনি আগৰ চাহবোৰ ব'ল এটাত ধালি নতুন চাহ দিয়াত লাগিল।

: এখেত সকলেও একো নক'লে। অৱশ্যে টেপ কৰিব নোৱাৰিম বাবে মই ক'বলৈ জোৰো নকৰো।

: মই গল্প এটা লিখি প্ৰায় চাৰিখনমান কাগজলৈ পঠোৱা আজি পোন্ধৰ দিনৰ বেছি হ'ল। তিনিজন সম্পাদকে 'বিমোৰ'ৰ মূৰ কামোৰণিত পৰিছে।

: একেটা গল্প চাৰিখন কাগজলৈ ? কথা কি ?

: চাইছো কোন জনে তোলে। সাহ এজনৰো নহ'ল। একো নকৰিলে। মই 'চেতনা'লৈ পঠাম। আপুনি কি কৰে চাম ?

বিশাল ভট্টাচাৰ্যই মূৰেৰে অলপ চিন্তা কৰিলে যদিও মুখেৰে চিন্তা নকৰাৰ দৰে দেখুৱালে।

: কোনো কথা নাই, মোলৈ পঠাই দিব ভাল হ'লে মই তুলি দিম।

আদিত্যৰ মনটো অলপ ভাল লাগিল। সি লিখা গল্পটো হয়তো বিশালেই তুলিব পাৰে। এনেতে আছুফিয়াই মাত দিলে।

: আপোনালোকে মহিলাসকলক আন্দোলন কৰাই পুলিচৰ লাঠিৰ কোব খাবলৈ ৰাজপথলৈ লৈ যাব পাৰে কিন্তু নিৰ্বাচনৰ সময়ত নমিনেশ্যনৰ বাবে কোনোবা এগৰাকী নাৰীক উপযাচী কেতিয়াবা এবাৰ কৈছেনে? বহু চাকৰি কৰা বোৱাৰীৰ হাতৰ পৰা স্বামী আৰু ঘৰখনে কষ্টোপাৰ্জিত ধনখিনি আত্মসাৎ কৰি লৈ যায়।

: আপুনি এনে জাতিয় কিবা এটা ভাবি আছিল। যি কথা আপুনি ক'লে

তাৰবাবে আমি আকৌ এদিন বহিম। এজি এই বিষয়টো আগৰখিনিৰ সতে খুন্দা খাবলৈ নিদিও। হ'বনে ?

: মোৰ বান্ধবী এজনীয়ে 'চেতনা'লৈ এই বিষয়ৰ এটা প্ৰবন্ধ পঠাইছিল। প্ৰবন্ধটো প্ৰকাশ নহ'ল।

: মই গম পাইছো। মই ঘূৰাই পঠালোঁ। কাৰণ তাত নাৰী স্বাধীনতাৰ বিষয়টোক অপব্যৱহাৰ কৰাৰ নমুনাই বেছি। নাৰীয়ে স্বাধীনতাখিনি লৈ সু-পৰিকল্পীতভাৱে ঘৰ আৰু সমাজৰ উন্নয়নমূলক কামত লগাব লাগিব। তাৰ অভাৱ হ'লেই অসুবিধাই দেখা দিব। হ'ব, এই বিষয়ে আৰু কথা নেপাতো। কাৰেন্টো আহিল।

আছফিয়া আৰু আগবাঢ়ি নগ'ল। চাহ খোৱাৰ পাছত সকলোৱে তামোল খালে। বিশালৰ ভাগৰ জৰ্দা, চাৰ আৰু কাদীৰ চাহাবে অলপ মুখলৈ নিলে।

: আমি মানে, চাৰ প্ৰমুখ্যে সকলোৱে বহু কথা ক'লো। আপুনি কি কৰে নেজানো। 'চেতনা'ৰ যোগেদি মানুহক এটা কথাই ক'ব যে মানুহে জাতে অলপ পঢ়া-শুনা কৰে। আনৰ ধৰ্মক বেয়া দেখাত খুব পাকৈত মানুহ আমাৰ মাজত আছে। কিন্তু নিজৰ সৰ্বশৰীৰত কিমান যে পাক আছে তালৈ মন দিবলৈ সময় নাই, আমাৰ কথাসমূহ যদি আপুনি অলপ বুদ্ধি কৰি লিখে তেন্তে একো নহয়। কিন্তু যদি হুবহু লিখি দিয়ে তেন্তে আপোনাকো কিন্তু সুদাই নেৰে। এনে কেইজনমান বেয়া অনুষ্ঠান কৰি ফুৰা লোক আছে তেওঁলোকে আপোনাৰ সমৰ্থনত লিখি আন কিছুমানক উঠাই দি উত্তেজনাৰ সৃষ্টি কৰিব। তাৰ পাছত দেখিব এটা খেলিমেলিৰ সৃষ্টি আৰম্ভ হৈছে। সেইবিলাক লোকে এনেকৈ কাম কৰিয়ে ভাল পায়।

: মইতো বহু উপাধি পাইছো। এতিয়া পাকিস্তান মাৰ্কা উপাধি এটা মাত্ৰ পাবলৈ আছে।

: অলপতে কৰবাত পঢ়িছিলো- এজন বিদ্ৰোহীয়ে এজন বিদ্ৰোহীলৈ চিঠি দিছে, সেই চিঠি পঢ়ি আমাৰ সকলৰ উৎসাহ উদ্দিপনাৰ অন্ত নাই। কথাবোৰ পঢ়িবলৈ ভাল লাগে। সমাজখনত মানুহ এখিনি বা দুখিনিহে আছে নেকি? বহুখিনি মানুহ আছে। এই বিদ্ৰোহীবোৰে মানৱ জাতিক সাঙুৰি, সামৰি কথা নকয় কিয় ? এজনক গোৰ মাৰি খালত পেলাই থৈ সিজনক চেনেহ কৰি

বাহুত ধৰি হাতত হাত মিলাই গৈ থাকিব বিচৰা বিদ্ৰোহীয়েটো আজি পৃথিৱীখন নষ্ট কৰিছে। আৰু সেই বিদ্ৰোহীবোৰে কোৱা কথা এফাঁকি আমাৰ মানুহে পাবহে লাগে প্ৰয়োগ কৰি দিয়ে। কোন দেশত, কোন সময়ত, কি, কেনে পৰিবেশত সেই বিদ্ৰোহীয়ে এই কথা কৈছিল তাৰ বিচাৰ নাই। এইবোৰ চব অচিন কাঠৰ থোৰা লগোৱাৰ দৰে কথা। আমাৰ মানুহবোৰৰ মতে কৰবাত অকণমান মিলিলেই হ'ল। জোৰ কৰি আনি বহু কিবা কিবি বনাই লয় আৰু তাকে এৰি দিয়ে সমাজৰ মাজলৈ।

: পিছে বিদ্ৰোহীক বিদ্ৰোহী বুলি, দেশ-প্ৰেমিকক দেশপ্ৰেমিক বুলি আৰু কিহবাক কিবা বুলি কৈ থাকিবনে নে নিজে অলপ হ'বলৈ চেষ্টা কৰিব। লোকক দেখি জ্বৰে ধৰে। এনেয়ে একো ক'বই নোৱাৰে কোনোবা এটিয়ে ভুলে-শুদ্ধে ক'বহে লাগে আৰু মানে আপুনি শান্তিৰে থাকিব নোৱাৰে। কিছুদিন ধৰি আমাৰ কাগজ বিক্ৰি হয় আৰু তাৰ পাছত আকৌ নতুন জোৱাৰ। এই কথাবোৰ যে মানুহে কৈ আছে এইবোৰ কাৰ বাবে কৈছে জানে- আনক কৰিবলৈ কৈছে, লোকে কৰক, নিজে কৰাত নাই। আকৌ কিছুমানে বেয়াবোৰ নিজে কৰি ধাকি ৰাখি আনক দেৱতাৰ দৰে থাকিবলৈ, কাম কৰিবলৈ কয়, সেইবিধো মাৰাত্মক। এনে দুবিধ উপদেশধাৰী লোকৰ চেপাত পৰি আমাৰ নৈতিকতা বিৰীণাৰ মৰণৰ দৰে হৈছে। কিন্তু তাৰ মাজতে ভাল মানুহ আছে। ভাল মানুহ ওলাই নাহে। আগৰ দিনত বিবেকেৰে বিবেকক পৰাস্ত কৰা হৈছিল। মানুহে ভুল মানি লৈছিল। আজিকালি সেইবোৰ কৰা মানে জ্ঞান আৰু পণ্ডিতালিৰ স্খলন ঘটা বুলিহে ভাবে। আমাৰ শিক্ষা ব্যৱস্থাটোৱেই তেনে হৈ গৈছে। তেনে মই ফ'ৰামৰ সকলো সদস্য আৰু বিশেষকৈ চাৰলৈ অশেষ ধন্যবাদ জ্ঞাপন কৰিছো আৰু আজিৰ বাবে ইমানতে সামৰিছোঁ।

: তোমাকো আমি ধন্যবাদ জনাইছোঁ। আমাৰ ল'ৰাইতে আৰু আমি যি যি পাৰো সেইখিনি ক'লো। এতিয়া সকলো তোমাৰ ওপৰত নিৰ্ভৰ কৰিছে তুমি কিদৰে এই কথাবোৰ ৰাইজক জনাবা। মই জানো ৰাইজে হাঁহিব, বিশ্বাস নকৰিব, উপলুঙা কৰিব। কিন্তু আমাৰ উপাই নাই। ধৰমৰ কথা যে একেবাৰে স্পষ্ট আমি তাকে কৈছো। এটা কথা তুমি নিশ্চয়কৈ জানি লবা আমি পৰধৰ্মক কেতিয়াও আচুৰি আজুৰি অপদস্ত নকৰো আৰু অকনো বেয়া মন্তব্য নিদিও।

আমি ভেনে এতিয়া সামৰাই ভাল হ'ব।

সকলোখিনি সামৰি ঠিক ঠাক কৰাৰ পাছত বিশাল ভট্টাচাৰ্য্যই এবাৰ ফটো লোৱাৰ কথা এটা ভাবিছিল কিন্তু এনে এক গভীৰ বাতাবৰণ এটা নষ্ট হৈ যাব বুলি ভাবি কথাটো নুলিয়ালে। টফচিৰহঁতে কাগজ-পত্ৰ কিছুমান জুকিয়াই টেবুল কেইখন পৰিষ্কাৰ কৰিলে। কাদীৰ চাহাব আৰু চাৰে বিশাল ভট্টাচাৰ্য্যৰ সতে এটা চুকত ঠিয় হৈ তামোল খাই দুই এটা বাহিৰা কথাত ব্যস্ত থাকিল। যেতিয়া সকলো সামৰা হৈ গ'ল, তেতিয়া শেষ কৰমৰ্দন আৰু কথাৰে 'চেতনা'ৰ মুখ্য সম্পাদক, বিপ'টাৰ আৰু ভৰালীয়ে টেপ, কেমেৰা কান্ধত লৈ গাড়ীলৈ বুলি খোজ দিলে। কবীন, টফচিৰহঁতে হাঁহিৰে বিদাই দিলে।

বিশেষ অন্য কথাৰ অৱতাৰণা নকৰি আছফিয়াহঁতো গ'লগৈ। আদিত্য প্ৰেছলৈ সোমাই গ'ল। কবীন আৰু টফচিৰে চাৰ আৰু কাদীৰ চাহাবক গাড়ীৰে থৈ অহাৰ ব্যৱস্থা কৰিলে। গাড়ীত উঠোতে চাৰে কবীনৰ বাহুত ধৰি অলপ লাহেকৈ অথচ জোৰ দি ক'লে।

: টেপ কৰি নিয়া আমাৰ কথাবোৰৰ আমাবো এটা ৰেকৰ্ড লাগে॥ পাৰিলে বিশালৰ পৰা আজিয়ে টেপ কৰি আনিবা।

: হ'ব চাৰ।

কবীনে মৃদুভাৱে গাড়ীখন চলাই গ'ল।

— ০ —

# ( দহ )

ময়ো যদি টাবৰীণৰ দৰে লিখোঁ ?

সিহঁত মানুহ নহয়- সিহঁত পুৰুষ। মানুহৰ পৰিচয়েৰে সিহঁত চহকী নহয়- সিহঁত পুৰুষৰ পৰিচয়ৰে লাখপতি । সিহঁতে বগা-ক'লা, ৰঙীণ আলোচনী উলিয়াইছে। তাত সিহঁতে মোহময়ী নাৰীৰ সম্পূৰ্ণ উলঙ্গ ছবি প্ৰকাশ কৰিছে। সিহঁতে আগপিনৰ পৰা, পাছ পিনৰ পৰা বা যি কোনো এটা দিশৰ পৰা এটুকুৰাও কাপোৰ নোহোৱা উলঙ্গ নাৰীৰ, নঙঠা নাৰীৰ ছবি ছপাই দিছে। সিহঁতে সেই ছবি কৰবাৰ পৰা সংগ্ৰহ কৰিছে । কোনোবা বৰ বৰ শিল্পীৰ জীৱন সাৰ্থক কৰা "মডেল গাৰ্ল" জনীৰ ছবি প্ৰকাশ কৰি নাৰীক অপমান কৰিছে। নাৰীক ভোগৰ সামগ্ৰী বুলি বিজ্ঞাপন দি নাৰীক চাই আৰু খাই তৃপ্তি লভিব পৰা এক শৰীৰ কোমল মাংস বুলি ঘোষণা কৰি নাৰীক মুকলিকৈ বজাৰত বন্তুক কৰাৰ দৰে প্ৰদৰ্শন কৰিছে । তাৰদ্বাৰা সিহঁতে বিধ্বস্ত কৰিছে ফুল-কুমলীয়া ল'ৰা- ছোৱালীৰ মন । ল'ৰায়ে কল্পনা কৰিছে তেনে এগৰাকী নাৰীৰ দেহ বাস্তৱত দেখা পোৱাৰ বাবে । সিহঁতে ঘৰতে প্ৰথমে মাকৰ গাটো, জুপি জুপি পৰ্দাৰ আঁৰ লৈ চাবলৈ ধৰিছে। সিহঁতে বায়েক-ভনীয়েকৰ গাটো কিবা উপায়েৰে চাবৰ বাবে ভাবিছে । ছোৱালীয়ে ভাবিছে কেনেকৈ তাইৰ নিজৰ সেই পবিত্ৰ গাটো দেখাত সেই মোহময়ী ললনা জনীৰ দৰে কৰি তুলিব পাৰে, কেনেকৈ যত্নৰ মাজেদি তাই তেনে এজনী হৈ তাঁইৰ বন্ধু আৰু লগৰ লগৰীয়া ল'ৰাৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰে। সিহঁতে নাৰীক মাতৃ, ভগ্নী, দেৱী বুলি পূজা কৰি মহিলা সমাজৰ মৰ্য্যদাৰ চৰ্চা কৰে । কিন্তু সিহঁতেই সেই নাৰীক পৃথিৱীৰ মানুহৰ চকুৰ আগত নগ্ন ৰূপত দাঙি ধৰে । সিহঁতেই সেই আলোচনীৰ পাততে নাৰী ধৰ্ষণৰ ওপৰত প্ৰবন্ধ প্ৰকাশ কৰে, নাৰী ধৰ্ষণৰ প্ৰতিবাদ কৰে, কি কি ব্যৱস্থা গ্ৰহণ কৰিলে নাৰী ধৰ্ষণ নাইকীয়া হ'ব তাৰ চিন্তা কৰে। ইয়াত চৰকাৰৰ কি কৰ্তব্য, ইয়াৰ মনস্তাত্বিক দিশ কি? বাইজৰ

চেষ্টা কি, আইন আৰু পুলিচৰ কৰিব লগা কি আছে- আদি বহু কথা লিখে।

কোনোবা অসভ্য অভিভাৱকে কোনোবা কাণ্ডজ্ঞান নথকা দোকানৰ পৰা কিনি অনা আলোচনীখন অসংযতভাৱে ঘৰৰ কোনোবা টেবুলৰ ওপৰত থৈ দিছিল আৰু তাকে পাই কলেজলৈ যাবলৈ আৰম্ভ কৰা ল'ৰাটোৱে প্ৰথম পৃষ্ঠাৰ পৰা চকু দিয়াত লাগিল। সেই দিনা আছিল বন্ধৰ বাৰ। দুই মহলীয়া ঘৰৰ ওপৰৰ চাদত বহি পুৱা ঠিক পাছ মান বজাত আৰামী চকী এখন লৈ ল'ৰাটোৱে আলোচনীখন হাতত তুলি ললে। আগতেও ল'ৰাটোৱে সেই চাদৰ তাৰ নিৰ্দিষ্ট আৰামী চকীখনত বহি কিতাপ পঢ়ে। এৰা ধৰাকৈ কেতিয়াবা ব্যায়াম কৰে। কেতিয়াবা পুৱাৰ বতাহ লবৰ বাবে এনেয়ে বহি থাকে। কাষৰে অন্য এঘৰৰ দুজনী তাৰ সমনীয়া ছোৱালীয়ে পুৱা স্কীপিং আৰু আসন কৰে পাছপিনৰ বাৰান্দাৰ আগৰ পকা চোতালখনৰ ওপৰত। কাষত আছে দুই চাৰি জোপা গছ। ল'ৰাটোৱে কিন্তু সেইপিনে সিমান মন নকৰে যদিও একেবাৰে নোচোৱা নহয়। কেতিয়াবা তাৰ সামান্যভাৱে ভাল লাগে। এদেহা গোলাপৰ পাতল ৰং হেন সু-গঢ়িত যৌৱনক সি অলপ দূৰৈৰ পৰা চাই যদিও মাজে মাজে এৰি দিয়ে। চাবলৈ সিমান ইচ্ছা নকৰে। আসন কৰিলে, স্কীপিং কৰিলে তেনেকৈ কাপোৰ পিন্ধেই। সেই বুলি চকু দিব লাগিব নে?

ল'ৰাটোৱে আলোচনীৰ পাত লুৰ্তিয়াই গৈ থাকে।

হঠাৎ তাৰ এটা প্ৰবন্ধৰ ওপৰত চকু পৰি গ'ল। ধৰ্ষণৰ ওপৰত কিছুমান লিখনি। সি সেই প্ৰবন্ধটোকে পঢ়িব বুলি ঠিক কৰি চকুৰ দৃষ্টি তালৈ নমাই দিলে। যিমানেই সি পঢ়ি গৈছে সিমানেই সি শঙ্কা, বিস্ময় আৰু দুখৰ সাগৰৰ মাজলৈ সোমাই যোৱাৰ দৰে লাগিল। বিভিন্ন ঠাইৰ ধৰ্ষিতা সেই শিশু আৰু কিশোৰী ছোৱালী কেইজনীলৈ তাৰ দুখ লাগি গ'ল। তাৰ গাৰ নোমবোৰ শিয়ৰী উঠিল। মানুহৰ দ্বাৰা, পুৰুষৰ দ্বাৰা এইবোৰ সংঘটিত হৈছেনে? সিওটো এটা ল'ৰা, পুৰুষ, মানুহ। ভাৰতৰ প্ৰতিদিনে ত্ৰিশ গৰাকী নাৰী ধৰ্ষিতা হ'ব ধৰিছে। ১৯৯১ চনত ১০, ৪১০ গৰাকী, ১৯৯২ চনত ১০, ৮২৭ গৰাকী। তাৰ ভিতৰত কিশোৰীৰ সংখ্যাই সৰ্বাধিক। ৰুগীয়া, ভিক্ষাৰী, গৰ্ভৱতী, কোনো সাৰি যোৱা নাই। তাৰোপৰি বছৰি ৫,১৮,৪০০ টা ধৰ্ষণৰ ঘটনা ঘটে। ইয়াৰে কিছুমান বাতৰিত প্ৰকাশ পায় আৰু কিছুমান এন্ধাৰত লুকাই থাকে। তাৰ খং উঠি গ'ল - আৰু এটা কথাৰ বাবে। কিয় বাতৰি কাকতত নাম প্ৰকাশ

কৰিব লাগে ? তাৰ মতে দোষীয়ে শাস্তি পাব লাগে। বাতৰিত নাম প্ৰকাশ কৰা মানে ছোৱালীজনীৰ জীৱনটো আৰু দুৰ্বহ কৰি তোলা। ইয়াত মাৰ্জিতবোধৰ কথা সোমাই আছে। সি মানবীয় প্ৰমূল্যৰ অৱক্ষয়ৰ কথাবোৰ পঢ়িলে। আদিম যুগতকৈ মানুহ আজি বেছি অসভ্য হৈ গৈছে। বিজ্ঞানেও মানুহক একো কৰিব নোৱাৰা হৈছে। পুঁজিবাদৰো ইয়াত অৰিহণা সোমাই আছে। এই পুঁজিবাদে গণতন্ত্ৰকো বিপদাপন্ন কৰিছে। চহকী মানুহবোৰে এক বিলাসীতাৰ জীৱন আৰম্ভ কৰিছে। মানুহে মানুহক ভাল নোপোৱা হৈছে। আত্মকেন্দ্ৰীক হৈ পৰিছে। যিমানেই মানুহে মানুহৰ পৰা আঁতৰি গৈছে সিমানেই সংযোগৰ অকাল পতন ঘটিছে। আন্তৰিক বিনিময়তা একেবাৰে নোহোৱা হৈ আহিছে। মানুহক বহুত টকাৰ দৰকাৰ হ'ল। গতিকে মানবীয় গুণৰ অধঃপতন ঘটিছে। ল'ৰাটোৰ এটাইতকৈ দুখ লাগিছে বিজ্ঞাপনৰ কথাটো ভাবি। ছোৱালীবোৰ তেনে লুভীয়া নেকি ? নিজৰ দেহটো আনক দেখুৱাবৰ বাবে ইমান লোভ কৰেনে ? তেন্তে এইবোৰ কথাত বেয়া পোৱাৰ কি কাৰণ থাকিব পাৰে। সি ভাবিলে সি এইবাৰ তাৰ লগৰ যি কেইজনী ছোৱালীয়ে "মডেলিং" "চুইমিং", "বিউটি কন্টেষ্ট"ত অংশ লৈছিল তাক বন্ধ কৰিবৰ বাবে এটা অনুৰোধ জনাব। আগৰ দিনবোৰেই বৰং ভাল আছিল। সি ভাবিবলৈ ধৰিলে- সি ভালকৈ পঢ়িব, অলপ খেলা-ধূলা কৰিব। ভালকৈ পঢ়িলে এটা ভাল চাকৰি পাব, সৎভাৱে টকা ঘটিব, খেলা-ধূলাৰ মাজেদি সি শৰীৰটো সুন্দৰকৈ ৰাখিব, সি সকলো ক্ষেত্ৰতে সংযত হ'ব আৰু মাৰ্জিত হ'ব তেতিয়া বেয়া কথাবোৰৰ পৰা বাছি থাকিব। তেতিয়া সমাজখন ভাল হ'ব, তাক সকলোৱে ভাল বুলি ক'ব। সি আৰু ভাবি গ'ল যে আইনৰ উদাসীনতা আৰু পক্ষপাতিতাৰ বাবে কেনেকৈ দোষী জন সাৰি যায়। ঘটনা এটা ঘটাৰ পাছত আচামীক মুক্তি দিয়ে "Intercourse with mutual concent" বুলি। তাৰ হাতৰ মুঠিটো কঠিন হৈ উঠিল। সি আৰু কেইটামান ঘটনাৰ বিষয়ে পঢ়ি যায়। তাৰ বেজাৰত বুকু ভাঙি যায়। ঘৃণাত নাক কোচ খাই যায়। সি এখন আন্ধাৰ পৃথিবীৰ ছবি দেখিলে। ক'ত আছে তাৰ বাবে এখনি ঠাই য'ত সি সকলো কদৰ্য্যতাৰ পৰা মুক্তি পাই, অপবাদৰ কালিমাৰ পৰা নিজক বচাই ৰাখিব পাৰে? পিতৃ-মাতৃসকলে এই কথাত কিমান দুখ পাই, কিমান লাজ পাই। বুকু ফালি যেন নিজৰ কলিজাটো হাতত লৈ সতি-সন্তানৰ পিতৃ-মাতৃ হোৱাৰ প্ৰায়চিত্ত কৰিব। সি

ভীষ প্ৰতিজ্ঞাৰে প্ৰতিজ্ঞাবদ্ধ হয়- সি যেন ভৱিষ্যতে এইবোৰৰ মাজলৈ সোমাই নপৰে। সি সমাজত ভাল ল'ৰাৰ দৰে থাকি মাক-দেউতাকৰ চকুৰ মণি হৈ সময়ত সংসাৰ কৰিব। ধৰ্ষিতা নাৰীক সমাজে কিদৰে গ্ৰহণ কৰে সেই লিখাখিনি সি পঢ়িব নোৱাৰিলে, কাৰণ যোৱা বছৰ ঘটা তাৰ বৰদেউতাকৰ ছোৱালীজনীৰ ঘটনাটো মনত পৰি গ'ল। তাইকো কোনোবাই ধৰ্ষণ কৰিছিল আৰু অৱশেষত নানা দুখ-কষ্ট পোৱাৰ পাছত এটা সৰু চাকৰি যোগাৰ কৰি এগৰাকী বান্ধৱীৰ ঘৰতে থাকিবলৈ লয় আৰু তেতিয়াৰ পৰা নিৰ্য্যাতিতা হৈ দিনবোৰ পাৰ কৰি আছে। বৰদেউতাৰ ঘৰখনেও তাইক আনিব খোজা নাই। এই ভয়াবহ সামাজিক ব্যাধি ৰোধ কৰাৰ উপাই কি? সি মনোযোগে পঢ়িব ধৰিলে আৰু ভাবিলে যে এই অংশহে এটাইতকৈ লাগতিয়াল। ইয়াৰ দুটা উপায়ো যদি সি পালন কৰিব পাৰে আৰু তাৰ লগৰ ল'ৰাবোৰক ক'ব পাৰে তেন্তে বহু কামত আহিব। সি কথাবোৰ জুকিয়াই কেইটামান উপাই বাচি ললে। যেনে- মৃত্যুদণ্ড, ৰাজনৈতিক দৰ্শনৰ পৰিবৰ্তন, উদাৰ দৃষ্টিভঙ্গী গ্ৰহণ, চৰকাৰৰ বহল ভিত্তিক পদক্ষেপ, সাংস্কৃতিবান হোৱা, বেয়া গীত, চিত্ৰ আৰু প্ৰচাৰ মাধ্যমৰ অশ্লীল দিশটোৰ পৰা বিৰট থকা। এইসমূহৰ যোগে সি এখন নতুন সমাজ গঢ়িবৰ বাবে আগ্ৰহী হৈ উঠিল। এইখিনি কাম কৰাটো একো টান কথা নহ'ব। সি তাৰ বন্ধু-বান্ধবীবোৰক এই বিষয়ে ক'ব আৰু লাহে লাহে এতিয়াৰ পৰা এক সৰু সৰু অভিযান চলাব। সি প্ৰতিগৰাকী নাৰীক মুক্তি দিব এই সাম্ভাব্য বিপদৰ পৰা, নিৰ্য্যতনৰ পৰা, লজ্জাৰ পৰা, সি ভাবিলে- বহু মহিলাই এই কথাৰ পৰাই পুৰুষবোৰক দোষ দি আহিছে। কিতাপ, খবৰ কাগজ, আলোচনীত ওলোৱা সকলো কথাৰে সি নিৰ্মূল কৰিব। হঠাৎ কৃতজ্ঞতা আৰু ভক্তিত তাৰ প্ৰবন্ধকাৰলৈ মৰম লাগি গ'ল। তাৰ মূৰ দোঁ খাই আহিল। এনেকৈ দহজন লিখকেও যদি লিখি থাকে সঁচাকৈ সমাজত ধৰ্ষণৰ ঘটনা নাইকিয়া হৈ যাব। এনে প্ৰবন্ধকাৰলৈ আমি নমস্কাৰ জনাব লাগে। সি প্ৰবন্ধটো শেষ কৰি বহি থাকিল আৰু সেই কথাবোৰেই ভাবিব ধৰিলে। সি এবাৰ প্ৰবন্ধকাৰৰ নামটো পঢ়িলে। তাৰ সুন্দৰ যুৱক মনটোৱে তেনে এজন প্ৰবন্ধকাৰক লগ পাবৰ বাবে হাঁহাকাৰ কৰি উঠিল। সি সমুখৰ পিনে তললৈ চাই পঠিয়ালে- দেখিলে তলত, গছৰ তলত, পাতৰ আঁৰে আঁৰে আন দিনাৰ দৰে ছোৱালী দুজনীয়ে স্কীপিং আৰু আসন কৰি আছে। এটা

কোমল হালধীয়া বেলিৰ ৰং সিহঁতৰ গাত পৰিছে। সিহঁতৰ সুঠাম কোমল গাবোৰ সোণালী হৈ পৰিছে।

কিন্তু - -।

কিন্তু সি বৈ গ'ল। সি আলোচনীখনৰ প্ৰত্যেকটো পাতলৈ চকু ফুৰাই একেবাৰে শেষ পৃষ্ঠাৰ পাতৰ ওপৰত তাৰ দৃষ্টি নিবদ্ধ কৰিলে। এখন ছবি। তাৰ বুকুখন ধক ধকাই গ'ল। সি এবাৰ তলৰ পৰা- ভৰি দুখনৰ কোমল গোবোহাটোৰ পৰা লাহে লাহে মূৰৰ ক'লা চুলিখিনিলৈ আকৌ চুলিখিনিৰ পৰা কোমল গোবোহাটোলৈ চালে। তেল পিচলি যোৱা তাইৰ গাটো পোহৰ হৈ আছে। তাৰ পাছত সি থিক কৰিব নোৱাৰিলে- সি ক'ত চাব? কোন ডোখৰ ঠাই, কোন অংশ চাব। লাখ টকা দিলেও, মৰণৰ ভয় দেখুৱালেও সি ক'ব নোৱাৰিব- এই বিন্দু ঠাই বেয়া বুলি। সি এবাৰ দুবাৰ কৰি কেইবাবাৰো আলোচনীখন এবাৰ দূৰলৈ এবাৰ ওপৰলৈ অনা-নিয়া কৰি থাকিল। বৰ যেন অন্যায়ভাৱে আজি বেলিটোৱে পোহৰ দিছে। পৃথিৱীখন পোহৰ হোৱা নাই নেকি? গোটেইখনতে পোহৰে জলমলাই আছে, ছবিখনতহে ভালকৈ পোহৰ পৰা নাই। সি চাৰিওপিনে ভালকৈ পোহৰ পৰিবৰ বাবে চেষ্টা চলালে। সি আৰামী চকীখনতে আৰু এবাৰ ভালকৈ বহি লৈ ছবিখন, আলোচনীখন কোচত পেলাই ললে। তাৰ খুব পিয়াহ লাগিছে। কিন্তু সি এবাৰো পানী খোৱাৰ কথা নেভাবিলে। তাৰ নাকেৰে ওলোৱা গৰম বতাহ, উশাহখিনি পুৱাৰ মলয়াখিনিৰ সতে মিলি গৈছে।

সি ক'ত আছিল আৰু এতিয়া ক'ত আছে সেই কথা একেবাৰে পাহৰি পেলালে। পাহৰি পেলালে তাৰ ভীষ্ম প্ৰতিজ্ঞাৰ শক্তি। সি পাহৰি পেলালে অলপ আগতে লোৱা তাৰ ভৱিষ্যতৰ আঁচনিবোৰ, তাৰ বন্ধু-বান্ধৱীক ক'ব লগা কথাবোৰ। সি এবাৰ জোৰ কৰি প্ৰবন্ধকাৰৰ নামটো, তেওঁৰ কথাখিনি, পৰামৰ্শ আৰু অনুভূতিবোৰ মনত পেলাবৰ বাবে চেষ্টা কৰিলে। কিন্তু সি নোৱাৰিলে। সি বাদ দিলে। তাৰ কি গৰজ পৰিছে? সেইবোৰ বুঢ়া মানুহৰহে কাম, বয়সস্থ লোকৰহে কথা। সেইবোৰ কাগজত লিখা কথা। কোনোবাই বেয়া পাইছে সেইবোৰ লিখি থাওক। তাৰ কি আছে আৰু যায়। ইমান এখন ধুনীয়া সুন্দৰ মোহনীয়া ধৰা তাৰবাবে উন্মুক্ত হৈ পৰি আছে- তাত সি নিজকে উটাই দিব লাগে আৰু অলপ আগতে সি ভাবিছিল বুঢ়া মানুহে ভৰা

কথাবোৰ, সি দুৰ্বল নেকি ? ন-পুংসক নেকি ? তাৰ দগমগীয়া যৌৱনটোৰ কোনো মূল্য নাই নেকি? সি এবাৰ তাৰ মুখখন আচীত চাব খুজিলে। লাহে লাহে প্ৰথমে সি তাৰ হাতৰ আঙুলি কেইটা ফুটাই ললে, তাৰ পাছত হাত দুখন, তাৰ পাছত বাহু দুটা, বুকুখন আৰু শেষত নোমাল কলাফুল দুটা জোৰে মোহাৰি দিলে আৰু ছবিখনৰ যি অংশ তাৰ চাই যিমান ভাল লাগিছিল তাতে আলোচনীখনৰ ভাজ এটা দি সৰ্বশৰীৰৰ শক্তি দি কামুৰি দিলে। তাৰ দাঁতৰ কেইটামান দাগ ছবিখনত লাগি ৰ'ল । সি দেখিলে যেন সি য়ামাহাখন লৈ আলিয়েদি দ্ৰুত গতিত কৰবালৈ গৈ আছে। তাৰ বৈ থকাৰ কোনো কাৰণ নাই। আজি এবাৰ ঘৰলৈ গৈ হ'লেও সি এবাৰ চাই আহিব । সি চাই আহিব চিনু, অপলকা আৰু নীলাক্ষিক । সি চকীৰ পৰা এবাৰ উঠিল আৰু আলোচনীখন এবাৰ ওপৰলৈ দলিয়াই দিলে । আলোচনীখন মাটিত পৰাৰ লগে লগে সি জাপ মাৰি আলোচনীখনৰ ওপৰতে ভৰি দিলে আৰু তেনে অৱস্থাতে ধৰি টানি দিয়াত কেৱল ছবিখনৰ পাততো তাৰ হাতত লাগি আহিল। সি একো নেভাবিলে আৰু 'চুইত দাৰ্লিং' বুলি কৈ ছবিখন সাৱতি ধৰিলে। সি আকৌ এবাৰ ছবিখন ওপৰলৈ মাৰি পঠিয়ালে । মলয়াখিনিয়ে হঠাতে পচোৱা নাম ললে আৰু গাত এচুকুটো কাপোৰ নথকা, ভৰিৰ তলপিনে অলপ ফাঁক কৰি ঠিয় দি থকা, ভাষাৰে বৰ্ণনা কৰিব নোৱাৰা অপৰূপা, মোহনীয়া ছোৱালীজনীৰ পাছপিনৰ পৰা লোৱা অথচ উন্মুক্ত বুকুৰ শেষ বিন্দুলৈকে প্ৰকট হৈ ধৰা দিয়া ছবিখন চিলাৰ দৰে উৰুৱাই নি আলিটোৰ সিটো পাৰে থকা তলত য'ত দুজনী ছোৱালীয়ে স্কীপিং আৰু আসন কৰি আছিল তাত পেলাই দিলে। তাৰ অকণো বেয়া নেলাগিল । স্থিৰভাৱে সি চাই থাকিল । ছোৱালী দুজনীয়ে চাৰিওপিনে চালে। কিন্তু কাকো নেদেখিলে। সিহঁত দুজনীয়ে কাগজখন হাতত ললে আৰু এটা সময়ত হাতেৰে মুখখন ধাকি দিলে ।

ছবিখন নে ছোৱালী দুজনী সি ধৰিব নোৱাৰিলে- মাত্ৰ দেখিলে তিনিজনী ছোৱালী নওঠা হৈ ভিতৰলৈ গুচি গ'ল ।

সি কোনোবা এজনীৰ কোমল কংকালটোৰ তললৈ মন কৰিলে। সি টাৱেলখন পেন্টৰ ওপৰত টানকৈ মাৰি চাদৰ পৰা তললৈ নামি গ'ল ।

: ইমানতে শেষ নেকি ?

: চাব্বাচ বেটা আদিত্য । বিশাল দালৈও নমস্কাৰ ।

: Direct Heat.

: মই বুজি নেপালো- সি প্ৰথমে টাবৰীণৰ নাম লৈ গল্পটো কিয় আৰম্ভ কৰিলে। বোধহয় আকৰ্ষণৰ বাবে।

: তাক সুধিব লাগিব। এতিয়া কথাবোৰ চা। হ'ব পাৰে কোনোবা কালৰ, কোনোবা যুগৰ এজন চিত্ৰশিল্পীৰ জীৱন জোৰা সাধনাৰ, কৃতকাৰ্য্যতাৰ মূল উৎস এগৰাকী উলঙ্গ নাৰীৰ দেহ। কিন্তু সেইবুলিয়ে যে সেই ছবিখন ইমান আয়াসতে, দ্বিধাবোধ নকৰাকৈ, তাক ৰাজহুৱাভাৱে ছপা কৰিব লাগিব, প্ৰচাৰ কৰিব লাগিব তাৰ কি মানে আছে ? ইপিনে তাতে আছে আক ধৰ্ষণৰ এটা প্ৰবন্ধ।

: Point to be noted সেই গৰাকী শিল্পীৰ জীৱনৰ অইন দিশ নাই নেকি? তেওঁ কাৰপৰা অনুপ্ৰেৰণা পাইছিল, তেওঁৰ মডেল গাৰ্লজনী কোন আছিল সেইটো দৰকাৰি কথা নে, নে তেওঁৰ চৰিত্ৰৰ কি মহান গুণ আছিল তেওঁৰ সাধনা, অধ্যাৱসায়ী কেনে তাৰ দৰকাৰ ? ইমান প্ৰয়োজন বুলিয়ে যদি ভবা হৈছে তেন্তে সেই প্ৰেৰণা পোৱা 'মডেল' গৰাকীৰ নাম বা এখন মাৰ্জিত ছবিকে নিদিলে কিয় ? কিন্তু দিয়া হ'ল এখন সম্পূৰ্ণ নঙঠা লোভনীয় ছবি। 'উলঙ্গতাৰ অধ্যয়ন'ৰ নামত এনে অশ্লীল আৰু ৰুচিহীন ছবি ছপোৱাৰ কিয়ে বা প্ৰয়োজন? কিছু দিনৰ আগতে এজনে দিনতে মানুহক নঙঠা কৰিলে নগ্নতম কবিতাৰে। ফুল কুমলীয়া ল'ৰা-ছোৱালীবোৰৰ মানসীকতাবোৰ ইহঁতবোৰেই হত্যা কৰি, বিধ্বস্ত কৰি, দেশৰ সংস্কৃতি আৰু সভ্যতা বিনষ্ট কৰিছে। চাপজ এজন চিনেমা কৰা, চিৰিয়েল কৰা লোকে সেই কবিতাটো Picturisation কৰিব। ভাবিছা তেতিয়া কি হৈ পৰিব ? তেনে আমি ল'ৰা-ছোৱালীক নীলা ছবি চোৱাৰ বাবে দোষাৰোপ কৰিব কিয় লাগে ?

: এইবোৰ কথা কিন্তু কোনোবা কবি, সাহিত্যিক-সমালোচকৰ চকুত নপৰে। হাতৰ কলম কোচ খাই যায়। ইছলামত অলপ বেছিকৈ কাপোৰ ব্যৱহাৰ কৰা কথাটোৱে কিন্তু সকলোৱে সন্ত্ৰাক কঁপাই তোলে। ইয়াতটো কোনো জাত-পাত, বৰ্ণ-গোত্ৰক লৈ গালি-গালাজ কৰা নাই। কেৱল শালিনতা ৰক্ষা কৰি কাপোৰ পিন্ধাৰ কথা কোৱা হৈছে। কিন্তু তাৰ বিপৰীতে যিখিনি কৰা হৈছে বা ঘটি আছে সেইপিনে কাৰো মন নাই। আদিত্যই ঠিকেই লিখিছে। এটা মুহূৰ্তৰ ভিতৰতে সেই ল'ৰাটোৰ মানসীকতাখিনি কেনেদৰে বদলি হৈ

গ'ল। আৰু ই একেবাৰে স্বাভাৱিক।

কৰীন আৰু চালেহে কথা পাতি আছিল। 'চেতনা'ৰ মুখ্য সম্পাদক বিশাল ভট্টাচাৰ্য্যদেৱে আদিত্যৰ গল্পটো তুলি দিলে। আদিত্যই কোৱা মতে সি গল্পটো কেইবাখনো কাকত আৰু আলোচনীলৈ পঠাইছিল। কিন্তু, কোনেও নুতুলিলে। সেইবোৰ সম্পাদকে টাবৰীণ জাতিয় কথাৰ খুব আদৰ কৰিব যদি মূল লিখাখিনি টাবৰীণৰ হয়। কিন্তু আমাৰ ইয়াৰ কোনোবাই লিখিলে সেইবোৰৰ ওপৰত গুৰুত্ব নিদিয়ে।

: টফচিৰে চাই দিছিল। ময়ো এটা লিখা পঠাইছিলো। কিন্তু লিখাটো নুতুলিলে, 'ৰ'দালী'ৰ কোনোবা কৰ্মকৰ্তাৰ পৰা বহুত দিনৰ মূৰত এখন চিঠি পালো য'ত 'ভৱিষ্যতে এই বিষয়ে চিন্তা কৰা হ'ব' বুলি লিখা আছিল। তয়ে গঢ় তয়ে ভাঙ, তয়ে কবি তয়ে আকৌ প্ৰতিবাদ কৰিবি। তয়ে আনক সমৰ্থন কৰিবি আৰু তয়ে তোৰ কাকতত বেয়া কথা লিখিবি। 'ৰ'দালী'ক আমি বৰ বেয়া পোৱা নাছিলো। তাত শিশু, মহিলাসকলৰ বিভিন্ন দিশ, সমস্যা, স্বাধীনতা, সমঅধিকাৰ, চাকৰি, শিক্ষা-দিক্ষা, প্ৰগতি, প্ৰেম, আদৰ্শ, ৰূপচৰ্চা, বিয়া, সাজ- পাৰ, আভিভাৱক, ভাব-বিনিময়, দাম্পত্য জীৱন, বয়ঃসন্ধি, নাৰীৰ ভূমিকা, শাহু- বোৱাৰী, যুৱ মানসীকতা, মহিলাৰ অপৰাধ, পতি-পত্নী, বিবাহ আইন আৰু বিচ্ছেদ, চিকিৎসা, সাজ-পোচাক আদি বিভিন্ন বিষয়ৰ লিখাই নাৰী সমাজৰ বহু কথা ব্যক্ত কৰিছে। অফিচ-কাছাৰীলৈ যোৱা মহিলাসকলে কিদৰে অফিচত চলিব লাগে, কেনেকৈ সহকৰ্মীৰ সতে কথা পাতিব লাগে, কেনে ধৰণৰ কাপোৰ পিন্ধি আহিব লাগে- এনেবোৰ কথাৰ ওপৰত ভাল প্ৰবন্ধও চপা হৈ ওলাইছিল। কিন্তু এদিন হঠাৎ প্ৰবন্ধ ওলাল এই বুলি যে নাৰীয়ে নিজৰ অঙ্গ-প্ৰত্যঙ্গক চিনি লব লাগে। এইদৰে হ'ল বুলি মাৰ্জিত বোধ হেৰুৱাই, লিখাৰ চলেৰে, লাহে লাহে কিছুমান কথা ইমান অশ্লীলভাৱে, নগ্নৰূপত লিখাত লাগিল যে সেইবোৰ দেখি আমি ভাবিবলৈ বাধ্য হৈছো যে 'ৰ'দালী'য়ে নৈতিক আৰু মানসীক দিশত সমাজলৈ একো অৰিহণা যোগাব নোৱাৰে। সমাজখন কেৱল নাৰী আৰু পুৰুষৰে নহয়। তাৰ মাজত আছে আমাৰ ল'ৰা আৰু ছোৱালী, যুৱক আৰু যুৱতী। 'ৰ'দালী'য়ে এপিনে যিমান ভাল কথা কৈছে এপিনে তাতোকৈ বেছি বেয়া কথা কৈছে। এখন সমাজমুখী আলোচনীত এইবোৰ কথাই ঠাই পাব নেলাগিছিল। আজিকালি 'ৰ'দালী'

সকলোৱে পঢ়ে। তাৰ কাৰণ হৈছে তাত থকা ধুনীয়া ছোৱালীৰ মোহ লগা ছবি আৰু মাজে মাজে ওলোৱা যৌনগন্ধী লিখা।

: এইখিনিতে মোৰ আন এটা প্ৰশ্ন আছে। প্ৰশ্নটো নিয়মিত ৰূপে 'ৰ'দালী' কিনা অভিভাৱক আৰু 'ৰ'দালী' প্ৰকাশ কৰা কৰ্মকৰ্তালৈ। 'ৰ'দালী'ক দেখি এতিয়া তেনে ধৰণৰ কেইবাখনো আলোচনী প্ৰকাশ হৈ গৈছে আৰু বজাৰত চলিছে। 'ৰ'দালী'ৰ বা আন তেনে জাতিয় আলোচনীৰ বাবে আমাৰ চকু পোৰা নাই। কথা হ'ল- এই জাতিয় আলোচনীয়ে যদি এমাহত চাৰিখনকৈ এঘৰত ঠাই পাই তেন্তে সেই ঘৰৰ ল'ৰা-ছোৱালীয়ে নিজৰ অতবোৰ পঢ়াৰ মাজত অন্য জীৱনীমূলক গ্ৰন্থ, ভ্ৰমণ কাহিনী, বৰ লোকৰ কথা বা আন নীতিমূলক আৰু আদৰ্শৰ কথা থকা লিখনি পঢ়িবলৈ সময় পাব কেতিয়া? যি বয়সত যি কিতাপ পঢ়িব লাগে তাক পঢ়াত বাধা দিছে এই 'ৰ'দালী' জাতিয় আলোচনীবোৰে। ফলত কি হৈছে ব্যাখ্যাৰ নিষ্প্ৰয়োজন।

: সেইবোৰ বাদ দে- এতিয়া আমাৰ ইয়াত 'মডেলিং'টো চলাব লাগে। ইয়াৰ আক বেয়া দিশটোহে লোভনীয়। মডেলীংৰ ভাল দিশটোত বিশেষ একো নাই। আমাৰ সমস্যা নৰ-নাৰীৰ, নতুন সংস্কৃতিৰ নহয়। এনেয়ে নাৰী বিষয়ৰ কথাবোৰত আমি জুৰুলা, নাৰীসকলৰ সামাজীক দিশটোতেই লাগিছে কেনা বা আমিয়ে নাৰীসকলক যথোচিত মৰ্য্যদা দিব পৰা নাই তাতে আক, তেনেস্থলত মডেলিংৰ আহ্বান, যিবোৰে আকৌ আমাক বেয়াৰ পৰা বেয়ালৈ লৈ যোৱাত আৰু ইন্ধনহে যোগাব। আমি বিদেশৰ কথা ক'লে কি হ'ব আমি কি কৰি আছো সেইটোহে ঘাই কথা। নাৰীসকলে এইবোৰ কথাত ভোল যাব নেলাগে আৰু পুৰুষেও লোভ দেখুৱাব নেলাগে। যুৱ মানসীকতা, যুৱবিশৃঙ্খলতাৰ কথা 'ৰ'দালী'তে প্ৰকাশ পাইছে আক তেনে 'ৰ'দালী'তে মডেলিংৰ কথা। আমি জানো মডেলিংত নামিব পৰা হৈছো? মুক্তভাৱে লিখি মডেলিংৰ দৰে এটা বস্তুক জীৱীকাৰ আহিলা ৰূপে লবলৈ উৎসাহ যোগোৱাতো মাৰাত্মক ভাৱে ভুল কথা হৈছে।

: কিছুমান প্ৰবন্ধৰ মূল বিষয়টো হয়তো খুবেই ভাল। কিন্তু লিখিব নেজানি, উদাহৰণ- উপমা লগাবলৈ যাওঁতে নষ্ট হৈ পৰে। 'ৰ'দালী'ৰ সেই প্ৰবন্ধটো ময়ো পঢ়িছিলোঁ। তাত নাৰীৰ অঙ্গ-প্ৰত্যঙ্গৰ অসুখৰ কথা আছিল যদিও মুৰকত বৰ্ণনাই তাত উমান ৰস তুলিলে যে ই এটা অপৰাধৰ কাম

কৰাৰ দৰেহে হৈ উঠিলগৈ। গতিকে আমি কি কৰি আছো সেইটোহে আচল কথা। এইক্ষেত্ৰত উভয় লীঙ্গৰ সাহিত্যিক সকল নীৰব। তেওঁলোক আজি যি কথাৰ বাবে সৰৱ হৈ উঠিছে- সেইখিনিকে সদাই পৰোক্ষভাৱে সমাজত অকল্যাণ, বিসঙ্গতিপূৰ্ণ কাৰ্য্য-কলাপকে সমৰ্থন কৰি অহাৰ দৰে লাগে।

কবীনে হাতৰ ঘড়ীটোলৈ চালে। পুৰা নটা বাজিছে। আজি কাদীৰ চাহাবৰ ঘৰলৈ যোৱাৰ কথা আছিল। টফচিৰ গৈছে ল, কলেজৰ এজন প্ৰবক্তাৰ ঘৰলৈ। সোনকালে ঘূৰি অহাৰ আশ্বাস দি সি আঠ বজাৰ আগতে ওলাই গৈছিল। আধা ঘন্টাতকৈ দেৰি নকৰে বুলি কৈ গৈছিল। কবীন আৰু চালেহে সলনা সলনি কৰি আদিত্যৰ গল্পটো পঢ়িলে আৰু দুই এটা অন্য কথা পাতি বহি আছে। চালেহে টফচিৰৰ বস্তু ৰখা আলমিৰা এটাৰ পৰা কিছু ড্ৰাই কাজু উলিয়ালে আৰু দুয়োটাই খোৱাত লাগিল। কবীনে চাৰিটামান কাজু খাইছেহে এনেতে দেখিলে মণি সিঙৰ বাৰান্দাত কোনোবা দুজনে ঘৰং কৰি টেক্সী এখন ৰাখিলে আৰু অতি ব্যস্তভাৱে ভিতৰলৈ ·সোমাই আহিছে। মানুহ দুজন- আদিত্য আৰু নিশ্চল। কবীন আৰু চালেহ কোঠাৰ পৰা ওলাই আহিল। আদিত্যৰ চকুজোৰ ৰঙা। অৱসাদত নিশ্চলৰ মুখ বিবৰ্ণ।

: লতামণি নিৰুদ্দেশ। চাৰিদিন ধৰি নাই। তৰা আহিছিল খবৰ দিবলৈ- বাটতে টফচিৰক পাই কৈ আকৌ গুচি গ'ল। টফচিৰে প্ৰেছৰ ফোনত মোক জনালে যে সি তৰাৰ· লগতে বগীবুঢ়ীৰ ঘৰলৈ গৈছে। আমাক যাবলৈ কৈছে। যাব যদি বল নহ'লে আমি দুটা যাওঁ।

: সৌৱা বৰাৰ টেক্সীখন বাহিৰলৈ উলিয়াইছে। ড্ৰাইভাৰ নেলাগে- মই চলাম বুলি কবি। আমি তলাটো মাৰি গৈ আছো।

আদিত্য আৰু নিশ্চল আঁতৰি গ'ল বৰাক লগ কৰিবৰ বাবে। চালেহে টফচিৰৰ পাকঘৰৰ পিছফালৰ দুৱাৰ-খিৰিকীবোৰ মাৰি দিলে। কবীনে শকট তলাটো লৈ আগপিনৰ দুৱাৰত লগাই বাহিৰলৈ ওলাই আহিল। ইতিমধ্যে বাহিৰতে বৰাই আদিত্যহঁতৰ সতে কথা পাতি আছিল। কবীন টেক্সীখনৰ কাষলৈ গ'ল আৰু বৰাক ক'লে।

: টকা এশ দিছো। বাকীখিনিৰ বিষয়ে আহি কথা হম। বেয়া নেপাই যদি ময়ে চলাম ।

বৰাই আনন্দ মনেৰে এমবেচাদৰখনৰ ছাবিটো কবীনৰ হাতত তুলি দিলে।

সময়ৰ অপচয় নকৰি চালেহ, নিশ্চল, আদিত্য গাড়ীত উঠি পৰিল। কবীনে সেৰা এটা জনাই ষ্টিয়েৰিঙত হাত দিলে।

: এজাহাৰ এখন লিখি নিব লাগিছিল নেকি ?

: আগে কথাটো জানি লও, তাৰ পাছত এজেহাৰ।

: ঘটনাটো তেনে ঘটিল। আমি অৱহেলা কৰিলো নেকি ?

: ব'ল ব'ল। তহঁতৰ কথাই তেনেকুৱা। সদাই বাধা, সদাই নিষেধ। খুব কুল ব্ৰেইনেৰে কাম কৰা মানুহ নহয় তহঁতবোৰ ? এতিয়া পিছে কি হ'ল? মই কেতিয়াবাই কৈছিলো ৰাইহানক চৰ দুটামান দি সোধো- তহঁতি নিদিলি।

কবীন আৰু চালেহ নীৰৱ। নিশ্চলে আগ্ৰহেৰে মাত দিলে।

: আপোনালোকে মানে কথাটো আগৰে পৰা জানে হ'বলা। যদি জানে লগে লগে এটা ব্যৱস্থা হাতত লব লাগিছিল। ইয়াত কিন্তু ডাঙৰ মানুহৰ হাত আছে দেই।

কবীনে এটা সৰু হাঁহি মাৰিলে আৰু মাত দিলে।

: প্ৰেমৰ বাবেই যদি ৰাইহানে লতাক পলুৱাই নিছে তেন্তে কোনো কথা নাই। কিন্তু আমাক এটা শিক্ষা বা এশিকনি দিয়াৰ মানসেৰে যদি ষড়যন্ত্ৰ কৰি পলুৱাই নিয়াইছে তেন্তে কথা গভীৰ হ'ব পাৰে।

: মোৰ মতে পাছৰটোৰেই হ'ব কিজানি। এক সপ্তাহ মানৰ আগত এদিন ৰাতি দেউতাই ৰাইহানক প্ৰায় পোন্ধৰশ মান টকা দিয়া মই নিজেই দেখিছো আৰু "মই খবৰ দিলেহে তই আহিবি" বুলি কথা এষাৰ কোৱা শুনিছো। ইমান টকা দেউতাই অইন কোনো কাৰণতে দিব নোৱাৰে। দৰমহাটো নিয়াও মই ক'ব পাৰো।

: তুমি তাৰ কাৰণ কি বুলি ভাবা বাৰু ?

: কাৰণবোৰ তোমালোক অসম প্ৰগ্ৰেচীভ ফ'ৰাম।

: কিয় আমিটো তেওঁক একো কৰা নাই ?

: কবীন চা ভাই, খং কৰিলে তহঁতি বেয়া পাৱ। কথাবোৰ তহঁতি সোনকালে পাহৰি যাৱ। আমিনো ইমানদিন কি কৰি আছো- আমাৰ কাৰ্য্যকলাপ কি, এই বিষয়ে দেখো কেতিয়াবাই আমি কৈ গৈছো। আমাক মানসীকভাৱে পৰাস্ত কৰাৰ উত্তম উপাই ইয়াতকৈ আৰু কিবা আছে জানো? আৰু তই আজি বৰ নিমাখিতভাৱে, বৰ সৰলতাৰে প্ৰশ্ন কৰিছ আমি তেওঁক

একো কৰা নাই। পৰান্ত তহঁত গালেই হবি মোক কিন্তু কোনেও একো কৰিব নোৱাৰে। মই সদাই ময়েই- মোৰ তেজ তোপাও গৰম।

: তোৰ মতেই সৰু সকলো কৰা হ'ব। কছোন বাৰু আজি আমি কি কৰিম.?

: উপহাস নকৰিবি কবীন মই গাড়ী ৰখাই নামি যাম। মোৰ পৰামৰ্শ বৰ দৰকাৰ হ'ল নহয়? ভাব, চিন্তা কৰ কি কৰিবি ? মই কিয় কম? যেতিয়া কিছুমান কথা অত্যন্ত জৰুৰীভাৱে কৈছিলো তেতিয়া তহঁতে নৰমভাৱে লৈছিলি। আজি এতিয়া মই আগে একো কোৱা নাই নহয়- মোক খুব গুৰুত্ব দিছে।

: তহঁত দুটাৰ এইবোৰ কথা এতিয়া বাদ দে। বিপদ সকলোৰে। লতাক উদ্ধাৰ কৰাটোহে আমাৰ কাম।

: O, No - লতাক কিয় উদ্ধাৰ কৰিবি ? তাইটো বেয়া কাম কৰা নাই। ৰাইহানৰ সতে বিয়া হৈছে, বিয়া হ'বৰ বাবে পলাই গৈছে। আমাৰ কাম হ'ব- আমি যদি পাৰো এটা কথা জানিব বিচাৰিম যে লতা আৰু ৰাইহানৰ মাজত ভাল পোৱাৰ সৃষ্টি হৈছিল, নে নাই নে আমাক এটা মজা দিবৰ বাবে তাইক অপহৰণ কৰি কৰবালৈ লৈ যোৱা হৈছে। বিয়া যদি হৈছে আমাৰ ক'ব লগা একো নাই।

: তই আক এইবোৰ কথা বগীবুঢ়ীৰ ঘৰত কৈ নিদিবি।

: অ' তোৰ ইয়াতে ভয় লাগিলেই। সিমানৰ মানুহহে তহঁতি? জেঠায়ে ভাল পোৱা বা বেয়া পোৱাৰ লগত কি কথা ? প্ৰকৃত কথাৰ উদ্‌ঘাটনটো হ'ব লাগে।

: জেঠায়েতো আমাক একো সহাই কৰি দিব নোৱাৰে। তেওঁ কিমান আঘাট পাইছে- তাতে যদি তই গৈয়েই এইবোৰ কৈ দিয় তেন্তে কথাটো বেয়া হ'ব।

: সেই কাৰণে মই সদাই প্ৰথমে মনে মনে থাকোঁ। পাছতহে কওঁ।

: আগে পাই লও গোটেই ঘটনাটো শুনি লও তাৰ পাছত ঠিক কৰা হ'ব, কি কৰিম।

: শুন অই কবীন- আজি ৰাতি নৱদাদাক ওলাবলৈ ক'ব পাৰিবি ?

: কিয় ? ক'লৈ ?

: ৰাতি ঘৰত কাকতি থাকিব লাগিব। তেনে অৱস্থাত সৰ্ব্বদা যাব লাগিব কাকতিহঁতৰ ঘৰলৈ। দেউতাক কিন্তু ঘৰত থাকিবই লাগিব। দুয়োজনে মিলি কি কথা পাতিব সেইখিনি সময়ত কৈ দিম।

: মই বাৰু দেউতাৰ সতে কি কথা পাতিম ? মই খুব অসুবিধা অনুভৱ কৰিম তেতিয়া।

: আপুনি অলপ ধৈৰ্য্য ধৰিব লাগিব।

: চাওঁক- মই কেতিয়াবাই কৈ দিছো যে মই সকলো কথা, খবৰ আপোনালোকক দি থাকিম। প্ৰত্যেকটো কথা মই জনাই থাকিম। আজিও যি পাৰো কৈছো, লগতো আহিছো। কিন্তু দেউতাৰ মুখা-মুখি হৈ মই কিবা এটা ক'বলৈ বা কৰিবলৈ বৰ টান পাওঁ। মোৰ পৰা মায়ে কথা শুনাতো মই একেবাৰে নিবিচাৰো। মই সকলোতে আছো। কিন্তু এইবোৰত মোক নলগাব।

: নিশ্চলৰ বদলি আমি গ'লে হ'বতো ?

: হ'ব, কামটো সেমেকা হ'ব পাৰে।

: বাৰু হ'ব দে। পালোহিয়েই। এটা কাম কৰো গাড়ীখন ইয়াতে ৰাখি যাওঁ। সৌ গছজোপাৰ তলত। একো নহয় দে।

: গছজোপাৰ তলত নেলাগে। তাৰ বদলি বজাৰৰ সেই প্ৰথম দোকান কেইখনৰ অলপ আঁতৰতে ৰাখো। অন্তত মানুহে দেখি থাকিব।

কবীনে জয়া বজাৰৰ পিনে গাড়ীখন লৈ গ'ল আৰু এখন দোকানৰ কিনাৰত ৰাখি গাড়ীৰ সৰু খিৰিকীৰে দোকানী এজনক হাঁহি মাৰি গাড়ীখন চাবৰ বাবে ক'লে। দোকানৰ ডেকা ল'ৰাটোৱে সন্মতিসূচক হাঁহি এটাৰে সহাৰি জনালে। কবীনহঁত গাড়ীৰ পৰা নামি বগীবুঢ়ীৰ ঘৰলৈ যোৱা সৰু আলিটোৰে আগবাঢ়িল।

: আহা নিশ্চল, এই পিনেই জেঠাইৰ ঘৰ। মনত আছেনে আদিত্য - কিমান দিনৰ আগতে আহিছিলো ?

: ন মাহ মান হ'ল।

: নবৌৰ জন্দীছৰ ঔষধ নিবৰ বাবেই আমি আহিছিলো। টফচিৰ আগতে এবাৰ নে দুবাৰ আহিছিল।

: বহুত মানুহে দেৱাই নিয়াটো সঁচা কথা। পেপাৰত জাননী পোৱাৰ পাছত আজিকালি বহু মানুহ আহে। বিশেষকৈ একেবাৰে পুৱা ভাগত। কিন্তু,

আমাৰ দেউতাই বোধহয় সদাই দেৱাই নিবলৈ নাহে- মানে দেৱাই নিয়ে কিন্তু ৰুগীৰ কথাটো মিছা।

: মইতো একো বুজা নাই ? কি কথা ?

: দেউতাৰ দৰে মানুহ ইয়ালৈ নিয়মিত ৰূপে অহাটো অলপ কথা নেকি ? চেলু এটা গালিবনে নেলাগে ? কাৰণ, বহু দেৱাইৰ বটল দেৱাই সহ গেৰেজৰ পাছৰ চালিখনত দ'ম হৈ থকা মোৰ চকুত পৰিছে। ৰুগীৰ নাম লৈ আহি অন্য কথাহে পাতি যায়।

: সঁচা কথা। মই এতিয়া বুজিছো।

: দেখা যাওঁক কি হয়।

: জেঠাইৰ লগত আগৰদৰে কথা নেপাতিবি। কোনে কি পিন্ধাই থৈছে ধৰা টান।

: চালেহে ঠিকেই কৈছে।

: অন্তৰ সৰল কিন্তু মগজু তীব্ৰ, অসাধাৰণ। কিমান যে জীৱনত সংগ্ৰাম কৰিছে ভাবিলে আচৰিত লাগে। পালোহি, সৌটো ঘৰ- সৌৱা বাহিৰত টফচিৰ বহি আছে- লগত সেইজনী তৰা হ'বলা।

: তৰা নহয় গোলনা আৰা হ'বলা।

কইীনহঁতে পদুলিত ভৰি দিলেহি। ছোৱালীজনী ভিতৰলৈ সোমাই গ'ল। টফচিৰে চকীৰপৰা উঠি দুখোজমান আগবাঢ়ি আহিল।

: কিহত আহিলি ?

: টেক্সী এখন আনিছো - বৰাৰ, জেঠাই নাই নেকি ?

: ওলাই গৈছে আহিব।

ছোৱালীজনী তৰা, গোলনা আৰা কোনো নহয়। ৰহিমা নামৰ নতুন ছোৱালী এজনীহে। তাই নতুন চকী পাঁচখনমান বাহিৰলৈ উলিয়াই দিলে। ছোৱালীজনীৰ পিনে সকলোৱে চালে কিন্তু তাইৰ চকুজোৰ সেমেকি থকাৰ বাবে কোনেও নেমাতিলে। কবীন, নিশ্চলহঁত বহি পৰিল।

: কেইদিন হ'ল ?

: আজিৰে পাঁচদিন। কথা বহুত।

: এজাহাৰ আদি কিবা দিছে নেকি ?

: দিনা নাই। জেঠাই অহাৰ আগতে কথা অলপ পাতি লওঁ, ঘৰত

তৰাইত নাই। এইজনী নতুন ছোৱালী- নাম ৰহিমা । একো নেজানে। বুজিও নেপায় ।

টফচিৰৰ কথাত সকলোৱে চকীবোৰ আগলৈ আনি অৰ্ধাবৃত্তৰ দৰে বহি ললে.। কবীনে চিগাৰেট এটা জ্বলাই ললে ।

: আমি কি কৰিব পাৰো সেইটো পাছৰ কথা । কিন্তু জেঠাই বাংলাদেশী বাবে যাব লাগিব । আমি জেঠাইক যি বুলি জানিছিলো ঠিক সিমান নহ'লেও বহু কেইজন বৰ বৰ লোকে জেঠাইৰ জীৱনৰ সকলো কথাই জানি গ'ল। সেইবোৰ নানা পৰিস্থিতিত জেঠাইৰ মুখৰ পৰায়ে ওলাই গ'ল। তাৰ ভিতৰত এতাইতকৈ ডাঙৰ কথা দুটাৰ এটা সেই বৰ বৰ লোক কেইজনে নেজানে। সেইটো হৈছে যে জেঠায়ে একমাত্ৰ পুতেক ফৰমানৰ বাবেহে ইয়ালৈ আহিব লগা হ'ল আৰু সেই পুতেকক পোৱাৰ আশাতে যে ইয়াত আজিও আশাৰে ৰৈ আছে সেই কথাটো । সিতো হ'ল লতামণিক যদি কাৰবাৰ কাষত গটাব পাৰে তেন্তে তেওঁৰ যোৱাত কোনো আপত্তি নাই। পাছৰ কথাটো কিন্তু সকলোৱে জানে । গতিকে এতিয়া লতা যিহেতু কোনোবা এটাৰ সতে পলাই গ'ল- গতিকে বগীবুঢ়ী যোৱাত কোনো বাধা নাই। ইয়াত নিশ্চলৰ দেউতাকে মুখ্য ভূমিকা লৈছে । তেওঁলোকে খুব বেজাৰ কৰিয়ে কৈছে যে আকৌ এটা আন্দোলন হোৱাৰ সম্ভাৱনা আছে। কাগজে-পত্ৰই কথাটো ওলাইছে । সভা আদিও হৈছে। অকলশৰীয়াকৈ এজনী বুঢ়ী মানুহেনো কিদৰে এইবোৰ চম্ভালিব ? গতিকে নিজৰ দেশত যদি সা-সম্পত্তি আছেই তেনে ইয়াত থকাতকৈ দেশলৈ যোৱাই ভাল । তাতে বোলে, অতবোৰ মানুহক দেৱাই দিয়াৰ বাবে যেতিয়া বহু মানুহ আহিব লগাত পৰিল সেই সকলোবোৰেই জানি গ'ল যে বগীবুঢ়ী বাংলাদেশী । গতিকে মানুহবোৰে এতিয়া খুব জোৰদাৰ ভাৱে ক'বলৈ লৈছে এইবোৰ কথা ।

: অতসোপা যে বিদেশী আছে সেইটো কিয় আনৰ চকুত নপৰিল? এজনীকে কিয় ধৰিছে ?

: ৰ'না ভাই ! তেওঁলোকৰ কথাবোৰহে কৈছো । আদিত্যই থাপ মাৰি কথাবোৰ ধৰ কিয় ?

: আপুনি ৰব আগে কথাবোৰ পাতি লও ।

: তাৰমানে বগীবুঢ়ীক বাংলাদেশলৈয়ে হওক বা আমাৰ ইয়াত আন

কৰবালৈয়ে হওক আতৰাই পঠালে তেওঁলোকৰ এটা চেলেঞ্জ ৰক্ষা হয়। আচলতে সেইবোৰ মিছা কথা। স্বদেশ প্ৰেমৰ মমতাই উদ্বুদ্ধ কৰা হ'লে কেৱল এগৰাকী মহিলাক এইবোৰ ক'বলৈ নাহিল হয়। এইটো সৰু ল'ৰায়েই বুজিব। আৰু এটা সাংঘাটিক ফন্দী পাতিছে একেবাৰে সুকীয়া ঠাচত। সেইটো আৰু জমিছে। বুঢ়ীক কোৱা হৈছে যে টাবৰীণে যে নিজ দেশৰ মুছলমান সকলে হিন্দু সকলক অতখিনি অত্যাচাৰ কৰিছিল তাৰ পোতক তুলিবলৈ ইয়াৰ হিন্দুসকলেও বোলে বিদেশীক পালেই তেনে কৰিব বুলি এটা কথা ভাবিছে। গতিকে সেইটো হোৱাৰ আগতে তেওঁ গুচি যোৱাটোৱেই এটাইতকৈ ভাল কথা হ'ব বুলি বুঢ়ীক বুজাইছে।

: জেঠায়ে কি ভাবিছে ?

: লতামণিৰ ওপৰতে জেঠাইৰ প্ৰশ্নটো আছিল। এতিয়া যিহেতু তায়ো গ'লগৈ, তেওঁৰ আৰু অন্য কোনো আশা বৰ্তমানে নাই, কোনো মোহ-আগ্ৰহ নাই। এজন পুলিচৰ লগ লব আৰু সীমান্তইদি ঘৰ পাবগৈ। বাকী ফৰমানক পোৱাৰ আশাটো নমৰা পৰ্য্যন্ত চকুলো হৈয়ে বৈ যাব।

: কিন্তু, আচল কথা যে ইয়াৰ এটাও নহয় সেইটো গম পাইছনে নাই? টাবৰীণৰ লিখনিক কি কামত লগাই হাত মজবুট কৰিছে তাৰ পৰাই গোটেই কথাটো ওলাই পৰিছে। আমি যে টাবৰীণৰ মতে নগ'লো, টাবৰীণৰ কথা মানি নললো, তাইৰ যে বিৰোধিতা কৰিলো আৰু এই সকলো বোৰৰ মানেই, অৰ্থাই যে এটা ধৰ্মক, তাৰ কথাখিনিক পবিত্ৰ ভাৱে ৰখাৰ, সেই ধৰ্মৰ গুৰু জনাৰ প্ৰকৃত মৰ্য্যাদা অক্ষুন্ন ৰখাৰে আমাৰ উদ্দেশ্য সেইটো খোলাভাৱে ওলাই পৰিল। তাকে নকৰিনো আমি আৰু কি কৰিম। সঁচা বাবে সঁচা কথা কৈছো- যদি মিছাৰ প্ৰমাণ পাওঁ তেন্তে আকৌ এদিন মিছা বুলি কম। তাৰ বাহিৰেটো আমি অন্য একো কোৱা নাই ।

: মইটো কৈছিলো যে মোৰ দেউতা এজন বেলেগ সংগঠনৰ লোক। তেওঁলোকে এইবোৰ কাম কৰিয়ে ভাল পাই। ক'ৰামৰ কথাক কোনেও বহি আলোচনাৰ মাজেৰে খণ্ডাব নোৱাৰে। কিন্তু মানুহে যিহেতু নিজৰ ধৰ্মটোকে ইমানদিনে মানি আহিছে- গতিকে আন ধৰ্মৰ কিছুমান কথা বিশ্বাস কৰিবলৈ টান লগাটো স্বাভাৱিক কথা। সেইটো কোনো দোষণীয় কথা হ'ব নোৱাৰে মাত্ৰ তাকে হুলস্থূল কৰি, তৰ্ক-বাদানুবাদৰ সৃষ্টি কৰি, বেয়া আচৰণ কৰিব

নেলাগে। কাৰণ প্ৰথম পক্ষৰ কথা শুনি দ্বিতীয় পক্ষই তেনে কৰা মানে পুনৰ প্ৰথম পক্ষই আঘাট পোৱাটোকে বুজাব। দ্বিতীয় পক্ষই নেমানিব পাৰে, বিশ্বাস নকৰিব পাৰে তাৰবাবে তেওঁ নীৰৱে থাকিলেই হৈ গ'ল। কিন্তু আমাৰ মানুহে হেচা-ঠেলা কৰি একেবাৰে আক্ৰমণ কৰি দিয়ে সেইটো বেয়া কথা। তেতিয়াই ধৰ্মই বিৰোধৰ নাম লয়। আৰু তেনে বিৰোধৰ পৃষ্ঠপোষকতা কৰে মোৰ দেউতাহঁতে।

: আমি মূল কথালৈ আহোঁ। আমাৰ সংগ্ৰাম আৰু জেহাদ আহিব। ইমান সোনকালে আজিৰ যুগৰ মানুহে এৰি নিদিব। আমাৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণাবোৰে আৰু বহু কাণ্ড ঘটাবলৈ হয়তো মানুহক বাধ্য কৰিব। তাৰে প্ৰথম পৰ্য্যায়ৰ পদক্ষেপটো হৈছে- লতামণিৰ অপহৰণ। আমাৰ প্ৰথম কৰ্তব্য হৈছে বগীবুঢ়ীক অভয় আৰু সাহস প্ৰদান কৰা। সঘনাই খবৰ কৰি থকা আৰু নিশ্চলৰ দেউতাকহঁতে আৰু কি কৰে তাক পৰ্য্যবেক্ষণ কৰা। দ্বিতীয় কৰ্তব্য হৈছে ৰাইহান আৰু লতা ক'লৈ গ'ল বা ক'ত থাকিব পাৰে তাৰে এটা অনুসন্ধান কৰা। তেখেত আহিলেই আজি আমি ঠিক এই পৰ্য্যায়ৰ কথাকে পাতিম। তেওঁ যদি বিদেশী, যদি বেয়া কাম কৰিছে, আমাৰ অনিষ্ট সাধন কৰিছে, আমাৰ ভাষা সংস্কৃতিৰ যদি অন্তৰায় হৈছে বা ধৰি ললো একো কৰা নাই কেৱল তেওঁৰ পৰিচয়ৰ বাবেই যদি তেখেত এই দেশৰ পৰা যোৱা উচিত তেন্তে পঠাই দিয়ক। কিন্তু উৰহৰ খং ভগা ঢাৰিত জাৰিলে নহ'ব। আমাৰ সতে গোপনে লাগি তেওঁৰ অন্যায় হ'ব নোৱাৰিব।

: লতাই ৰাইহানক ভাল পাইছিল নেকি ?

: নিশ্চয় পাইছিল- নহ'লে তাই নগ'ল হয়।

: জেঠাইলৈ লেশমানো ভয় নকৰিলে নে ?

: অপহৰণ কৰাৰ ধৰণ, কৰপৰা নিচে, কিহত নিচে এইবোৰৰ বিষয়ে নেজানিলে একো ক'ব নোৱাৰি।

: তহঁতে যে খুব ৰাইহানৰ নাম লৈ আছ লতাক যে ৰাইহানে নিচে তাক তহঁতক কোনে ক'লে ? অন্যাও হ'ব পাৰে। জেঠায়ে কৈছে নেকি ?

: তৰায়ে সন্দেহ কৰিছে।

: নহ'বও পাৰে ?

: মোৰ কথা হ'ল- মই বৈ থাকিবলৈ বেয়া পাইছো। পুলিচক খবৰ

দি আমি তাইৰ অনুসন্ধান কৰিব লাগে। কিন্তু অনুসন্ধান কৰিম ক'ত? মই ভাবো নৰদাদাক কথাটো কৈ কিবা এটা বুদ্ধি কৰি নতুবা স্পষ্টভাৱে নিশ্চলৰ দেউতাকক সুধিব লাগে ৰাইহান কোন আৰু ক'ত থাকে? তেওঁৰ যিহেতু গাড়ীখন মাজে মাজে চলাই তেওঁ ক'বলৈ বৰ এটা বেয়া নেপাব। আৰু যদি নকয় তেন্তে সি যে দোকানো দিয়ে সেই ঠাইলৈ যাব লাগিব। তেতিয়া কিন্তু পুলিচ লাগিব। কিন্তু যিটোকে নকৰো লাগিলে সোনকাল হ'ব লাগিব।

বাহিৰৰ জেওৰাৰ কাষতে বান্ধি থোৱা ছাগলী এজনীয়ে বেবাই দিয়াত সকলোৱে সেইপিনে মন কৰাতহে দেখিলে যে বগীবুঢ়ীয়ে হাতত এটা সৰু মোনা লৈ ঘৰৰ পিনে আহি আছে। ছাগলী জনীয়ে ওচৰ পোৱাত বগীবুঢ়ীৰ আঙুলি দুটা চুপিবলৈ ধৰিলে। তেওঁ ছাগলীজনীক মৰম কৰিলে আৰু সোমাই আহিল। ৰঙা পাৰিৰ বগা শাৰী এখনৰ সতে এটা ক'লা ব্লাউজ পিন্ধা বগীবুঢ়ীয়ে শাৰীৰ আচলেৰে ওৰণি লৈ কবীনহঁতৰ পিনে চাই কন্দনা মুৱা হৈ ক'লে।

: তোমালোকে মানুহক মোৰ পৰিচয় ঠিক বাংলাদেশী বুলিয়ে ক'বা। নহ'লে জয়া বজাৰৰ মানুহবোৰে মোক যাবলৈ নিদিব। মইনো ইয়াত থাকি কি কৰিম ? গছৰ ফল কেইটামানহে ৰখি আছিলো। এতিয়া আৰু ভয় নলগা হ'ল। তাই থকাৰ বাবে অলপ চাই-চিতি চলিছিলো।

বগীবুঢ়ী ভিতৰলৈ গ'লগৈ। দুখ আৰু বিস্ময়ত সকলোৱে তললৈ মূৰ কৰি থাকিল। নিশ্চলে ভাবিবলৈ টান পালে- এইজনীয়েই সেই মহিলাজনীনে যাৰ নাম বগীবুঢ়ী? মহিলা গৰাকী ভাঙি পৰিছে, দুখ পাইছে। মাতৃ গৰ্ভৰ কোমলতা আৰু সৰগ সদৃশ নিৰাপত্তা, উমাল আশ্ৰয়ক এৰি পৃথিৱীৰ নিদাৰুণ বাস্তৱলৈ অহাৰ দিনাখনৰে পৰা তেওঁ লতামণিক পাইছিল, তেখেত বলীয়াৰ দৰে হৈছে, লাজ অপমানত জৰ্জৰিত হৈছে। গতিকে অলপ অস্বাভাৱিক হোৱাটো আচৰিত কথা নহয়। কিন্তু তেওঁৰ অভিব্যক্তিত সেইবোৰৰটো কোনো চিন নাই। তেওঁ দেখো নিজ পৰিচয়ত ধন্যা হৈ, সত্যবাদী ৰূপে তাকেহে প্ৰকাশ কৰি স্বদেশলৈ আপোনমনে প্ৰত্যাবৰ্ত্তন কৰাৰ ঘোষণাহে কৰিছে। মানুহ নে দেৱী? বাংলাদেশী বুলি সাক্ষীহে দিব লাগে। নিশ্চলে এই সকলোখিনি কিবা অভিনয় যেন বুলিহে ভাবিছিল। সি লাহেকৈ মাত দিলে।

: দুখতে কথাবোৰ তেনেকৈ কৈছেনে নে অলপ এইদৰে কৈ মেলি

দেখুৱাইছে ?

: বহি থাকা সকলো গম পাবা।

হাতত মূঢ়া এটা লৈ আহিল আৰু টফচিৰইতৰ কাষতে বহি সৰু বেগ এটাৰ পৰা তামোলৰ টেমা এটা উলিয়াই পাণত চুন দি দি বগীবুঢ়ীয়ে ক'লে।

: মই কাজিয়া কৰিব নোৱাৰো। থানা এখনলৈ যাম আৰু তাতে পুলিচক কম মোক থৈ আহিবৰ বাবে। মোৰ ক'তো ধাৰ-ধুৰ, দাবী-দাৱা একো নাই। একেবাৰে ফিৰি। এতিয়াই যদি ভাবো- এতিয়াই যাব পাৰো। ছোৱালী কেইজনীমান আছে - জয়া বজাৰৰ ৰাইজে বাপেকহঁতক খবৰ দিব, আপোন মানুহক খবৰ দিব। দুদিন পাছত লৈ যাবহি। কুকুৰা-হাঁহ ৰখাদি যেনিবা মই জীৱন ভৰ ৰখি থাকিলো, এয়াহে- তাকেহে কৰিব। সকলো মিছা। মানুহ হ'লো বুলি ইমান দুখ লম নে ? আহাছোন তামোল এখন এখন লৈ যোৱা। চাহ দিম। ছোৱালী এজনীহে আছে। বাকীমখা কামে কামে গ'ল।

চকীৰপৰা উঠি কবীন, চালেহঁতে একোখনকৈ তামোল নিলেহি বগীবুঢ়ীৰ হাতৰপৰা। নিশ্চলে অপলক দৃষ্টিৰে গোটেই মানুহজনীৰ পিনে চাই আছিল। সিও তামোলখন ললেহি। পাণখিলা টেমীটোৰ কাণত ৰাখি ফলাৰ চলেৰে আৰু চূণখিনি কমোৱাৰ চলেৰে নিশ্চলে বগীবুঢ়ীৰ পুৰঠ, মাখনবুলীয়া হস্ত যুগললৈ অকণ সময় চাই থাকি পুনৰ চকীত গৈ বহিলগৈ।

: মানুহবোৰে মোক যাবলৈ নিদি মোক ৰাখি কি কৰিব ? মই সেই ছোৱালীবোৰকে ৰাখি ৰাখি থাকিব লাগিব। বিশ-বাইশ জনীমান ছোৱালীক ভাল কৰিলো মানে কাম-বন শিকাই ভালেৰে ৰাখি তেৰ চৌধ্যজনীমান বিয়া দিলো। একেবাৰে বয়সত সৰু জনীয়ে বুকুত কামোৰ মাৰি গুচি গ'ল। এতিয়া আৰু থকা কেইজনীৰ কামোৰ খাবলৈ নাই। মই যাবলৈ ওলালো- তোমালোকে মোক সহাই কৰিবা। মোৰ আৰু অন্য কথা ক'বলৈ একো নাই।

মৰসাহ এটা দি কবীনে আৰম্ভ কৰিব বুলি ভাবিলে। ইমান সঁচা কথাৰ মাজত অন্য কিবা কোৱাৰ কোনো উপাই নাই। এই সময়ত জেঠাইকে সমৰ্থন কৰি যোৱা উত্তম হ'ব বুলি কবীনে ভাবিলে। আবেগ, দুখৰ পৰিবৰ্তে এইয়া জেঠাইৰ এক বাস্তৱ আৰু কঠোৰ প্ৰকাশ। এইয়া নিস্বাৰ্থ জেঠাইৰ সবল যুক্তি। বিশেষ এক ভক্তিভাৱ আৰু সন্মান বোধে কবীনক আগৰ 'তুমি' সম্বোধনটোক একাষে ৰখাই মুখেৰে 'আপুনি' বুলি ক'বলৈ বাধ্য কৰালে। আজি

যেন সকলোৱে বগীবুঢ়ীক আপুনি বুলি ক'ব। কবীনে সৰুকৈ মাত দিলে।

: আপুনি যাবগৈ বাৰু জেঠাই- আমি আছোঁ। আমি মাত্র এটা কথা ক'ব বিচাৰিছোঁ- আপুনি জানো ভালকৈ জানে যে লতামণি কাৰোবালৈ নিজ ইচ্ছাতে পলাই গৈছে, আৰু সেই ল'ৰাটো সেইটোৱেই যিটোৱে তাইক জোকাইছিল ?

: মই এটা কথাই জানো যে তাই তাইক জোকোৱা সেই ল'ৰাটোলৈকে গৈছে। কাৰণ ইমান দিনে তাইক অন্য কোনো ল'ৰায়ে মাত এবাৰ দি পোৱা নাছিল। তাই সেই ল'ৰাটোকে ভাল পাইছিল। তৰাই কথাবোৰ জানে।

: বগীবুঢ়ীয়ে অন্য কথা নেজানে। সোধাও ভুল। ইমান ন্যায়নিষ্ঠা আৰু উদাৰ-সংগ্রামী মহিলা এগৰাকীক আবোল-তাবোল প্রশ্নকৰাও অনুচিত।

: আমি লতামণিক বিচাৰি নেজাম নেকি ?

: মই একো নেজানো। বিচাৰি উলিয়াই আনি কি কৰিবা ? শাস্তি দিবা, নে মোক গতাই দিবা ? এতিয়া নতুন জীৱন আৰম্ভ হৈ গৈছে। এইবোৰ আল্লাহ-মালিকৰে হুকুম। তোমালোকে যি পাৰা তাকে কৰা। মোক কিন্তু বন্দী নকৰিবা। মই মাত্র ইয়াৰ পৰা যাবৰ বাবে সাজু হৈছো ।

: ঠিক আছে জেঠাই আমি যি পাৰো কৰিম। মই আন এটা কথা কওঁ। আপুনি মানুহ চিনি পাইছে- মানুহৰ এটা স্বভাৱো নাই- যাৰ সতে আপুনি পৰিচয় হোৱাই নাই, আপুনি পোন্ধৰ দিন মান আৰু থাকক- আমি ডাঙৰ ডাঙৰ পুলিচৰ সতে কথা পাতি আপোনাক ইজ্জতৰ সতে পঠাই দিম। অত দূৰ বাট আপোনাক ভালেৰে বৰ্ডাৰ পাৰ কৰোৱা লোক আজিৰ যুগত নেপাব। আজীৱন আপুনি মানুহৰ বেয়া হাতৰ পৰা সাৰি আহিছে। আমাৰ অসমীয়া ছোৱালী মখাকো তাৰে শিক্ষা দিছিল। এতিয়া যেন আৰু আপোনাৰ একো নহয় সেয়ে আমাৰ আশা।

বগীবুঢ়ী থমকি ৰ'ল। টফচিৰৰ কথাত তেওঁ গাৰ কাপোৰবোৰ ঠিক কৰি আছিল যাতে গাটোৰ কোনো অংশ কাৰো চকুত নপৰে। ইজ্জতৰ বাবেই সদাই ভয়-শঙ্কা কৰা, মহিলাৰ গাটোৱেই মানুহৰ শত্রু বুলি নির্ভুলভাৱে ভবা বগীবুঢ়ীয়ে টফচিৰৰ কথাবোৰত বহুখিনি দবি গ'ল। টফচিৰে ঠিকেই কৈছে যদিও কথাখিনিয়ে কৰবাত বগীবুঢ়ীকো কোৱাৰ দৰে লাগিল সকলোৰে। সকলোৱে ভাবিছিল ন মাহৰ আগতে দেখা আৰু কথা পতা বগীবুঢ়ীক অইন

নহ'লেও বিশেষকৈ এইটো ঘটনাই অকণমানকৈ হ'লেও দেহ-মনৰ কোনোবা এখিনিত এক পৰিবৰ্তনৰ চাপ পেলাব। কিন্তু মনটোত অকণ পৰিলেও দেহটোক যে কোনো কথাই চুব পৰা নাই। সময়ৰ দৈত্য বগীবুঢ়ীৰ যৌৱনৰ কাষত যে পৰাজিত তাক সকলোৱে গম পাই গৈছে। নিশ্চলেতো তেওঁক এগৰাকী ঘুগুলী বুঢ়ি বুলিয়ে ভাবিছিল। কিন্তু দেখাৰ পাছত মানি লোৱাৰ কোনো যুক্তি নাছিল বাবেই নিশ্চলেও আচাৰ্য্যজনকভাৱে নীৰৱতা অবলম্বন কৰিলে।

: এই বিষয়ে যদি তেনেকৈ ভাবিছা তেন্তে মোৰ ক'ব লগা একো নাই। তোমালোকৰ সহাই লৈয়ে মই যামগৈ। সোনকালে কৰিবা। সমাজ আৰু দেশৰ অৱস্থা বৰ বেয়া। আমি ইজ্জতৰ সতে যাবগৈ পাৰিলে সকলোৰে মঙ্গল।

গুজৰি-গুমৰি থকা অথচ সতকাই মুখেৰে একো নোকোৱা আদিত্যই যেন এটা সুবিধা পাই গ'ল। সি তৎক্ষণাত এটা প্ৰশ্ন কৰি দিলে।

: জেঠায়ে কি দেশ আৰু সমাজৰ কথা কৈছে আমি একো বুজা নাই। মানে জয়া বজাৰৰ মানুহবোৰে কিবা কাৰণত আপোনাক বেয়া পাইছে নেকি? ক'তা আমিটো ঠিকেই দেখিছো।

: তোমালোকে মোতকৈ বেছি জানা। ধুমুহা বতাহৰ আগত সৰু বতাহ আহিলেই যে ধুমুহা নাহিব তাৰ কোনো মানে নাই। আমাৰ দৰে মানুহৰ বাবে সৰু বতাহেই ধুমুহাৰ দৰে। এখন দেশৰ মানুহ এখন দেশত থাকিব নোৱাৰে। থাকিব নেপাই। এই কথাতে যদি সেই মানুহৰ ওপৰত জোৰ- জুলুম চলে তেন্তে সেই মানুহজনৰ একো ক'ব লগা নেথাকে। আকৌ বোলে তোমালোকে আন্দোলন কৰিবা। মোৰনো আৰু কোন আছে। গতিকে মই যোৱাই ভাল। জয়া বজাৰৰ মানুহবোৰে সময়ত মোকনো ক'ত ৰাখিব পাৰিব? সেইখিনি হোৱাৰ আগতে মই এই ঠাই এৰিব পাৰিলেই মোৰ ভাগ্য।

দুৱাৰ মুখৰ পৰা ৰহিমাই বগীবুঢ়ীক কিবা এটা কোৱাত বগীবুঢ়ীয়ে মূঢ়াটোৰ পৰা উঠিল আৰু টফচিৰহঁতৰ পিনে চাই ক'লে।

: জয়ন্তী, ফৰিদাহঁত নাছিল, এতিয়া আহি পাইছেহি। কিনো বনাই খুৱাব। আহা চাহ অকণ খাবাহি।

ডেকা ল'ৰাখিনি ভিতৰলৈ আগে যোৱালৈ বগীবুঢ়ীয়ে বাট চাই ৰ'ল।

ইমান ওচৰৰ পৰা ডেকা কেইটাৰ গাৰ কাষেদি খোজ কাঢ়ি যাবলৈ বগীবুঢ়ীয়ে ভাল নেপালে। আগৰ সেই কোঠাটোতে সকলোৱে চাহ খোৱাত লাগিল।

: চাহ খাই আকৌ তাতে বহিবৰ বাবে চকীবোৰ নানিলো দেই। তোমালোকে খোৱা- মই ভিতৰৰ পৰা আহো।

এখন কাঁহিত পকা অমিতা, কাষে কাষে জাহাজী আৰু এখন কাঁহিত বিস্কুত আৰু ভুজিয়া, ডাঙৰ টেবুলখন নতুন- আগতে নাছিল, পৰ্দাখনো নতুন। ভিতৰৰ কোনোবা এটা কোঠাত সুগন্ধী ধূপ এদাল জ্বলি আছিল। গোন্ধটোহে কোঠালৈ ওপঙি আহিছে। এই সামান্য পৰিবৰ্তনখিনিয়ে টফচিৰ-কবীনহঁতৰ মনলৈ এটা প্ৰশ্ন আনি দিলে যে এই বস্তু কেইপদ বগীবুঢ়ীয়ে প্ৰয়োজনৰ তাগীদাত লৈছেনে নে আগতকৈ বেছিকৈ মানুহে দেৱাইৰ বাবে অহা-যোৱা কৰে বাবে চৌখীনৰ তাড়নাত পৰি লৈছে ? জেঠায়ে তেনে আগলৈ অকণ খোজ কাঢ়িব পাৰিছে।

: কথা বিশেষ আৰু জেঠাইৰ সতে একো নাই।

: ঘটনাৰ মাখনখিনি আমি পাই গ'লো।

: আমাৰ কিন্তু বহুত কাম আছে। জেঠাই সৎ বাবে ভয় খাইছে, ভয় খাই ইজ্জতৰ কথা ভাবিছে আৰু সেয়ে যাবলৈ ওলাইছে। চাবলৈ গ'লে আমাৰ কৰিব লগা একো নাই। কিন্তু এটা যে ষড়যন্ত্ৰ কৰা হৈছে- মিছাৰে এটা পৰিবেশ তৈয়াৰী কৰা হৈছে সেইটো নেজানে। আমি আজিলৈ যাওঁগে।

: তাকে কৰো। নহ'লে লতাৰ বিষয়ে কিছু কৰা আৰু ভবাৰ সময় উকলি যাব। আজি অন্য কথা পতাৰ কোনো সুবিধাও নাই। কাৰণ জেঠায়ে নিজেই দেখাত ভাঙি পৰা নাই আমাৰ আগত কোনো কথা প্ৰকাশ কৰা নাই। মাত্ৰ মুক্তভাৱে, স্পষ্টকৈ নিজৰ কথাকেইটা ক'লে। গতিকে কি কৰি ?

: মোৰ পৰিচয়টো দি দেউতাহঁতৰ কথা কিছুমান উলিয়াই গোটেই ঘটনাৰ ভিতৰচ'ৰাটো দৰ্শন কৰাৰ ইচ্ছা এটা আছিল। কিন্তু, আপোনালোকৰ গাভৰু বুঢ়ীক দেখিয়ে মোৰ জীউ গ'ল। নামটো বাৰু কোনে দিলে। একেবাৰে খাপ নেখালে।

: লাহে লাহে কৰা- বহুত কথা এইবোৰ পাছত কম।

: এইবোৰ আমালৈ কাঁড় মাৰি আমাক নৈতিকভাৱে ধাৰাশায়ী কৰাৰে এটা প্ৰচেষ্টা। মোৰ মতে আমি তেওঁক বহু কথা কৈ দিব লাগিব। সকলো

কথা বুজাই দিব লাগিব।

: সেইবোৰ আমি এই কেইদিনৰ ভিতৰতে কৰিব পাৰিম। ভিতৰি ভিতৰি তেওঁ খুব অশান্ত হৈ আছে, ভীত হৈ আছে। সংগ্ৰামী মানুহবোৰে আনৰ আগত ভিতৰৰ ৰূপটো দেখুৱাই দিব নিবিচাৰে। আজি কিন্তু একো নোৱাৰি।

ভিতৰৰ পৰায়ে বগীবুঢ়ীয়ে ৰহিমাক তৰাইতক মাতি দিবৰ বাবে কৈ আহিছিল। কবীনহঁতে কথা বন্ধ কৰি চাহৰ পিয়লাত ওঠ দিছিল। বগীবুঢ়ীয়ে আকাশী নীলা শাৰী এখন পিন্ধি ওলাই আহিল।

: দুখ লাগিছে যোৱাবাৰৰ দৰে তোমালোকৰ সতে আন কথা পাতিব নোৱাৰিলো। তোমালোক নহা হলা যদিও লতাৰ মুখেৰে সকলো জানি আছিলো। তোমালোক বোলে আমাৰ দেশৰ সেই কিতাপ লিখা ছোৱালীজনীৰ কথাবোৰ লৈ বৰ ব্যস্ত। মই গম পাই আছো। সেইবোৰ কি লিখিছে তাইহে জানে। আমি আমাৰটোহে জানো।

: আমি বাহিৰতে অকণ বহি যামগৈ জেঠাই।

: আহা তেনে বাহিৰলৈকে আহা।

: আমি আপোনাৰ খবৰ এটা কৰিলো।

সকলোৱে আকৌ আহি বাহিৰতে বহিলহি।

: দেৱাই নিয়া মানুহ বহুত আহিল। বহুতকে দেৱাই দিলো। এই মানুহবোৰে এতিয়া মোক চিনি পোৱাৰ পাছত মোক বেয়া পাব পাৰে। সঁচা কথাত মোৰ কিন্তু ভয় নাই। আহিছিলো ফৰমানক বিচাৰি। পৰিলোহি গৰীব, নিৰাশ্ৰয়া, খাবলৈ নোপোৱা ছোৱালী এখিনিৰ মাজত। যিজনীক জন্মৰ চাৰি মিনিট মানৰ পাছত পাই লৈ আহি চৰিত্ৰ আৰু পঢ়া-শুনা কৰাই দিয়ালো-তায়ে এনে কৰিলে।

: আপোনাক কোনোবা মানুহে মিছা কথা কিছুমান কৈছে। তাৰবাবে আপুনি এনেয়ে ভয় কৰিছে।

: মই যে বাংলাদেশৰ, মৌলভী বজাৰৰ তাতকৈ সঁচা কথা অইন একো হ'ব নোৱাৰে। গতিকে মোৰ চিন্তা আৰু সিদ্ধান্তবোৰো সঁচা।

: আমি নবহো। আপোনাৰ সতে আমাৰ যি সম্বন্ধই গা কৰি উঠিছিল তাৰ বাবেই আমি মাত্ৰ লতামণিৰ ঘটনাটোৰ পম খেদিবৰ বাবে ওলাই আহিছিলোঁ। আপোনাক বাৰু আকৌ বন্দী নকৰো। আপুনি আমাক নজনোৱাকৈ গুচি

নেযাব। আমি স-সন্মানেৰে আপোনাক পঠাম।

: তোমালোক আকৌ আহিবা।

বগীবুঢ়ী বৈ গ'ল। মুখখন মাত্র ৰঙা পৰিছে আৰু চকুজোৰ চলচলীয়া হৈ গৈছে। এনে বেজাৰৰ বৰ্ষাই যেন পাৰ ভাঙি বৈ আহিবৰ বাবে চকুত বৈ আছে। টফচিৰহঁতে বেছিপৰ বৈ থকাৰ কথা আৰু নেভাবিলে। সিহঁতে বিনম্রভাৱে মাত লগালে আৰু ঘৰৰ পৰা ওলাই আহিল।

কাৰো মুখত কথা নাই।

কবীনে গাড়ীৰ ছাবিটো পকেটৰ পৰা উলিয়াই ললে।

— 0 —

# ( এঘাৰ )

আছফিয়াই বেয়া পালে। নাৰাজ। যুক্তি প্ৰদৰ্শন কৰিছিল। কিন্তু ফ'ৰামে কথাটো দ'লৈকে নেভাবিলে। তাৰবাবে যে আছফিয়াই অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ পৰা ওলাই আহিব সেইটো নহয়। আছফিয়াৰ মতে মহিলা সংঘই কিছুদিনৰ পৰা অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ সতে সকলো কথাত সহযোগ নকৰি অনবৰতে এটা ভীন্ন মতেৰে কথা কিছুমান মানুহক দিবৰ বাবে চেষ্টা কৰি আহিছে। তাৰবাবে ফ'ৰামে বেয়া পাইছিল যদিও নিজৰ কাম কৰি গৈ আছিল। কিন্তু এতিয়া যুটীয়াভাৱে এখন সভা পাতি - তাত যি এক মিল থকাৰ, ভাল সম্বন্ধ থকাৰ কথা দেখুৱাব খুজিছে সেইটোৱে মানুহক এনেকৈ বুজাই নিদিব যে এই দুয়োটা অনুষ্ঠানৰ মাজত মতামত, মত-অমতৰ বাবে অলপ খকা-খুন্দা লাগিছিল যদিও এতিয়া একো নাই- আচলতে দুয়োটাৰে লক্ষ্য আৰু আদৰ্শ একেই। কিন্তু আছফিয়াই ভাবে হাজাৰ চেষ্টা কৰিলেও এই দুয়োটা অনুষ্ঠান এক হ'ব নোৱাৰে। ফ'ৰামে যদি সংঘৰ কথাত হয় ভৰ দিব পাৰে তেন্তে হয়তো এক হোৱাৰ এটা সম্ভাবনাই জীপ লব পাৰে। এই কথাৰ বাবে ভৱিষ্যতে আৰু বিশৃঙ্খলতাৰ সৃষ্টি হ'ব পাৰে। নিশ্চল কাকতিৰ দেউতাকৰ কূটবুদ্ধি আৰু কৌশলৰ বাবে সংঘই ফ'ৰামক বুকুত লোৱাৰ কথা ভাবিছে যদিও তাৰ অন্তৰালত ফ'ৰামৰ 'ইমেইজ' নষ্ট কৰাৰ যে এক ষড়যন্ত্ৰ সোমাই আছে তাত কোনো সন্দেহ নাই। ফ'ৰামৰ এটা সুকীয়া ব্যক্তিত্ব আছে, এটা অৰ্থ আছে, এটা পৰিচয় আছে আৰু আছে এটা প্ৰতিবাদী কণ্ঠ। প্ৰতিবাদ আজিকালি সকলোৱে কৰে- সকলোৱে কৰিব জানে- সকলোৰে অধিকাৰ আছে। কিন্তু প্ৰতিবাদসমূহ হ'ব লাগিব মানুহ বনাম কদৰ্য্যতাৰ মাজত। কিন্তু আজিকালি বহু প্ৰতিবাদী কণ্ঠই পাহৰি যায় যে অসত্যক প্ৰতিৰোধ কৰিবলৈ যাওঁতে ই মানুহৰ দোষবোৰ সাঙুৰিছে নে নাই? প্ৰতিবাদ-তৰ্কবাদৰ পৰিধিৰ

বাহিৰত দেখা যায় যে কিছুমান মানৱ সম্প্রদায়ৰ লোকে যান্ত্রণাত চটফটাই আছে- তেওঁলোকক কিহৰো লেখত ধৰা হোৱা নাই বৰং তেওঁলোকক হেয়-অৱহেলাহে কৰা হৈছে যি সকলে প্রকৃত উত্তৰ নেপাই। তাৰোপৰি ক্রীয়াৰ বিৰুদ্ধে কোনো বক্তব্য নাই, আছে প্রতিক্রীয়াৰ বিৰুদ্ধে সানিত অস্ত্রৰ ঝন ঝন শব্দৰ নিদাৰুণ প্রকাশ। এইটো বেয়া দোষ ফ'ৰামৰ লেখমানো নাই। ফ'ৰামে সদাই মানুহক বুজাবৰ বাবে, শুধৰাবৰ বাবে সাজু থাকে। মানুহে নেজানে জানক, নপঢ়ে পঢ়ক, ভুল বুজিছে ভুল ভাঙক। তেনেস্থলত সংঘৰ সতে একেলগে যিকোনো সভা পাতি মানুহৰ অন্তৰ জয় কৰাৰ বা সহিষ্ণুতাৰ প্রদৰ্শন পাতিবলৈ যোৱাটো আছফিয়াই এটা ভণ্ডামী বুলিহে ভাবিবলৈ লৈছিল।

সেই কাৰণে আছফিয়াই এটা পিক্‌নিকলৈ গুচি গৈছিল।

ওচৰৰ জেইদা বাইতি, পূৰ্ণিমা, নিৰদাহঁতে ওচৰৰে কোনোবা এটুকুৰা ঠাইত পিক্‌নিকৰ আয়োজন এটা কৰাত আছফিয়াক লগ ললে আৰু এটা সাময়িক বিনোদনৰ বাবে আছফিয়াই তালৈকে গুচি গ'ল। সভালৈ যোৱাৰ পৰা বিৰত ৰাখিলে নিজকে।

ইপিনে এই দুই অনুষ্ঠানৰ যুটীয়া সহযোগ আৰু সৌজন্যত এক বিৰাট ৰাজহুৱা সভাৰ আয়োজন চলিল- অৰবিন্দ্র বৰুৱা সদনৰ আগৰ মুকলি পথাৰখনত। ফ'ৰামে কেৱল সুদা মানুহ কিতাৰেহে সহাই কৰিব পাৰিলে। বাকী সভাৰ বাবে মাইক, চামিয়ানা, দুহেজাৰ চকী, ডেকৰেইশ্যন, চাহ-জলপান আদিৰ খৰচ কোনে কৰ পৰা আয়োজন কৰিলে এই বিষয়ে কোনেও নেজানিলে। আনকি ফ'ৰামেও একো নেজানিলে যে সময়ত এই ব্যৱস্থাসমূহ কিদৰে কৰা হ'ল। কবীন-টফচিৰহঁতে অলপ লজ্জা অনুভৱ কৰিলে। ফ'ৰামৰ সভাপতি আছিকুল কাদীৰে অস্বস্তি অনুভৱ কৰিলে যদিও নিজৰ হাতৰ পৰাই সভাৰ শেষত কবীনহঁতক দুহেজাৰ মান টকা দিয়াৰ কথা ক'লে, যাতে ফ'ৰামৰ পিনৰ পৰা সন্মানটো ৰক্ষাৰ কাৰণে সেই টকা কেইটা দি দিয়া হয়। সদ্যহতে কবীনহঁতে প্রস্তাবটো মানি ললে। কিন্তু শেষত নিশ্চলৰ দেউতাকৰ গহীন আৰু নীৰৱ পৰিচালনাৰ পৰা সকলোৱে বুজিবলৈ বাকী নেথাকিল যে এই সভাৰ ধন ক'ৰ পৰা আহিছে, কোনে দিছে।

ঘড়ীৰ কাটাৰ দৰে সভাৰ কাৰ্যসূচী আৰম্ভ হৈছিল।

মানুহ, সময় আৰু শব্দ- আজি যেন এই তিনিটা বস্তুৰ মণি-কাঞ্চন সংযোগ ঘটিছে। একোৰে অভাৱ পৰিলক্ষিত হোৱা নাই। কোনেও সময় অপচয় কৰা নাই। মানুহ খুন্দ খাই আছে- ৰভাতলত আৰু বক্তাসকলৰ কণ্ঠৰ শব্দই চৌকাষ ৰজনজনাই ৰাখিছে।

সময় হঠাৎ থমকি ৰ'ল। জনা গ'ল যে সভাৰ সভাপতি নাই- আছে এজন পৰিচালক। তেৱেঁ গোটেই সভাখন পৰিচালনা কৰি আছে। তেওঁহে নির্দেশ দিব পাৰিব আৰু বাচিব পাৰিব কোনে কথা ক'ব। মানুহজনক কিন্তু ফ'ৰামৰ কোনেও চিনি নেপালে। টফচিৰ- কবীনহঁতে মাত্র কাদীৰ চাহাবৰ মুখত- বিৰিঙি উঠা হাঁহি কেইটামান দেখি- এবাৰ ভাবিছিল যেন সেই মানুহজনৰ সতে কাদীৰ চাহাবে আগতিয়াকৈ যেন কিবা কথা পাতি থৈছে, কিবা যেন এক বুজা-পৰালৈ আহিছে। পৰিচালকজনে বহাৰ পৰাই টেবুলৰ ওপৰত থকা ষ্টেণ্ড মাইকটোৰ মুখলৈ ফুকি এটা মাৰিলে আৰু নম্রভাৱে ক'লে।

: ৰাইজ, একেবাৰে কংক্রীট উদাহৰণেৰে যদি কোনোবাই কথা ক'ব নোৱাৰে তেন্তে সেইজনক দৰকাৰ পৰিলে মঞ্চৰ পৰা নমাই দিয়া হ'ব। আমি বহু সভা পাতিলো- কিন্তু একে একে দুই বুলি কোৱা বক্তাৰ সংখ্যা- কেঁএঁ আঙুলিৰ দুপাবমানতহে থাকে। আজিও যদি- ৰাইজ মই ক'বলৈ যোৱা নাই, মোৰ চাৰিটা গুটি ধানৰ ভঁড়াল আছে, ৰাইজ মই ক'বলৈ যোৱা নাই মোৰ চাৰিখন ট্রাক আছে, ৰাইজ মই ক'বলৈ যোৱা নাই- মোৰ দুটা ল'ৰা এমেৰিকাত পঢ়ি আছে, - ৰাইজ মই ক'বলৈ যোৱা নাই- ইত্যাদি ইত্যাদি জাতীয় বক্তৃতাৰে সভাস্থলি গৰম কৰি দিয়াৰ কথা কোনোবাই ভাবিছে তেন্তে তেওঁক তৎকালেই নমাই দিয়া হ'ব।

পৰিচালকজন ৰসিক। সভাস্থলিত হাঁহিৰ ৰোল উঠিল।

: গতিকে এই কথা মই শুনাই ৰাখিলো। এতিয়া মই অসম প্রগ্রেচীভ ফ'ৰামৰ সভাপতি মাননীয় শ্রী আছিকুল কাদীৰদেৱক একাষাৰ কোৱাৰ বাবে অনুৰোধ কৰিলো।

সভাস্থলিৰ শেষৰ পিনে কোনোবাই হাত চাপৰি এটা মৰাৰ বাবে ইজনে সিজনক দেখি আৰু নেমাৰিলে বেয়া দেখাৰ বাবে প্রায় সকলোৱে হাত চাপৰি

মাৰিলে। হাত চাপৰিবোৰ শুকান আৰু সেমেকা। মঞ্চত আদিত্য আৰু কাদীৰ চাহাব বহি আছিল। কবীনহঁত আছিল দৰ্শকৰ মাজত। কাদীৰ চাহাবে ডাঙৰ বেগ এটাৰ পৰা সৰু টেপ এটা উলিয়ালে আৰু তাক টেবুলত ৰাখি সমুখৰ মাইকটোত হাত দিলে। সকলোৱে থৰ লাগি চাই থাকিল।

: পৰিচালক মহোদয় আৰু ৰাইজ। পৰিচালক মহোদয়ে কোৱা মতে সঁচাই আমি কংক্ৰীত উদাহৰণ বা একেবাৰে বাস্তৱ কথাৰ ওপৰতহে যদি বেছি গুৰুত্ব দিয়া উচিত তেন্তে মই আজি নিজকে বৰ সৌভাগ্যবান বুলি ভাবিম। মই এইটো এটা টেপ ৰেকৰ্ডাৰ লৈ আনিছো। তাত কিছুমান কথা টেপ কৰা আছে। এই কথা-বটৰাবোৰ মোৰ নহয় – কিছুসংখ্যক মহিলা আৰু পুৰুষৰ। সেইসমূহ কোনো নাটক, থিয়েটাৰ বা টি. ভিৰ পৰা অনা নহয়। আপোনালোকে শুনিলেই বুজিব পাৰিব। আমি কিছুদিনৰ পৰা বৰ কৌশলেৰে এইসমূহ সংগ্ৰহ কৰি ৰাখিছিলো। কোনো মহৎ সাহিত্য, কবিতা, গীত, গল্পতকৈয়ো এইবোৰ সঁচা, বাস্তৱ আৰু আমাৰ মাজতে ঘটি থকা ঘটনা। পৰিচালক মহোদয়ে যদি অনুমতি দিয়ে তেন্তে মই মোৰ কাম আৰম্ভ কৰি দিব পাৰো।

: হয়- আপুনি আপোনাৰ কাম কৰি যাওঁক।

আছিকুল কাদীৰ চাহাবে মাউথ স্পীচটোৰ একেগেত আঁতৰত টেপ ৰেকৰ্ডাৰটো স্থাপন কৰিলে আৰু ৰাইজৰ পিনে চাই ক'লে।

: এতিয়া প্ৰথমে আপোনালোকে কিছুমান সংলাপ শুনক। তাৰ পাছত মই বিৱৰি কম।

সন্দিহান হৈ পৰা ৰাইজৰ নিস্তব্ধ পৰিবেশ। পাছৰ কিছু দৰ্শকে থিয় হৈ দিলে। টেপটো বাজি উঠিল।

: জখম গুৰুতৰ। হাৰ্টত দুখ পাইছে। এতিয়াৰ ভিতৰতে আমাক টকা পাঁচ হাজাৰ লাগিবই। আপুনি এখেতৰ সতে যাওঁক সাউতকৈ টকাখিনি লৈ আহক।

: মই অকলে কিদৰে যাম ?

: এখেত যাব নহয় ?

: ও গ'লেও মই অকলে এজনী ছোৱালীয়ে নোৱাৰো। তুমিও আহা।

: এওঁৰ কাম আছে নহয়। ক্লাবত কোন থাকিব ?

: বাপৰে মই কি অকলে ক্লাবত থাকিম ? মোৰ ভয় লাগে দেই। আজিকালি যিহে হৈছে- মই নোৱাৰো।

: তেন্তে টকা আনিবলৈ কোন যাব ? এতিয়া ৰাতি আঠটা বাজিছেহে ?

: আপুনি নেযাই কিয় ?

: আমি দুটা এতিয়া হস্পিতেললৈ যাম।

: আমি অকলে নোৱাৰো। ৰাতি এইবোৰ কাম ছোৱালীয়ে কৰিব পাৰে নেকি ? আমি পুৰা হ'লে লাগি দিব পাৰিম।

: হেৰা তোমালোকে কি তৰ্কা-তৰ্কী কৰি আছা ? মানুহ মৰিবলৈ ওলাইছে। তোমালোকে এতিয়াও যোৱা নাই। তেনেহ'লে তোমালোক ক্লাবতে বহা আমি টকাখিনি দি আহো।

: আমি নোৱাৰো দেই। আমি যামগৈ।

টেপটো অকণ বৈ আকৌ বাজি উঠিল।

: দেউতাৰাও ঘৰত নাই। যাচোন তয়ে পেহীয়েৰৰ খবৰটো কৰি আহ। মোৰ বৰ জ্বৰ উঠিছে।

: সন্ধ্যাখননো যাব পাৰিনে ?

: ৰমেনহঁতৰ বাবলুক লৈ যা লগত। ৰিক্সা এখন লৈ পুলৰ কিনাৰৰ ৰাস্তাটোৰে যাব পাৰিবি।

: মই নোৱাৰো মা- দুই ফালং ৰাস্তা মই এই সৰু ল'ৰাটোক লৈ যাব নোৱাৰো।

টেপটো বৈ আকৌ বাজি উঠিল।

: চাকৰি ক'ত কৰিছিল ?

: ইয়াৰে কোনোবা অফিচ এটাত।

: বিধবা যদিও গাভৰু ৰ ... ্ল। মানুহৰ লাজতে বিয়া কৰাব বুলি এজনে ভাবিছিল যদিও তেওঁহে ...হিল। কিন্তু সিমান ভাল বুলি ক'ব নোৱাৰি-থাকেহে তেনেকৈ।

: ল'ৰাটো পিছে ?

: ল'ৰাটোক কোনোবা এজনে ৰাখিছে।

: হেৰা শুনিচানে বৰ বেয়া ঘটনা ? যোৱা খবৰ এটা কৰি আহা।

: মই শুনিছো। এক উত্তপ্ত পৰিস্থিতিয়ে দেখা দিছে।

: মই মিটিঙৰ পৰা সোমাম।

: মই নোৱাৰো দেই। যি হয় হৈ থাকক। তালৈ আক অকলে কোন যাব। ঠাইখনো যে যি জঘন্য ?

: হ'ব তেনে ময়ে যাব লাগিব।

: মই খবৰটোহে দিলো, যাওঁ।

কেইচেকেণ্ড মানৰ বাবে টেপৰ পৰা মাত নহা হ'ল। আকৌ বাজি উঠিল।

: মই তোমাক আগতেই কৈছিলো যে আনৰ ডেকা ল'ৰা ঘৰত কাম কৰাবৰ বাবে ৰাখিব নেপাই। এতিয়া দেখিলা ল'ৰাটোৱে কেনেকৈ গাত হাত দিলে।

: মইতো ভবাই নাছিলো।

: ভাবিৱা কেনেকৈ ? তোমাকো ডেকা ল'ৰা এটা লাগেহে কাম-বন কৰিবৰ বাবে। এতিয়া যদি ল'ৰাটোৱে তাইক পলুৱাই লৈ যায় কি কৰিবা ?

: সিহঁতক ক'ব লাগিব ল'ৰাটো বিদাই দিবৰ বাবে।

টেপটো আকৌ বৈ আকৌ বাজিল।

: তুমিযে এই দুপৰীয়া সদাই অফিচৰ পৰা আহা তাক জানিহে মই দুৱাৰখন খুলি দিছিলো। মই গা ধুই মাত্র গামোছাখন বুকুত লৈ আছিলো। কিন্তু আহি ওলাল তোমাৰ বন্ধুজন। মই ভিতৰলৈ লৰ মাৰিলো। তোমাৰ বন্ধুজন বৰ অসৎ। ওলাই আহি কথা পাতোতে বাৰে বাৰে গাটোলৈ চাই আছিল। কথাবোৰো ভাল নেলাগে।

: সেই কাৰণে এঘৰলৈ গ'লে সদাই মাত দিব লাগে, দুৱাৰ মুখতে বা গলখেকাৰি মাৰিব লাগে যাতে গৃহস্থই মাতটো বুজি উঠিব পাৰে। অকল কলিং বেল টিপিলেই নহয়।

: কৃষ্ণ কৃষ্ণ আজিৰ পৰা সাৱধান হ'লো আৰু।

এইবাৰ টেপত অন্য কথা।

: মোৰ অফিচ দেৰি হ'ব। তুমি আৰম্ভণিখিনি কৰি টোকেনটো লবা-পাৰিলে মই যাম। টকাখিনি আজি দিব লাগিব।

: মই লিখিব নোৱাৰো। ভুল হৈ যাব। আকৌ কোনোবাই পিছ লওক-মৰিব লাগিব। বেঙ্কৰ কথা- আপুনি যাব লাগিব।

এইবাৰ আকৌ আৰম্ভ হ'ল অন্য কথা।

: মই তাইক বুজাইছো- তই যিমানেই সমাজক বদলি কৰিবৰ বাবে ওলাই নাহ লাগিলে তোৰ বন্ধুবোৰ হ'ব লাগিব নাৰী, ছোৱালী। ছোৱালীৰ মাজতে তই নিজকে আবদ্ধ ৰাখি পুৰুষৰ সহাই লব লাগিব। কিন্তু তোৰ সংগঠনৰ সকলো সঙ্গী দেখো পুৰুষেই। কালিলৈ তোৰ বিপদ এটা হ'লে তোক উদ্ধাৰ কৰিবলৈ কোনো নাই। ভাল হওঁক বেয়া হওঁক আমাৰ নিজৰ বুলিবলৈ এটা স্বামী আছে। তেৱেঁ আমাক বেয়া ঠাইৰ পৰা উদ্ধাৰ কৰিব, বছাব।

: তাই কি ক'লে ?

: একো নক'লে বোধহয় কথাবোৰ বুজি নেপাই। এজনেটো গঢ়াৰ মানসেৰে ওলাই আহিছিল, চকুত দুৰ্বাৰ স্বপ্ন লৈ। কিন্তু, প্ৰেমৰ বাবেই জলাঞ্জলী দিলে সকলো। কিন্তু তাৰ আগতে সমাজখনৰ বহু হানি কৰি গ'ল। গতিকে এই অবাধ মিলা-মিছাক নিসিদ্ধ কৰা দৰকাৰ।

আকৌ টেপৰ পৰা শব্দবোৰ আঁতৰি গ'ল। আকৌ আহিল।

: পত্নীয়ে চাকৰি পালে। ল'ৰা ৰাখিবলৈ ঘৰত ৰাখিলে গাভৰু বনকৰা ছোৱালী। স্বামী কামলৈ দেৰিকৈ যায়। দিন বাগৰে- স্বামীৰ চকুত কামনাৰ জুই জ্বলে দপ্‌দপাই। পাহৰি গ'ল নিজৰ ল'ৰা-ছোৱালীক। এদিন ছোৱালীজনীক মাৰপিট কৰি পঠাই দিলে। এয়ে পৰিণতি জীৱনৰ।

: সেইবোৰৰ বিষয়ে ক'বলৈ গ'লেইটো বিপদ। সেইবোৰক ব্যক্তিগত বিষয় বুলি "আমাৰ ঘৰৰ ভিতৰুৱা কথা" বুলি থাপি-থুপি থৈ দিয়া হয় আৰু যেতিয়া এগৰাকী নাৰীৰ জীৱনলৈ দুঃসহ বেদনা, অপমান, লাঞ্ছনা নামি আহে তেতিয়া তাৰ দুখ সকলোৱে ভগাই খাব লগাত পৰে।

: চাকৰি বা ধন ঘটাৰ নামত বহু স্বামীয়ে নিজৰ পত্নীক এঠাইত ৰাখি আছে আৰু তেওঁ ইপিনে বহু গাভৰুৰ সতে লিলা আৰম্ভ কৰি দিয়ে। সুধিলে কয় "মানুহে এইবোৰ কথা নুলিয়াই আৰু কি কৰিব ?"

তিনি চেকেণ্ডমানৰ টেপৰ বিৰতি। আকৌ বাজি উঠিল।

: আপোনাৰ মন্তব্য কি ?

: ল'ৰা-ছোৱালী ডাঙৰ যেতিয়া হ'ব, উপযুক্ত যেতিয়া হ'ব, তেতিয়া নিজেই প্ৰেমৰ মৰ্ম বুজি পাব আৰু প্ৰত্যেকে এজনী ছোৱালী বা এটা ল'ৰা বাছি লব। দুয়ো দুয়োকে ভাল পাবলৈ শিকিব । এইয়া এক প্ৰকৃতিৰ নিয়ম। কিন্তু হ'ল বুলি আলোচনীত প্ৰবন্ধ লিখি এইদৰে ল'ৰা আৰু ছোৱালীক প্ৰেম কৰিবলৈ নিশিকাই। নানানটা কৃত্ৰিম, ভেজাল, মনেসজা আৰু অবৈজ্ঞানিক অনুভূতিয়ে সেই কম বয়সৰ ল'ৰা-ছোৱালীবোৰক প্ৰেমৰ নানা অবাস্তৱ, অবাস্তৱ, অস্বাভাৱিক যুক্তি তৰ্কৰ, খাম-খেয়ালীৰ, অদূৰদৰ্শীতাৰ যুক্তি দি যায় আৰু ফলত প্ৰেমৰ নামত নানা ঘৃননীয়, কদৰ্য্য আৰু ব্যভিচাৰ আদিৰ দৰে কাৰ্য্য কৰাৰ প্ৰেৰণা, উৎসাহ পাই প্ৰেমক বিষময় কৰি তোলে। প্ৰবন্ধ পঢ়ি প্ৰেম কৰিবলৈ শিকিব নেলাগে । কিন্তু এনে লিখনি বজাৰৰ আলোচনীত সঘনে ওলাই থাকিলেও কাৰো মাতিবৰ সময় নাই । তাৰোপৰি থাকে একোখনকৈ ছোৱালীৰ ছবি। আনকি প্ৰেম সম্পৰ্কে ক'বলৈ গৈ পুৰুষৰ কোনটো অংগ নাৰীৰ কিমান পছন্দ সেইমতে নাৰীৰ কোনটো অংগ পুৰুষৰ কিমান পছন্দ তাৰো শতকৰা হাৰ হিচাপে অঙ্ক বাহিৰ কৰি গণনা কৰি দিয়া হৈছে। তাতোকৈ আৰু বেছি কি কম ? এইবোৰ হৈছে প্ৰেমৰ কেৰিঅগ্ৰাফী।

: আপোনাৰ মন্তব্যটো আমি ভাল পাইছো । ভৱিষ্যতে এই বিষয়ে যৎকিঞ্চিত ভবা হ'ব।

টেপটোত এইবাৰ অন্য কথা ভাঁহি আহিল।

: তাৰ পাছত আপোনাৰ কি হ'ল ?

: তাৰ পাছত হ'বলৈ তাৰ কিতো আছে ? ছোৱালী চাৰিজনীয়ে মোক হেচি হেচি সাৰতি ধৰি, মাটিত বগৰাই মোৰ গাৰ ওপৰত উঠি এনেভাৱে ফাকু দিবলৈ লাগিল যে- মই একো কৰিব নোৱাৰিলো।

: আপোনাৰ কেনে লাগিছিল ?

: মোৰ বয়স অলপ হৈছে- কিন্তু মোৰ বেয়া লগা নাছিল। এনে বয়সত এনে দৌৰাত্মক মই আশীৰ্বাদ বুলিহে ভাবিছো।

: এই বিষয়ে আপুনি কিবা কৰিম বুলি ভাবিছে নেকি?

: কিবাটো কি কৰিম তাক ভবা নাই কিন্তু ছোৱালী কেইজনী বিয়া হৈ

নোযোৱা পৰ্য্যন্ত মই ঠিক সেইটো বাটেৰেই ভৱিষ্যতে ফাকু খেলাৰ দিনা আকৌ যাম বুলি ভাবি ৰাখিছো।

: ছোৱালী কেইজনী চিনি পায় নেকি ?

: চিনি পাওঁ- ছবি হৈ বিভিন্ন সাজত কেইবাখনো আলোচনীত ওলাইছে।

টেপটো আকৌ ৰ'ল। আকৌ বাজিল।

: সঁচা কথা ক'বলৈ গ'লে আপুনি এগৰাকী ৰূপৱতী আৰু স্বাস্থ্যবান ছোৱালী। আপুনি দুবাৰ এই ঠাইতে পতা সৌন্দৰ্য্য প্ৰতিযোগিতাত যোগদান কৰি পুৰস্কাৰ আনিছে। কথা হ'ল- আপুনি অকলে ঘূৰি ভাল পাই নেকি ?

: দিনৰ এক বজাত এজনী ছোৱালীয়ে কেতিয়াও কোনো কালে, হাজাৰ মানুহ থাকিলেও নিৰাপত্তাৰ অভাৱ বুলি চিন্তা কৰিব নোৱাৰে। বাছত উঠি বহি আহোতে মোৰ সামান্য টোপনি আহিছিল। মোৰ হাতৰ পৰা হঠাৎ ভেনিটি বেগটো পৰি গ'ল। কি কাৰণে নেজানো বেগটোৰ বুতামটো খুলি গ'ল আৰু মাটি বিকা ধনৰ অগ্ৰীম বাবদ পোৱা দহ হাজাৰ টকাৰ পাছোতা বাণ্ডুল প্ৰায়ে সিচৰিত হৈ মই বহা আসনৰ কাষত পৰি গ'ল। মই চাৰিওপিনে চাই দেখিলো যে বাছত মোৰ বাহিৰে অন্য এজনীও ছোৱালী বা নাৰী নাই। সকলো পুৰুষ, ল'ৰা, ডেকা, আদহীয়া লোক। কেইবাজনো ল'ৰাই মিলি মোক সেই টকাখিনি হাতত গুজি দিলে। মই বেগটো খুলি পুনৰ টকাখিনি ভৰাই থলো। তাৰ পাছতে বাছখন ৰখালে। বাছৰ বাহিৰৰ পিনে মোৰ নাম ধৰি কোনোবাই কিবা কোৱাত লাগিল। কিন্তু টকাৰ কথা কোৱা কিন্তু মই শুনা নাছিলো। বহু ল'ৰা আৰু মানুহ হুৰমুৰাই সোমাই আহি হেচা-খেলা কৰি মোৰ কাষত বোৱাত লাগিল আৰু মোলৈ চাবলৈ ধৰিলে। বাছ পুনৰ চলিল। ঠিক এক মিনিটমান সময় যোৱাত হঠাৎ মই এটা জোকাৰণি অনুভৱ কৰিলো আৰু দেখিলো আমাৰ বাছখন হেলনীয়া হৈ গছ এজোপাৰ গাত আউজি দিলে। মোৰ ভাবিবলৈ সময় নেলাগিল যে বাছখন এটা সৰু দুৰ্ঘটনাত পতিত হৈছে। যাত্ৰীবোৰে হাঁহাকাৰ কৰা দেখিলো কিন্তু কাকো নামি যোৱা নেদেখিলো। তাৰ ঠিক পাছৰ পৰা কি হৈ গ'ল মই নেজানো। মাত্ৰ দেখিলো আৰু গম পালো যে সকলো মোৰ গাত জপিয়াই পৰিছে আৰু যি যেনেকৈ পাৰে মোক উপভোগ কৰাত লাগিছে। মোৰ সাংঘাতিক কিবা এটা নহয় বুলি জানো যদিও মই তেতিয়া চিঞৰি

চিঞৰি, কান্দি কান্দি এটা কথাই কৈছিলো– আপোনালোকে মোক এৰি দিয়ক ? মোক কিয় এনে কৰিছে? লওক এয়া মোৰ হাতত, কাষত পঞ্চাশ হাজাৰ টকা আছে– আপোনালোকে যি যেনেকৈ পাৰে ভাগ কৰি লওক– মোক এৰি দিয়ক – বাছখন একচিদেন্ট হৈছে– মোক বাছিৰলৈ দিয়ক মোক এৰি দিয়ক । কিন্তু কোনেও টকাখিনি নললে। মই বেগৰ পৰা টকাখিনিৰ দুটামান বাণ্ডুল উলিয়াই হাতেৰে খামুচি ধৰি থাকি গালৈ মাৰি দিছিলো– কিন্তু কোনেও নললে । বাছত অহা যাত্ৰীবোৰ এনে এক শ্ৰেণীৰ মানুহ নিশ্চয় নাছিল যাৰ টকাৰ প্ৰয়োজন নাই। সকলোখিনি সাধাৰণ যাত্ৰী– চোৰ, পকেটমাৰ বা অসৎ মানুহৰ কথা বাৰু বাদেই দিছো। তেনেতে বাহিৰৰ পিনে কোনোবা এজনে "জুই লাগিছে– জুই জুই" বুলি চিঞৰি দিয়াতহে যাত্ৰীবোৰে হুৰমুৰাই নামি গ'ল। মই বহি থাকিলো আৰু দেখিলো এখন ট্ৰেকাৰত এদল পুলিচ আহি পাইছেহি । মই ভাবিছিলো জুই লাগিছে যদি লাগক মই মৰি যোৱাই ভাল হ'ব । কিন্তু জুই ক'তো লগা নাই। ইতিমধ্যে পুলিচৰ মাৰৰ কোবত সকলো মানুহ পলাই পত্ৰং দিছে– কেৱল আছে ড্ৰাইভাৰ আৰু দুটা হেণ্ডিমেন। মই মাত্ৰ বহি আছোঁ। এনেতে এজন পুলিচ বিষয়াই মোক ধমকি দি নামি আহিবলৈ ক'লে। তেতিয়া মোৰ কঁকালত মেখেলাখনৰ বাহিৰে ওপৰ অংশত এটুকুৰাও কাপোৰ নাছিল। মই ভেনিটি বেগটোৰে বুকুখন ঢাকি হেলনীয়া হৈ পৰা বাছখনৰ দুৱাৰ মুখলৈ কোনোৰকমে উঠি গ'লো। অন্য এজনে তেওঁৰ হাতত থকা লাঠিদালত ধৰিবলৈ কৈ মোক নমুৱাই দিলে। অন্য এজনে ড্ৰাইভাৰটোৰ পিঠিত দুকোব লগাই তাৰ বুতাম নোহোৱা লেতেৰা চোলাটো খুলি আনি মোৰ গালৈ দলিয়াই দিলে। মই চোলাটো পিন্ধি ললো। এনেতে প্ৰথমে ধমকি দিয়া পুলিচ বিষয়াজনে এখন টেক্সি ৰখালে আৰু তাত মোক লৈ মোক ঘৰত নমাই দিলেহি। কথা হ'ল– মই ঠিক অকলে নুঘুৰো। ই এটা সাংঘাটিক মানসীক দুৰ্ঘটনা। আচলতে মানুহে মোক চিনাক্ত কৰিব পাৰিলে আৰু এটা সৰু দুৰ্ঘটনাৰ আলম লৈ মোক এইখিনি কৰিলে।

: আমি তেনে আৰু অন্য কেইটামান কথা পাতিম।

এইবাৰ হাতৰ আঙুলিৰে আছিকুল কাদীৰে টেপ-ৰেকৰ্ডাৰৰ চুইচটো অফ কৰি দিলে আৰু কেচেটটো ওলোটাই দিলে। কিবা এটা ক'ব বুলি ভাবোতেই

দৰ্শকৰ পিনৰ পৰা তুমুল শব্দ, চিঞৰ- বাখৰ আৰু অনুৰোধ ভাঁহি আহিল।

: আৰু - আৰু। কিয় বন্ধ কৰিলে ?

: আৰু কি আছে বজাই যাওঁক। বাছৰ কাহিনী আছে নেকি? আৰু কেইটামান দিয়ক।

: হেৰি- ট্ৰেইনৰ একা ?

: আপোনাৰ যিমান আছে বজাই যাওঁক- আমি হলে আমনি পোৱা নাই।

কাদীৰ চাহাবে এবাৰ পৰিচালকৰ পিনে মন কৰিলে। পৰিচালকে এটা মিঠা হাঁহিৰে কাদীৰ চাহাবক তেওঁৰ কামত আগুৱাই যাবৰ বাবে ইংগীত দিলে যদিও হঠাতে গহীন হৈ গ'ল আৰু খপেৰে মাউঠ স্পীচটো মুখৰ আগলৈ আনি ক'লে।

: কোন কোন সেই মথা ? বাছ-ট্ৰেইনৰ কাহিনী কাক লাগে? বৰ ভাল লাগিছে নহয় ? সেইবোৰ শুনি আৰু ভাল লাগে ? দেশ ৰসাতলে যোৱা কাহিনীবোৰ শুনি আৰু ভাল লাগে। এইবোৰ সাংঘাটিক কথা আৰু তাৰ ওপৰত এখন সাংঘাটিক সভা। ল'ৰাধেমালি নহয় কিন্তু কৈ দিলো। উৰাজাহাজৰো আছে লাগে নেকি ?

দুই এটা কাঁহ হাচীৰ বাহিৰে দৰ্শকসকল নিস্তব্ধ। কোনোবাই ৰভাৰ শেষৰ পিনে এনেয়ে লাইট এটা জ্বলাই দিলে। কাদীৰ চাহাবে বিনম্ৰতা সানি মাত দিলে।

: ৰাইজ আৰু বেছি নাই। শেষ হৈ আহিছে। তাৰ পাছতে মই সকলো বিৱৰি কম। মই আকৌ টেপটো বজাই দিছো।

আকৌ টেপটো বাজি উঠিল।

: কোন ক্লাচত পঢ়ে সি ?

: এইটত পঢ়ে।

: সিও চিঞৰিব পৰা হ'লনে ? সিনো কি বুজি পাই ?

: যোৱা পৰহি মই বিহু নাচোতে সি মঞ্চৰ কাষতে বৈ আছিল। আমাৰ এওঁৰ লগৰবোৰে মদ খাই মত্তলীয়া হৈ মোৰ বিহু নাচৰ ভঙ্গিমাত উত্তলা হৈ যিহকে-তিহকে কৈ চিঞৰিছিল। সি ভাবিছিল সেইবোৰ ভাল কথা প্ৰশংসাৰ

কথা। গতিকে যোৱাকালি যেতিয়া আপোনাৰ ছোৱালীজনীয়ে নাচিছিল তেতিয়া সি চিঞৰি দিছিল। আৰু সেই চিঞৰবোৰ অশ্লীল বুলি বিবেচিত হ'ল। তাতোকৈ ডাঙৰ কথা যেতিয়া চাৰি বছৰীয়া ছোৱালীজনীয়ে নাচিছিল তেতিয়াও সি চিঞৰিছিল । সেই ৰাতিয়ে এওঁলোকে কৈছিল যে বিহুৰ অৰিজিনেল সাজ-পোচাক পিন্ধি যদি মই নিজকে সাজিব নোৱাৰো তেন্তে আৰু মোক নাচিবলৈ নিদিয়ে। বিহুৰ সাজ-পোচাক, হেঙুল-হাইতাল, ৰৰহমঠুৰীৰ বোল এইবোৰ হ'ব নোৱাৰে, গহনা-গাঠৰি, কপৌ ফুলো এনেকুৱা নহয়। ছোৱালীৰ বিহু ছোৱালীতে থাকক- বোৱাৰীলৈ আহিব নেলাগে। ডাঙৰসকলে যদি এনে কৰে তেন্তে সকলে আৰু কি থাকিব? মই নচা বিহুটোত ডাঙৰে অন্য গোন্ধ পালে । ল'ৰাটোৱে একো নেজানে । সি যেতিয়া আপোনাৰ ছোৱালীজনীক একেটা লক্ষৰে চিঞৰি দিলে তেতিয়া আপোনাৰ গাত লাগিল। সেয়ে আজি মই নেনাচিম ।

: আপোনাৰ কথা অকাট্য । মই বুজিছো । কিনো কম- সিদিনা আৰ্ট ক্ৰাফতে যিখনি ছবিৰ প্ৰদৰ্শনী পাতিছিল তাত প্ৰায় সকলো ছবিৰে ফটো লোৱা হ'ল- অ'তবোৰ উৎকৃষ্ট ছবিও আছিল কিন্তু দূৰদৰ্শনত যেতিয়া দেখুৱালে তেতিয়া সেইখন ছবিহে কেমেৰাত ক্লজ আপ কৰি দেখুৱালে যিখন আছিল সম্পূৰ্ণ উলঙ্গ- এক নাৰীৰ। চিত্ৰশিল্পীয়ে হয়তো কিবা মহৎ উদ্দেশ্য আগত ৰাখি সেইখন আঁকিছিল। কিন্তু হ'লেও দূৰদৰ্শন যোগে নিমিষৰ বাবে দেখুউৱা সেইখন চিত্ৰৰ অৰ্থই কাকো একো দিব নোৱাৰিলে। গতিকে ছবিখন এগৰাকী নাৰীৰ যদিও তেনে চিত্ৰ প্ৰদৰ্শনীৰ বাবে অনাই অনুচিত। মুৰকত গৈ সেইটোহে হ'লগৈ ।

: আপুনি অলপতে আদিত্য গগৈ নামৰ এজনে লিখা 'চেতনা'ত ওলোৱা গল্প এটা পঢ়িছে - ? ঠিক কথাটো তেনেকুৱাই।

: আপুনি ঠিকেই ধৰিছে।

টেপৰ পৰা আৱাজ আঁতৰি গৈ আকৌ বাজি উঠিল ।

: ৰান্ধনীশালৰ প্ৰাণহীন আৱহাৱাৰ পৰা ওলাই গৈ সিহঁতে কোনোবা মৈদানত এতিয়া সভা পাতিছে।

: আৰু ঘৰৰ ল'ৰা-ছোৱালীবোৰে কি কৰিছে ? সিহঁতৰ খোৱা-বোৱা-

পুষ্টিকৰ খাদ্য, স্বাস্থ্য, বিদ্যালয়, পঢ়াশালিৰ পৰা ঘূৰি অহাৰ পাছত সিঁহতৰ তোকৰ ভাত কেইটা ? স্বামীসকলৰ ক্লান্ত দেহাত খাদ্য অকণ পৰাৰ, যোগাৰ কৰাৰ দায়িত্বসমূহ ?

: লেনিনৰ মনা আছে, বাৰণ কৰিছে। সেই বিষয়ে লেনিনে কোনো কথা কোৱা নাই। কেৱল বান্ধনীশালৰ পৰা নাৰীক যদি উলিয়াই আনি সামৰীক বাহিনী, ৰাজনীতিত আৰু বাহিৰা কামবোৰত লগাব নোৱাৰো তেন্তে পূৰ্ণ স্বাধীনতা আশা কৰাও ভুল।

: বান্ধনীশাল মছজিদ- মন্দিৰৰ দৰে এটা পবিত্ৰ অনুষ্ঠান। চৰু নজ্বলিলে জীৱন জানো বাচি থাকিব ? নাৰীয়েও দুবাজ খাব লাগিব। এখন ঘৰৰ পতনৰ এইবোৰ লক্ষণ নহয়নে? লেনিনেও এইদৰে কৈছিলনে ? তেওঁৰ দেশৰ মানুহে নোখোৱাকৈ আছিল নেকি ? অৱশ্যে যিসকল নাৰীৰ ঘৰুৱা কামত পুৰুষে অকণো সহাই নকৰি কেৱল পত্নীৰ ওপৰতে টেক্কা মাৰি খাবলৈ লাগে তেখেতসকলৰ কথাত এনে আবোন উত্তম।

: ল'ৰা-ছোৱালী কেইটাই পানী আৰু যি পায় তাকে খোৱা আৰম্ভ কৰিছে। সিহঁতৰ পেটৰ বিষ হৈছে, বমি কৰিছে। টোপনিত লাল-কাল যায়। ডিঙিৰ শিৰাবোৰ প্ৰকট হৈ পৰিছে ।

: তেনেহ'লে নাৰীৰ বাবে আৰু একোৰে চিন্তা নাই।

টেপটোৰ সাৰ-সুৰ নাই। দুইচেকেণ্ড মানৰ বাবে কিবা সংগীতৰ লহৰ বজাৰ পাছত বন্ধ হৈ পৰিল আৰু লগে লগে কথা বাজি উঠিল।

: - এজন বিখ্যাত বুদ্ধিজীৱীয়ে এজন যুৱকৰ লিখাখিনিৰ কথা ক'বলৈ ্গৈ এখিনি কথা লিখিছিল। কথাখিনি কিন্তু সেই যুৱকজনৰ। যুৱকজনৰ চিঠিখন গোলে এনে ধৰণৰ- "কেবাখনো বহু প্ৰচলিত আলোচনীত উত্তেজক লগ্ন নাৰী দেহৰ প্ৰদৰ্শন জনপ্ৰীয় শিতান হৈ পৰিছে। নগ্ন নাৰীদেহৰ মাদকতাৰ প্ৰতি আবহমান কালৰ পৰা তৰুণৰ মোহ বা আকৰ্ষণ। বহু বিখ্যাত চিত্ৰ আৰু ভাস্কৰ্য্যবো ভিত্তি নগ্ন নাৰীদেহৰ সৌন্দৰ্য্য। তেনে ধৰণৰ আলোকচিত্ৰ যুৱকে চাবও পাৰে যদি সি কুৎসিৎ ইংগিত বহন নকৰে আৰু শালিনতা অতিক্ৰম নকৰে। কিন্তু সেই আচৰণ সীমাৰ ভিতৰত ৰখা কঠিন।" এতিয়া চাব লাগিব এনে জাতীয় ঘটনাই কাক বেছি আকৃষ্ট কৰে, কোন ক্ষতিগ্ৰস্ত হয়? ধৰি

লওক- মই সংসাৰি মানুহ বাবে মই চাই এৰি দিলো। মনত ধৰি নেৰাখিলো। কিন্তু মোৰ সন্তানসকলে ?

: সেই কাৰণে মই কৈছিলো যে কোনে আচলতে সমাজলৈ বেছিকৈ ক্ষতি আৰু অধঃপতনৰ কলা মেঘ নমাই আনিছে। কিন্তু মহিলাসকল আজি এইক্ষেত্ৰত যিমান নিৰ্বিকাৰ, আগ্ৰহী পুৰুষসকল সিমানেই সুবিধাবাদী আৰু উৎসাহী। নতুন যুগৰ নামত যদি এইবোৰ চলেই তেন্তে চলিবলৈ দিয়া যাওঁক। মিছাকৈ লিখা-লিখি কৰি কিয়েবা লাভ হ'ব। প্ৰস্তাৱ যদি কোনোবাই লৈছে তেন্তে লওক - প্ৰবন্ধ লিখি কোনো লাভ নহ'ব।

আঙুলি এটাৰে আছিকুল কাদীৰে টেপটো বন্ধ কৰি দিলে। দেৰ্শকৰ মাজৰ পৰা কিন্তু এইবাৰ কোনো কথা, মন্তব্য আগৰ দৰে ভাঁহি নাহিল।

: ৰাইজ, টেপৰেকৰ্ডাৰৰ কথা আৰু নাই। যিখিনি প্ৰয়োজন তাক মই শুনালো। এতিয়া মইহে মুখেৰে কথা কম। বহু কষ্ট কৰি মই নিজে, আৰু কেইজনমান ব্যক্তিৰ সহাই লৈ কিছুদিনৰ পৰা এনে জাতীয় বহু কথা, সংলাপ, বহু কষ্ট, বুদ্ধি আৰু কৌশলেৰে টেপ কৰি ৰাখিছিলো.। মানুহে সদাই কথা শুনি আহিছে, সাহিত্য পঢ়ি আছে, ছবি চাইছে, গীত শুনিছে আৰু এইসমূহে বহু কথা, জ্ঞান আদিৰ ছবি দিছে। কিন্তু, সেইসমূহ কিমান সঁচা, বাস্তৱমুখি আৰু সূৰ্য্যৰ দৰে, দিনৰ পোহৰৰ দৰে সঁচা তাক কোনেও নেজানে। আমি ভবামতে, কৰামতে যে সকলো কথা নহয় তাকে প্ৰমাণ কৰিবৰ বাবে এই উদাহৰণ, দৃষ্টান্ত, ঘটনাৰ ওপৰত ভিত্তি কৰি ওলাই অহা সঁচা মানুহৰ সংলাপসমূহ আপোনালোকে শুনিলে। এইখিনিতে এটা কথা কৈ ৰাখিছো যে মই অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ সভাপতি, কিন্তু এই কাম মই উক্ত অনুষ্ঠানৰ সৌজন্যত সংগ্ৰহ কৰা নাই। মই আন এটা অনুষ্ঠানৰ উপদেষ্টাও। তাৰ পৰাই এই কামসমূহ কৰা হৈছে। মই সকলোখিনিৰ ওপৰত নকৈ মাত্ৰ কেইটামান কথাৰ ওপৰতহে কম। আপোনালোকে টেপৰ প্ৰথম কথাখিনি শুনি বুজিব পাৰিছিল যে কোনো এটা ক্লাবৰ এজন সদস্যৰ দুৰ্ঘটনা হৈছিল তাৰবাবে তেওঁক হস্পিতেললৈ নিয়া হৈছিল.। টকাৰ দৰকাৰ হৈছিল। তাত তেতিয়া দুগৰাকী মহিলা অৰ্থাৎ ছোৱালী আছিল। ক্লাবৰ অন্য সদস্যসকলে আঘাট পোৱাজনৰ সতে ব্যস্ত- এজনে সেই মহিলা দুগৰাকীৰ এগৰাকীক এজনৰ

পৰা ধন আনিবলৈ আৰু এগৰাকীক ক্লাবতে অকণ সময় থাকিবৰ বাবে কৈছিল। কিন্তু তেওঁলোকে নোৱাৰে বুলি ক'লে- অপাৰগ। কিয় ক'লে? কিয় নোৱাৰে ? সদায়ে দেখো সেই ক্লাবৰে সদস্যসকলৰ সতে উঠা-বহা কৰি, সাহিত্য-সংস্কৃতি কৰি আছে, স্থানীয় ছোৱালী, চিনাকি ঠাই আৰু চিনাকি মানুহ- কোনো মানুহৰ বাবে, কাৰো বাবে ভয়-শঙ্কা কৰাৰ কোনো যুক্তি নাই। সকলো ভাই-ককাই, বাই-ভনীৰ দৰে। নগৰৰ মাজ মজিয়াৰ এখন ঠাইত এটা ক্লাব। ৰাতি মাত্ৰ আঠটা বাজিছে। ইয়াত কোনো জীৱন উৎসৰ্গা কৰাৰ কথা নাই, কোনো দুক-কষ্ট, ৰক্ত দিয়া, বা বহু দূৰলৈ অহা-যোৱা কৰা আদি কোনো অসাধ্য সাধনৰ প্ৰশ্ন নাই। কেৱল এগৰাকীয়ে এজনৰ ঘৰৰপৰা ধন পাঁচ হেজাৰ আনিব লাগে আৰু সিগৰাকীয়ে অলপ সময় ক্লাবটোত বহি থাকিব লাগে। ঠিক ইমানেই। কিন্তু, তেওঁলোক দুগৰাকীয়ে নোৱাৰিলে। লগত এজন বন্ধু-সদস্যও যাব। তথাপিও নোৱাৰিলে। নোৱাৰাৰ কাৰণ- তেওঁলোক ছোৱালী, ৰাতি ভয় কৰে। অকলে নোৱাৰে। এইখিনিতে মই দ্বিতীয় কথাৰ ঘটনাটো আনিছো। তাতো এজনী তিৰুতাৰ অসুখ মাকে পঠাইছে জীয়েকক - তাই সন্ধ্যা যাব নোৱাৰে কাৰণ ভয়-শংকা। কাৰণ তাই ছোৱালী। এতিয়া আহো আচল কথালৈ। সেই ছোৱালী দুইগৰাকীৰ কথা, শংকা, ভয়, দ্বিধা, চিন্তা সকলোখিনিয়েই এশ ভাগ সঁচা। তেওঁলোকেই প্ৰকৃত নাৰী প্ৰকৃত ছোৱালী আৰু প্ৰকৃত জ্ঞানী আৰু বুদ্ধিমতী ছোৱালী। তেওঁলোকেই এই কলুষ -কালিমাৰে ভৰা, আজিৰ এই চুৰান্ত পাপত মগ্ন হৈ নিমজ্জিত হৈ পৰা কদৰ্য্য পৃথিৱীখনত বাস কৰা পুৰুষ নামৰ এচাম জন্তুৰ পৰা নিজকে ৰক্ষা কৰি চলিব পাৰিব বুলি অনুমান হয়। তেওঁলোকে ব্যক্তিগতভাৱে আৰু সামাজিকভাৱে যিমানেই যি নকৰক লাগিলে, তেওঁলোকৰ বুদ্ধি, মেধাশক্তি, সাহস আদি যিমানেই নেথাকক লাগিলে তেওঁলোকে এটা কথা পাহৰি যোৱা নাই যে তেওঁলোক নাৰী, ছোৱালী। এইসকল ছোৱালীয়েই জীৱনত সাফল্য অৰ্জন কৰিব পাৰিব- যদিহে কোনোবাই তেওঁলোকক উদ্দেশ্য প্ৰণোদিতভাৱে বেয়া নকৰে। নাৰী নাৰীয়েই, ছোৱালী ছোৱালীয়েই। ৰাতিৰ এন্ধাৰত, নিৰ্জন ঠাইত, নিঃসঙ্গ পৰিবেশত, দুৰ্বল মুহূৰ্তত পুৰুষে নাৰীক, ছোৱালীক মাতৃ বুলি, ভগ্নী বুলি, বাইদেউ বুলি গণ্য নকৰাৰ কথাটো আজিৰে নহয়- প্ৰাচীন যুগৰ

পৰা চলি আহিছে। ইয়াৰ পৰিবৰ্তন হ'ব পাৰে- বিনাশ কিন্তু নহ'ব। এইয়া পৃথিবীৰ বুৰঞ্জী- ইতিহাস। তাৰবাবে বহুলাংশে দায়ী নাৰী নিজেই। তাৰ বহু যুক্তিৰ ভিতৰত সেই বুদ্ধিজীৱীজনলৈ এজন পত্ৰলিখকে লিখা কথাবোৰকে আমি এই প্ৰসঙ্গলৈ আনিব পাৰো। আলোচনীৰ পাতে পাতে নগ্ন দেহৰ ছবি, এদভাৰটাইজ, বিজ্ঞাপন, সৌন্দৰ্য্য প্ৰতিযোগিতা, মডেলিং, বিচিত্ৰ নগ্নতাৰ পৰা বিকট যৌন ৰুচিলৈ অসুন্দৰৰ প্ৰকাশ, বুকুত মেঠনি মৰা গাভৰুৰ সাপৰ দৰে অকোৰা-পকোৰা নাচ, সুঠাম শৰীৰৰ গাভৰুৰ ভৰি দঙা, ফাক কৰা অঙ্গী-ভঙ্গী, আদিৰ বাবেই নাৰীসকলকেই জগৰীয়া কৰিব পাৰি। পুৰুষে পাতিছে আয়োজন কৰিছে, নিমন্ত্ৰণ কৰিছে আৰু ছোৱালীবোৰে জপিয়াই পৰিছে আৰু এচাম নৈতিকতাসম্পন্ন মেধা, সজ, সাধু ল'ৰাই সেইবোৰ উপভোগ কৰাৰ বাবে গালি খাব লগা হৈছে, তেজৰ পিৰপিৰণি উঠাৰ বাবে- উদণ্ডা, চৰিত্ৰহীন, উশৃঙ্খল বুলি বদনাম গাত লব লগাত পৰিছে। এইক্ষেত্ৰতো মানুহে ক্ৰীয়ালৈ পিঠি দি প্ৰতিক্ৰীয়াৰ ওপৰত লাগি গৈছে। তাৰবাবে জানো ল'ৰাইতক দোষ দি কিবা লাভ আছে? কাৰণ এইটো সিহঁতৰ ভমককৈ জুই জ্বলাৰ বয়স। জুইশলা বাকচৰ দৰে পৰিপূৰ্ণ সিহঁতৰ দেহ-যৌৱনৰ খাৰত নগ্নতাৰ কাঠিৰ পৰশ পৰিলেই জ্বলি উঠাৰ বয়স। আগৰ দিনত কাপোৰ পিন্ধা ডেকা-গাভৰুৱে প্ৰেম-প্ৰণয়ত আবদ্ধ আছিল- গতিকে প্ৰেম ভালপোৱা আছিল পৱিত্ৰ, নিস্পাপ, মৰম আকলুৱা আৰু মনৰ সতে আবদ্ধ হৈ থকা। আজিকালি দেহাই প্ৰেমত ঠাই লৈছে। গতিকে পিচলি নপৰাৰ কোনো কাৰণ নাই। প্ৰেমৰ মহিমা, মহত্ব, পৱিত্ৰতা আগৰ কালত ইমান প্ৰৱল আছিল যে তাত যৌনক্ষুধাৰ নিবাৰণ কৰাৰ কোনো প্ৰশ্নই আহিব নোৱাৰিছিল। কিন্তু বিশ্ৰী, বিকৃত ৰুচিৰ দৃশ্যই সেই বান্ধোনক লাহে লাহে ঢিলা কৰি তুলিলে। লাস্যময়ী গাভৰুৰ সজল চকুৰ চাৱনিত এতিয়া কেৱল কামনাৰ জুই। অন্তত শতকৰা আধা ভাগ গাভৰুৰ দৃষ্টিত এনে কটাক্ষৰে ভৰপুৰ। প্ৰেম দেহজ নহৈ আধ্যাত্মীক হ'বনে? ভয়, সংকোচ, ভক্তি এতিয়া আঁতৰি গৈছে। শিক্ষা-সংস্কৃতি, নৃত্য-গীতবোৰেও যেন এতিয়া যৌনতাক প্ৰকাশ কৰাৰ প্ৰতিযোগিতাত সকলো লিপ্ত হৈ পৰিছে এনে লাগে। গতিকে এইবোৰ কথা আমি দেখিছোনে নাই? আমাৰ অভিজ্ঞতা হৈছেনে নাই, এইসমূহ চলি আছেনে নাই? তেতিয়াহলে সেই ছোৱালী

দুজনীয়ে কি বিশ্বাসত, কি সাহসত, কি আদৰ্শৰ তাড়নাত পৰি ধন আনিবলৈ আৰু ক্লাব ঘৰটো ৰখি দিবৰ বাবে নিজকে প্ৰস্তুত কৰিব? তেওঁলোকে জানে, দেখিছে, বুজিছে- গতিকে সাৱধান হ'বলৈ শিকিছে অথচ বাহিৰৰ পৃথিৱীখনলৈ ওলায়ো আহিছে। নাৰীয়ে বাহিৰৰ পৃথিৱীখনলৈ ওলাই অহাত বাধা নাই আপত্তি নাই- কিন্তু সাৱধান হ'ব লাগিব। সময়তকৈ এখোপ আগতে কথাবোৰ চিন্তা কৰিব লাগিব। এটা নিৰ্জন ৰাস্তাৰে এজন বা দুজন পুৰুষে কেইবা হাজাৰ টকা লৈ গৈ থাকক। সময় যেনিবা ৰাতি। আৰু আন এটা ৰাস্তাৰে দুগৰাকী ধুনীয়া ছোৱালীয়ে সাজি- কাচি গৈ থাকক। দেখা যাব অন্য পুৰুষে টকা নিয়া দুজনক এৰি ছোৱালী দুজনীৰহে পাছ লব। বিপদৰ সম্ভাবনাই দেখা দিয়াৰ সুবিধা নাৰীৰ ক্ষেত্ৰত আগে দেখা যাব- যিমানখিনি দেখা নেযাব পুৰুষৰ ক্ষেত্ৰত। নাৰীৰ নিজৰ দৈহিক সৌন্দৰ্য্যই নিজৰ বাবে বিপদজনক আৰু ক্ষতিকাৰক। গতিকে এই সৌন্দৰ্য্যকো নাৰীয়ে সু-পৰিকল্পিতভাৱে লৈ যাব লাগিব, সংৰক্ষণ কৰিব লাগিব। নাৰীৰ দেহত লুকাই থকা সৌন্দৰ্য্য, কমনীয়তা, মোহনীয়তাৰ ভড়ালটোত অনধিকাৰভাৱে প্ৰবেশ কৰাৰ দাৰুণ উন্মত্ততাখিনি পুৰুষৰেই বেছি। গতিকে জনা-বুজা ছোৱালীয়ে, নাৰীয়ে এই কথা জনা উচিত। বাৰে ৰহনীয়া বৈচিত্ৰময় নগ্ন ছবিয়ে, পুৰুষক অস্থিৰ, অসংযত কৰি তোলা কথাটো কোনেও নুই কৰিব নোৱাৰে। মই আকৌ টেপত ওলোৱা এঘাৰ নং ঘটনাৰ সংলাপখিনিৰ কথা উত্থাপন কৰিছো। ৰাতিৰ কথা বাদেই দিছো দেখিলেনে, দিনৰ পোহৰতে বাছৰ ভিতৰত বহি অহা এগৰাকী ছোৱালীৰ কি হৈ গ'ল। তেওঁ দেখো- টকাও যাচিছিল- পঞ্চাশ হাজাৰ টকা সকলোকে ভাগ কৰি লবলৈ কৈছিল। টকাৰ লোভ, মোহ, লালসা কাৰ নাই? কিন্তু সেই ছোৱালীজনীৰ সৌন্দৰ্য্যই টকাৰ মোহকো চেৰ পেলালে। এটা সৰু দুৰ্ঘটনাত বাছখন পতিত হ'ল আৰু তাৰে সুযোগ লৈ তেওঁক কি কৰিলে? তাৰোপৰি সৌন্দৰ্য্য প্ৰতিযোগিতাত নামি, পৰিধান কৰা বস্ত্ৰই, অঙ্গী- ভঙ্গীয়ে, চাৱনিয়ে, দেহৰ মাদকতাই বহুতক, বহুতৰ যৌৱনক জুগৰ লগাই ৰাখিছিল- মনে মনে, গোপনে, সংগোপনে আৰু তাৰেই বিস্ফোৰণ ঘটিল সেইদিনা। কৰবাত নহয় কৰবাত কিবা এটা প্ৰথমে ঘটিব লাগিব, কিবা এটা কাম কৰিবই লাগিব আৰু এইদৰে সেইটোৰ প্ৰতিক্ৰীয়া ৰূপে পাছলৈ

অন্য এটা অশুভনীয় ঘটনা ঘটেগৈ। সেই কাৰণবোৰৰ পম খেদি গ'লে আমি প্ৰথম কাৰণটো হয়তো বিচাৰি উলিয়াব পাৰিম। কিন্তু পোৱাৰ পাছত তাত আমি একো নেমাতিম। কাৰণ তাক আমি আজি হয়তো এটা সংস্কৃতি বুলি লৈছো, যুগৰ দাবী বুলি লৈছো, সভ্যতা বুলি মানিছো, গৰম বতাহ বুলি কৈছো আৰু হয়তো আমাৰ স্বাৰ্থত আঘাট নপৰিবৰ বাবে নানা ব্যাখ্যা কৰি লৈছো। অথচ সেই কাৰণটো আমি ইচ্ছা কৰিলে আমাৰ মাজৰ পৰা নাইকিয়া কৰি দিব পাৰো- নিৰ্মূল কৰিব পাৰো। ঠিক তেনেকৈ বিহুৰ ক্ষেত্ৰত কি হ'ল? বিহু যে কেৱল ডেকা-গাভৰুৰ আৰু আজিৰ যি বিহু নচা হয় তাত যে বহু ভেজাল সোমাল আৰু অমাৰ্জিত সাজেৰেই যে বিহু নচা হয় তাৰ প্ৰমাণ নিদি সমসাময়িক লিখনিবোৰৰ পৰাই ৰাইজে বুজিব পাৰিছে। তথাপিও মন আৰু উদ্যমক দমাব নোৱাৰি পাকঘৰৰ পৰা কেইগৰাকীমান সম্ভ্ৰান্ত মহিলা মঞ্চলৈ ওলাই আহিছিল, তাত কি হ'লগৈ প্ৰাপ্ত কথাখিনিয়ে ইংগীত দিছে৷ মাকক হাঁহিলে, অবাইচ মাত মাতি, সুৰামত্ত হৈ বয়সষ্ঠ কেইজনে জোকালে তাকে ভাল কথা বুলি ভাবি সেই মাকৰে পুতেকে আন এগৰাকী মহিলাৰ নাচনি ছোৱালীক ডাঙৰে জোকোৱা ভাষাৰে জোকালে। বিহু গৈ বিহু হ'লগৈ। কি দোষৰ বাবে বিহুয়ে এই ৰূপ ললে? অমাৰ্জিতবোধ আৰু সাজসজ্জা আৰু সংস্কৃতিৰ নামত মদমত্ত হৈ পৰা সুৰুয়া কণৰ বাবে। আকৌ যদি চাওঁ বনকৰা ল'ৰা-ছোৱালীৰ জীৱন দুৰ্দ্দৰ্শাবোৰৰ কথালৈ তেতিয়াও গা কঁপি উঠে। আমি জানো- গাঁৱৰ পৰা প্ৰথমে আহিব নোখোজা, আমাৰ নিজৰে ল'ৰা- ছোৱালীৰ দৰে সেই শিশুবোৰে গাঁৱতে এবাজ নেখাই মুকলিকৈ থাকিবলৈ ভাল পাই। ছোৱালীক ডাঙৰ হ'লে বিয়া দিয়া হ'ব আৰু ল'ৰাক চাকৰি বা দোকান এখন খুলি দিয়া হ'ব বুলি কোৱাৰ ওপৰিউ আৰু এনে কিছুমান প্ৰলোভনেৰে সিহঁতক সৈমান কৰাই মাক-বাপেকক, অভিভাৱকক সুখৰ সপোনৰ ভাণ্ডাৰ এটা দি অহা হয় যে বাপেক-মাকহঁতেও দুপইচাৰ আশাত, মানুহ হোৱাৰ আশাত, সেই কণমানি শিশুবোৰক এদিন বুকুৰ পৰা এৰি দিয়ে। বয়সে কিন্তু কাকো নঠগে কৃপনালি নকৰে। অকপটে সিঁচি দিয়ে লাহে লাহে যৌৱনৰ ৰং, সুসমা, কমনীয়তা। ধৰা পৰিলে চৰ, লাঠি, গোৰ আৰু ঘৰৰ পৰা নিষ্ঠুৰ বহিস্কাৰ আৰু ধৰা নপৰিলে সমানে গৃহস্থ-গৃহস্থিনীৰ স্বৰ্গসুখ। সিহঁতে জানে- খাবলৈ

পাব, বিশেষকৈ ছোৱালীবোৰে - কিন্তু এই কথাও জানে- সিহঁতৰ ভাগ্য কি? সৰ্বহাৰা, নিপিড়ীত, লাঞ্ছিত, পদদলিত আৰু অন্যায়ৰ বিৰুদ্ধে ওলাই অহাসকলৰ মাজে মাজে কি ঘটি থাকে তাকো বাহিৰে নজনা নহয়। পুৰুষৰ সহাই নোলোৱাকৈ নাৰী ওলাই আহক আৰু ভাল কথা হ'ব। নাৰীৰ বাবে ওলাই আহি যদি পুৰুষ বন্ধুৰ মাজতেই পৰেহি তেনেহ'লে পুৰুষৰ পদদলিত হোৱা, স্বাধীনতা খৰ্ব হোৱাৰ কথা কৈ আস্ফালন কৰাৰ অৰ্থ ক'ত ৰ'ল? নাৰীয়ে পুৰুষৰ বুকুত মূৰ থৈ কান্দিব নেলাগে তেনে কৰিলে পুৰুষে মৰমেৰে সকলো লুকুৱাই পেলাব। নাৰীয়ে নাৰীৰ বুকুত মূৰ থৈ কান্দক- তেতিয়া সকলো সজাগ হ'ব। কিন্তু জাতি বৈৰীতা, পৰশ্ৰীকাতৰতা, নাৰীয়ে নাৰীৰ বিপক্ষে যোৱাৰ, ইৰ্ষা কৰাৰ যি মানসীকতা দেখা পোৱা যায় সেই কথাৰ বাবে পুৰুষবোৰে নহঁহাকৈ থাকিব নোৱাৰে। গতিকে তাকে নকৰি পুৰুষ বিদ্বেষৰ বিপৰীতে পুৰুষজনক সংস্কাৰ কৰাৰ আন্দোলনতে ব্ৰতী হোৱা দৰকাৰ। তেনে সংগঠনবোৰৰ ভিতৰত চ'বাৰ কথা নেজানিলে মানুহক নানা কথা কোৱা টান হৈ পৰে। ফলত ঠান-বান হৈ পৰে সংগঠন, অধঃপতনে যায় নিজৰ ঘৰখন। কেতিয়াবা প্ৰেমৰ নামত বিসৰ্জন দিয়ে তেনে সংগঠন, ভুল বুজাৰ নামত আত্মসমৰ্পণ কৰে সেই সংগঠনৰ লোকে। তাৰ পাছত আলোচনী-কাকতৰ কথা কি কম? আচলতে কোনেও নিজৰ ল'ৰা-ছোৱালীক ভাল নেপাই, ভাল পাই পশ্চিমীয়া আৰু পুঁজিবাদৰ সংস্কৃতিক। নহ'লেনো অনবৰতে যৌন উত্তেজনা সঞ্চাৰ হৈ থকা বিষয়বোৰক ঘৰতে স্থান দিলেহেঁতেন নে? চান্দা-অনুদান দিলেহেঁতেন নে? সেইবোৰৰ সভাপতি, উদ্যোক্তা হ'লহেঁতেননে? এপিনে আমি মুছলিমা টাবৰীণহঁতক সমৰ্থন কৰিছো, তেওঁ বৰ্ণনা কৰা, অভিযোগ অনা অনেক পুৰুষৰ দোষবোৰৰ প্ৰতি আমাৰো কণ্ঠ প্ৰতিবাদী কৰি তুলিছো আৰু আনপিনে আমিয়ে আক এইসমূহৰ পৃষ্ঠপোষকতা কৰিছো। যিকোনো এটা হওক- এইবোৰৰ আমাদানি হওঁক নতুবা এইবোৰ বন্ধ হওঁক। কিন্তু, দুয়োটা চলি থাকিলে ই মানুহৰ মাজত বৈষম্যই গা কৰি উঠিব। তাৰ পাছত আমি আহোঁ ৰান্ধনীশালৰ কথালৈ। ৰান্ধনীশালৰ পৰা গৃহস্থিনীক হে উলিয়াই আনিব পাৰি কিন্তু নাৰীক নোৱাৰি। গৃহস্থিনী বা মালিকনীক উলিয়াই অনাৰ পাছত সেই স্থান এনে এগৰাকী নাৰীয়ে দখল কৰি লয় যে সেই গৰাকী

নাৰীৰ স্বাধীনতা কিন্তু মৰাৰ পাছতহে পাই। তাৰ আগত অসম্ভৱ। অন্য নাৰীয়ে স্বাধীনতাৰ নামত অকণ ওলাই যোৱাৰ আশা থাকিলেও সেইগৰাকীয়ে কিন্তু তাৰ কাষেই চাপিব নোৱাৰে। এইটো কেনেকুৱা একপক্ষিয় স্বাধীনতা তাক বুজা অতি টান। কিছুমান স্বামীয়ে অৱশ্যে নিজৰ পৰিবাৰ গৰাকীক এনে ধৰণৰ স্বাধীনতাৰ বাবে অনুমোদন জনাই সিগৰাকীক পাকঘৰতে সোমাই থকাৰ উৎসাহ দিয়াটো কোনো ডাঙৰ কথা নহয়। সেইবোৰ বাৰু যি হয় হৈ থাওক কিন্তু ল'ৰা-ছোৱালীৰ কি অৱস্থা হয়গৈ তাক আপোনালোকে কথোপকথনৰ যোগেই বুজিব পাৰিছে। সেইবাবে তেনে ছোৱালীবোৰে গাঁৱৰ পৰা আহিবলৈ টান পাই। কিন্তু আমি সদাই আমদানী কৰি আছো আমাৰ স্বাৰ্থত। কিন্তু খোৱা-বোৱাত, ৰন্ধন-প্ৰকৰণত অনিহা প্ৰকাশ কৰি পাকঘৰৰ পৰা ওলাই বাহিৰত, ৰাজনীতিত, পুলিচ মিলিটেৰীত সোমালেওটো খাব যে লাগিব- এই সঁচা কথাটোক স্বাধীনতাৰ গহনা লৈ মিছা বুলি প্ৰমাণ কৰাৰ সাহ আমাৰ নাই। এই বিষয়ে স্বামীসকলেহে বুজিব পাৰিব। সাংঘাটিক কথা হৈছে বহু নাৰীয়ে বেঙ্ক, এল আই চি, ট্ৰেজাৰী চালান আদিত কি লিখিব লাগিব তাক নেজানে। সেইসকলে সমাজৰ বিভিন্ন কামৰ বাবে ওলাই যাব কিদৰে? পঢ়া-শুনা বেছি নেথাকিলেও- এই সামান্য কামবোৰ কৰিব পাৰিব লাগে। নজনাৰ বাবেই কেতিয়াবা ডাঙৰ বিপদত পৰিব লাগে। এই বিষয়বোৰে তেওঁলোকক বহু পাছলৈ পেলাই ৰাখিব। যি কি নহওক মই আৰু বাকীবোৰৰ কথা বেছিকৈ ব্যাখ্যা নকৰো। আৰু হয়তো বহু কথাই ক'ব লগা আছে। কাৰোবাৰ ঘৰলৈ গ'লে মাতৰাৰদি মতা, কেৱল কলিং বেলটোকে নবজোৱা, লাজত বিধৱা যদিও বিয়া নোহোৱাকৈ থকা, প্ৰবন্ধৰ মাজেদি প্ৰেম কৰিবলৈ শিকোৱা, অত্যাধুনিকতাৰ নামত আৰু সাহসৰ নামত ধৰ্মীয় প্ৰথাৰ অপব্যৱহাৰ কৰা, চিত্ৰ প্ৰদৰ্শনীৰ এটাইতকৈ নগ্নতম ছবিখন মাধ্যমৰ যোগে প্ৰচাৰ কৰা আদিৰ দৰে আৰু বহু কথা আছে যিবোৰত নাৰীসকলে বুজি প্ৰতিবাদো কৰে আৰু এচামে তাত জপিয়াইও পৰে। ৰাইজ, মোৰ কথা প্ৰায়ে শেষ হৈ আহিছে। ৰাইজেনো মোৰ এই কথাবোৰ কিয় শুনিলে, ময়ো কিয় ক'লো তাক জানো ভাবি চাইছে? আমিনো কিয় কষ্ট কৰিলো? মই মুকলিকৈ নক'লেও আপোনালোকে বুজি পাব যে আজি কিছুদিনৰ পৰা

বিশ্বজুৰি মহিলাসকলে তেওঁলোকৰ স্বাধীনতাৰ বা নাৰী স্বাধীনতাৰ সপক্ষে তেওঁলোকৰ কণ্ঠ সৰব কৰি তুলিছে। আমি সঁচাকৈয়ে তেওঁলোকক এই কথাৰ বাবে, প্ৰচেষ্টাৰ বাবে, চেতনাৰ বাবে শলাগ লব লাগে আৰু অভিনন্দন জনাই পৰাপক্ষত তেওঁলোকক সহাই কৰিব লাগে। বিশেষকৈ আমাৰ নাৰীসকলক। নাৰীসকল অন্য কোনো বেলেগ পৃথিৱীৰ, সুকীয়া গ্ৰহ-উপগ্ৰহৰ প্ৰাণী নহয়। তেওঁলোক আমাৰ দৰে তেজ-মঙহৰ শৰীৰ ধাৰণ কৰা একেই জগতত বাস কৰা আমাৰ দৰে মানুহ- মহিলা। পুৰুষৰ সকলো থকাৰ দৰে তেওঁলোকৰো আছে। আমি তেওঁলোকক অভিন্ন বুলি, পৃথক ৰূপত দেখা অলপো উচিত নহয়। যিটো বিষয়ত মানুহৰ হাত নাই, ইচ্ছা- নিয়ন্ত্ৰণৰ বাহিৰ, যিটো কথা প্ৰকৃতিয়েহে নিৰূপন কৰিব সেইটোৰ পিনৰ পৰাহে আমি পাৰ্থক্যটো মানি লব পাৰো। অৰ্থাৎ মানুহৰ দুটা ভাগ- পুৰুষ আৰু নাৰী। তাৰ বাহিৰে আমাৰ অকণো প্ৰভেদ ক'তো নাই। এই প্ৰভেদৰ সতে জড়িত হৈ থকা কাম বা একটিভিটিজ্ সম্পৰ্কে প্ৰকৃতিয়ে যাক যেনেকৈ ন্যস্ত কৰিছে সেই মতেহে হ'ব। তাৰ হেৰফেৰ কোনেও কৰিব নোৱাৰে। বাকী মন, মগজু, ৰক্ত প্ৰবাহ, ভোক, পিয়াহ, উপলব্ধি সকলো একেই। ঠিক এজোপা গছৰ দৰেই মানুহ। গছৰ দৰে হ'লেও তাৰ কামবোৰ যিদৰে ভাগ কৰি দিয়া হৈছে তেনেকৈ কৰি যাব। সেইবুলি কোনো এটা ভাগক আঘাট কৰিলে গোটেই গছজোপাই ভোগ কৰিব। কেৱল মানুহে নেদেখে বাবে, গছে কথা নকয় বাবে মানুহে নুবুজে যে ফুলপাহ চিঙি পেলালে, কলিটো মোহাৰিলে, পাত চিঙিলে, শিপা কাটিলে গছজোপাৰ কি হ'ব? সেই গছজোপাৰ মূল প্ৰাণটো হৈছে শিপা। শিপাক আঘাট কৰিলে কিন্তু গোটেই গছজোপাই মৰি যাব পাৰে। এই গছজোপাকো সৃষ্টি কৰোতে ঈশ্বৰে সবল আৰু কোমল ৰূপে দুটা ভাগত ভাগ কৰি তৈয়াৰী কৰিছে। দাল, গা-গছবোৰ সবল আৰু পাত, কলি, ফুলবোৰ কোমল' এই পাত, ফুল আৰু কলিক কোমল পাই অনেকে অনেক বছৰৰ পৰা যেন অত্যাচাৰ, অবিচাৰ কৰি আহিছে। তথাপিও গছজোপাই অসীম নীৰৱতা, সহিষ্ণুতা অৱলম্বন কৰিয়ে আছিল। এতিয়া যেন শিপাৰ নিৰ্দেশতে ফুল-পাতবোৰে বিদ্ৰোহ কৰিবলৈ লৈছে। ঠিক যেন মানুহৰো সেইটোৱেই হৈছে। ফুলৰ দৰে, কুঁহি পাতৰ দৰে, কোমল কলিটোৰ দৰে

নাৰীকো আমি অত্যাচাৰ কৰাৰ বাবে এতিয়া তেওঁলোকো ওলাই আহিছে। সাধাৰণ অৰ্থত গোটেই বিশ্বৰ মহিলাই নিজৰ নিজৰ দেশ, স্থান, কাল, পাত্ৰ ভেদে যি ভাবিছে সেইসমূহ নিজ নিজ এলেকা, অঞ্চল, প্ৰান্তৰ ভেদে সঁচা তাত আমাৰ দ্বিমত নাই। কথা হ'ল সমস্যাৰ গধুৰত্ব, প্ৰকাৰ, আকাৰ, দাবীৰ উদ্দেশ্য, জীৱনৰ মৰ্ম, সকলোতে একে নহয়। আমি বিচাৰিছো পশ্চিমীয়া সংস্কৃতিৰ পৰা মুক্তি, আমি বিচাৰো সাম্ৰাজ্যবাদী শোষণৰ অন্ত, আমি বিচাৰো পুঁজিবাদীৰ কবলৰ পৰা মুক্ত হোৱাটো.। অন্য দেশে আৰু এইবোৰ বিচৰা নাই। তেওঁলোকক লাগে আৰু মাটিৰ প্ৰসাৰতা, আনবীক শক্তিৰ পৰীক্ষাৰ সুবিধা, দেশে দেশে যুদ্ধ লগোৱা ইত্যাদি। তাৰ ভিতৰত ধৰ্ষণ, অপহৰণ, হত্যা আদিৰ মিল হয়তো সকলোতে থাকিব। আকৌ আমি গছৰ কথালৈ আহিছো। মাটি, পানী, তাপ, জলবায়ু, মাটিৰ প্ৰকাৰভেদ আৰু উদ্ভীদ বিদ্যাৰ নীতি-নিয়ম অনুযায়ী যেনেকৈ কিছুমান গছ এঠাইত হয়, এঠাইত নহয়, জোৰ কৰিলে মৰি যায়, ঠিক দাবী, আকাঙ্খ্যা, বাদ-প্ৰতিবাদবোৰো সমানে সকলো ঠাইত, সকলো দেশতে কৰিলে ফলপ্ৰসু নহ'ব। গতিকে, নিজ দেশৰ, ঠাইৰ মাটি, পানী, জলবায়ুৰ সতে সঙ্গতি ৰাখি গছ যিদৰে ৰুব লাগে ঠিক তেনেকৈ সেইমতে দাবী, প্ৰদিবাদৰ ক্ষেত্ৰটো একেটা কথাকে খটুৱাব পাৰি। বিশ্বৰ যিকোনো এখন সুবৃহৎ বিস্তীৰ্ণ, দীগন্ত বিয়পা মৈদানত মহিলাসকলে থিয় হৈ মুক্ত কণ্ঠে কিহবাৰ দাবী তুলিব পাৰে, কিন্তু স্বদেশলৈ প্ৰত্যাৱৰ্ত্তন কৰাৰ লগে লগে তেওঁলোকে নিজ দেশৰ নিয়ম-কানুন, নীতি-আইনৰ মাজলৈ, নিজা সংস্কৃতিৰ মাজলৈ, নিজৰ সমাজখনলৈ, বন্ধনলৈ পুনৰ সোমাই যাব লাগিব। গতিকে দাবীসমূহো এনেকুৱা হ'ব লাগিব - যিবোৰ নিজা দেশৰ, সংস্কৃতি, মাটি, কলা-কৃষ্টি, পৰম্পৰা, ধৰ্ম, সমাজবাদ আদিৰ সতে খাপ খোৱা ধৰণৰ হ'ব পাৰে। নহ'লে কোনোদিনে তেনে দাবীয়ে কৃতকাৰ্য্যতাৰ মুখ নেদেখিব, সফলকাম নহ'ব। প্ৰথমে আমি ভাৰতীয় তাৰ পাছত অসমীয়া। অনৈক্যতাৰ মাজতো ঐক্যতা লৈ ভাৰত মহাদেশৰ যি বিশাল উপাদান আছে অঙ্গ ৰাজ্য হিচাপে আমাৰ অসমৰো থাকিব লগাখিনি আছে। আমাৰ নিজা মাটি, পানী, বতাহ, পথাৰ, নদী, আলি-পদুলি, বাৰী- ঘৰ আছে। আমাৰ নিজা কৰ্মক্ষেত্ৰ আছে, সমাজ আছে, পাঠশালা, বিদ্যালয়, বিজ্ঞানাগাৰ আছে। আমাৰ নিজা

ভাষা, কৃষ্টি, সাহিত্য, সংস্কৃতি, গীত-মাত আছে। সকলোৰে নিজা নিজা বিশ্বাস, পৰম্পৰা, আস্থা, অধিকাৰ আছে। গতিকে আমি যেতিয়া কিবা এটা বিচাৰিম তেতিয়া এই সকলোখিনিৰ সঙ্গতি ৰাখি, বিবেকক স্থান দি, সাম্ভাব্যখিনি সবাৰে উন্নতিকল্পে চিন্তা কৰি বিচাৰিম। সেইমতে দাবী কৰিবলৈ যাওঁতে আমি চাম তাৰ মাজত যেন কাৰো ওপৰত অহেতুক, অবাঞ্ছিত, অনাকাঙ্খিতভাৱে কোনো আঘাত নপৰে। তাৰোপৰি চাব লাগিব যিবোৰ দাবী মহিলাসকলে তুলিব অথবা যি বিষয়টোৰ বাবে তেওঁলোক ওলাই আহিব তেনেসমূহৰ সতে তেওঁলোকৰ, তেওঁলোকৰ সতি-সন্তানৰ সম্পৰ্ক কেনে। তেওঁলোকেই গৰ্হিত কামবোৰ কৰি থাকিব আৰু তেওঁলোকেই বন্ধ কৰাৰ আহ্বান দিব- সেইটো কেনে কথা? গতিকে মহিলাসকল এনেভাৱে একত্ৰীত হ'ব লাগিব যে চুকে-কোণে পৰি থকা মহিলাকে ধৰি, নিজকে ধৰা দিয়া মহিলাকো অন্তৰ্ভুক্ত কৰিব লাগিব নহ'লে অন্যায় অবিচাৰৰ ওৰ নপৰিব। প্ৰথম কথাই হৈছে মহিলাসকলক এক কৰা। কিন্তু সকলো মহিলা যে ওলাই নাহিব সেইটোও ঠিক কথা। আভিজাত্য ঘৰৰ পুৰুষে যিদৰে এনে অশালীন সংস্কৃতিক চলাই থকাৰ বাবে লাগি গৈছে ঠিক তেনেকৈ সেই আভিজাত্য ঘৰৰ মহিলাও কিন্তু ওলাই অহা কঠিন। আৰু তেনে লোকৰ পৰায়ে এনেবোৰ সংস্কৃতি দূৰ কৰা অসম্ভৱ হৈ পৰিছে। এই বিষয়ে মহিলাসকলে কি কৰিব তাৰ বিষয়ে ভবা দৰকাৰ। কিন্তু তাৰবাবে কোনো সুষ্ঠ বা অসুষ্ঠ অভিযানৰো আৰম্ভ হোৱা নাই। বিগত দহ -বাৰ বছৰে নানানটা দিশত, নানানটা কাৰণত যিভাৱে বন্দুক, কলম, লিখনি, বক্তব্য আদিয়ে অসমৰ আকাশ-বতাহ কঁপাই তুলিছে তাৰ তুলনাত যি সামান্য কৰা হৈছে তাক এটা ফ্টকাৰ লগতহে তুলনা কৰিব পাৰি। তাতোকৈ ডাঙৰ কথা এইবোৰৰ ওপৰত অপৰিসীমভাৱে মৌনতা অৱলম্বনহে কৰা হৈছে। সেয়ে প্ৰচাৰৰ কোব, গতি, বান বানীৰ দৰে বাঢ়িহে আহিছে, বুঢ়ী-ঠেৰীৰ গাতো ফেনে-ফোটোকাৰে ভৰি অহা উত্তাল জলৰাশীৰ লক্ষণহে দেখা গৈছে। সৰ্বশেষত, নিৰাময়কৰণ, দূৰীকৰণ কাৰ্য্যত ব্যৰ্থ হৈ সংঘটিত ঘটনাবোৰক ধৰ্মৰ বাবে ঘটিছে বুলি, ধৰ্মৰ গাতে দোষ দি, ধৰ্মান্ধতাৰ বাবে হৈছে বুলি কৈ সাৰিবলৈ বিচৰা হৈছে। যেনে এইক্ষেত্ৰত আমি পৰ্দা আৰু বোৰখাৰ কথাটো আনিব পাৰো। পৰ্দা আৰু বোৰখা দুটা বেলেগ বস্তু। ইয়াৰ

মহিলাই বোৰখা ব্যৱহাৰ কৰিব বাৰু নেলাগে - কিন্তু পৰ্দাৰ দৰকাৰ আছেনে নাই ? এই পৰ্দা মানেনো কি আৰু ? ঘৰৰ দুৱাৰ, খিৰিকীত লগোৱা বা দহফুটিয়া কাপোৰেৰে সমগ্ৰ দেহটো ধাকি ৰখাক বুজাই নেকি ? নিশ্চয় নহয়। বোৰখা আৰব আৰু মুছলমান প্ৰধান দেশবোৰৰ মহিলাই পৰিধান কৰে। অন্য কিবা কাৰণ, ধৰ্মীয় কাৰণৰ ওপৰিও এই বোৰখাৰ বিজ্ঞানসম্মত কাৰণ এটাও নথকা নহয়। মৰুভূমিৰ তপত বতাহ, লু, বিষাক্ত ধূলি-বালি আৰু গৰমৰ বাবে তেওঁলোকে বাহিৰলৈ গ'লে বোৰখা পিন্ধি যায়। তাৰোপৰি বৰ্বৰ যুগৰ মহিলাসকলৰ দৈহিক আকৰ্ষণত আকৃষ্ট নহ'বৰ বাবে, ব্যভিচাৰ নহ'বৰ বাবে এগৰাকী সুষ্ঠ, সুঠাম, স্বাস্থ্যৱতী মহিলাই বোৰখা পিন্ধা প্ৰথাটো এতিয়া ধৰ্মীয় পৰম্পৰালৈ বাগৰি গৈছে। চমুকৈ ক'বলৈ গ'লে তাৰ সতে ধৰ্মীয় গোড়ামীও সাঙোৰ খাই আছে। পুৰুষসকলেও সেই একে বোৰখা জাতীয় চোলা ব্যৱহাৰ কৰে- বৰ্তমানেও। কিন্তু পৰ্দাৰ কথা একেবাৰে বেলেগ। এগৰাকী মহিলা পৰ্দাত থকা মানে প্ৰথমে নিজকে আবুৰত থকাটোৱে বুজাব। পৰ্দাৰ বাবে অন্য একোৰে প্ৰয়োজন নাই- মাত্ৰ অলপমান কাম কৰিব লাগে। মহিলা বা পুৰুষে যি কাপোৰ পৰিধান কৰে তাকে যেনিবা পৰিপাতি কৰি মাৰ্জিতভাৱে, শালিনতা ৰক্ষা কৰি পিন্ধি ঘৰত বা বাহিৰলৈ ওলাই যাব লাগে.। মহিলা বা পুৰুষৰ দেহৰ যিকোনো স্পৰ্শকাতৰ অংশ এনেভাৱে ওলাই থাকিব নেলাগে- যি অংশই মানুহক লোভ লগাব পাৰে আৰু তাৰবাবে মানুহৰ মন বেয়া কৰিব পাৰে। এইদৰে যদি এটা অভ্যাসত পৰিণত হয় তেন্তে কেতিয়াবা বিশেষ কিছুমান মুহূৰ্তত সেই নাৰীগৰাকী বিপদত পৰিব পাৰে। পুৰুষেও তেনেকৈ বিশেষভাৱে গাভৰু জীয়েক, ল'ৰা-ছোৱালীৰ বা অন্য লোকৰ আগতো সাৱধানে কাপোৰ সলাব লাগে, পাতল কাপোৰ পিন্ধিব নেলাগে, লেংটি, গামোছা, সৰু পেন্ট পিন্ধিব নেলাগে। সহজ ভাষাত ইয়াকে পৰ্দাৰ মাজত থকা বুলি কয়। অৱশ্যে তাকে কিছুমান মুছলমানে মতা মানুহৰ আগত নোলোৱা, মুখলৈ চাই কথা নপতা, ঘৰৰ পৰা দিনত নোলোৱা, আদিৰ দৰে নিয়ম মানি কটাব বিচাৰে। সেইটো তেওঁলোকৰ ব্যক্তিগত কথা। ই সমাজক ক্ষতি নকৰে। গতিকে পৰ্দাটো ঠিক এনেকুৱা বস্তু। ওৰণী লোৱাতো আৰু পৰ্দাতকৈ এখোপ ওপৰৰ বস্তু। ই ভাৰতীয় তথা অসমীয়া জাতিৰ

সংস্কৃতি স্বৰূপ, সন্মানৰ বস্তু আৰু সৌন্দৰ্য্যৰ আকৰ। আমাৰ ভাৰত বা অসমত আমি পৰ্দাটো ঠিক এই পৰ্য্যায়ত ৰাখি বিচাৰ কৰিব খোজোঁ আৰু ই তেনে হোৱাই শ্ৰেয়। মুছলিমা টাবৰীণে পৰ্দাৰ বিৰুদ্ধে লিখিবলৈ গৈ কেইষাৰমান কথা লিখিছে। তেওঁ খোলাকৈ লিখিছে যেতিয়া পৰ্দাৰ ওপৰতে হ'ব। নহ'লে তেওঁ বোৰ্খা শব্দটো লগালে হয়। বোৰ্খাৰ ওপৰত লিখাহেঁতেনো আমি সিমান নেভাবিলো হয়। আমি বাংলাদেশলৈ গৈ বাংলাদেশী মহিলাক দেখা নাই। কিন্তু আমাৰ ইয়াত অগণন বাংলাদেশী মহিলাক দেখিছো। পিন্ধনত তেওঁলোক ইমান মাৰ্জিত, ইমান সংযত আৰু পৰিশীলিত যে তাৰ তুলনাত আমাৰ মহিলাক তেনে ৰূপত দেখাৰ আশা কৰাও কঠিন। দুখীয়া, দিনহাজিৰা কৰা দলে দলে বাংলাদেশী মহিলা ঘূৰি ফুৰে। যি কাপোৰ পিন্ধে তাৰে কিন্তু দেহটো ধাকিয়ে বিন্ধে। তেনেস্থলত টাবৰীণে কিয় এই পৰ্দাৰ কথা ক'লে তাক ভাবি উলিওৱা বৰ অসুবিধা নহ'ব। যিহেতু তেওঁ ইছলামৰ প্ৰতিটো নীতি-নিয়ম, বিশ্বাস বাৰণ, আইন-কানুনৰ, আল্লা, মহানবী, স্বৰিয়তৰ বিৰুদ্ধাচাৰণ কৰিছে, তেনেস্থলত ইছলামৰ অন্যতম প্ৰথা আৰু বিধান পৰ্দাক সুদা মুখেৰে এৰি দিয়াটোক আশা কৰিব নোৱাৰি। তেওঁ লিখা কথা কেইষাৰৰ অৰ্থই যে হৈছে মুক্ত বিচৰণ, মুক্ত প্ৰকাশ, নীতি-নিয়মক নেওচা, নিজকে জাহিৰ কৰা তাত কোনো সন্দেহ নাই। পৰ্দা থকা মানেই যে বহু অসুবিধা আহি পৰা তাক তেওঁ ভালকৈ জানিছিল। পৰ্দা স্বাধীনতাৰ অন্যতম অন্তৰাই বুলি ভবা টাবৰীণে সেয়ে কৈছে যে- পৰপুৰুষৰ যদি কোনো কু-প্ৰবৃত্তি থাকে, তেনেহ'লে পৰ্দা প্ৰথাৰে সেই কু-প্ৰবৃত্তি সংবৰণ কৰা নেযায়। প্ৰথমে এই কথাষাৰৰ সতে ৰজিতা খুৱাই আমি আন কেইটামান কথা আনো। চাপজ আমি ক'লো - পুৰুষৰ যদি চোৰ কৰা প্ৰবৃত্তি থাকে, তেনেহ'লে দুৱাৰ মাৰি বস্তু ৰখা নেযায়, কাষৰ ঘৰত যদি সদাই ব্লু-ফ্লিম চলি থাকে, ৰঙা চকুৰে ল'ৰাটোক ধৰি ৰখা নেযায়, বাৰিষা যদি নৈখনলৈ বান আহে তেনে ভগা মঠাউৰীৰে বানক ৰখা নেযায়, তলৰ প্লিন্থটোৰ গাঠনি যদি বেয়া হয় তেন্তে কেৱল খুটাৰে ওপৰৰ চাদখন ধৰি ৰখা নেযায়। কথা হ'ল কু-প্ৰবৃত্তি কাৰ নাই? সকলোৰে আছে। ঋষি-মুনিসকলে আধ্যাত্মীক আৰাধনাৰ বাবে সমাজৰ সান্নিধ্য এৰি দুৰ্গম অৰণ্য পৰ্বতলৈ গৈছিল। কিন্তু তাত অৰণ্যবাসীনিৰ পৰা সাৰিব নোৱাৰিছিল।

কিছুমানে এই কু-প্ৰবৃত্তিবোৰক দমন কৰিব পাৰে কিছুমানে নোৱাৰে। তাৰোপৰি পুৰুষ বা পৰপুৰুষ বুলিলেই কু-প্ৰবৃত্তি থাকিব নে? আকৌ ইয়াত কু-প্ৰবৃত্তিটো কোনটোক বুজাইছে- প্ৰবৃত্তিটো বহু আছে? ইয়াত যৌন সম্ভোগৰ কথাটোৱে সূচাইছে। এই প্ৰবৃত্তিটোৱেইতো আটাইতকৈ সুখদায়ক প্ৰবৃত্তি। সকলোৰে আছে এই প্ৰবৃত্তি- তাত 'যদি'ৰ স্থান নাই। আমি গম পালো যে এই প্ৰবৃত্তিটো সকলোৰে আছে- সেই বুলি জন্তুৰ দৰে পুৰুষে অনবৰতে ইয়াক কামত লগায়ে আছে নেকি- লগায়ে থাকিব নেকি? কথা হ'ল এই প্ৰবৃত্তিক কোনে জগাই তোলে- কিহে এই শুই থকা প্ৰবৃত্তিটোক সাৰ পোৱাই দিয়ে? চোৰৰ লোভ কি- বস্তুৰ, ব্লু-ফিল্মৰ কাম কি- নগ্ন ছবি দেখুওৱা, বাৰিষাৰ কাম কি- বানপানী অনা, প্লিছটোৰ দোষ কি মিস্ত্ৰীয়ে ভালকৈ নবন্ধাতো। অৱশ্যে ইয়াৰ বেতিক্ৰমো আছে। বস্তু, নগ্ন ছবিৰ প্ৰতি লোভ, বাৰিষাই বান ননাহেঁতেন, মিস্ত্ৰীয়ে দুষ্টামী নকৰা হ'লে একোৰে সমস্যা নহ'ল হয়। ঠিক কু-প্ৰবৃত্তিৰ ক্ষেত্ৰটো একে কথা। মানুহৰ কু-প্ৰবৃত্তি যিহেতু আছে- গতিকে তাক জগাই নুতুলিবৰ বাবেহে চেষ্টা কৰিব লাগে, চিন্তা কৰিব লাগে। কঁকাল উদঙাই, নীতম্ব প্ৰকট কৰি, বাহু, বুকু উলিয়াই এবেগেট কাপোৰ পিন্ধি সুগন্ধী পখিলা হৈ তুমি ঘূৰি ফুৰিবা আৰু পুৰুষ কেইটাৰ কু-প্ৰবৃত্তি জাগিব নেলাগে। বিশেষকৈ আজিৰ যুগত? কিমাচৰ্য্যম! দেবাঃন যানন্তি। কিছু কিছু লোকে যৌন প্ৰদৰ্শন, যৌন বিস্ফোৰণ, উলঙ্গ ছবিৰ বিষয়ে প্ৰতিবাদ কৰি লিখা- লিখি কৰে। লিখাখিনি বেছ লোভলগাকৈয়ে লিখে। তেনেবোৰ লিখনিৰে মানুহক চেতনা দিবৰ বাবে, তাৰ বিৰুদ্ধে জগাই তুলিবৰ বাবেই লিখে। দূৰদৰ্শন, চিনেমা, মেগাজিন আদিৰ পৰা আৰম্ভ কৰি কিতাপৰ বেটুপাত, কোনোবা গল্প-উপন্যাসৰ শিৰোণামাৰ কাষত অঁকা ছবিখনলৈকে আজিকালি প্ৰায়বোৰতে যিকোনো উপায়েৰে, সেয়া কিবা অৰ্থ ফুটাই তোলাৰ খাটিৰতে হওক বা বজাৰ পাবৰ বাবেই হওক বা, এবষ্ট্ৰেষ্ট আৰ্টৰ খাটিৰতে হওক, নাৰীৰ দেহৰ, অঙ্গৰ শোভাবৰ্দ্ধনকাৰী ছবিৰ একাংশ নিদিয়াকৈ একো কৰিবই নোৱাৰা হ'ল। দূৰদৰ্শনত, চিনেমাত, পত্ৰিকাত, কিতাপৰ বেটুপাতত কেনে ছবি ওলাই তাৰ বিষয়ে আমি খুব লোভনীয়কৈ লিখি আকৌ তৰুণ-তৰুণীহঁতৰ মনবোৰ বেয়া কৰাৰ ইচ্ছা প্ৰকাশ কৰা নাই। কাৰণ বেয়াৰ বৰ্ণনা কিছুমান আকৌ ধুনিয়াকৈ লিখি ৰাইজক

কৈ দিয়া মানে আকৌ সেই বেয়াখিনিকে পুনৰ প্ৰতিষ্ঠা কৰাৰ কথাকে বুজাব। কিন্তু, হাস্যৰসৰ কথা এইখিনিতে যে যিসকলে সৎ-উদ্দেশ্যৰে যি লিখা লিখে ঠিক তেনে লিখা যদি কোনোবা মোল্লা, মৌলবী আলিম-জোনাবে কোৰাণ আৰু হাদীছৰ উদ্ধৃতি দি তেনে লিখা লিখিলেহেঁতেন তেন্তে সকলোৱে হাঁহি উপলুঙা কৰি উৰুৱাই দিলেহেঁতেন। চিনেমা, চিৰিয়েল, পত্ৰিকা, বেটুপাত আদিত যেনেকুৱা ছবিকে নোলাওক লাগিলে যদি তাত কাপোৰৰ পৰিমাৰ্জিত ৰূপটো থাকিল হয় তেন্তে কোনেও আজি কথাবোৰ সিমান গুৰুত্ব সহকাৰে ললেহেঁতেন। আগৰ দিনৰ অভিনেতা-অভিনেত্ৰীসকলৰ মাজত আলিঙ্গন, শয়ন, ধৰাধৰি, বাহুত বাহু মিলাই গীত গোৱা, নচাৰ দৰে দৃশ্য নাছিল নেকি? আছিল। যেতিয়াৰ পৰা কাপোৰৰ ব্যৱহাৰটো কমি গ'ল তেতিয়াৰে পৰা এইবোৰে দেখা দিবলৈ ধৰিলে। আৰু আজি এই কাপোৰ বিহীন সংস্কৃতিৰ যি পয়োভৰ চলিছে তাৰ ওপৰতে ক্ষুব্ধ হৈ মানুহে লিখিবলৈ লৈছে। এতিয়া কথা হ'ল আমাক এনে এক অপসংস্কৃতিৰ কবলত নপৰিবৰ বাবেই, যৌনতাৰ এনে ৰূপ নোলাওক বুলিয়েই, সমাজত কলা-সংস্কৃতিৰ তথা দৈনন্দীন জীৱনত এনে বিকৃত যৌনবোধৰ লিলা খেলা আৰু অবাধ প্ৰচলন নহ'বৰ কাৰণে কোৰাণ-হাদীছে বহু ধৰণৰ কথা কৈ ৰাখিছিল যিবোৰ আক টাববীণে সেইসমূহৰ উদ্ধৃতি দি ইছলামক এলান্ধুকলীয়া ধৰ্মৰ শাৰিত পেলাই মানুহৰ সভ্যতাক এখোপ ওপৰলৈ লৈ যোৱাৰ প্ৰেৰণা দিছিল আৰু যিসমূহক মানুহেই হয় হয় বুলি সেইবোৰৰ সমালোচনা আগবঢ়াইছিল। নাৰীসকল পৰ্দাত থকা, ভালকৈ কাপোৰ পিন্ধা, ৰচক-পচক কাপোৰ পিন্ধি পৰপুৰুষক প্ৰদৰ্শন নকৰা আদিৰ দৰে কথা কিছুমানেই সেই গ্ৰন্থসমূহত আছিল। কোৰাণ-হাদীছত অইন বেছি একো কোৱা নাই- মাত্ৰ ভালকৈ কাপোৰ পিন্ধাৰ কথাহে কৈছে। কিন্তু, সেই কথাবোৰে কাকো আকৰ্ষণ নকৰিলে। বৰং টাববীণে কোৱাৰ দৰে পুনৰ টাববীণৰ কথা-উদ্ধৃতিবোৰকে আক দোহাৰি ধৰ্মগ্ৰন্থৰ এনে নীতি-নিয়মবোৰ বেয়া বুহিলে কোৱাত লাগিল। এতিয়া যেতিয়া সেই অশ্লীল দৃশ্যবোৰৰ বাবে নিজৰ গাত লাগিবলৈ ধৰিলে, নিজৰ জীয়েক-পুতেক, ভাই-ভনীহঁতৰ আগত লাজ পোৱাত লাগিল তেতিয়া তেওঁলোক তাৰ বিৰুদ্ধে সৰৱ হৈ উঠিছে। কিন্তু এদিনলৈ টাববীণৰ অন্ততঃ এনে জাতিয় কথাৰ বিৰুদ্ধে কোনোবাই কৈছিল

নে যে টাবৰীণে কোৰাণৰ নিষেধ, বাধা-বাৰণবোৰ আনিছে যদিও তাই কিন্তু সেইবোৰ ভুল কৰিছে? কোৰাণ-হাদীছে নাৰীৰ এইটো দিশৰ কথাবোৰ ঠিকেই কৈছে। টাবৰীণে অনা কোৰাণৰ উদ্ধৃতিক সকলোৱে নাৰী নিৰ্য্যাতনৰ, অবদমীত কৰাৰ, অন্ধ যুগত ৰখাৰ, ব্যৱস্থা বুলিহে অভিহিত কৰিছিল। কিন্তু, আজি দুৰদৰ্শনত সেইবোৰ দেখাৰ পাছত এতিয়া চেতনাৰ জুইত পৰি চট-ফটাই মৰিছে। কোৰাণ আৰু হাদীছে পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে এইবোৰৰ বিষয়ে কৈ ৰাখিছে। গতিকে জধে-মধে টাবৰীণৰ সকলো কথাকে মানি টাবৰীণৰ পক্ষ লোৱা উচিত নাছিল। ইছলামে কলা-সংস্কৃতি কৰিবলৈ মনা কৰা নাছিল। কিন্তু তাৰ নামত ব্যভিচাৰ হোৱাটোত অনুমোদন নজনাইছিল। জোৰ পুৰি হাত পালেহি নহয় জোৰে এতিয়া সমগ্ৰ দেহাটোকে পুৰি শেষ কৰিছে। লাভ জানো হ'ব এইবোৰ কৈ? তাৰোপৰি মানুহে বুজা নাই এতিয়া, হয়তো এদিন বুজিব যে টাবৰীণৰ জীৱনবোধৰ মানদণ্ড কিমান গভীৰ আৰু যৌন চোতনাৰ তীব্ৰতা কিমান প্ৰকট? শেহতীয়াকৈ আমি তেওঁৰ কিছুমান লিখা পঢ়িছো যিবোৰ সাংঘাটিক অশ্লীল, জঘন্য আৰু লেতেৰা আৰু যিবোৰৰ ছত্ৰে ছত্ৰে বিভৎস যৌন কামনাৰ ছবি সোমাই আছে। খেনো খেনো প্ৰখ্যাত সমালোচকে তেওঁক 'ব্লু-ফিল্মৰ' বাস্তব সৃষ্টিকাৰী মহিলা বুলি অভিহিত কৰিছে। তেওঁ নিজেই নিজৰ গাৰ কাপোৰ খহাই মানুহৰ পাপবোধক জগাই তুলিছে। সেই গৰাকী টাবৰীণে ইছলামৰ বিৰুদ্ধে যোৱা কিমান যুক্তিযুক্ত হৈছে তাক মানুহে এদিন বুজিব। টাবৰীণৰ সকলো কাৰ্য্যকলাপ লাহে লাহে পোহৰলৈ আহিবলৈ ধৰিছে আৰু এদিন সেইবোৰে যে মানুহৰ মুখ কলা নকৰিব তাত লেশমানো সন্দেহ নাই। গতিকে জুইৰ পৰা সাৱধান হৈ জুইৰ পৰা বাচিবনে নে জুই গাত লগাই ক'ব জুইয়ে পোৰে বুলি। কিছুমান কথাত 'যদি'ক একেবাৰেই বৰ্জন কৰিব লাগিব। যৌৱনক, যৌৱন কালচোৱাক- পৃথিৱীৰ কবি, মহাকবিয়ে জীৱনৰ শ্ৰেষ্ঠতম সময় বুলি অভিহিত কৰোতে জিভা দহ হাতলৈ ওলাই যায়- সেই যৌৱনৰ তলতে থকা প্ৰবৃত্তিটোৰ কথাক লৈ আকৌ মানুহ তিঙিৰি তুলা। যৌৱন থাকিলে প্ৰবৃত্তিক সাৰ পোৱাই দিলে- ই নিজৰ কাম কৰিব। তাত সত্ব নিয়ম নেখাটে। কেৱল সকলো পুৰুষৰ প্ৰবৃত্তি একে নহয়। পিছে তোমালোককনো অনাবৃত হৈ, মোহময় অংশত কাপোৰ নেৰাখি, বাহিৰলৈ ওলাই আহিবলৈ

কোনে কৈছে? আচলতে স্বাভাৱিক অৱস্থাত নাৰীসকলে পৰ্দা মানে- যেতিয়া বাহিৰলৈ ওলাই যোৱাৰ, মনটোক ৰঙীণ কৰাৰ, বজাৰলৈ যোৱাৰ, ৰেষ্টোৰালৈ ওলাই যোৱাৰ, চিনেমা- থিয়েটাৰ চোৱাৰ, বাৰ্থ দে - বিয়া খোৱাৰ আৰু বিশেষকৈ বহু সমাগমৰ মাজলৈ ওলাই যোৱাৰ আনন্দদায়ক অনুভূতিটোৱে যেতিয়া মনত ইন্ধন যোগাই তেতিয়াই সেই পৰ্দাৰ কথাটো পাহৰি যায়। নহ'লে বক্ষস্থলৰ আগত থকা ৰিহা বা শাৰীখন, উৰণাখন কিয় বাৰে বাৰে টানি ঠিক কৰি থাকে, কঁকালটো পেটটো নাভিটো আনৰ চকুত নপৰক বুলি কিয় শাৰীখন, ৰিহাখন টানি থাকে? কিয় ৰাস্তাত বোকা থাকিলেও মেখেলা-শাৰীখন দাঙি কলাফুল দুটা উলিয়াই খোজ নেকাঢ়ে? এই কামে তেওঁলোকৰ সাৱধানতাখিনিকে নুবুজাইনে? এই কামে তেওঁলোকৰ সেই বিশেষ অঙ্গসমূহ আনৰ পৰা ধাকি ৰখাৰ কথাকে নুবুজায়নে? গতিকে পৰ্দা তেওঁলোকেও মানে। চাবলৈ গ'লে পুৰুষ বুলি শকট, থুলন্তৰ বুলি, শৌৰ্য্য-বীৰ্য্যৰ প্ৰতীক বুলি, গৰম বুলি পুৰুষেহে ঘৰত গাভৰু স্ত্ৰীয়েক আৰু ডেকা পুতেকৰ, গামোছা, নিচিলুৱা লুঙি পিন্ধি পৰ্দাৰ অপব্যৱহাৰ কৰিছে। আমি আন এটা বাক্যলৈ আহিছো- "পৰ্দা প্ৰথাত পৃথিৱীৰ নাৰী হৰণ, নাৰী ধৰ্ষণ, নাৰী হত্যা ৰোধ হোৱা নাছিল।" বৰ্ণীত কাৰণবোৰ বাবে পৰ্দা প্ৰথা বাহিৰ কৰা হৈছিল নেকি? তেনে পৰ্দাৰ বাবেই এইবোৰ হয় নেকি? নাৰী-হৰণ, ধৰ্ষণ, হত্যাৰ আন কাৰণ নাই নেকি? কেৱল পৰ্দা প্ৰথা ৰোধ হোৱা নোহোৱা প্ৰশ্নৰ মাজতেই যদি এইবোৰ সোমাই আছে তেন্তে এই শতিকাৰ নামজ্বলা মহিলা মেকড'গলে "Purdah was not devired as a means of oppressin. It grew at first as a protection for women in early dags when there was perpetual petty warfare between neighbouring places and it was not safe for women to be seen by their near ralative or to venture begond their won homes.. বুলি কিয় ক'লে? বৰ্বৰ আৰু যুদ্ধকালীন সময়ত পৰ্দাই আছিল নাৰীৰ একমাত্ৰ বাছি থকাৰ অস্ত্ৰ। ধৰি ললো মুছলিম নাৰী নিৰ্য্যাতিতা হৈছে পৰ্দা প্ৰথা মনাৰ বাবে অন্য নাৰী নিৰ্য্যাতিতা, ধৰ্ষীতা হৈছে কি ধৰ্ম মনাৰ বাবে, কি প্ৰথা মনাৰ বাবে? ধাকনি, ধাকনা, কাগ, সাফৰ, চেইন, বুতাম, বেদ কভাৰ, গাৰুৰ গিলাপ, আঠুৱা, চশমা,

মোজা, কিতাপৰ জিল, জেওৰা, জপনা যেনে বস্তু পৰ্দাও ঠিক তেনে বস্তু। "পুৰুষৰ যৌন উন্মাদনাৰ সকলো দায় দায়ীত্ব নাৰীয়ে বহন কৰিব লাগিব। নাৰীয়ে শৰীৰত ধাৰণ কৰিব লাগিব ধৰ্মীয় বস্ত্ৰাদি- এ.য়া মানুহৰ কল্যাণৰ বাবে সৃষ্ট কোনো আধুনিক ব্যৱস্থা নহয়।" এৰাতিৰ কাৰণে হ'লেও, দুমাহ একেলগে থাকি এদিনৰ বাবে হ'লেও টাবৰীণে যৌৱনৰ ভোকৰ বাবে উন্মাদিনী হোৱা নাছিল নে যি উন্মাদনা কেৱল পুৰুষৰেই আছে? "মোৰ দ্বিতীয় বিয়া ভাঙি যোৱাৰ পাছত মোৰ আন এজন মানুহৰ লগত সম্পৰ্ক গঢ়ি উঠিছিল। ১৯৯১ চনত আমি দুমাহ একেলগে আছিলো আৰু তাৰ পাছত আমি আঁতৰি আহিলো। মই আৰু বিয়াত বিশ্বাস নকৰোঁ। কিন্তু যদি মই কাৰোবাক লগ পাওঁ, ভাল লাগে যদি একেলগে থকাৰ ইচ্ছা হয়- তেন্তে একেলগে থাকিব পাৰো।" "যৌন স্পৃহাৰ ক্ষেত্ৰত মই মুক্ত যৌন জীৱনত বিশ্বাস কৰোঁ।" প্ৰয়োজন অনুসৰি টাবৰীণে অন্য দুজন পছন্দৰ পুৰুষক স্বামী হিচাপে গ্ৰহণ কৰিব পাৰিব লাগিব.। ইমান সোনকালে ওৰহী গছৰ ওৰটো উলিয়াবলৈ সক্ষম হোৱাৰ বাবে আমাৰ দুখ লাগিছে। এইবোৰ কাৰ কথা? কোনগৰাকী নাৰী মুক্তিদায়িনীৰ বচন? টাবৰীণৰ দেহত যৌন উন্মাদনাৰ উমান নাই নেকি? নাই নেকি তেওঁৰ শিহৰণ? যদি দেৱী, সতী-সাধ্বীয়েই হয় তেন্তে Free Sexৰ সমৰ্থক হ'ল কৰপৰা? কেনেকৈ? পৰ্দাৰে গা ধকাৰ কথাহে কৈছে তেখেতৰ সমগ্ৰ মন, ৰিপু, মানসিকতাই লেতেৰা, পাপেৰে পৰিপূৰ্ণ। এনে মহিলাৰ বাবে পৰ্দা, কাপোৰৰ কোনো প্ৰয়োজনেই নাই - তেওঁৰে দেখো বেছি পুৰুষৰে দৰকাৰ। ধৰ্মীয় বস্ত্ৰাদিক বাৰু দলিয়াই পেলালো। পৰ্দা প্ৰথাৰ বাবে এই আস্ফালন, নে অবাধ মিলা-মিচাৰ অনুমতি? তাৰোপৰি চৰ্ত কেনেকুৱা? "যৌন অস্তিত্ব লাভ কৰাৰ ক্ষেত্ৰত নিশ্চয়তা থাকিব লাগিব।" যৌন উন্মাদনাৰ দায়- দায়িত্ব নাৰীয়ে বহন কৰিব লগিয়া হোৱাৰ বাবেইটো নাৰী সদাই সাৱধান হ'ব লাগে। এইবোৰক অবৈধ ঘোষণা কৰা হৈছে। আল্লায়ে ভগৱানে, গডে নাৰীক বিশেষ কেইটামান গুণেৰে সজাই তুলিছে। যাৰ কোনো পৰিবৰ্তন, বিনাশ বিবৰ্তন, ৰূপান্তৰ কোনো দিনে নহ'ব। পথাৰত হাজাৰখন হাতে বীজ সিঁচি যায়। হাতক পাহৰি যোৱা যায়.। চিন ৰয় কঠিয়াৰ। পাত্ৰত গাখীৰ পানী ৰাখি যায়- কোনে ৰাখে দৰকাৰ নাই- চোৱা হয়

পাত্ৰই গ্ৰহণ কৰিছেনে নাই?- এয়া নিয়ম নাৰীৰো সেই দশা। এই প্ৰক্ৰিয়াৰ পৰা নাৰীৰ অব্যাহতি নাই, মুক্তি নাই। পুৰুষে দি যায় প্ৰকৃতিয়ে ৰাখে। বৈধ হওক অবৈধ হওক চিন, লক্ষণ, দাগ, সাক্ষী প্ৰমাণ কিন্তু প্ৰকৃতিৰে বৈ যাব। সেই কাৰণে যি চিন, লক্ষণ, বিয়াৰ পাছত থাকি যায় তাক বৈধ, সিদ্ধ বুলি ধৰা হয়- যি চিন, লক্ষণ বিয়াৰ আগত ৰয় তাক অবৈধ, নিসিদ্ধ বুলি ধৰা হয়। তাকে ব্যভিচাৰ বোলে। সেইবাবে মানুহে বিবাহ পাতে। কিন্তু, ইফালে কওঁ পুৰুষেও এই কথা জানিও নাৰীক বিপদত পেলাই, হতভাগিনী কৰি পলাই যায়, সাৰি যায়। তাৰবাবে আইন-কানুন জগৰীয়া নহয় আইন-কানুনক চলোৱা সকলহে জগৰীয়া। গতিকে দায়ী কোন - পৰ্দা প্ৰথা, নে ধৰ্মীয় বস্ত্ৰাদি, নে মানুহ? কু-প্ৰবৃত্তি থাকক বা নেথাকক, স্বাভাৱিক মানুহক যৌন উন্মাদনাৰ শাৰীলৈ লৈ নেযাবৰ বাবেই নাৰীয়ে চেষ্টা কৰিব লাগে। চিকিৎসক টাবৰীণে এই কথা জনা উচিত আছিল। কিন্তু, দুৰ্ভাগ্যৰ কথা পৃথিৱীৰ আচাৰ্য্যতম উক্তি "পুৰুষক গৰ্ভ ধাৰণ কৰাব পাৰিনে নোৱাৰি" বুলি কৈ তেখেতে নিজকে আকৌ এবাৰ এগৰাকী জ্ঞানী-মূৰ্খ লিখিকাৰ পৰিচয় দিলে। মনত ৰাখিব যে কোৰাণে আক এই যৌন উন্মাদনাৰ দায়-দায়িত্ব কেৱল নাৰীৰ ওপৰতে সাব্যস্ত কৰা নাই - উভয়কে কৰিছে। সমাজে নকৰে তাৰ বাবে কোন দায়ী? টাবৰীণে হাদীছৰ উদ্ধৃতি দিছে। "স্ত্ৰীসকল গোপনীয় বস্তু, যেতিয়া তেওঁলোক পৰ্দাৰ বাহিৰ হয়, চয়তানে তেওঁলোক পুৰুষৰ চকুত মনোমুগ্ধকৰ কৰি দেখুৱায়।" প্ৰথমে কও চয়তান মানে ইয়াত ৰিপু বা প্ৰবৃত্তিৰ কথা বুজাইছে। এতিয়া চাওক স্ত্ৰী গোপনীয় মানে কি? তাৰ অৰ্থ আৰু ব্যাখ্যা হৈছে- যদি বিয়া নোহোৱা ছোৱালী হয়- তেন্তে সেই ছোৱালীজনী মাক-দেউতাকৰ মৰমৰ, চেনেহৰ, তাইক আঠে-বেথে, অকণো কষ্ট নোপোৱাকৈ লালন-পালন কৰি ডাঙৰ কৰা হয়, তাই কাৰো নহয় কেৱল পৰিয়ালৰ। পৰিয়াল আৰু মাক-বাপেকৰ চকুৰ মণী। স্ত্ৰী হলে তাই কেৱল গিৰীয়েকৰ- অইন কাৰো নহয়। স্বামীৰ সান্নিধ্যতে তাই নীৰৱলে সুখ-দুখেৰে সংসাৰ পাৰ কৰিব- ইয়াৰ অৰ্থ ঠিক এনে ধৰণৰ। কিন্তু, যদি কোৱা হয়- স্ত্ৰীসকল খোলা বস্তু, বাৰোৱাৰী, বজাৰৰ বস্তু কোনো বাধা বাৰণ নাই। তেতিয়াটো সৰ্বনাশেই হ'ব। এখন্তেকৰ কাৰণেই দেখো স্ত্ৰীক ৰখা টান হৈ পৰিব। চাওঁচোন বাৰু

ৰাইজ যদি সাহ আছে অহা কালিৰে পৰা তেনে এই সূত্ৰ মতে আপোনালোকে নিজৰ পৰিবাৰসকলক খোলা বস্তু বুলি ঘোষণা কৰক। পৰ্দাৰ বাহিৰ হোৱা মানে দুৱাৰ-খিৰিকীৰ পৰ্দা, বেৰ-চকোৱাৰ পৰা বাহিৰলৈ ওলোৱা নহয় - অমাৰ্জিত, অশালীন, অৰ্দ্ধনগ্ন হৈ বাহিৰলৈ ওলাই নহাৰ কথা কোৱা হৈছে। মনোমুগ্ধকৰ মানে ইয়াত চুচমিতা সেন বা ঐশ্বাৰ্য্য ৰায় নহ'লেও হ'ব। গাঁৱৰ কলি, ফেদেলি, গেৰেলি হ'লেও হ'ব। যাৰ চকুৱে যি নাৰীক যেনে ধৰণেৰে ধুনিয়া বুলি দেখে তেনে নাৰী হ'লেও হ'ব। অৰ্থাৎ তেনেকৈ সাজ-সজ্জা ধাৰণ- পৰিধান কৰিলে ৰিপু বা প্ৰবৃত্তিবোৰে ভাল হ'লেও বেয়া হ'লেও নাৰীক মনোমুগ্ধকৰ কৰি দেখুৱাব। তেতিয়া কঁপালৰ তলত থকা চকুৰ কাম নাই। ৰিপু বা প্ৰবৃত্তিৰ চকুৱেহে সিহঁতক ৰূপৱতী হেন দেখিব। কেৱল আক্ষৰীক অৰ্থলৈ চালে নহ'ব। ইয়াত মনোমুগ্ধকৰৰ প্ৰশ্ন নাই- আছে কাপোৰ পৰিধান কৰাৰ ষ্টাইলটো। গতিকে ৰিপু সাৰ পাই উঠিবই। আগতেই কোৱা হৈছে সকলো পুৰুষৰ চৰিত্ৰত দোষ থাকিলেও কিছুমানে বিবেক নৈতিকতাৰে দোষক পৰাভূত কৰিব পাৰে। যিসকলে নোৱাৰে সেইসকলক যদি নগ্ন বা অৰ্দ্ধনগ্ন দেহাৰে নাৰীয়ে আত্ম প্ৰকাশ কৰে তেন্তে বিপদ হ'বই- নহ'লে ভাল বা সাধু পুৰুষেও ভালকৈ সাজ পিন্ধা নাৰীক আক্ৰমণ কৰিলে হয়। আকৌ এই কথাও সঁচা যে নগ্ন ছবিয়ে পুৰুষক বলীয়া নকৰাকৈ থকা নাই। মাৰ্জিত কাপোৰ পিন্ধিলেও তলৰ এটা সুঠাম দেহ থকাৰ কথাটো পুৰুষৰ বাবে আৰু আকৰ্ষণীয় চিন্তা। গতিকে তেতিয়াও নাৰীক আক্ৰমণ কৰে। দোষ ইয়াত বিবেক নৈতিকতাক পৰাভুত কৰিব নোৱাৰা ৰিপুসিক্ত, প্ৰবৃত্তিজাত পুৰুষৰো আৰু অধবিবস্ত্ৰা নাৰীৰো। অভিযুক্তা নাৰীৰো কোনো অধিকাৰ নাই ইছলামৰ পৰ্দা প্ৰথাক দোষ দিয়াৰ। টাবৰীণে ভাবিছিল Free Sexৰ সপক্ষে সাৱলিল যুক্তি দি, পৰ্দা প্ৰথাক ধূলিত মিলাই মানুহক আভুৱা ভাৰিব পাৰিব। কিন্তু অন্ধ সমৰ্থকৰ বাহিৰেও যে জগতত আৰু কোনোবা মূৰ্খ (?) থাকিব পাৰে তাৰ কথা নেভাবিলে। গতিকে মহিলাসকলে সংগঠনত নামক, জিলাৰ উৎসাহী মহিলাৰ সতে চিঠিৰে সংযোগ কৰক, বাহিনী খোলক, নিজৰ ল'ৰা-ছোৱালীক নিয়ন্ত্ৰণ কৰক, ছোৱালীবোৰক আলোচনীৰ মসৃন পাতৰ পৰা বিৰত ৰাখক আৰু শিক্ষা দিয়াৰ ব্যৱস্থা কৰক আৰু এইবোৰৰ বাবে যে নাৰীৰে বেছি ক্ষতি

হৈছে তাক বুজাই দিয়ক। এইখিনিতে পুৰুষসকললৈ এটা পৰামৰ্শ দিও যে যদি পাৰে প্ৰত্যেক পুৰুষে পাৰিলে দুগৰাকীকৈ সমাজৰ যিকোনো ছোৱালীক পঢ়াওক। পাৰিলে দুগৰাকী ছোৱালীক চাকৰি দিয়ক- স্বাৱলম্বী হ'বলৈ দিয়ক। তেতিয়া দেখিব মদাহী, লম্পট, অত্যাচাৰী স্বামীৰ পৰা ছোৱালী গৰাকীয়ে কেনেদৰে মুক্তি পাই। আনপিনে নাৰী বা ছোৱালীও সৎ আৰু সাহসী হ'ব লাগিব। গতিকে আনৰ কথাত ভোল গৈ নিজকে পাহৰি যোৱা অভ্যাসটো এৰক। চাওক এই পৰ্দাৰ কথাটোকে ক'বলৈ গৈ কিমান কথাৰ অৱতাৰণা কৰা হ'ল। সেইমতে তালাকৰ কথাও তেনেকৈ বহু কথা ক'ব পাৰি। তালাকক তিনিটা তিলিকিৰ সতে তুলনা কৰি আমাৰ মানুহে নিজকে "সৰ্বজান্তা" বুলি দেখুৱাব খোজে আৰু ইয়াক নাৰী নিৰ্য্যাতনৰ চৰম উদাহৰণ বুলি প্ৰতিপন্ন কৰে। তালাক বেয়া বস্তু নহয়। কিন্তু মানুহে সজা তালাকৰ কথা আৰু ভগৱানে হাদীছে কোৱা তালাকৰ মাজত যে পাৰ্থক্য আছে সেইবোৰ নেজানে। কিন্তু দেখা গৈছে আজিৰ কিছুমান নাৰীয়ে, মহিলাই - কিছুমান কথা চিন্তা কৰিছে। কিন্তু কৰি যাওঁতে বা ভাবোতে কথাবোৰ ঠিকেই যেন লাগে। কিন্তু বাস্তৱত সেইবোৰ কিমান প্ৰযোজ্য, বাস্তৱত কৰিব পৰা যাবনে সেইটোহে প্ৰকৃত কথা। আমি নানা লিখনিত ইয়াৰ প্ৰমাণ পাইছো, য'তে ত'তে লিখা ওলাইছে, কৰবাত বহি আলাপ-আলোচনা কৰোতে এইসমূহ জানিব পাৰিছো। কিন্তু, তেওঁলোকে যিবোৰ ভাবিছে সেইবোৰৰ পৰিনাম, পৰিণতি, কাৰ্য্যকৰিতাই যে অন্য ৰূপ লয় তাৰ প্ৰমাণ হিচাপে আমি টেপত কিছুমান কথা দাঙি ধৰিছিলো।

: পৰিচালক মহাশয় মোক এটা কথা সুধিবলৈ অনুমতি দিব লাগে। যদি আপুনি নিদিয়ে তেন্তে ধৰি লম এইসমূহৰ কিছুমান কথা কৌশলভাৱে টেপ কৰি অনা হৈছে।

আছিকুল কাদীৰ বৈ গ'ল। সকলো দৰ্শকে মাজত থিয় দিং থকা এজন আদহীয়া লোকৰ পিনে চকু দিলে। উদ্বিগ্নতা যেন বাঢ়ি গ'ল। পৰিচালকজনে মঞ্চত বহি থকা এজনৰ সতে কিবা কাণে কাণে কথা পাতিলে আৰু ক'লে।

: সঁচা কথা কিছুমানত মিছা বুলি সন্দেহ হোৱাতহে আপোনাক প্ৰশ্নটো সুধিবলৈ দিয়া হ'ল। সন্দেহ, ভুল বুজা-বুজিক আঁতৰ কৰা আমাৰ লক্ষ।

: তেনে শুনক, মই বক্তাজনৰ পৰা জানিব বিচাৰিছো যে কিছুদিনৰ

আগতে এটা ক্লাবৰ উদ্যোক্তাসকলে সাজি-পাৰি এটা দুৰ্ঘটনা ঘটাৰ বাতৰি প্ৰচাৰ কৰি এটা পৰিবেশৰ সৃষ্টি কৰিছিল- কিবা প্ৰমাণ চাবৰ বাবে। সেই দুৰ্ঘটনাটোৰ আহত নায়কজনক হস্পিতেললৈ লৈ যোৱা হৈছিল বুলি এনেয়ে গুজব উলিওৱা হৈছিল । সেই নায়ক তথা ল'ৰাটোৰ নাম বিনয় আৰু সি মোৰেই ল'ৰা আছিল । কথাটো কি ?

: এনে এক সাংঘাটিক উত্তম প্ৰশ্নৰ বাবে মই আপোনাৰ কাষত কৃতজ্ঞ হৈ ৰ'লো। হয়, আমি অতি সাৱধানে এটা পৰিবেশৰ সৃষ্টি কৰিছিলো। সেইটো আছিল আমাৰ পৰিকল্পিত অভিনয়। কিন্তু তাৰ পৰাই ওলাই আহিছিল টেপ কৰা কথা কেইটা। সেই কেইটাক কিন্তু নুই কৰিব নোৱাৰে। অভিনৱ অভিনয়ৰ সতে আমাৰ কিছু শ্ৰম আৰু টকাও খৰচ হৈছিল। সেইদিনা সময় ঠিক কৰা হৈছিল ৰাতি সাত বজাত। ক্লাবঘৰত আমি আছিলো পাঁচজন মানুহ। এই পাঁচজন মানুহে তাতে বহি এনেয়ে কিছুমান সাধাৰণ কথা পাতি থাকিব। ইপিনে আলিবাটৰ এটুকুৰা আন্ধাৰ ঠাই ঠিক কৰা হৈছিল। সেই ঠাইতে বিনই বৈ থাকিব। সমুখৰ পিনৰ পৰা অনিমেষে মাৰুতিখন চলাই আহিব আৰু আহিয়ে বিনইক খুন্দা মাৰি দিব। খুন্দাটো মাৰোতে চাব লাগিব যে যাতে অনিমেষে খুন্দাটো জোৰে নেমাৰে আৰু তেতিয়া যেন বাটৰ অন্য মানুহে নেদেখে। কিবা কাৰণত গম পালেও এটা কথা চাব লাগিব যাতে তাত বেছি মানুহ গোট নেখাই। ঠিক তেনে সময়তে অনুজ কৰবাৰ পৰা আহি পাবহি আৰু বিনইক সেই গাড়ীতে তুলি হস্পিতেললৈ লৈ যাব। মানে বিনইক হস্পিতেললৈ পঠোৱাই হৈছে বুলি কৈ এনেয়ে এপাক ঘূৰাই লৈ ফুৰুৱা হ'ব। তেতিয়া অনুজে চাৰ্তত সামান্যভাৱে ধূলি-মাটি আৰু অলপ পাতলকৈ ৰঙা চিয়াঁহী লগাই ব্যস্তভাৱে লৰৰি আহিব আৰু আহিয়ে ক্লাব ঘৰত থকা আমিবোৰক গোটেই কথাবোৰ ক'ব। তেতিয়া আমি আচৰিত হম আৰু কাৰ্য্যব্যৱস্থা লবৰ বাবে উঠি পৰি লাগিম। এইটো আছিল আমাৰ পৰিকল্পনা। ভবামতে কাম আৰু অভিনয় হৈ গ'ল। শেষত পাঁচ হাজাৰমান টকা লাগিব বুলি হেমই খবৰ দিলেহি। ক্লাবত মাত্ৰ তেতিয়া মই আৰু প্ৰকাশ। আৰু ছোৱালী আছিল অনামী আৰু জুবী। অনামী আৰু জুবী আমাৰ ক্লাবৰ প্ৰগতিবাদী, সাহসী আৰু সকলোতে লাগিফুৰা আগৰণুৱা ছোৱালী। নিলয়ে

মিছাকৈয়ে খবৰ দিলেহি যে বিনইৰ পৰিবাৰে গম পাইছে আৰু কান্দি-কাটি বলীয়া হৈছে। তেতিয়া প্ৰকাশে ধন পাঁচ হাজাৰদিব বুলি গাত ললে। প্ৰকাশৰ ঘৰ ক্লাবৰ পৰা মাত্ৰ দেৰ ফালং। তাৰ কিনাৰেদি গলেই আৰু দুই ফালং আঁতৰত বিনইৰ ঘৰ পোৱা যায়। সকলোৱে অভিনয় কৰি গ'ল। ঠিক কৰা হ'ল যে মই হস্পিতেললৈ যাম আনামীয়ে প্ৰকাশৰ ঘৰৰ পৰা টকাখিনি আনি মোক দিব আৰু জুৰীয় বিনইৰ ঘৰলৈ লৰালৰিকৈ গৈ বিনইৰ পৰিবাৰক শান্তনা দিব। কিন্তু এই কামটোকে অনামী আৰু জুৰীক কোৱাত দুয়োজনীয়ে যাবলৈ বেয়া পালে। মিছা ঘটনা যদিও তেওঁলোকৰ বাবে সঁচা। কাৰণ আমি নিখুঁত অভিনয় কৰিব পাৰিছিলো। যি জুৰী আৰু অনামীয়ে বক্তৃতা, লিখনি আৰু সংগঠনৰ মাজেৰে গোটেই নাৰী জাতিৰ উন্নতিৰ কাৰণে, সমাজৰ বেয়া ব্যৱস্থাবোৰক দলিয়াই এখন নতুন সমাজ গঢ়াৰ স্বপ্ন দেখে, টাবৰীণৰ লিখনিত প্ৰেৰণা লভি, উদ্বুদ্ধ হৈ মানুহৰ বিশ্বাসত এক নতুন পোহৰ সানিব খোজে সেই দুগৰাকী ছোৱালীয়ে সিদিনা আঠ বজাতে এই সৰু কামটো কৰিব নোৱাৰিলে। অকল সেয়ে নহয় নিজৰ পেহীয়েকৰ অসুখ হোৱাত মাকে জীয়েকক সন্ধ্যা পঠাব নোৱাৰিলে। এই কণ্ঠ আছিল জুৰী আৰু অনামীৰ। যদি আপোনালোকৰ বিশ্বাস নহয় তেন্তে সুধি প্ৰমাণ লব পাৰে। আমি জানো আবেগত নাৰীয়ে, আনৰ কথা শুনি বহু কিবা-কিবি কৈ দিব পাৰে- কিন্তু প্ৰেক্‌টিকেলি তেওঁলোকেই নোৱাৰিব সকলো কাম কৰিব। গতিকে নাৰী ওলাই আহক কিন্তু পুৰুষৰ জিদত লাগি, ফেৰ মাৰি নহয়, তেওঁলোকৰ নিজা যি বিবেক, সাহস আছে তাক লৈ আৰু তেওঁলোক যে নাৰী এই কথা মনত ৰাখি। বাকী টেপৰ কথাবোৰ আপোনালোকে শুনিলেই। এতিয়া চাওক - যিহেতু তেওঁলোকে পুৰুষৰ সতে ফেৰ সকলোতে মাৰিব নোৱাৰে, ক্ষমতাও নাই, গতিকে সকলো ক্ষেত্ৰতে আবেগত কথা ক'লেই নহ'ব। মই এইখিনিতে কিছুমান কামৰ তালিকা দাঙি ধৰিব খুজিছো যিবোৰ শুনাত ভাল কিন্তু বাস্তবত ভীষণ কঠিন। সেইসমূহ হৈছে- যেনে অবলা, বলহীনা, দুৰ্বল আদিৰ দৰে অভিধানত থকা সকলো শব্দৰ বৰ্জন, প্ৰচলিত সমাজ ব্যৱস্থাক গছকি আহিব বিচৰা, সম অধিকাৰ যাৰ কোনো স্পষ্ট সংজ্ঞা নাই, মৌলবাদীতা, গোড়ামী, ধৰ্মান্ধতাৰ উচ্ছেদ কৰি ধৰ্মক একাকাৰ কৰা, পুৰুষৰ

সতে ফেৰ মাৰি সকলো কামতে নমা, বিয়াৰ বৈধতাক অস্বীকাৰ কৰা, প্ৰাচীন ধৰ্মৰ নবীকৰণ আৰু সংস্কৰণ, পুৰুষৰ দ্বাৰা উপভোগ কৰি থকা সীমাহীন ক্ষমতাক বন্ধ কৰা, ধৰ্মগ্ৰন্থত নাৰীৰ স্বাধীনতা যি পৰিমাণে খৰ্ব কৰা হৈছে তাক ৰদ কৰা, বহু বিবাহ আৰু তালাকৰ ওপৰত অস্ত্ৰোপচাৰ, ধৰ্মোন্মদনাৰ বিপক্ষে অবিৰাম জেহাদ, নাৰীক ব্যভিচাৰী হ'বলৈ শিকোৱা - জীৱন আৰু জীৱিকাৰ নামত ঘৰুৱা বন্ধনৰ পৰা নিজকে মুক্ত কৰা, চৰিত্ৰৰ সংশোধন, গণতান্ত্ৰিকীকৰণৰ সংগ্ৰামৰ অভিজান, পৰ্দা প্ৰথা বন্ধ কৰা, নাৰীকো পুৰোহীতৰ অধিকাৰ দিয়া আৰু মুখাগ্নীৰ মন্ত্ৰ শিকোৱা। কম-বেছি পৰিমাণে এনে জাতিয় চিন্তাৰ বাবেঁ আজি তেওঁলোক ওলাই আহিছে। পাৰিলেটো ভালেই। কিন্তু আমি আপোনালোকক শুনোৱা কিছু কথাৰ পৰা অনুমান কৰিব পাৰিছো যে বাস্তৱিকতে সেইসমূহ পাৰিব নে নোৱাৰে। আপোনালোকেও ভাবি চাব আৰু আপোনালোকৰ গৃহিনী আৰু ছোৱালীসকলক এইবোৰ কামত লাগিবৰ বাবে সৎ পৰামৰ্শ, প্ৰেৰণা আৰু সহায়ৰ হাত আগবঢ়াই আজৰি কৰি দিব। তেওঁলোকৰ মতে পুৰুষে একোৱে নোৱাৰিলে। যদি নাৰীয়ে পাৰে তেন্তে আমাৰ সকলোৰে মঙ্গল হ'ব । শেষত সকলোলৈকে ধন্যবাদ জনাই মোৰ ভাষণ সামৰিলো ।

বিশেষ এটা হুলস্থূল নেলাগিল- কিন্তু কেইবাজাৰী হাত চাপৰি পালে কাদীৰ চাহাবে। বোধহয় পৰিচালকৰ কাড়া কথাৰ বাবে দৰ্শকসকলে কোনো হুলস্থূল নলগালে। টেপটো সামৰি বেগত ভৰাই কাদীৰ চাহাব আহি মঞ্চৰ চকীত বহি পৰিল। তেওঁ দৰ্শকৰ পিনে এবাৰ চকু ফুৰালে। সমুখৰ মানুহবিলাকে গভীৰভাৱে কথা-বটৰা পাতিছে। দেখিলে ভাব হয় সকলোৱে যেন কাদীৰ চাহাবৰ কথাবোৰকে পাগুলিয়াইছে । কিছুমানে কথাবোৰ নতুন পাই ভাল পাইছে যদিও সিমান বুজি উঠা নাই। মঞ্চলৈ এবাৰ নিশ্চল কাকতিৰ দেউতাকক উঠি গৈ পৰিচালকৰ সতে কথা পতা দেখিলে কবীন, টফচিৰহঁতে। সিহঁত দুটাই অপলক নেত্ৰে কিছুপৰ চাই থাকিল সেইপিনে আৰু এবাৰ কবীনে টফচিৰক পিঠিত খোচ মাৰি দিলে । মঞ্চৰ পৰা তেওঁ নামি আহি পুনৰ পাছপিনে গুচি গ'ল । সভাথলিৰ তিনিও কাষে মানুহ। তাৰে কিছুমান মুহুদিত ব্যস্ত হৈ পৰিছে । পৰিচালকজনে কাষৰ ব্যক্তি এজনৰ সতে কিবা

এটা আলোচনা কৰিলে তাৰ পাছত দৰ্শকসকলৰ পিনে চকু ফুৰাই এটা হাঁহি মাৰিলে। হাঁহিটো দেখি সভাথলিৰ সমুখৰ পিনে বহা ভব্য-গব্য লোকসকলেও এনেয়ে হাঁহি দিলে। যেতিয়া সকলোৰে পাতলিয়া হাঁহিবোৰ মাৰ গ'ল তেতিয়া পৰিচালকজনে ক'লে।

: আমাৰ তালিকা মতে এইবাৰ শ্ৰীবিনন্দ আগমাচাৰ্য্যদেৱে কোৱাৰ কথা আছিল। কিন্তু অলপ আগতে মোৰে অনুমতি লৈ কিবা সকামত ওলাই গ'ল আৰু তেওঁ এতিয়াও ঘূৰি অহা নাই। গতিকে তাৰ পাছৰজন বক্তা চামছুল হকক দু-আষাৰ কবৰ বাবে অনুৰোধ কৰিলো ।

দৰ্শকৰ আধা লোকৰ মাজত উখল-মাখল। আজিও চামছুল জোনাবে কথা ক'ব। মানুহক হঁহোৱাব, খং তোলাব। কথা ঠিকেই কয় কিন্তু কেঁচা। হজম কৰিব নোৱাৰা সকলৰ অসুখে দেখা দিয়ে। কবীনহঁতে সৰুকৈ আলোচনা কৰিলে যে কেনেকৈনো আজি এইবোৰ সম্ভৱ হৈ পৰিছে। নিশ্চয় ইয়াৰ মাজত কিবা এটা ৰহস্য আছে। চামছুল জোনাব দৰ্শকৰ মাজত কৰবাত সোমাই আছিল। ভৰিত কোহলাপুৰী চেন্দেল, এটা বগা দামী পেন্ট, তাৰ ওপৰত এটা সেউজীয়া কুৰ্ত্তা আৰু গাত এখন কলিজা ৰঙৰ আলোৱান। নিখুঁতভাৱে খুৰুৱা দাড়িৰে এখিনি অবিন্যস্ত চুলি। মিহি ফ্ৰেমৰ চশমাখনেৰে চামছুল হকক আজি এজন কবিৰ দৰে লাগিছিল সকলোৰে। সকলোৱে অলপ অসুবিধাও পাইছে আৰু তাৰ মাজতে কিছু ভালো পাইছে। কেৱল একেলগে বহি থকা কেইগৰাকীমান মহিলাই সিমান ভাল নোপোৱাত তললৈ মূৰ কৰি আছে আৰু তেওঁৰ পিনে সিমান চোৱা নাই। অসম প্ৰগ্ৰেচীভ ফ'ৰামৰ আলোচনা এটালৈ আহি একো নোকোৱাকৈ ঘূৰি যোৱা মহিলা কেইগৰাকীয়েই যে সেই কেইগৰাকী তাক কবীনে বুজিব পাৰি টফচিৰক দেখুৱাই দিলে। টফচিৰে সেইপিনে মন কৰোতে হঠাৎ এজন চিনাকি [illegible] দেখি গ'ল। টফচিৰে মনত পেলাব নোৱাৰি কবীনক দেখুৱাই দি[illegible] [illegible]নে সেইপিনে চালে আৰু টফচিৰৰ কাণে কাণে নামটো কৈ দিলে। তেতিয়াহে টফচিৰে জানিলে যে এই সভাখনলৈ কবীনৰ ককায়েক নৱ শৰ্মাদাও আহিছে। কবীনহঁতে মঞ্চৰ পিনে মন কৰিলে। আদিত্য শান্তভাৱে বহি আছে। চামছুল হকে হাতলৈ এখন কাগজ আনিলে আৰু মাইকটো চপাই ললে।

: সন্মানিত ৰাইজ, মই আকৌ আহি ওলালোহি আপোনালোকক আমনি দিবলৈ। মই এদিন অন্ধই হাতী দেখাৰ কথা কৈছিলো। এতিয়া দেখিছো তেনে অন্ধৰ সংখ্যা বাঢ়ি গৈছে। সেই তেনে লোকৰ প্ৰকৃত স্বৰূপ কি হ'ব পাৰে অৱশেষত তেওঁলোকে কি বিচাৰে তাৰে কিছু কথা কম বুলি ভাবিছো। আমাৰ সকলো মানুহেই কিছুমান কথা কয়। প্ৰথমে মই সেই কথাবোৰৰ কিছুমান উদ্ধৃতি আনিছোঁ।

মানুহে কয়, কৈছিল, হয়তো আজিওকৈ আছে।

"নিপিড়ন ধৰ্মৰ এটা ভিতৰুৱা বস্তু।"

"পুৰুষ-ৰচিত ধৰ্ম গ্ৰন্থক আধাৰ কৰি বিভিন্ন ধৰ্মৰ মৌলবাদীসকলে নাৰীক অৱনত কৰি ৰাখিব বিচৰা ইচ্ছাক লেখিকাই এনেদৰে মুখা খুলি দিছে।"

"নাৰীৰ স্বাভাৱিক বিকাশত ধৰ্ম এতিয়া প্ৰধান অন্তৰায়।"

"একে দৰে বৌদ্ধ, খ্ৰীষ্টীয়ান ধৰ্মই নাৰীক অধিকাৰ বুলি একো দিয়া নাই।"

"মন এন কু-সংস্কাৰৰ পৰা মুক্ত হওক বুলিয়েই আনকি উৰুলি, শঙ্খধ্বনি, ভগৱানৰ মূৰ্ত্তি আদিৰো প্ৰচলন ডাঃ দত্তৰ ঘৰত নাছিল।"

"ধৰ্ম মানুহৰ সৃষ্টি, গতিকে মানৱ সৃষ্টি ধৰ্মক কোনোবাই বিশ্বাস কৰিব পাৰে কোনোবাই নকৰিবও পাৰে।"

"ধৰ্মই মানুহ সৃষ্টি কৰা নাই মানুহে ধৰ্মৰ সৃষ্টি কৰিছে নিজকে ব্যভিচাৰ আৰু অনাচাৰৰ পৰা ৰক্ষা কৰিবলৈ।"

"তেওঁ ইছলামকে ধৰি সকলো ধৰ্মৰ অৱসান বিচাৰে, কাৰণ তেওঁৰ মতে ধৰ্ম মানৱ প্ৰগতিৰ অন্তৰায়।"

"আজিৰ পৰিস্থিতি সাপেক্ষে ইছলামৰ ব্যাখ্যা কিছু সাল-সলনি কৰা আমাৰ মতে অতি প্ৰয়োজনীয়।"

"কোৰাণ, বেদ, বাইবেল আদি সকলো ধৰ্মগ্ৰন্থই সাম্প্ৰতিক কালত অপ্ৰাসংগিক, বহু যুগৰ আগতে ৰচিত গ্ৰন্থতকৈ আমি বহু যুগ পাৰ হৈ আহিলো- তেতিয়াৰ আদৰ্শ আমি মানি চলিব নোৱাৰো সেইবিলাকৰ বাহিৰলৈ আমি যাবই লাগিব- মানৱতাই আমাৰ নতুন বিশ্বাস।"

"বিশ্বৰ সকলো ধৰ্মতে কিছুমান কু-সংস্কাৰ আছে যিবোৰে সভ্য আৰু

বিকাশত ডাঙৰ অন্তৰায় হৈ দেখা দিছে। সভ্য সমাজে এই কু-সংস্কাৰবোৰ ধৰ্মীয় সমাজৰ পৰা দূৰ কৰিব লাগে। ধৰ্মীয় বিচাৰ অনুভূটিক সভ্যতা বিস্তাৰৰ স্বাৰ্থতে সমাজৰ পৰা দূৰ ৰখা উচিত। ধৰ্ম হ'ব লাগিব মানৱতাৰ সমাৰ্থক।"

"আন ধৰ্মৰ মানুহৰ মনত ধৰ্মশাস্ত্ৰ আৰু বিজ্ঞানৰ বিৰোধ হ'লে বিজ্ঞানৰ সত্যক গ্ৰহণ কৰাৰ সম্ভাৱনা অধিক। কিন্তু ইছলাম ধৰ্মৰ মানুহৰ মন সলনি হোৱা টান। কাৰণ তেওঁলোকৰ শাস্ত্ৰত বিশ্বাস প্ৰবল।"

"বেদত লিখা আটাইবোৰ কথাই সঁচা নহয়। অনেকে বেদক অস্বীকাৰো কৰিছিল।"

"ঈশ্বৰ আত্মা, দেৱী-দেৱতা বুলি আচলতে একো নাই। এই কথা বৈদিক যুগতেই অনেকে বুজি পাইছিল।"

"কু-সংস্কাৰ আৰু অন্ধবিশ্বাসক খামুচি ধৰি থাকিয়েই ধৰ্মবোৰ বৰ্তি থাকে আৰু সেইবাবেই ইবোৰে নিজকে পৰিবৰ্তিত কৰি সময়ৰ লগত খোজ মিলাব নোৱাৰে।"

"শঙ্কৰদেৱ নিশ্চয় নাস্তিক আছিল, পুৰাপুৰিভাৱে নাস্তিক নহ'লেও অন্ততঃ অজ্ঞেয়বাদী হ'বই লাগিব। শঙ্কৰদেৱে প্ৰচাৰ কৰা ধৰ্মও এসময়ত প্ৰগতিশীল আৰু হয়তো প্ৰয়োজনীয়ও আছিল। কিন্তু ধৰ্মৰ সহজাত প্ৰকৃতি অনুসৰিয়েই বৰ্তমান ই অপ্ৰয়োজনীয় আৰু প্ৰতিক্ৰিয়াশীল হৈ পৰিছে।"

"মোৰ ধাৰণা বিজ্ঞানে আমাৰ ধৰ্ম ধাৰণাৰ, আমূল পৰিবৰ্তন ঘটাইছে আৰু বিজ্ঞান-শিক্ষা গভীৰভাৱে পালে মুছলমান সকলেও এই সলনি প্ৰক্ৰিয়াত ভাগ ল'ব। বিজ্ঞানৰ শিক্ষা গাওঁ- ভূঁইলৈ বিয়পি গ'লে তেওঁলোকৰ মনো সলনি হ'বলৈ বাধ্য।"

"ধৰ্ম হ'ল মৌলবাদী নামৰ গছডালৰ বীজ। ধৰ্মই মৌলবাদ আৰু সাম্প্ৰদায়িকতাক সমাজত মহামাৰীৰ ৰূপত জীয়াই ৰাখিবই।"

"পৃথিৱীৰ সকলো ধৰ্মই নাৰীক কেৱল ভোগৰ সামগ্ৰী হিচাপে চিহ্নিত কৰিছে।"

"ধৰ্ম বা ধৰ্মৰ নীতি-নিয়ম কোনো এজন ধৰ্ম প্ৰচাৰকে বা এখন সমাজে প্ৰণয়ন কৰে আৰু ই সেই ধৰ্মালম্বী সকলৰ বাবেহে প্ৰযোজ্য।"

"মহাভাৰত, ৰামায়ণ, গীতা, বাইবেল, কোৰাণ, হাদীছ সকলো ধৰ্ম তথা

ধৰ্ম সংক্ৰান্ত গ্ৰন্থই ৰক্ষা কবচৰ গুণত পাৰ পাই যায় অথচ আমি সেইবোৰক মূৰত তুলি ধৰি ৰাখো ।"

"নাৰীক আটাইতকৈ বেছি অপমৰ্য্যাদা দিছে ধৰ্মই ।"

"নাৰীৰ পৰাধীনতাৰ বাবে হিন্দুধৰ্ম তথা ইছলাম ধৰ্মকে দায়ী কৰিছে।"

"মোল্লা মৌলবাদীসকলৰ অনুপ্ৰেৰণাত ডেকাসকলে উগ্ৰ মৌলবাদী মনোভাৱেৰে তবলিগ বিলাকত দেহেকেহে লাগি গৈছে ।"

"অসমৰ বিভিন্ন ধৰ্মৰ সহাৱস্থানৰ কথা লক্ষ ৰাখি বিভিন্ন ধৰ্মাৱলম্বী লোকৰ উমৈহতীয়া আধুনিক জীৱন ৰক্ষাৰ স্বাৰ্থত মুছলমানসকলে নিজৰ ধৰ্মৰ সময়োচিত সংস্কাৰ কৰিব লাগিব। এই সত্য আন আন ধৰ্মৰ অনুগামীসকলৰ ক্ষেত্ৰতো প্ৰযোজ্য ।"

"ইছলামৰ মূল নীতিনো কি ? প্ৰধান নিৰ্দেশ নো কি ? তাৰ এটা স্পষ্ট, দ্ব্যৰ্থহীন উত্তৰ থকা হ'লে পৃথিৱীত হানাফি, হানবালিকে ধৰি চাৰিবিধ ছৰিয়টৰ বিধান নোলালহেঁতেন ।"

: এই খিনিয়ে হ'ল মানুহে কোৱা কথা । আৰু এনে কথা হয়তো বহু লোকে কৈছে, মোৰ পক্ষে সকলো কথা সংগ্ৰহ কৰা সম্ভৱ নহয়। মই যিখিনি পাৰো তাকেহে আনিছোঁ । ধৰ্মৰ বিষয়ে মানুহে কয়, কোনোবাই সমৰ্থন কৰে আৰু কোনোবাই এনে কথা প্ৰচাৰৰ বাবে সোচ্চাৰ হৈ উঠে আৰু এনে কথাৰে নিজৰ বা আন ধৰ্মক আক্ৰমণ কৰে । এতিয়া মই ৰাইজক খুব চুটি চুটি কৰি এক প্ৰকাৰৰ প্ৰশ্ন কৰিম আৰু এই প্ৰশ্নৰ উত্তৰসমূহ মই যিদৰে বিচাৰো সেইদৰে দি যাব। মই কোনো টান প্ৰশ্ন নকৰো- আপোনালোকে জনা প্ৰশ্নকে কৰিম । তেনে মোৰ প্ৰশ্ন মই আৰম্ভ কৰিছো ।

চামছুল জোনাবে কাগজ এখন উলিয়াই ললে আৰু এবাৰ পৰিচালকৰ পিনে চকু দিলে । বহি থকাৰ পৰা পৰিচালকজনে লৰাই থকা ভৰিদুখন আৰু বৰ আৰামেৰে চোবাই থকা তামোলৰ পাগটো দেখিয়ে চামছুল জোনাবে বুজিলে অন্তত সভাখনৰ লাইখুটা স্বৰূপ এই ব্যক্তিজনৰ অলপো আমনি লগা নাই বা খং উঠা নাই । আদিত্য আৰু কাদীৰ চাহাবে অলপ হাঁহি আছে। তেওঁ ৰাইজৰ পিনে মন কৰি সুধিলে ।

: চৈয়দ আব্দুল খালিকে কিমান দিন ধৰি সাহিত্য কৰিছে- অৰ্থাৎ তেওঁ

কিমান দিন ধৰি সাহিত্য কৰ্ম কৰিছে ?

: প্ৰায় ৭০ বছৰ ধৰি ।

: ধীআৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই ?

: ৫০ বছৰ ধৰি ।

: ভোগেছ দাসে ?

: ৪০ বছৰ ।

: হেমেন বৰগোহাঁঞী দেৱে ?

: ঠিক তেনেকুৱাই ৪০ / ৪৫ বছৰমান হ'ব ।

: ডঃ নীৰেণ গোহাঁয়ে ?

: দহ পোন্ধৰ বছৰমান হ'ব । তেওঁৰ লিখনি সাংঘাটিক ।

: ধন্যবাদ । কেইজনমান কবিক একেলগে আনিছো, ধৰক - জীৱকান্ত বৰুৱা, ৰেৱশ মহন্ত, নয়নমণি ফুকন, ক্ষীৰেণ ভট্টাচাৰ্য্য, কবীন্দ্ৰ সৰকাৰ, চিনময় প্ৰভা বৰদলৈ, কবীন্দ্ৰ বৰুৱা, ধীৰেশ্বৰ বৰুৱা, লিপীকা দত্ত, চৈয়দ আব্দুল কামিল, হেমন্দ্ৰ বৰা, ধৰি লওক ঠিক এই কেইজন- যিসকলৰ এটা দীঘলীয়া কাল আছে বা বহুদিন ধৰি লিখি আছে । আৰু বহু সু-কবি আছে তেওঁলোকক ঠিক আনিব খোজা নাই । তাৰ বাবে মই ক্ষমা বিচাৰিছো। এই কবিসকলে বাৰু কিমান দিনৰ পৰা কবিতা লিখা আৰম্ভ কৰিছে.? লিখনিৰ বয়স কিমান। এটা এভাৰেজ উলিয়াই ক'বছোন ?

অলপ নীৰৱতা । তাৰ পাছত সমুখৰ এজন ব্যক্তি ঠিয় হ'ল আৰু উত্তৰ দিলে ।

: আপুনি কোৱা কবীসকলৰ ভিতৰত জীৱকান্ত বৰুৱা, ৰেৱশ মহন্ত, কবীন্দ্ৰ সৰকাৰ আমাৰ অগ্ৰজ কবি । বাকী সকলেও বহুদিন ধৰি শ্ৰেষ্ঠ কবিতা লিখিছে । কবিসকলৰ বয়সৰ অনুমানটো আমি বৰ সঠিকভাৱে ক'ব নোৱাৰিলেও গড়ে প্ৰত্যেকজনে ৩০/৪০ বছৰ মানকৈ কবিতা লিখি আছে।

: হ'ব বাৰু- আমি এটা মোটামোটি অনুমানহে কৰিম । ঠিক সিমানেই হ'ব। আৰু আছে যেনে ভদ্ৰ বৰকটকী, মোহিনী চৌধুৰী, ইকৰাম শ্বাহ, মইদুল ইছলাম, ইন্দ্ৰপ্ৰসাদ শইকীয়া, তৰুণ গোস্বামী, বিতুলানন্দ গোস্বামী, বিজু হাজৰিকা, জিমণি ৰয়চম গোস্বামী, অনুপমা বৰগোহাঁঞি, নীলভদ্ৰ আৰু হয়তো

বহু আছে। তেওঁলোকে একা ?

: ভদ্ৰ বৰকটকী, মোহিনী চৌধুৰী, ইন্দ্ৰ প্ৰসাদ বৰুৱা এই তিনিজনে বহু দিন ধৰি সাহিত্য কৰিছে কমেও ৫০ বছৰ। বাকীসকলেও ৩০ বছৰমান ধৰি কৰিছে।

: আমি এইবাৰ গায়কৰ ভাগলৈ আহিছো। অসম গৌৰৱ ৰূপেন হাজৰিকাৰ কথা বাৰু বাদ দিছো। তেওঁ ৬০ বছৰ ধৰি গীত লিখি সুৰ কৰি গাইছে। বাকী থাকিল নগেন মহন্ত, শুল বৰুৱা, বিজন্ত হাজৰিকা, হামিদা হাজৰিকা, ডঃ ধীৰেণ দত্ত, চেলিমা খাতুন, হেমেন বৰদলৈ, হিৰুগোহাঁই, ৰামেন গোহাঁই, মুৰ্চনা মহন্ত, অপলক বেনাজী নেকিবুদ্দিন আহমেদ, নীপেন বৰুৱা, কবীন দত্ত, দোষ্ট ৰফিকুল ৰহমান, তন্ময় কাকতি, জেউতি শৰ্মা বৰুৱা আৰু কত গায়ক গায়ীকা আছে যাৰ নাম আমি এই মুহুৰ্ততে আনিব নোৱাৰো। এইসকলে বাৰু কিমান দিন ধৰি ৰেডিঅ' আৰু বিভিন্ন অনুষ্ঠানত গীত গাইছে ?

: নগেন মহন্ত, ডঃ ধীৰেন দত্ত পুৰণি চামৰ প্ৰখ্যাত গায়ক। তেওঁলোকে ৪০ বছৰমান গাইছে। বাকীসকলৰো ২০/.৩০ / ১৫ বছৰ হ'ব।

: ঠিকেই উত্তৰ দিছে। তেনে এইবাৰ আমি চিনেমা শিল্পৰ সৈতে জড়িত হৈ থকা ব্যক্তিক আনিব বিচাৰিছো। তাৰ ভিতৰত ডঃ জীবেন্দ্ৰনাথ শইকীয়াৰ কথা আপোনালোকে জানেই।

হঠাৎ ডেকা ল'ৰা এজনে বৰ উল্লাসেৰে তৎক্ষনাত কথাবোৰ কৈ গ'ল।

: ডঃ জীবেন্দ্ৰনাথ শইকিয়াদেৱ বৰ্তমানে আমাৰ অসমীয়া চলচিত্ৰৰ এজন প্ৰখ্যাত নিৰ্মাতা আৰু পৰিচালক। প্ৰতিখন ছবিয়ে পুৰস্কাৰ লাভ কৰিছে। তাৰোপৰি তেওঁ ভ্ৰাম্যমান থিয়েটাৰৰ যোগে গাঁৱে-ভূঁয়ে চাঞ্চল্যৰ সৃষ্টি কৰিছে। তেওঁ একেধাৰে গল্পকাৰ আৰু নাট্যকাৰ। চিনেমা কৰা তেওঁৰ দহ বছৰমান হৈছে আৰু সাহিত্য কৰা ৩০ বছৰমান হৈছে।

: ধন্যবাদ জনালো তোমালৈ। তাৰোপৰি আমাৰ আছিল দীপ বৰুৱা, মৃগেন বৰুৱা, বহ্নী বৰুৱা, কৌশিক বৰা, জীৱ ঠাকুৰ, ৰমেন দাস, জীৱন বৰুৱা, ৰূপেন হাজৰিকাই ছবিও বহুখিনি কৰিছে। আদি এইসকলেই ছবি কৰিছে আৰু অসমৰ বাবে গৌৰৱ কঢ়িয়াই'লৈ আনিছে। তেওঁলোকে বাৰু কিমানদিন ধৰি ছবি কৰিছে ?

: ৫০ দশক মানৰ পৰাই এখেতসকলে ছবি কৰিবলৈ লৈছে আৰু এতিয়াও প্ৰায়ে কৰি আছে। নতুনসকলৰ বয়স কিছু কম।

: তাৰোপৰি আমাৰ আছে প্ৰবন্ধ আৰু নিবন্ধ লিখোতা অসংখ্য মহান ব্যক্তি। ডঃ নীলা গগৈ , ডঃ সনাতন শৰ্মা, ডঃ জীৱেশ্বৰ নেওক, ডঃ কৌশল্যা দত্ত গোস্বামী, নীৰেণ বৰকটকী, মোলেন বৰকটকী, অজেয় নন্দ শৰ্মা পাঠক, ডঃ কবীন চন্দ্ৰ শৰ্মা, সুগল দাস , হৰী গোস্বামী, শীৱ গোহাঁই, মীনা দেৱী আদি। তালিকাখন দীঘল নকৰি মই ইমানতে ৰাখিলো। এইসকলে কিমান দিন ধৰি লিখা-মেলা কৰি অসমীয়া সাহিত্যৰ ভড়াল অনবদ্য দানেৰে চহকী কৰি গৈছে ?

: আপুনি অগ্ৰজসকলৰ সতে নতুন কেইজনমানক একেলগ কৰাৰ বাবে আমাৰ উত্তৰ দিয়াত কিছু অসুবিধা হৈছে। ইয়াতো গড় হিচাপে অগ্ৰজ কেইজনে ৬০ বছৰ ধৰি লিখিছে আৰু নতুনসকলে প্ৰায় ৩০/৪০ বছৰ ধৰি লিখিছে।

: তেন্তে মই এতিয়া নাট্যকাৰসকলৰ নামলৈ আহিছো। প্ৰশান্ত দত্ত, সৰ্বেশ্বৰ বৰঠাকুৰ, মৃণাল ৰয়, হেমেন্দ্ৰ বৰঠাকুৰ, বাৰণ শৰ্মা, নিৰদা কান্ত, ৰমেন প্ৰসাদ বৰুৱা, শৰৎ চন্দ্ৰ গোস্বামী, আহাদ হুছেইন, আদিকে কৰি বহু কেইজন নাট্যকাৰ আছে। তেওঁলোকেও নাট্য সাহিত্যৰ যোগে বহু মহৎ বাৰ্ত্তা ৰাইজক দিছে। তেখেতসকলে বাৰু কিমান দিন ধৰি এই নাট্য কৰ্মৰ সতে জড়িত ?

: তেওঁলোকেও প্ৰায় ২০/২৫ বছৰমান ধৰি নাটকৰ সতে জড়িত হৈ আছে। পাছলৈ তেওঁলোকে আকাশবাণীলৈ আহিল।

: বৰ ভাল কথা - আপোনালোকে উত্তৰসমূহ প্ৰায় নিয়াৰিকৈয়ে দিব পাৰিছে। এই সকলোবোৰৰ বাহিৰে আমাৰ বহু পুৰণি কবি-সাহিত্যিক, গায়ক-গায়িকা, নাট্যকাৰ, উপন্যাসিক আছে যাৰ স্বনামধন্য নামসমূহ মই আনিব পৰা নাই। আৰু আছে আমাৰ নবীন লিখক-লিখিকা সকল। মই একেবাৰে আগৰ চামৰ কথা কোৱা নাই বা তেওঁলোকক আনিব বিচৰা নাই। এনেসকলৰ উপৰিও আমাৰ অভিনেতা, অভিনেত্ৰী, চিত্ৰশিল্পী আদি আছে। মোৰ প্ৰশ্নসমূহ ঠিক ইমানতে শেষ কৰিছো। তেনেহ'লে এইসকলেই আমাৰ

দেশৰ বিৰল সম্পদ, গৌৰৱ আৰু মহান ব্যক্তিসকল। যাৰ অতুলনীয় দানে আমাৰ দেশ সুজলা-সুফলা কৰি ৰাখিছে। তেওঁলোকেই দেশৰ সঞ্জীৱনি স্বৰূপ, তেওঁলোকেই আমাৰ নমস্য ব্যক্তি। এতিয়া মই এই শিতানটো বাৰু ইমানতে এৰিছো। পাছত আকৌ এই বিষয়টো মই উত্থাপন কৰিম।

মানুহবোৰে অলপ হাত-ভৰি লৰালে। কথাৰ অন্তত মানুহবোৰে অলপ বিৰতি পোৱাৰ দৰে যেন পালে। চামছুল হকেও যেন অলপ উশাহ লৈ ললে। কিন্তু বেছি পৰ সময় নষ্ট নকৰি বিনম্ৰভাৱে ক'লে।

: মই অৱসৰত যোৱা কিছুদিন হ'ল। মোৰ বন্ধু-বান্ধবী, আত্মীয়-স্বজনো বহুত আৰু মোৰ সতে মানুহৰ মিলা-মিচাও দেখাৰ। লগে লগে বয়সৰ সতেও মিতিৰালি মোৰ বাঢ়ি গৈছে । সময় মোৰ আছে বাবেই মই প্ৰায়ে এটা কামৰ পৰা অব্যাহতি পোৱা নাছিলো। পূণ্য কিমান আহিব নেজানো কিন্তু মানৱতাৰ খাতিৰতে হওক বা কৰ্তব্য বুলিয়ে হওক মই সেই কামত প্ৰায়ে লাগি আছিলো। নিয়মিত ৰূপে ৰুগীয়া মানুহৰ খবৰ কৰা, মৃতকৰ ঘৰলৈ খবৰ কৰিবলৈ যোৱা, কৰবাত কাৰোবাৰ দুৰ্ঘটনা হ'লে ঘৰ আৰু হস্পিতেললৈ যোৱা আৰু মাজে মাজে দুই এখন বিয়ালৈ যোৱা মোৰ এটা অভ্যাসত পৰিণত হৈ পৰিছিল। মানুহে মোক বিচাৰে, মোৰ সতে বোলে কথা পাতি ভাল পাই আৰু এই দুৰ্গতসকলে বোলে মোৰ সান্নিধ্য প্ৰায়ে বিচাৰে। গতিকে তেনে লোকৰ খবৰ কৰি দুই-চাৰিষাৰ কথা পতাটো মোৰ এটা নৈতিক কৰ্তব্যৰ দৰে হৈ পৰিছিল। এনে বহু লোকৰ এনে চৰম দুখৰ মাজত যেতিয়া মই তেওঁলোকৰ মুখবোৰ চাওঁ, আৰ্তনাদ হাঁহাকাৰবোৰ শুনো তেতিয়া মোৰ মনৰ মাজলৈ বহু ধৰণৰ প্ৰশ্ন আহে তেতিয়া মই আচৰিত হৈ পৰো যে সঁচাই এই লোকসকলে চৰম, বিপদ, হাঁহাকাৰ আৰু দুখ-যন্ত্ৰণাত পৰিলে, মৃত্যুৰ আশঙ্কাত পৰিলে, ইয়াকে বিচাৰেনে? এইসকল লোক সেইসকলেইনে যিসকলে ইয়াৰ আগতে এক সুকীয়া ঠাচত কথা কৈছিল, লিখিছিল, ভাবিছিল, পৰাপক্ষত দপ্‌দপাই ফুৰিছিল, মূৰে ভৰি কাঢ়িছিল, আনক বহু ধৰণেৰে কথা কৈছিল, মাজে মাজে দুজনমানে তেনেবোৰ কথা লিখিছিলো, কাৰোবাৰ সতে আলোচনা কৰিছিল, আলোচনাত চাহৰ পিয়লাত গৰম ধোঁৱা উৰুৱাইছিল, তাৰবাবে উত্তপ্ত পৰিবেশৰ সৃষ্টি হৈছিল, কোনোবা কোনোবাই বেয়াও পাইছিল আৰু

অৱশেষত এনে দশা হৈছিল ? অজ্ঞ, নির্বোধ আৰু নজনা লোকৰ কথা বাৰু বাদেই দিলো তাৰ মাজতো যে কেইজনমান বিজ্ঞানৰ প্রফেচাৰ, প্রবক্তা, কেইজনমান প্রশাসনীয় বিষয়া, কেইজনমান অধিবক্তা, দুজনমান চিকিৎসক, দুজনমান অভিযন্তা, সামৰিক বাহিনীৰ লোক, গৱেষক, ধনী ব্যৱসায়ী, কোম্পানীত চাকৰি কৰা বিভিন্ন চৰকাৰী বিষয়া, আদিও থাকিব পাৰে সেই কথা ভবা নাছিলো। সেই সকলৰ ভিতৰত লেখক, সাহিত্যিকক বাৰু বাদ দিলো। এই ব্যক্তিসকলৰ কিছুমানৰ অসুখ হৈছিল, কিছুমানৰ দুর্ঘটনা হৈছিল, কিছুমান মৰিছিল, কিছুমান বাচিছিল আৰু কিছুমানে এতিয়াও আৰোগ্য লাভ কৰিব পৰা নাই। মই তেতিয়া প্রমাণ চাবৰ বাবে, জুখিবৰ বাবে, আচলতে সেই লোকসকলনো কেনে, তেওঁলোকে তেনে এক মুহূর্তত কি বিচাৰে,কি কথা পাতিলে, তেওঁলোকে ভাল পাব, কেনে মানুহৰ কি কথা শুনি ভাল পাই তাৰ উমান লৈ ফুৰিছিলো। মই এতিয়া আপোনালোকক নাম উচ্চাৰণ নকৰো কিন্তু কেইটামান কথা ক'ব বিচাৰিছো। এজনৰ অসুখ হৈছিল। হস্পিতেলত আছিল। মই তেওঁৰ খবৰ কৰিছিলো। বহিছিলো- কথা পাতিছিলো। কথাৰ মাজতে উলিয়াইছিলো কবিৰ কথা, কবিতাৰ কথা, সৌন্দর্য্যবোধৰ কথা, কবিতাৰ নৈসগীক শোভাৰ কথা- কিন্তু তেওঁ ভাল নেপাইছিল। আৰু এজনৰ অসুখ হৈছিল তেৰোঁ হস্পিতেলত আছিল। মই তেওক লেনিন, মার্কচ, এঞ্জেল, মাউ-চেতুংৰ কথা কৈছিলো। মই তেওঁক সাম্যবাদ, মানৱতাবাদ, পুঁজিবাদ আদিৰ কথা কৈছিলো - কিন্তু তেওঁ ভাল নেপাইছিল। আৰু এজন নার্চিং হোমত আছিল। সমাজত চলি থকা অধঃপতনৰ বিপক্ষে আৰু ভ্রষ্টাচাৰীতাৰ বিৰুদ্ধে জেহাদ ঘোষণাৰ বাবে আজীৱন সংগ্রাম কৰি যোৱাৰে তেওঁৰ একমাত্র উদ্দেশ্য। তেওঁৰ সতে মই মানুহৰ নৈতিক চৰিত্র আৰু সমাজৰ পৰিবেশ-পৰিস্থিতিৰ বর্তমান ৰূপটো কেনে হৈ পৰিছে আৰু ইয়াত আমাৰ কি কৰিব লগা আছে সেই বিষয়ে কথা পাতিছিলো। কিন্তু তেওঁ ভাল নেপাইছিল। কেইবাটাও সংগঠনৰ সতে জড়িত এগৰাকী মহিলা। নিজৰ সংগঠন অনুষ্ঠানৰ বাহিৰে পৃথিৱীৰ সকলোৰে দোষ দেখা এগৰাকী মহিলা যি গৰাকীয়ে কেৱল খবৰ কাগজক উত্তপ্ত কৰি ৰখাতে ব্যস্ত। তেখেতক মই অনুপ্রাণিত কৰিছিলো, ধৈর্য্য, সাহস আৰু স্পষ্টবাদীতাৰেই যে সমাজক

পৰিবৰ্তিত কৰিব পাৰি তাৰ বিষয়ে আলোচনা কৰিছিলো। তেওঁৰো অসুখ হৈছিল। কিন্তু তেওঁ ভাল নেপাইছিল। আৰু এজনৰ দুৰ্ঘটনাত ভৰি-হাতৰ জখম হৈছিল। বহু দিন হস্পিতেলত থাকি ঘৰলৈ ওভতি আহিছিল। তেওঁ আছিল সংস্কৃতি আৰু কলাৰ এজন সাৰ্থক পূজাৰী। বৰ্তমান আমাৰ সমাজত কলা-সংস্কৃতিয়ে যি ধৰণেৰে নিম্নস্তৰলৈ গতি কৰি আমাৰ সংস্কৃতিক দুৰ্বল কৰি তুলিছে তাৰ বিষয়ে কথা পাতিছিলো। কিন্তু তেওঁ ভাল নেপাইছিল। আৰু এজনৰ হঠাৎ এদিন একমাত্ৰ পুত্ৰ সন্তানৰ মৃত্যু হৈছিল। তাৰবাবে দুখত ভাগি পৰিছিল। এসময়ত তেওঁ বিদেশীৰ প্ৰব্ৰজনে কিদৰে আমাৰ দেশত আমাৰ ঐতিহ্য, সংহতি, ভাষা বিনষ্ট কৰি আমাক সংখ্যালঘুত পৰিণত কৰিছে- এই বিষয়ে প্ৰান্তৰে প্ৰান্তৰে বক্তৃতা প্ৰদান কৰি মানুহক জাগ্ৰত কৰিছিল। তেওঁৰ সতে মই জাত-পাত পৰিহাৰ কৰি আমি অসমীয়াসকলে কিদৰে হাতত হাত মিলাই, বাহুত বাহু মিলাই, ইজনে সিজনক শ্ৰদ্ধা কৰি অহিংসভাৱে ওলাই আহিব লাগে তাৰ বিষয়ে কথা পাতিছিলো। কিন্তু তেওঁ ভাল নেপাইছিল। এজনৰ পৰিবাৰৰ কেন্সাৰ হৈছিল। দুখ আৰু নিৰাশাত তেওঁ খ্ৰীয়মান। ডাক্তৰৰ মতে বিশেষ কৰিব লগা একো নাই। মই তেওঁৰ ঘৰলৈ মাজে মাজে গৈ ৰুগীৰ খবৰ কৰিছিলো। মাজে মাজে তেওঁৰ সতে মই জীৱন, জন্মান্তৰবাদ, বাহিৰৰ চিকিৎসকসকলৰ নৈতিক কৰ্তব্য, আমাৰ দেশৰ, ৰাজ্যৰ চিকিৎসকসকলৰ মানসীকতাৰ বিষয়ে আলোচনা কৰিছিলো। কিন্তু তেওঁ ভাল নেপাইছিল। এজন অসৎ অভিযন্তা আছিল যদিও তেওঁৰ সতে মোৰ সম্বন্ধ বৰ এটা বেয়া নাছিল। কাৰণ মোৰ আত্মীয় এজনৰ ল'ৰা এটাক তেওঁ চাকৰি দিছিল। তেওঁৰ কেটবেক অপাৰেইশ্যন হৈছিল আৰু এখন নাৰ্চিং হোমত আছিল তেওঁৰ সতে মই কাৰিকৰী দিশত যে আমাৰ ৰাজ্য এতিয়াও পাছ পৰি আছে আৰু কেৰা এটা বৃহৎ উদ্যোগ-দলং আৰম্ভ কৰাৰ সময়ত থলুৱা ল'ৰাই নিযুক্তি নেপাই বুলি যি হৈ হাল্লা কৰে তাৰে যে কোনো অৰ্থ নাই এই বিষয়ে আলোচনা কৰিছিলো। কিন্তু তেওঁ ভাল নেপাইছিল। এজন শিক্ষাবীদৰ এজন পুতেক নিৰুদ্দেশ হৈছিল। তেওঁৰ খবৰ কৰিবলৈ মই প্ৰায়ে গৈছিলো। বহু কথাৰ মাজত তেওঁৰ সতে অলপতে স্কুলীয়া ল'ৰাৰ বাবে প্ৰস্তুত কৰা কিতাপত বহু জঘন্য আৰু ঘৃণনীয় যৌনতাৰ কথা সন্নিবিষ্ট

কৰাৰ বাবে যি এক চাঞ্চল্যৰ সৃষ্টি কৰিছিল তাৰ বাবে কাণ্ডজ্ঞান নোহোৱা এজাক নিলাজ লিখকেই যে দায়ী তাৰ বিষয়ে কথা পাতিছিলো। কিন্তু তেওঁ ভাল নেপাইছিল। এইদৰে মই প্ৰায় সকলোৰে খবৰ লবলৈ গৈছিলো, কথা পাতিছিলো। কিন্তু তেওঁলোকে কোনেও সেই কথাবোৰ ভাল নেপাইছিল। ঘূৰাই মোকহে বেয়া পাইছিল.। মই খবৰ কৰিবলৈ গ'লে আমনি পোৱা হৈছিল। বাচি থকা কেইজনে মই যোৱা দেখি টোপনিৰ ভাও জুৰিছিল, মোৰ কথাত মন নিদিছিল, আত্মীয়-স্বজনক মোক অহাৰ বাবে বাধা নিষেধ কৰিবলৈ কৈছিল আৰু অৱশেষত মোক কৰ্কথনাও কৰিছিল। এনে হোৱাৰ কাৰণ মই নজনা নহয়। মই সকলো বুজিছিলো। কাৰণ মই ইচ্ছাকৃতভাৱেই এই কাম কৰিছিলো। মোৰ উদ্দেশ্যই আছিল আচল মানুহক আবিষ্কাৰ কৰা আৰু প্ৰকৃত ৰূপটো চোৱা। সূৰ্য্যটোকনো কিমান দিন ধৰি কাষলতিৰ তলত লুকুৱাই ৰাখিব পাৰে তাৰে বীৰত্বখিনি উপভোগ কৰা। মই নিজকে সলনি কৰি পেলালো। কাৰণ জলন্ত প্ৰমাণে মোক অভিজ্ঞ কৰি তুলিলে। মই অলপ অভিনয়ো কৰিছিলো। মই সকলোৰে কাষত ক্ষমা বিচাৰি মোৰ কাম আৰম্ভ কৰি দিলো। মই কথাৰ ধৰণ সলালো , মই কষ্ট কৰিবলৈ ললো, যি যেনে ধৰণৰ কথা ভাল পাই তেনে কথা ক'বলৈ লাগিলো। দেখিলো- যি কেইজন লোক নমৰাকৈ থাকিল তেওঁলোকে মোক ভাল পাবলৈ ধৰিলে, মোক শ্ৰদ্ধা কৰিবলৈ ধৰিলে, মোক বেছিকৈ বিচাৰিবলৈ ধৰিলে, মোৰ কথা আত্মীয়-আপোনজনক ক'বলৈ ধৰিলে, এইদৰে তেওঁলোকে অনাবীল আনন্দ লভিবলৈ ধৰিলে। মই নহ'লে তেওঁলোক শান্তিত থাকিব নোৱাৰা হ'ল, মোৰ উপস্থিতিৰ অপেক্ষাত তেওঁলোক অধীৰ হৈ থাকিবলৈ ধৰিলে, মোৰ হতুৱাই বহু কাম কৰাই ললে। মই এক প্ৰকাৰে কাম কৰি ভাগৰি পৰিছিলো- কাৰণ মই কোনপিনে লৰিম- কাক চাম, কাৰ কথা শুনিম। অৱশেষত মই যেতিয়া সম্পূৰ্ণ প্ৰমাণ পাই গ'লো তেতিয়া মই পলাবলৈ আৰম্ভ কৰি দিলো আৰু নিজৰে গা -অসুখৰ ভাও জুৰি অহা-যোৱা কৰাটো সেৰেঙা কৰি দিলো। এইসমূহ আছিল হস্পিতেল, নাৰ্চিং হোম আৰু ঘৰৰ বিছনাত পৰি থকাসকলৰ কথা.। তাৰ পাছত মই এদিন কি দেখিছিলো ? মই দেখিছিলো- এজন নাস্তিকৰ মৃত্যু ঘটিছিল আৰু তেওঁক আত্মীয়-স্বজনে মৰিশালিলৈ লৈ গৈছিল।

ধৰ্মৰ নীতি-নিয়মেৰে শৱ দাহ কৰিছিল। জীয়াই থাকোতে নাস্তিকজনে ওৰেটো জীৱন কেৱল নাস্তিকতাবাদৰ তত্বকে প্ৰকাশ কৰিছিল। এজন কমিউনিষ্ট মৰিছিল। আজীৱন তেওঁলোকৰ বিশ্বাস-অবিশ্বাস আৰু প্ৰগতিবাদৰ ওপৰতে বক্তৃতা দি ফুৰিছিল। কিন্তু তেওঁৰ ঘৰলৈ গৈ গম পাইছিলো যে তেখেতৰ পত্নী আৰু ল'ৰা- ছোৱালী সকলোখিনিয়ে ঘোৰ কালী পূজাৰ সমৰ্থক আৰু সাধক। এজন লোকে ধৰ্মান্তৰ হৈ বহুদিন ধৰি আন এটা ধৰ্মৰ প্ৰভাৱত জীৱন নিৰ্বাহ কৰিছিল। তাৰবাবে দুটা সন্তানক এৰি দিবৰ বাবেও কুণ্ঠাবোধ কৰা নাছিল। কপালত সেন্দুৰৰ ফোট লৈ সৰ্বধৰ্মৰ বিষয়ে কিতাপ লিখিবলৈ, লৈ আকবৰৰ দিন-ই-ইলাহীৰ ওপৰত বন্দনা বাণী শুনাইছিল। উপযুক্ত বয়সত তেওঁ এদিন যেতিয়া ঢুকাল তেওঁৰ ডায়েৰীখনৰ পৰা তেওঁৰ শেষ ইচ্ছা এটাৰ বিষয়ে জানিব পাৰি তেওঁক তেওঁৰ আপোন পৰিয়ালে ৰাজহুৱা কবৰস্থানলৈ লৈ গৈছিল আৰু নামাজে জানাজা সম্পন্ন কৰিলে। স্বামী আছিল এজন ধীৰস্থিৰ লোক। তেওঁ মনে মনে থাকিল। এজন ডাক্তৰ আছিল। কোনোবা ৰুগীৰ ডিঙি আৰু বাহুত তাবিজৰ মাদুলি দেখি অসন্তুষ্টিত নাক কোচ খাই আহিছিল আৰু জীৱনক এইদৰে অৱহেলা কৰাৰ বাবে নানা কৰ্কথনা কৰিছিল। এদিন তেওঁৰ ভৰি এখনৰ বিষ হ'ল আৰু এজনৰ সতে গৈ আজমীৰ পালেগৈ- গৰীব নেৱাজ মাজাৰত ধন দিবলৈ। ঘূৰি অহাৰ পাছত দেখা গৈছিল তেওঁৰ বাহুত ৰূপৰ তাবিজ। অলপতে হৈ যোৱা সৌ ঘটনাটোৰ কথাও আপোনালোকে জানে। তেওঁ আছিল সাম্প্ৰদায়ীকতাবাদৰ সংগঠন কৰি ফুৰা মানুহ। আমি জনাত তেওঁ কোৱামতে ফুৰিবলৈ গৈছিল- সকামত যোৱা নাছিল। লগত আছিল এঘাৰ বছৰীয়া জীয়েক। পাৰ হৈ যাব লগাত পৰিছিল ইছলামপুৰ গাঁৱৰ মাজেদি। নিজকে সহজ কৰি দেখুৱাবৰ বাবে একালৰ কলেজীয়া বন্ধু আলী কৰীমৰ পদুলীত মাৰুতি ৰখাই দিলে। উদ্দেশ্য আলী কৰীমক পদুলিতে মাত এষাৰ লগোৱা। কিন্তু, হঠাতে তেওঁ অসুস্থ অনুভৱ কৰিলে- বুকুখন বেয়া লাগিল। নীৰৱে জীয়েকক লৈ বুকুত হাত দি তেওঁ সোমাই গ'ল আলী কৰীমৰ ঘৰলৈ। আলী কৰীম ঘৰত নাছিল। একালৰ বন্ধু বুলি পৰিচয় দিয়াত আৰু গাটো বেয়া লগা বাবে আলী কৰীমৰ পৰিয়ালে তেওঁক আঠে-বেথে বহুৱালে আৰু এটা কোঠালিত এখন সুন্দৰ বিছনা ঠিক

কৰি দিলে। বামুণ মানুহ- উচ্চ বংশ, সমাজত এটা সুকীয়া স্থান আছে। কিন্তু বুকুৰ কলিজাটোৱে সেইবোৰৰ কোনো কথাকে মানি লব নোৱাৰিলে। তেওঁ শুই পৰিল। সময়ত আলী কৰীম আহি পালেহি। মাকতি দেখি গোট খোৱা মানুহবোৰক ঘৰা ঘৰি যাবলৈ কৈ আলী কৰীমে সাৱধানে পৰিস্থিতিটো চম্ভালি ললে। কিন্তু ৰাতি বাৰ মান বজাত অন্য এটা ঘটনা ঘটিল। লগত অহা ছোৱালীজনীৰ পুস্পিতা হ'ল- ৰাতি। আলীৰ পৰিবাৰ আৰু জীয়েকহঁতে ভয়ত কঁপিবলৈ ধৰিলে। তেওঁ বিছনাৰ পৰা উঠি আহিব নোৱাৰিলে। কেৱল আলী কৰীমৰ চকুলৈ চাই ক'লে যে- এইবোৰ আল্লাৰে হুকুম। তোমাৰ ঘৰতে ছোৱালীজনী গাভৰু হ'ল। আল্লাৰ বিধানৰ বিৰুদ্ধে যোৱাৰ সাহ মোৰ নাই। গাঁৱতনো ড্ৰাইভাৰ এটাও নাইনে ? টকা এহেজাৰ দিম বুলি কৰা আমাক ঘৰতে থৈ আহিলেই হ'ব। কথাষাৰ নুলিয়াবা। দুদিনৰ পাছত সদ্য পুস্পিতা জীয়েকক লৈ আলী কৰীমৰ ঘৰৰ পৰা আহি কোনোৰকমে ঘৰ সোমাইছিলহি। মানুহ জাতিটোনো কিমানৰ ? বাকীখিনি কথা আপোনালোকে জানেই। কথা হ'ল এইবোৰৰ কাৰণ কি ? প্ৰথমে মানুহে মোক বেয়া পাইছিল। তাৰ পাছত মই যেতিয়া নিজে সলনি হৈ এক বিশেষ ধৰণৰ কথা পাতিবলৈ ধৰিলো তেতিয়া মোক ভাল পাবলৈ ধৰিলে তাৰ আগতে যি যি মানুহ যেনেকুৱা আছিল তেওঁলোকে ভাল পাব পৰাকৈ সেই সেই ধৰণৰ কথাকে পাতিছিলো। তথাপিও তেওঁলোকে মোক ভাল নেপাইছিল। কিছুমান লোকে যি যি কাম কৰি আছিল, তেওঁলোকৰ চিনাকি বা পৰিচয় যিটো মাধ্যমেৰে সমাজৰ আগত জিলিকি আছিল তাক চলাই যাব নোৱাৰিলে, তাক ৰাখিব নোৱাৰিলে। চিৰন্তন সত্য আৰু কঠোৰ বাস্তৱৰ চেপাত পৰি সেই মানুহবোৰৰ আচল ৰূপটো ওলাই পৰিল আৰু শেষত ভিজা মেকুৰীৰ দৰে হৈ পৰিল। তাৰোপৰি মই মৃতকৰ সতে কবৰ স্থানলৈ গৈছো, মৰিশালীলৈ গৈছো, মৃতকক সংকাৰৰ অৰ্থে চিতাত দিয়াৰ পাছত মন্ত্ৰ পাঠ কৰা শুনিছো, মোৰদাৰ নামাজে জানাজাৰ নামাজ শুনিছো- নিজে পঢ়িছো, কবৰত জিয়াৰত কৰাৰ দোৱা নিজে জানো আৰু পঢ়িছো। আনেও পঢ়িছে। পিণ্ড দিবৰ সময়ত কি পঢ়িব লাগে তাকো শুনিছো। মৰিবলৈ আৰু কেইটামান ক্ষণ থকা মানুহ যেতিয়া শয্যাত চটফটাই থাকে তেতিয়া তেওঁৰ আত্মাৰ চীৰশান্তিৰ বাবে কি মন্ত্ৰ পঢ়ে তাকো শুনিছো। মৰাৰ

সময়ত কলিমা পঢ়াই দিয়াও শুনিছো। বগা কাপোৰেৰে ঢাকি দিয়াৰ পাছত কোৰাণৰ "ইয়াচীন" চুৰা পঢ়াও শুনিছো। বিয়াত হোম পঢ়াৰ সময়ত, সপ্ত প্ৰদৰ্শনৰ সময়ত আৰু অন্য বৈবাহিক অনুষ্ঠানত আৰু কি মন্ত্ৰ পঢ়ে তাকো শুনিছো, নিকাহৰ খোটবা শুনিছো, ক'ত ক'ত, কি কাৰণত গ্ৰন্থচাহিব পাঠ কৰে, বাইবেল পঢ়ে গীতাৰ শ্লোক গাই, কীৰ্ত্তন পঢ়ে তাকো শুনিছো। বৰলোক ঢুকালে ৰেডিঅ', টি. ভিৰ যোগে সৰ্ব ধৰ্মৰ প্ৰাৰ্থনা কৰা হয়। জেন্দ আবেষ্টাৰ আছুৰ মাজদা, বৈদীক শাস্ত্ৰ, গীতা, কোৰাণ, বাইবেল, গুৰু গ্ৰন্থচাহিব, কীৰ্ত্তন, ভাগৱত সকলো পাঠ কৰা হয়। এসাজৰ পাছত সিসাজ খোৱাৰ বাবে চিন্তা কৰা মানুহে লঘোন দিয়ে। বেজাৰ লগাসকলৰ বাবে বৈজ্ঞানীক যুক্তি আছে। বেজাৰ নলগাবোৰে ভোকত শুকাই মৰে। এখনীয়া কাপোৰ লয়, হাতত কঠ লয়, চুলি খুৰাই, তিলনি, দহা মাহেকীয়া আৰু কত কি পালন কৰে। কিন্তু আমি কি কৈছিলো ? মানুহে কি কৈছিল ? মানুহে কাৰ কথাত সমৰ্থন দিছিল ? মানুহে কোনবোৰ কথাত হয়ভৰ দিছিল ? মানুহে কি লিখিছিল ? প্ৰথম কথা নাৰী মানুহ। নাৰী আমাৰ সমাজৰ অবিচ্ছেদ্য অঙ্গ। নাৰীসকল আমাৰ আই-মাতৃ, বৌটি, মা, বাইতি, ভনীটি, পেহীটি, খুৰিটি আদি যিমান সম্বন্ধ, সম্বোধন হ'ব পাৰে সেই সকলোখিনিয়ে। মানুহ ঈশ্বৰৰ সৃষ্টি গতিকে নাৰীও। আমাৰ দৰে তেওঁলোকৰো সকলো আছে। দ্বিতীয় কথা সেই নাৰীকে ধৰ্মই অৱমাননা কৰিছে, ধৰ্মই নাৰীক একো দিয়া নাই। যোনে যেনেকৈ পাৰে ধৰ্মক আক্ৰমণ কৰিছে, ধৰ্মক গালি পাৰিছে আৰু সংস্কাৰ বিচাৰিছে। তৃতীয়তে ধৰ্মই মানুহক পাচলৈ নিয়ে, ধৰ্মান্ধ কৰে, আন্ধাৰত ৰাখে, নতুন চিন্তা ধাৰাৰ ই প্ৰধান অন্তৰায় আৰু জ্ঞান- বিজ্ঞানৰ ধ্যান-ধাৰণাৰ পৰা আঁতৰাই ৰাখে। ধৰ্মই মানুহক কটা মৰা কৰিবলৈ শিকাইছে, ই মানুহক পঙ্গু কৰিছে। অৰ্থাৎ মই কোৱা সকলো উদ্বৃতি মনত পেলাই গমি চালেই বুজিব পাৰিব যে ধৰ্মই সকলো বেয়াৰ আদি মূল। বাৰু ঠিকেই তেনে আমিও তাকে মানি লৈছো। মানুহৰ কথাত আমিও হয়ভৰ দিছো। ধৰ্মই যদি সকলো বেয়াৰ আদি মূল তেন্তে মই যে অত সোপা মানুহৰ সতে তেওঁলোকৰ চৰম বিপৰ্যয়, দুখ-যান্ত্ৰণা, দুৰ্দশাৰ সময়ত তেওঁলোকৰ সতে কলা- সংস্কৃতি, দেশ, সমাজ, সাহিত্য, কবিতা, গীত, নাটক, ছবি, মানৱতাবাদ আদিৰ বিষয়ে নানা কথা পাতিছিলো

তেতিয়া তেওঁলোকে কিয় মোৰ সেইবোৰ কথা শুনিবলৈ পচন্দ নকৰিলে, কিয় বেয়া পালে, কিয় আপোন পৰিয়ালে মোক লাহে লাহে বেয়া পাবলৈ ধৰিলে? আৰু মোক ভাল পাবলৈ ধৰিলে কেতিয়া? যেতিয়া মই কোৰাণৰ কথা, বেদৰ কথা, গীতাৰ কথা, কীৰ্ত্তনৰ কথা, নামঘোষাৰ কথা, উপনিষদৰ কথা যি জানো তাকে ক'বলৈ ললো তেতিয়া। যেতিয়া মই মনে মনে কোনোবা এজনক জোনাবৰ দোৱা পঢ়া পানী খুৱাই দিছিলো তেতিয়া। যেতিয়া মই কোনোবা পূজাৰী এজনৰ পৰা ৰুদ্ৰাক্ষৰৰ মালা এদাল আনি দিছিলো- তেতিয়া। যেতিয়া মই এজন বাপক আনি নাৰ্চিং হমতে দেখা কৰাই দিছিলো- তেতিয়া। যেতিয়া মই আন এজন জোনাবক মাতি আনি কোৰাণৰ কেইফাকিমান পঢ়ুৱাই শুনাই দিছিলো তেতিয়া। যেতিয়া মই শ্ৰীকৃষ্ণৰ সৰু সোনালী ছবি এখন গাৰুৰ তলত ৰখাৰ ব্যৱস্থা কৰি দিছিলো - তেতিয়া। যেতিয়া মই এজনক আনি গুৰু গ্ৰন্থ চাহিবৰ দুফাকিমান ঘৰতে শুনাই আশীৰ্বাদ দিয়াইছিলো- তেতিয়া। আৰু মোক ভাল পাইছিল- যেতিয়া মই কেইবাজনক মৰাৰ আগত কাণত কলিমা শুনাইছিলো- তেতিয়া। আৰু যেতিয়া মই বহু লোকৰ মৃত্যুৰ পাছত মৃতকৰ কাষত বহি কোৰাণ পঢ়িছিলো- তেতিয়া। আৰু মোক ভাল পাইছিল যেতিয়া মই কবৰস্থানলৈ গৈ নামাজে জানাজাত যোগ দিছিলো - তেতিয়া। আৰু মোক ভাল পাইছিল যেতিয়া মই এখন গাড়ী ঠিক কৰি চাৰ্চৰ বুঢ়া ফাদাৰক জনচেন্ট হাইস্কুলৰ শিক্ষক এজনৰ মৃত্যুত মৃতকৰ ঘৰলৈ অহা-যোৱা কৰাত সহাই কৰি দিছিলো- তেতিয়া। আৰু মোক ভাল পাইছিল যেতিয়া কামাখ্যাত বলী দিবৰ বাবে নীজাম কচাইৰ পৰা সন্তাত ময়ে এটা এজনৰ বাবে পঠা ছাগলী কিনি আনিছিলো- তেতিয়া। আৰু মোক ভাল পাইছিল যেতিয়া শৰ্মা নামৰ বয়োজ্যেষ্ঠ এজনৰ মৃত্যুত আয়োজন কৰা শৰদলৰ সমদলত যোগ দিছিলো- তেতিয়া। বেঙ্কত চাকৰি কৰা কেৰেলীয়ান ব্যক্তি এজনৰ মৃত্যুত জন্দে আৱেস্তাৰ দুখিলা পাতৰ ব্যৱস্থা যেতিয়া মইয়েই এজনৰ পৰা সংগ্ৰহ কৰি দিছিলো তেতিয়া। মোক ভাল পাইছিল তেতিয়া- যেতিয়া মই মোৰ তত্বৱধানত নাগৰা নাম আৰু দিহা নামৰ দল দুটা এঠাইৰ পৰা যোগাৰ কৰি দিছিলো - তেতিয়া। তাৰোপৰি মই বিয়া-সবাহলৈ গৈছো, যোগ দিছো, শ্ৰাদ্ধ সকামলৈ গৈছো। শ্ৰদ্ধা আৰু ভক্তিত আপ্লুত হৈ তাতো মানুহ ব্যস্ত হৈ থাকে

। কোনেও দেখো ধৰ্ম পালন নকৰাকৈ থাকিব নোৱাৰে । আৰু এটা প্ৰশ্ন আপোনালোকে কৰাৰ আগতে ময়ে তাৰ উত্তৰটো দিছো । আপোনালোকে ভাবিছে সেই মুমূৰ্ষু মানুহবোৰক মই চেক্সপিয়েৰ, চেলি, কিট্‌চ, লিলিয়ান ৰথ, পলগ'গ, বাৰনাৰ্ডশ্ব, পল-ৰব চন কিম্বা অইন মণিষীসকলৰ কথা কৈছিলো ? নহয় মই আমাৰে কবি, সাহিত্যিক, গল্পকাৰ, গায়ক, তথা সংস্কৃতিবান ব্যক্তিৰ নানা কবিতা, সাহিত্য, নাটক, গীতৰ কথা পাতিছিলো । আনকি বিভিন্ন দিশৰ বিষয়ে আলোচনা কৰিছিলো। কিন্তু সেই সময়ত হ'লে সেইবোৰক কোনেও ভাল নেপালে। অতি তুচ্ছ হৈ গ'ল, কামত নলগা হৈ গ'ল, শুনি ভাল নোপোৱা হৈ গ'ল, অশান্তিৰ কাৰণহে হৈ পৰিল । অথচ আমাৰ দেশক চহকী কৰিছে সেইসকলৰ মহান আৰু অতুলনীয় দানে, তেওঁলোকৰ সাধনা আৰু সৃষ্টিয়ে । মই উল্লেখ কৰা প্ৰতিজন সাহিত্যিক, কবি, গায়ক, চিনেমা নিৰ্মাতা নাট্যকাৰসকলৰ কথা কৈছিলো । অৰ্থাৎ তেওঁলোকে সৃষ্টি কৰা মহানতাখিনিৰ বিষয়ে কবিতা, গীত আৰু সংলাপৰ মাজেৰে কৈছিলো । কিন্তু, তেওঁলোকে কোনেও ভাল নেপালে । মই তাতো ক্ষান্ত থকা নাছিলো আৰু প্ৰমাণ পাইছিলো যে কিবা এক সাংঘাটিক বিপদ আহিলে, দুঃচিন্তাত পৰিলে, কৰবাৰ পৰা টেলীগ্ৰাম এখিন আহিলে, দূৰ ঠাইলৈ যাত্ৰা কৰিলে, ৰেল-জাহাজত উঠিলে, চোৰ-ডকাইত আহি উৎপাত কৰি ঘৰ উৎখাত কৰিলে, দেশৰ সংকট কালত, ধৰ্ষণ, হত্যা, লুণ্ঠন হ'লে, মাটি-বাৰীৰ কিবা খেলি-মেলি হ'লে, আনকি ল'ৰাৰ বছৰেকীয়া পৰীক্ষাৰ পৰা আৰম্ভ কৰি, এজন চাকৰিয়ালৰ কিবা কাৰণত নিলম্বীতকৰণ বা পদোন্নতিৰ পৰা আৰম্ভ কৰি এই মানুহ নামৰ জাতিটোৱে কাৰ নাম, কোন পুথি, কোন শাস্ত্ৰৰ শ্লোক, সুক্ত, পংক্তী, লোকাচাৰ ধৰ্মাচাৰ যে নেমানিব তাক কোনেও ক'ব নোৱাৰে । কি গোটেই মানুহখিনি অজ্ঞ, ধৰ্মান্ধ আৰু অন্ধবিশ্বাসী হৈ গ'ল নেকি ? সকলো মানুহে এইবোৰ এনেয়ে কৰে নেকি ? নে আনক দেখি কৰিব শিকে ? সকলো মানুহে সকলো ধৰ্মৰ কাম কৰি আছে । কোনেও ধৰ্মৰ পৰা নিজক বিচ্ছিন্ন কৰিব পৰা নাই । যেতিয়া এজন লোক শয্যাগত হৈ থাকে তেতিয়া তেওঁৰ পৰিয়ালে তেওঁৰ বাবে প্ৰাৰ্থনা কৰে। সেই প্ৰাৰ্থনা অকলেয়ো কৰিব পাৰে বা কেইবাজনো মানুহৰ হতুৱায়ো কৰাব পাৰে । তেতিয়া পবিত্ৰ বাইবেলৰ পৰা পঢ়া হয় - "পাছে তেওঁ

পৰ্ব্বতৰ পৰা নামিলত, বহু মানুহৰ দল তেওঁৰ পাছত গ'ল। আৰু চোৱা, এজন কুষ্ঠ ৰোগী, তেওঁৰ ওচৰলৈ আহি - - ।" "তাতে তেওঁ হাত মেলি তাক চুই ক'লে - - -" "তাতে যীচুৱে উত্তৰ দি তেওঁলোকক ক'লে - - - -" " - - - পাছে তেওঁলোক কফৰনাহূমলৈ গ'লত তেওঁ তেতিয়াই বিশ্ৰামৰ বাবে নামঘৰত সোমাই উপদেশ দিলে - - ।" আদি কৰি বহু পবিত্ৰ শ্লোক। এই সমূহ পঢ়ি ৰোগীজনক শুনোৱা হয় মানৱ জীৱনৰ মহানতাৰ বিষয়ে। মানুহ ঈশ্বৰৰ শ্ৰেষ্ঠ সৃষ্টি। গতিকে মানুহে মানুহক বচাব লাগে। এজন সঁচা খ্ৰীষ্টীয়ানে মৰাৰ পাছতো জীয়াই থাকিব পাৰে। এজন ৰোগীয়ে যেতিয়া মৃত্যুৰ বাবে ভয় কৰে তেতিয়া তেওঁক যীচুৰ ওপৰত বিশ্বাস আনিব কোৱা হয়। যেতিয়া এজন মৃতকক কবৰ দিয়া হয় তেতিয়া পঢ়া হয় " হে ভাইবিলাক, যি শুভবাৰ্ত্তা মই তোমালোকৰ আগত প্ৰচাৰ কৰিলো, তাকে তোমালোকক জনাইছোঁ। তাক তোমালোকে - - - - ।" ৰোমীয়া অধ্যায়ৰ পৰা পঢ়া হয়- "যীচুখ্ৰীষ্টৰ দাস আমন্ত্ৰিত পাঁচতি আৰু ঈশ্বৰৰ শুভবাৰ্ত্তাৰ নিমিত্তে পৃথক কৰা পৌল - - - " "– ধাৰ্মিক লোকৰ কাৰণে প্ৰায়ে কোনো জনে প্ৰাণ নিদিয়ে, সৎ লোকৰ কাৰণে প্ৰাণ দিবলৈকো কিজানি - - - - ।" "- - তেন্তে আমি কি কম ? অনুগ্ৰহ অধিক হ'বলৈ পাপ কৰি থাকিমনে ? এনে নহওক - - ।" "- - এই কাৰণে যীচুখ্ৰীষ্টৰ থকাবিলাকলৈ এতিয়া কোনো দণ্ডাজ্ঞা নাই - - - ।" আদি। তাৰোপৰি পঢ়া হয় কৰিন্থীয়া, ইফিচীয়া, ফিলিপীয়া, কলচা, থিচলনীকীয়া আদি অধ্যায়ৰ পৰা নিৰ্বাচিত পংক্তি। বিয়াৰ ক্ষেত্ৰতো পঢ়া হয় পবিত্ৰ বাইবেলৰ বাণী। দৰা-কইনা গীৰ্জা ঘৰলৈ লৈ যোৱা হয় আৰু আশীৰ্বাদ দিয়া হয় এইদৰে- কৰিন্থীয়া অধ্যায়ৰ- "তোমালোকে যি যি কথাৰ বিষয়ে লিখিছিলা, তাৰ উত্তৰ এই, পুৰুষে তিৰুতা মানুহক স্পৰ্শ নকৰাই ভাল কিন্তু ব্যভিচাৰ নহ'বলৈ, প্ৰতিজন পুৰুষৰ নিজা ভাৰ্য্যা হওক।" "ভাৰ্য্যাৰ তেওঁৰ শৰীৰৰ ও'ৰত কোনো ক্ষমতা নাই, স্বামীৰহে আছে - - -" "- - - তোমালোকে ইজনে সিজনক বঞ্চিত নকৰিবা - - " "- - হেনৰী তুমি তোমাৰ স্বামীৰ পৰিত্ৰাণ কৰাব পাৰিবানে নোৱাৰিবা, তাৰ বিষয়ে কি জানিবা ?" সেইদৰে ৰোমীয়া, ইফিচীয়া আৰু পিটাৰ অধ্যায়ৰ পৰাও পাঠ পঢ়া হয়। সেইদৰে মুছলমান সম্প্ৰদায়ৰ লোকেও শয্যাগত লোকৰ

আৰোগ্য লাভ, মৃত্যু যন্ত্ৰণা কম হবৰ কাৰণে পঢ়ে চুৰা ইয়াচীন নামৰ বিখ্যাত শ্লোক “ইয়াচীন অল্ কুৰআনিল্ হাকীম্। ইন্নাকা লামিনাল মোৰসালীন্। আলা ছিৰাতিম মুস্তাকীম - - -।” তাৰোপৰি শেষ নিশ্বাস ত্যাগ কৰাৰ আগে আগে শুনোৱা হয়- কলিমা “লা- ইলাহা - ইল্লাল্লাহো মোহাম্মাদুৰ ৰচুলুল্লাহ।” “আশহাদু আল্লা - ইলাহা ইল্লাল্লাহু - - -” আৰো কবৰত ৰখাৰ আগতে সমূহীয়াভাৱে জানাজা পঢ়োৱা হয়- “নাওয়াইতো আন উয়াদ্দিয়া লিল্লাহে - - -” “আল্লাহোম্মাগফেৰ লেহাইয়েনা - - -” তাৰোপৰি সমাধিস্থ কৰাৰ পাছত কোৰাণ পাঠ কলিমা পাঠ, দৰুদ পাঠ আদি আছে। তাৰ পাছত কবৰ দৰ্শন কৰিবলৈ গ'লে পঢ়িব লাগে- “আচ্ছালা মো আলাইকুম ইয়া আহলাল কবৰে - -।” বিয়াৰ ক্ষেত্ৰতো আন ধৰ্মৰ নিচিনা “পাঠ” পঢ়া হয়। তাক “খোতবা” বুলি কোৱা হয়। যেনে - “আলহামদো লিল্লাহে নাহমাদুহু, ওয়া নাস্তাঈনুহু - -।” এইদৰে কিমান যে পাঠ, শ্লোক, পংক্তি আছে তাৰ অন্ত নাই। এইসমূহ মানুহে কামত লগাই থাকে। ৰাইজ কথাবোৰ মই এনেয়ে কৈ গৈছো - আপোনালোকে মাত্ৰ অনুধাৱন কৰি যাব। গতিকে মানুহে এইদৰে বিয়া আদিতো বৰ-কন্যাক আশীৰ্বাদ আৰু মঙ্গলৰ বাবে ধৰ্মীয় গ্ৰন্থৰ সহাই নোলোৱাকৈ থাকিব নোৱাৰে। আমাৰ হিন্দু সমাজখনতো কি তেনে বিধান নাই নেকি ? প্ৰাচীন অন্ত্যোষ্টিক্ৰীয়া বিধিত সকলো কথাই সন্নিবিষ্ট কৰা আছে। উক্ত বিধিমতে মুমূৰ্ষুজনক, আপোনজনৰ “অন্তিম সময়ত, পুত্ৰাদি সপিণ্ডভাগী সকলে, চোতালত এখন ঈশান মুখীকৈ কুশশয্যা সাজি মুমূৰ্ষুজনক উত্তৰ শিৰকৈ শুৱাব। পূব পশ্চিম আৰু উত্তৰ ফালে একোজোপা তুলসী ৰুব।” এইদৰে বহু নিয়ম, বিধি সম্পন্ন কৰাৰ পাছত মুমূৰ্ষু কৃত্য শেষ কৰে। তাৰোপৰি আছে দ্বাদশাঙ্গ তিল কাঞ্চন দান, বৈতৰণী দান, উদকক্ৰিয়া, দূত পিণ্ড, প্ৰেত পিণ্ড অস্থিসঞ্চয়ন, মুণ্ডন, আদ্যশ্ৰাদ্ধ, মাসিক শ্ৰাদ্ধ আৰু তাৰ লগে লগে আছে শ্লোক, পাঠ, মন্ত্ৰ, নাম আদি। এই সকলো ধৰ্মীয় অনুষ্ঠান মানুহে পালন কৰে। আনকি বিপদ-আপদ আহিলে, ভূত-প্ৰেত পিশাচে ধৰিলে এইবোৰৰ পৰা উদ্ধাৰ পাবৰ বাবে, নিৰাময়ৰ বাবে মানুহে ধৰ্মৰ কাষ নচপাকৈ থাকিব নোৱাৰে। সকলোৱে নীৰৱে গোপনে এই ধৰ্মীয় নাম, জপ, সাধনা কৰিহে তৎ পাই। “প্ৰভাতে যঃস্মৰোৎ নিত্যং দুৰ্গা দুৰ্গাক্ষৰ দুয়ম

আপদঃ তস্য নশ্যন্তি তমঃ সূৰ্যোদয়ে যথা।" "প্ৰভাত কালত সদা দুৰ্গা দুৰ্গা দুৰ্গা বুলি / যিটো দুৰ্গাদেৱীক স্মৰয় / তাহাৰ আপদ যত নিৰন্তৰে হোৱে হত / সূৰ্য্যে যেন তিমিৰ নাশয়।" "ওঁ সৰ্ব্বমঙ্গল মঙ্গল্যে / শিৱে সৰ্ব্বাৰ্থ সাধিকে / শৰণ্যে ত্ৰাম্বকে গৌৰী / নাৰায়ণী নমোহস্তুতে।" আদিয়েই হৈছে এই বিষয়ৰ ওপৰত পাঠ কৰিব লগা মন্ত্ৰ, শ্লোক। তাৰোপৰি বিভিন্ন কথা-কামৰ বাবে আছে শ্ৰীশ্ৰীশিৱ স্তোত্ৰম্, নৱগ্ৰহ স্তোত্ৰম, ভৈৰৱ স্তোত্ৰ আদি। ধৰ্ম বেয়া কিন্তু এইসমূহ ভাল, যি নিৰ্দেশে, যি নিয়মে মানৱ জাতিক ধ্বংস কৰে, এন্ধাৰৰ মাজলৈ ঠেলি দিয়ে- সেইবোৰক মৰণৰ সময়ত, বিপদৰ সময়ত, আপদৰ সময়ত, চৌধ্ব গোষ্ঠী উদ্ধাৰৰ ক্ষেত্ৰত লাগে আৰু যি জ্ঞান-বিজ্ঞানে, সাহিত্য কবিতা, সংগীতে, ছবিয়ে মানুহক আচল জীৱন দিয়ে, মানৱৰ উন্নতি সাধে, মানুহক মানুহ হ'বলৈ শিকাই সেইবোৰ আক অলাগতিয়াল হৈ পৰে, কামত নেলাগে, তাত শান্তি নেপাই মন, আত্মা, বিবেক, চেতনাই বিচাৰি ফুৰে ক'ত জোনাব আছে, ক'ত মোল্লা আছে, ক'ত পূজাৰী, বাপ, নামঘৰীয়া, ভকত, দেউ আছে, ক'ত আছে ফাদাৰ, ব্ৰাদাৰ, ক'ত আছে ৰাই পুৰুষ, বুদ্ধিষ্টি মঙ্ক্ আদি। শঙ্কৰী ধৰ্মৰ লোকসকলে পৰম বিশ্বাসেৰে কি কৰে তাকো আমি চাব লাগিব। এজন ব্যক্তি যেতিয়া শয্যাগত হৈ থাকে তেতিয়া তেওঁৰ শান্তিৰ কাৰণে ধৰ্মগ্ৰন্থ পাঠ কৰা হয়। তেনে অৱস্থাত সাধাৰণতে কীৰ্ত্তন পুথি বা গীতা পাঠ কৰে। এইক্ষেত্ৰত কীৰ্ত্তন পুথিৰ শ্ৰীকৃষ্ণৰ "বৈকুণ্ঠ প্ৰয়ান" বা "অজামিল" উপখ্যানেই প্ৰধান। মানুহে কিয় গাই "নৰ হৰি কি এ ৰাম, নিস্তাৰিয়া নিয়ো নাৰায়ণ, মাথাত ধৰিবো তুলি তোমাৰ চৰণ", কিয় গাই "এ ৰামে হৌক মতি ৰাম চৰণে গতি " বুলি ? অজামিল উপাখ্যানৰ পৰা গোৱা হয় "তাৰিয়ো নিয়ো নাথ নাৰায়ণ, চৰণে শৰণ লৈলো।" "জয় নিৰঞ্জন পাতক ভঞ্জন মাধৱ মুকুন্দ ৰাম।" সকলোৱে এই পৃথিৱীৰ পৰা বিদাই লব বিচৰাজনৰ আত্মাৰ শান্তিৰ বাবে পঢ়ে। তাৰ ঠাইত গীত, কবিতা, প্ৰবন্ধ-গল্পৰ বিখ্যাত শাৰী, উক্তিবোৰ পঢ়ি নুশুনাই কিয়? ধৰ্ম বেয়া নহয়? কিয় সেইসমূহ পঢ়িব লাগে? চিতাত উঠোৱাৰ সময়ত বা জুই দিয়াৰ সময়ত সকলোৱে ৰাম নাম লয়। সেই সময়ত নিৰ্দিষ্ট পাঠ পঢ়াৰ নিয়ম ধৰ্মানুসৰি বেলেগ বেলেগ। হিন্দু ধৰ্মত কোনোৱে গীতাৰ পৰা, কোনোৱে কীৰ্ত্তনৰ পৰা

আৰু কোনোৱে বেদৰ মন্ত্ৰ পাঠ কৰে। কীৰ্ত্তনৰ ঘোষা মতে- "বনমালী ৰাম মোৰ প্ৰাণ গৈল কোন স্থান জীৱেৰ জীৱন কৃষ্ণ বিনে নাই আন।" বুলি পঢ়িব লাগে। ঠিক সেই অনুসৰী শ্ৰাদ্ধ আদিটো বেদৰ বিধি অনুযায়ী পাঠ কৰা হয় আৰু ভাগৱতৰ পৰাও পাঠ কৰা হয়। বিবাহ আদিতো বৰ- কন্যাক 'হৰ-গৌৰী বসতি হওক' বুলি আশীৰ্বাদ দিয়ে। এই ব্যৱস্থাসমূহৰ পৰা মানুহে নিজকে মুক্ত কৰিব পাৰিবনে? এফালে ধৰ্মকে হাঁহিব, নিন্দাব আৰু এফালে ধৰ্ম নোহোৱাকৈ চলিব নোৱাৰে। এই মানুহ জাতিয়ে মানুহক দোষ নিদিয়ে, যিমান দিয়ে ধৰ্মগ্ৰন্থক। আমি আৰু আগ পাঢ়ি যাম। বুদ্ধ ধৰ্মাৱলম্বীসকলে শ্মশানত গৈ পাঠ কৰে- "নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স অনিচচৱত সঙ্কাৰা উপ্পাদৰয় ধম্মিনো, উপজ্জিত্বা নিৰজঝান্তি তেসং ৰূপসমো সুখো।" মৃত ব্যক্তি দৰ্শন ভাৱনাত আছে- "সবেব সত্তা মৰন্তি চ মৰিংসচ মৰিস সস্তে - - "। মৃত্যুৰ দুৱাৰ দলিত উপস্থিত হোৱা ব্যক্তিৰ প্ৰতি আগবঢ়োৱা হয় মহা মঙ্গল সুত্তং। তেনেক্ষেত্ৰত পঢ়া হয়- "য়ৎ মঙ্গলং স্বাদসহি চিন্তয়িংসু সদেবকা, সোত্থানং নাধি গচ্ছন্তি আটঠাতিংসঞ্চ মঙ্গলং, দেসিতং দেব দেবেন সব্ব পাপ বিনাসনং সব্বলোক হিতথায় মঙ্গলং তং ভনামহে"। এজনী কইনাৰ জীৱন সৰ্বাঙ্গ সুন্দৰ হোৱাৰ ক্ষেত্ৰতো ভগবান বুদ্ধৰ আশীষ বাণী নথকা নহয়। সেইবোৰ যুগে যুগে মানুহে কামত লগাই আহিছে আৰু ধৰ্মৰ প্ৰতি থকা আসক্তিৰ কথাকে প্ৰমাণ কৰিছে। কন্যাৰ প্ৰতি দিয়া আশীষ উপদেশসমূহ এনে ধৰণৰ "অম্ম সুসুৰকুলে ৱসন্তিয়া নাম অন্তৌ অগগি ন বহি নীহৰি তবেবা"। "বৃহি অগগি অন্তোন পৰেসেত বেবা"। "সুখং নিসীদতব্বং।" মই এতিয়া শীখ ধৰ্মৰ মাজলৈ সোমাই যোৱাৰ বাবে প্ৰয়াস কৰিছোঁ। তাৰ আগতে এবাৰি কথা কৈ লও। আমাৰ অনেক শীখ সম্প্ৰদায়ৰ লোকৰ সতে মিতিৰালী আছে। আমাৰ অন্তৰঙ্গতা আছে। তেওঁলোকৰ সতে আমি সকলো কথাৰ আদান-প্ৰদান ৰাখো, ক'তো অকণ অমিল নাই। তেওঁলোকে কিন্তু কোনো দিনে নেজানি, উমানতে এনেয়ে বিদ্ৰুপৰ সুৰত অন্তত আমাক কোনো কথা কোৱা নাই। ধৰ্মৰ বিষয়েও ক'তো মন্তব্য কৰা নাই। বৰং ধৰ্মক লৈ টাবৰীণে যিখিনি কৰিছে তাৰবাবে দুখ প্ৰকাশহে কৰিছে। তেওঁলোকৰ কিন্তু ধৰ্মৰ প্ৰতি মতি খুবেই প্ৰবল। ধৰ্ম মানে, শ্ৰদ্ধা কৰে, ধাৰ্মীক আৰু ধৰ্মৰ

নামত ভণ্ডামী নকৰে। ক'তো লিখা লিখিও কৰি নেথাকে নীৰৱে, পৰম শ্ৰদ্ধা ভক্তিৰে, আস্থাৰে তেওঁলোকে ধৰ্ম বজাই ৰাখিচে। আমি দুই চাৰিজন ব্যক্তিৰ সতে কথা পাতোতে তেওঁলোকৰ পৰাও বহু কথা জানিছিলোঁ। তেওঁলোকৰ মতে- শীখ ধৰ্মৰ পবিত্ৰ ধৰ্মগ্ৰন্থ শ্ৰীগুৰু গ্ৰন্থ চাহিবকেই জীৱনৰ যিকোনো ক্ষেত্ৰত সম্পূৰ্ণ আস্থা আৰু বিশ্বাসেৰে লোৱা হয়। মানৱ জীৱনৰ যিকোনো কাৰ্য্যত এই পবিত্ৰ গ্ৰন্থখনিৰেই সম্পূৰ্ণ পাঠ বা নিৰ্বাচিত বাণীৰ পাঠ কৰা হয়। সুৰেৰে, সজাই এই বাণীৰেই ভজন গোৱা হয়। ভজনক শীখ ধৰ্মত 'শ্বৰদ্' কোৱা হয়। ইয়াৰ আন এটা নাম "গুৰু বাণীৰ কীৰ্ত্তন"। নৱ-জাতকৰ আগমন, শুভ বিবাহ, নতুন ঘৰৰ আধাৰশিলা, গৃহ প্ৰবেশ, নতুন ব্যৱসায়ৰ শুভাৰম্ভ, মৃতকৰ শ্ৰদ্ধাদিত শ্ৰীগুৰু গ্ৰন্থ চাহিবৰ বাণী পাঠ কৰাৰ লগতে শ্ৰৱন-কীৰ্ত্তনো কৰা হয়। এতিয়া মই আগতে কৈ অহাৰ দৰে সকলো ধৰ্মৰ, সম্প্ৰদায়ৰ লোকে মানি অহাৰ দৰে, পালন কৰাৰ দৰে এই পবিত্ৰ শীখ ধৰ্মতো মৃতকৰ বাবে, আৰোগ্য লাভৰ বাবে বিবাহৰ সময়ত ধৰ্মৰ সকলো আচাৰ-নীতি, পৰম্পৰা আদি পৰম বিশ্বাসেৰে পালন কৰে। যদি কোনো ৰোগাক্ৰান্ত ব্যক্তিৰ সু-স্বাস্থ্যৰ বা আৰোগ্য কামনা কৰা হয় তেতিয়া গ্ৰন্থ চাহিবৰ পৰা এই বাক্য পাঠ কৰা হয়- "সৰৱ ৰোগকা অণ্ডবদ নাম দুখ ভঞ্জন তেৰা নাম জী - - -" "মেৰাবৈদা গুৰু গোবিন্দা। - - -'' তাৰ পাছত মৃতকৰ অন্তিম সংস্কাৰলৈ লৈ যোৱা পথত শ্মশান যাত্ৰীসকলে "সৎনাম ৱাহেগুৰু" পাঠ কৰে। সেই সমূহৰ অৰ্থ এনেকুৱা - ঈশ্বৰেই সত্য, অমৰ। তেওঁ জন্ম মৃত্যুৰ তদাৰক কৰোতা, "বাহে"ৰ অৰ্থ ডাঙৰ গুৰু হ'ল মুক্তি দিয়া জন। মৃতকৰ শৰীৰত যেতিয়া অগ্নী দিয়া হয় তেতিয়া গ্ৰন্থ চাহিবৰ "জপজী চাহিব" পাঠ কৰা হয়। সৎকাৰ কৰি ওভতি আহোতে "কীৰ্ত্তন সেহিলা" পাঠ কৰা হয়। দুয়োটাই শ্ৰীগুৰু গ্ৰন্থ চাহিবৰ অংশ বিশেষ। যেনে- "জেঁ ঘৰ ফিৰৎ আঁখেয়ে, কবতে কা হোয়ে বিচাৰো"। তাৰ ভাবাৰ্থ হৈছে- মৃতকক যিখন ঘৰলৈ লৈ যোৱা হ'ল তাত শান্তি বিৰাজমান। তাত ঈশ্বৰৰ নাম জপ কৰা হয়। এই বাণীয়ে মুক্তি দিয়ে। এই পৃথিৱীৰ দুখ যন্ত্ৰণাৰ পৰা। আকৌ শুভ বিবাহৰ সময়ত দৰা-কইনাক গুৰু গ্ৰন্থ চাহিবৰ সমুখত বহুৱা হয়। বিবাহ কাৰ্য্যত পঠিত বাণীক "লাৱা" আৰু বাৰাত পাটীক বা অন্যান্য সকলক "সংগত" কোৱা হয়। তেতিয়া আশীৰ্বাদ

স্বৰূপে- "হুব পহলীড়ী / লাঁৱ / পৰৱীৰতী / কৰম / দিড় ৰায়া / বলৰাম জিৰোঁ। - - - " বুলি পঢ়া হয় যাৰ অৰ্থ হৈছে- গৃহস্থ ধৰ্মত থকা, কৰ্ম কৰা, ভগৱানৰ নাম লোৱা। ইয়াতেই অৰ্থাৎ গৃহস্থ ধৰ্মত থাকিয়েই প্ৰকৃত আনন্দ আছে। ভগৱানক পোৱাৰ সুখ আছে। ৰাইজ মই মানৱ জীৱনৰ তিনি চাৰিটা প্ৰধান ধৰ্মীয় আৰু আধ্যাত্মীক কৰ্মৰ বিষয়ে ক'লো যি কেইটা কৰ্ম প্ৰতিটো সম্প্ৰদায়ে, ধৰ্মৰ লোকে নমনাকৈ বা নকৰাকৈ থাকিব নোৱাৰে। এইসমূহ ধৰ্মত থকা পৰম বিশ্বাসৰ কথা। তাৰ বাহিৰেও আৰু শত শত কৰ্ম আছে নিজ নিজ ধৰ্মৰ মত অনুসৰি। সেইসমূহ ভুল নে শুদ্ধ তাক কোৱাৰ আমাৰ অধিকাৰ নাই। আমাৰ মূল কথাটো হৈছে মানুহে এইসমূহ পালন নকৰাকৈ থাকিব নোৱাৰে। এতিয়া চাওক ৰাইজ- আপোনালোকে মন কৰক- কিদৰে সকলো মানুহে ধৰ্ম মানে ? আকৌ মানুহেই ধৰ্মক বেয়া বুলি কয়। সেয়ে মোৰ মানুহক চিঞৰি চিঞৰি ক'বলৈ মন যায় যে হে মূৰ্খ মানুহ, তৰলমতি মানুহ, অজীন পাটকী মানৱ? তোমালোকেই ধৰ্মক গালি পাৰা, গালি পাৰি আছা আৰু তোমালোকেই ধৰ্মক পালন নকৰাকৈ থাকিব নোৱাৰা। কিয়? মই যে সেই স্বানামধন্য কবি, সাহিত্যিক, গায়ক আদি সকলৰ যে নাম লৈছিলো, তেওঁলোকৰ মহৎ লেখনিবোৰৰ নাম যে লৈছিলো, তেওঁলোকৰ কৰ্মৰাজীৰ বিষয়ে যে সুধিছিলো সেইবোৰক কিয় বিপদৰ সময়ত, সংকটৰ পৰত, তাৰ নাম নোলোৱা? ভয়, দুখ, দুঃচিন্তা, অসুখ, নৰীয়া, যাত্ৰণা, মৰণৰ ভয়, শৱ সৎকাৰ মুখাগ্নী আদিৰ বাবে নিৰ্বাচিত কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ, কথাছবি, গীত-সংগীতৰ অংশ কামত নলগোৱা ? কাৰণ ধৰ্মতকৈ সেইবোৰহে ভাল ? গতিকে সেইবোৰ কথা কৈ লাভ নাই। মানুহক যদি অকণ শান্তি দিব পাৰে তেন্তে ধৰ্ম পাতত থকা মানুহে অৱহেলা কৰা, তুচ্ছ-তাচ্ছিল্য কৰা, সেই পংক্তি, শ্লোক, চুৰা, শ্বদ, কীৰ্ত্তনেই দিব পাৰিব। ধৰ্মক সমীহ নকৰাকৈ কোনেও থাকিব নোৱাৰে। গতিকে আপোনালোকে এইবোৰ এৰক অৰ্থাৎ যিসকলে ধৰ্মক নানা কটু কথাৰে, উপলুঙা কৰি, সকলো দিশৰে একমাত্ৰ অন্তৰায় বুলি অভিহিত কৰিছে তেওঁলোকেও ধৰ্মক নমনাকৈ নেথাকে, নিজৰ স্বাৰ্থত বেছিকৈহে মানে। মই নিশ্চয়কৈ ক'ব পাৰো যে আজি ইছলাম ধৰ্মৰ ওপৰত যি কঠোৰ আৰু অন্যায় সমালোচনা চলিছে সেইয়া বহু ক্ষেত্ৰত

নজনাৰ কাৰণে হৈছে। এইসমূহ বাৰু পালন কৰিব নেলাগে কিন্তু বুজিবলৈ চেষ্টা কৰিব লাগে। মানুহে যদি নেমানে, বুজিবলৈ চেষ্টা নকৰে তেন্তে বেয়া হ'বই। তাৰবাবে জানো গোটেই ধৰ্মটোৰ ওপৰত দোষ জাপি দি বহি থাকিলে কিবা কামত আহিব? আজিৰ পৃথিৱীত তেনে এক বলীয়া মানুহৰে পায়োভৰ বেছি। আমাৰ আন এজন মহাপুৰুষ মাধবদেৱে কি কৈ গৈছিল? তেওঁ কৈছিল- " গুৰু শাস্ত্ৰ সবে শীষ্যক কৃপায়ে/ শুদ্ধ উপদেশ দিব, শিষ্য সবে শুদ্ধভাৱে নচলিলে/ তাৰা সবে কি কৰিব।" এই কথাৰ গুঢ়াৰ্থ বুজিওটো আমি কিছুমান কথা ক'ব নেলাগিছিল। আজি ইছলামৰ ক্ষেত্ৰতো সেইটোৱেই হৈছে। অৱশেষত মই সামৰিব খুজিছো বহু কথাই কলো। আৰু মাত্ৰ শেষ কথা এটা কৈ থওঁ। তাৰ পৰা আমি সকলোৱে সাৱধানে থকা দৰকাৰ। সঁচা কথা যে হিন্দু মৌলবাদী আৰু মুছলমান মৌলবাদী দুয়োটাই কদৰ্য্য, ধ্বংসকাৰী আৰু দেশৰ বাবে ক্ষতিকাৰক। কিন্তু তাৰ সতে আৰু এটা "বাদী" আছে সেইটো হৈছে সুবিধাবাদী । এই সুবিধাবাদীহঁতে দুই সম্প্ৰদায়ৰ মৌলবাদী কথাবোৰ খচি-মেলি, খোচাৰী উগাৰী বেছি বেয়াকৈ ক'বলৈ আৰু লিখিবলৈ আৰম্ভ কৰি যুদ্ধখন বেছিকৈ লগাই দিয়ে । কেতিয়াবা হিন্দু দৃষ্টিভঙ্গীৰ পিনৰ পৰা হিন্দু মৌলবাদীয়ে ঠিক কথাকে কয় বা কৈছে, কেতিয়াবা মুছলমান দৃষ্টিভঙ্গীৰ পিনৰ পৰা মুছলমান মৌলবাদীয়ে ঠিক কথাকে কয় বা কৈছে । কিন্তু তাৰ প্ৰতিক্ৰীয়া ঘটাৰ আগতেই এই সুবিধাবাদীবোৰে এনে কিছুমান কথা কোৱাত আৰু লিখাত লাগি যায় যে নেলাগিব লগীয়া শীতল যুদ্ধ এখন লাগিবৰ বাবে দুই পক্ষৰ মাজত যুদ্ধৰ প্ৰস্তুতি চলি যায়। গতিকে সুবিধাবাদীৰ ভূমিকা বেছি কদৰ্য্য, ধ্বংসকামী আৰু ক্ষতিকাৰক। আমি এই সুবিধাবাদীবোৰৰ পৰা সদাই সাৱধানে থাকিব লাগে। মই ভাবো ৰাইজে সকলো বুজিছে। এটা কথাৰ প্ৰমাণ আজি মই দিব পাৰিছো বুলিয়ে ভাবিছো। মানুহে ধৰ্মৰ নাম লৈয়ে অকণ শান্তি পায় আৰু ধৰ্মক বাদ দি কোনেও চলিব নোৱাৰে। ধৰ্মক বেয়া বুলি এনেয়ে মানুহে কয়- কিন্তু ধৰ্মৰ বুকুত যাহ নোযোৱাকৈ কোনেও থাকিব নোৱাৰে। সকলো কথা বাদ দিয়াৰ পাছত, এৰি দিয়াৰ পাছত এটা কথাই ৰয়গৈ যে মৰিবৰ সময়ত মানুহে ধৰ্মকে বিচাৰে, আল্লা, ভগবান, গদকে বিচাৰে, সকলোলৈকে শুভেচ্ছা জনাই মই ইমানতে সামৰিলো ।

এজাক হাতচাপৰি ভাহি আহিল । কিন্তু কাৰো মুখত কথা নাই। পৰিচালকজনে মাইকৰ চুইচটো অফ কৰি চামছুল জোনাবক সকু মাতেৰে মঞ্চৰ চকীলৈকে আহিবৰ বাবে নিৰ্দেশ দিলে। চামছুল জোনাব গৈ পৰিচালক জনৰ কাষতে বহি পৰিল । প্ৰায় এক মিনিটমান সৰুকৈ কথা পতাৰ পাছত পৰিচালকজনে মাইকটোত ফু মাৰি আৰম্ভ কৰিব খুজিছিল - কিন্তু বৈ গ'ল। তেওঁ চুইচটো দুবাৰমান উঠা নমা কৰি গম পালে যে বিদ্যুৎ সৰবৰাহত এক বিজুতি ঘটিছে। কি হ'ব পাৰে কথাটো গমি চাবৰ বাবে তেওঁ চাৰিওপিনে সঘনাই মন কৰিবলৈ ধৰিলে । এবাৰ দেখা গ'ল দৰ্শকৰ আগৰ আসনত শ্ৰীকাকতি আৰু শ্ৰীনীলাধৰ বৰগোহাঁই বহি আছে। পৰিচালকজনে এবাৰ জোৰে শব্দ কৰি দুয়োকে মতাত দুয়োজনে যেতিয়া নুশুনাৰ ভাও জুৰিলে তেতিয়া পৰিচালক নিজেই উঠি গ'ল আৰু তেওঁলোকৰ সতে কথা পতাত লাগিল ।

: কি মিঃ কাকতি - পাৱাৰ আছে কিন্তু মাইকটোযে অচল - চাব নেলাগেনেকি ?

: আপুনি মিস্ত্ৰী আনি লওক । আমি কি কৰিম ?

: পৰিচালক হ'ব জানিলে সকলো কৰি লব লাগিব ।

: কি ক'লে ?

হঠাৎ পৰিচালকজনৰ খং উঠি গ'ল । তেওঁ কোবেৰে মঞ্চলৈ উঠি আহিল। দৰ্শকৰ মাজত এটা সৰু হৈ চৈ আৰম্ভ হৈ গৈছে। মঞ্চৰ অলপ আগলৈ তেওঁ আহি ললে আৰু গদ্ গদ্ সুৰে ক'বলৈ ধৰিলে ।

: কথা একেবাৰে ঠিক । চামছুল হকৰ কথাবোৰ শেষ হোৱাৰ বহু আগতে যে ঘটনাটো নহ'ল তাৰ বাবে যিকেইজন লোকে মাইকটো বেয়া কৰি দিলে তাৰবাবে তেওঁলোকৰ ওচৰত মই বিশেষভাৱে কৃতজ্ঞ । মই ঠিক সন্দেহ কৰিছিলো- এনে হবই বুলি । বোমা এটাকে দিব পাৰিলে হয় । এইবোৰ কথা হজম কৰিবলৈ আৰু মানি লবলৈ বহুতৰে জীৱনত সাধনা লাগিব আৰু খুব কম লোকেহে তাক মানি লব পাৰিব । ইতিমধ্যে আপোনালোকে এক হুলস্থূল লগাই অশান্তি আৰম্ভ কৰি দিছে যেতিয়া আমাৰ আৰু ইয়াত থকা নহ'ব। কাকতি আৰু বৰগোহাঁইহঁতে পৃথিৱীখন যেন ভালকৈ ৰাখে । এয়ে অনুৰোধ। মই আহিলো ।

এক উত্তাল পৰিবেশ। উত্তপ্ত জনসমাবেশ। বহুতে কথাটো ধৰিব পৰা নাই। হাই ভলটেজৰ পজেটিভ -নিগেটিভত কোনোবাই বিজুতি ঘটাই মাইকৰ চেটটো বেয়া কৰি তুলিলে। পেন্দেলৰ লাইট অন্য এঠাইৰ পৰা অনা হৈছিল। প্ৰায় আঠটামান ডেকা ল'ৰাই খণ্ডত জপিয়াই আছে মাইকটো বেয়া হোৱা কাৰণে। মঞ্চ আৰু সভাথলিৰ লোকবোৰ একাকাৰ হৈ পৰিছে। এনে আত্মঘাটি দুৰ্ঘটনাৰ বাবে সকলো সন্ত্ৰস্ত হৈ পৰিছে। কবীনহঁতে কাদীৰ চাহাবক লগ কৰি ব্যস্তভাৱে কথা পাতিছে। সভাৰ বাবে দিব খোজা টকাটো পাছত দিয়াই ভাল হ'ব। এতিয়া সকলোৰে মনবোৰ বেয়া হৈ আছে। সকলোৰে যেনি-তেনি ঘূৰি ফুৰিছে। কেৱল কাকতি আৰু বৰগোহায়ে বহা ঠাইতে বহি অন্য মানুহৰ সতে গহীনভাৱে কথা পাতি আছে - যেন বিশেষ একো হোৱাই নাই।

পৰিচালকজনে চামছুল হকৰ হাতৰ আঙুলিত নিজৰ হাতৰ আঙুলি কেইটাৰে খামুচি ধৰি বাহিৰলৈ ওলাই গ'ল। সকলো লোকে তেওঁলোকৰ পিনে মন দিছিল। এখন মুঘা বৰণীয়া এমবেচাদৰ কোবেৰে চলি গৈছিল।

তেতিয়া সভাথলিৰ মানুহবোৰৰ চিঞৰবোৰ বেছি হৈ আহিছিল।

## ( বাৰ )

সেইদিনা আছিল ৰাতি।

নীলা, ফৰকাল আকাশখনত আছিল এটা জোন আৰু এপৃথিৱী কোমল জোনাক। নিশাৰ দুই এটা চৰায়ে ওমলি আছিল আকাশখনত। মাজে মাজে শান্ত বতাহৰ মৃদু অহা-যোৱা।

বগীবুঢ়ীয়ে কৈ গৈছিল। তাকে টফচিৰে কৈছিল।

কোঠাৰ ভিতৰত একাষে বিছনাৰ পৰা অলপ আঁতৰত জ্বলি আছিল এটা হাত বাটি। জোনটো চলি গৈ আছিল। হাত বাটিটো জ্বলি গৈ আছিল। জোন আৰু হাতবাটিৰ স্নীগ্ধ পোহৰত পৃথিৱীখন কৰবাত হেৰাই গৈছিল।

উত্তৰা-দক্ষিণাকৈ বগীবুঢ়ীৰ বিছনাখন। দক্ষিণ পিনে থকা বেৰখনৰ সৰু খিৰিকীৰে জোনাকৰ পোহৰ অলপ বিচ্ছুৰিত হৈ আহি বগীবুঢ়ীৰ বিছনাত পৰিছিলহি।

পাতল কপাহী চাদৰ এখন বুকুলৈকে লৈ বগীবুঢ়ীয়ে উপৰমুৱাকৈ শুই আছিল। চকুত টোপনি নাই- কেৱল চকুদুটা মুদি আছিল। লাবণ্য, তৰা আৰু গোলনাআৰাইঁত কিছু আঁতৰত শুই আছিল।

এবাৰ বগীবুঢ়ীয়ে এনেয়ে চকুযোৰ মেলি দিলে।

খিৰিকীখনেদি মানুহ এটায়ে ভিতৰৰ পিনে চাই আছে। হাত বাটিৰ পোহৰখিনি বেৰে বেৰে লাগি গৈ ওপৰৰ চালখনত লগাৰ বাবে পোহৰখিনি খিৰিকীৰে ওলাই যাব পৰাই নাই। কিছু দেৰি বগীবুঢ়ীয়ে মানুহটোৰ পিনে চাই থাকিল। মানুহটোৰ সাৰ সুৰ নাই। বগীবুঢ়ীয়ে কেৱল এবাৰ নিজৰ বুকুখনলৈ চালে।

মানুহটো নাইকিয়া হৈ গ'ল।

অকণো সময় নষ্ট নকৰি বগীবুঢ়ীয়ে গাৰুৰ কিনাৰত থকা গিৰ্মিটদাল নিশব্দে হাতলৈ আনিলে আৰু ভৰিৰ বুঢ়া আঙুলিৰ ফাকত ভৰাই ভৰিখন আগলৈ মেলি দিলে আৰু গাৰুটোৰ পৰা কেই বেগেতমান দীঘলে দীঘলে

তললৈ নামি গ'ল। হাত বাটিটো জ্বলি আছে। বগীবুঢ়ীয়ে সেই ক্ষণতে মেখেলাখন অলপ দাঙি ললে আৰু গিমিট দালৰ মুখৰ অংশ বাওঁ ভৰিৰ বুঢ়া আঙুলিত সুমুৱাই ললে আৰু পাছৰ অংশ সো ভৰিৰ বুঢ়া আঙুলিত সুমুৱাই সমানভাৱে তাৰ মূৰটো লাহেকৈ ইকৰা বেৰৰ ফাকেৰে জোৰ কৰি সুমুৱাই ৰৈ থাকিল। তাৰ পাছত লাহে লাহে যেতিয়া গিমিটদাল বেৰত লাগি থাকিল তেতিয়া পুনৰ বাওঁ ভৰিখন সোঁ ভৰিৰে ধৰি থকা অংশলৈ আনিলে আৰু বুঢ়া আঙুলিৰে জোৰে চেপি ধৰি থাকিল। সোঁ-ভৰিখনেৰে মাত্ৰ গিমিটদালৰ মুঠিয়াটোৰ আঁতৰত ভৰিৰ পতাখনে যাতে চুব পাৰে তেনে এটা অনুমান কৰি বগীবুঢ়ী ৰৈ থাকিল।

মানুহটো আকৌ খিৰিকীৰ মুখত ৰ'লহি। জোনৰ পোহৰখিনি তেতিয়া হেলনীয়া হৈ আহিছিল।

বগীবুঢ়ীয়ে দেখিলে মানুহটোৱে গাৰ আগৰ অংশটো প্ৰায়ে বেৰত লগাই ঠিয় দি ভিতৰলৈ চাই আছে। এইদৰে চাই থাকিলে হয়তো শেষত একো এটা নহ'ব। তৎক্ষণাত বগীবুঢ়ীয়ে সোঁ- ভৰিখনেৰে গিমিটটোৰ মুঠিয়াটোত প্ৰচণ্ড জোৰেৰে এটা গোৰ মাৰি দিলে। ইকৰা বেৰ ফালি গিমিটটো বাহিৰলৈ ওলাই গ'ল। লগে লগে বগীবুঢ়ীয়ে "উস" বুলি শব্দ এটা শুনিলে আৰু শুনিলে সেই মানুহটোৱে দুপদুপাই লৰ মাৰি যেন ঘৰৰ কাষেদি গৈ পদুলিয়েদি ওলাই গুচি গৈছে। বগীবুঢ়ীয়ে বিছনাত বহি ললে আৰু কেৱল খিৰিকীৰ পিনে চাই থাকিল। কিছুপৰ তেনেকৈ চাই থকাৰ পাছত কোঠাটোৰ চাৰিওপিনে এবাৰ চালে। হাট বাটিৰ পোহৰ শেষ হৈ আহিছে। তৰাইত, ৰহিমাইত শুই আছে। তাৰ পাছত লাহে লাহে গিমিটটোৰ মুঠিয়াত হাত দি বগীবুঢ়ীয়ে গম পালে যে মুচৰিখনৰ এটা শকট ফুটা উলিয়াই গিমিটটো বাহিৰলৈ ওলাই গৈছে। সজোৰে গিমিটটো হাতলৈ আনি বগীবুঢ়ীয়ে দেখিলে যে গিমিটটোৰ আগৰ জোঙা অংশটোত ক'লা ৰঙৰ সূতা কেইদালমান লাগি আছে। গিমিটৰ আগটো এনেয়ে বগীবুঢ়ীয়ে শুঙি চালে আৰু তাত হাত নিদি পুনৰ গিমিটদাল গাৰুৰ কাষত লাহেকৈ থৈ দিলে।

হঠাৎ এচাটি বতাহ সোমাই আহিল আৰু হাত বাটিৰ শিখাটো নুমুৱাই দিলে। কোঠাটো আগতকৈ এন্ধাৰ হৈ আহিল যদিও পূব পিনে থকা বেৰখনত

জোনৰ অলপ হালধীয়া ৰং খিৰিকীৰে সোমাই কোঠাটো সামান্য পোহৰ কৰি ৰাখিছে। বগীবুঢ়ীৰ অলপ ভয় লাগিছিল। পুনৰ গাৰুটোৰ কাষেদি বগীবুঢ়ীয়ে গিমিটটো হাতলৈ আনিলে আৰু তাৰ চেঁচা লোৰ গাটো গালত লগাই দিলে। নিমিষতে যেন এক নীসঙ্গতাৰ বেদনাত পৰি বগীবুঢ়ীয়ে নীৰৱে, নিশব্দে কান্দি উঠিল। তিনিবাৰমান এক বুকু ভাঙি যোৱা নিশ্বাস এৰি বগীবুঢ়ীয়ে হাতৰ মুঠিৰে গিমিটদালৰ মুঠিয়াটো কঠিনভাৱে মুঠি মাৰি ধৰিলে আৰু চকুৰ পানী কেইটোপালমান মোহাৰি ললে। গিমিটদালত যেন চোনাৰদাদাৰ গোন্ধ এটা লাগি আছে। কেতিয়া সেই গিমিটদাল বগীবুঢ়ীয়ে চোনাৰদাদাৰ পৰা নিজৰ হাতলৈ লৈ আনিছিল তাক মনত পেলাবলৈ যত্ন কৰিও মনত পেলাব নোৱাৰিলে। তেতিয়া তাই আছিল মণিতোলা- চোনাৰদাদাৰ বুকুৰ জীউ। এদিন কুমাৰী জীৱনৰ এক মোহনীয় ক্ষণত যেতিয়া তাইৰ দগমগীয়া যৌৱনটোৱে মানুহৰ মন-প্ৰাণ কাঢ়ি নি সকলোকে বলীয়া কৰি তুলিছিল তেতিয়াই তাইক বছাৱৰ বাবে এখন কৃত্ৰিম কাজিয়া লগাই বাপেক চোনাৰদাদাই এই গিমিটটোৰেই মকৰম নামৰ ডেকা এটাক নিশেষ কৰিছিল আৰু তেতিয়াৰ পৰাই সেইদাল গিৰ্মিটেৰে আহিব ধৰা অনেক বিপদক এটা মৰনাস্ত্ৰৰ দৰে লগত লৈ ফুৰাই সেইবোৰৰ মোকাবিলা কৰিছিল। সেই বুৰঞ্জীবোৰকে জীয়াই ৰাখিবৰ কাৰণে এক অদ্ভুত মোহত পৰি মণিতোলাই গিমিটদাল লগত লৈ ফুৰাইছিল- বাপেক চোনাৰদাদা ঢুকুৱাৰ পাছত নিজৰ হাতলৈ আনি। আনকি অসমলৈ অহাৰ পাছত তাইৰ নাম বগীবুঢ়ী হোৱাৰ পাছতো পৰম যতনেৰে এই গিমিটদালক জীৱনৰ সাৰথি কৰি ৰাখিছিল। ইয়াৰ আগতে তাক ব্যৱহাৰ কৰা নাছিল যদিও কেইবাটাও বিপদৰ সময়ত এই গিমিটদালে তাইক সাহ দিছিল।

আজি কিন্তু বগীবুঢ়ীয়ে সেইদালক সৎ-ব্যৱহাৰ কৰিলে। কোনোবা চোৰ, লম্পট, দগাবাজ, গুণ্ডা এটাক খিৰিকী মুখৰ পৰা আঁতৰাই পঠালে। কিন্তু বগীবুঢ়ীৰ মনটো অলপ বেয়া লাগিছিল। অসমৰ জয়া বজাৰত থকাৰ বাবে ভৱিষ্যতে যি বিপদ অহাৰ কথা নিশ্চলৰ দেউতাকইতে কৈছিল তাৰ ভিতৰত হয়তো এইটোৱে প্ৰথম হিচাবে আজি দেখা দিলেহি। কাৰণ ইমানদিনেটো সকলো ঠিকেই চলি গৈছিল।

আকাশখন ৰঙা হৈছিল। পোহৰ হৈ আহিছিল।

বিছনাৰ পৰা উঠি আগফালৰ দুৱাৰখন খুলি বগীবুঢ়ী ওলাই আহিল। প্ৰথমে বাহিৰে বাহিৰে খিৰিকীখনৰ কাষ পালেগৈ। কিন্তু কাষ পোৱাৰ আগতেই হঠাৎ ভীষণভাৱে উচপ খাই উঠিল। বুজিবলৈ বাকী নেথাকিল যে অতি সোনকালে এটা ডাঙৰ ঘটনা ঘটি যাব পাৰে ৰাতিলৈ। দিনত মানুহ বুলিবলৈ জয়া বজাৰৰ আৰু তাৰ ওচৰে-পাজৰে গোটেই মানুহখিনিয়ে আছে। ৰাতি কিন্তু বগীবুঢ়ীৰ বাবে কোনো নোহোৱাৰ দৰে। এই ব্যৱস্থাটো বগীবুঢ়ীয়ে নিজে কৰি লোৱা। নিশাৰ বাবে বগীবুঢ়ীয়ে কোনোদিনে কোনো পুৰুষৰ অনুগ্ৰহ বিচৰা নাছিল আৰু বিচৰাৰ দৰকাৰো নাছিল। আৰু সেইবাবেই হয়তো আজি নিশালৈ কিবা এটা হৈ যাব পাৰে। কাৰণ এই কথাৰ বাবে কোনেও তাইক এৰি নিদিব। সকলোৱে জানে তাই কেইবাজনীও গাভৰু ছোৱালী লৈ অকলে থাকে। এনে এক অস্ত্ৰৰ আঘাটত বুকুৰ পৰা ওলোৱা তেজৰ বাবে প্ৰতিশোধ নোলোৱাকৈ কোনো নেথাকে। কাৰণ খিৰিকীখনৰ অলপ আঁতৰত বননিত তেজ পৰি আছে - তেজবোৰ শুকাই কঢ়াল মাৰিছে যদিও ৰঙা আৰু কেঁচা হৈ আছে। বগীবুঢ়ীয়ে পৰি থকা তেজৰ তোপালে তোপালে পম খেদি পদুলিৰ নঙলাৰ কাষ পালেগৈ।

নঙলাৰ একাষে বগীবুঢ়ীয়ে ধূলিত মিহলি হৈ পৰা এটা তাবিজ পালে আৰু চাৰিওপিনে চাই তাবিজটো হাতেৰে তুলি ভিতৰ পালেহি।

কবীন, টফচিৰ, আদিত্য, নিশ্চল, আছফিয়া আৰু চালেহহঁতে বহি কথাবোৰ পাতি আছিল ।

: তই কি কৰিছ ক'ব নোৱাৰো - কিন্তু জেঠাইৰ কথাবোৰ এনেভাৱে কলি যে মোৰটো সাহিত্য কৰাৰ দৰে লাগিল।

: সাহিত্য বাদ দে, তাবিজটো কি হ'ল তাৰ কথা ক।

: জেঠাই অহাৰ আগতে তৰাক খুজি তাবিজটো আকৌ এবাৰ চাই লম ৰবি। তইঁতেও চাই ল। সাংঘাটিক এক ৰহস্যময় ঘটনা।

টফচিৰ ভিতৰলৈ সোমাই গ'ল। কবীন আছফিয়াহঁত অস্থিৰ হৈ পৰিছে। উৎকণ্ঠা আৰু উদ্বিগ্নতাৰ সময় কিছুমান পাৰ হৈ গৈছে। আদিত্যই এবাৰ ঠিয় দি পদুলিৰ পিনে চাইছে জেঠাই আহিছে নেকি ? কবীনে গভীৰভাৱে ভাবিবলৈ লৈছে- ঘটনাটো কি হ'ব পাৰে। টফচিৰ আৰু তৰা ওলাই আহিল। টফচিৰে

চকিখনত বহি ললে আৰু তৰাই মূঢ়া এটা আনি ললে।

: প্ৰথমে দেৱাইৰ কথাটো কৈ লোৱা তাৰ পাছত তাবিজটো চাম।

: মোৰ ভয় লাগে ককাইটি। নানী আহিবৰ হ'ল।

: আমি তোমাৰ কথা এটাও নকও। খুব চুটিকৈ কোৱা।

: কানুমীএগ্ৰা নামৰ মানুহ এটাই এদিন আহি নানীৰ পৰা ঔষধ নিয়াৰ কথা ক'লে। দেৱাইৰ গছজোপাত পাত কম থকাৰ বাবে নানীয়ে অন্য এঘৰৰ পৰা পাত আনি দেৱাই বনাওতে দেৰি হ'ল। কানুমীএগ্ৰা আকৌ আহি ওলাল। মই ক'ব নোৱাৰো মোৰ ভয় লাগে।

কবীনহঁতে দেখিলে তৰা কঁপিছে মুখখন বিবৰ্ণ হৈ পৰিছে, চকুযোৰ চলচলীয়া হৈ পৰিছে। তাই যেন মূঢ়াটোত বহি থাকিব পৰা নাই। এনে সময়তে বগীবুঢ়ী আহি ওলাব পাৰে বুলি ভাবি টফচিৰে মাত দিলে।

: তুমি বাৰু ভিতৰলৈ যোৱা – তৰা। ময়ে কম।

তৰা ভয়ে ভয়ে ভিতৰলৈ গ'লগৈ।

: আমাৰ সেই মিটিংখনৰ দুদিনৰ পাছৰ কথা। কানুমীএগ্ৰাৰ কথামতে জেঠায়ে জন্দীছৰ দেৱাইৰ বটল এটা লৈ এদিন ৰাতি এজন মানুহৰ ঘৰ পালেগৈ। ঘৰটো জেঠাইহঁতৰ ঘৰৰ পূব পিনে দেড় কিলোমিটাৰমান হ'ব। ৰোগীজনৰ অসুখ বেছি বাবে কানুমীএগ্ৰা নামৰ লোকজনে জেঠাইকে অসুখৰ কথা কৈ ঘৰলৈ মাতি আনিছিল। জেঠাই গৈ মানুহজনৰ দুৱাৰ মুখ পালেগৈ। ঘৰটোৰ ভিতৰত লেম্প এটা জ্বলি আছিল। ভিতৰত আৰু কেইজনমান মানুহ। জেঠাই ঠিক ঘৰটোৰ ভিতৰলৈ সোমাব তেনেতে এজন গালত দাড়ি থকা ল'ৰাই হুৰমুৰকৈ জেঠাইৰ আগেদি জেঠাইক প্ৰায় খুন্দিয়াই থৈ দুপদুপাই বাহিৰলৈ লৰ দিলে। কথাটো তেনেকৈ কোনেও ধৰিব নোৱাৰিলে। এটা মৃদু হুলস্থুল লাগিল। ছোৱালী এজনীয়ে হাতত লেনটাৰ্ণটো লৈ ব্যস্তভাৱে ওলাই আহিল। ছোৱালীজনীয়ে জেঠাইৰ পিনে চালে। লেনটাৰ্ণটোৰ পোহৰত জেঠায়েও এবাৰ ছোৱালীজনীৰ পিনে চালে। তাৰ পাছৰ ঘটনাটো ঘটিবলৈ আৰু মাত্ৰ এটা মিনিট মানৰহে দৰকাৰ হ'ল। ছোৱালীজনীৰ হাতৰ পৰা লেনটাৰ্ণটো সৰি পৰিল– তাই চকুজোৰ মুদি দিলে আৰু থৰক-বৰক খোজেৰে দুৱাৰমান পাছলৈ যাবলৈ ইচ্ছা কৰাৰ পাছত মাটিত বাগৰ পৰিল। জেঠায়ে

হাতৰ বটলটো কাষৰ হোলাৰ পিনে দলি মাৰি দিলে। বাটৰ কাষৰ হোলা হোৱাৰ বাবে তাত থকা কোনোবা শিলৰ সতে সংঘৰ্ষ হোৱাত বটলটো ভাঙি চুৰমাৰ হৈ গ'ল। এপলক সময়ো জেঠাই নৰল । তেতিয়া সৰি পৰা লেনটাৰ্ণটোৰ পৰা ওলোৱা কেৰাচীন এসোপাক জ্বলি থকা শিখাদালে আগুৰি ধৰিছিল। কাষতে পৰি আছিল ছোৱালীজনী। জেঠায়ে গাৰ আচলখন জোৰে টানি লৈ কঁকালত খুচি কোবেৰে খোজ দি আন্ধাৰত মিলি গ'ল। জেঠাই গুচি আহিল।

: জেঠাই আহিছে।

টফচিৰ কবীনহঁতে বগীবুঢ়ী অহাৰ পিনে মন কৰিলে। তেওঁৰ লগত আৰু চাৰিজনমান মানুহ। তেওঁ আহি কবীনহঁতৰ ওচৰ পালেহি।

: তোমালোক দেখো। বহা। তহঁত এতিয়া যা – মই আগে এওঁলোকৰ সতে কথা পাতি লওঁ। তহঁত ৰাতিকৈ আহিবি।

বগীবুঢ়ীৰ কথাত মানুহ চাৰিজন দিহাদিহি গুচি গ'ল। বগীবুঢ়ী আহি খালি চকী এখনত বহিলহি। চুলিখিনি অবিন্যস্ত, চকুজোৰ অলপ ৰঙা আৰু উখহা। চকুৰ তলৰ পিনে সামান্য চিন পৰিছে। বৰ মৰম লগাকৈ তেওঁ আছফিয়াৰ পিনে মন কৰি ক'লে।

: মৰম লগা ছোৱালী – কোননো তুমি ?

: আমাৰ লগৰে– জেঠাই – নাম আছফিয়া।

: তোমালোকৰ লগৰে মানে ?

কবীনহঁতৰ অলপ অসুবিধা লাগিছিল।

: আমি বিজিনেছ যে কৰো, প্ৰেছ যে চলাও আৰু পেপাৰত যে লিখা-পঢ়া কৰো সেই তাৰে লগৰীয়া। মাক-বাপেক আছে– ঘৰ উদয়পুৰত। আমাৰ টাউনতে।

বগীবুঢ়ীয়ে মন কৰিলে যে সকলোৱে যেন কিবা ক'ব। কিবা কোৱাৰ আগতে বগীবুঢ়ীয়েই আৰম্ভ কৰিলে।

: যামগৈ বুলি ভাবিছিলো। এতিয়া আৰু নেযাওঁ। আৰু যদি যাওঁ তেন্তে দুয়োটাকে লৈ যাম। মোৰ কিন্তু গাটোহে ভাল নহয়। বুকুখন বিষাই থকা হ'ল। অ' ৰ'বা আচল কথাটো কওঁ। সি মোক দেখি ভয়তে মোৰ আগেদি

লৰ দি বাহিৰলৈ ওলাই গ'ল। সি বুলি মই জনা নাছিলো। তেতিয়াৰ পৰা সি বোলে ঘৰলৈ অহাই নাই। মই খবৰ কৰি আছোঁ। কিন্তু, সিহঁত দুটাক মই তেনেকৈ চপাই লব নোৱাৰো। তৌবাহ কৰিব লাগিব, প্ৰায়চীত্ত হ'ব লাগিব আৰু নিকাহ পঢ়িব লাগিব।

: আমি আগে আপোনাক কথা কিছুমান কৈ লব বিচাৰিছো। তেতিয়াহে- আপুনি ভাবিব আৰু আমাক বিশ্বাস কৰিব যে আমিও অনুসন্ধান্ কৰি সকলোখিনি উলিয়ালো। আৰু সেইবাবেই আমি কথা পাতিবলৈ আহিলো।

: তোমালোকে মোক কি কবা ক'ব নোৱাৰো। কিন্তু লতা যে ফৰমানলৈকে গৈছে সেইটো ঠিক। কেইদিনমানৰ আগতে মোৰ ঘৰলৈ চোৰ এটা আহিছিল। সি মোৰ খিৰিকীৰে মোলৈ চাই আছিল। মই কৌশল কৰি বেৰৰ ফাঁকেৰে গিমিট এটা মাৰি দিলো। সি লৰ মাৰিলে। পুৱা নঙলাৰ মুখতে তাবিজ এটা পালো। তাবিজটোৰ ভিতৰতনো কি লিখা আছে তাকো চাবৰ বাবে পিন এটাৰে খুচি খুচি মমখিনি এৰুৱালো। দেখা পালো তাত মেৰিয়াই জাপি ৰখা এখন খবৰ কাগজৰ টুকুৰা। তৰাক পঢ়িবলৈ দিয়াত গম পালো- সেইখন তাবিজ লিখা বা আৰবীত লিখা কোনো কাগজ নহয়। তোমালোকে মোৰ কথামতে খবৰ কাগজত যে এটা জাননী নে কি কয় মানে এটা লিখা দিছিলা- মই যে ফৰমানৰ মাকজনী ইয়াতে আছো য'তে থাকে এই ঠিকনা পঢ়ি যেন মোৰ ওচৰলৈ আহে সেই খনকে সি কাটি সৰুকৈ ভাঁজ কৰি তাবিজটোত সুমুৱাই গাতে পিন্ধি আছিল। নেজানো এই লিখাটোকে তাবিজটোত সুমুৱাই ৰাখি সি কিমান দিন ধৰি মোক বিচাৰি আছিল ? কিন্তু ঠিকনাটো জনাৰ পাছত সি মোক কিয় ইয়ালৈ বিচাৰি নাহিল- কিয় সি জয়া বজাৰৰ অতখিনি মানুহক এবাৰলৈ নুশুধিলে ? সি কি বহু দেৰিকৈ এই লিখাখিনি পালে নেকি ? পেপাৰত বহুদিনৰ আগতে ওলাইছিল লগে লগে পাইছিল যদি সি লগে লগে কিয় নাহিলে ? ইপিনে বহু দেৰিকৈ পাবলৈ হ'লেও তাৰ বাবেতো লিখাখিনি কোনোবাই হাতত লৈ থকা নাই। এই বিৰতিৰ, পলমৰ, সময়ৰ ব্যৱধানৰ অৰ্থ মই আজিও নুবুজিলো। কিন্তু, সেইদিনা প্ৰথমে সি মোকেই চাবলৈ আহিছিল আৰু মই তাক গিমিটটোৰে জখমহে কৰিলো। তাৰ পাছত তাৰ জন্দীছ হ'ল - কানুমীএজাই কলত দেৱাই লৈ গৈছিলো- সি বুলি নেজানো - এটা ৰুগী

বুলি গৈছিলো। সি মোক দেখি লৰ মাৰিলে, পালোগৈ লতাক আজি গম পালো যে কানুমীঞাই আক মোৰ পৰা যে দেৱাই নিব বা মোকে মাতিব সেই কথা ফৰমানেও নেজানে। এইখনেই মোৰ কপাল।

লাহী, দীঘল আঙুলি কেইটাৰে বগীবুঢ়ীয়ে মুখখন ধাকি ললে। আঙুলিৰ ফাঁকেৰে ধাৰাসাৰে পানী নিগৰি আহিল। উশাহটো ভালকৈ লব পৰা নাই। দুখৰ শিলগুটিয়ে যেন বুকুখন খুন্দা মাৰি ধৰিছে। আছফিয়া বহাৰ পৰা উঠি আহিল আৰু গোটেই মানুহজনীক সাৱতি ধৰি ক'লে।

: আপুনি এতিয়া কন্দাৰ আৰু কোনো মানে নাই। আমি তাকে আলোচনা কৰিবলৈ আহিছো জেঠাই। আপুনি এবাৰ আমাৰ কথাখিনি শুনক- দেখিব আপোনাৰ মনটো ভাল লাগি আহিছে। কবীনদা, টফচিৰ ককাইটি, আদিত্যদাইঁতে কমখিনি কৰা নাই। সকলোখিনি এবাৰ শুনকছোন।

আচলৰ আগটো দাঁতেৰে কামুৰি ধৰি বগীবুঢ়ীয়ে মাটিৰ পিনে চাই থাকিল। মুখখন ৰঙা হৈ পৰিছে। মাজে মাজে ঘন উশাহবোৰ বুকুভাঙি ওলাই আহিছে। আদিত্যই বৰ গহীন আৰু নম্ৰভাৱে মুখ খুলিলে।

: এটা কথাও নুলুকুৱাকৈ আপোনাক কৈছো। এদিন আমি গৈ ৰাইহানহঁতৰ ঘৰ ওলালোগৈ। তেতিয়া ফৰমানক আমি ৰাইহান বুলিয়ে জানিছিলো। এপিনে আমাৰ সভা সমিতি, বিজিনেছ আৰু আন পিনে লতামণিক বিচাৰি উলিওৱাৰ চিন্তা। আমি এটাইকেউটাই বেছ কষ্ট কৰিছিলো। মোৰ খং অলপ বেছি গতিকে ময়ে আগভাগ বেছিকৈ লৈছিলো। মই প্ৰথমে আপোনাৰ মনৰ এটা চিন্তাক, প্ৰশ্নক আগে দূৰ কৰি লব খুজিছো। আপোনাৰ চিন্তা আছিল যে কিয় সি মানে ফৰমানে আমাৰ খবৰ কাগজত সেই লিখাটো পাই লগে লগে আপোনাৰ কাষলৈ বা বিচাৰি নাহিল ? আমি জনাত কথাটো এনেকুৱা। যি সময়ত এই খবৰটো ওলাইছিল সি তেতিয়া মুকালমুৱাৰ পিনে আছিল। এদিন কিবা কাৰণত বিজয় নগৰৰ চিমনাৰ পিনে সি আহিব লগাত পৰিছিল- তাৰ দুটামান বন্ধুৰ সতে। চিমনা-ফতুৰী ব্ৰহ্মপুত্ৰই গ্ৰাস কৰা এখন বিধ্বস্ত চৰ। তাত খৰালি মানুহে চৰত নানা তৰহৰ খেতি কৰে। সি আহিছিল এঘৰৰ পৰা কেইমোনমান নহৰু নিবৰ বাবে। তাতে এখন দোকানত খবৰ কাগজত এই খবৰটো পঢ়ে। কিন্তু সি নেজানে জয়া বজাৰ ক'ত- কোন পিনে যায় ? হাত

পইছাও নাই বেছিকৈ। তাৰ প্ৰাণে কান্দি উঠিছিল। সকলো সম্বৰণ কৰি সি পুনৰ নহৰু লৈ মুকালমুৱালৈ ঘূৰি গৈছিল। তাত কিছুদিন টকা কৰি সি তাৰে কোনোবা বন্ধুক চল কৰি জয়া বজাৰৰ খবৰটো ললে আৰু এদিন তাৰ পৰা পলাই আহিল। আন এদিন সি এখন বাছত উঠি আহি থাকোতে ভুকৰাপিঠা নামৰ ঠাই এডোখৰত বহু পুলিচ মিলিটেৰী বৈ থকা দেখিলে। তেতিয়া সি অহা বাছখন এঠাইত ৰখাইছিল। বাছতে সি শুনিলে কোনোবাই কোৱা যে কোনোবা ডকাইট, খুনীক বিচাৰি কিছুদিনৰ পৰা পুলিচে এইদৰে সকলো বাছবোলে চেক কৰে। কিয় নেজানো তাৰ বোলে ভয় লাগিছিল। সি বাছৰ পৰা নামি পৰিল আৰু প্ৰস্ৰাব কৰাৰ চলেৰে হাবিয়ে হাবিয়ে নৈৰ পাৰে পাৰে পলাবলৈ ধৰিলে। গৈ গৈ এটা সময়ত সি হাজোৰ মাজাৰ পালেগৈ। তাতে বোলে সি কেইদিনমান থাকিলে। তাত থাকোতেই সি ভেদো আলী নামৰ এজন অমায়ীক লোকৰ সতে চিনাকী হৈছিল যি পাছলৈ তাক গুৱাহাটিলৈ লৈ আনিছিল। ক'ত, কেতিয়া, কেনেকৈ শিকিছিল সেইবোৰ নেজানে কিন্তু ভেদো আলীয়ে এটা কথা জানিছিল যে ফৰমানে বৰ ডাঙৰ ট্ৰাকৰ বাহিৰে সকলো গাড়ী, অট', স্কুটাৰ চলাব জানে। সেই ভেদো আলীৰ সতে আক গুৱাহাটীৰে এজন ডাঙৰ মানুহৰ সতে চিনা-জনা আছিল যি ভেদোক এটা ভাল ড্ৰাইভাৰ বিচাৰি দিয়াৰ কথা কৈ ৰাখিছিল। সেই ডাঙৰ মানুহজনৰ নাম বাৰু পাছত কম। এইদৰে ফৰমান আহি গুৱাহাটী পালেহি। তাৰোপৰি আক সেই ভেদো আলীৰ ইয়াতে কৰবাত এখন কাপোৰৰ দোকানো আছিল। ফৰমানে দুটা কাম পালে- প্ৰথমটো হৈছে মাজে মাজে সেই ডাঙৰ মানুহজনৰ গাড়ী চলোৱা আৰু মাজে মাজে ভেদো আলীৰ কাপোৰৰ দোকানত বহা। কিন্তু ভিতৰি ভিতৰি সি বিচাৰিবলৈ ধৰিলে জয়া বজাৰ ক'ত আৰু আপুনি ক'ত থাকে ? কিন্তু এই কথাবোৰ সি কাৰো আগত নক'লে। এইদৰে দিনবোৰ পাৰহৈ গৈ থকাৰ পাছত এদিন সি লতামণিক দেখিছিল। বৰবৰা টাইপ স্কুললৈ অহাৰ আগৰ দিনৰ কথা। লতামণি স্কুললৈ আহে নিয়মিতৰূপে- সি কিন্তু নাহে সদাই। যিদিনাই গাড়ী চলাই সেইদিনাহে সি এবাৰ আহে। তাৰ পাছৰ পৰাই সিহঁত দুয়োটায়ে কথা পাতিবলৈ ললে- কিন্তু সি এদিনো বেয়াকৈ একো কোৱা নাছিল আৰু লতায়েও তাৰ গাড়ীত উঠা নাছিল। দুয়োটাই দুয়োটাক ভাল

পাবলৈ ললে হয়- কিন্তু লতাৰ ভয় আৰু চিন্তা দিনে দিনে বাঢ়ি গ'ল- সেই ভয় আছিল আপোনাৰ বাবেই। লতাক পোৱাৰ পাছৰে পৰা হয়তো ফৰমানে আপোনালৈ বা সেই কাগজ ডোখৰলৈ অলপ পাহৰি যোৱা হ'ল। এদিন এটা ঘটনা ঘটিল। লতাৰ বোলে বৰ মূৰ বিষাইছিল। বৰবৰা টাইপ স্কুলৰ মজিয়া ধুবৰ বাবে এটা পাউদাৰ অনা হৈছিল। পাউদাৰৰ গোন্ধটো চোকা আছিল। সেইদিনা সেই গোন্ধটো পোৱাৰ পাছতে তাইৰ বোলে মূৰৰ বিষটো বেছি হৈছিল। ফৰমানে এটা সুযোগ গ্ৰহণ কৰিলে সেইদিনা। ভয় আৰু চিন্তাত জৰ্জৰিত হৈ পৰিছিল যদিও অৱশেষত মূৰৰ বিষৰ বাবেই লতাই সন্মতি দিলে যে তাই ফৰমানৰ গাড়ীৰ পিছপিনে বহিয়েই যাব আৰু ঘৰৰ অলপ আঁতৰত নামি যাব। গাড়ীত উঠোতে আৰু উঠাৰ পাছতো কিন্তু লতামণিয়ে এটা কথাকে কৈছিল যে তাইৰ বোলে বৰ ভয় লাগিছে- আৰু কোনোবাই দেখিলে আপোনাক কৈ দিব নেকি? গাড়ী চলিছিল দ্ৰুত গতিত। জয়া বজাৰৰ পৰা অলপ আঁতৰত পাতলিয়া হাবি এখনৰ কাষত ফৰমানে গাড়ী ৰখাই দিলে। ফৰমানে ভাবিছিল- লতাই নিজে দুৱাৰ খুলি নামি পৰিব। সেয়ে সি মাত্ৰ আগৰ পিনে মানুহ চোৱাত লাগিছিল। কিন্তু দুই মিনিট মান যোৱাৰ পাছত যেতিযা লতা নেনামিল তেতিয়া সি পাছপিনে চাই দেখিলে যে লতাই পাছৰ চিটৰ ওপৰত তললৈ মূৰ কৰি পৰি আছে। তাৰ বুকুখন কঁপি উঠিল। সি আগ চিতৰ ওপৰেদিযে পাৰ হৈ আহি লতাক জগাই দিলে- বাহুত ধৰি জোকাৰি দিলে। কিন্তু লতাৰ সাৰসুৰ নাই - অচেতন, কেৱল উশাহবোৰ অহা-যোৱা কৰি থাকিল। ফৰমানে ভয়ত কঁপিবলৈ ধৰিলে, আগলৈ চাই দেখিলে বাটেৰে কেইজনমান মানুহ আহি আছে। সি জাপ মাৰি আগৰ চিতলৈ আহিলে আৰু গাড়ীখন ষ্টাৰ্ট কৰি বেক কৰি অহা বাটেৰেই পুনৰ ঘূৰি গাড়ীখন চলাই যাবলৈ ধৰিলে। ভয়, দুঃচিন্তা, বিপদৰ তাড়নাত পৰি সি কিংকৰ্তব্যবিমূৰ হৈ পৰিল। সি ক'লৈ যাব একো ঠিৰাং কৰিব নোৱাৰিলে। গাড়ীৰ চকাই নহয় বাটেহে যেন তাক কৰবালৈ লৈ গৈছে। এটা সময়ত সি দেখিলে যে সি কোনোবা এটা বাটেৰে আহি কোনোবা এডোখৰ জনশূন্য ঠাই ওলাইছেগৈ। সি গাড়ীখন ৰখাই দি এটা উশাহ লব খুজিছিল কিন্তু লবলৈ নেপালে। পৃথিৱীখনলৈ আন্ধাৰ নামিবলৈ আৰম্ভ কৰিছিল। ভয়, হতাশ, ভুলং আৰু এনে বিস্তৰ বাবে লতামণিয়ে

কান্দিবলৈ ধৰিলে। ফৰমানে তাইক বুজাবলৈ ধৰিলে যে এই কাণ্ডৰ বাবে কিন্তু কাৰো গাত দোষ নাই। ফৰমানো· নিৰুপাই যে সি এতিয়া লতাক ক'লৈ লৈ যাব ? তথাপিও ফৰমানে লতাক আকৌ জয়া বজাৰলৈকে লৈ যোৱাৰ কথা কৈছিল। কিন্তু তাই একমাত্ৰ আপোনাৰ ভয়ত ঘৰলৈ ঘূৰি যোৱাত ভীষণ আপত্তি কৰিবলৈ ধৰিলে। এইদৰে কিছুপৰ তৰ্ক কৰি থাকোতে সেই সময়তে সেই আন্ধাৰ ফালি আলিৰ অলপ কাষেৰে এখন প্ৰকাণ্ড ৰেল চলি অহা দুয়োটাই দেখিলে। হিতাহিত জ্ঞান হেৰুৱাই লতাই ৰেলৰ আলিৰ পিনে লৰ মাৰিলে। কিন্তু লতা মৰিব নোৱাৰিলে। ফৰমানে তাইক বচাই দিলে। তাৰ পাছত মাজত আৰু কি কি হ'ল সেইবোৰ এৰিছো। গতিকে এই ঘটনাৰ পৰা ফৰমান আৰু বিপদত পৰিল। মাজত তাৰ বহু সংগ্ৰাম পাৰ হৈ গ'ল। সেইবোৰ পাছত কম। কথা হ'ল লিখাখিনি পাই সি ঠিকেই আপোনাৰ সন্ধানত ওলাই আহিছিল। কিন্তু সেই কথাবোৰে, ঘটনাবোৰে তাক দেৰি কৰাই দিলে। সি কোনো ৰকমে আপোনাৰ কাষলৈ আহি পোৱাৰ চিন্তাটো কৰিব নোৱাৰা হৈ আহিল। গতিকে আপুনি তাক দোষ দিব নোৱাৰে। এতিয়া মই আকৌ প্ৰথমৰ পৰা কও শুনক। আমি গম পাই গৈছিলো যে ফৰমান ওৰফে ৰাইহান আছিল ভেদো আলী নামৰ সেই লোকজনৰ বৃদ্ধ ককায়েক এজনৰ ঘৰত। এই ব্যৱস্থা সি নিজেই কৰি লৈছিল। ভেদোৰ কোনো নাছিল। মাত্ৰ আছিল আবিয়ৈ একমাত্ৰ জীয়েক। প্ৰথমে সেই ভেদোৰ ঘৰলৈ গৈয়ে গম পালো যে ফৰমান সেই সময়ত ঘৰত নাই। আহি পাবহি। লতা ভিতৰৰ কোনোবা এটা কোঠাত। অলপ কথা পতাৰ পাছত পদুলিয়েদি সোমাই অহা পাহুৱাল ডেকা এজনৰ পিনে ভেদো আলীয়ে আঙুলিয়াই দেখুৱাই দিয়াতহে জানিব পাৰিলো- সেইটোৱেই ৰাইহান। ফৰমানক দেখিয়েই আমাৰ তালুৰেদি জীৱ গ'ল। আমাৰ দৰে দহোটাক এখন হাতেৰে ৰাখি দিব পৰা এটা সুঠাম ডেকা। কিন্তু যিমানেই হৃষ্টপুষ্ট নহওক তাৰদৰে দোষী, পলৰীয়া এটাক যদি প্ৰথম কোবতে একোব মাৰি তাক বহুৱাই দিব পৰা হয় তেন্তে দ্বিতীয় কোবত হয়তো সি সতকাই জপিয়াই নপৰিব পাৰে। সাহ থাকিলেও সি থতমত খাই যাব। মৰণত শৰণ দি ফৰমান ভিতৰলৈ সোমাই আহোতেই মই তাৰ বাহুত এটা প্ৰচণ্ড ঘোঁচা বহুৱাই দিলো। কিন্তু তেতিয়ালৈকে আমি নেজানো যে সি

আপোনাৰে ল'ৰা ফৰমান বুলি। সি বৈ গ'ল আৰু বিছনাত বহি দিলে। আমি তাক ভাবুকি দিলো যে সি যদি কিবা কৰে তেন্তে তাক আমাৰ পকেটত অনা ৰিভলভাৰেৰে শেষ কৰি দিয়া হ'ব। সি নীৰৱে বহি থাকিল। আমি তাক বেৰি ধৰিলো। আমি তাৰসতে কথা পাতিলো। আৰু তেতিয়া জানিব পাৰিলো সেইখিনি কথা যিখিনি কথা মই কৈছিলো অলপ আগতে। তাৰ ভিতৰত দৰ্কাৰি কথা এইখিনিয়ে যে লতাক সেই ভেদো আলীৰ ঘৰত ৰখাৰ পাছৰে পৰা সি ৰাতি এদিনো ঘৰত থকা নাই। দিনত আহি মাত্ৰ খোৱাবস্তু দি যায়হি। লতা যে আপোনাৰ তোলনীয়া বা নিজৰ ছোৱালী তাকো নেজানে। আপুনি যে তাৰেই মাতৃ তাকো নেজানে আৰু আমি যে তাক ৰাইহান বুলিয়ে জানো তাকো নেজানে। আকৌ ফৰমান বা ৰাইহান আপোনাৰ ল'ৰা বুলি আমি নেজানো। আপোনাৰ ইয়ালৈ অহা বিশেষ মানুহ কিছুমানেও নেজানে বহু কথা। সকলোৱে সকলো কথা নজনাৰ দোষতে এনেবোৰ হ'বলৈ পালে। এতিয়া আমি যেতিয়া জানিলো নিজেই সকলো কথা ঠিক কৰি লব পাৰিম- কাৰণ আমি মানুহ। কিন্তু লতামণি এতিয়াও পবিত্ৰ হৈ আছে। আপুনি নিকাহ কৰাই বৈধ কৰাব পাৰে কিন্তু তৌবাহৰ কোনো প্ৰশ্ন আহিব নোৱাৰে। আপুনি ঠিকেই কৈছিল এদিন- যে মহিলাৰ জীৱন, ছোৱালীৰ মন, ভাগ্য এদাল জ্বলি থকা মমৰ দৰে। শান্ত, নীৰৱে জ্বলি থকা অৱস্থাতে কেতিয়াবা হঠাৎ মমদালে এটা শব্দ কৰি নুমাই যায়, শিখাটো কঁপি উঠে। এইবোৰ কথা কোনেও মন নকৰে। ছোৱালীৰ ভাগ্যখনো তেনেকুৱা ইমান সযতনে, সাৱধানে ৰখাৰ পাছতো তাইৰ এইটো দশা হ'ল। সেইবাবে খুব বেছিও কৰিব নেলাগে। কোনে জানে ফৰমানক কিজানি আপুনি এনেকৈয়ে পাব লগা আছিল। একমাত্ৰ আপোনাৰ ভয়ত সেইদিনা লতামণিয়ে ঘৰলৈ আহিবলৈ ইচ্ছা নকৰিলে। কথাটো বেয়া হ'ল। অহাহেঁতেন আপুনি তাইক খুব পিতিলে হয়- কিন্তু মাৰি-পিতি ঘৰৰপৰা বাহিৰ কৰি নিদিলে হয়। কিন্তু আপোনাৰ পুৰস্কাৰো আল্লায়ে দিলে- কাৰণ তাই এতিয়াও কুমাৰী হৈ আছে- পবিত্ৰ হৈ আছে। আমি ভাবো আপুনি ফৰমান আৰু লতাক ঘৰলৈ লৈ আনক আৰু এটা নতুন জীৱন আৰম্ভ কৰক।

আদিত্যৰ কথাৰ ইতি পৰাত কৰীমে এইবাৰ আৰম্ভ কৰিলে। চকুত

কিবা এক বিহ্বলতাৰ প্ৰকাশ, বগীবুঢ়ীৰ আতুৰ চকুহালে সকলোকে মুহিত কৰি পেলাইছে। পূৰ্বৰ অহঙ্কাৰৰ ব্যক্তিত্ববোধবোৰ যেন কিছু ম্লান পৰি গৈছে। নীৰৱে মাত্ৰ কথা শুনিবৰ বাবেই বগীবুঢ়ী আজি প্ৰস্তুত।

: ফৰমান আছে - ইয়াতে আছে- ভয় কৰিছে আপোনালৈ। যদি সোনকালে লৈ নানে সি এদিন লতাক লৈ ভেদো আলীৰ ঘৰৰ পৰাও কৰবালৈ যাবগৈ। তাৰদৰে এটা স্বাস্থ্যবান, সুঠাম ডেকাক কোনেও বলে নোৱাৰে। আমাৰ সকলোৰে ভাগ্য ভাল যে সি সেইদিনা আমাক উভতি নধৰিলে। কিন্তু সি আজিও আপোনালৈ ভয় কৰে। এয়া কম শিক্ষা নহয়। আৰু তাতে আপোনাৰ কিৰ্তিত্ব। মূৰৰ বিষৰ বাবে লতা তাৰ গাড়ীত উঠিল- কিন্তু তায়ো আপোনাৰ ভয়তে মুচকচ গ'ল। ফৰমানে কিন্তু এটা কথা কৈছিল যে - সি লতাৰ ঘৰলৈ গৈ গোটেই কথাখিনি ক'বগৈ আৰু তাইক লৈয়ো আহিব। কিন্তু সি লতাযে আপোনাৰ ঘৰত আছিল গতিকে তাইৰ মাক বা অভিভাৱক যে আপুনিয়ে তাক নেজানে। কিন্তু সি অলপকৈ দিনৰ ভাগত যেতিয়া লতাক লগ কৰিবলৈ আহে তেতিয়া দুই চাৰিষাৰ কথা পাতি আপোনাৰ বিষয়ে উমান এটা নোপোৱাকৈ থকা নাছিল। তাৰ সন্দেহ ঘণীভূত হৈ আহিছিল। গতিকে এতিয়া আমি পুৰণা কথাবোৰ এৰি নতুন কথাত সোমাই পৰাতোহে আচল কথা হ'ব। এতিয়াও একো হোৱা নাই। সকলোবোৰ নিয়মত চলি আছে। চাওক জেঠাই আপুনি ইতিমধ্যে বহু কথা জানিছেই। আমাৰ সংঘাটপূৰ্ণ দিন কিছুমান চলি আছে। সমাজৰ কিছুমান কথাত আমি সদায়ে জড়িত হৈ আছো। আপোনাৰ ঘৰলৈকে সময়ত আহো বুলি আহিব নোৱাৰো। আমি আকৌ ব্যস্ত হৈ যাম। মই টফচিৰক আৰু কিছুমান কথা ক'বৰ বাবে কৈছো সি [illegible]ক ক'ব। আমাৰ পাছত বহু মানুহ লাগি গৈছে। সেইবোৰত লাগি থাকোতে আমি আপোনাৰ বাবে একো কৰিব নোৱাৰিম। গতিকে আপুনি যি পুত্ৰৰ সন্ধানত আহি অসম পালেহি সেই পুত্ৰক এতিয়া হাততে পাই নেহেৰুৱাব। বাকিখিনি আপোনাৰ ওপৰত কথা।

ইমানখিনি কথা কোৱাৰ পাছতো বগীবুঢ়ীয়ে এটা কথাও কোৱাৰ কথা নেভাবিলে। হয়তো অনুভৱ, উপলব্ধিবোৰে তেওঁক বাকৰুদ্ধ কৰি তুলিছে। হয়তো ফৰমানক এই প্ৰক্ৰিয়াৰে পাব লগা আছিল বুলি ধৰি লৈছে। টফচিৰে

বগীবুঢ়ীৰ পিনে চাই ক'লে।

: কাকতি নামৰ এজন ডাঙৰ মানুহ আপোনাৰ ঘৰলৈ আহে দেৱাই নিবলৈ। তেওঁ সদাই ৰুগীৰ বাবে দেৱাই নিবলৈ নাহে আপোনাৰ সতে কথা পাতিবলৈহে আহে। আপোনাৰ পৰা বহু হাজাৰ কথা তেওঁ লৈ গ'ল। সেইখিনি নি তেওঁ ভাল কামত নলগালে। অসৎ, চতুৰ কাকতিয়েই ফৰমানক ৰাইহান নাম দিছিল। কিন্তু এটা কথা সঁচা যে ফৰমান বা ৰাইহান যে আপোনাৰ ল'ৰা সেইটো জনা নাছিল। কিন্তু যিকোনো এটা ল'ৰায়ে লতাক পলুৱাই নিলে বা নিব পাৰিলে তেওঁ যে আতাইটকৈ সুখী হ'ব এই কথা আমি জানিছিলো। আচলতে প্ৰথমে আপোনাক এটা প্ৰচণ্ড দুখ দি আপোনাক দুৰ্বল কৰি তোলাৰে তেওঁৰ এটা অভিপ্ৰায়, তাৰ পাছত আমাক এশিকনি দিবৰ বাবেও লতামণিক তেনে এক বদনামৰ মাজলৈ ঠেলি দিয়াৰ আন এটা উদ্দেশ্য। এতিয়া আমি আহো মানুহৰ কথালৈ। এই কথা আজি বৰ এটা ওলোৱা নাই- কিন্তু কালিলৈ ওলাই পৰিব। জয়া বজাৰৰ মানুহে গম পাব। আপুনি নেভাবিব জয়া বজাৰৰ সকলো লোক ভাল বুলি। তাৰ পাছত আহিব- অনেক ধৰণৰ মানুহ। বহুতে বহু কথা ক'ব। আপুনি যি কষ্ট কৰি জীৱনৰ মূলধন গোটাইছিল সেইবোৰ সকলোৱে এপদ দুপদকৈ নি নি আপোনাক দেৱলীয়া কৰিব। নেভাবিব মানুহে কেৱল টকা-পইচাই চুৰ কৰে বুলি। কথাৰো হাত- ভৰি -চকু আছে সেইবোৰে আপোনাৰ আদৰ্শৰ কাঠামোটো চুৰমাৰ কৰি আপোনাক লাওলোৱা কৰিব। আপুনি আগৰ দৰে জীৱন পাৰ এতিয়া কৰিব নোৱাৰিব। আমি সমাজৰ কাৰণে ভাল কাম কৰিম বুলি ওলাই আহিও আজি বহু কথাত বৈ গৈছো। এজনী ছোৱালীয়ে এখন দেশৰ কথা লিখিছিল। কিন্তু কথাবোৰ সেইখন দেশতে সোমাই নেথাকিল। বাহিৰলৈ ওলাই আহিল। অৱশ্যে জীভাৰ নিয়ন্ত্ৰণৰ অধিকাৰ মুখৰ ভিতৰতহে বতাহত, বতাহৰ ওপৰত কাৰো অধিকাৰ নাই। কিন্তু সত্য-সত্যাৰ দিশ এটা জৰুৰ আছে। সেইবোৰৰ বিশ্লেষণ কৰিবলৈ যাওঁতে মানুহে পক্ষপাতিতাৰ বিষাক্ত মোহৰ পৰা আঁতৰি থাকিব নোৱাৰিলে। কথাবোৰ বহল হৈ আহিবলৈ ধৰিলে। মজিয়াৰ পৰা মেজলৈ, মেজৰ পৰা মেইজীৰ জুইৰ দৰে কথাবোৰে মানুহক বৰ উম দিয়াত লাগিল। অলপ আগতে আদিত্যই সকলো কথা ক'লেই। কাকতি নামৰ প্ৰবল প্ৰতাপী সেই

লোকজনে বহু কথা খুব কম দিনৰ ভিতৰতে বেয়া কৰি পেলালে। সৰু নদীয়ে বানপানী নমাব নোৱাৰে। ডাঙৰ ডাঙৰ নদীবোৰেহে বানৰ সৃষ্টি কৰে। এই মানুহবোৰে বানপানীৰ দৰে বহুতৰে হৃদয়ৰ বান্ধোন, বিশ্বাসৰ মঠাউৰি চিঙি দুষ্ট কথাৰে প্লাবীত কৰি তুলিছে। এইবোৰ মানুহে সদাই আনৰ অনিষ্ট সাধনৰ বাবে চিন্তা কৰে। আমি জানো সেই কাকতি নামৰ জনেই আৰু কেইজনমান লোক আপোনাৰ ঘৰলৈ আহি আপোনাৰ বিশ্বাস জন্মাবৰ বাবে পুনৰ বিদেশী আন্দোলন হোৱাৰ কথা কৈছে। আৰু বহু কথা কৈছিল যিবোৰ আমিও জানো। কিন্তু সেইবোৰ সজা কথা। আমাৰ বহু মানুহে আজিও বিদেশী আন্দোলনৰ ওপৰত বহু কথা লিখি আছে। কিন্তু এক বৃহৎ পৰিমাণৰ অসমীয়াই আনপিনে বিদেশীক কামত লগাই আছে। সেইবোৰ কোনো কামত নহা কথা। দোষৰ বোজাটো সদাই আনৰ গাত পেলাই কথা কোৱা মানুহ। আমাৰ আন্দোলন আৰু কোনো দিনে নহব। এনেবোৰ কথা কৈ সিহঁতে আপোনাক ভয় খুৱাবৰ চেষ্টা কৰিছে। সিহঁতবোৰে নেতৃত্ব লৈ যদি আপোনাক ইয়াৰ পৰা পঠাব পাৰে তেতিয়া হ'লে সিহঁতৰ এক প্ৰকাৰে প্ৰতিশোধৰ জুই একুৰা বুকুৰ পৰা উলিয়াই তাত চেঁচা পানী মাৰিব পাৰিব। আপোনাকনো আমাৰ কথা কি কম ? আজি বহু দিনৰ পৰা আমাৰ টাউনতে সভা-সমিতি হৈ আছে। সেইবোৰৰ বাবেই তেওঁলোকৰ আমাৰ ওপৰত খং। আমি যে আপোনাক সন্মান কৰো, আপোনাৰ সতে যে আমাৰ এটা ভাল সম্বন্ধ গঢ়ি উঠিল, লতামণিক যে আমি মৰম কৰো বা কৰিছিলো সেই বিষয়ে বহু কথা আপোনাৰ মুখৰ পৰায়ে সিহঁতে গোপনে কাঢ়ি নিছিল। বুজিবলৈ টান লাগে যে এটা পৰিয়ালৰ পাছত ইমানকৈ লাগি কিয় কাকতিৰ দৰে প্ৰতিভাশালী, আভিজাত্যবোৰে সমাজত এক নিদাৰুণ বাতাবৰণৰ সৃষ্টি কৰিবলৈ শঙ্কা নকৰে। আমি কি কৰি আছো আৰু তেওঁলোকে কি কৰি আছে? সেইবাবে কওঁ যে আপুনি একো চিন্তা নকৰিব। দূৰে দূৰে থাকি হ'লেও আমি সদাই আপোনাৰ বাবেই চিন্তা কৰি যাম। মাত্ৰ আমাৰ অহা-যোৱাটো সঘনাই নহব পাৰে। আপুনি এতিয়া ফৰমানক কাষলৈ অনাৰ ব্যৱস্থা কৰক- আৰু লতামণিক তালৈকে নিকাহ পঢ়াই দিয়ক। আমি চাৰি-পাঁচ দিনৰ সময় দিছো, আৰু আমিও সকলো কথা বুজাই দিম- ভয়, দ্বিধা আঁতৰাই দিম আৰু দুয়োটাকে আপোনাৰ কাষলৈ

আহিবলৈ কম। আপুনি হাঁহিৰে সিহঁতক গ্ৰহণ কৰক। আৰুনো আপোনাক অন্য কথা কি কম ? আমি আশা কৰিছো আপোনাৰ দুখ, যন্ত্ৰণা এতিয়া কমি আহিব।

: এৰা, মোৰ দুখ নাইকিয়া হৈ আহিব টফচিৰ। দুখবোৰ থাকিম বুলিয়ে মোৰ বুকুত থাকি শপট খাই লৈছিল। এতিয়া সিহঁত যাবগৈ। তোমালোকে সিহঁত্ৰক টানি লৈ গ'লা। মইনো তোমালোকক কি দিম ? আচল কথা তোমালোকে কোৱাবোৰহে। ফৰমানেই মোৰ জীৱনৰ সৰ্বস্ব। তাক নোপোৱাৰ দুখ, তাক বিছৰাৰ দুখ, মোক বুকু সুদা কৰাৰ দুখটো অন্য মানুহৰ পৰা পোৱা দুখৰ সতে কোনোৰকমে তুলনা কৰিব নোৱাৰি। মানুহে মোক এতিয়া কোনেও কন্দুৱাব নোৱাৰে। মই সদায়ে হাঁহি থাকিম। তাক মই বিচাৰি যাম আৰু মোৰ লগতে ৰাখিম। লতাকো এৰিব নোৱাৰো। মোৰ মাত্ৰ এটা কথাই ক'ব লগা আছে। আমি তিনিটায়ে যদি ভাবো- আৰু যদি ভাল দেখো তেন্তে আমি এদিন ইয়াৰ পৰা যাবগৈ পাৰো। আনৰ দেশত থাকিলে আমাক সদাই মানুহে ভাল নেপাব পাৰে। তেতিয়া আৰু তৰা, ৰহিমাহঁতৰ কথা মই নেভাবো। মানুহ আনৰ বাবেও জীয়াই থাকিব পাৰে- কিন্তু যোৱাৰ সময় হ'লে জানো কোনোবাই ধৰি ৰাখিব পাৰিব ? ঠিক কথাবোৰ সেই ভাবতে লব লাগিব। মইনো তৰা, ৰহিমাহঁতৰ বাবে সদাই জীয়াই থাকিমনে ? এতিয়া মই ভিতৰৰ পৰা আহো- তোমালোক বহা চাহ খাই যাবা- কিন্তু লগত কি দিব পাৰো নেজানো। বজাৰ-সমাৰ এৰাৰ দৰে হৈছে।

বৰষুণৰ পাছৰ নিৰ্মল আকাশখনৰ দৰে এটা সৰল আৰু মুকলি হাঁহি মাৰি বগীবুঢ়ীয়ে ভিতৰলৈ বুলি খোজ ললে। কবীনহঁতৰ মুখবোৰো পাতল যেন লাগিল। আছফিয়া প্ৰায় লগে লগেই ঘৰটোৰ ভিতৰলৈ সোমাই গ'ল।

: টানকৈ একো ক'ব নোৱাৰি আৰু ইয়াতকৈ সহজভাৱেও ক'ব নোৱাৰি।

: আচৰিত কথা এটাই যে দেখিছে কিমান ধৈৰ্য্য আছে ? আমাৰ এটা কথাও না কৰা নাই ।

: কথাবোৰ খুব ভালকৈ বুজিব পাৰে। বহু দুখ পালে জেঠায়ে। ফৰমানক ঘুৰাই পোৱাৰ আনন্দখিনিয়ে জেঠাইক বিহ্বলা কৰি তুলিছে।

: মই ভাবো জেঠাই যাব নোৱাৰিব। তৰা-গোলনাআৰাহঁতক এৰি জানো

যাব পাৰিব ? সিহঁতৰ চকুলোক উপেক্ষা কৰাও টান।

: ফৰমানক আমি এৰি দিয়া উচিত নহ'ব। লতাৰ বাবেই সি বেছি ভয় কৰিছে মাকলৈ। সি হয়তো সন্দেহ কৰিয়ে মাকজনীক চাবৰ বাবে আহিছিল। কাৰণ লতাৰ পৰা সি অকণমানকৈ হ'লেও জেঠাইৰ কথা শুনিছিল।

: সেইবোৰ বাদ দে। আমি যে অলপ এইদৰে দুই এটা ভাল কাম কৰি আছো তাৰবাবে তহঁতৰ কেনে লাগে ?

: মোৰ বেয়া লাগে কাৰণ আনে যে, বহুতে যে বেয়া পাই সেই কাৰণে।

তৰা ওলাই অহাত সকলোৱে তাইৰ পিনে চালে। তৰাই ভিতৰলৈ মাতিলে। কবিনহঁতে ভিতৰলৈ বুলি খোজ পেলালে। টেবুলত চাহ, এটা এটা সিজোৱা কণী আৰু কিবা এবিধ বেকাৰী বিস্কুত। আনন্দৰে সকলোৱে খোৱাত ব্যস্ত হৈ পৰিল। ভিতৰৰ কোনোবা এটা কোঠাত বগীবুঢ়ীয়ে আছফিয়াৰ সতে কথা পাতি আছে।

: গিমিটৰ জখমটোৰ কথা তাক কিন্তু সুধিবলৈ নহ'ল। বাওঁপিনে ঠিক কামিহাড়ৰৰ তলতে বোধহয়।

আদিত্যৰ যেন অতি দৰকাৰী কথাটো মনত পৰি গ'ল। ওঠজোৰ ভাজ কৰি সি কিছু জৰুৰীভাৱে কথাটো সুধি পেলালে।

: বেছিকৈ দুখ পাইছে যদি তাক দেখাব লাগিব।

: তাৰ বিষ এটা হ'বই। গিমিট্‌ৰ আগটো কম জোঙানে ? যদি মামৰ আছিল ?

: এ, টি, চি এটা দিয়াব লাগিছিল নেকি ?

: জেঠাইক একো নকবি, মোৰ হলে ভয় লাগিছে।

: কিবা হ'বলৈ হ'লে সকলো শেষ হৈ যাব ?

: কালিলৈ তাক ডাক্তৰৰ ওচৰলৈ নিবই লাগিব।

: আজি নোৱাৰিম নেকি ?

: ৰাতিহে আহিব দৰকাৰ পৰিলে আকৌ আহিম ? ভেদো আলীয়ে কোৱা নাছিল জানো - আজি বোলে ৰাতি আহিব। আকৌ ৰাতিয়ে যাবগৈ।

: মই পাহৰিলো- সি ৰাতি ক'ত থাকে ?

: কাষৰ কোনোবা এঘৰত। মাকক নোকোৱাকৈ সি বোলে সংসাৰ নকৰে। মাকে যদি বাধা দিয়ে তেতিয়া আক জোৰ কৰি সি পলাই গৈ তাইৰ

সতে সংসাৰ কৰিব।

: তেনেহ'লে ঠিকেই আছে। তহঁতে কথা পাত মই অকণ হুপি আহো।

আদিত্য বাহিৰলৈ ওলাই আহিল। সি সোঁপিনে ঘূৰি ঘৰটোৰ কাষেদি কেইখোজমান দি চিগাৰেট এটা জ্বলালে। তাৰ চকুত খিৰিকীখন পৰিল। সি ভাবিবলৈ ধৰিলে যে এইখনৰ মাজেদিয়েই সিদিনা ছাগৈ ফৰমানে চাই আছিল। ইকৰা বেৰৰ ফাঁকেৰেই বগীবুঢ়ীয়ে গিৰ্মিটটো মাৰি দিছিল। ঠিকেই তাৰ বুকুৰ অকণ তলতেই চাগৈ হনা গৈছে। এনেতে সি আছফিয়াহঁতে কথা পতা শুনিলে। সি ভাবিলে এবাৰ কাণ দিব নেকি ? বেয়া হ'ব বুলি ভাবি সি আঁতৰি আহিব খুজিলে । কিন্তু কোৰাণ আৰু হাদীছ বুলি কিবা কোৱাৰ বাবে সি ৰৈ গ'ল যদিও- আৰু এখোজ আগবাঢ়ি কথাবোৰ শুনিবলৈ ধৰিলে। কণ্ঠ কেইটাৰ সতে তাৰ চিনাকি থকাৰ বাবে সি ধৰিব পাৰিলে কোনটো কাৰ কণ্ঠ। সি কথাবোৰ শুনি গ'ল- "জন্মৰ পাছতে তাইক মই লৈ আনিছিলো। এদিন ৰাতি তাই বৰ কান্দিছিল। মই উপাই নেদেখি তাইৰ ওঠদুটা মোৰ বুকুত লগাই দিছিলো- কিন্তু তেতিয়াতো মোৰ গাখীৰ নাছিল। গাখীৰ থকা হ'লে লতাক মই তালৈ নিকাহ পঢ়াব নোৱাৰিলো হয়।" "সেইবোৰ বাদ দিয়ক জেঠাই- ময়ো জানো কোৰাণত আছে। কিন্তু আপোনাৰ বুকুত যে গাখীৰ নাছিল সেইটো জানো খোদায়ে নেজানে ?' ' "সেইটো কাৰণে এতিয়া পাৰিম। মই মানে অলপ ভয় কৰিছিলো " "আপোনাৰ ভয়তে সিহঁতে একেলগে থকাও নাই- সংসাৰো কৰা নাই, মোক ক'লে নহয়" "মোকো লতাই কৈছে নানীয়ে মোৰ কথা বিশ্বাসেই নকৰে।" "হব দে তই যে তাইক মনে মনে এদিন লগ কৰি আহিছিলি- মইনো কেনেকৈ জানো ? এতিয়া বলা সিহঁত কেইটাই শুনিলে আৰু মৰিলো"। শোৱা চাঙৰ কেৰকেৰণী এটা আদিত্যৰ কাণত পৰিলহি। আদিত্যই একে দৌৰে আহি কবীনহঁতৰ মাজত মিলি পৰিল। এনেতে দুৱাৰেদি আছফিয়া আৰু বগীবুঢ়ী সোমাই আহিল।

: আমি নৰও জেঠাই। কথাবোৰ তেনে মনত ৰাখিব। আৰু কিবা কাৰণত কৰবালৈ গ'লৈগে আমাক খবৰ দিব।

: কাকতি চাৰ আকৌ আহিব আৰু লগত অন্য মানুহো আহিব। আগে আপুনি ফৰমান লতাক আনি লওক।

: পাহৰিছো কাকতিয়ে কিন্তু যেতিয়া জানিব যে ফৰমান আপোনাৰ ল'ৰা তেতিয়া কিন্তু আৰু গাড়ী চলাবলৈ নিদিব। গতিকে ফৰমানক সাৱধানে চলিবলৈ ক'ব। নহ'লে দৰমহা এটা মৰা যাব।

: তইতিযে কথা কিছুমান ভাব আৰু ? কোনো দৰকাৰ নাই। ফৰমানক আমি কিবা এটা কৰি দিম। প্ৰেছৰ কামত লগাম- পেপাৰ চাপ্লাই কৰিব। তেওঁলোকে জানক জেঠায়ে হেৰুৱা পুতেকক বিচাৰি পাইছে। এতিয়া জেঠাইক কোনেও বলে নোৱাৰে। সেই পৰাক্ৰমী, হৃষ্টপুষ্ট, বাহুবলী, জোৰাল ল'ৰাটোৰেই মাক হৈছে জেঠাই।

বগীবুঢ়ীৰ অলপ লাজ লাগিছিল। আদিত্যৰ কথাত সকলোৱে হয় ভৰ দিলে।

: কিন্তু আপুনি অলপ সাৱধানে থাকিব। আমি আৰু কেইদিনমানৰ মূৰত আহিম। এইবাৰ মাংস পোলাও খাই যাম।

: মই জেঠাইক ভিতৰুৱাকৈ কেইবাটাও কথা বুজাই কৈছো। জেঠাইৰ ভয় ভাঙিছে।

: জেঠায়েও কাৰোবালৈ ভয় কৰে নেকি ? আমিহে ভয় কৰো, সমীহ কৰো ?

: মই জানো ভয় কৰিব নেলাগে ? কিয় খোদাইলৈ ভয় কৰো নহয় ?

: খোদালৈ ভয় কৰাৰ কাৰণটো মই কিন্তু জানো।

বগীবুঢ়ীয়ে অলপ থতমত খালে। কৰবাৰ পৰা লাজ কিছুমানে আহি যেন চকুহালক সজল কৰি তুলিলে। শাৰীৰ আচলটো টানকৈ আনি বগীবুঢ়ীয়ে কথাষাৰ পাতল কৰিবৰ বাবে আছফিয়াৰ বাহুত ধৰি ক'লে।

: তুমি এই দণ্ডুৱা কেইটাৰ সতে নুফুৰিবা। ছোৱালী মানুহ অকলে থাকিবা। জেঠুৱেৰ ঢুকুৱাৰ পাছৰে পৰা মই অকলে আছো - তাকে আনকো শিকাও।

: আমি তেনে যাওঁ। এতিয়া আপোনাক খুব ভাল লাগিছে। ক্ষীণাই মেলি চেহেৰাটো বেয়া কৰিব নেলাগে, হাঁহি থাকিব।

: যোৱা যোৱা সেইবোৰ কথা ক'ব নেলাগে। বুঢ়ী হ'লো এতিয়া হাঁহি থাকিবলৈ সময় নাই ।

: আমি আহিছো।

ক'ব নোৱাৰাকৈয়ে বগীবুঢ়ী টফচিৰহঁতৰ সতে পদূলিলৈকে ওলাই গ'ল। কোঠাৰ পৰা গোলনাআৰা, তৰাহঁতো ওলাই আহিল। কবীনে তৰাহঁতলৈ লক্ষ্য কৰি হাতখন দাঙি বিদাই লোৱাৰ মাত লগালে। আছফিয়াই ক'লে।

: এতিয়া দুয়োটাকে নতুন জীৱন দিবৰ বাবে আপুনি সাজু হওক - আৰু আপুনিও নতুন জীৱনৰ কথা ভাবক। আমি আকৌ আহিম।

বগীবুঢ়ীৰ চকুৰ পৰা কবীনহঁত আঁতৰ হ'ল। সমুখৰ পিনৰ পৰা, আগৰ পৰা, কাষৰ পৰা, ওপৰৰপৰা আকাশখন, গছবোৰ, চৰাইবোৰ, ফুলবোৰ, আলিবাটৰ ধূলিবোৰ, বতাহবোৰ, কৰবাৰ বনৰীয়া চৰাইৰ মাতবোৰ যেন আহি বগীবুঢ়ীৰ গাৰ ওপৰেদি পাৰ হৈ গৈছে। পাৰ হৈ যাওঁতে যি যেনেকৈ পাৰে তেনেকৈয়ে যেন কৈ গৈছে যৌৱনৰ কথা, ৰঙৰ কথা, ফুল-পখিলাৰ কথা। কবীনহঁত যিমান দূৰলৈ গুচি গৈছে সিমান দূৰৈৰ পৰা পৃথিৱীখনে আহি ধৰা দিছেহি বগীবুঢ়ীৰ চকুত, মুখ আৰু অনুভূতিত।

আছফিয়াই আলিৰ শেষ বিন্দুৰ পৰা এবাৰ মন কৰিলে। তেতিয়ালৈকে বগীবুঢ়ীয়ে চাই আছিল। আছফিয়াই আৰাহঁতক দেখুৱাই দি হাতখন দাঙি দিলে। কিন্তু কোনো সহাৰি নহাত গোটেই কেইটা গাড়ীত উঠিলহি।

: হেৰৌ খবৰ আছেনে নাই ? বৰাদাৰ গাড়ীখন সদাই লৈ আহো- বৰাদায়েও বেয়া নেপাই - পিছে ভাড়া আগৰো দিবলৈ আছে - কিমান হ'লগৈ খবৰ আছে ? এহেজাৰ সাতশ মান হ'লগৈ।

: আজি দি দিব লাগিব নহ'লে বেয়া পাব।

: কথা এটা শুন। আমি যিখন পৃথিৱীৰ পৰা এতিয়া আহিছো সেইখনৰ কথা এতিয়া পাহৰি যা। আমাৰ হাতত সময় বৰ কম। কাদীৰদাই খং কৰিছে। তাৰিখটো ঠিক কৰ।

: চাৰিটা সংখ্যা খুব ভালকৈ উলিয়াব পৰাকৈ আমাৰ বস্তু ৰেডি আছে। এই মাহৰ পোন্ধৰ তাৰিখটোকে ঠিক কৰো। মই ভট্টাচাৰ্য্য দাদাকো মাতিম বুলি ভাবিছো উন্মোচন কৰিবৰ বাবে- সভাপতিৰ আসন শুৱনি কৰিব আলী চাৰে।

: প্ৰেছটো কি কৰিবি ? বন্ধ ৰাখিবি নেকি ?

: প্ৰেছটো সজাব লাগিব। জাকজমক বেছি নেলাগে- ৰঙা-নীলা কাগজ, লাইট আৰু কলগছৰ পুলিবেই চলাই দিম।

: প্ৰতিজন দৰ্শকক এখন এখন কাগজ এনেয়ে বিলাই দিম। চাহ আৰু অকণ আলোচনা।

: আলোচনা নেলাগে- দুজনমানে দু-আষাৰ কথা ক'ব অতি চমুকৈ।

: মহিলা সংঘলৈ মাত্ৰ চিঠি এখন দিম আহিলে আহিব নাহিলে নাই।

: ন-জোঁৱাই আদৰাদি আদৰি একেলগ হৈ সভাখন পাতিছিলে নহয়- এতিয়া কিয় পিছে খিলাই দিছে ? পালে মজাটো - এতিয়া দেখা দেখিকৈ তেওঁলোকযে এটা সুকীয়া সংঘ, দল সেইটো ওলাই পৰিল। এতিয়া গালি খাই থাওক।

: তোমাক বাধাহীন অভিযান লাগে যদি, আমাক কোনেও একো নোকোৱা মানুহ লাগে যদি মোৰ ক'বলৈ একো নাই আছুফি। মানুহেটো সকলো কথা বুজি গৈছে। সভাপতি আৰু চাৰ-জোনাবৰ বক্তব্যই কিমান কামত দিছে- তাক ভাবিব নোৱাৰা।

: কথা সেইটো নহয়- উপযাচি সেইবোৰ মানুহৰ সতে একেলগে মিটিং কৰিবলৈ যোৱা আমাৰ ভুল আৰু দুৰ্বল মনৰ পৰিচয়। আমি অকলে কৰিম- লগ কিয় লাগে। এনেকৈ কৰিলে মানুহৰ ইমেইজটো নষ্ট হৈ যায়। কাৰণ মানুহে এইটোও বুজিছে যে- সংঘৰ মানুহবোৰে খেল খেলিছে, বিৰোধত নামিছে, তেওঁলোকৰ উদ্দেশ্য ফ'ৰামক দমন কৰা আৰু উপহাস কৰা।

: কথা সেইবোৰো নহয়- বিৰোধী দলবোৰে আমাক এটা ভাল মঞ্চহে দিলে বুলি ক'ব লাগিব। নহ'লে কথাবোৰ ক'ব পৰা নগ'ল হয়। আমি আগতেই কৈছো যে আমি সাহিত্য- সংস্কৃতি কৰা মানুহ- আনে ক'ত কি কৰি আছে তাৰো খবৰ ৰখা আমাৰ কৰ্তব্য। অন্তত, পঢ়ি-শুনি যদি কোনোবাই ভুল বুজিছে সেই সকলক পুনৰ লিখা-পঢ়াৰেই শুধৰাই দিব লাগিব। তেতিয়াহে সমাজৰ কথাবোৰ ভালহৈ থাকিব। আমি এটা কথা দেখিছো আজিকালি যেন মানুহক সঁচা কথা নেলাগে, সঁচা সাহিত্য নেলাগে, সেইবোৰৰ যেন কোনো দৰকাৰ নাই। সাহিত্য নহ'লেও যেন আমি চলিব পাৰিম কথাবোৰ ঠিক তেনেকুৱা হৈ গৈছে। ই অতি বিপদজনক আৰু উদ্বেগজনক কথা। এনেকৈ

দিনবোৰ পাৰ হৈ গ'লে সাহিত্য যে আমাৰ জীৱনীশক্তি, আমাৰ সমাজৰ যে এক মহা শক্তি, এই সত্য ধাৰণা, বাস্তৱত এই প্ৰকৃত সত্যটোৰ ধ্বংসে হ'ব - তেতিয়া আমি কাকো গাইদ দিব নোৱাৰিম। কিন্তু তাৰ ভিতৰতে সংখ্যাত সৰু আৰু তাকৰ হ'লেও এনে লোক আছে যি লিখনিৰ মাজেদি সত্যৰ স্বৰূপটোকে উদ্‌ঘাটন হোৱাটো বিচাৰে। আৰু সেই বাবে আমি এই কথাবোৰত লাগি আছো। সিদিনাখনৰ মঞ্চত তাৰে কিছুমান কথা প্ৰকাশ কৰা হৈছিল। বাহিৰত দেখুৱাই ধৰ্মক বেয়া পোৱা লোকবোৰেই শেষত গৈ ধৰ্মৰ নাম লৈ মৰে, ধৰ্ম নহ'লে ঈশ্বৰ নহ'লে এখন্তেকো থাকিব নোৱাৰে, আনকি মৃত্যু, বিপদ, সংকট কালত সৰ্বশ্ৰেষ্ঠজনৰ সৰ্বোত্তম ৰচনাৰাজীৰ পৰিবৰ্তে বিচাৰে ধৰ্মৰ এফাঁকি বাক্য, শ্লোক, চুৰা, পংক্তি। সৌ সিদিনা আমাৰ চকুৰ আগতে ঘটা ঘটনা। ৰামেশ্বৰ বৰপূজাৰীৰ কি হ'ল ? ব্যক্তিগতভাৱে বোলে সি ধৰ্ম নেমানে, বিশ্বাস নকৰে। ৰাজহুৱাভাৱে ঘোষণা কৰিছিল- যদি কেতিয়াবা ধৰ্ম লব লগা হয় তেন্তে সি বোলে যীচুকহে লব। বৌদ্ধ ধৰ্মৰ কথাবোৰো বোলে তাৰ ভাল লাগে। কিন্তু হঠাৎ বাপেকটো ঢুকাই থাকিল আৰু সি মূৰ খুৰাই বাপেকৰ পিণ্ডকাৰ্য্য শেষ কৰি এতিয়াহে বাহিৰলৈ ওলাইছে। গতিকে কথাবোৰ তেনেকুৱাই।

কবীনে গাড়ীখন অট' এখনক চেৰাই পাৰ হৈ গ'ল। কিন্তু অলপ গৈয়ে টানকৈ ব্ৰেক মাৰি গাড়ীখন ৰখাই দিলে আৰু মুখেৰে "দাদা" বুলি চিঞৰি উঠিল। অট'খনেও গাড়ীৰ কাষত ৰখাই দিলে। সকলোৱে কিবা অঘটন হৈছে বুলি শঙ্কিত হৈ পৰিল। অট'ৰ পৰা নৱ শৰ্মা নামি আহি টফচিৰহঁতক মাত দিলে।

: কিহে তোমালোক ক'ৰ পৰা ?

: আমি অকণ ফুৰি আহিলো। আপুনি একা ?

: আমাৰ গাড়ীখন বেয়া হ'ল। মই আই, জি, পিক লগ পাব লাগে তোমালোকৰ লগতে যাব পাৰিমনে ?

: আহক দাদা, নোৱাৰাৰ কোনো কাৰণ নাই।

: হেৰা অট' ভাইটি - মই গাড়ীতে যাওঁদেই বেয়া নেপাবা। লোৱা বাৰু টকা দহোটা এনেয়ে দিলো।

নৱ শৰ্মাই গাড়ীৰ আগপিনে আদিত্যৰ কাষতে বহি ললে। কবীনে গাড়ী চলাই নিলে।

: তোমালোকে গম পোৱানে নোপোৱা ?

: কি দাদা ? কিবা আছে নেকি ?

: তোমালোক আহিছিলা ক'লৈ ?

: আমি সেই জেঠাই মানে বগীবুঢ়ী নামৰ আমাৰ চিনাকি মৰমিয়াল মহিলা এগৰাকী আছে বিশেষ এক সকামত আহিব লগাত পৰিলো।

: তোমালোক বগীবুঢ়ীৰ ঘৰলৈ গৈছিলা ? অস মই মিচ কৰিলো, ক'ত তেখেতৰ ঘৰটো ? কোৱাচোন কোৱা। জয়া বজাৰৰ কোনখিনিত ? মহিলা গৰাকীৰ বয়স কিমান ? বহু কেইজনী ছোৱালী থাকে বোলে ? কেনেকুৱা মহিলা গৰাকী ?

: দাদাই একেটা উশাহতে ইমান কথা সুধিলা কিয় ?

: মোৰ দৰকাৰ আছে। শ্ৰীসুহৃদ কাকতি কোন ? নিশ্চলে জানা নেকি? বেয়া নেপাবা।

: হয়, মোৰ দেউতাৰ নাম।

কবীনে গাড়ী চলাই থকা অৱস্থাৰ পৰায়ে পাছলৈ ঘূৰি নিশ্চলৰ পিনে চালে। টফচিৰ- আদিত্যহঁতেও নিশ্চলৰ পিনে মন কৰিলে। নিশ্চল নিৰ্বিকাৰ যদিও সামান্যভাৱে সংকোচ অনুভৱ কৰিলে। কথাটো বেয়া হ'ব বুলি ভাবি কোনেও বিশেষ একো পৰিবৰ্তন নেদেখুৱালে। কিন্তু সকলোৱে ভাবিবলৈ ধৰিলে যে কি যুক্তিত নিশ্চলে ইমান দিনে তাৰ দেউতাকৰ নামটো কাৰো আগত কোৱা নাছিল। সুন্দৰ নামটোৰ দৰে যদি মানুহজনো সুন্দৰ হ'ল হয় তেন্তে পুতেক নিশ্চলেই নামটো ক'লেহেঁতেন। সি হয়তো কদৰ্য্য বাপেকৰ মনোমোহা নামটো ক'বলৈ ভাল নেপাইছিল। কণাক পদ্মলোচন নাম দিয়াৰ দৰে ঘটনা।

: বিশেষ এক কাৰণত আমাৰ মাজত এতিয়া বগীবুঢ়ী আৰু শ্ৰীসুহৃদ কাকতিৰ নাম দুটা খুব সঘনাই উচ্চাৰিত হৈছে। আমি অলপ ঘূৰিব লগাত পৰিছো।

: আমি অলপ বুজাকৈ ক'ব নেকি দাদা ?

: জয়া বজাৰৰ পশ্চিম উত্তৰ দিশত হাবি এখনৰ কিনাৰত এখন মুকলি পথাৰ আছে। তাত আগে আন্দোলনৰ দিনত বহু সভা-সমিতি, বিক্ষোভ, অনশন, শ্বহীদ দিবস আদি হৈ গৈছে। আন্দোলনৰ পাছত তালৈ আৰু মানুহ নোযোৱা হ'ল, দৰকাৰো নোহোৱা হ'ল। তাতে বোলে এখন বিৰাত ৰাজহুৱা সভা হ'ব। প্ৰথমে অৰিয়েন্ট ফিল্ডত পতাৰ কথা আছিল। চৰকাৰে অনুমতি নিদিলে। অলপ দিনৰ পূৰণি মহিলা সংঘ এটাৰ সতে লগ লাগিছে- কেইটামান নতুন অনুষ্ঠান। নাৰী নিৰ্য্যাতন নিবাৰণ সমিতি, স্বাধীনতা সংগ্ৰাম সংঘ, মহিলা তদাৰক চ'ৰা, জাগ্ৰত প্ৰহৰী সন্থা, কণ্ঠস্বৰ আদি কৰি বহু কেইটা অনুষ্ঠান একগোট হৈছে। তেওঁলোকে টাবৰীণ সাহাৰ্য্যপূজী নামেৰে এটা ন্যাস খুলিব। দুখীয়া-দৰিদ্ৰ, নিৰ্য্যাতিতা, লাঞ্চিতা আৰু দুৰ্গত মহিলাসকলৰ বাবে এই পুঁজি খোলা হ'ব। সেইটো ভাল কথা। তাৰবাবে মানুহক বুজাব লাগিব, সংগঠন কৰিব লাগিব আৰু বহু কিবা কিবি আছে। গতিকে এখন ৰাজহুৱা সভাৰ আয়োজন।

: সেইটো ভাল কথা - কিন্তু বগীবুঢ়ী নামৰ অখ্যাত, সৰল, অশিক্ষিত, গৰীব নাৰী এগৰাকীৰ নাম ইমান এক মহৎ উদ্দেশ্য এটাৰ সতে কিদৰে সাঙোৰ খালে ?

: ঠিকেই সুধিছা। জয়া বজাৰ আমাৰ ইয়াৰ টাউনৰে সমীপতে গঢ়লৈ উঠা এখন বিভিন্ন মানুহৰ সৰু-সুৰা দোকান, বেপাৰ, বাণিজ্যৰ, বেহাৰ এক কেন্দ্ৰস্থল। নানা তৰহৰ, সম্প্ৰদায়ৰ মানুহে হাবি ভাঙি মাটি উলিয়াই তাত বসবাস কৰিবলৈ লৈছে। চৰকাৰী চাকৰি কৰা মানুহো আছে। এতিয়া কও শুনা- তাতে বোলে কোনোবা এঠাইত এজনী বুঢ়ীয়ে বেয়া ব্যৱসাই কৰে। গাঁৱৰ বহু ছোৱালী আদান-প্ৰদান কৰে। গোটেই বজাৰখন বোলে এটা বেয়া ঘাটিত পৰিণত হৈছে। বহু লোকৰ বেয়া সমাগম। আৰু বোলে মদ জুৱাৰো অবাধ প্ৰচলন ঘটিছে। অপৰাধ বাঢ়িছে। ইয়াৰ একমাত্ৰ কাৰণ হৈছে এজনী বুঢ়ীয়ে লগত কেইজনীমান লৈ এই সকলোখিনি নিয়ন্ত্ৰণ কৰি আছে।

: আৰু সেইবাবে মহিলাসকলে জয়া বজাৰখন পৰিষ্কাৰ কৰিবলৈ আহিব? আপুনি বিশ্বাস কৰিছে নেকি ?

: সেইটোৰ উত্তৰ মই তোমালোকক নিদিম। এনে ধৰণৰ কথা কিছুমানতো

বোলে মহিলাসকলে হাত দিব।

: চাওঁক দাদা চি. আই. ডি. মানুহৰ সন্দেহ কৰাৰ অধিকাৰ আছে, কিন্তু সঁচা প্ৰমাণৰ অবিহনে কোনো ব্যক্তিয়ে পম খেদিব পাৰে, কিন্তু কাৰ্য্যকৰি ব্যৱস্থা হয়তো লব নোৱাৰিব। জয়া বজাৰত কি হৈছে আমি নেজানো। আমি থাকো নগৰত। জয়া বজাৰৰ সপক্ষে বা বিপক্ষে আমি ওকালতীও কৰিব নেযাওঁ। আবকাৰী বিভাগ আছে, পুলিচৰ ক্ৰীমিনেল ব্ৰাঞ্চ আছে, কাষত থানা এখনো আছে আৰু আছে জয়া বজাৰৰ ৰাইজ। আপোনালোকৰ সা-সুবিধা, ক্ষমতা অপাৰ। সকলো কথাৰ অনুসন্ধান কৰক সঁচা যদি ব্যৱস্থা লওঁক আমাৰ কি আপত্তি থাকিব ? কিন্তু ইমান এখন সু-বৃহৎ মহানগৰীক পিঠিৰ পাছলৈ ৰাখি জয়া বজাৰৰ দৰে এখন সৰু নিচেই সৰু, পিছপৰা ঠাই এখনৰ ওপৰত চকু দিবৰ বাবে ওলাই অহাৰ মানসীকতাটোৰ কাৰণ যে আমি জানো সেইটোৰ বাবেহে আমাৰ হাঁহি উঠিছে।

: মই কওঁ দাদা, শুনা। একেবাৰে সহজ কথা। বগীবুঢ়ী ওৰফে মণিতোলা নামৰ বাংলাদেশী মহিলা এগৰাকী আছে। হেৰুৱা পুতেকৰ সন্ধানত এজনে তেওঁক অসমলৈ লৈ আনিলে। বহুদিন ধৰি পুতেকৰ অপেক্ষাত দিন পাৰ কৰিছিল। দৈবাৎ পুতেকক পালে। এতিয়া তেখেতে পুনৰ বাংলাদেশলৈকে যাব বিচাৰে। তোমালোকে ৰিপৰ্ট এটা লিখি দুটামান চিপাহী দি তেখেতক বৰ্ডাৰ পাৰ কৰি দি আহাগৈ - আৰু সেই কথাটো মহিলাসকলৰ কাণত খুব লাহেকৈ পেলাই দিয়া- দেখিবা হব লগা সেই সভা-সমিতি, মিটিং-মাটাং পচপন্দ হৈ গৈছে। পাৰা যদি কামটো অতি সোনকালে কৰা। বগীবুঢ়ীৰ কথা তোমাক দহ দিনেও কৈ বুজাব নোৱাৰো। কিন্তু তাৰ লগতে এটা কথা কৈ থওঁ যে যিদিনা বগীবুঢ়ীক নিবলৈ আহিবা সেইদিনা কিন্তু সাজু হৈ আহিবা- পাঁচ-ছই ট্ৰাকমান অস্ত্ৰধাৰী পুলিচ, চি আৰ পি লৈ আনিবা।

: আচল কথা কি জানে দাদা ? প্ৰধান কথা হৈছে অসম প্ৰগ্ৰেচীভ ফ'ৰাম। আপোনালোকে যদি ফ'ৰামৰ কাৰ্যালয়টোত তলা লগাই দিব পাৰে- তেন্তে আৰু জমিব। দেখিব দেশ, সমাজ, বুদ্ধিজীৱীৰ কলম সুকলমে চলি আছে। আমাৰ ফ'ৰামে কিছুমান যে কথা কৈ আছে, আচল সত্যটোক প্ৰতিষ্ঠা কৰিব বিচাৰিছে আৰু কিছুমান মানুহক যে উফৰাই পঠাইছে তাৰেই উৰহৰ খং ভগা

ঢাৰিত জাৰিছে। আমি কেইজনমানে টাবৰীণৰ সমগ্ৰ কথা মানি লব নোৱাৰিলো।
পুৰুষৰ অপকৰ্মৰ বিষয়ে যি বক্তব্য দিছে সেইখিনিৰ সৰহ ভাগকে আমি সন্মান জনাইছো। তাকে কৰিবলৈ গৈ ধৰ্মক যি ধৰণেৰে আঘাট হানিছে তাৰ বিৰুদ্ধাচৰণ কৰিছো - আৰু ধৰ্মৰ অপব্যাখ্যাবোৰৰ বিপৰীতে কোনটো সঁচা, কোনটো কি হ'ব পাৰে তাকে দেখুৱাই ভুল নুবুজিবলৈ মানুহক আহ্বান কৰিছো।
. তাৰ বাহিৰে আমি কোনো ধৰ্ম, কোনো অনুষ্ঠান, কোনো ব্যক্তিক, ভক্তি-বিশ্বাসক গালি পৰা নাই বা তুচ্ছ-তাচ্ছিল্য কৰা নাই। এচাম লোকে ভাবিছিল যে তেওঁলোকৰ লিখনিয়েই শেষ লিখা- শেষ সিদ্ধান্ত আৰু সৰ্ব গ্ৰহণযোগ্য। কিন্তু, তেওঁলোকৰ কথাবোৰ যে আমি খণ্ডন কৰিলো, অজ্ঞতাৰ চৰম প্ৰকাশ বুলি যে প্ৰমাণ কৰিলো, তাৰ বাবেই এতিয়া এইবোৰ কৰিবলৈ উঠিপৰি লাগিছে। এটা ধৰ্মৰ মানুহে যেতিয়া বেয়া কাম কৰে তেতিয়া আন দহোটা ধৰ্মৰ মানুহৰ কৰ্তব্য এটাই হ'ব লাগে যে কিদৰে তেওঁলোকক মূল সুঁতিলৈ আনি ভাল কৰিব পাৰি। তাকে নকৰি সেই মানুহখিনিক যদি আৰু বেয়াকৈ কৈ বেয়াৰ পিনেহে ঠেলি দিয়ে তেনে সেই ধৰ্মৰ লোকসকলৰ মানৱতা, আদৰ্শ আৰু মহত্বই বা ক'ত থাকিল.? কাৰণ মূলতে তেওঁটো এটা ভাল ধৰ্মৰে অনুগামী।
তেনেহ'লে আমিনো শিক্ষকক, গুৰুজনাক, মা-দেউতাক, অভিভাৱকক কিয় মানিব লাগে যিসকলে অনবৰতে আমাৰ ভালৰ বাবেই কৈ থাকে ? আমাৰ কথা আমাৰ দেশ ভাল হ'ব লাগে, আমাৰ মানুহ ভাল হ'ব লাগে। এই কথাবোৰৰ আলোচনা যদি আমি এতিয়াও কৰিবলৈ নলও যদি এতিয়াও নকৰো তেন্তে এই ভুল কথাবোৰৰ এটা ভুল তথ্য মানুহৰ মনত ৰৈ যাব আৰু এদিন সেইবোৰকে সত্য বুলি মানুহে মানি লৈ সমাজত বিৰোধ ভাৱৰ জন্ম দিব।
এদিন এজনেতো কৈয়ে পেলালে "মুছলমানসকলে ভাৰতত নাগৰিক হিচাপে যদি জীয়াই থাকিব খোজে, তেন্তে হিন্দুৰ দৰে তেওঁলোকেও ৰাষ্ট্ৰৰ কেতবোৰ নীতি-নিয়ম, বিধি-নিষেধ মানি চলিব লাগিব। মধ্যযুগৰ দৰে ভাৰতত আজিৰ যুগতো ইছলামী ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাৰ সপোন দেখিলে নহ'ব। কিন্তু আমি দেখাত নাগৰিকত্বৰ কৰ্তব্য মানিলে তেওঁলোকৰ বৈষয়িক উন্নতি আৰু ধৰ্মৰ নিৰাপত্তা সমূলি বিপন্ন নহয়।" অৰ্থাৎ মই ভাবো মুছলমানৰ বিভিন্ন কুকাৰ্য্য, মৰা-মৰি কটা-কটি, ৰাষ্ট্ৰৰ নীতি-নিয়ম নমনা অপকৰ্ম, অপযশ, চাৰিত্ৰিক

স্খলন, অবক্ষয়, দেশদ্ৰোহীতা, বিশ্বাসঘাটকতা, ধৰ্মান্ধতা, লুৎসামী, গুণ্ডামী, ভণ্ডামী, হঠকাৰিতা, কুঠাৰঘাট মূলক কাৰ্য্য আদিবোৰ ইমান দ্ৰুত গতিত বাঢ়ি গৈছে, ভাৰতক ইছলামী ৰাষ্ট্ৰলৈ পৰিণত কৰাৰ হেঁপাহ, সংগ্ৰাম, পৰিকল্পনা, অভিজান, চেষ্টা, কুচ-কাৱাজ, আঁচনি, সংগঠন, দৃঢ়তা, প্ৰচাৰ, ৱালপষ্টাৰিঙৰ, সমৰ সজ্জা গোটোৱাৰ, প্ৰশিক্ষণ আদিৰ কোব ইমান বাঢ়ি গৈছে যে অজানিতে তেখেতৰ মুখৰ পৰা- 'মা নিসাদং'ৰ দৰে এনে উক্তি নিগৰি আহিছে। গতিকে হিন্দুসকলে যি নাগৰিকত্বৰ কৰ্তব্য মানি আহিছে তাক অনুসৰণ কৰিলেহে মুছলমানৰ বৈষয়িক উন্নতি আৰু ধৰ্মৰ নিৰাপত্তাকণ ৰব। অন্যথা তেওঁলোক বিপদগামী-হ'ব। তাকে ভাবো ভুল আৰু বেয়া লিখনিয়ে মানুহক কি যে কৰি তুলিব নোৱাৰে ? এই ওলাই অহা কথাবোৰ যে আনৰ বেয়াখিনি পঢ়ি পঢ়ি মনত বেয়া ভাৱৰ সৃষ্টি হৈ পৰা অলেখ স্তুপিকৃত ক'লা ক'লা, ভয়ঙ্কৰ অনুভৱৰেই যে মুক্ত প্ৰকাশ- ফলশ্ৰুতি- তাত সন্দেহ নাই। গতিকে কিছুমান কথাৰ নিৰাময়, বেয়া গছৰ শিপা, বেয়া বীজৰ পোখালিক এতিয়াই নিৰ্মূল কৰিব নোৱাৰিলে ভৱিষ্যতে আৰু বহু লিখনি ওলাই মানুহক বিধ্বস্ত কৰিব। এইবোৰ অৱশ্যে পেপাৰৰ বাবে লিখা কথা, দুষ্ট মানুহৰ হাতক সবল হ'বলৈ, মজবুত কৰি তুলিবলৈ লিখা কথা আৰু তেনে লিখনি লিখাৰ পাছত উদ্‌ভৱ হোৱা পৰিস্থিতিৰ মাজত সাহিত্যৰ সমল বিচাৰি আৰু লিখাৰ অভ্যাসক টিকাই ৰখাৰ উদ্দেশ্য আগত ৰাখি লিখা কথা। গতিকে বাৰু ফ'ৰামক কোন সতেৰে মানুহে ভাল পাব ?

: দাদা বেয়া নেপাব - মই কেইশাৰীমান কওঁ। দেউতাক মই খুব বেয়া পাওঁ। তাতোকৈ বেছি বেয়া পাওঁ তেওঁৰ নামটো মানুহক ক'বলৈ। আমাৰ মাজত যদি নাম সলনি কৰাৰ, কৰিব পৰাৰ এটা প্ৰথা থাকিল হয় তেন্তে সমাজত কিমান লোকৰ নাম যে বদলি কৰা হ'লহেঁতেন তাৰ হিচাপ নেথাকিল হয়। তেতিয়াহ'লে মই কেতিয়াবাই এটা নাম দি মোৰ দেউতাক যোগ্য আসনত বহুৱালো হয়। দেউতাৰ নাম যে এটা উপযুক্ত অনুষ্ঠানৰ বা চৰকাৰৰ ঘৰৰ বিশেষ কিছুমান লোকৰ মাজত যে সঘনাই উচ্চাৰিত হৈ আছে তাৰ বাবে মই অতি সুখী। কিন্তু কাম কি হয় ক'ব নোৱাৰো। দেউতাই কি কৰি আছে তাক আপোনালোকেই ভালকৈ জানে। তেওঁ টাবৰীণৰ লিখনিক

লৈ সাহিত্য কৰে। আমাক ৰিপোৰ্ট নেলাগে, চেন্‌চাচ নেলাগে, অভিযোগ নেলাগে, গালি-গালাজ নেলাগে। লাগে নতুন ধাৰাৰ প্ৰবৰ্তন। আমাক লাগে খবৰ কাগজত প্ৰচাৰ হোৱা, খবৰ কাগজ মেলিয়েই চকু কপাললৈ উঠা সহস্ৰ ঘটনাবোৰৰ যি কাৰণ হ'ব পাৰে তাৰ বিশ্লেষণ আৰু অনুসন্ধান। নিজৰ গাত থুৱাই নোলোৱা পৰ্য্যন্ত এই দেশত মহৎ সাহিত্যৰ সৃষ্টি কোনো কালেই হ'ব নোৱাৰে। সাহিত্য মানুহৰ, লিখকৰ সন্তান। মানুহৰ, লিখকৰ তেজ ভাল নহ'লে সাহিত্যৰ বংশও ভাল নহ'ব.। মূলতে মই যি কোনো প্ৰকাৰে ভাল হ'বই লাগিব তেতিয়াহে মোৰ সৃষ্টি ভাল হ'ব। কথা কিছুমান লিখিলেইতো সাহিত্য হৈ নেযায়। শ্ৰীসুহৃদ কাকতিৰ নাম আপোনালোকে লবই লাগিব। তেওঁৰ কাম-কাজসমূহ চাব- মহিলাসকলৰ সভাত যেন মহৎ আদৰ্শবোৰে প্ৰথম স্থান পাব পাৰে তালৈ চকু দিব.। আপোনালোকে ইতিমধ্যে খবৰ সংগ্ৰহ কৰিলেই.। আমি বিশেষ একো নকও। মই বিশেষকৈ গম পাই গ'লো যে ফ'ৰামক এশিকনি দিবৰ বাবেই দেউতাইঁতে এইসোপা কৰিছে।

এমবেচেদৰখনৰ এটা মিহি গতিশিল শব্দ। সকলো প্ৰায়ে গহিন, কেৱল কিবা এটা ভাবি আছফিয়াই মাজে মাজে মিচিকিয়াই আছে। বাটত মানুহৰ ভীৰ। আবেলি হৈ আহিছে।

: মোক ইয়াতে নমাই দিবি। সকলো কথা মই কবিনক কম। তোমালোকে বেছি একো নকৰিবা। আমি সংগ্ৰহ কৰা খবৰৰ ওপৰতে সকলো হ'ব। ফ'ৰামৰ বাবেই যে এইবোৰ হ'ব সেইটো ঠিক। তোমালোকে অসৎ মানুহক নিৰোৎসাহ কৰিছা। ইয়াত যিটো বতাহ বলিছে তাত তোমালোকে চিলা উৰুৱাবলৈ সক্ষম হ'ব লাগিছিল। মই এতিয়া আহো। কবীন গাড়ী ৰখা।

নব শৰ্মা নামি গ'ল গাড়ীৰ পৰা। আদিত্যইঁতে দেখিলে এটা স্বাভাৱিক অথচ খিটাপ ৰাখি নব শৰ্মাই আলিটো পাৰ হৈ আই, জি, পি কাৰ্যালয়টোৰ পিনে সোমাই গ'ল। কবীনে আকৌ গাড়ী চলালে।

: মিটিংখন পাতিবই পাতক। অৱশেষত এনে এটাই যে হ'বগৈ মই আগতেই অনুমান কৰিছিলোঁ।

: এতিয়া আমি সকলো কথাতে জপিয়াই পৰিব নোৱাৰো। বগীবুঢ়ীয়ে নিজেই কৈছে স্বদেশলৈ উন্নতি যোৱাৰ কথা। আমি আৰু কিবা মানৱতাৰ

নামত উক্ত কথাত বাধা দি এনেয়ে এটা অভিভাৱকৰ ভূমিকা গ্ৰহণ কৰাৰ কোনো প্ৰয়োজন নাই। আৰু উচিতো নহ'ব। আমাৰ সতে যেনে সম্বন্ধই নেথাকক লাগিলে মূলতে জেঠাই যে বিদেশী তাক তেওঁ নিজেই কৈছে। কিন্তু কোনোবাই মিছা অভিযোগ আনি, তেওঁক অত্যাচাৰ কৰি, নিজৰ অসৎ উদ্দেশ্য পূৰনাৰ্থে তেওঁৰ দৰে এগৰাকী মহান, দৰদী, পৰোপকাৰী মহিলাক খেদি দিব খুজিলে আমি কিন্তু সুদাই নেৰো । আমাৰ ওপৰত উঠা খং বিক্ষোভৰ ফলতেই যে তেওঁলোকে এই এগৰাকী গৰীব মহিলাৰ ওপৰত এনে ব্যৱস্থা লব বিচাৰিছে তাক ক'বই নেলাগে।

: নবদাই আৰু দুটামান কথা প্ৰকাশ কৰিছে যিবোৰৰ এটা দোষো জেঠাইৰ চৰিত্ৰত নাই । সেইবোৰো জোৰকৰি আৰোপ কৰিব নোৱাৰিব। দেশৰ চিৰাচৰিত যি আইন-কানুন আছে তাৰ আধাৰতহে তেওঁক ডিপৰ্ট কৰিব পাৰিব । একেখন উপ-মহাদেশৰে দুয়োগৰাকী মহিলা হ'ল বুলিয়ে আমি দুয়োগৰাকীক একে শাৰীতে পেলাব নোৱাৰো। কোনোবাই টাবৰীণক সন্মান কৰিছে আমি জেঠাইক সন্মান কৰিছো। যাৰ যি যুক্তি আছে তেওঁলোকে তাৰে যি মন যায় কৰি থাকক। কিন্তু এই দুয়ো পক্ষৰ মাজত যদি ভুল আছে তেন্তে তাক উদ্ধাৰ কৰিব লাগিব। আমি জেঠাইক সন্মান কৰাত ভুল নাই। মানুহে টাবৰীণক সন্মান জনোৱাত অলপকৈ হ'লেও ভুল আছে- দুয়োগৰাকীৰ মত, আদৰ্শ, বৈশিষ্ট, দৰ্শন একে নহয় যিটো সাৰ্বজনীন হৈ যাব, সৰ্বসন্মতিক্ৰমে গ্ৰহণযোগ্য হ'ব। এইক্ষেত্ৰত হ'ব পাৰে এগৰাকী উচ্চ শিক্ষিতা, আভিজাত্য, চহকী, আধুনিকা আৰু পশ্চিমীয়া আদৰ্শেৰে পৰিপুষ্ট আৰু এগৰাকী দৰিদ্ৰ, বিধৱা, অশিক্ষিত, অজ্ঞ, আৰু নিচলা । আনৰ ধৰ্মত হাত দি, ভুল ব্যাখ্যা কৰি, ধৰ্মক পদাঘাট কৰিলে আমি আকৌ লাগিম। কিন্তু, সেইবুলি এইটোও নহয় যে কোনোবা আহি আমাৰ ইয়াত থাকিবহি আৰু তাক আমি ধৰ্ম বুলি কম। কিন্তু অধৰ্ম হ'ব এইখিনিতে যদি তেওঁক আক বে-আইনিভাৱে জুলুম কৰি জীৱনলৈ চৰম দুৰ্দশা নমাই আনে। সময়ত দেখা যাব কি হয়? এতিয়া আমি আমাৰ কাগজখনৰ কামত মনোনিবেশ কৰা দৰকাৰ । ফ'ৰামৰ খবৰ বাহিৰৰ মানুহে ৰাখে । ভাল কাগজ এখন ওলাব বুলি বহুতে আশাৰে বাট চাই আছে। কালিলৈ আমি কাদীৰদাৰ ঘৰলৈকে গৈ ফাইনেল কথাবোৰ পাতি

আহিব লাগিব।

কবীনে গাড়ীখন টফচিৰৰ ঘৰৰ কাষত ৰখাই দিলে। টফচিৰ নামি পৰিল।

: নৰদাৰ সতে আলোচনা কৰিবি তেনে ?

: কালিলৈ কেইটাত ওলাবি ?

: দহ্ বজাত। আগে প্ৰেছলৈ আহিবি।

: ফাইল আৰু কাগজবোৰ লবি।

: মই গাড়ীখন ৰাতিটোৰ বাবে ৰাখিম। বৰাদাক লগ কৰি বুজাই কবি, কালিলৈ সকলো পইচা দিয়া হ'ব বুলি কবি। মই আছফিয়াহঁতক থৈ আহোঁ। বাহিৰে বাহিৰে ঘৰলৈ যাম।

: মাইকৰ পাৰমিশ্যনৰ দৰ্খাস্তখন লিখি পুৱাই শইকীয়াৰ হাতত পঠাই দিবি।

: মই কিবা এটা লিখিব লাগিব নেকি টফচিৰকা ?

: কালিলৈ কম। আবাৰক কবিতা এটা দিব কবা। প্ৰথম সংখ্যাৰ বাবে কবিতা নায়েই।

: আলী চাৰলৈ ফ'ন এটা কৰিম নেকি ?

: কৰিব পাৰ।

: হ'ব আমি তেনে যাওঁ।

গাড়ীখন চলিল। টফচিৰৰ মনটো অলপ গধুৰ লাগিল। সি মণি সিঙৰ দোকানলৈ এনেয়ে সোমাই গ'ল। সি দোকানৰ পৰায়ে কবীনহঁতৰ পিনে চালে – কিন্তু গাড়ীখন দেখা নেপালে। তাৰ পাছত বৰাদাৰ ঘৰৰ পিনে মন কৰিলে।

তেতিয়া বৰাদা কৰবাৰ পৰা আহি সোমাইছিলহি।

টফচিৰে ঘৰৰ পিনে খোজ দিলে – লাহে লাহে।

———— o ————

## ( তেৰ )

জুই জ্বলে। পাকঘৰৰ চৌকাত জুই জ্বলে। চোতালত পতা উধানত জুই জ্বলে। ভোজৰ বাবে জালি গাঁতত জুই জ্বলে। ফেক্টৰীত কইলাৰ জুই জ্বলে। ৰেলৰ ইঞ্জিনত কয়লা জ্বলে - সেইবোৰো জুই। মাঘৰ উৰুকাতো জুই জ্বলে মেজিৰ জুই। জুপুৰি ঘৰ, বজাৰ, ডাঙৰ ঘৰ, বিল্ডিং, অট্টালিকাতো জুই জ্বলে। হাবিত মানুহে জুই লগাই।

যি কুৰা জুই এতিয়া জ্বলিছে সেইকুৰা জুই তেনেকুৰা জুই নহয়। হাত দিলে নোপোৰে, তাপ অনুভৱ কৰিব নোৱাৰি, তাৰ কোনো ধোঁৱা নাই, আঙঠা নাই- কিন্তু সৰ্বগ্ৰাসী একুৰা জুই। হাতে হাতে সেই জুই লৈ ফুৰাব নোৱাৰি। ঠায়ে ঠায়ে, কৰবাত, কোনোবা চুবুৰীত অনুষ্ঠান-প্ৰতিষ্ঠানৰ গোপন কোঠাত, মানুহৰ আড্ডাবোৰৰ মাজত, এই জুই জ্বলিছে। খবৰ কাগজ, আলোচনী, লিফলেট, পাম্পপ্লেট, ৱালপষ্টাৰীং বোৰে সেই জুইবোৰ মানুহৰ মাজলৈ কঢ়িয়াই লৈ আনিছে। জুইবোৰে মগজুক পুৰিছে, চকুবোৰ ৰঙা হৈ পৰিছে, জিভাবোৰ সৰব হৈ পৰিছে। জুইবো জিভা থাকে।

তাৰ মাজতো কিছুমান মানুহ আছে যিবোৰে সেইকুৰা জুইত চেঁচা পানী ঢালিছে। হাত সেকা নাই, জুই পুৰা নাই। জুইক জুই বুলি ভবা নাই। বিবেকৰ কঠিন মাটি জুইলৈ চতিয়াই দি জুইক নুমুৱাই পেলাইছে। মানুহ হেৰাই যোৱা নাই। সকলো মানুহক জুয়ে পুৰিব নোৱাৰে।

স্বৰ্গ, নৰক আৰু মৰ্ত্যত তিনিটা উধান পাতি প্ৰচাৰ-অপপ্ৰচাৰ, বদনাম, অপযশৰে সিহঁতে নীলা, নীৰ্মল, নিৰ্জন আকাশখন পুৰিছে। আকাশ ভাঙি মানুহৰ মূৰত পৰিছে।

চামছুল জোনাব আৰু আছফিয়াৰ পৰা কাজিয়াবোৰৰ সূত্ৰপাত।

আছফিয়াই পিক্‌নিকৰ অভিজ্ঞতা বৰ্ণনা কৰিছিল।

: চাহ খাই আমি ওখ পাহাৰটোৰ ওপৰত কাপোৰ পাৰি বহি আছিলো। কাষত বহি আছিল নিৰদা, ৰীমা, নীতা আৰু শিখা। দূৰৈত ৰামু বাপধনকাইহঁতে ৰন্ধা মেলা কৰিবৰ কাৰণে চৌকাত খৰি দিছিল। আমাৰ

পৰা অলপ আঁতৰত চাপৰ ঠাই এটুকুৰাত তিনিগৰাকী মহিলাই আপোন মনে বহি পিয়াঁজৰ বাকলি গুচাই আছিল। সকলো আনন্দ, স্ফুৰ্তীত ব্যস্ত। কোনোবাই টেপ লগাইছে, কোনোবাই আইনা উলিয়াই চুলি-মুখ ঠিক কৰিছে, ৰাজেনহঁতে কেমেৰা চলাইছে, জেইদা বাইতি আৰু পূৰ্ণিমাবায়ে কাপোৰ ঠিক কৰিছে। জীৱন আৰু চলিহাৰ সতে কোনোবা কেইজনীমানে ফুৰিবলৈ যাবলৈ ওলাইছে। চাৰিওপিনে এটা ৰঙীণ পৰিবেশ। বনভোজৰ আনন্দ আৰু উচ্ছাসৰ সতে সকলোৱে নিজকে উটাই দিছে। আৰু তিনিগৰাকী মহিলাই পিয়াঁজৰ বাকলি গুচাই আছে। জেইদা বাইটিয়ে কথাটো মন কৰি আছিল। সহ্য কৰিব নোৱাৰি জেইদা বাইটিয়ে মাত দিলে।

: তোমালোক তিনিজনীক সেইবোৰ কৰিবলৈ কোনে কৈছিল? আমাৰ কাষলৈকে নাহা কিয়? আজিও কি পাকঘৰৰ কামবোৰকে কৰি থাকিবা নেকি?

: আমি ঠাকুৰ লৈ আহিছো - আপোনালোকে পিয়াঁজ-আলুবোৰ তেওঁলোকক দি ইয়ালৈ আহক।

জেইদা বাইটিয়ে টানকৈ কোৱাত ঠাকুৰ এজনে বস্তবোৰ লৈ গ'ল।

: মই চিনিকে পোৱা নাই? কোননো সেই তিনিগৰাকী?

: আমাৰ প্ৰায় লগৰে- এগৰাকীয়ে চাকৰি কৰে। তিনিওগৰাকী বিধৱা-বৰ দুখ লাগে। সেয়ে জোৰ কৰি লৈ আনিছো- কোনেনো লগ লয়? সেই নীলা শাৰী পিন্ধাগৰাকী কেলৈ গান যে গাইছিলে মহিবুৰ ৰহমানৰ পত্নী আৰু।

: মইটো ভবাই নাছিলো। আপোনালোক আমাৰ ইয়ালৈ আহক সেইবোৰ আৰু কি কৰি ফুৰিছে?

: আহা আমাৰ ইয়াতে বহাহি।

মহিলা তিনিগৰাকী শান্তভাৱে ওখ পাহাৰটোলৈ উঠি আহিল। শান্ত আৰু গম্ভীৰ মুখ। চকুত কৰুণতাৰ প্ৰকাশ। কাপোৰ মাৰ্জিত কিন্তু দামী। গহনা পিন্ধিছে মৰম লগা আৰু সাধাৰণ। তিনিও গৰাকী ধুনীয়া আৰু মৰম লগা। বয়স বেছি হোৱা নাই। লগত ল'ৰা-ছোৱালী অনা নাই।

: মই এওঁলোকক কৈছো - এনেকৈ থাকি একো লাভ নাই। তোমালোক পিক্‌নিকলৈ যাবই লাগিব। দেহত যেতিয়া প্ৰাণটো সোমাই আছে- অইনে কৰা সকলো কাম তোমালোকৰো কৰাৰ অধিকাৰ আছে। মানুহে যিহেতু একো কৰি দিব নোৱাৰে, তেনেস্থলত সকলো কথা ভাবি লাভ নাই।

জেইদাৰ কথা কেইটা শেষ হ'বলৈ নৌ পাওঁতেই ৰান্ধনীশালৰ পিনে দেখা গ'ল যে চাৰিজনমান পুৰুষে এটা টোপোলাত প্ৰকাণ্ড প্ৰকাণ্ড ৰৌ মাছৰ টুকুৰা ভাজি ভৰাইছে। আৰু এজনে সৰহকৈ পিয়াঁজ অলপ লৈছে। আৰু এজনে পাচি এটাৰ পৰা এটা পানীৰ জগ আৰু কেইটামান গিলাচ লৈছে।

: সেই কেইজনৰ আৰম্ভ হ'ব এতিয়া। খাব, নাচিব, কান্দিব আৰু বেজাৰ লগা কথা ক'ব। তাৰ পাছত মানুহে ক'ব- এই খোৱা মানুহৰ অন্তৰবোৰ বৰ ভাল। দেখিলেই মোৰ বুকু জ্বলি যায়।

: তুমিনো কি বকিছা ? কিন্তু তেওঁলোকে দেখো মাছ ভাজি টোপোলাত ভৰাইছে। মাছ ক'ৰ- ভোজৰ মাছ লৈছে নেকি ? কৰিব কি ?

: চিন্তা নকৰিব বাইদেউ - লগৰ যোগাৰ লগতে আনিব। এতিয়া ভব্য-গব্য হৈ হাবিৰ মাজত বহিবগৈ ঘূৰি আহোতে আদিম যুগৰ, অৰণ্যত থকা নঙঠাবোৰৰ দৰে উলতি আহিব।

: বুজিলো তেওঁলোকে বহি খাব। কিন্তু এইবোৰটো ইয়াত কৰিব নেলাগে। আমিওটো লগত আহিছো ?

: আপুনি আমিবোৰ আহিছো কি হ'ল পিছেন ?

: অসভ্যামীবোৰ কোনে সহিব ?

: আমি আজীৱন সহিলো- এতিয়া মুক্তি পালো। সেইবোৰ কথা কিন্তু মানুহে নকয়, নুশুনে। জীয়াই থাকোতে লাগে তেওঁলোকক এনে মানুহৰ সঙ্গ, মৰাৰ পাছত প্ৰসংশা, খোচনাম।

: পুৰুষ কেইজন কোন হয় ? আমিটো সকলোকে চিনি নেপাওঁ।

: এই এটাইকেইজন আমাৰ এওঁলোকৰ বন্ধু আছিল। বিভিন্ন অফিচত কাম কৰে। বিহু, পূজা, উৰুকা, দিৱস, নতুন বছৰ, কাৰোবাৰ প্ৰমোশ্যন, পিক্‌নিক, বিয়া ক'তো নেৰে। গান- বাজনা-নাটকৰ কথা বাৰু বাদেই দিছো। নিগিলিলে গান গাবই নোৱাৰে।

: আমাৰ জন আছিল মহান গায়ক। আমাক লগত কোনো দিনে নিনিলে। গীতৰ সভাত, ষ্টেজত, বিহুত, অনুষ্ঠানত তেওঁ গান গাইছিল, ঢোল-তাবলা বজাইছিল। আৰু ৰাতি ঘৰলৈ আহি মোৰ সমুখত অশ্ৰাব্য গালি-গালাজৰ গীত গাই, মোৰ দেহটোৰ ওপৰত, গালত, বুকুত, পিঠিত কাহাঁৰ বা, দাদৰা, খেমতা বজাই। এই কেইজনে তেওঁক সদাই লৈ যায়- বিখ্যাত বন্ধু- একেলগে ৰিহাৰচেল কৰে। আৰু ৰাতি ৰিক্সা বা অট'ৰে ঘৰত পেলাই যায়হি।

: আমাৰ জনৰ প্ৰেচাৰ আছিল। ডাক্তৰে বহুবাৰ মনা কৰিছিল। অফিচৰ পৰা ওলাই যাব সংসাৰখনৰ কাম আছে বুলি কৈ। সকলো কাম সুকলমে সমাধা কৰি আহি তাৰ পাছত ঘৰৰ কামবোৰত হাত দিয়েহি। কামবোৰ হৈছে- মোক গালি পৰা, মৰা, ল'ৰা-ছোৱালী হালৰ কিতাপ ফলা, মুখত গোৰ মৰা, বস্তু দলিউৱা, মুখত অবাইচ মাত মতা আৰু শেষত বমী কৰি ঘৰখন লেতেৰা কৰা।

: আমাৰ জনে মগজুৰ কচৰতৰ বাবে, বুদ্ধি চোকা হ'ব বুলি কৈ কেৱল ব্ৰীজহে খেলিবলৈ যায় বোলে। ঘূৰি যেতিয়া ঘৰ সোমাই তেতিয়া মোৰ গহনাত হাত দিয়ে, ল'ৰাইতৰ টেপৰেকৰ্ডাৰটোত হাত দিয়ে। তেতিয়া মোক সংসাৰখনৰ পুৰুষবোৰৰ পত্নীসাজে মই, বাৰাঙ্গনা হৈ পৰো, দেহোপজীৱিনী হৈ পৰো, মোক ঘৰৰ পৰা চুলিত ধৰি উলিয়াই দিয়ে। ল'ৰা- ছোৱালীবোৰে সেইবোৰ দেখে।

: আপোনালোকে কি কৰি আছিল ?

: আমি সহি আছিলো।

: কিয় সহি আছিল ? ক'তো একো নকৰিলে ?

: আমি মুক্তিৰ অপেক্ষাত আছিলো। আমি জানিছিলো তেওঁলোক আৰু বেছিদিন বাচি নেথাকিব। বন্ধুবোৰেই তেওঁলোকক মাৰিব।

: তাতোকৈ আৰু বেছি কি কৰিব ? মাইতৰ ঘৰত আমাক কোনে খুৱাব? আমাৰটো চাকৰি নাই। ভাবিছিলো- হুলস্থুল কৰি, জেং চপাই লোৱাতকৈ এনেকৈ সহি থাকো - মৰিলেটো টকা কিছুমান পাম তাৰে দোকান- পোহাৰ, ব্যৱসাই কৰি নতুন জীৱন আৰম্ভ কৰিম। এতিয়া আমাৰ ভালেই।

: আমি সেইবোৰ কথা সিমান নেভাবো। স্বাভাৱিক মৃত্যু হোৱাহেঁতেন হয়তো আমি গোটেই জীৱনৰ বাবে দুখ পাই স্বামীজনকে সোঁৱৰি থাকিলো হয়। কিন্তু বৰবিহ সোপা গিলি ঘৰ- সংসাৰত জুই জ্বলাই শেষত মৃত্যুক সাৱতি লোৱাৰ বাবে আমি দায়ী নহও আৰু তাৰ দায়ীত্ব আমি বহন কৰিব নোৱাৰো।

: এই কেইজন যে দেখিছে তেওঁলোকৰো বেছি দিন নাই। তিৰুতা কেইগৰাকীৰ অৱস্থা আমাৰ দৰেই হ'ব। কোনেও এবাৰ নামত, স্বভাৱ পৰিবৰ্তন কৰাৰ নামত, সজ হোৱাৰ নামত, ল'ৰা-ছোৱালীৰ মুখলৈ চাই, সমাজৰ তাগীদাত, বন্ধুত্বৰ দাবীত, কৰ্তব্যৰ খাটিৰত এবাৰ কথাও কোৱা নাই বা আলোচনাত মিলিতও হোৱা নাই। সেইবোৰ কৰাপশ্যনক ব্যক্তিগত কথা

বুলি কয়- আনৰ ব্যক্তিগত কথাত সোমাব নেলাগে বুলি কয়, পাৰিবাৰিক সমস্যাত হাত দিব নেপাই বুলি কোৱা হয়। খাই-বৈ সমাজ আৰু মানুহৰ সভ্যতাক, শালিনতাবোধক, শৃঙ্খলক, বাঙ্কোনক তহিলং কৰে, এই কাৰ্য্যনো কৰবাত ব্যক্তিগত হৈ থাকিব পাৰেনে ?

: ঠিক আছে তেনে তেনেকৈয়ে চলি থাকক। সমাজত খোৱা মানুহ ৰূপেই জনাজাত হৈ থাকক, চিহ্নিত হৈ থাকক। সঁচা সঁচায়ে। কিন্তু, মৰাৰ পাছত, কনদলেঞ্চত প্ৰসংশা, তোষামোদ, গুণানুকীৰ্ত্তনত পঞ্চমুখ হৈ পৰাৰ অৰ্থ কি ? অকালত মৰিল বুলি, ওপৰৱালাক দোষ দি, নিয়তীৰ পৰিহাস বুলি কৈ বেৰ্জাৰ কৰি, নোহোৱা-নোপজা কথাৰ উত্থাপন কৰাৰ অৰ্থ কি ? চৰিত্ৰত, স্বভাৱত, সত্বা-অনুভূতিত নথকা কথা কিছুমানক সাজি পাৰি মহা-মানৱ বনোৱাৰ অৰ্থ কি ? মানুহ মৰাৰ পাছত মহামানৱ হৈ যায় নেকি ? জীয়াই থাকোতে ঘৰখনলৈ এন্ধাৰ নমাই অনা, ল'ৰা-ছোৱালীক জাৰজৰ দৰে দেখা, সুখৰ সংসাৰখনত জুই লগোৱা, ঘৰখনক বাঁহতল কৰা, অশ্ৰাব্য ককৰ্থনা, প্ৰহাৰেৰে পৰিবাৰসকলক নুন্যতম মানৱীয় অধিকাৰক খৰ্ব কৰা, তিতা-কেঁহা দিয়া- এই পুৰুষসকল মৰাৰ লগে লগে মহামানৱ হৈ পৰেনে ? শুনিছো- মৰাৰ পাছত বেয়া ক'ব নেপাই, ঠিক আছে বেয়া ক'ব নেলাগে- ভালটোকে কোৱা, মিছাটো কিয় ক'ব লাগে ? মিছাকৈ ক'লেই কি পাপবোৰ খণ্ডন হৈ যাব নেকি ? প্ৰায়চীত্ত হ'ব নেকি ? নে স্বৰ্গগামী হ'ব। চিঠিত যে লিখে - শোক সাগৰত পেলাই স্বৰ্গাগামী হ'ল- একেবাৰে মিছা কথা- কিছুমানৰ ক্ষেত্ৰত মুক্তিৰ উপকূলত পেলাই নৰকবাসী হ'ল- বুলিহে ক'ব লাগে। এইবোৰ আমাৰ চৰম ভণ্ডামী। আজীৱন আমি মদ খোৱাৰ বাবে ভুগিলো- আৰু মৰিলত এতিয়া তেওঁলোকহে ভাল হ'ল। আজি পিক্‌নিক খাবলৈ আহিছো সেইবোৰ আৰু বাদ দিও। সেই কেইজনক দেখিলেই আমাৰ অতীতটো ভাঁহি আহে।

: আজি তেনে চাম কিদৰে মদ খাই ?

আছুফিয়া একেকোবে তললৈ নামি গ'ল আৰু চকুৰ পচাৰতে সেই পুৰুষ কেইজনৰ কাষ পালেগৈ। পাছে পাছে নামি গ'ল জেইদা, নিৰদা, ৰীমা, নীতা, শিখা আৰু বিধবা তিনিগৰাকী। আছুফিয়াই ভীষণ সাহ পালে। পুৰুষ কেইজনে তেতিয়া এৰিষ্ট্ৰক্ৰেট এটা লৈ কোনোবা বাছি খোৱা এটুকুৰা ঠাইলৈ যাবলৈ সাজু হৈছিল। আছুফিয়াই উচ্চভাৱে মাত দিলে।

: এইটোৰ ভিতৰত মদ আছে নহয় ? আপোনালোকে মদ খাব নোৱাৰে।

: আপুনি কোন ?

: মই আপোনালোকৰে এজনী ভগ্নী পিক্‌নিকৰে সহযাত্রী। মোৰ নাম আছফিয়া।

: বাহ্ বেচ সাহস। লগত দেখো দল লৈ আহিছে ?

: আপোনাক আৰু বাকী কেইজনকো আমি ভালকৈ জানো। আমাৰ স্বামীসকলৰ একোজনকৈ ভাল প্রসংশক আছিল আপোনালোক। সেইটোপা খুৱাই, লগ লৈ লৈ অকালতে আমাৰ স্বামীসকলক আপোনালোকেই মাৰিলে। নিওতে বহু কথা কৈ ভালৰি লগাই কাম আছে বুলি লৈ যায় আৰু ৰাতি ঘৰত পেলাই থৈ যায়। আপোনালোককো তেনেকৈ ঘৰত পেলাই থৈ যায় কেতিয়াবা।

: আমাৰ কি অৱস্থা হয়, কেনেকৈ জীৱন অতিবাহিত কৰিছো সেইখিনি চাবলৈ আপোনালোকৰ সময় নাই। আমাৰ কিন্তু আপোনালোকৰ ঘৰৰ মানুহ কেইজনীৰ কি অৱস্থা হৈ আছে তাক চাবলৈ হ'লে সময় আছে। আমি সকলো খবৰ পাই থাকো। তেওঁলোকৰ অৱস্থা আমাতকৈ কোনো গুণে ভাল নহয়। সৌটো কাৰ ল'ৰা ? সৌদুজনী কাৰ ছোৱালী ? সিহঁতৰ আগতে মদ খাই অলপ পৰৰ পাছত আপোনালোকে মাতলামি কৰিব। আৰু আমি পিক্‌নিকৰ মানুহখিনিয়ে আপোনালোকক টেঙা খুৱাই, মূৰত পানী দি, বুকুত মালিচ কৰি বাছত উঠাই দিম ।

: আপোনালোকে আমাৰ স্বামীসকলৰ মৃত্যুৰ পাছত যেতিয়া অফিচবোৰত কনদলেঞ্চ হৈছিল তাত খুব বেজাৰেৰে, তললৈ মূৰ কৰি তেওঁলোকৰ কথাবোৰ তিলকে তাল কৰি এনেভাৱে প্রসংশা, খোছনাম কৰি চৰিত্রৰ গুণানুকীর্ত্তন কৰিছিল যেন সঁচাই তেওঁলোক এজন এজন অতি উত্তম পুৰুষ আছিল। আপোনালোকৰ কর্তব্য আছিল- যি জানে তাকে কওক, কিন্তু আপোনালোকে কৈছিল বহু ওপৰত। সদনামো কৰিব নেলাগে বদনামো কৰিব নেলাগে- যি জানে তাকে কোৱা উচিত আছিল। সেইবোৰ কৰিলে আমাৰ দুখৰ তেজবোৰ উতলি আহে। আমি দিন পাৰ কৰিছিলো চৰম দুখ, বেদনা, হতাশা, প্রহাৰ, গালিৰ মাজত আৰু আপোনালোকৰ কণ্ঠত তেওঁলোকৰ যশস্যা। কোনোবা দিনে এইবোৰ এৰিব লাগে বুলি কৈছিল নে ? নিজেই খাই আনক কিদৰে ক'ব? আপোনালোকৰ লগৰ ভাল, নোখোৱা সকলেও এদিনলৈ মদ এৰাৰ

সম্পৰ্কে এবাৰ মাতো মতা নাছিল।

: আমি এই কাৰণে আপোনালোকক খাবলৈ মনা কৰিছো যে ৰাতি ঘূৰি গৈ আপোনালোকে আমাৰ দৰে নাৰীসকলকেই পুনৰ অত্যাচাৰ কৰিব। কোনো ব্যক্তি, সংঘ, মানুহ যেতিয়া নোলাল- আমিয়ে ক'বলৈ বাধ্য হৈছো। সকলো ক্ষেত্ৰতে এইদৰে ৰাজহুৱাভাৱে মদ খাই নেথাকে- যদিও কোনো ক্ষেত্ৰতে এই মদ খাব নেলাগে। কিন্তু কথা হ'ল আপোনালোকৰো আৰু বেছি দিন নাই- আমি কিন্তু প্ৰসংশা কৰিবলৈ নাই, গায়ক আছিল বুলি ৰেডিঅ' যোগে গীতৰ শৰাই প্ৰচাৰ কৰাতো নাই। পৰিবাৰ সকলে সোনকালে কি কৰিলে অফিচৰ পইচা কেইটা পোৱা যাব তাৰ ব্যৱস্থাহে কৰিম। আপোনালোক মৰাৰ পাছত যে বাইদেউ কেইজনীয়ে মুক্তি লভিব, লাজৰ পৰা সাৰিব, মাৰ খোৱাৰ পৰা বাছিব সেই কথাটো ভাবিবলৈ আজি আহৰি নাই। ধিক আপোনালোকৰ ব্যক্তিত্ব- আপোনালোকৰ পুৰুষত্ব। যেনেকৈ যিটো কথা আমাৰ ক্ষেত্ৰত খাটিছে। মহিলাৰ অন্তৰত আপোনালোকৰ সিংহৰ দৰে ব্যক্তিত্ব, পুৰুষত্ব, মনুষ্যত্বখিনি ৰাখি যাওঁক- তেহে বাহাদুৰি বুলিকম। আপোনালোকৰ মৃত্যুটো আমাৰ মুক্তিৰ, আনন্দৰ কাৰণ কৰি নুতুলিব। অত্যন্ত লাজ পাওঁ আমি।

: সেয়ে কৈছো ৰাজহুৱাভাৱে এনেকৈ মদ নেখাব। কাৰণ অলপ পাছতেই আপোনালোকৰ অৱস্থা শোচনীয় হৈ যাব।

পুৰুষ কেইজনে দৈত্যৰ দৰে হাঃ হাঃ কৈ হাঁহিলে আৰু 'এৰিষ্ট্ৰকেট'টো হাতত লৈ হাবিখনৰ পিনে খোজ ললে। আছফিয়াই একেথৰে চাই থাকিল পুৰুষ কেইজন যোৱাৰ পিনে। জেইদা বাইতি আৰু ৰীমা-নীতাহঁতে আছফিয়াৰ হাতত ধৰি তাৰপৰা উভতি যাবলৈ বুলি ঘূৰুতেই দেখিলে - ইতিমধ্যে পিক্‌নিক খাবলৈ অহা সৰহ সংখ্যক মানুহে সিহঁতৰ কাষতে বৈ কথাবোৰ শুনি আছে।

: মাফ কৰিব আমি আহি ভুল কৰিলো। তেখেতসকলে মুকলিকৈ অকণো সংকোচ নকৰাকৈ মদ খাবলৈ গৈছে। সেয়ে আমি বাধা দিছিলো।

: ভালেই কৰিলে। এতিয়া আপোনালোক আহক। আৰু যি পাৰে পিক্‌নিকৰ পৰিবেশটো ৰক্ষা কৰকহি।

আছফিয়াহঁতে ঠাইডোখৰ এৰি গুচি আহিল।

তাৰ পাছত যেতিয়া সকলোৰে ভাগৰ লাগিছিল, যেতিয়া সকলোৰে ভোক লাগিছিল, যেতিয়া ভাত খাবৰ সময় হৈছিল তেতিয়া এটা দুটা কৰি সকলো মানুহ পুৰুষ-মহিলা গোট খাইছিলহি।

আছুকিয়াইত বৈ আছিল।

এটা সময়ত দেখিছিল বোকা আৰু পানীত লেটি লৈ, মুখত অবাইছ মাত মাটি, অসংবৃত কাপোৰ-কানীৰে নাচি-বাগি, গান গাই পুৰুষ কেইজন আহি ওলাইছিলহি।

তেতিয়া ভাতৰ পাতত পানী ঢালি আছুকিয়াইত উঠি আহিছিল।

তাৰ পাছত উভতি আহোতে বাহুৰ মানুহে কাণত সোপা দিছিল।

মালিগাঁৱৰ পৰা অহা চাতল ট্ৰেইনৰ এটা কোঠা। একোঠালি মানুহ। দুজনমাত্ৰ অচিনাকী যাত্ৰী ।

চামছুল জোনাবে বুজাবলৈ চেষ্টা কৰিলে যে যিমানেই খাবলৈ নোপোৱা চালচিগা ভিকহু, দাল দৰিদ্ৰ নহওক লাগিলে এনে ঘটনা পৃথিৱীত ঘটিবই নোৱাৰে। কথাটো আপোনালোকে চাবদেই- তাতে আৰু এখন ধৰ্মীয় সভা হৈ আছে। তাঁলৈ পীড়, মোল্লা, জোনাব আৰু বৰ বৰ পণ্ডিতসকল অহা-যোৱা কৰি আছে। তেওঁলোকে নিজ চকুৰে দেখিছে যে এগৰাকী মহিলাই তেওঁৰ মৃত সন্তান এটা কোলাত লৈ বাটৰ কাষত, আলিৰ দাঁতিত মানুহৰ বাবে বহি আছে। উদ্দেশ্য- কোনোবা এজনে মৃত সন্তানটোক কফনৰ কাপোৰ কেইহাতমান দিব। যেন পহাৰীয়ে বজাৰত শেষ গেলা বৰালীটো বিক্ৰী যাবৰ বাবে বৈ আছে। আমাৰ এটা কথা আছে যে - যেতিয়া কোনোবা মানুহ মৰে, যেতিয়া সেই মৃত্যুৰ বাতৰিটো ওলাই পৰে, এজন মানুহে হ'লেও শুনিব তেতিয়া তেওঁ সেই ঠাইত উপস্থিত হৈ মৃতকৰ বাবে যি পাৰে কৰাটো এক বিশেষ কৰ্তব্যৰ দৰে হৈ পৰে। ল'ৰাই হওক বা ছোৱালীয়েই হওক- শিশুৱেই হওক বা সকলেই হওক মানুহ মৰিলে প্ৰচাৰ হ'বই। যদি সেই মৃতকৰ ঘৰটো দহ-পোন্ধৰ মাইলৰ ওচৰে-পাজৰে এঘৰো মানুহ নঠকা ঠাইৰ দৰে হয় তেন্তে সুকীয়া কথা। কিন্তু গল্পটোত দেখুওৱা হৈছে যে আলিবাটেৰে মানুহ পাৰ হৈ গৈছে- অতে মানুহবোৰ মুছলমান- তাতে যোগ দিবলৈ গৈছে ধৰ্মীয় সভালৈ আৰু সেই মুছলমান মানুহবোৰে সেই কথা প্ৰত্যক্ষও কৰিছে। কোনো মুছলমানে এনে কৰ্পোৰ খবৰ নোলোৱাকৈ, নোসোধাকৈ পাৰ হৈ যাব নোৱাৰে- এইটো তেজত নোহোৱা কথা। গল্পটো ওপৰা-ওপৰিকৈ পঢ়িলে বৰ ভাল লাগিব। যি মৃতকৰ খবৰ মুছলমানে কৰিব নোৱাৰিলে, মহিলা গৰাকীক কফনৰ কাপোৰ এটুকুৰা দিব নোৱাৰিলে, সহায়ৰ হাত আগবঢ়াব নোৱাৰিলে, মুছলমানত্বখিনি ৰাখিব নোৱাৰিলে সেই কাম সমাধা কৰিলে বামু

নামৰ এঘৰে গাঁৱৰে দিন হাজিৰা কৰা গৰীব এজন হিন্দুৱে। মৃত সন্তানটোক সাৱটি ধৰি মহিলা গৰাকীও গধূলিলৈ মৰি থাকিল। ৰাতি হৈছে, ৰামুৱে দুই এপদ বস্তু আৰু লগতে অলপ বগা কাপোৰ লৈ ঘৰলৈ ঘূৰিছে। ৰামুৱে দেখিলে মহিলা এজনীয়ে সন্তান এটাক সাৱটি ধৰি মাটিত শুই আছে। তাৰ পাছত দেখিলে দুয়োটা প্ৰাণীয়ে মৰা। সি মোনাৰ পৰা কাপোৰ উলিয়াই মৃত প্ৰাণী দুটাৰ গাৰ ওপৰত দি দিলে। আস কেনে সাম্প্ৰদায়ীক সম্প্ৰীতিৰ নমুনা আৰু উদাহৰণ ? ৰামুৰ কাৰ্য্যই গল্পটোৰ সৌষ্ঠব বঢ়াইছে। এটা সস্তীয়া আৰু টুলুঙা জনপ্ৰিয়তা আদাই কৰিবৰ বাবে এনে এটা গল্প লিখা হ'ল- কিন্তু তাকে কৰিবলৈ যাওঁতে যে ইছলামৰ চলি থকা নিয়ম- কানুনক অপপ্ৰয়োগ কৰা হ'ল, কোৰাণ-হাদীছৰ নিৰ্দেশক উলঙ্ঘন কৰি দেখুউৱা হ'ল সেইটো ভাবি নেচালে। মানুহৰ অভাৱত, খবৰ নকৰাৰ দোষত, দেখিও নেদেখাৰ ভাও জুৰি জোনাব, মোল্লা, মৌলবীটো বাদেই যিকোনো সাধাৰণ মানুহ এজনেও মৃতকক উলাই কৰিব নোৱাৰে- কৰাৰ নজীৰ পৃথিবীত নাই। আনকি দহ মাইল আঁতৰৰ পৰা গৈ হ'লেও মৃতকক ৰখাৰ প্ৰথা অদ্যাপি গাওঁবোৰত চলি আছে। মানুহ থকা গাঁৱত, আলিৰে খোজ কাঢ়ি গৈ থকা অৱস্থাত, মানুহে কটাক্ষ কৰাৰ পাছত এনে ঘটনা কোনো পধ্যে ঘটিব নোৱাৰে। বানপানী হৈ থাকিব, ভূমিকম্প হৈ থাকিব, প্ৰাকৃতিক দুৰ্য্যোগ হৈ থাকিব, হৈ-হাঙ্গামা চলি থাকিব মানুহ মৰি থাকিব। বিশেষ পৰিস্থিতিত মৃতকক যেনে তেনে সৎকাৰ কৰিব পাৰে, হাজাৰ মৃতকক এটা গাঁতত বা এখন বৃহৎ চীতাত তুলি একেলগে কবৰ বা খৰি দিব পাৰে কিন্তু অৱহেলিত হৈ পৰি থাকিব নোৱাৰে- গোন্ধাবলৈ দিব নোৱাৰে- হাড়ত বন গজিবলৈ নিদিয়ে। নৈ, নৰ্মদা, হাবিত পৰি থকা, হত্যা কৰা মৰাশৰ কথা বাৰু বাদ দিছো। তাতো গম পালে- জহি-পমি গেলি গৈছে বুলি কোনেও এৰি নিদিয়ে- অন্ততঃ শয়ে সৎকাৰৰ মুখ দেখিবই। বিশাল মৰুভূমিত এটা মানুহ অকলে মৰি থাকিল- সেইটো বেলেগ কথা। তিনিশ বছৰৰ পাছত যদি কোনোবাই এই গল্পটো পঢ়ে তেন্তে এখন সুন্দৰ ছবি দেখা পাব সাম্প্ৰদায়ীক সংহতিৰ। কিন্তু এই কথাও জানি যাব যে সেই সময়ত মুছলমানে মুছলমানৰ বাবে কৰিব লগা যি কৰ্তব্য আছিল, যি কৰণীয় আছিল সেইখিনি একেবাৰে ঘিণলগা আৰু দৰাচলতে কোনো কৰ্তব্যবোধেই নাছিল। ইছলামৰ কোনো নীতি-নিয়মৰ বাবে সচেতন নাছিল। এনে এটা অবাস্তৱ গল্পৰ বাবে আমি কিয় নিজকে অপৰাধী সাজিম ?

কিয় আমি গাত দোষৰ চেকা লগাম ? এনে কথা ক'তো ঘটা নাই। আনকি এজন জিলা ন্যায়াধীশেও জোৰেৰে এনে মন্তব্য কৰিছিল।

: আপোনাৰ হানি হৈছে ক'ত ? দাই-দোষ লাগিল ক'ত ? কিনো বৰ বেয়া কথাটো হ'ল ?

: মোৰ ক'তো হানি নহয়, হানি হ'ব আপোনালোকৰ। কাৰণ যিটো ধৰ্মত এটা শুদ্ধ নিয়ম আছে, কৰ্তব্যৰ প্ৰতি তাগিদা আছে, নিৰ্দেশ আছে, যি সময়ত এখন কফনৰ কাপোৰৰ অভাৱত কোনো মোৰদাক এইদৰে বাটৰ কাষত মানুহে দিয়াৰ আশাত গেলা মাছ ৰখাদি ৰখি থকাৰ উদাহৰণ নাই তেনেস্থলত এনে এটা লিখনিকে আপোনালোকে বিশ্বাস কৰাতো বা এনে ঘটনা হ'ব পাৰে বুলি ধাৰণা কৰাতো এটা হানিকৰ কথা। এদিন আপোনালোকেই এনে কৰুণতম, অমানৱীয়, নিৰ্দয় নিয়মৰ বাবে গৰিহণা দিব আৰু সংস্কাৰ বিচাৰিব আৰু তেতিয়াই সমাজত আকৌ নতুন কথাৰ ওপৰত বিতৰ্কৰ সৃষ্টি হ'ব, বাদানুবাদ হ'ব আৰু ধৰ্মৰ ওপৰত গালিৰ বৰষুণ পৰিব। গতিকে এনেকৈ আমাৰ মুছলমান লিখকসকলেই এনেকুৱা গল্প লিখিব নেলাগে। জানিয়ে হওক বা নেজানিয়ে হওক আমাৰ মুছলমান লিখকসকলৰ পৰাই বিতৰ্কৰ সৃষ্টি হৈছে। অহা কালিৰ পৰা আকৌ কোনোবাই কফনৰ কাপোৰৰ ওপৰত এদৰা লিখিব তাকে লৈ আকৌ দুমুহাৰ সৃষ্টি হ'ব। আমাৰ উদ্দেশ্য- যিসমূহৰ ওপৰত ইতিমধ্যে আপোনালোকে ভুল ধাৰণা ললে সেইসমূহক আঁতৰ কৰা। কিন্তু, দেখিছো নতুন নতুন কথা ওলাবহে লাগিছে। গতিকে কিছুমান কথাত যে দোষ আমাৰ আছে তাত কোনো সন্দেহ নাই।

চামছুল জোনাবে কাকো বুজাব নোৱাৰিলে। ৰেলৰ পৰা নামোতে কোনেও চামছুল জোনাবক মাত এষাৰ নিদিলে। তেওঁ ভাবি নেপালে যে কিয় মানুহৰ ভুল ধাৰণা এটা ভাঙি দিব খুজিলে, অবান্তৰ কথা এটাৰ ওপৰত নম্ৰভাৱে ব্যাখ্যা কৰি দিলে মানুহে বেয়া পাই যায় ? তেওঁ ৰেলৰ পৰা নিৰৱে নামি ঘৰৰ পিনে খোজ লৈছিল।

আছিকুল কাদীৰৰ লগৰে বন্ধু এজনৰ ঘৰত নাম গোৱা পাতিছিল। দেৰিকৈ অলপ অগা- পিছাকৈ কাদীৰ আৰু চামছুল দুয়োজনে ওলালগৈ। ফুকন ডাঙৰীয়াই দুয়োজনকে বৰ আঠে-বেথে নি অপ্যায়ীত কৰালে। চামছুল আৰু ফুকনে একেলগে পঢ়িছিল। কিছুপৰৰ পাছত আৰু কেইজনমান আহি ওলাল। খোৱা-বোৱাৰ পাছত ৰভাতলত ৰগৰৰ অনুষ্ঠান, কথা-বতৰা। এজনে

চামছুলক জোকালে।

: হেৰা তোমালোকে বৰ ফটোৱা জাবি কৰি আছাহে ? ফটোৱা জাবি কৰাৰ কোৰ বৰ বেছি হৈছে।

: তোমালোকৰতো সাহসেই নাই ! বহুতে বহুত কৰিলে সাৰ পালা জানো ? সৌ সিদিনা - এজনে শঙ্কৰদেৱক নাস্তিক বুলি কৈ দিলে। কওঁ, তোমাৰ ককায়েৰ বোলে নামঘৰীয়া ? তুমিও বোলে সত্ৰীয়া সংস্কৃতিৰ ওপৰত কিবা লিখিছা। তোমালোকে বেছ হজম কৰিব পাৰা। আমি আক নোৱাৰো ?

: মোকো ইমান কথা শুনালানে ? আমি সহিব পাৰো বুজিছা। কোনোবাই কিবা এটা ক'লেই গোটেই পৃথিবীৰ মানুহ দাং খাই নুঠে। তোমালোককহে দেখিছো আক। সঁচা কথা এটা ক'বই নোৱাৰি।

: তোমালোক দাং খাই উঠিব নোৱাৰা নহয়। এটিয়ে পূজা কৰা, এটিয়ে নাম গোৱা, কোনোবা এজন বৈষ্ণৱী, কোনোবাই দূৰ্গাক, কোনোবাই কালীক - তোমালোকৰ শিবিৰ বহু হ'ল নহয় ? ভুল নুবুজিবা আক দেই? মই সেইসমূহক বেয়া বুলি কোৱা নাই বা ভুল বুলিও কোৱা নাই। তোমালোকেও একেজন ভগবানকে বিচৰা। কিন্তু, তোমালোকৰ আদৰ্শ, নিয়ম- প্ৰথা, পদ্ধতি, তৰিকা বেলেগ বেলেগ। সেইসমূহক ভুল বা বেয়া বুলি মই ক'ব খোজা নাই। প্ৰত্যেকৰে ধৰ্মৰ আচাৰ-ব্যৱহাৰ সুকীয়া। এনে হোৱাৰ ফলত প্ৰত্যেকে নিজৰ কৰ্মবোৰৰ সতেহে জড়িত হৈ থাকে। আনৰ শিবিৰত কি হৈছে বা কি ঘটিছে সেইসমূহলৈ চকু দিবৰ বাবে কাৰো সময় নাই। এতিয়া চোৱা কোনোবাই শঙ্কৰদেৱক নাস্তিক বুলি কৈছে। তাৰবাবে দূৰ্গা পূজা কৰাজনে বিশেষভাবে মতাৰ বা মতামত দিয়াৰ কোনো প্ৰয়োজন নাই বুলি ভাৱে, কোনোবাই দূৰ্গা পূজাৰ ওপৰত কিবা কটু মন্তব্য দিছে ধৰি ললো। তাৰবাবে বৈষ্ণৱীজনে বিশেষ নেভাৱে বা তেওঁৰ গাত নেলাগে। এইদৰে যদি আমি আগবাঢ়ি যাওঁ তেন্তে দেখা পাম যে বিভিন্ন শিবিৰ হোৱাৰ বাবে এটা শিবিৰৰ আক্ৰমণত আন এটা শিবিৰে একো নেমাতে বা কোনোবা এজনে কিবা ক'লে বুলিয়ে সমগ্ৰ মানুহে জাতুৰ খাই উঠাৰ কাৰণটো অতি কম। আক এইদৰে কথাবোৰ থাকি যায়। কিন্তু আমাৰ আক সেইটো নহয়। আমাৰ ধৰ্মটোত ভাগ ভাগ হোৱাৰ কোনো সুবিধা নাই। এডাল তাঁৰৰ তাৰ আগটোত যদি বিজুলীক প্ৰবাহিত হ'বৰ বাবে দিয়া হয় তেন্তে সি বিমান হাজাৰ মাইল জোৱা দীৰ্ঘতাই সামৰি নলওক লাগিলে সিটো মূৰ পাবগৈয়েই। মাজত আক ক'তো বৈ নেথাকে।

ঠিক ইছলামৰ কথাটোও তেনেকুৱাহে। এঠাইত কোনোবাই কিবা এটা বেয়াকৈ ক'লেই ই গোটেই বিশ্বৰ লোকৰ মন আকৰ্ষণ কৰিব। কোনেও নোকোৱাকৈ ৰৈ থাকিব নোৱাৰে। যদি কথাটো বেয়া হয় তেনেহ'লে আৰু ৰক্ষা নাই। কাৰণ বিশ্বব্যাপি আমাৰ ধৰ্মৰ সকলো কথা একেই। তাত শিবিৰ হোৱাৰ স্থান নাই। সকলোৱে এটাই পালন কৰে। তুমি এটা বাক্য উচ্চাৰণ কৰিছা যে সঁচা কথা এটা ক'বই নোৱাৰি। কথাবোৰ তুমি তেনে সঁচা বুলি ধৰি লৈছা নেকি? তোমাৰ বা লাখ মানুহৰ ধাৰণাবোৰ যে সঁচা নহয় তাৰ বাবেহে আমাৰ ৰাইজে একেলগে মাত মাতি আছে।

: সপোনহে দেখিছিল। সপোনত দেখা কথাৰ ওপৰত তোমালোকে কিয় ইমান গুৰুত্ব দিয়া? তেওঁ সপোনত আল্লাক শো-শৰীৰে দেখাৰ কথা কৈছে - সপোনৰ কথাবোৰটো সঁচা হ'ব নোৱাৰে। তাৰবাবে তোমালোকে একেবাৰে ফটোৱা জাৰি কৰি তেওঁক অপদস্থ কৰি তুলিছা?

: তুমি একেবাৰে সঁচা কথা কৈছা। তোমাক মই এটা কথা সোঁৱৰাই দিব খুজিছো। আমি চাকৰিত থকা দিনৰ কথা। তোমাৰ যে এটা ঘটনা হৈছিল মনত আছে? সেই ঘটনাটোৰ সতে মিল আছে। আমি যে হোটেল 'জিৰণী'ত চাহ খাই আছিলো ৰাতি। তুমিয়ে কৈছিলা যে - যোৱা ৰাতি সপোনত তোমাৰ সতে তোমাৰ বিয়া হোৱা দেখিছে। মা বৰ ধুনীয়া আছিল আদি। সপোনত যি কোনো কথা দেখাৰ কোনো বাধা নাই- সকলোৱে যিকোনো ধৰণৰ সপোন দেখিব পাৰে। তেতিয়া সেই সপোনটো দেখাৰ পাছত তুমি কিতাপ লিখি, জাননী জাৰী কৰি এনে কথা প্ৰকাশ কৰিছিলা নেকি যে যিহেতু তুমি তেনে এটা সপোন দেখিছা- গতিকে তুমি তোমাৰ সতে তোমাৰ মাৰ বিয়া হোৱাটো কামনা কৰা- বা তুমি ৰাইজক জনাই দিছা যে তুমি তোমাৰ মাক বিয়া কৰাব খোজা? তুমি তেতিয়া দুখ কৰিছিলা, বেয়া পাইছিলা, ক্ষুণ্ণ হৈছিলা, পাপবোধৰ বাবে তুমি সংকিত হৈ পৰিছিলা। আমিও তেতিয়া তোমাক শান্ত্বনা দিছিলো - আৰু কথাটো এটা তুচ্ছ কথা বুলি এৰি দিবলৈ কৈছিলো। ঠিক এই কথাটোও তেনেকুৱা। তেওঁ সপোনত আল্লাৰ সান্নিধ্যলৈ আহি আল্লাক দেখাৰ কথা কৈছে এক যুৱকৰ ৰূপত। কিবা কাৰণত তেওঁ যেনিবা সেই সপোন দেখিলে। তেওঁ কথাটো স্বাভাৱিকভাৱে লৈ এৰি দিব লাগিছিল। তেওঁ তাৰবাবে দুখ প্ৰকাশ কৰি আল্লাকে ক'ব লাগিছিল যে হে আল্লা তুমি মোক কিয় এনে সপোন দেখুৱালা? তোমাক স্বয়ং পয়গম্বৰ

জনাই আৰু আন দেৱদূত সকলেও দেখা নাছিল। তেনেস্থলত মোক শইটানৰ হতুৱা এনে এক দুঃস্বপ্ন কিয় গোচৰ ক্ৰৱালা ? কাৰণ ইয়াৰ সতে আকাৰবাদ, নিৰাকাৰবাদৰ কথা জড়িত হৈ আছে। কিন্তু, সেইবোৰ তেওঁ একো নকৰি বৰং কিতাপ প্ৰকাশ কৰি তেওঁৰ মাহাত্ম্য প্ৰকাশ কৰাতহে তৎপৰ হৈ উঠিল। আল্লাক শো-শৰীৰে যুৱকৰ ৰূপত সপোনত সাক্ষাত কৰাৰ কথা, সঁচা হ'লেও, তাক বেকত কৰাটো কিমান বেয়া কথা হৈছে তাক নিৰাকাৰবাদক বিশ্বাস কৰা জনেহে বুজিব পাৰিব। এই বিষয়ে মই এটা শাৰীও পঢ়া নাই। কিন্তু আলোচনী আৰু প্ৰচাৰ প[illegible]হত এই কথাবোৰ ওলোৱাৰ বাবেহে আৰু তুমি কোৱাৰ বাবেহে কৈছো [illegible]ৰা, কালিলৈ সেই ব্যক্তিজনে কাৰোবাৰ আগত আল্লাৰ ৰূপ বৰ্ণনা কৰি[illegible] আৰু কোনোবা এদিনাখন কোনোবা এজনে আল্লাক সাজিব, মূৰ্ত্তী বনাব বা আঁকিবলৈ চেষ্টা কৰিব আৰু লগে লগে কঁপি উঠিব আকাৰবাদ নিৰাকাৰ বাদৰ তত্বৰ ভেঁটি, সমগ্ৰ আধাৰ। আকৌ যুদ্ধৰ, এখন সমৰৰ আৰম্ভণি হ'ব। গতিকে এনেবোৰ ব্যক্তি মুছলমান সম্প্ৰদায়ৰ সত্বেও এনে কথা কৈছে। গতিকে দোষটো আমাৰে নহয়নে? আৰু এই বাবেই আমাৰ লোকে সেইসমূহ বন্ধ হবৰ কাৰণে ফটোৱা জাৰি কৰি এই প্ৰচাৰসমূহ বন্ধ কৰিব বিচাৰে।

: কথাটো তুমি ঠিকেই কৈছা যেন লাগে। ময়ো ধেমালিহে কৰিছিলো। তোমাৰ কথাই ওলাই গ'ল। নিৰাকাৰবাদৰ কথা এটা যে সোমাই আছে সেইটো ঠিক। পাছলৈ মানুহে আৰু চল পাব।

ৰভাতলত কাষৰ চকী এখনত সুন্দৰ দাড়িৰ, বৈপৰা চেলাউৰীৰে কৰ্মঠ ডেকা এজন বহি আছিল। ডেকাজনে ওঠৰ ভিতৰতে হাঁহি এটা মাৰিলে আৰু পৰম বিশ্বাসেৰে ক'লে।

: আপোনালোকৰ কথা শুনি মই বহু কথাই ভাবি আছো। চিনাকি নাই যদিও মই এটা কথা ক'ব বিচাৰিছো- মই কিন্তু এই কাণ্ডৰ বাবে খুব ভাল পাইছো। তেওঁৰ ভক্ত আৰু মুৰিদ হাজাৰ আৰু লাখৰ ঘৰত। তেওঁক এচাম মানুহে শ্ৰদ্ধা, ভক্তি, আদৰ আৰু সমৰ্থনত এনে এটা সীমা অতিক্ৰম কৰিছে যে তেওঁক একপ্ৰকাৰে পূজা কৰাৰ দৰে লাগি গৈছে। আল্লাৰ মাজেজা আৰু কেৰামতালীৰ বিষয়ে কোনেও একো নেজানে। মানুহে মানুহক ভাল পাব লাগে খুবেই ভাল পাব লাগে- কিন্তু ই যদি ব্যক্তি পূজালৈ গুচি যায় তেন্তে তাৰ ফলে বিপৰীত ৰূপ ধাৰণ কৰিব পাৰে। তেওঁক পূজা কৰাৰ

জৰিয়তে, তেওঁক ভাল পাবলৈ গৈ, ভক্তি কৰিবলৈ গৈ যদি আল্লাই ভাল পোৱা কামবোৰ কৰিবলৈ পাহৰি যায়, যদি সময় নেথাকে তেন্তে তাৰ পৰা কোনো লাভত নাহিব। আল্লাৰ দলিলত মানুহে মানুহক এনেভাৱে ভাল পাবলৈ কোৱা নাই যি ভালপোৱাৰ অন্তৰালত স্বয় খোদাকে সন্তুষ্টি কৰাৰ আৰু খোদায়ে কোৱা কামসমূহক অৱহেলা কৰাৰ মানসিকতাই গঢ় লৈ উঠে। এই ধৰ্মীয় লোকসকলৰ মাজতে আজি একতা নোহোৱা হৈছে। এজনে এটা ক'ব আন এজনে এটা ক'ব। এক হৈ থকাৰ তত্ব প্ৰকাশ কৰাৰ এই ধৰ্মটোৰ মানুহৰ মাজতে আজি একতা নোহোৱাৰ দৰে হৈছে। গতিকে এই ব্যক্তিবাদ, ব্যক্তিপূজাৰ অৱসান ঘটনাবৰ বাবেই কিজানি খোদায়ে তেনে এটা সপোন দেখুৱাই দি তেওঁৰ মুখেৰেই এইবোৰ কথা কোৱাই মানুহক আল্লাৰ খাচ কামৰ বাবে সোঁৱৰাই নিমন্ত্ৰণ কৰিছে তাক নহয় বুলি জানো ক'ব পাৰিব? ইছলামৰ দলিল কোৰাণহে মানুহ নহয়। তেওঁ যিয়ে নকওক, যিয়ে নকৰক, ধৰ্মৰ আকৰ্ষণৰ পৰা, কৰ্তব্যৰ পৰা ফালৰি কাটি মানুহৰ ব্যক্তিত্বৰ প্ৰতি মোহাচ্ছন্ন হৈ সাধ্যানুসৰী আল্লাৰ কাম নকৰাটো কিছু চিন্তনিয় বিষয়। গতিকে মানুহে বুজক যে তেওঁতকৈ বা তেওঁৰ উৰ্দ্ধত আৰু এটা মহাশক্তি আছে- তেওঁকহে এই সন্মান দিয়া উচিত। তেওঁৰ নিৰ্দেশবোৰহে বেছি মানি চলা উচিত। তেওঁতো আল্লাৰ কামবোৰকে কৰিবলৈ কৈ আছে- কিন্তু, মানুহে কৰিছে জানো? নহ'লে এই জোনাব মৌলবীসকলৰ এটা অভিযোগ শুনা নগ'ল হয়- যে মানুহে আল্লাৰ কাম নকৰে - নকৰা হ'ল। আমিও পঢ়া নাই শুনি-মেলিহে এই কথা কৈছো।

: তোমাৰ কথা কেইটা ভাল লাগিল। ডেকা ল'ৰাই এনেবোৰ কথা ভবা দৰকাৰ। সদাই এটা কথা মনত ৰাখিবা যে কিবা এটা উদ্দেশ্য নথকাকৈ খোদায়ে এনে কাম নকৰাই। এনে গৰ্হিত কাম মুছলমানৰ বাহিৰে কোনো কৰা নাই আৰু আনেও কৰা নাই। আনে এনে কাম সততে নকৰে মুছলমানে কৰাৰ পাছতহে কৰে। গতিকে এইবোৰ আল্লাৰে কিবা হুকুম যেন লাগে।

ৰাতি হৈ আহিছিল। নাম গোৱা অনুষ্ঠান খাই মানুহ ঘৰলৈ ওভতিছিল। কাদীৰ আৰু চামছুলো ঘৰমুৱা হৈছিল। বাটত ৰাতি মানুহ নাছিল। দুয়োজনে কথা পাতিছিল।

: মানুহে ভাল নেপাই বাবে সকলো কথা কোৱাৰ দৰকাৰো নাই। সিফালে বহিয়ে আছিল- কেইজনমানে বৰ টান পাইছে।

: সঁচা কথাবোৰ কোনো দিনে বুজিবলৈ চেষ্টা নকৰিলে, আগ্ৰহেৰে শুনিবলৈও নিশিকিলে। বহুতে উচ্চিষ্ট হেন জ্ঞান কৰে এইবোৰ কথাত। সকলো ধৰ্মৰে স্বাস্থ্য ভাল, কৰ্মক্ষম আৰু তেজাল। বীজাণুসিক্ত মন, অপৰিপাতি পৰিবেশ, অখাদ্য বস্তু ভক্ষণ কৰা মানুহেহে ধৰ্মক অস্বাস্থ্যকৰ কৰি তোলে।

: ডেকাজনে ঠিকেই কৈছে- এক প্ৰকাৰে। কিন্তু, সেইটোৱেই একমাত্ৰ গ্ৰহণযোগ্য ব্যাখ্যা হ'ব নোৱাৰিব। আল্লায়ে মানুহক বহু প্ৰকাৰে ভাল কৰিব পাৰিব। কিন্তু ফাণ্ডামেন্টেল কনচেপশ্যনক ধ্বংস কৰি তেনে কাম নকৰাব। এচাম মানুহৰ্ক চকু মুকলি কৰি দিবলৈ বহু পথ আছে। কিন্তু নিৰাকাৰবাদৰ ওপৰত আমাৰ যিটো অগাধ বিশ্বাস আছে তাক মষিমূৰ কৰি কোনো আন কথাৰ অৱতাৰণা কৰা নহ'ব।

: আমি ভৱিষ্যতৰ বাবে সাৱধান হ'বৰ হ'ল। নেজানো আৰু কোনো কি ক'বলৈ বৈ আছে।

এটা সময়ত কাদীৰ আৰু চামছুল এৰাএৰি হৈছিল।

আৰু এটা লিখা ওলাইছিল।

তাত এই বুলি লিখা হৈছিল - "ইছলামৰ মূল নীতিনো কি? প্ৰধান নিৰ্দেশনো কি ? তাৰ এটা স্পষ্ট দ্ব্যৰ্থহীন উত্তৰ থকা হ'লে পৃথিৱীত হানাফি, হানবালিকে ধৰি চাৰিবিধ 'ছৰিয়ট' বিধান নোলালহেঁতেন। - - - " এই উক্তিৰ বাবে আছফিয়াই কাকো এৰি দিয়া নাছিল। আছফিয়াৰ দুখ লাগিছিল, খীঙৰ আহিছিল। কেনেকৈ মানুহে জনাব চলেৰে বা নজনাৰ চলেৰে এনে উক্তি প্ৰদান কৰিব পাৰিছিল। মানুহে কদৰ্য্যতাৰ বিপৰীতে, বেয়া কথাৰ বিৰুদ্ধেই, সমাজক ক্ষতি কৰিব পৰা অপপ্ৰচাৰৰ বাবেইতো দিনে দিনে যুদ্ধ কৰি আহিছে। ঘটনা আৰু উক্তিৰ মাজতো তেনে বিশেষ পাৰ্থক্য নাই। ঘটনা ঘটে উক্তিয়ে ঘটাই। দাহক আৰু দাহ্যৰ সম্পৰ্ক। পৰম বিশ্বাস আৰু আস্থাক বাৰে বাৰে, বহন সানি বিপৰ্য্যয়ৰ মাজলৈ ঠেলি দিয়াৰ কিয়েবা যুক্তি থাকিব পাৰে? এটি দুটিকৈ লাহে লাহে সকলো কথাতে হাত দিয়াৰ দুৰ্বাৰ আকাঙ্খাই এতিয়া গা কৰি উঠিছে। মাটিৰ সতে কোনোকালেই সম্পৰ্ক নথকাৰ বাবেই ৰঘুমলাবোৰে গছৰ জীৱনৰ বিষয়ে কোনোদিনে জানিবলৈ ইচ্ছা নকৰিলে। মাটিৰ সতে সহৃদয়তাৰে নিজক স্থাপন নকৰাৰ বাবেই হয়তো ৰঘুমলাই কোনো দিনে গছৰ বিষয়ে একো নেজানিলে। ইছলামৰ বিশ্বাস এক, ৰচুল এক। সমগ্ৰ পৃথিৱীৰ

মুছলমানে এক আল্লাহ, এক কোৰাণ, এক পয়গম্বৰ আৰু হাদীছক একচিত্তে বিশ্বাস কৰে। ইয়াত ভাগ ভাগ হোৱাৰ কোনো প্ৰশ্নই অদ্য পৰিমীত অহা নাই। চাফি, হানিফি, হাম্বেলী আৰু মালিকী নামৰ যি চাৰিটা ভাগৰ কথা কোৱা হৈছে- সেইটো হৈছে এটা Islamic School of Philosophy। খোৱা-বোৱা, নামাজ প্ৰাৰ্থনা কৰা, আৰু সামাজিক নিয়মসমূহত এজনে যেনেকৈ কৰে বা কৰি আছে আন এজনে আৰু তেনেকৈ নকৰে। অলপ বেলেগে কৰে। যেনে নামাজ-প্ৰাৰ্থনা কৰোতে কিছুমানে ঠিয় হৈ থাকোতে হাত দুখন পেটৰ নাইটোৰ ওপৰত ৰাখে- কিছুমানে বুকুৰ ওপৰত ৰাখে। এজনে অঙ্গী-ভঙ্গী যি পৰিমানৰ দিয়ে আন এজনে, হয়তো কম বা অলপ বেছিকৈ দিয়ে। কোনোবা এদলে বোৰ্খা প্ৰথাত বেছি জোৰ দিয়ে- কোনোবা এদলে নিদিয়ে। ঠিক এই ধৰণৰ কথাৰ পৰাই এই চাৰিটা অনুষ্ঠানৰ উৎপত্তি। তাক ছবিয়ত বুলি আখ্যা দিব নোৱাৰি। দেশ, কাল, পাত্ৰ ভেদে পদ্ধতিসমূহত কিছু তাৰতম্য ঘটে। কিন্তু জকাইচুকৰ নদাই ভদাইৰ পৰা আৰম্ভ কৰি পৃথিৱীৰ সকলো মুছলমানৰে বিশ্বাস, ভক্তি, আৰাধনা-দৰ্শন, কলিমাৰ ভেটি, বুনিয়াদ একেই। কোনেও অন্য নামেৰে, অন্য উচ্চাৰণেৰে বেলেগ বেলেগ শ্লোক নাওৰাই। গতিকে তাকে কেন্দ্ৰ কৰি আগ-পিছ নুবুলি মানুহে চিধাই এইসমূহৰ ওপৰত মন্তব্য কৰাৰ কোনো প্ৰয়োজন নাই। ভুল থাকিলে শুধৰাবৰ চেষ্টা কৰিব লাগে। শুদ্ধটোক ভুল বুলি কৈ তেনে লিখা-লিখিব নেলাগে। ইছলামৰ নিৰ্দেশনাৰ বিষয়ে সকলোৱে নজনাটো স্বাভাৱিক- কিন্তু সন্দেহৰ বশৱৰ্তী হৈ প্ৰশ্ন তোলা অনুচিত। এইক্ষেত্ৰত বাহিৰত কমিউনিজিমৰ চোলা পিন্ধা অৱসৰ প্ৰাপ্ত এজন বাস্তীৱৰেও হঠাত কৈ পেলাইছিল- যে "এতিয়াও আৰৱত মুছলমান ধৰ্মৰ লোকসকল বহু ভাগত বিভক্ত হৈ আছে"। কমিউনিজিমৰ সপক্ষে কথা কৈ, চলপালে ধৰ্মৰ সংস্কাৰ বিচৰা, ধৰ্মৰ পৰম্পৰা-লোকাচাৰৰ উৰ্দ্ধত থাকিব বিচৰা সেইজন ব্যক্তিয়েও এদিন নতুন ধুতি পিন্ধি, মুখত ভোৱোকাৰ দাড়ি লৈ তেওঁৰ দেউতাক ঢুকুৱাত মৃতকৰ সংকাৰ কৰিবৰ বাবে নিজকে সাজু কৰিছিল। এনে লোকক আমি প্ৰগতিবাদী বুলি আখ্যা দিও. আৰু এনে লোকৰ সমৰ্থকো বেছি।

অৱশেষত কাজিয়াখন বেছিকৈ লাগিল অন্য এখন সভাত।

যেতিয়া আছফিয়াই কৈছিল- উপযুক্ত দৰা নেপালে ছোৱালীক পঢ়ুৱাব লাগে, পঢ়াৰ ক্ষেত্ৰত ল'ৰাক যিদৰে অগ্ৰাধিকাৰ দিয়া হয় ছোৱালীকো দিয়া

উচিত। ছোৱালীয়ে যেনে তেনে এটা চাকৰি যোগাৰ কৰি লৈ স্বাৱলম্বী হোৱা উচিত। ছোৱালীয়ে তালাকৰ বিষয়ে বহলভাৱে জ্ঞান অৰ্জন কৰিব লাগে আৰু তালাকৰ বিষয়ে জানি শুনি মহিলায়েও যে তালাক দিব পাৰে এই বিষয়ে সচেতন হ'ব লাগে। নাৰীয়েও বাহিৰলৈ আহি দুই এটা অফিচিয়েল কাম শিকি লব লাগে, বিয়াৰ পাছত যদি কৰবাত চাকৰি পাই তেন্তে চাকৰি কৰিব লাগে, সপ্তাহত তিনিদিনমানকৈ অন্ততঃ নিজৰ স্বামীৰ সতে বাহিৰত ফুৰিব লাগে আৰু স্বামীৰ গতিবিধিবোৰৰ লক্ষ্য ৰাখিব লাগে। নিজৰ বাবে আচুতীয়াকৈ অলপ ধন সদাই ৰাখিব লাগে, চাকৰি কৰা পুৰুষে মাক-বাপেকৰ সেৱা-শুশ্রুষাৰ বাবে যিসকল পত্নীক সদাই ঘৰত ৰখাৰ ব্যৱস্থা কৰি নিজে চাকৰিৰ বাবে দূৰলৈ ওলাই গৈ স্থায়ীভাৱে থাকিব বিচাৰে সেইসকল পুৰুষক বুজাই দিব লাগে যে তেওঁলোকৰো এটা মন আছে আৰু এইদৰে সদাই শহুৰ শাহু আৰু মাটি- বাৰী ৰখাৰ নামত ঘৰতে পত্নীসকলক ৰাখিব নেলাগে। অলপ সুখৰ বাবে ঘৰত বনকৰা ছোৱালী ৰখাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব লাগে, মদাহী স্বামীৰ সতে সংসাৰ কৰিব নোৱাৰিলে মাজে মাজে ওচৰৰ বা কাষৰ আন লোকক সেই বিষয়ে অৱগত কৰাব লাগে, কেৱল অত্যাচাৰৰ বলী হোৱাৰ সম্ভাৱনাই দেখা দিলে স্বামীৰ সতে ভিতৰুৱা সম্বন্ধ পৰিহাৰ কৰিব লাগে। পূজা-অৰ্চনাৰ নামত স্বামীয়ে ঘণ্টা কি ঘণ্টা বেদীৰ মুখত বহি বাদ্যযন্ত্ৰ বজাই দেৱী আৰাধনা কৰি থাকিব আৰু পত্নীয়ে ঘৰৰ সকলো কাম কৰি থাকিব- তাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব লাগে। যিসকল পুৰুষে খুব বেছিকৈ আনৰ ঘৰত পতা সকামত দাৰাত আদি খাই ঘৰখনৰ আৰু ল'ৰা-ছোৱালীৰ কোনো খবৰ ৰাখিবলৈ সময় নেপাই, সেইসকল পুৰুষৰ বিপৰীতেও উপযুক্ত ব্যৱস্থা লবৰ বাবে নাৰীয়ে শিকিব লাগে। পুৰুষে পুৰুষ বুলি কিছুমান উপৰুৱা সুবিধা লৈ আছে সেইবোৰো নাৰীয়ে চাব লাগিব আৰু দৰকাৰ পৰিলে এই বিষয়ে প্ৰশ্ন তোলাৰ নৈতিক অধিকাৰ প্ৰদান কৰিব লাগিব আৰু নাৰীয়েই এইক্ষেত্ৰত জোৰ দিব লাগিব। আজিকালি পিয়াৰলেচ, ইউনিষ্ট্ৰাষ্ট আৰু বহু তেনে ধৰণৰ এজেন্সী ওলাইছে। সেইবোৰতো নাৰীয়ে মনোনিবেশ কৰিব লাগিব। সুপৰিকল্পিতভাৱে ঘৰখনৰ কোনো বেমেজালি নঘটোৱাকৈ। এই কাৰ্য্যবোৰে দেখিকৈ হ'লেও নাৰী গৰাকীৰ হাতলৈ কিছু ধন আনি দিয়ে আৰু তাৰে তেওঁ আপোন খুচীমতে এখন শাৰী, এখন কিতাপ, ল'ৰা- ছোৱালীক দুটা চোলা, কাৰোবাক কেইটকামান ধাৰ আদিৰ দৰে কাম স্বাধীনভাৱে কৰিব

পাৰে। নিজৰ চখ মিটাব পাৰে। সতি-সন্ততি নহ'লে যি কাৰণৰ বাবে এগৰাকী নিৰপৰাধী নাৰীয়ে আজীৱন কটু কথা শুনিব লগাত পৰে তেনে নাৰীয়ে নিজেই আগভাগ লৈ নিজৰ লগতে স্বামীকো পৰীক্ষা কৰাই প্ৰকৃত কাৰণটো উদ্ভাৱন কৰি নিচুৰিয়া হ'বলৈ শিকক। স্বামী যদি বিবেকবান হয় তেন্তে কোনো কথা নাই- যদি অত্যাচাৰী হয় তেন্তে ঘৰ এৰাৰ মানসীকতা অৰ্জন কৰক। এই সকলোবোৰৰ এক সুনিয়ন্ত্ৰীত ব্যৱস্থাক জীপাল কৰি তুলিবলৈ হ'লে নাৰীয়ে জনা-বুজা, জ্ঞানী, দূৰদৰ্শী, বিবেকবান পুৰুষৰ সহাই লৈ এটা পঞ্জীয়নভুক্ত অনুষ্ঠান খোলক- প্ৰশাসনীয় কাৰখানাৰ সতে সম্পৰ্ক স্থাপন কৰক, এম, এল, এ, মন্ত্ৰীক লৈ, উকীল, বিচাৰপতি আৰু কেইজনমান সৎ পৃষ্ঠপোষকলৈ সাৱধানে, লাহে লাহে, পৰীক্ষা -নিৰিক্ষা কৰি এই বিষয়ে গৱেষণাৰ মাজেদি এটা "গোট" খুলিবলৈ যত্ন কৰক। কিন্তু সেইবোৰ কৰাৰ আগতে নাৰীয়েই কিছুমান কাম আগে নিজে বন্ধ কৰিব লাগিব - যিবোৰ তেওঁলোকে কৰি আছে। নিজৰ ল'ৰা-ছোৱালীয়ে আজি যি পশ্চিমীয়া সংস্কৃতিত গা ধালি নানা মানপত্ৰ, পুৰস্কাৰ, টকা, যশষ্যা অৰ্জন কৰি বাপেক-মাকৰ বুকু গৌৰৱেৰে ফুলাই ৰাখিছে সেইবোৰ বাদ দিবলৈ কওক, নতুনক আদৰি লবলৈ যাওঁতে, নতুন বতাহক স্বাগতম জনাবলৈ যাওঁতে, নতুন সভ্যতাক চালাম জনাবলৈ যাওঁতে, নতুন পোহৰেৰে নিজৰ দেহ-মন উজ্জ্বল কৰিবলৈ যাওঁতে অৰ্থাৎ যিখিনি কৰিবলৈ গ'লে নাৰী, ছোৱালী, বোৱাৰীয়ে পুৰুষৰ কদৰ্য্যদাৰ বলী হ'ব লগাত পৰে সেইখিনি বাদ দিব লাগিব। সেইখিনি বাদ দিলেই আৰু মই কোৱা সেইখিনি নুন্যতম অধিকাৰ পুৰুষৰ পৰা পালেই আমাৰ সমাজ ভাল হৈ পৰিব। তাৰ মাজতে কেৱল অকণ আধ্যাত্মিকতাবাদক সোঁৱৰি থাকিব লাগিব। আধ্যাত্মীকতাবাদৰ অনুপস্থিতিৰ বাবেই আজি আমি নানা ভাষাৰে, সংজ্ঞাৰে অন্য ৰাষ্ট্ৰবোৰক, পুঁজিপতি, সাম্ৰাজ্যবাদী আদিৰে গালি পাৰি আছো। সেই একেটা কথাকে আমাৰ ইয়াতো দেখা দিবলৈ বেছি পৰ নাই। কাৰণ বিজ্ঞানক আমিয়েই অপমান কৰিছোঁ, অপব্যৱহাৰ কৰিছোঁ, অচল কৰিছোঁ, বিকলাঙ্গ কৰিছোঁ- বিজ্ঞানে আমাক দেহৰ, চকুৰ, নাকৰ, জিভাৰ, হাত-ভৰিৰহে সুবিধা দিছে - মন-আত্মা, চিত্ত, হৃদয় অনুভৱ আদিক শান্তি দিব পৰা নাই। সেই শান্তি দিব পাৰিব বেদে, গীতাই, কোৰাণে-হাদিছে, গ্ৰন্থচাহিবে দিঘা-নিকায়াই। গছৰ বাকলি, জন্তুৰ ছাল, সাঁচিপাত, শিলৰ বুকুৰ পৰা বিজ্ঞানে আখৰবোৰ আনি আমাক আজি কাগজৰ বুকুত প্ৰতিষ্ঠা কৰিলে সেয়ে বিজ্ঞানৰ কিৰ্ত্তিত্ব।

কিন্তু কেৱল বিজ্ঞানে মানুহৰ ভোক-পিয়াহ নিবাৰণ কৰিব নোৱাৰে অন্ততঃ ভাৰতত- অসমত ।

আছফিয়া বৈ গৈছিল । মাইকৰ চুইচটো কোনোবাই অফ কৰি দিছিল। দৰ্শক-শ্ৰোতাৰ মাজত এক অভূতপূৰ্ব হুলস্থূল গালি আৰু অট্টাহাস্য। আক্ৰমণৰ গাজনিয়ে আছফিয়াৰ কৰ্ণ বিদাৰী নিছে, ৰঙা চকুৰ দহনে আছফিয়াক পুৰি ছাঁই কৰি দিছে। উচ্চ স্বৰৰ ভাষ্যই বিব্ৰত কৰি তুলিছে- আছফিয়াৰ চিন্তা-চৰ্চাক। আছফিয়া নৰল। উৰণাখন আনি কঁকালত মাৰি ললে আৰু উচ্চ স্বৰত কৈ গ'ল- "মই বুজিলো- বুজি পালো । এই সকলেই হৈছে মুছলিমা টাবৰীণৰ সমৰ্থক, লিখক, সাংবাদিক, প্ৰবন্ধকাৰ আৰু মানুহ অভিভাৱক। টাবৰীণক পোৱাহেঁতেন উঠা বহা কৰোৱাই শিকালো হয়, দেখুৱালো হয় - যে চোৱা তুমি চাই লোৱা- এইসকল কোন শাৰীত পৰা সমৰ্থক ? এওঁলোকক আচলতে ইছলামক উপকৰাকে সমালোচনা কৰিবলৈ লাগে, গালি-গালাজ কৰিবলৈ লাগে, পৰ্য্যালোচনা কৰিবলৈ লাগে । তোমাৰ সুৰত সুৰ মিলাই, খোজ মিলাই কথা ক'বলৈ লাগে । তুমি ইছলামক আক্ৰমণ কৰিছা বাবে এখেতসকলকো আক্ৰমণ কৰিবলৈ লাগে । আচলতে তোমাক মনে প্ৰাণে কিমান ভাল পাই তোমাৰ আদৰ্শক বাস্তৱত ৰূপায়িত কৰাৰ কিমান আগ্ৰহী সেইটো ওলাই পৰিল । কথাবোৰ যেতিয়া নিজৰ নিজৰ গাত লাগি গ'ল, অন্তৰত শুই থকা সহস্ৰ সংস্কাৰবোৰক যেতিয়া মোৰ কথাবোৰে আচুৰি গ'ল তেতিয়া কিন্তু তেওঁলোক বৈ গ'ল মই কোৱা কথাবোৰক কিন্তু তেওঁলোকে মানি লব নোৱাৰিলে। নাৰীৰ কাৰণে অকণ ভৰাৰ বিষয়ে, কোমল হ'বৰ বাবে, স্বাধীনতা দিয়াৰ বিষয়ে, বাধা দিবৰ বাবে, নাৰীক অকণ ভিন্ন দৃষ্টিৰে চোৱাৰ বিষয়ে যেতিয়া কোৱা হ'ল তেতিয়া তেওঁলোকৰ পুৰুষ নামৰ বীৰত্বৰ ভেটিটো কঁপি উঠিল। এখেতসকলে বিচাৰে আনৰ ক্ষেত্ৰত সকলো হোৱাৰ কিন্তু নিজৰ বেলিকা হ'লে এইবোৰৰ কোনো সংস্কাৰ সংশোধন হ'ব নোৱাৰে। কোৰাণ-হাদীছ, পয়গম্বৰ, বেদ, গীতা, বাইবেল, মহাপুৰুষক এওঁলোকে গালি পাৰি থাকিব । কিন্তু নিজৰ ক্ষেত্ৰত হ'লে কোনো কথাৰে মনামনি নাই। যিসময়ত নাৰীয়ে পুৰুষৰ সংস্কাৰ সংশোধনৰ আন্দোলনত নিমগ্ন হ'ব লাগিছিল সেই সময়ত তেওঁলোকে ধৰ্মক গালি পাৰি, ধৰ্মৰ সংস্কাৰৰ কথাতহে-নিজকে ব্যস্ত ৰাখিবলৈ উঠিপৰি লাগিল । পৃথিৱীৰ বহু সংখ্যক লোকেও আজি তাকে ভাবি আছে। দুটা কথা একেবাৰে সঁচা । ধৰ্মত সংস্কাৰ কৰিবলৈ একো নাই আৰু

ধৰ্মক সংস্কাৰ কোনেও কৰিব নোৱাৰে। পুৰুষকো কোনেও সংস্কাৰ পৰিবৰ্তন কৰিব নোৱাৰে কাৰণ তেনে কৰিলে পুৰুষৰ বীৰত্বখিনি চূৰমাৰ হ'ব। তাৰবাবে ধৰ্মক তুচ্ছ-তাচ্ছিল্য কৰি লাভ নাই আৰু আনৰ ধৰ্মক হেয়জ্ঞান কৰিও লাভ নাই। তাৰ মাজতে আমি আমাৰ সঁচা কথাবোৰ কৈ যাম। কোনোবাই মানিলে ভাল হ'ব - নেমানিলে বেয়া হ'ব।"

কঁকালৰ উৰণাখন বুকুত পেলাই আছফিয়া ডাইচৰ পৰা নামি আহিছিল আৰু ৰিক্সা এখনেৰে আহি ঘৰ পাইছিলহি।

আলী চাৰ, কাদীৰ, কবীন, টফচিৰ, আদিত্যহঁতে প্ৰেছৰ কোঠাত বহি কথাবোৰৰ পৰ্য্যালোচনা কৰি আছিল। আদিত্যই সকলো কথা তেওঁলোকৰ পৰা শুনি ক'লে।

: জুই তেনে জ্বলিব চাৰ।

: তোমালোকে জুইত জাপ দিব নেলাগে। পৃথিৱীত যে ভাল মানুহ এতিয়াও আছে তাকে তোমালোকে তোমালোকৰ ধৈৰ্য্য, সংযত আৰু সততাৰে প্ৰমাণ কৰি দেখুৱাব লাগিব। পাৰিলে কৈ চাবা নোৱাৰিলে আঁতৰি আহিবা। তোমালোকে মানুহৰ মঙ্গলৰ বাবে যুঁজ দিয়া। কোনেও আজিকালি কাৰো কথা নুশুনে- তোমালোকেও শুনিব নেলাগে মাত্ৰ বিৰোধ নকৰিবা। বিশাল ভট্টাচাৰ্য্যৰ দৰে সৎ লোকো আছে। সকলো ওচৰ-চুবুৰীয়া আৰু ভালো নহয় - ভণ্ড, মিছলীয়া, নিজৰ একো নহ'লে বুলি আনক দেখুৱাই তলে তলে নিজৰ সকলো দিশ উন্নত কৰা, বেছিকৈ সাম্প্ৰদায়ীকতা, মিলন-সংহতিৰ কথা কৈ ভিতৰি ভিতৰি অহীত চিন্তা কৰা লোকো আমাৰ মাজত আছে। তেওঁলোকে সমাজৰ সকলো স্তৰৰ মানুহৰ সতে খুব মিলামিচা নকৰে- কথাও নেপাতে অহা-যোৱাও নকৰে। সুধিলে সময় নাই, নানা কামত ব্যস্ত থকা, চাকৰিৰ অ.যুহাত আৰু বিজাৰ্ভ দেখুৱাই। তাৰে আৰু দুজনমানক ভীষণ ভাল পোৱা দেখুৱাই যাতে ভাল পোৱাৰ মোহত সিজনে আৰু তেওঁক ভাল মানুহ বুলি এনেয়ে এটা সদাই প্ৰচাৰ কাৰ্য্যত ব্যস্ত হৈ থাকিব পাৰে। এইদৰে থাকি কিন্তু তেওঁলোকে নতুন নতুন সুবিধাবোৰ ভোগ কৰি গৈ থাকে। বিশাল এই ক্ষেত্ৰত কিন্তু ব্যতিক্ৰম। বিশাল ভট্টাচাৰ্য্যৰ মুখত কেৱল আনৰ ভাল খবৰ। নিজৰ গাড়ীখনৰ টায়াৰ সলাবলৈ তেওঁৰ ধন নাই- স্কুলৰ ফিজৰ বাবে ধাৰে লয় খোৱা-বোৱা কিন্তু চলি আছে- আভিজাত্যৰ দৰে। মই তেনে উঠোঁ। সকলো কথা কলোৱেই। আমাৰ উন্মোচনী সভাৰ বাবে জোৰ দিয়া। জয়া

বজাৰত যিহয় হৈ থাকক। মই থাকিম। বিশালে উন্মোচন কৰক।

চাৰে তামোল এখন মুখত ভৰাই টাইৰ গাঁথিটো ঠিক কৰি ব্যস্তভাৱে ওলাই গ'ল।

: আদিত্য বোলে আঠ তাৰিখে পুৰা আমাৰ অনুষ্ঠানত নেথাকে। জয়া বজাৰলৈ যাবগৈ। আপুনি তাক সোধক দাদা।

আছিকুল কাদীৰে আদিত্যৰ পিনে চাই সুধিলে।

: জুই জ্বলিবই মানে জুই জ্বলাবই। আমি পানীৰ দৰে কাম কৰিব নোৱাৰিম জানো আদিত্য ?

: পাৰিম দাদা। কিন্তু জুইত পৰি পানী আক চেঁচা হৈ নেথাকে - পানীও গৰম হৈ পৰে। আমি পানীৰ দৰে কাম কৰিব পাৰিম। কিন্তু কোনোবা এজনৰ চকুৰ পানীক জুইৰ মাজৰ পৰা উদ্ধাৰ কৰাৰ এটা মহৎ প্ৰত্যাহ্বান আমাৰ মাজলৈ আহি পৰিছে। অৰ্থাৎ বগীবুঢ়ীৰ জীৱনক বিপন্ন কৰিব পৰা কিবা এবিধ হাঙ্গামা চলিব পাৰে।

: কাদীৰ দাদাই মোৰ আপোন ককাইদেউ নৱ শৰ্মাক চিনি পায়েই। সি চেণ্ট্ৰেল চি আই ডিত কাম কৰে। সি মোক বহু কথা ইতিমধ্যে কৈছে। জুই মানুহৰ মাজত জ্বলোৱাৰ অভিপ্ৰায় কাৰো নাই- কিন্তু বগীবুঢ়ীক কিবা প্ৰকাৰে সেইদিনা আমনি কৰাৰ আঁচনি এটা . সম্প্ৰতি ককাইদেউৰ হাতত পৰিছেহি। মই ককাইদেউক কৈ দিছো যে জেঠাইৰ নিৰাপত্তাৰ বাবে তোমালোকে আইনৰ সহাই লৈ ওচৰে-পাজৰে থাকিবা।

: গতিকে মই সাত তাৰিখে বগীবুঢ়ীৰ ঘৰত থাকিম। সভাখন বগীবুঢ়ীৰ ঘৰৰ পশ্চিম পিনে থকা হাবিখনৰ সিপাৰৰ মুকলি পথাৰখনতে হ'ব। আগতে আন্দোলনৰ সময়ত চৰকাৰে অনুমতি নিদিয়া সকলো নিসিদ্ধ সভা-সমিতি, দিৱস আদি তাতে হৈছিল। মানুহৰ ভাল এটা সোঁত বব বুলি মোৰ ধাৰণা।

: বগীবুঢ়ীৰ ঘৰত তোক থাকিবলৈ কেতিয়াও নিদিয়ে। যুদ্ধৰ বেলিকা বা এশজন পুৰুষৰ বিপৰীতে তৰোৱাল তুলি লবলৈ বগীবুঢ়ীয়ে জীৱনত ভয় নকৰে। কিন্তু সহাই- অনুগ্ৰহ সহানুভূতি আদিৰ ক্ষেত্ৰত এই গৰাকী মহিলাই ৰাতি বা দিনত এজন পুৰুষলৈ খুবেই ভয় কৰে। এইটোৱেই তেওঁৰ জীৱনৰ পৰম সম্পদ আৰু সেই শিক্ষা আৰু আদৰ্শৰ বলতেই তেওঁৰদৰে এগৰাকী সুন্দৰী মহিলাই জীৱনটো সততাৰে পাৰ কৰিছে আৰু আমাৰ গাঁৱৰ বহু ছোৱালীক নানা বিপদৰ পৰা বচাইছিল। অসমৰ দূৰৈৰ কোনো দুখীয়া

গাঁৱৰ দুখীয়া পৰিয়ালৰ ছোৱালীয়ে বাপেক-মাকৰ বোজা স্বৰূপ হৈ পৰা বাবে এজনী, দুজনীকৈ আহি বগীবুঢ়ীৰ আশ্ৰয় লৈছিল। বগীবুঢ়ীয়ে কাম শিকালে, পৰিশ্ৰম কৰিবলৈ শিকালে, বিয়া দিলে কেইবাজনীকো। সকলোতকৈ ডাঙৰ কথা চৰিত্ৰ দিলে, ছোৱালী কি তাক শিকালে আৰু পুৰুষৰ পৰা সাৱধান হৈ থকাৰ শিক্ষা দিলে।

: আৰু সেইবাবে তেনে এগৰাকী মহিলাৰ বিপদ হ'ব পাৰে বুলি মই তাতে এৰাতিৰ বাবে থাকিব খুজিছো। ঠিক জেঠাইৰ ঘৰতেই যে থাকিম সেইটো নহয়। নৱদাক কৈ ৰাখিছো। চি আৰ পিৰ সৰু কেম্প এটা খুলিব দুদিনৰ বাবে তাত, নহ'লে জয়া বজাৰৰে কোনোবা এখন দোকানত ।

: তোমাৰ খং আৰু সাহ দুয়োটাই বেছি । কেৱল নিৰিক্ষণ আৰু পৰ্য্যবেক্ষণৰ বাবে যদি তেনেকৈ ভাবিছা মোৰ কোনো বিশেষ আপত্তি নাই। কিন্তু নোযোৱাতো উত্তম।

: বহু মানুহ তালৈ যাব গোট খাব। সাধাৰণ মানুহে ভিতৰুৱা কথা নেজানে। কেইজনমান মানুহে কিবা এটা কাম কৰিব পাৰে। ভাগৱতীদা, শৰ্মা, চুতীয়া, বেগম, বৰুৱা আৰু বিশেষকৈ নিশ্চলৰ দেউতাক সুহৃদ কাকতিয়ে যেতিয়া ফ'ৰামক ক'তো, কোনো কথাতে মানসীকভাৱে পৰাস্ত কৰিব নোৱাৰিলে তেতিয়া তেওঁলোকে ব্যক্তিগত কথাবোৰ ৰাজহুৱা আৰু ৰাজহুৱা কথাবোৰ ব্যক্তিগত কৰি পেলালে। শেহতীয়া পৰিস্থিতি, বক্তব্যই তেওঁলোকৰ গেলা আদৰ্শত সততাৰ টেঙা ধালিলে। অভাৱনীয় পৰিস্থিতি এটাৰ জন্ম দিয়াব পাৰিলেও তেওঁলোকৰ অন্তৰ শাত পৰিব। কেইবাজনো লিখক-বক্তাও আহিব বোলে। কোনে কি কয় নেজানো- কিন্তু অনৈতিকতাৰে ভৰা, অপবাদসূচক অপপ্ৰচাৰলৈ চাই- কেইঘৰমান মানুহৰ ঘৰত গৈ কিবা কিবি অনুসন্ধান কৰাৰ কথা এটা ওলাইছে। শ্ৰীসুহৃদ কাকতিয়েই ইয়াৰ প্ৰধান হোতা বুলি ওলাইছে।

: দহ বজাত যদি আমি আৰম্ভ কৰিব পাৰো তেন্তে আমাৰ এক বজাত শেষ হৈ যাব। বিশালেহে মাত্ৰ অলপ ক'ব পাৰে। আৰু কওতা নাই। তোমালোকে কাগজখন ৰাইজৰ মাজত বিলি কৰিয়েই একেলগে যাবগৈ পাৰিবা। নৱ থাকিব যেতিয়া সকলো গম লৈ থাকিব। তোমালোক বগীবুঢ়ীৰ ঘৰলৈকে যাব পাৰিবা। তাৰ পৰায়ে সভাৰ ৰেহ-ৰূপ গমি থাকিব পাৰিবা।

: মই ৰাতি দাদাক কৈ ৰাখিম। আদিত্যক থকাৰ ব্যৱস্থা এটা যদি কৰি

দিব পৰা যায় তেন্তে বাকীখিনি হ'ব। আমাৰ ইয়াত বেছি কাম নহ'ব।

: বাকী কাগজখনৰ বাবে সকলো প্ৰবন্ধ-পাতি সম্পাদকীয় আদি ঠিকেই হৈ আছে। কালিলৈ কেৱল মেচিনত দিবহে লাগে।

: আমাৰ সকলো কথা ঠিকেই চলি আছিল। কিন্তু একাধিক মহিলা অনুষ্ঠান গোট খাই কি "টাবৰীণ সাহায্য পূজী" নামৰ এটা ন্যাস খুলিব খুজিছে সেইটোহে নুবুজিলো। দেখাত এনে লাগে যেন টাবৰীণক সহাই কৰিবৰ বাবেহে যেন এইটো কৰা হৈছে।

: আমি সেই বিষয়ে একো নেভাবো। আমি এখন সাদিনীয়া কাকত উলিয়াম আৰু তাৰ মাজেৰে আমি আমাৰ মত প্ৰকাশ কৰিম। আমাৰ "প্ৰতিবাদ"ৰ বাবে বহু লোক বৈ আছে। পাছলৈ কোনেও যদি একো লিখা নপঠাই তেন্তে আমিয়ে লিখিম আমি অধ্যয়ন কৰিম আৰু লিখিম। 'চেতনা'ৰ দৰে আমিও কাকতখন ব্যতিক্ৰম কৰি তুলিম।

: তেন্তে আমি এই তিনিদিন দুঘন্টামানকৈ বহিম। কিবা ওলালে আলোচনা কৰিম।

আছিকুল কাদীৰে যাবৰ বাবে মাত দিলে। হাতত ব্যক্তিগত ফাইল এটা লৈ তেওঁ টফচিৰহঁতক মাত লগালে। কবীনে চকীৰ পৰা উঠি দিলে আৰু তেওঁ যোৱাৰ পিনে চাই থাকিল।

: তাকে ভাবো কিয়েবা দৰকাৰ আছিল এইবোৰৰ ?

: একোৰে দৰকাৰ নাছিল।

: দায়বদ্ধতাই আমাক শেষ কৰিব।

: পুৰা ওলাবি আছফিয়াহঁতৰ ঘৰলৈ। তাই ডেকৰেইশ্যনৰ বিষয়ে কি কৰিলে জানিব লাগিব। এতিয়া যাওঁ তেনে।

: ক্ষেত্ৰ কেইবাখনো- সেনাপতিও এগাল। এতিয়া গৈ যুদ্ধখন জয়া বজাৰত লাগিব।

: ভাৰতত আছোঁ যেতিয়া এইবোৰকে লৈ ইয়াৰ মাজেদিয়ে যাব লাগিব। এইবোৰ একোটা একোটা ঢৌ।

: আমাৰ ইয়াত নাছিল। এতিয়া জন্ম দিয়া হৈছে। উপযুক্ত জলবায়ু, বতাহ পানী পালে ভাল নোদোকাটো হ'বগৈ।

: মৌলবাদী আৰু বুদ্ধিজীৱী দুয়োটা প্ৰায় সমপৰ্য্যায়ৰে বস্তু কিজানি। মৌলবাদীৰ পথাৰ ধৰ্ম বুদ্ধিজীৱীৰ পথাৰ সমাজ। মৌলবাদীক যদি গালি পৰা

হয় তেন্তে বুদ্ধিজীৱীকো গালি পাৰিব লাগিব।

: ঠিকেই কৈছে। মৌলবাদী আৰু বুদ্ধিজীৱীৰ নাম, যশখ্যা, প্ৰতিপত্তি দক্ষতা বাঢ়ি গৈ থাকে – কিন্তু ধৰ্ম আৰু সমাজৰ নামত চলি থকা ভণ্ডামী, অত্যাচাৰ, ব্যভিচাৰবোৰ বাঢ়ি গৈ থাকে। অৱশ্যে ভাল মৌলবাদী আৰু ভাল বুদ্ধিজীৱীও নথকা নহয়।

: মোৰ হাঁহি উঠে যে সেই "গুৰু নানক ছাহ ফকিৰ হিন্দুকা গুৰু, মুছলমানকা পীৰ", "সবাৰ উপৰি মানব শ্ৰেষ্ঠ" আৰু "বসুধৈব কুটুম্বকম্" বোলা কথাবোৰ যে আছে সেইবোৰৰ মূল্য কোনেও নুবুজে নেকি ?

: বুজিব সময় আহিছে। 'প্ৰতিবাদ'খন উলিয়াম নহয় তাতে পাবি।

কবীন, টফচিৰহঁত ওলাই আহিল।

সকলোৰে মনবোৰ অলপ গধূৰ হৈ আহিছিল।

———— o ————

## ( চৈধ্য )

সংঘবদ্ধ মহিলা সংঘ সমূহৰ মিলিত প্ৰচেষ্টাত জয়া বজাৰত আজি অনুষ্ঠিত হ'ব এক বিৰাট ৰাজহুৱা সভা- গণ সমাবেশ। লগত আছে প্ৰতিপত্তিশীল কিছু পুৰুষৰ পৰিকল্পিত নিৰ্দেশনা আৰু চাফৰাজী।

ব্যস্ত সমাগমৰ কেন্দ্ৰস্থল নীলাপুখুৰীৰ 'জাতিয় প্ৰিন্টিং প্ৰেছ' প্ৰাঙ্গনতো অনুষ্ঠিত হ'ব নতুন সাদিনীয়া কাকত 'প্ৰতিবাদ'ৰ প্ৰথম সংখ্যাৰ উন্মোচনী সভা। কেইবাজনো পৃষ্ঠপোষক, শুভাকাংক্ষী আৰু কেইটামান ডেকা ল'ৰাই পুৱাবে পৰা প্ৰেছটোক সজাই-পৰাই ধুনীয়া আৰু গম্ভীৰ কৰি তোলাৰ চেষ্টা কৰিছে। লগত আছে কবীন- টফচিৰহঁত। সভাখন বহিব প্ৰেছৰ আলোচনা কক্ষত।

গণ সমাবেশৰ বিষয়ে বাল পষ্টাৰীং কৰা হৈছে, দুই এখন ঠাইত বেনাৰ অঁৰা হৈছে। 'প্ৰতিবাদ' ৰ বিষয়ে স্থানীয় কাকত 'চেতনা'ত ওলাইছে।

কবীনহঁত ব্যস্ত হৈ আছে।

আলিবাটবোৰত চলা বাছবোৰত মানুহৰ ভীৰ হৈছে। বাছবোৰ জয়া বজাৰৰ পিনে যোৱা - বোধহয় মানুহবোৰ তালৈকে গৈছে।

সকলো মানুহে সকলো কথা নেজানে- তথাপিও মানুহে যাবলৈ নেৰে। এনেয়ে চাবলৈ যোৱাৰ চলেৰে মানুহবোৰে যাবলৈ ধৰে। সমাবেশৰ পৰিধি বহল হৈ পৰে- লোকে লোকাৰণ্য হয়। বিভিন্ন বক্তাই বক্তৃতা দিয়ে- কিছুমানে শুনে, কিছুমানে একো বুজি নেপাই।

বিশাল ভট্টাচাৰ্য্য, মছৰফ আলী আৰু আছিকুল কাদীৰ গাড়ী এখনৰ পৰা নামিল। কবীনহঁতে আগবঢ়াই নিলেহি। সকলো গৈ আলোচনা কক্ষৰ একাষে সজাই ৰখা চকীত বহিলগৈ। সকলোৰে ব্যক্তিত্বত গহীনতাৰ চাপ। কক্ষৰ সু-সজ্জিত আচবাব পত্ৰ আৰু ফুলৰ মিঠা সুবাসে সকলোকে গহীন কৰি তুলিছে। কোনেও বিশেষভাৱে কথা পাতি পৰিবেশটোৰ মাদকতাখিনি নষ্ট কৰিব বিচৰা নাই। সকলোৱে মানুহ অহালৈ আৰু আৰম্ভ হোৱালৈ অপেক্ষা

কৰি আছে।

প্ৰায় পোন্ধৰ-ষোল্লজন মানুহ কক্ষলৈ সোমাই আহিল। কাদীৰ চাহাবে ঠিয় হৈ বিনম্ৰভাৱে তেওঁলোকক বহিবৰ বাবে-ইংগীত কৰিলে। কিন্তু এজনকো চিনি নেপালে।

আলী চাবে সঘনাই এখন সৰু কিতাপৰ পাত লুতিয়াই আছে। ভট্টাচাৰ্যই মিকচাৰ এটা পকাই মুখলৈ অনা নাই সোণোৱালী জাপানীজ টেমী এটা উলিয়াই ঘৰতে বনাই অনা বাকী কেইটা মিকচাৰৰ সতে ৰাখিহে থৈছে। কাদীৰে দুৱাৰ এখনৰ পোনে পোনে বৈ মানুহ অহাৰ দৃশ্য চাই আছে।

ক'ৰামৰ সভাকক্ষলৈ মানুহ আহিব লাগিছে। এইদৰে যদি মানুহবোৰ আহি থাকে তেন্তে পুৰা দহ বজাতে সভাখনৰ শুভাৰম্ভ কৰিব পৰা যাব-কাদীৰে এনেয়ে ভাবিলে।

মানুহবোৰ যাবলৈ ধৰিছে জয়া বজাৰৰ পিনে। যাবৰ বাবে হয়তো কেইখনমান বাছৰ অহা- যোৱাটো বঢ়াই দিছে। বাছৰ ওপৰিও সৰু গাড়ীও চলিছে। প্ৰত্যেকখন বাছৰ আধা যাত্ৰী জয়া বজাৰৰ পিনে যোৱা যেন লাগে। মানুহ গৈছে। কিয় গৈছে তাৰ কাৰণ বহুতে ভালকৈ নেজানে। যিসকলে দুই এখন কাগজৰ পাতত চকু ফুৰাই, আবেলি দোকান-হোটেলত বহাৰ অভ্যাস আছে আৰু চাকৰি কৰে তাৰ ভিতৰতে দুই এজনে জানে যে মহিলাসকল এক হ'ব লাগে, তেওঁলোকৰ বহু দাবী আছে, পুৰুষবোৰে তেওঁলোকক কোনোদিনে ভাল চকুৰে নেচালে, তেওঁলোকৰ জীৱন বৰ দুখময় হৈ পৰে, সেই গতিকে তেওঁলোকে গোট খাই এই কথাবোৰৰ এটা সমাধান উলিয়াব। তাৰোপৰি বোলে এটা পুঁজি খুলিব আৰু তাৰেপৰা দুৰ্গত মহিলা সকললৈ সহায়ৰ হাত আগবঢ়াব। তেওঁলোকৰ পাছত কেইজনমান ভাল পুৰুষো আছে- যি এই সমূহৰ আয়োজন কৰিছে। কামটো বেয়া কৰা নাই। মাজে মাজে নাৰীসকলে এনে কথাৰ বাবে ওলাই আহিব লাগে। ভালকৈ সংগঠন কৰি লব পাৰিলে কিছুমান সমস্যাৰ ওৰ নপৰাকৈ নেথাকে।

ক'ৰামৰ সভা কক্ষতো মানুহেৰে ভৰি পৰিছে। সকলো মানুহৰে এটা উজ্জ্বল আশা এখন ভাল সাদিনীয়া বাতৰি কাকত ওলাব। সুঠ-সবল, নিৰ্ভিক আৰু সঁচা সাংবাদিকতাৰে ভৰপূৰ এখন কাকত ওলাব। মানুহক প্ৰতিনিধিত্ব কৰিব।

সমাজত ভুল বুজা-বুজিবোৰ কমিব। সজাই-পৰাই যুগুত কৰা বাতৰিৰ ঠাইত সঁচা আৰু নিৰপেক্ষ বাতৰিয়ে ঠাই পাব। গালি- গালাজৰ যি সস্তীয়া সাহিত্য চলি আছে তাৰ ঠাইত মানুহে মানুহক শ্ৰদ্ধা-ভক্তি কৰিব পৰা সাহিত্যৰ সৃষ্টি হ'ব। অশ্লীলতাৰ বিৰুদ্ধে, অপসংস্কৃতিৰ ঠাইত মানবীয় প্ৰমূল্যবোধৰ লিখনিয়ে প্ৰথম স্থান পাব। আনপিনে 'প্ৰতিবাদে' ৰাইজক প্ৰতিবাদো কৰিবলৈ শিকাব। সকলো ধৰণৰ আশা আকাঙ্খ্যাক প্ৰতিবাদে স্বাগমত জনাব। এইবোৰেই হুয়তো 'প্ৰতিবাদ'ৰ বৈশিষ্ট হ'বগৈ।

মানুহে ভাবে।

ফ'ৰামলৈ মানুহ আহি আছে।

বাটেদি মানুহ গৈ আছে।

জয়া বজাৰ আৰু নীলাপুখুৰীত মানুহৰ ভীৰ।

উন্মোচনী সভা আৰম্ভ হৈছে। আছফিয়া মাইকৰ আগলৈ আহিল আৰু নম্ৰভাৱে ক'লে।

: নমস্কাৰ। দহ বাজি মাত্ৰ দুই মিনিট গৈছে। বহু চিন্তা-চৰ্চা আৰু অপেক্ষাৰ পাছত আজি আমি আমাৰ অতি মৰমৰ 'প্ৰতিবাদ'খনক ৰাইজৰ হাতত তুলি দিবৰ বাবে ওলাইছো। আমাৰ তেজেৰে সৃষ্টি হোৱা 'প্ৰতিবাদ' নামৰ এই সন্তানটি আপোনালোকৰে। 'প্ৰতিবাদ'ক চোৱা- চিতা আৰু লালন-পালন কৰাৰ দায়ীত্বও আপোনালোকৰে। মই ফ'ৰামৰ হৈ টফচিৰ ককাইটিক অনুৰোধ কৰিছো বাকিখিনি তেওঁ ক'ব।

টফচিৰ মাইকৰ সমুখলৈ আহিল।

: আজি আমি কথা নকও। কথা কোৱাৰ সকলো অধিকাৰ আমি আপোনালোকলৈ অৰ্পিলোঁ। আমি আমাৰ এই সৰু মঞ্চটোত তিনিখন আসন ৰাখিছো বৰ মৰমেৰে, সম্মানেৰে আৰু আস্থাৰে। তাৰে প্ৰথমখনি আজিৰ উন্মোচনী সভাৰ উন্মোচক শ্ৰীবিশাল ভট্টাচাৰ্য্যদেৱৰ, দ্বিতীয়খনি 'প্ৰতিবাদ'ৰ মুখ্য পৃষ্ঠপোষক আৰু আজিৰ সভাৰ নিৰ্দিষ্ট বক্তা অধ্যাপক মছৰফ আলী চাহাবৰ আৰু তৃতীয়খন আমাৰ ফ'ৰামৰ সভাপতি যাৰ সহাই, সহযোগিতা, ত্যাগ-কষ্টক কথাৰে বুজাব নোৱাৰি, তেওঁৰ। মই তেওঁলোকক আসন লবৰ বাবে অনুৰোধ জনালো। মই আৰু কথা নকও

: আমাৰ সম্পাদকজনে কথা নকও নকও বুলি কৈ দীঘল গান এটা গাই দিলে। আমাক এই ভাগ্য দিয়াৰ বাবে ধন্যবাদ জনালো।

আলী চাৰৰ কথাত সভাকক্ষ ৰজনজনাই গ'ল হাঁহিৰে। তিনিওজনে ধীৰ ভঙ্গীৰে আসন ললে। কবীনে হাতত কাগজ এখন লৈ মাইকৰ মুখলৈ আহিল।

: আমি আগতেই এটা কথা কৈ ৰাখিছো যে আমি সভা পাতো কিন্তু সভাৰ আনুষ্ঠানিক নিয়মবোৰ পালন কৰিবলৈ অসুবিধা পাওঁ। টফচিৰে কোৱা অনুসৰি আমি তিনিজনা অগ্ৰজক আসনত বহুৱালো। বেলেগে প্ৰস্তাৱ আকাৰে আৰু ঘোষণা কৰিব বিচৰা নাই। আমি আজি বিশেষ কাৰণত আমাৰ সভাখন অলপ চমু কৰিবলৈ ওলাইছো। কথা ক'বলৈ একো নাই। বহু দিনৰ আশা এটা আমাৰ আজি পূৰণ হ'ব। আপোনালোকে জানে আজি জয়া বজাৰত এখন ৰাজহুৱা সভা হৈ আছে। তালৈ বহু লোকৰ সমাবেশ ঘটিছে। আমিও তালৈ এপাক মাৰিম বুলি ভাবিছো। তাত যি এখন সভা বহিছে হয়তো তাৰ কথায়ে আমি আমাৰ 'প্ৰতিবাদ'ত অহা সংখ্যাত লিখিম। সূৰ্য্যৰ দৰে সঁচা কথা যে এচাম লোকে মুছলিমা টাবৰীণৰ সমগ্ৰ লিখনিখিনিক লোক চক্ষুৰ আগত এশ ভাগ সঁচা বুলি প্ৰতিপন্ন কৰিবলৈ বিচাৰিছিল। কি কুক্ষণে পাইছিল আমি ক'ব নোৱাৰো- 'ফৰামে' সেইটো হ'বলৈ নিদিলে। সাহিত্যৰ এটা সুবিচাৰ আছে, সাহিত্যই মানুহক সঁচা কথা কয় আৰু ক'বলৈ শিকোৱাই। সাহিত্য মানৱ সভ্যতাৰ দলিল। এই সাহিত্যই উত্তৰ পুৰুষক গৱেষণাৰ, চিন্তা-চৰ্চাৰ, জ্ঞানৰ সুবিধা দিব। এদিন যেতিয়া উঠি অহা ল'ৰা-ছোৱালীয়ে পঢ়া-শুনা কৰি সেই সাহিত্যত ভুল দেখা পাব- তেতিয়া আমাক কি ভাবিব? সাহিত্যটো কেৱল গছৰ পাত নহয়। সেই সাহিত্যই সকলোৰে অনুসন্ধান দি যাব পৰা হ'ব লাগিব। এই সাহিত্য এদিন যেতিয়া মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ কোঠাত সোমাবগৈ তেতিয়া ল'ৰাইতে কিবা শিকিবনে? হয়তো শিকিব- কিন্তু সিহঁতৰ মূৰবোৰত কিভাৱে, কি অনুভাৱে খেলা কৰিব তাক চাবলৈ আমি আৰু জীয়াই নেথাকিম। আৰু ঠিক এনে এক দায়ীত্ববোধৰ পৰাই আমাৰ 'ফৰামৰ' জন্ম হৈছিল। কোনোবাই ক'ব পাৰে টাবৰীণে ধৰ্মৰ সাহিত্য কৰিছে- আমিও কম তাকেই। কিন্তু ধৰ্মক লৈ ভুল সাহিত্য কৰাৰ বাবেইটো আজি তোলপাৰ লাগিছে। এচামে সেই ভুলক সঁচা বুলি মানি লৈছে আৰু আমি মানি লব

পৰা নাই। আমি মানি নোলোৱাৰ কাৰণ আৰু যুক্তিবোৰেই এচামৰ ক্ষোভৰ কাৰণ হৈ পৰিল। আৰু তাৰেই মুক্ত প্ৰতিবাদে আজি জয়া বজাৰৰ এখন সৰু আকাশক কঁপাই তোলাৰ সম্ভাৱনা আছে। আমাৰ নতুন কাকতখনৰ নাম আমি 'প্ৰতিবাদ' ৰাখিছো। তাত 'ফৰামৰ' কোনো প্ৰতিবাদ নেথাকে- ভৱিষ্যতেও নেথাকিব। ৰাইজে যদি কিবা ক'বলগীয়া থাকে বুলি ভাবে তেন্তে লিখিব- একান্ত নম্ৰতাৰে লিখিব ৰাইজে বিচাৰ কৰিব সেই লিখা প্ৰতিবাদৰ সুৰেৰে সিক্তনে নে পানীত থকা মাছৰ নিবিহ চাৱনীৰ দৰে নীৰৱ অভিব্যক্তি। কিন্তু 'প্ৰতিবাদ'ত নথাকিব বিভৎস চিৎকাৰ আৰু আবেগৰ ধ্বনি- প্ৰতিধ্বনি। নমস্কাৰ সুধিবৃন্দ । মই আমাৰ নিৰ্দিষ্ট বক্তা আমাৰ পূজনীয় আলী চাৰক একেষাৰ কবৰ বাবে অনুৰোধ কৰিলোঁ।

কবীন বহি পৰিল। শালিনতা ৰক্ষা কৰি কক্ষৰ দৰ্শকবৃন্দই চন্দ ৰাখি দুই তিনিটাকৈ তালি দিলে। আলী চাৰে চশমাজোৰ কোটৰ জেপত ভৰাই মাইকৰ কাষত ঠিয় দিলেহি। প্ৰায় আধা মিনিটমান সময় চাৰে মাইকৰ আগত থিয় দি থাকিল। সামান্যভাৱে পানীয়ে চাৰৰ চকুজোৰ তিয়াই নিলে, ৰুমালখনেৰে চাৰে চকুজোৰ মোহাৰি ক'লে।

: মই আপোনালোকৰ পিনে চাই আছিলো। সুধীসমাজে মোৰ পিনেও একেথৰে চাই আছিল- এতিয়াও চাই আছে। আমি সকলো মানুহবাবে আমাৰ এই আস্থা, আত্মীয়তা সমূহ এনেকৈয়ে প্ৰকাশ পায়। মানুহেহে এইদৰে মানুহৰ মুখলৈ, চকুলৈ এইদৰে চাই থাকিব পাৰে। মই সেই মানুহৰে হৈ, সকলোৰে হৈ মাত্ৰ এষাৰ কথা কৈছো। আমাৰ আইজনী, বৌটিজনী, মাজনী, আম্মাজনী নঙঠা হৈ আছে। গাত এটুকুৰাও কাপোৰ নাই। গাৰ কাপোৰ-কাণী পুৰণি হৈ ফিচিক, ফাটি-চিটি খহি গ'ল। দেউতাই নিজৰ গাৰে চহতীয়াখনৰে আধা আইক দিব খুজিছে- এটা চুকৰ পৰা তেনে সময়তে ডাঙৰ দাদাই আহি মাত দিলে যে 'নাই নাই নাই, তই দেউতাই দিয়া কাপোৰখন লব নেলাগে। মোৰ ওচৰত কাপোৰ আছে ময়ে দিম'। তেনেতে আহি ওলাল মাজুদাদা, সি কৈছে- 'মই থাকোতে তই ডাঙৰ দাদাই দিয়া কাপোৰ পিন্ধিবি নে? হ'ব নোৱাৰে মই লৈ আহিম কাপোৰ। তই সেইখন পিন্ধিবি'? তাৰ পাছত আহি ওলালহি তাৰ পাছৰ পুতেকটো। সি আহি ক'লে - 'খবৰদাৰ

তোক সিহঁতে কি কাপোৰ পিন্ধাই তোৰ লাজ নিবাৰণ কৰিব? মই এসাজ ভাল দামি কাপোৰ দিম। সেইজোৰ তই সদাই পিন্ধিব পাৰিবি'। তাৰ পাছৰটোৱে- তাৰ পাছৰটোৱে- তাৰো পাছৰটোৱেও আহি ঠিক একে ধৰণৰ কথাকে ক'লে। দেখা গ'ল যে কোনেও প্ৰকৃততে কাপোৰ দিব নোৱাৰিলে, পিন্ধাব নোৱাৰিলে। আহি নঙঠা হৈয়ে ঠিয় দি থাকিল। ইটো পুতেকে সিটো পুতেকক, সিটো ককায়েকে সিটো ভায়েকক, সিটো ভায়েকে ইটো ককায়েকক নিজৰ নিজৰ কাপোৰ দিয়াৰ কথা কৈ অৰিয়া-অৰি কৰি থাকিল, নিজৰ সামৰ্থ্যৰ, কৰ্তব্যবোধৰ, দক্ষতাৰ কথা কৈ আনৰটো নাকচ কৰি নিজৰখিনিকে ভাল বুলি বাহাল ৰাখিব বিচাৰিলে। কিন্তু আয়ে হলে কাপোৰ নেপালে। এইখিনি দেখি দেউতাই মূৰ্চা গ'ল আৰু এটা সময়ত হাতত এটুকুৰা কাপোৰ লৈ মৃত্যুবৰণ কৰিলে। এই ঘটনাটোৰ বাবে 'প্ৰতিবাদ'ৰ সম্পাদকে কি কৰিব তাকে ক'ব খুজিছো। 'প্ৰতিবাদ'ৰ সম্পাদকে সেইজনা দেউতাৰ কাপোৰত সোণালী আখৰেৰে সাহিত্য লিখিব লাগিব, মূৰ্চা যোৱাৰ আগত দেউতাক বচাবলৈ যত্ন কৰিব লাগিব আৰু যদি মৰে তেওঁহে মহৎ মানব বুলি চিহ্নিত কৰিব লাগিব। আৰু সেই পুতেক কেইটা, ভাই-ককাই কেইটা? 'প্ৰতিবাদ'ৰ সম্পাদকে কি কৰিলেহেঁতেন মই নেজানো। মই হোৱা হ'লে কলমৰ মুখত খুৱাই লোৱা ধাতুৰ লিখা যতন টুকুৰা জুইত পুৰি সিহঁতৰ গাত খুচি খুচি প্ৰথমে সেই পদ্যটো লিখিলো হয়-"কোনে মোক তুলি তালি কৰিলে ডাঙৰ মৌ সনা মিঠা মাতে পাহৰি ভাগৰ"। তাৰ পাছত এখন পঢ়াশালিত বহুদিন ধৰি বন্দী কৰি ৰাখিলো হয় অনাহাৰে নতুবা কেৱল মাটি আৰু পানী খাবলৈ দি, তেনেস্থলত যদি সিহঁতৰ মৃত্যু হ'ল হয় তেতিয়া মই সিহঁতক নৈয়ে নৈয়ে উৰলি নোযোৱা পৰ্য্যন্ত উটাই দিলো হয় আৰু যদি বাচি থাকিল হয় এবাৰ সিহঁতক বুকুত গছকি ক'লোহেঁতেন চোৱা, শুনা - তোমালোকৰ ওঠত ফুলা প্ৰথম ফুলপাহেই আছিল মা। মই আশা ৰাখিছো 'প্ৰতিবাদ' ৰ সম্পাদকদ্বয়ে এই কথা চিৰদিন ধৰি মনত ৰাখিব। মই সামৰিছো। এইখিনিয়ে প্ৰকৃত সাহিত্য, প্ৰকৃত সংবাদ।

মানুহে হাত চাপৰি দিবলৈ পাহৰি গ'ল। হঠাৎ যেন কি হৈ গ'ল সকলোৱে যেন কান্দি উঠিল, আজি যেন সকলোৱে বুজি উঠিল আই কি?

সাহিত্য কি? দেউতা কোন? মানুহৰ দায়ীত্ব আৰু কৰ্তব্য কি? পাঠশালাৰ পোতাশালত বন্দী কৰি চাৰে ওঠত ফুলা কোন পাহ ফুলৰ কথা ক'বলৈ গৈছে? আৰু এইবোৰকে প্ৰকৃত সাহিত্য বুলি কৈছে। কবীনহঁতে কাণে কাণে অলপ আলোচনা কৰি ললে। আছুফিয়াই ঘোষণা কৰিলে।

: স্বনামধন্য, 'চেতনা' কাকতৰ মুখ্য সম্পাদক ডাঙৰীয়া, যাৰ নাম কাঢ়িবলৈ আমাৰ দ্বিধা লাগে তেখেতক আমাৰ 'প্ৰতিবাদ'খনি উন্মোচন কৰিবলৈ প্ৰাৰ্থনা জনালোঁ।

গম্ভীৰ খোজেৰে বিশাল ভট্টাচাৰ্য্য আহি মাইকৰ আগত ৰলহি। সকলোৰে পিনে মন কৰিলে আৰু ক'লে।

: সুধিবৃন্দ, কেইটামান কথা কম যদিও দেৰি নকৰাও। কাৰণ এতিয়া কাকতখনত চকু দিয়াৰহে সময়, পঢ়াৰ সময়। মোৰ আনন্দ অলপ বেছিকৈ লাগিছে- যে এখন নতুন সাদিনীয়া প্ৰকাশ হ'ব। চেতনা থাকিলে প্ৰতিবাদ কৰিব আকৌ প্ৰতিবাদেহে চেতনা আনি দিয়ে- দুয়োটা নামৰ ককাই-ভাইৰ দৰে যেন কিবা এটা সম্বন্ধ আছে এনে লাগে। আশা ৰাখিছো এই সম্বন্ধ চিৰযুগমীয়া হওক। মই এজন সম্পাদক- মোৰ কাকত 'চেতনা' লৈ বহু চিঠি আহে। ময়ো সেই চিঠিৰ পৰা শিকিছো ৰাইজে কি বিচাৰে। অতিৰঞ্জিতৰ প্ৰাচুৰ্য্যতা, মিথ্যা বৰ্ণনা, ব্যক্তিগত আক্ৰোশৰ সৰ্বনাশী প্ৰকাশ, বিভ্ৰান্তীমূলক পৰিস্থিতিৰ উদ্‌ভাৱন, অৰ্থ লাভৰ মোহ, ৰাজনীতিকৰ বিপক্ষে পক্ষপাত দুষ্টামী, ঘাঁহ-বনৰ দৰে সৰু সৰু দোষক বৰ গছ, শিমলু গছৰ দৰে কৰি তোলা, আত্মসমালোচনাত অভ্যস্ত নহৈ আনৰ দোষৰ জোলোঙাটো দেখাৰ অৰ্হতা, শব্দাৱলীৰ দীপাৱলিৰে আনৰ দোষক পোহৰলৈ আনি জয়ঢোল বজোৱাৰ কৌশল, উগ্ৰ জাতিয়তাবাদ, আনৰ আত্মঘাটি লিখনীৰ সমৰ্থক হৈ নিজ কাকতৰ স্তম্ভ পূৰ কৰা আদিৰ দৰে কুষ্কচ, অমানবীয় চিন্তা-চৰ্চাক সম্পূৰ্ণৰূপে বৰ্জন কৰিব লাগিব সম্পাদকসকলে। এচামে কয় পুৰণি সদায়ে বেয়া, নতুনহে ভাল। আৰু এচামে কয় পুৰণিহে ভাল নতুন বেয়া। এই প্ৰশ্নৰ মিমাংসা কৰি সিদ্ধান্ত দিব লাগিব সম্পাদকসকলে। তাৰবাবে লাগিব গোঢ়া ব্যক্তিত্ব, অনুসন্ধিৎসু মন আৰু কঠোৰ অধ্যয়ন, পৰিশ্ৰম। পুৰণি যদি বেয়া তেনে পুৰণি মানুহৰ কৰ্মৰাজীও বেয়া। কিন্তু পুৰণি মানুহ আৰু পুৰণি মানুহৰ কৰ্মৰাজীৰ

ওপৰতে আমাৰ বক্তব্য সদাই ভাল হয়। পুৰণি মানুহ পুৰণিৰ পৰিবেশত থাকি ভাল হৈছিল- গতিকে পুৰণি আৰু বেয়া হ'ব কেনেকৈ ? আৰু যদি নতুনেই ভাল, নতুনৰ ৰীতি-নীতিয়েই যদি ভাল হয় তেন্তে আমি নতুনকে লওঁ। কিন্তু নতুনক লোৱাৰ বাবে কি হৈছে তাক দেখি আছোঁ। দেশ, সমাজ অধঃপতনে গৈছে বুলি আমিয়ে দেখো ৰাউচি জুৰিছো। আচল কথা নতুনো বেয়া নহয়। নতুনৰো গ্ৰহণযোগ্য দিশ আছে। কিন্তু নতুনৰ দুৰ্বল, ৰোগীয়া, দুৰ্দশাগ্ৰস্থ মায়া-মোহে, অনুকৰণে আমাক পঙ্গু কৰি তুলিছে। এইবোৰৰ উচিত সিদ্ধান্ত দিব সম্পাদক সকলে। আমি পুৰণি খাটি সোণত নতুন ৰাখৰ লগাব লাগে, ৰাখৰ সৰি পৰিলে হানি নাই পুৰণি খাটি সোণ ডোখৰ থাকি যাব,- উজ্জ্বলতা থাকি যাব। নতুনৰ সংস্কৃতিয়ে আমাক যিমান হানি কৰিছে পুৰণিৰ নীতিয়ে সিমান কৰা নাই। ভাৰতৰ বহু ৰাজ্যত এই কথাৰ বিচাৰ কৰিলে গম পোৱা যাব। মানুহৰ সততা সেইবোৰ ৰাজ্যত অধিক শক্তিশালী বুলি পৰিগণিত হৈছে। সম্পাদকসকলে এই বাতৰিৰ উমান ৰাইজক দিব লাগিব। জানি ৰাখিব যে দিল্লী, বোম্বাই, কলিকতাত থকা ল'ৰা-ছোৱালীবোৰেই ভাৰতৰ একমাত্ৰ ল'ৰা-ছোৱালী নহয়। আমাৰ ৰাজ্যতো ল'ৰা-ছোৱালী আছে। আমিও এইবোৰ ল'ৰা-ছোৱালীৰে অভিভাৱক। এই কথাটো বুজাই দিব পাৰিব লাগিব। তাৰোপৰি পুথিভঁড়ালৰ সতে গুৰুৰ আৰু গুৰুৰ সতে পুথিভঁড়ালৰ যি সম্পৰ্ক তেনে সম্পৰ্ক থাকিব লাগিব সাংবাদিকতা আৰু সম্পাদকৰ মাজত। তেতিয়াহে এখন জ্ঞানমুখী কাকতৰ সাৰ্থকতা ৰক্ষা পৰিব। এজন সাহিত্যিকে নোবেল বঁটা কিয় পাই, জ্ঞানপীঠ কিয় পাই, তেওঁৰ লিখনীত কি থাকে, এইবোৰৰ সন্ধান দিয়াৰ কৰ্তব্য সম্পাদকৰ। মই আশা কৰো 'প্ৰতিবাদে' এইসমূহ ৰক্ষা কৰিব। এইখিনিকে কৈ মই 'অসম প্ৰগ্ৰেচীভ ফ'ৰামে' যি পৰিশ্ৰম, অধ্যয়ন আৰু সঁচা সাংবাদিকতা ৰক্ষা কৰি এখন সাদিনীয়া কাকত উলিয়াইছে সেই 'প্ৰতিবাদ'ক মই শ্ৰদ্ধাৰে উন্মোচন কৰিলোঁ। ধন্যবাদ।

সকলো লোকৰ হাতলৈ কিজানি তেজবোৰ আহি পৰিছে। কোনোবাই চাগৈ দুখ পাই যোৱাকৈ হাত চাপৰি বজাইছে। হাঁহিৰ শব্দ আৰু হাত চাপৰি। তাৰ মাজতে আলী চাৰে হাঁহি মাৰি ক'লে।

: ৰাইজে নাও পাৰ হৈ পাৰ পালে। পিছে 'প্ৰতিবাদ'ৰ গুৰিয়াল দুজনক

চিনি পালে জানো ? ময়েই যাক চিনাকি কৰি দিছো। আপোনালোকে আক, বাটে-পথে প্ৰতিবাদ কৰি নেথাকিব। এওঁ হৈছে কবীন শৰ্মা আৰু এওঁ টফচিৰ আলম। নাৰত দুজন মানুহ লাগে যাবে দুজনক সম্পাদক পাতিলো।

চাবৰ কথাত কোঠাটো কিছু শান্ত পৰিল। কবীনহঁতে হাতত 'প্ৰতিবাদ'ৰ শকট টোপোলাবোৰ লৈ দৰ্শকসকলক বিলোৱাত লাগিছিল। দুয়োজনে কোনোৰকমে হাত দাঙি ৰাইজলৈ নমস্কাৰ জনালে। আছফিয়াই তাৰ মাজতে ক'লে।

: এতিয়া ফৰামৰ সভাপতি আছিকুল কাদীৰ দাদাই দৰ্শকসকলক সম্ভাষণ জনাব ।

কাদীৰ চাহাব মাইকৰ কাষলৈ আহিল।

: পঠন আৰু শ্ৰৱণ একেলগে নহয়। পঢ়াৰ সময়ত মই কথা ক'লে আপোনালোকেই 'প্ৰতিবাদ' কৰিব। আমি এতিয়া এই অনুষ্ঠানৰ সামৰণি মাৰিম। আপোনালোক সকলোকে মই ফ'ৰামৰ হৈ সম্ভাষণ জনাইছো। 'প্ৰতিবাদ' পঢ়িব আৰু আমাৰ দোষসমূহ আঙুলিয়াই দিব। পঠন, শ্ৰৱণ, দৰ্শন আদি অথলে যাব যদি ভোজনৰ কথা নকও। আলিৰ সিপাৰে আমাৰ 'অনামী' ৰেষ্টুৰেন্টতে অকণ খোৱাৰ অৰ্থৎ জল-যোগৰ ব্যৱস্থা কৰিছো- তাঁলৈ অনুগ্ৰহ কৰি গৈ আমাৰ সামান্য আতিথ্য গ্ৰহম কৰিব। ধন্যবাদ।

ঘোষণাটো শুনাৰ লগে লগে সভাকক্ষৰ পাছৰ পিনে থকা মানুহ কিছুমানে হাতত পেপাৰখন লৈ দুৱমুৰকৈ ওলাই গ'ল। কাদীৰ চাহাবে আলী চাব আৰু বিশাল ভট্টাচাৰ্য্যৰ সতে কথা পতাত লাগিল। দৰ্শকৰ প্ৰথম শাৰীত থকা কেইজনমান ভব্য-গব্য লোক উঠি আহি চাবহঁতৰ সতে কথাত যোগ দিলে।

প্ৰায়বোৰ মানুহ কক্ষৰ পৰা ওলাই গ'ল। কবীনে হাতৰ ঘড়ীটো চালে, তেতিয়া দিনৰ এক বাজি গৈছে। টফচিৰৰ মুখত কিছু উদ্বীগ্নতাই দেখা দিলে। দুয়োটাৰে মুখখন গধুৰ হৈ পৰিল। দুয়োটা যেন চিন্তিত হৈ পৰিছে। এটা অনুষ্ঠানৰ সফল সামৰণি। সিহঁতৰ মনটো জয়া বজাৰৰ পিনে গতি কৰিলে। হয়তো পূৰ্ণ গতিত তাৰ সভাখন চলি আছে। একো এটা দেখাত হ'ব নেলাগে। নব শৰ্মাই যথাসম্ভৱ সকলো ব্যৱস্থা গ্ৰহণ কৰিছে। এনেতে আলী চাবে কবীনক মতাত কবীন আলীচাবৰ কাষ পালেগৈ।

: সুকলমে সকলো হৈ গ'ল। মানুহ প্ৰায় গ'লগে। তোমালোক জয়া বজাৰৰ পিনে যোৱাৰ কথা আছিল নহয়, যোৱা তেনে ?

: কিছুমান নিৰ্বোধ মানুহক গোটাই যিবোৰ কথাৰে ফ'ৰামৰ সভ্যসকলক বশ মনাব নোৱাৰিলে তাৰে এক পুনৰাবৃত্তি কৰিব বিচৰা হৈছে জয়া বজাৰৰ সভাখনত। চাৰে কি কয় ?

: মই চামছুলৰ কথাটোতহে জোৰ দিও – জানা বিশাল ? হাতী সদায়ে হাতী। অন্ধৰ হাতৰ উমানত হাতী বেলেগ হৈ নেযায়।

: তোমালোক যোৱা তেনে অহা সংখ্যাৰ প্ৰতিবাদত তোমালোকেই লিখিব লাগিব। কি দেখা, কি শুনা তাকে লিখিব পাৰিবা। আমাৰ আজি এটা ভাল কাম হ'ল। সকলোৱে বৰ আগ্ৰহেৰে 'প্ৰতিবাদ'ক গ্ৰহণ কৰিছে। আমাৰ যে বাহ্যিকতা নাই সেইটো জানে। আৰু এটা কথা কৈ ৰাখোঁ ব'হাগ বিহুলৈ বেছি দিন নাই। বিহু সংখ্যা এটা উলিয়াবা। ময়ে বিশালে দুটা প্ৰবন্ধ দিম।

: আপোনালোকক আমি এৰিছো। আশা কৰো দুয়োখন কাকতে জনপ্ৰিয়তা লাভ কৰিব। চাৰে কোৱা মতে বিহুৰ সংখ্যা এটাৰ কথা ভাবিম।

সকলোকে মাত দি তেওঁলোক গ'লগে। কবীনে দেখিলে টফচিৰে হাতত শকট তলাটো লৈ ৰৈ আছে।

: ওলালি নেকি ?

: এইসোপা চব এনেকৈ থাওক। মাত্ৰ ধূপকাঠি কেইদাল নুমুৱাই যাওঁ। আদিত্যৰ চাগৈ খং উঠিছে। আহি ঠিক কৰিম।

: আছফি, বলা তেনে। প্ৰেছৰ অন্য কাম নাই। জেৰিণহঁতক তেনে আজি চুটি দিয়া হওক। কালিৰে পৰা তেনে আকৌ সকলো চালু হ'ব।

টফচিৰে দুৱাৰত শকট তলাটো লগাই দিলে। কবীনে প্ৰেছৰ কৰ্মচাৰীসকলক পাছবেলাৰ বাবে চুটিৰ নিৰ্দেশ দি ওলাই আহিল। আলিবাটত স্বাভাৱিক মানুহৰ ভীৰ। পুৱাবেলাৰ সেই ভীৰ নাই।

কবীনে গাড়ী চলালে। পাছত আছফিয়া আৰু নিশ্চল।

: কিনো বৰ এটা জাতীয় সমস্যাৰ সৃষ্টি হৈছে তাৰবাবে এই মানুহবোৰে জয়া বজাৰলৈ বুলি ধাপলি মেলিছে।

: বানপানী, ভূমিকম্প, তুফানৰ বাহিৰে অন্য সমস্যা জাতি বা দেশে

কৰে- মানুহেই কৰে। ঘৰুৱাই হওক বা ৰাজহুৱাই হওক সকলো সমস্যা মানুহেই কৰে। অৱশ্যে আগৰ কেইটা প্ৰকৃতিয়েহে কৰে। টাবৰীণে এইবোৰ কথাৰে জাতিয় সমস্যাৰ সৃষ্টি কৰিব নোৱাৰে। তাৰে দুই এটা টানি আনি দুজনমানে জাতীয় সমস্যাৰ ৰূপত বহুৱাব খুজিছিল পিছে নোৱাৰিলে।

: বাংলাদেশৰ মানুহবোৰ ইয়ালৈ অহাত এটা জাতীয় সমস্যাৰ সৃষ্টি এক কথাত হ'ব পাৰে। সেইটোত দেশৰ সাৰ্বভৌমত্য আৰু সাংবিধানিক সংকটৰ কথা এটা থাকিব পাৰে। কিন্তু, কিছুমান মিছা কথাক প্ৰশ্ৰয় দি তাক জাতীয় সমস্যাৰ মাপকাঠিলৈ উন্নিত কৰা সমিচীন নহ'ব।

: আপোনালোকে ডাঙৰ কথালৈ গৈছে। সেইবোৰ পলিটিকেল কথা। দুষ্ট কথাৰ বাবে দুষ্ট মানুহে এইদৰে সুবিধা লয়। মই আগতেই কৈছিলো যে দেউতাইতে টাবৰীণক ভাৰতত ঠাই বা আশ্ৰয় দিয়াৰ কথাও লিখিছিল। প্ৰব্ৰজনে এখন দেশৰ বেয়া চৰিত্ৰৰ আমদানি কৰিব পাৰে বুলি লিখি আৰু সেই দেশৰে দুষ্টমতী লিখিকা গৰাকীক ভাৰতত আশ্ৰয় দিয়াৰ সপক্ষে ওকালতি কৰে। টাবৰীণক এই দেশত আশ্ৰয় দিয়া মানে আকৌ সেই সাম্প্ৰদায়ীকতাবাদকে ঠাই দিয়াতো নুবুজাব নেকি ? সিদিনা বগীবুঢ়ীকো বুজুৱা হৈছে যে আকৌ বিদেশী খেদা আন্দোলন হ'ব। তেওঁ ইয়াৰ পৰা যোৱাই ভাল। কৰবাৰ কথা কৰবাত লগালেহি। এতিয়া বগীবুঢ়ীৰ ওপৰতে সেই চামৰ চকু। বগীবুঢ়ীক এশিকনি দিয়া মানে ফ'ৰাম আৰু 'প্ৰতিবাদ'ক এশিকনি দিয়া। ইতিমধ্যে বগীবুঢ়ীৰ সতে আমাক, মানে আপোনালোকক নিৰ্লজভাৱে সাঙোৰা হৈ গৈছে। যোৱা পৰহিৰ ঘটনা, ৰাতি মায়ে মোক কৈয়ে দিলে "তইঁতৰ জয়া বজাৰত কি কাম আছে ? বেয়া তিৰুতা এজনীৰ ঘৰ লৈছ। চাবি তাত আৰু ছোৱালীৰ বেপাৰ চলে।" মই হতবাক্ হৈ পৰিছিলো।

: এৰা সেই ছোৱালীৰ বেপাৰ কৰা তিৰুতা জনীৰ কিবা হয় বুলিলে মোৰ ভয় লাগিছে। নহ'লে ইয়ালৈ নাহিলো হয়।

: আমাক নোৱাৰিলে কাৰণে লাজতে তেওঁলোকে এইদৰে মিটিং পাতি তেওঁলোকৰ কথাক প্ৰতিয়মান কৰাৰ চেষ্টা কৰিব। তাতোকৈ বেছিকৈ আৰু কি কৰিব ? পেপাৰত লিখা কেইটামান দিব, তাৰ পাছত সকলো শেষ। কিয় বাৰু এইবোৰ কথাত লাগি থাকিব ? তেওঁলোকৰ জানো কাম নাই ? আমাৰ

এটা উদ্দেশ্য আছে- পেপাৰ উলিওৱাৰ উদ্দেশ্য, সাহিত্য চৰ্চা কৰাৰ উদ্দেশ্য, সমাজত ঘটা বেয়া কথাবোৰ আঁতৰোৱাৰ উদ্দেশ্য আদি। তেওঁলোকৰটো তেনে কোনো এইম নাই। কৰবাত কৰবাত দুই এটা প্ৰবন্ধ লিখে। এতিয়া যেনিবা মহিলা সংঘ খুলি তাৰ নামত এইবোৰ কৰিছে। কেইগৰাকীমা ন মহিলা এইবোৰত লাগি থাকিব পাৰিব ? অৱশ্যে লাগি থাকিলে ভালেই। সেইবুলি আৰু জেঠাইক কি কৰিব ?

: কি কৰিব মানে ? দুয়োজনী বাংলাদেশী। এজনীক কোলাত লৈছো এজনীক বোকালৈ ঠেলিছো। বোকালৈ ঠেলাজনীক মূৰত ৰাখিব লাগিছিল। জেঠাই যে খুব ভাল তাক সিহঁতেও জানে। কিন্তু জেঠাইক বেয়া বুলি নক'লে সিহঁতে আমাৰ ওপৰত হোৰা তুলিব নোৱাৰিব। কথা সেইটোৱেই।

: আদিত্যৰ সেই কাৰণে খং উঠে। লগে লগে তাক সেইবাবে কাম কৰিবলৈ লাগে।

: জেঠাইৰ বিষয়ে মই ভালকৈ জানো। সৰুৰে পৰা বাংলাদেশত থকা দিনৰে পৰা সকলো ইতিহাস মই জানো। তাহানি যাওঁতেই সকলো জানি আহিছোঁ। টাবৰীণটো মোৰ পেহীৰ ছোৱালী। মই যেনিবা অসমত জন্মি ইয়াতে থাকিলো। ফৰমানৰ বাবেইটো এই কাহিনী ? ফৰমানক চাঁগে জেঠায়ে ঘৰলৈকে ইমানদিনে ননাকৈ আছেনে ? লতামণিকো বোৱাৰি বুলি সাৱতি নোলোৱাকৈ থকা নাই চাঁগে।

: চিৰিয়েলখনৰ পাছৰ খণ্ডবোৰ খেলি-মেলি হৈ গ'ল, নহয় জানো কবীনদা ?

: আগতে যেতিয়া দৰ্শকৰূপে আছিলোঁ তেতিয়া চিৰিয়েলৰ কথা ক'ব পাৰিছিলো। এতিয়া আমি নিজেই অভিনেতা হৈ গ'লো। গতিকে দিগদাৰি সেইখিনিতে।

: তাকে ভাবো- টাবৰীণহঁতৰ পৰিয়ালটো চহকী হৈ গ'ল। শিক্ষা-দীক্ষা ললে- মৈমনসিঙলৈ উঠি গ'ল। আব্বা আছিল গায়ক- পল্লী গীতৰ গায়ক। অসমলৈ আহি কোনোৰকমে বাছি থাকিল। পল্লী আৰু বাউল গীতৰ শিল্পী এজনে জীৱনত কিয়েবা কৰিব পাৰিব। ঠিকা বিজিনেছ কৰিয়ে মোক পঢ়ালে।

: তই বাংলাদেশত থকা হ'লে টাবৰীণক কি বুলি ললি হয় ?

: কি তোৰ সন্দেহ হয় নেকি ? মইতো তাইক মুখৰ আগতে গালি পাৰিছিলোঁ, চিঠি দিছিলোঁ। এতিয়া যি কৰিছোঁ তেতিয়াও তাকে কৰিলো হয়- বৰং বেছিকৈ লাগিলো হয়। কাৰণ কোৰাণ হাদীছ কেৱল বাংলাদেশৰেই নহয়। পৃথিৱীৰ সকলো মানুহৰ।

কবীনে গাড়ীৰ গতি কমাই দিলে। বাটত চলি থকা অসংখ্য মানুহৰ ভীৰখিনি সকলোৰে চকুত পৰিল। মানুহৰ ভীৰৰ পৰা ধৰিব পৰা নগ'ল যে জয়া বজাৰলৈ আৰু কিমান দূৰ আছে। আলিৰ দুয়োকাষে কেৱল মানুহৰ অহা-যোৱা।

: এটা কাম কৰো- গাড়ীখন আৰু আগলৈ নিনিও। ইয়াতে ৰখাই মানুহৰ লগতে খোজ কাঢ়ো।

: সভাস্থলিলৈ দূৰ আছে। আছফিয়ে নোৱাৰিব।

: সেইয়া লাউদ স্পীকাৰৰ পৰা লেক্‌চাৰ ভাঁহি আহিছে। দেছি দূৰ নহ'ব নেকি ?

: হ'লেও আৰু অলপ যাওঁ দে।

কবীনে পুনৰ গাড়ী চলালে। লাউদ স্পীকাৰৰ পৰা কিবা হুলস্থুল, চিঞৰ-বাখৰ আৰু অস্পষ্ট কথা ভাঁহি আহিছে। কবীনহঁতে কথাবোৰ বুজিবলৈ চেষ্টা কৰিলে। নিশ্চলে ব্যস্তভাৱে মাত দিলে।

: আৰু নেলাগে - ইয়াতে ৰখাই দিয়ক। এই পিনেদিয়ে মানুহবোৰ গৈছে যাব পাৰিম কিজানি।

: হ'ব দিয়ক মই যাব পাৰিম। কিয় নোৱাৰিম ?

: এই পুলটোৰ কাষতে ৰখাই দিও। মানুহবোৰে নিৰ্দিষ্ট এটা বাটেৰে যোৱা নাই কিজানি ?

: খৰালি জেওৰা-জপনা নথকা পথাৰ। মুকলি পাই যি যেনেকৈ পাৰে সেই পিনেদিয়ে পোনাই দিছে। কিছুমানে সেই ঘৰবোৰৰ কাষেৰে আৰু পাছফালৰ বাৰীয়েদি পোনাইছে।

: হ'ব দে আমি তেনে সৌ দুই নম্বৰ শাৰীটোতে সোমাই যাওঁ। লাহে লাহে গৈ থাকোঁ।

: জেঠাইৰ ঘৰলৈ সোমোৱা বাটটোলৈ কিমান থাকিল ?

: একো ধৰিব পৰা নাই। আজিহে ধাৰণা কৰিব পাৰিছো যে মানুহে সৰহ মানুহ পালেও চিনাকী বাট হেৰুৱাই।

: শুনচোন লাউদ স্পীকাৰত কিবা কৈছে।

কবীন, টফচিৰহঁত গাড়ীৰ পৰা নামি গ'ল। নামিয়েই বিশ খোজমান গৈ পশ্চিম ফালৰ পথাৰৰ পিনে নামি শাৰীত সোমাই পৰিল। আছফিয়াক মাজত সুমুৱাই ললে। এটা অকোৱা-পকোৱা দীঘল সমদল। মানুহৰ লানি নিছিগা ধাৰ। যোৱা গৈছে ওভতি অহা আহিছে। কিছুমানৰ মুখত হাঁহি-খিকিন্দালি। আকাশত সামান্য ৰ'দ। অলপ অলপ বতাহ মাৰি আছে। কবীনহঁতে লাউদ স্পীকাৰৰ কথাবোৰ শুনিবলৈ চেষ্টা কৰিলে। মানুহৰ ভৰিৰ শব্দ আৰু কথা-বতৰাৰ বাবে কথাবোৰ শুনাত অলপ ব্যাঘাট জন্মিছিল। চাৰিওপিনে ধূলি উৰিছে। ধূলিত মাটিৰ গোন্ধ।

"গৈ থাওক ৰাইজ - একো চিন্তা নকৰিব। আমি দুটা কাউন্টাৰ খুলি দিছো। তাতে আপোনালোকে যি পাৰে মুক্তহস্তে দান কৰক। পঞ্চাশ টকাৰ ওপৰত দিয়াজনক আমি ৰছিদ দিম। ৰছিদ নিবলৈ নেপাহৰিব। দুশ টকাৰ ওপৰত যি ধন দিব তেওঁ যেন আমাক নামটো দিবলৈ নেপাহৰে। আমি মাইকত নামটো ঘোষণা কৰি দিম। কি ক'লে ? আপুনি ? অ' দুশ এটকা- কি নাম বাৰু আপোনাৰ ? ছমীৰ আলী ? ৰাইজ, এখেতৰ নাম ছমীৰ আলী। এখেতে ন্যাস পুঁজিলৈ দুশ এটকা দান কৰিছে। আহক ৰাইজ দুৰ্গত আৰু অভাবি মহিলাসকলৰ বাবে আমি যি আঁচনি লৈছো তাক সফল কৰি তোলকহি। নাৰীৰ বাবেই আমি সকলো ঠিক কৰিছো।"

লাউদ স্পীকাৰৰ ঘোষণা বন্ধ হৈ গ'ল। তাৰ ঠাইত মানুহৰ কথা-বতৰা ভাঁহি আহিল। কথাবোৰ সৰুকৈ ভাঁহি আহিছে।

: শুনিলি অই - পইচা তোলা পৰ্ব আৰম্ভ হৈ গ'ল।

: ভালেই কৰিছে দে। কোন নম্বৰ প্ৰস্তাৱ মতে বা ?

আকৌ কথা ভাঁহি আহিল। বোধহয় কোনোবা এজনে কৈ আছিল। মাজতে ঘোষণাটো দিয়া হৈছিল।

"আমাৰ কথা ধৰ্ম মনা নমনাতো নিজৰ কথা। ধৰ্মান্ধসকলেহে ধৰ্মক লৈ ৰাজনীতি কৰে। ধৰ্ম নমনাসকলে নহয়। ইছলাম ধৰ্মৰ পবিত্ৰ গ্ৰন্থ

'কোৰাণ শ্বৰীফৰ' সংস্কাৰৰ বিষয়ে যিহেতু টাববীণে নাই কোৱা বুলি কৈছে তেনেক্ষেত্ৰত টাববীণৰ জীৱন বিপন্ন কৰাৰ অধিকাৰ কাৰো নাই। দ্বিতীয়তে টাববীণৰ নাৰী-পুৰুষৰ সম্পৰ্কত টাববীণৰ মৃত্যু পৰোৱানাৰ বিপক্ষে থিয় হৈ এটা কথাই কও যে পৃথিৱীৰ সকলো দেশৰ সকলো সমাজৰ বাবে মৌলবাদ প্ৰগতিৰ প্ৰতিবন্ধক। ইয়াৰ বিৰুদ্ধে সকলোৱে মাত মাতিব লাগে।"

সমদলটো আগবাঢ়িছে। কবীনহঁতো বহুদূৰ আগবাঢ়িল। কবীনহঁতে এইবাৰ ভালকৈ কথাবোৰ শুনি যাবলৈ ঠিক কৰিলে। কাৰণ মাইকটো কোনোবাই মাজে মাজে ঘূৰাই থকাৰ বাবে কথাবোৰ একেপিনে আহি থাকিব পৰা নাই।

"মুছলিমাৰ এনে সাৰ্বজনীন জ্ঞান বিবেচনাক মৌলবাদীসকলে উপলব্ধি কৰিব নোৱাৰিহে বিদ্বেষৰ অগনি জ্বলাইছে। বিশ্বত এনে মানৱ দৰদী প্ৰাণৰ পূৰ্বতো বহু লাঞ্চনা হৈছে- চৰম নিৰ্য্যাতন ভুগিছে। মুছলিমাই তাকো জানে। তথাপি সত্যৰ বাবে, প্ৰকৃত ধৰ্মৰ বাবে এনে বিপদ চপাই লবলৈ সাহস কৰিলে। সেয়ে এই অখ্যাত যুৱতী গৰাকী বিশ্বত আজি বিখ্যাত হৈ খ্যাতি সম্পন্না হৈছে। বাংলাদেশে মুছলিমাক আদৰিব লাগিছিল বাংলাদেশৰ ৰত্ন হিচাবে কিন্তু চিহ্নিত কৰা হ'ল কলংক হিচাবে। মুছলিমাৰ মানৱতাৰ সপক্ষে সংগ্ৰামত ভাৰত কেৱল নীৰৱ হৈ থাকিব নোৱাৰে। প্ৰয়োজন হ'লে মুছলিমাৰ বাবে আশ্ৰয়ৰ স্থান আগবঢ়াবও লাগিব। মুছলিমা ভাৰতৰ বাবে ধৰ্ম নিৰপেক্ষতাৰ ডাঙৰ পৰীক্ষা।"

"মুঠৰ ওপৰত ধৰ্ম, সমাজ আৰু ৰাষ্ট্ৰৰ বিশাল শক্তিৰ বিৰুদ্ধে অসীম সাহসেৰে যুদ্ধ চলোৱা, ধৰ্মগুৰুৰ ফতোৱা, জনতাৰ ফাঁচীৰ দাবী, ৰাষ্ট্ৰৰ শক্তি প্ৰয়োগৰ লগত যুঁজি যুঁজি স্বাধীন চিন্তাক, বিবেকবোধক বিসৰ্জন নিদিয়া এই নাৰীক মুখখন জপাই থ'বলৈ ক'বলৈ আমাৰ অধিকাৰ নাই বুলিয়ে মই ভাবো।"

"মনোৱাৰা বেগমৰ নাৰী স্বাধীনতা বিৰোধী কথাবোৰৰ আমি তীব্ৰ প্ৰতিবাদ কৰোঁ। যিখন সমাজত 'তালাক' শব্দটো তিনিবাৰ উচ্চাৰণ কৰি পুৰুষে পত্নীক ত্যাগ কৰিব পাৰে, যিখন সমাজৰ বাবে বহুপত্নী গ্ৰহণ কৰাটো তেনেই সাধাৰণ কথা, সেইখন সমাজে এগৰাকী নাৰীৰ বিবাহ বিচ্ছেদৰ অধিকাৰ আৰু বহুস্বামী গ্ৰহণত বাধা দিয়াৰ যুক্তি ক'ত ? হয় দুয়োটাকে স্বীকৃতি দিব লাগিব নহয়

দুয়োটাৰে প্ৰতিবাদ কৰিব লাগিব।" তেখেতৰ শেষৰ পেৰেগ্ৰাফটোত "নামাজ-কোৰাণৰ লগতে গোসাঁইঘৰ-নামঘৰ সকলো লেটিয়াই তেখেতে অসমীয়া হিন্দু-মুছলিম উভয়ৰে আবেগিক সমৰ্থন লাভৰ চেষ্টা কৰিছে। তেখেতৰ কথাবোৰ প্ৰৰোচনামূলক । এয়া এগৰাকী 'প্ৰগতিশীলা' নাৰীৰ বক্তব্য নহৈ ধৰ্মীয় মৌলবাদীৰ হোৱা হ'লেহে শোভা পালেহেঁতেন।"

আকৌ লাউড স্পীকাৰটো কোনোবাই ঘূৰাই ঘূৰাই থকাৰ বাবে সকলো কথা সমানে অহা নাই। কথাবোৰৰ ধাৰাবাহিকতাবোৰ ৰক্ষা কৰি কবীনহঁতে শুনিব পৰা নাই।

"ৰাইজ, আমাৰ মঞ্চত এতিয়া আৰু অনেক বক্তা আছে । গতিকে আপোনালোকে নিচেই কম সময়লৈ আপোনালোকৰ মনৰ একেবাৰে সঁচা কথাখিনি প্ৰকাশ কৰিব । সময় বেছি নলব । ক্ষমা কৰিব আকৌ এটা ঘোষণাকৰিছো- দুশতকৈ বেছি ধন দিয়া লোকৰ নাম আমাৰ হাতত কেইৰাজনো পৰিছে। মই নামবোৰ কৈ দিছো - তেওঁলোক হ'ল কুটুব আলী, নিৰঞ্জন আলী, বুদ্ধ সাহা, ৰমজান আলী আৰু মনোজ আলী । ধন্যবাদ তেওঁলোকলৈ ।"

: কথাবোৰ গম পালি ? কি সভা আৰু গম পাইছো। এনেয়ে কষ্ট কৰি আহিলো। অলপ ৰৈ দিও দে।

: আহ লাইনৰ বাহিৰ হৈ যাওঁ। আছফিয়া আহা।

আছফিয়াৰ অলপ ভাগৰ লাগিছে। কবীনহঁত বাহিৰলৈ ওলাই আহিল সমদলৰ পৰা । শাৰীপাতি যোৱা সমদলটোৰ পৰা ওলাই আহিল যদিও সিমান ভীৰৰ পৰা হাত সাৰিব পৰা নাই। কাষতো অন্য মানুহ আছে।

: সৌ আমজোপা দেখিছ ? বোধহয় জেঠাইৰ ঘৰটো তাতে। বেছি দূৰ নাই। পাইছোহি।

: মই যে একো ধৰিব পৰা নাই। মানুহ বেছ হৈছে।

এনেতে বিশেষ তৎপৰতা বা ব্যস্ততা নেদেখুৱাই আৰদিত্য আহি ওলালহি আৰু অলপ সৰুকৈ ক'লে।

: অথনিৰে পৰা তহঁতক চাই আছো। গাড়ীখন ক'ত ৰাখিলি ?

: বাটতে ৰাখি আহিছো। এইবোৰ কি চলিছে অ' ?

: গম পাবি ৰ'। আহ্ এইপিনে যাওঁ।

: তই ক'ত আছ ? কেনে চলিছে ? জেঠাইৰ ঘৰটো ক'ত অ' ?

: সকলো কম। মোৰ সতে আহ্। লাইনত যাব নেলাগে।

কবীনইঁতে সমদলটোৰ কাষৰ পৰা লাহে লাহে আঁতৰি আহি আদিত্যৰ সতে যাবলৈ ধৰিলে। পথাৰৰ ওখৰা-মোখৰা বাট। মাজে মাজে পানী নথকা শুকান পুখুৰী আৰু চামফলগুনী। চাৰিওপিনে মানুহ পিয়াঁপি দি ফুৰিছে।

: কি যে ভেকো-ভাওনা হৈছে কি কবি আৰু ? এনেকৈনো সভা পাতেনে ? আন্দোলনৰ সভাবোৰতকৈ দহখোপ পাছলৈ যোৱা ! হাঁহিবি নে কান্দিবি ?

: আন্দোলনৰ এটা উদ্দেশ্য আছিল। অন্ততঃ মানুহে কথাটো বুজি পাইছিল। সকলোৱে তাৰ গুৰুত্ব বুজিছিল।

: ইয়াত একো নাই। কোনেও একো বুজা নাই। এনেয়ে দেখাক দেখি আহিছে। মই অনুমান কৰিছোঁ- আমাৰ সভাবোৰতো এনেবোৰ কথা কবৰ বাবেই মানুহবোৰ ওলাই আহিছিল। তাত নোৱাৰি ইয়াতে মুক্তভাৱে জাৰি দিছে। ইয়াৰে কিছুমান মানুহে আকৌ আন্দোলন হ'ব বুলি ভাবি ভয় খাইছে।

: দুই চাৰিজন জনাবুজা মহিলা পুৰুষো আহিছে। কিন্তু চৰিত্ৰ সেই একেটাই। মুঠৰ ওপৰত আমাৰ তাত যিবোৰ কথা ক'ব নোৱাৰিলে সেইবোৰ ইয়াতে প্ৰকাশ কৰিছে।

: পইচা খুব দিছে। পিছে মানুহৰ নামবোৰ শুনিছনে নাই ? কিবা এটা আছে যেন লাগিছে ।

: সকলো পাছত গম পাবি। এটা অতি সুন্দৰ শ্লগান ৰচনা কৰা হৈছে। উপৰুৱাকৈ চালে ভাল। কিন্তু তাৰ অৰ্থ বৰ বেলেগ। সেই কাৰণে দিয়াই খুব পইচা দিছে। আচল কথা কৰবাত পৰি থাকিল।

: কি শ্লগান ? গাইছিল নেকি ?

: শুন মই কৈছো - খাটি খোৱা আৰু অসমৰ মাটি, হাতত এতিয়া ভয়াল ৰাতি। যি নাৰীয়ে বেপাৰ কৰে, দুখৰ দিনেৰে পেট ভৰে।

: যি নাৰীয়ে বেপাৰ কৰে মানে ? কথাটো কৰবাত লাগি আছে যেন পাওঁ। বেছ ভাল শ্লগান বাহিৰ কৰিছে।

: মাজে মাজে কিন্তু দুই এজনে বৰ সুন্দৰ কথাও কৈছে। নৱদাই টেপ কৰিছে - সকলোবোৰ।

: অ' দাদা ক'ত ? কোন পিনে আছে ? লগ পাইছু নেকি ?

: মই আধা ঘন্টাৰ অন্তৰে অন্তৰে ঘূৰি ফুৰি থাকি নৱদাক লগ কৰি আছো। চাৰিওপিনে কিন্তু চি আৰ পিয়ে ঘেৰি আছে। বৰ বেছি নাই অলপ। কোনোবা দুজন এচ. পিও আহিছে। নৱদাৰ লগৰে বোলে।

: অ' সৌৱা জেঠাইৰ ঘৰটো নহয় নে ? পাছপিনে থকা সেই কুৱাটো ?

: ও হয়, তালৈকে আহিছোঁ।

কবীন, আদিত্যহঁত বৈ গ'ল। আদিত্যই চিগাৰেট এটা জ্বলালে। সিহঁতবোৰে লাউড স্পীকাৰৰ পিনে এবাৰ এনেয়ে মন দিলে। আদিত্যৰ শুনাৰ সিমান ইচ্ছা নাছিল যদিও কবীনহঁতৰ বাবে বৈ দিলে।

"ইয়াতেই আছে। এই অঞ্চলতে আছে। আমি কেৱল কিতাপৰ কথা পঢ়ি কিতাপৰ মানুহবোৰৰ প্ৰতি আমাৰ চিন্তাবোৰক খটোৱালে নহ'ব। কৰবাত যদি বেয়া ঠাই আছে, কৰবাত যদি ক'লা বজাৰৰ ব্যৱসাই আছে, কোনোবাই যদি গাঁৱৰ কুমলীয়া ছোৱালী আনি ব্যৱসাই কৰিছে তেন্তে সেই ঠাই আমি বাহিৰ কৰি উচ্ছেদ কৰিব লাগিব, নিৰ্মূল কৰিব লাগিব। পুৰুষৰ তত্ত্বধানত নাৰীয়েই তেনে অপকৰ্ম কৰি আছে। আজি আমি নিজ চকুৰে দেখিছো যে কেনেকৈ এই সভালৈ আহি লাইনৰ পৰা ফালৰি কাটি কোনোবা দালালৰ সহায়ত ভব্য-গব্য লোকে সেই ব্যৱসাই কৰা তিৰুতাৰ ঘৰলৈ ধাপলি মেলিছে। আমি তাৰ ব্যৱস্থা লব লাগিব - এতিয়াই লব লাগিব। তেহে আমাৰ এনে সভা ৰক্ষা পৰিব।"

কবীনহঁত নিৰ্বাক-নিস্পন্দ হৈ পৰিল। নিজৰ কাণ দুখনকে যেন বিশ্বাস কৰিব নোৱাৰা হ'ল। আছফিয়াই তললৈ মূৰ কৰি একেথৰে তললৈ চাই ৰ'ল। আদিত্যই দুহুপমান মৰা চিগাৰেটটো দলিয়াই পেলাই দিলে আৰু চাৰ্তৰ মাজেৰে পেন্টৰ তললৈকে সুমুৱাই ৰখা ক'লা তেল পিছলি যোৱা লাঠিদাল হাতলৈ আনি ললে।

: কোনোৱা কুত্তাই আমাক ফ'ল কৰা নাইতো ? বল যাওঁ- তালৈকে যাওঁ। জান দি যাম তথাপিও এনে কথা নুশুনো।

: অইনৰ কথাও ক'ব পাৰে ? তইনো খং খাইছ্ কেলৈ ?

আদিত্যই খৰকৈ খোজ কাঢ়িবলৈ ললে। পাছে পাছে কবীনহঁত আগবাঢ়িল। কথা কিছুমান তেতিয়াও ভাঁহি আহিছে। প্ৰায় চাৰি মিনিটমানৰ পাছত সিহঁত কেইটা বগীবুঢ়ীৰ ঘৰৰ পাছ্পিনৰ চোতালত ভৰি দিলেহি। কবীনহঁতে পাছ্পিনৰ দুৱাৰৰ কাষত ৰৈ মন কৰিলে। কোনো সাৰ সুৰ নাই। সিহঁত কেইটাই আগপিনেদি যোৱাটোকে ঠিক কৰিলে। আগপিনৰ পৰাও বন্ধ কৰা অৱস্থাত দুৱাৰখন দেখি টফচিৰে লাহেকৈ মাত দিলে। প্ৰথমে ভিতৰৰ পৰা কোনেও মাত দিয়া নাছিল। টফচিৰে নামবোৰ কোৱাৰ পাছত দুৱাৰখন খোল খালে। বগীবুঢ়ীয়ে দুৱাৰখন খুলি দিছে।

: তোমালোক ? আহা ভিতৰলৈ সোমাই আহা।

টফচিৰহঁত ভিতৰলৈ সোমাই গ'ল। ভিতৰৰ কোঠাবোৰত বিছনাত বহি আছে তৰা, গোলনা আৰু, ৰহিমা ফৰিদা, জয়ন্তী আদি চিনি পোৱা ছোৱালী কেইজনী। আন এখন বিছনাত শুই আছে ফৰমান। লতাক কিন্তু ক'তো দেখা নগ'ল।

: আমাৰ আজিহে অলপ ভয় লাগিছে। খোদায়ে তোমালোকক লৈ আনিলে।

: কিয় জেঠাই ?

: তোমালোকে আকৌ আন্দোলনৰ মিটিং পাতিছা হ'বলা। কথাবোৰ শুনি দুৱাৰ মাৰি ঘৰতে সোমাই আছো। খোদায়ে যি কৰে কৰিব। ফৰমানৰ জ্বৰ বুকুৰ ঘাঁ ডোখৰ ভাল হোৱাই নাই - সাংঘাটিক বিষ।

সকলোৰে ভীত আৰু বিবৰ্ণ মুখ। ৰুক্ষ চুলি। চকুবোৰ নিস্তেজ হৈ পৰিছে। ওঠত পানী নাই- নিস্প্ৰাণ মুখাবয়ব। ফৰমান উপৰ মুকৈ শুই আছে। কবীন আৰু আদিত্যই ফৰমানৰ কাষলৈ গৈ লাহেকৈ মাত দিলে।

: ফৰমান- চাও চকু মেলচোন। খুব বি[illegible] নেকি ?

ফৰমানে চকুজো[illegible]মেলি দিলে। নিমিষ[illegible]ক হু[illegible]ন্দি দিলে আৰু তাৰ মাজতে ক'লে ।

: আপোনালোক ? মা - বহিবলৈ দিয়া মামাহঁতক। মোক কোনোবা এজন ডাক্তৰৰ ওচৰলৈ লৈ যাওক মামা। মই বিষত মৰি থাকিম।

: আমি আছো হ'ব। তই মনে মনে থাক।

: সি ডাক্তৰৰ ওচৰলৈও যাব নোৱাৰা হ'ল। নিশ্চলৰ বাপেকে কোৱা কথাটোৱেই হয়। আকৌ আন্দোলন হ'ব। কথাটো ওলাইছে। ফৰমানক টকা দিবলৈ কৈছে নহ'লে বোলে বেয়া হ'ব। সেয়ে সি বাহিৰলৈ ওলাব পৰা নাছিল।

: ভয় এৰক, সহজ হওক। আমি আহিছো। আগৰ দৰে আমি কথা পাতিম, চাহ খাম আৰু স্ফূৰ্তি কৰিম। মিটিং-চিটিং যি চলিছে চলি থাকক। এইবোৰ আন্দোলনৰ মিটিং নহয়। মিছা কথা।

: জেঠাই মোৰ দেউতাৰ কথা নুশুনিব। এইবোৰ চব মোৰ দেউতাৰ কাম। ভয় নেখাব। আমি বহু কথা গম পাই গ'লো। সেইবোৰ পাছত কম।

: এটা কাম কৰো। নৱদাক লগ কৰোগৈ। চি আৰ পি ভান এখনৰ সতে দুজন ডাক্তৰ আহিছে। মই জানো। অনা অসমীয়া ডাক্তৰ। হস্পিতেললৈ নি চিকিৎসা নকৰিব পাৰে। কিন্তু নোচোৱাকৈ নেথাকে। ফৰমানক লৈ যাওঁ বল। আগে এই কামটো কৰো। কেনে দেখ ?

: নৱদাক পাবি জানো বিচাৰি ?

: মই জানো। জেঠাই - আছুফিয়া বহক। আমি ফৰমানক লৈ যাওঁ। লতা ক'ত দেখা নাই ?

: তাই গা ধুবলৈ গৈছিল। বোধহয় কাপোৰ পিন্ধিছে।

: তোমালোক উঠা- চাহ বনোৱাগৈ। ভয় নকৰিবা। জয়ন্তী, ফৰিদা কেতিয়া আহিলা ?

: সিহঁত দুজনী অহা চাৰিদিনমান হ'ল।

কবীনে ফৰমানৰ গাৰ পৰা কম্বলখন আঁতৰাই দিলে। ফৰমানে গেঞ্জী পিন্ধা নাই। চাৰ্তৰ তলৰ বুতাম তিনিটাও মৰা নাই। বুকুৰ ঘাঁডোখৰ সিহঁতৰ চকুত পৰিল। ৰঙা পৰি উখহি গৈছে।

: তই উঠ ফৰমান। বল ডাক্তৰৰ ওচৰলৈ লৈ যাওঁ।

বগীবুঢ়ী প্ৰমুখ্যে জয়ন্তীহঁতে উচুপি উঠিল। ফৰমানে ডাক্তৰৰ ওচৰলৈ যোৱাৰ আশাত সেতা হাঁহি এটা মাৰিলে আৰু বিছনাৰ পৰা উঠি পৰিল। বুকুলৈকে এড়ীয়া চাদৰ এখন লৈ ফৰমান থিয় হ'ল আৰু মাকৰ পিনে চালে।

বগীবুঢ়ীয়ে কেৱল ওঠজোৰ কামুৰি ধৰিলে। কবীনহঁতে ফৰমানক লৈ বাহিৰ পালেগৈ।

বাহিৰত চাৰিওপিনে মানুহ। সমদলৰ দৰে শাৰী পতা মানুহ আগৰ দৰে নাই। কেৱল বিশৃঙ্খল কিছুমান মানুহ। কৰবাত কৰবাত এখিনি মানুহ পথাৰতে বহি আছে। এইবাৰ কবীনহঁতে ধৰিব পাৰিলে যে ঠিক পশ্চিমলৈ এক ফালংমান আঁতৰতে মিটিংখন হৈছে। মানুহৰ উদুলি-মুদুলি, চিঞৰ-বাখৰবোৰ ভালকৈ শুনা গৈছে। মাইকত তেতিয়াও লেক্‌চাৰ শুনা গৈছিল। মানুহৰ মাজেৰে ফৰমানক লৈ কবীনহঁতে জয়া বজাৰৰে এটুকুৰা ঠাইৰ পিনে খোজ ললে য'ত এটা সৰু চি আৰ পি কেম্প পতা হৈছিল আৰু য'ৰ পৰা সকলো যোগাযোগ ৰাখি সভাখনৰ বিষয়ে বিতং বাতৰি চোৰাংচোৱা বিভাগে পুলিচৰ উচ্চ মহলক অৱগত কৰাই আছিল। দুখনমান সাধাৰণ হোটেলো আছিল। তাত চাৰি পাঁচখনমান চোৰাংচোৱা বিভাগৰ এমবেছাদৰ আৰু জীপো আছিল। তাতে নৱ শৰ্মাই বহি, মাজে মাজে ইফালে-সিফালে ঘূৰি সকলোবোৰ পৰ্য্যবেক্ষণ কৰিছিল।

আছফিয়াই মুকলিভাৱে জয়ন্তী তৰা, ফৰিদাইতৰ সতে বিছনাতে বহি কথা পাতিছিল। ফৰমানো বোলে যোৱা সপ্তাহতেহে ঘৰলৈ আহিছিল। তেতিয়াৰ পৰাই বোলে প্ৰায়ে দুই চাৰিজন অচিনাকি ভাল ভদ্ৰ মানুহে জয়ন্তীহঁতৰ ঘৰৰ পিনে আহি কাষৰ ৰাস্তাৰে পাৰ হৈ যায়। আৰু কিবা কিবি দেখুৱাই কোৱা-কুৱি কৰে। প্ৰায় দহ বাৰ দিন মানৰ পৰা এনে এটা কথা বগীবুঢ়ীয়ে মন কৰি আছিল। এদিন বোলে সুহৃদ কাকতিয়ে ফৰমানক বাটতে পাই বহু কথাৰে হুমকি, ধমকি দিছিল আৰু দৰকাৰ পৰিলে পুলিচ লগোৱাই ফৰমানক বৰ্ডাৰত থৈ অহাৰ কথাও কৈছিল। আগতে বোলে এই ফৰমান ওফৰে ৰাইহানেই যে বগীবুঢ়ীৰ পুতেক তাক সুহৃদ কাকতিয়ে নেজানিছিল। বগীবুঢ়ীৰ মতে কথাবোৰ এনেকুৱা যে বাংলাদেশৰ এজনী ছোৱালীয়ে কিতাপ লিখাৰ বাবে কবীন, টফচিৰহঁতে বোলে আমাৰ ইয়াৰ মানুহক বেঁয়া পাবলৈ আৰম্ভ কৰি দিছে আৰু সভা-সমিতি পাতি তাইক প্ৰতিবাদ কৰিবৰ বাবে দল পকাই ফুৰিছে আৰু তাইৰ ওপৰত পোতক তুলিবৰ বাবে ইয়াৰে অস্থায়ী, আনঠাইৰ পৰা অহা অৰ্থাৎ মীঞা কিছুমানক উঠাই দিছে যে যদি সিহঁত

ইয়াত থাকিব খোজে তেন্তে সিহঁতে যেন মুছলমান মানুহক খুব বেয়াকৈ ভাবি থাকে। যিমানেই ইয়াৰ মুছলমান মানুহক বেয়া পাব সিমানেই সিহঁতৰ ইয়াত থকাৰ নিশ্চয়তাটো গাঢ় হৈ উঠিব। হিন্দু-মুছলমানৰ কাজীয়া চলি থকাটো বৰ সহজ কথা- কিন্তু মীএগা খোদোৱাটো সিমান সহজ কথা নহয়। প্ৰকৃততে সুহৃদ কাকতিৰ নেতৃত্ব আৰু পৰিকল্পনাত যিবোৰ গহিত কাম তেওঁলোকে কৰি আছিল সেইবোৰকে আক ফ'ৰামে কৰি আছে বুলি কিছুমান কথা বগীবুঢ়ীক বুজুৱা হৈছে। কথাটো এনেকৈ বুজি থাকিলে ইয়াতে থকাৰ হেঁপাহত বগীবুঢ়ীহঁতে টফচিৰ, চালেহ, আছফিয়াহঁতৰ লগতে 'আধা গৰীয়া' নাম পোৱা কবীন-আদিত্যহঁতকো বেয়া পাবলৈ ধৰিব আৰু তেতিয়া এদিন একে দেশৰে একে ভাষাৰে টাবৰীণক কবিন-টফচিৰহঁতে অন্যায় কৰিবলৈ ওলাইছে বুলি কৈ বগীবুঢ়ীক মানসীকভাৱে সিহঁতৰ ফলিয়া কৰিব। আৰু ঠিক সিমানখিনি কৰিব পাৰিলেই ফ'ৰামৰ কঁকাল লেহুকা হৈ পৰিব। কিন্তু হাজাৰ হাজাৰ মাইল দূৰৈত থকাতো বাদেই আনকি পৃথিৱী বিখ্যাত হৈ পৰিলেও টাবৰীণক কেন্দ্ৰ কৰি জয়া বজাৰৰ এজনী অখ্যাত মহিলাৰ ওপৰত কিবা প্ৰভাৱ পৰিব তাক কোনো ক্ষণতে আশা কৰা নেযায় বুলি আছফিয়াই বুজিব পাৰিছে। আজিৰ সভাখন দুজনমানে কেইদিনমানৰ বাবে লিখালিখি কৰি দপ্‌দপাই থকাৰ এটা নিম্নখাপৰ অভিজান। আছফিয়া কবীনহঁত আহিছে বগীবুঢ়ীৰ কোনো বিপদে নোচোৱক বুলি। কাৰণ কিছুমান কথাইহে আচলতে সিহঁতক বাধ্য কৰিছে। বাংলাদেশী হ'লেও কিন্তু বগীবুঢ়ীৰ জীৱনৰ যি আদৰ্শ, সংগ্ৰাম আৰু ত্যাগ তাক কিন্তু এনেয়ে দলিয়াই পেলাব নোৱাৰি। আছফিয়াই জয়ন্তী, তৰা আৰু বগীবুঢ়ীৰ কথাবোৰ শুনি বিছনাখনতে বহি .কথাবোৰ ভাবি আছিল। হঠাৎ আছফিয়াই মাইকত ভাঁহি অহা এজন মানুহৰ নাম শুনি বৈ গ'ল। আৰু মানুহজন তেওঁৰ চিনাকি যেন লাগিল।

"মোৰ নাম ৰিফাজুদ্দিন আহমদ। মই সচিবালয়তে চাকৰি কৰো। আহিছিলো শুনিবলৈ কিন্তু মোক কবলৈহে দিলে। মই সাম্যবাদৰ প্ৰবক্তাসকলে যি নাৰী স্বাধীনতাৰ বিষয়ে কৈ গৈছে তাৰ ওপৰত আমাৰ ইছলামৰ নো সম্পৰ্ক কেনে বা চৈধ্যশ বছৰৰ আগতে আল্লাহ আৰু ৰচুলেনো কি কৈছিল সেই বিষয়ে নামমাত্ৰ উনুকিয়াব খুজিছো। এজন সাম্যবাদী প্ৰবক্তাৰ কথা

মনত পৰিলে মোৰ দুখ লাগে আৰু দুখত কাতৰ হৈ পৰো যে আজি তেওঁক মানুহে কিয় এনে কৰিলে ? এইয়া আজি এই সভ্য শতিকাৰ মানুহৰ মন আৰু চৰিত্ৰৰ এক চৰম অবক্ষয়ৰ নমুনা। সেইজনাৰ কথা ক'বৰ বাবে টাববীণৰ মন সাহিত্যৰে ভৰি পৰিল ; কিন্তু ভুলতো আন এজনৰ কথা মনলৈ অহাটো বাদেই তেওঁক আৰু ধূলিৰ সতে মিহলোৱাৰ চিন্তাহে কৰিলে। মুছলীমা টাববীণৰ কলমে চকুলো টুকিছে, কাগজ তিয়াই দিয়া হৈছে আৰু এজনৰ প্ৰতি কঠোৰতা অৱলম্বন কৰি কাগজৰ বুকু বিদীৰ্ণ কৰিছে। সেইবোৰ কৰিলেও পৃথিৱীৰ মানুহে আজি বুজিছে- কোন কি - কাৰ কি হৈছে- কোন জনাৰ বাবে পৃথিৱীৰ আধা মানুহে আজিও তেওঁৰ মত আৰু আদৰ্শৰ কথা মুক্তকণ্ঠে স্বীকাৰ কৰে ? সৰুতে মই তিনিজন মহান পুৰুষৰ ছবি আকিবলৈ চেষ্টা কৰিছিলো। ৰবীন্দ্ৰনাথ, লিংকন আৰু লেনীনৰ। ৰবীন্দ্ৰনাথৰ পাৰিছিলো বাকী দুজনৰ নোৱাৰিলো। আঁকিবলৈ চেষ্টা কৰিছিলো মাত্ৰ ভক্তি আৰু শ্ৰদ্ধাত পৰি। আমাৰ জন্মৰ আগতেই এই তিনিজনে পৃথিৱীৰ পৰা বিদাই মাগিছিল। দুজনৰ স্বাভাৱিক মৃত্যু আৰু এজনক গুলিয়াই মৰা হৈছিল। মৃত্যুৰ পাছত তেওঁলোক নমৰিল। মহামানৱতা, মহানুভৱতা, মহামহা জীৱনৰ মহা মহা আদৰ্শই অমৰত্ব প্ৰদান কৰিছিল তেওঁলোকক। কিন্তু আজি দুখ লাগে- লেনীনক কি কৰা হ'ল ? নিশ্চয় কৰবাত কিবা এটা লেঠা লগাইছিল লেনীনে বা লেনীন ঠিকেই আছিল কোনোবাই উচতাই এই কাৰ্য্য কৰিলে। কিন্তু টাববীণে যাৰ নাম নললে, অন্তত সত্যৰ খাটিৰতো যাৰ নাম এবাৰো নানিলে বৰং তেওঁক সমালোচনাৰে ক্ষত-বিক্ষত কৰিলে সেইজনেই আছিল হজৰত মহম্মদ(দঃ) যি লেনীনৰ দৰেও বহু কথা কৈ গৈছিল আজি চৈধ্যশ বছৰৰ আগতে। টাববীণে মাত্ৰ এজন মানুহৰে জন্ম হোৱা দেখিছিলে- সেইজন আছিল লেনীন- যি নাৰীৰ ওপৰত বহু কথা কৈ গৈছিল। কিন্তু টাববীণে লেনীনৰ আগত আৰু এজন মানুহে জন্ম লোৱা নেদেখিছিল - যিজন আছিল মহম্মদ (দঃ) যি নাৰীৰ ওপৰতো বহু কথা কৈ গৈছিল। অন্ততঃ মহম্মদৰ (দঃ) বিষয়ে একেষাৰ কোৱা, এটা সংবাদ দিয়া, এটা উদাহৰণৰ উদ্ধৃতি দিয়া। কিন্তু কি হ'ল?

এজন এতিয়াও সোণ হীৰা নেলাগে সূৰ্য্যৰ দৰে জিলিকি আছে মানুহৰ মানস পটত যাৰ মাজাৰ দৰ্শনৰ বাবে গৈ লাখ লাখ মানুহে কান্দি আছে, যাৰ বিষয়ে

দেশ-বিদেশৰ মণিষীয়ে একেবাৰ নোকোৱাকৈ থকা নাই। আৰু আন জনৰ? মৃত্যুৰ কেইটামান যুগৰ পাছতে তেওঁৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তিক প্ৰত্যাহ্বাৰ কৰা হ'ল। সকলো মুৰ্ত্তীক ভাঙি আনি ভৰিৰে গছকি মাটিত মিহলাই দিয়া হ'ল, নিতম্বীনীসকলে নিতম্ব, বক্ষযুগলৰ প্ৰদৰ্শনী পাতি উৰুলিকৃত হৈছে সেই ঠাইত। নিলৰ্জভাৱে উলঙ্গ হৈ নাচিছে লেনীনৰ ধ্বংস স্তুপৰ পবিত্ৰ প্ৰাঙ্গনত। লেনীনক আঁতৰাই তাৰ ঠাইত চলিছে বিভৎস নৃত্য-গীত-মাত, ডিচকো। কাৰণ যিয়ে নহওক, লেনীনৰ ভুলৰ বাবেই হওক বা তেওঁৰ নিৰ্ভুল আদৰ্শৰ বাবেই হওক বা মানুহে ভুল বুজাৰ বাবেই হওক বা কাৰোবাৰ উচতনিত পৰিয়েও হওক – এই কাণ্ড ঘটিলটো ? আমি তেনে

এক ঘটনাৰ বাবে অলপো প্ৰস্তুত নাছিলো। তাৰ বাবে আমি মানুহক গৰিহণা দিছো– নিপাত যাবৰ বাবে আমি উচ্চ স্বৰেৰে কৈছো আৰু আমি দুখ প্ৰকাশ কৰিছো। লেনীনে ধনী-দুখীয়াৰ, নাৰী-পুৰুষৰ অসাম্য চাব খোজা নাছিল, নাৰীৰ অৰ্থনৈতিক আৰু সামাজিক ক্ষমতাৰ অৰ্জনৰ বিষয়েও কৈছিল, গাৰ্হস্থ্য বন্ধনৰ পৰা মুক্তি, স্বাধীনতা, বিয়া-বিচ্ছেদৰ অধিকাৰ আদি বহু কথা কৈছিল। যিবোৰৰ তালিকা তৈয়াৰ কৰি মই সময় খেদাব খোজা নাই। কিন্তু সাম্যবাদী প্ৰবক্তাসকলে যি নাৰী স্বাধীনতা বিশেষভাৱে অৰ্থনৈতিক স্বাধীনতা দিয়া বুলি ভবা হৈছে সি এতিয়ালৈকে বহু পৰিমাণে পৰীক্ষামূলক হৈ আছে। অৰ্থনৈতিক স্বাধীনতাৰ বাহিৰে নৈতিক বিধান দিয়া হোৱা নাই যিটো পৰিয়াল আৰু সমাজৰ বাবে অতি আৱশ্যক। ইছলামত নাৰীক মৰ্য্যদা দিয়া হৈছে, নাৰীক সা- সম্পত্তিৰ অধিকাৰিণী কৰা হৈছে, অৰ্থনৈতিকভাৱে উপাৰ্জনৰ ক্ষমতা দিয়া হৈছে, আনকি মহিলাসকলক "মাইকী" বুলি ক'বলৈও মনা কৰিছে। এই সম্বোধন অতি তুচ্ছাত্মক। পৈত্ৰিক সম্পত্তিৰ আৰু স্বামীৰ সম্পত্তিৰ বাবেও অধীকাৰ দিয়া হৈছে। নিজা উপাৰ্জনৰ ওপৰত আৰু মোহৰণা ধনৰ ওপৰত নিজাকৈ অধীকাৰ দিয়া হৈছে। তালাক যেনেকৈ স্বামীৰ হাতত তেনেকৈ 'খোলা'ও স্ত্ৰীৰ হাতত দিয়া হৈছে। স্বামী-স্ত্ৰীৰ যৌন সম্পৰ্কৰ ক্ষেত্ৰত কিছুমানে বিৰূপ মন্তব্য কৰা দেখা যায়। ই সম্পূৰ্ণ স্বামী-স্ত্ৰীৰ ভিতৰুৱা কথা। স্বামীয়ে আহ্বান কৰিলে যেনেকৈ স্ত্ৰীয়ে শয্যাৰ ওচৰলৈ যাব লাগে তেনেকৈ স্বামীয়েও স্ত্ৰীৰ আহ্বানত ইচ্ছা পূৰণ কৰিব লাগে। আনকি শুকুৰবাৰে সমূহীয়া জুমা নামাজৰ আগতে

স্ত্রীয়ে ইচ্ছা প্রকাশ কৰিলে ইচ্ছা পূৰণ কৰিব লাগে। ইছলামে নাৰীক মাংসপিণ্ড বুলি গণ্য নকৰে। এইটো সঁচা কথা যে প্রকৃতিগত গুণাগুণৰ বাবে চিৰদিনৰ বাবে কিছুক্ষেত্রত পুৰুষৰ হাতত কতৃত্ব থাকি গৈছে। এই কতৃত্ব সমূহৰো আৰু অপব্যৱহাৰ নোহোৱা, নকৰাৰ ব্যৱস্থা ইছলামত আছে। হজৰত বিদ্বেষী, লেনীন প্রেমী সেইজনী মুছলিমাই আৰু বিয়াৰ সর্তৰ কথা ক'বলৈ গৈ কৈছে যে প্রয়োজন অনুসৰি মুছলিমাই অন্য দুজন পছন্দৰ পুৰুষক স্বামী হিচাপে গ্ৰহণ কৰিব পাৰিব লাগিব। বিয়াৰ সৰ্ত মানে- তেওঁ বিয়া হ'বৰ বাবে আগ্ৰহ প্ৰকাশ কৰিছে কিন্তু বিয়াৰ পাছত এজন নহয় মন গ'লে দুজনক স্বামীৰূপে বৰিব পাৰিব লাগিব বুলি কৈছে। বাঃ বাঃ ভাষা আৰু লিখনিত যি তেজস্বীতা যৌন কৰ্মতো সেই একে তেজস্বীতাৰ প্ৰকাশ- গৰম তেজৰ কলকলনি। মন গলে তেওঁৰ যি ইচ্ছা তাক কৰিব পাৰে ক'ব পাৰে। তেওঁক সমৰ্থন কৰি আমিও আজি তেনে মনৰেই পৰিচয় দিছো। তাৰ পাছত ৰাইজ চাওক, দুখীয়াৰ বাবে আছে জাকাত- ফিৎৰা, নাৰীৰ বাবে আছে পঢ়া-শুনাৰ অনুমতি । নাৰীয়ে বজাৰ-সমাৰ কৰিব পাৰিব, বাহিৰত গৈ কাম-বন কৰিব পাৰিব, নাৰ্চিং কৰিব পাৰিব, সেনাবাহিনীত যোগ দি যুদ্ধত সেৱা-শুশ্ৰুষা কৰাৰ উদাহৰণ ইছলামৰ ইতিহাসতো আছে। কথা হ'ল সকলো কামৰ বাবে নাৰীক অধিকাৰ দিয়া হৈছে- মাত্ৰ নাৰীয়ে বচাই যাব লাগিব সতীত্ব আৰু পুৰুষে ৰাখিব লাগিব পুৰুষত্ব। এইখিনিতে মই এজন লিখকৰ এটা অনুপম প্ৰবন্ধৰ এটা অনুচ্ছেদৰ কথা ক'ব খুজিছো, দুৰ্ভাগ্য মোৰেই মই তেওঁৰ নামটো পাহৰি গৈছো। তেওঁ লিখিছিল "নাৰীক দাসী কৰি ৰখা ধৰ্মৰ লক্ষ বুলি মুছলিমাই গণ্য কৰিলেও ই যুক্তিসংগত হ'ব নোৱাৰে। ধৰ্মক আজিৰ পৰিস্থিতিত ব্যাখ্যা কৰাতকৈ সেই যুগৰ ঐতিহাসিক পৰিস্থিতিত ব্যাখ্যা কৰাটোহে বিজ্ঞানসন্মত সিদ্ধান্ত হ'ব। আজিৰ পৰা চৈধ্যশ বছৰৰ আগতে আৰব দেশৰ খণ্ড খণ্ড গোষ্ঠীতান্ত্ৰিক সমাজ জীৱনত যাযাবৰী উপজাতীয় পৰিবেশক ঐক্যবদ্ধভাৱে সংহত আৰু শক্তিশালী কৰাৰ বাবে হজৰত মহম্মদৰ নীতি আৰু জীৱন পদ্ধতিয়ে সেই যুগত উন্নত জীৱনবোধ গঢ়ি তোলাত ঐতিহাসিক ভূমিকা পালন কৰিছিল। যিহেতু সেই সময়ত নাৰী মুক্তিৰ বাস্তৱ পৰিস্থিতিয়েই সৃষ্টি হোৱা নাছিল। সেয়ে নাৰীৰ স্থান আছিল নিম্ন। গোষ্ঠীতান্ত্ৰিক আৰব সমাজত প্ৰচলিত শত

বিবাহৰ বিপৰীতে হজৰত মহম্মদে চাৰি বা এক বিবাহ শ্ৰেয় বুলি নিৰ্দেশ দি বিবাহৰ ক্ষেত্ৰত নাৰীৰ মতামতক গুৰুত্ব দিছিল। সম্পত্তিৰ ওপৰত নাৰীৰ অধিকাৰ প্ৰতিষ্ঠা কৰিছিল। উশৃঙ্খল, অবাধ যৌনাচাৰৰ বিপৰীতে স্ত্ৰী আৰু ক্ৰীতদাসীৰ বাহিৰে যৌনাচাৰ নিসিদ্ধ কৰিছিল। এনেবোৰ দিশৰ পৰা চালে মানৱ সমাজৰ ইতিহাসৰ নবীনতম ধৰ্ম হিচাপে ইছলামে অন্য সকলো ধৰ্মৰ তুলনাত অধিক স্বাধীনতা প্ৰদান কৰিছিল।" গতিকে আপোনালোকে সকলো কথা ধৰিব পাৰিছে। অৱশ্যে এইখিনিতে আৰু এটা কথা কৈ ৰাখো যে লেনীনে নাৰীক পাকঘৰৰ পৰা যি মুক্তি দিয়াৰ কথা কৈছিল সেইটোৱেই এইটো বুজুৱা নাই যে নাৰীয়ে পাকঘৰত কাম নকৰিব। পুৰুষসকলে যে অলপো কামত সহাই কৰি নিদিয়ে তাৰ কথাহে বুজাইছে। গতিকে পুৰুষসকলে এইবোৰ ভাবি চাব। মই আৰু বিশেষ নকও।"

দুৱাৰ খুলি কবীন টফচিৰহঁত সোমাই আহিল। আহিয়েই কবীনে হা হা কৈ হাঁহি দিলে। আদিত্যই হাতৰ মুঠিটো টান কৰি আছফিয়াৰ পিনে মন কৰিলে। নিশ্চলে বৰ আৰামত তামোল এখন চোবাই আছে আৰু টফচিৰে বিহু নাচৰ দৰে চেও এটা দি বৈ আছে। ফৰমান গৈ বিছনাত বহিলগৈ।

: লেক্‌চাৰটো শুনিলা ? আমি বাহিৰতে বৈ লেক্‌চাৰটো শুনি আছিলো। শেষ- বুজিছা শেষ হৈ গৈছে। নৱদাৰ তাতো টেপ কৰি ৰখা কেইটামান লেক্‌চাৰ শুনিলো। এনেকৈ শেষ কৰি দিব বুলি ভবা নাছিলো।

: আমি কি কৈছিলো ? চামছুল জোনাবে কি কৈছিল ? তাতোকৈ উচ্চ স্বৰৰ বিছাৰ বিশ্লেষণ মানুহে কৰিছে, পৰ্য্যালোচনা কৰিছে। ভুলটো ভুল বুলি কৈছে শুদ্ধটো শুদ্ধ বুলি কৈছে। অন্ধভাৱে কোনেও শলাগি থকা নাই। বেলিক জানো থাকিব পাৰিব মানুহে ?

: মিটিংখন পাতিছিল কিহৰ বাবে আৰু হ'লগৈ কিং ? মানুহ জানো সকলো বুৰ্বক ? আমাতকৈ আৰু ভাল চিন্তা-চৰ্চা কৰা, নিৰপেক্ষ, সৎ মনৰ মানুহ নিশ্চয় আছে। কেৱল আলী চাবৰ দৰে জনা আৰু জানি বুজি কোৱা মানুহ মই পোৱা নাই। বাকীসকলোৱে আমাতকৈ ভালকৈ ফঁহিয়াই দেখুৱাব পাৰে।

: পইচা কিন্তু ঠিক উঠিছে। আলী আৰু সাহা জাতিয় লোকৰ চিন্তা

নাই। পাচপোৰ্ট পাই গ'ল। পাচপোৰ্ট দিয়াৰ নামত সিহঁতৰ পৰা কি মুনাফা আদাই কৰে সেইটোহে ডাঙৰ কথা।

: জেঠাই ফৰমানক দেখুৱালো। জয়া বজাৰতে ডিচপেঞ্চৰী এখন আছে তাতে দেখুৱালো। ডাক্তৰ এজনে তেজ-পূজ উলিয়াই চফা কৰি দিলে। কবীনৰ দাদাকে কোৱাত তালৈকে লৈ গ'লো। বেজি এটা দিছে। বাকীবোৰ পাছত লব লাগিব। মাকক চুৰ কৰি চাবলৈ আহিলে এনে হ'বই।

বগীবুঢ়ীয়ে পাতলকৈ ওঠদুটা লৰালে যদিও চকুজোৰ সেমেকিয়ে থাকিল। আছফিয়াই লতামণিয়ে যে ওলাবলৈ লাজ কৰিছে সেই বিষয়ে ক'লে। কবীন আৰু আদিত্যই কাষৰ পাকঘৰৰ পিনে গৈ দেখিলে লতাই চাহ ঠিক কৰি কাষৰ চকী এখনত বহি আছে। তাই লাজত ৰঙা পৰি গৈছে।

: এতিয়া লাজ কৰিলে ঠপৰিয়াম। আৰু কেইদিনমানৰ পাছত টাইপ মাৰিবলৈ বৰবৰাৰ স্কুললৈ যাব লাগিব। আহা লতা আমাক চাহ দিয়াহি।

: এতিয়াও কইনা কইনা লাগি আছে নহয়। বাৰু আহা আমাক চাহ দিয়াহি।

কবিন আৰু আদিত্য আগৰ ঠাইলৈ আহিল।

: দেউতাই পতা মিটিংখন শেষ হ'বৰ হ'ল। আমিও যাব লাগে। জেঠায়ে একো চিন্তা নকৰিব। বেলি পৰিবলৈ বেছি পৰ নাই। আন্দোলন আদি একো নহয়।

: পুৱাৰে পৰা যিবোৰ কথা শুনিলো- সেইবোৰ শুনিহে ভয় খাইছিলোঁ। তোমালোক অহাতহে অকণ সকাহ পালো। ফৰমানে ভাল পাই ললেই চাও কি কৰিব পাৰো। সি যাওঁ বুলি ক'লে- যামগৈ।

এইবাৰ জয়ন্তী, তৰা আৰু ফৰিদাহঁতে মাত দিলে।

: নানীয়ে বোলে নিজৰ ঘৰলৈ যাবগৈ। চাওছোন বাৰু কেনেকৈ যাই। আমি কিবা মৰিলো নেকি ?

: দৰকাৰ পৰিলে জয়া বজাৰৰ পৰা যাওঁক। যদি আন্দোলন হয় আমাৰ ঘৰলৈ লৈ যাম।

: জয়া বজাৰৰ মানুহে যাবলৈ দিবও লাগিব নহয়। আমিও বাপেকে পাছে পাছে লাগি যাম নহয়।

: যাবি যাবি মই আচল ঘৰলৈ যিদিনা যামগৈ সেইদিনাও মোৰ পাছে পাছে আটাইখিনি যাবিগৈ। মোক ইজ্জত লাগে বুজিছ। ককায়েৰটোক পালো – তইঁতক চালো, লতাক নিজৰ বুলি ললো, এতিয়া নিজৰ ঘৰখন নেলাগে নেকি ? থাকিলে তহঁতিয়ে বেয়া পাবি।

বগীবুঢ়ীয়ে খোৱা বস্তুবোৰ বাহিৰৰ টেবুলখনলৈ অনা-নিয়া কৰোতে কথাবোৰ কৈ গৈছিল। কবীনহঁতে টেবুলৰ পৰা বস্তুবোৰ লৈ খোৱাত লাগিল। আছফিয়াই চাহখিনি ঠিক কৰি দিলে ।

: সেইবোৰ বাদ দিয়ক। এটা কথা থিক যে জয়া বজাৰত বেয়া লাগিলে অন্য কৰবালৈকে যাবগৈ। ফৰমান আছে কিহৰ চিন্তা ?

আছফিয়াই ফৰমানক প্লেট এখনত লফ আৰু কণী ভজা দিলেহি। ফৰমানে বহি খোৱাত লাগিলহি।

: আমি আকৌ আহিম জেঠাই। লাহে লাহে সকলো চেঁচা হৈ আহিব। দেশ আৰু সমাজত এইবোৰ থাকিবই। সাহসেৰে সাৱধানে সেইবোৰ বুকু পাতি লব লাগিব। মিটিঙত কি হ'ল আমি ইয়াৰ পৰায়ে গম পালো। ভাবিছিলো আপোনাৰ কিবা অনিষ্ট হ'ব। সেইবাবে আহিলো।

: যোৱা ৰাতি আৰু পৰহি ৰাতি কোনোবাই ঘৰলৈ দলিয়াইছিল সেই বাবেহে ভয় খাইছিলো। জয়া বজাৰৰ মোৰ চিনাকি দোকানী কেইটাক কৈ দিলে ৰাতিটো মোক ৰখি দিব। কিন্তু সেইবোৰ কৰি মই ভাল নেপাওঁ।

: আজি ইয়াত পুলিচ, চি. আৰ. পি. থাকিব মই দাদাক কৈ ৰাখিম পহৰা দিবৰ বাবে।

: সন্ধিয়া হৈ আহিছে। আমিও যাওঁ। ৰাতিখন আৰু কি মিটিং পাতিব? মিটিঙৰ বাকী কাম চাগৈ পেপাৰৰ মাজেৰে হ'বগৈ।

সভা ভঙা নাই। কোনোবাই বক্তৃতা দি আছে। সকলোকে সুকলমে থকাৰ শুভেচ্ছা কামনা কৰি কবীনহঁত যাবলৈ ওলাল। তৰা, লতা, ফৰিদা, জয়ন্তীহঁতৰ পিনে চাই টফছিৰে ক'লে।

: আকৌ এদিন আহিম আৰু চোমালোকৰ সঙ্গে বহু কথা পাতিম। আজি সময় নহ'ল। ফৰমানে এদিন এৰি এদিন বেজীখিনি লবি। দৰকাৰ পৰিলে লতা আৰু তৰাক আমাৰ ওচৰলৈ পঠাই দিব। আমি অলপ ঘুৰা-ফিৰা কৰি

যামগৈ।

: আমি যে কৈছিলো খবৰ কাগজ এখন উলিয়াম সেইখন আজি উলিয়ালো। জেঠাই- সপ্তাহে সপ্তাহে সদাই ওলাই থাকিব। এইবাৰ আমি আপোনাৰ কথা পেপাৰত উলিয়াম। 'আমাৰ জেঠাই' বুলি এটা গল্প লিখিম।

: গল্পনো কি উলিয়াবা - মই যে তোমালোকৰ সঁচা জেঠাই তোমালোক যে মোৰ ভাই-ভাগিন তাক প্ৰমাণ পালো, নিদানৰ সময়ত তোমালোক সদাই আহি আছা। তাঁকে এই ছোৱালীজনীক এটা কথাই কৈছো- কাপোৰ ভালকৈ পিন্ধিবা- কাপোৰেই নাৰীৰ সকলো। গাত কাপোৰ ৰাখিবা জীৱনত সকলো সন্মান পাবা। যোৱাগৈ তেনে।

: সকলোকে মাত দিলো। ভয় নাই। একো নহয়। কোনেও একো বেয়াকৈ ভাবি একো কৰিব নোৱাৰে। ভাল পালে ফৰমান আমাৰ তালৈ যাব। আমি অন্য চিন্তা কৰিম।

সকলোৱে বগীবুঢ়ীৰ পিনে মন কৰি বিদাই ললে। দুৱাৰৰ কাষলৈকে বগীবুঢ়ীয়ে টফচিৰহঁতক আগবঢ়াই দিলে। আছফিয়াক মৰম কৰি হাতখন বুকুৰ কাষলৈ চপাই নি এৰি দিলে। বাহিৰত এন্ধাৰ নামিবৰ হৈছে। অলপ পোহৰ আৰু নামিব ধৰা এন্ধাৰৰ মাজত মানুহবোৰে ঘৰমুৱা হ'বৰ বাবে সাজু হৈছে। বগীবুঢ়ীয়ে দুৱাৰখন মাৰি দিছে। কবীনহঁতে খৰকৈ খোজ লৈছে - জয়া বজাৰৰ পিনে। নৱ শৰ্মাক এবাৰ লগ ধৰিব আৰু দুটামান কথা সংগ্ৰহ কৰি ঘৰলৈ যাবগৈ। লাউড স্পীকাৰ যোগে আকৌ কাৰোবাৰ লেক্‌চাৰ ভাঁহি আহিছে। খোজৰ গতিৰ সতে তাল মিলাই সিহঁতে কথাবোৰ শুনি গ'ল।

"ৰাইজ, গধুলি হ'বৰ হৈছে মই বেছি নকও। দুদিন মানৰ আগতে শ্ৰীকাকতি আৰু শ্ৰীনীলাধৰ বৰগোহাঁয়ে মোক দু-ষাৰমান ক'বৰ বাবে নিমন্ত্ৰণ কৰিছিল। বামুণ মানুহ এইবোৰৰ বিষয়ে বৰ এটা বেছি নেজানো। পিছে ঘৰতে সিদিনা বহি থাকোতে ফলা, নাম নথকা, শিৰোনামা নথকা খবৰ কাগজ এখন পাইছিলো। চকু ফুৰাই কথা কেইটা পঢ়ি মোৰছোন বেয়া নেলাগিল। কথাখিনিৰ সত্য সত্যা ৰাইজে বাহিৰ কৰিব। মই সেইখন লৈ আনিছো আৰু তাৰে বছা বছা অংশ পঢ়ি দিছো। তেওঁ লিখিছিল- "বাংলাদেশ পৃথিৱীৰ অন্যতম দৰিদ্ৰ দেশ। জনসংখ্যাৰ ঘনত্ব অভাৱনীয়ৰূপে বেছি। ডাল-দৰিদ্ৰ, অশিক্ষিত,

অন্ধবিশ্বাসী বিপুল সংখ্যাগৰিষ্ঠক বিদ্ৰোহৰ পথৰ পৰা আঁতৰাই ৰাখিবলৈ পৃথিৱীৰ সকলো দেশতে ধৰ্মান্ধতা আৰু গোষ্ঠীবাদ আটাইতকৈ ফলপ্ৰসূ হাতিয়াৰ আৰু ধৰ্মান্ধতাই, সি যি ধৰ্মৰে নহওক, মহিলাৰ অধিকাৰ খৰ্ব কৰিবই। ইছলামত বৰং উদাৰতাৰ উপাদান বেছিকৈহে আছে।" যুৱৰাজ চাৰ্লচে অক্সফ'ৰ্ড চেন্টাৰ ফৰ ইছলামিক ষ্টাডিজৰ উদ্বোধনী অনুষ্ঠানত কৈছিল "মুছলিম মহিলাৰ সম্পত্তি, বাণিজ্য আৰু উত্তৰাধিকাৰৰ বিধান, বিবাহ বিচ্ছেদৰ পিছত ৰক্ষণা-বেক্ষণৰ অধিকাৰ আদি চৈধ্যশ বছৰ আগতেই স্বীকৃত। মোৰ আইতাৰ দিনৰ ইংলণ্ডতো আনকি এইবোৰ স্বীকৃত নাছিল।" "গোড়ামি আৰু ৰক্ষণশীলতাৰ দৰে দুৰাৰোগ্য ব্যাধিৰে জৰাগ্ৰস্ত হোৱা হ'লে পৃথিৱীৰ অতবোৰ দেশলৈ ইছলাম বিয়পিব নোৱাৰিলেহেঁতেন।" তেওঁৰ কিতাপ সমূহৰ ওপোৰত সেই লিখকে লিখিছিল- "(১) বিষয় বস্তুৰ গভীৰতাত লেখিকা ক'তো সোমোৱা নাই।

পুৰুষপ্ৰধান সমাজৰ বিষয়ে কটু মন্তব্য কৰিয়ে তেওঁ সন্তুষ্ট (২) তেওঁৰ সমালোচনা এক পক্ষীয় তৰ্কৰ দৰে। ভাষা প্ৰায় ক্ষেত্ৰতে কঠোৰ আৰু ৰুচিহীন।

(৩) অশ্লীল উপমা দিয়াতেই যেন তেওঁৰ আনন্দ এইক্ষেত্ৰত ৰুচিহীনতা দৃষ্টি কটু। শ্লীল অশ্লীল সম্পৰ্কে মতভেদ থাকিব পাৰে। কিন্তু আমি সাধাৰণ মানুহবোৰৰ সংস্কৃতিৰ মাপেৰে চালে বিচাৰ কৰিবলৈ টান নহ'ব। (৪) নাৰী-পুৰুষৰ সম্পৰ্কৰ ক্ষেত্ৰত তেওঁ দৈহিক সম্পৰ্কৰ বাহিৰত একো চিন্তা কৰা নাই। তেওঁৰ মতে বিবাহ হ'ল নাৰীৰ বাবে দাসত্ব। সামাজিক সম্পৰ্ক, দায়ীত্ব, মানৱীয় কৰ্তব্য ইত্যাদি তেওঁৰ লিখনিত উপেক্ষিত। (৫) যৌনাংগ আৰু যৌন সম্পৰ্কৰ স্থুল বৰ্ণনাও তেওঁ দিছে। তাৰ অৰ্থ এইটো নিশ্চয় নহয় যে তেওঁৰ লিখনীত সৌন্দৰ্য্যবোধ নেথাকিব। (৬) তেওঁৰ নাৰী স্বাধীনতাৰ ধাৰণা সম্পূৰ্ণ পশ্চিমীয়া। এনে ধাৰণাই পশ্চিমত পাৰিবাৰিক জীৱন নাইকিয়া কৰাৰ উপৰিও নৈতিক বান্ধোনো নাইকিয়া কৰিছে। এনে পশ্চিমীয়া ধাৰণা বাংলাদেশৰ চাকৰিজীৱী, উচ্চ মধ্যবিত্ত চাৰি শতাংশ নাৰীৰ ভিতৰতে আবদ্ধ। বাংলাদেশৰ নব্বৈ শতাংশ উপান্ত কৃষক আৰু কৃষি শ্ৰমিক পৰিয়ালৰ নাৰীৰ বাবে এই ধাৰণাত ঠাই নাই। তেওঁৰ লিখনীত সেইখন সমাজৰ বিষয়ে অজ্ঞতাহে প্ৰকাশ পায়। ঢাকাৰ শান্তিপুৰত থকা তেওঁৰ পোন্ধৰ লাখ টকীয়া এপাৰ্টমেন্টটোৱেই তেওঁৰ ধ্যান-ধাৰণাৰ প্ৰতীক।" "মুছলিমাৰ 'নিৰ্বাপিত কলাম' নামৰ পুথিখনৰ

১১৭ পৃষ্ঠাৰ ৫৫ পৃষ্ঠাই ডঃ সুকুমাৰ ভট্টাচাৰ্য্যৰ লিখনীৰ পৰা উদ্ধৃত। ডঃ ভট্টাচাৰ্য্যই হিন্দু ধৰ্মৰ অন্যায়, অবিচাৰৰ বিষয়ে ক'বলৈ গৈ সেইখিনি লিখিছে। মুছলিমাই হিন্দু ধৰ্মৰ ঠাইত ইছলাম ধৰ্ম বহুৱাই দিয়ে কাৰ্য্যসিদ্ধি কৰিছে।" "অৰ্থনৈতিক দুৰ্দশাৰ পৰা মুক্তি পাব পৰা, বিজ্ঞান মনস্কতা গঢ়িব পৰা চিন্তা বা আগ্ৰহ মুছলিমাৰ লিখনীত নাই। তেখেতে যি দহভাগ বাংলাদেশীৰ চিন্তাৰ খবৰ ৰাখে তেওঁলোক মোটামোটি শিক্ষিত। পশ্চিমীয়া সংস্কৃতিৰ মোহত তেওঁলোক আচ্ছন্ন।" "মুছলিমাই লিখনীত পুৰুষক যৌন ৰোগাক্ৰান্ত, ব্যভিচাৰী, লম্পট, নাৰী নিৰ্য্যাতনকাৰী ৰূপেহে চাইছে। দুখৰ কথা হ'ল তেওঁ আশ্ৰয় লোৱা চুইডেনত যৌন ৰোগ ইউৰোপৰ ভিতৰতে বেছি। নাৰী নিৰ্য্যাতনৰ ক্ষেত্ৰতো চুইডেন বহু দেশতকৈ আগবঢ়া, মুছলিম সংখ্যাগৰিষ্ঠ তুৰস্কতকৈও।" "এক বিতৰ্কিত জনপ্ৰিয়তা অৰ্জনৰ পিছত মুছলিমা টাবৰীণে সমালোচনাৰ ধাৰ ইছলাম ধৰ্ম আৰু ধৰ্মগ্ৰন্থৰ বিৰুদ্ধে ঘূৰাইছে। মুছলিম ৰাষ্ট্ৰবোৰত বাঢ়ি অহা ধৰ্মান্ধতা যে সাধাৰণ মানুহৰ অৰ্থনৈতিক বিপৰ্য্যয়, সীমাহীন দুৰ্নীতি, বিজ্ঞান-প্ৰযুক্তিৰ অভাৱ আৰু সাধাৰণ শিক্ষাৰ প্ৰসাৰ নোহোৱাৰ ফলত হৈছে সেই কথাটো তেখেতে মন কৰা নাই। ইউৰোপৰ খ্ৰীষ্টান ধৰ্মাৱলম্বী সংখ্যাগৰিষ্ঠ ৰাষ্ট্ৰবোৰতো ধৰ্মান্ধতা আৰু গোষ্ঠীবাদ কিদৰে বাঢ়ি আহিছে তেখেতে নিশ্চয় লক্ষ্য কৰা নাই। সেইবাবেই তেখেতে সমস্যাৰ মূললৈ নগৈ ইছলাম ধৰ্মক উপৰুৱাকৈ আক্ৰমণ কৰিবলৈ গৈছে। খ্ৰীষ্টান আৰু ইহুদী পণ্ডিতসকলে এহেজাৰ বছৰৰো বেছি কালজুৰি ইছলাম ধৰ্মক বৰ্বৰ আৰু মূৰ্খৰ ধৰ্ম হিচাপে সমালোচনা কৰি আহিছে। কুৰি শতিকাৰ মাজভাগৰ পৰাহে এমুঠি সহানুভূতিশীল খ্ৰীষ্টান আৰু ইহুদী পণ্ডিতে ইছলামৰ বস্তুনিষ্ঠ আৰু মূল্যবান অধ্যয়ন আগবঢ়াইছে। আগৰ সমালোচনাবোৰ এক পক্ষীয় আৰু আক্ৰোশমূলক আছিল বুলি তেওঁলোকে স্বীকাৰ কৰিছে। এই পৰিপ্ৰেক্ষিতত মুছলিমাৰ আক্ৰোশমূলক সমালোচনাই ধৰ্মান্ধতাকহে শক্তি যোগোৱাটো আচৰিত কথা নহয়।" "কোনো ধৰ্মশাস্ত্ৰই ভেদ আৰু বিদ্বেষৰ কথা নকয়। স্থান, কাল, পাত্ৰ সম্পৰ্কে ধাৰণা নোহোৱাকৈ এটা শব্দ বা এটা বাক্যৰ ওপৰত নিৰ্ভৰ কৰি শাস্ত্ৰৰ ব্যাখ্যা কৰিবলৈ যোৱাটোৱেই অন্ধ তাই। আকৌ যি সংস্কাৰ কৰিব খোজে তেওঁ নিজে সহনশীল হ'ব লাগিব।

"ৰাইজ মই এইখিনিকে পঢ়ি সামৰিলো - আশা কৰো আপোনালোকে

সকলো কথা খুব ভালকৈ বুজিব পাৰিছে।"

শুনি শুনি কবীনহঁত জয়া বজাৰ পালেগৈ। এন্ধাৰ নামিছে। স্পষ্টভাৱে মানুহবোৰ সিমান নেদেখি কেৱল বহু মানুহৰ অস্তিত্বটোহে ধৰিব পাৰি। সিহঁত নৱ শৰ্মা আৰু পুলিচ থকা সেই হোটেল কেইখনৰ কাষ পালেগৈ। টফচিৰে লাহেকৈ মাত দিলে।

: কবীন, আদিত্য কেনে শুনিলি ?

: আৰু নেলাগে। মোৰ নিজৰে লাজ লাগিছে।

: বৰ সোনকালে তহঁত ভাল মানুহ হৈ যাৱ। সেইবাবে তহঁতৰ পৰা বিপদ্ বেছি।

: আমাতকৈ জনাবুজা মানুহ যে আছে সেই কথাটোহে কৈছো।

: আপোনালোকে বৰ সহজ কৰি নলবও কথাবোৰ। জনা-বুজাবোৰৰ সতে যে জানিও নজনাৰ ভাও ধৰি বেয়া মানুহবোৰ থাকে সেই মথা ক'লৈ যাব ?

: আছফিয়াই ঠিক কৈছা। শ্ৰীকাকতি, শ্ৰীগোহাঁই, শ্ৰীভাগৱতীয়ে কি নেজানে.? তিনি চাৰিটা মানুহে সাংঘাটিক সংগঠন এটা কৰি পেলালে। টকা থাকিলে কি নোৱাৰি ?

কবীনহঁত নৱ শৰ্মাৰ কাষ পালেগৈ। হোটেলৰ আগেদি এসোপা চি আৰ পিয়ে খোজ কাঢ়ি পশ্চিমৰ সৰু ৰাস্তা এটাৰে গৈ আছে। কাষৰ এখন এমবেচাদৰৰ ভিতৰত বহি আছে - কোনোবা পুলিচ বিষয়া - বোধহয় এচ.পি. আদি। কবীনহঁতক দেখা পাই নৱ শৰ্মাই অলপ খঙেৰে প্ৰথমে কবীনকে সুধিলে।

: তহঁতো কম মানুহ নহৱ ? গোটেইখনতে বিৰোধ লগাই ফুৰিবি। তহঁতে পিক্‌নিক এটা খাইছিলি নেকি ?

: আমি যোৱা নাছিলো। অলপতে আছফিয়াই এটা পিক্‌নিকলৈ গৈছিল।

: ঠিকেই আছে তেনে মই কনফাৰ্ম হ'লো।

আছফিয়াই নৱ শৰ্মাৰ প্ৰশ্নত অকণ উচপ খালে। নৱ শৰ্মাই ডায়েৰীখন জপাই থৈ গাড়ীৰ চিতৰ ওপৰত ৰাখি বাহিৰলৈ ওলাই আহিল।

: তহঁত যাগৈ। আমাৰ অলপ দেৰি হ'ব।

: মই আজিও থাকিম বুলি ভাবিছো।

আদিত্যই ঠিক কথা কেইটা কৈ শেষ কৰিছে কি নকৰিছে সভাস্থলিৰ পিনে দুটা প্ৰচণ্ড বোমাৰ শব্দ শুনা গ'ল। দুয়োটা বিভৎস শব্দৰ ব্যৱধান মাত্ৰ চাৰি পাঁচ চেকেণ্ড মানহে হ'ব। চাৰিওপিনে অন্ধকাৰ। কেৱল বজাৰৰ ওচৰে-পাঁজৰে পোহৰ দেখা গ'ল। সভাস্থলিৰ পিনে মাত্ৰ অলপ পোহৰ। মানুহৰ মাজত আনন্দ, উল্লাস আৰু স্ফুৰ্তি। এজন এচ. পি. গাড়ীৰ পৰা ওলাই আহিল আৰু নৱ শৰ্মাৰ কাষত বৈ ক'লে।

: কি শৰ্মা ব'ম বুলি ভয় খাইছিল নেকি ? আমি শব্দ শুনিয়েই গম পাওঁ। বোমাই কিন্তু আলু বোমা।

: মিটিং আৰু চলিব নেকি ?

: চাওঁ কিমান দেৰি চলে।

কবীনহঁতে হোটেলৰ কাষতে থকা দুমহলীয়া ঘৰ এটাৰ আধা সজা খটখটি কেইটাৰ ওপৰলৈ উঠি গৈ তাতে বহি পৰিল। তাৰ পৰা সভাস্থলিখন অলপ ভালকৈ দেখি। প্ৰায় পাঁচোতামান মেন্টেল লাইট জ্বলোৱা হৈছে। আগপিনে এটা গেছৰ লাইট। তলত সমুখত দেখা গ'ল নৱ শৰ্মাই এচ. পি. দুজনৰ সতে কিবা কথা পাতি আছে। আকৌ লাউড স্পীকাৰটোৰে কথা ভাঁহি আহিল।

"ৰাইজ আমি সামৰিম অলপ পাছতে। আমাৰ আজিৰ কাৰ্য্যসূচীৰ কেইটামান দিশ থাকি গ' ল। কাৰণ কিছুমান মানুহে কিছুমান অলাগতিয়াল কথা কৈ আমাৰ বহু সময় নষ্ট কৰিলে। আমি দুদিনমানৰ পাছতে ইয়াতেই আহি গোট খাম আৰু এক ৰাজহুৱা খানাতালাচী চলাম। তেতিয়া ভাল, ভদ্ৰ, শিক্ষিত মানুহৰ সকলো ৰূপ ওলাব। আমাৰ মাজত আজি বেয়া মানুহ সোমাই গ'ল। তেওঁলোক ইয়াতে কৰবাত ঘূৰি আছে। আৰু আমাৰ অন্যাই, অনিষ্ট কৰিবৰ বাবে চেলু বিচাৰি ফুৰিছে।"

: শুনিলি, অই টফি বেয়া মানুহ সোমাই গ'ল বোলে ?

: বক্তা কেইজনে এতিয়া অলাগতিয়াল কথাহে ক'লে ?

: ৰবিচোন কি কৈছে শুনি যা।

"খবৰ কাগজ উলিয়াই খাটি অসমীয়াৰ ৰূপ ললে কি হ'ব ? সি যে বিদেশী সকলোৱে জানে। একে গছৰে পাত। ইয়াত জন্ম ললেই কি অসমীয়া

হৈ যাব নেকি ? তথাপিও দেশ, সমাজৰ পৰা কলুষ-কালিমা গুচাবৰ বাবে, ধৰ্মৰ বেয়া কথাবোৰ আঁতৰাবৰ বাবে, সংস্কাৰৰ বাবে আৰু বিশেষকৈ নাৰী সমাজৰ স্বাধীনতা ঘূৰাই অনাৰ সপক্ষে আমি এগৰাকী আন্তৰ্জাতিক খ্যাতিসম্পন্না লিখিকাৰ সপক্ষে মাত মাতিবৰ বাবে ওলাই আহিছো। কিন্তু তাৰ বাবে আমাক অৱহেলা কৰা হ'ল, অৱজ্ঞা কৰা হ'ল আৰু আমাৰ বিৰুদ্ধাচৰণ কৰিলে। সেই লিখিকা গৰাকীৰ সপক্ষে মাত দিলে কিজানি ইয়াৰ কোনোবাই তাক বৰ্ডাৰ পাৰ কৰি খেদি পথাই তাৰ ভয়ত সি এতিয়া খাটি অসমীয়াৰ ভাও লৈছে। এগৰাকী লিখিকাই জগত জয় কৰাৰ কথা কৈছে আৰু এটা ফুকলীয়া ল'ৰাই তাত হেঙাৰ দিছে। নিজৰ ঘৰখনৰ মানুহে সংখ্যালঘুৰ ওপৰত অত্যাচাৰ চলাইছে আৰু সি ইয়াত সেইবোৰ ধাকিবৰ বাবে মহানুভৱতাৰ পৰিচয় দিছে। চৰম ভণ্ডামীৰ বাহিৰে ই অইন একো নহয়। তাৰ লগত যোগ দিছে স্থানীয় কেইটামান অসমীয়া ল'ৰাই। আমি সেই খা লক্ষ্য কৰি আছো। কেৱল সেয়ে নহয় বিদেশী দুষ্ট তিৰুতাৰ সতে লগ লাগি ইয়াত গাভৰুৰ বেপাৰো কৰিছে। এই সকলোবোৰৰ ৰাজহুৱা বিচাৰ আৰু ৰাজহুৱা খানাতালাচী চলিব আৰু কেইদিনমানৰ ভিতৰত। ৰাইজ উক্ত অভিযানলৈ আপোনালোকক আজিয়ে নিমন্ত্ৰণ কৰি ৰাখিলোঁ। আজিলৈ আমি সভা ভঙ্গ কৰিম। আমাৰ মুখ্য পৃষ্ঠপোষক ডাঙৰীয়াই মাত্ৰ দুটামান কথা ক'ব। তাৰ বাবে অলপ অপেক্ষা কৰিবলৈ অনুৰোধ কৰিলো।"

: আমাৰ পাছত লগা মানুহ ইয়াতে কৰবাত আছে। মই তালৈ গৈ চাই আহো। বহি থাকি লাভ নাই।

আদিত্যৰ খং আৰু চেপা মাতটোৱে সকলোকে সচকিত কৰি তুলিলে। কিন্তু আৰু কিবা কোৱাৰ আগতে ব্যস্তভাৱে আদিত্য প্ৰায়ে দৌৰি যোৱাৰ দৰে তললৈ নামি গ'ল। কবীনে চিএৰি মাতিব খুজিছিল। কিন্তু টফছিৰৰ কথাত বৈ গ'ল।

: নিচিএৰিবি – চি আৰ পি বোৰে সন্দেহ কৰিব পাৰে। নৱদাক কওগৈ ব'ল। আহ নামি যাওঁ। নিশ্চল ব'লা।

টফচিৰহঁত নামি গৈ নৱ শৰ্মাক কথাটো ক'লে। নৱ শৰ্মাই অভয় দি ক'লে যে এই সময়ত একো নকৰাই উত্তম। ভালে ভালে মানুহবোৰ যাওঁক।

কথাটো মন কৰিব নেলাগে। আদিত্য গৈছে যদিও যাওঁক- চাবহে। তাত পুলিচ, চি আৰ পি আছে কাষে কাষে। কিন্তু টফচিৰ আৰু কবীনৰ মনবোৰে নেমানিলে। কোনোবাই চিনি পাই কিবা কৰি দিব পাৰে। নিশ্চলে আছফিয়াক নৱ শৰ্মাহঁতৰ কাষতে থাকিবলৈ কৈ হোটেলৰ আগেদি যাবলৈ ধৰিলে। প্ৰথমে মেন্টেল লাইট কেইটা নুমাই গ'ল আৰু তাৰ পাছতে আকৌ এটা প্ৰকাণ্ড বোমাৰ শব্দ ভাঁহি আহিল। এইবাৰ চাৰিওপিনে এক বিভৎস চিৎকাৰ আৰু অট্টহাস্য। মানুহৰ লৰা-ধপৰা। এটা গুম গুমনি শব্দ। চাৰিওপিনে হাঁহাকাৰ। এন্ধাৰতে চাৰিওপিনে কোনোবাই যেনি তেনি ধাপলি মেলিছে। চাৰিওপিনে আতঙ্ক, ভীত, প্ৰাণৰ ভয়ত মানুহৰ হিয়া ভঙা মাত। কাৰোবাৰ মুখত প্ৰতিবাদৰ স্বৰ, কাৰোবাৰ কণ্ঠত আত্মসমৰ্পণৰ কাতৰ ভাষা। সেইটো দেৱালীত জ্বলোৱা খেলাৰ বোমা নহয় চাগে। মানুহক আভুৱা ভাবি পাছত এটা সঁচা বোমাই ফুটুৱা হ'ল। তেজ আৰু মানুহৰ বিচ্ছিন্ন দেহৰ টুকুৰাৰে চাগে সভাস্থলি ভৰি গৈছে। কোনে এই কাম কৰিলে ? মহিলাসকলৰ কি অৱস্থা হৈছে? সেয়া আৰ্ত্তনাদৰ শব্দ ভাঁহি আহিছে। কৰবাত কোনোবাই কাৰোবাক আক্ৰমণ কৰিছে। বিজুলীৰ ক্ষণিক পোহৰৰ দৰে কৰবাত দুই এটা টৰ্চ জ্বলিছে। আকৌ মানুহৰ আৰ্ত্তনাদ ভাঁহি আহিছে। কবীন, নিশ্চল আৰু টফচিৰ যোৱাৰ পৰা ওভতি আহিল। এখন ট্ৰাকৰ পাছপিনে মাত্ৰ বেটাৰীৰ সহায়ত এটা লাইট জ্বলি আছে। বোধহয় সেইখন পুলিচৰ ভান। এনেতে পুনৰ মাইকযোগে শুনা গ'ল বজ্ৰকঠোৰ ঘোষণা।

"ৰাইজ কি হৈছে আমি ধৰিব পৰা নাই। আমি পুলিচ বিভাগৰ পৰা এই ঘোষণা কৰিছো। আপোনালোকে হুৰামুৰা নকৰি থকা ঠাইতে বৈ যাওঁক। মনত ৰাখিব আমাৰ কাষত লাইটৰ ব্যৱস্থা কিন্তু নাই। মই অনুৰোধ কৰিছো- আপোনালোকে পুনৰ মেন্টেল লাইট কেইটা জ্বলাই দিয়ক। দেৰি নকৰিব।"

আন্ধাৰৰ মাজত কোনেও কাকো দেখা নাই। সিহঁত কেইটাই দেখিছে- এজন পুলিচৰ লোকে মাইকত এইদৰে চিঞৰি ঘোষণাবোৰ কৰিছে। অন্য এখন গাড়ীৰ পৰা এজাক চি আৰ পি নামি দুপদুপাই গৈ আন্ধাৰত হেৰাই গ'ল। কবীনে এবাৰ আদিত্যৰ বিষয়ে পুলিচজনক ক'ব খুজিছিল কিন্তু সাহস নকৰিলে। এটা অনিশ্চয়তাৰ দোমোজাত পৰি সিহঁতৰ মনবোৰ কঁপি উঠিল।

একো এটা থিৰাং কৰিব নোৱাৰিলে। হৈ হাল্লা কৰি আদিত্যক মাতিবলৈ বা বিচাৰি যাবলৈও চি আৰু পি বিলাকৰ পৰা নোৱাৰা হ'ল। জানোচা সিহঁতকে কিবা সন্দেহ কৰে ? আদিত্যে অৱশ্যে সিমান ভোদা নহয়- বেছ ছচীয়াৰ। কিন্তু পুলিচ, চি আৰ পি সকলোবোৰে চাই আছে সিমান তৎপৰ হৈ উঠা নাই। বোমা এটা ফুটাৰ পাছত, অত মানুহৰ আৰ্ত্তনাদ, আৰ্ত্তস্বৰ ভাঁহি অহাৰ পাছত এইদৰে নিৰ্বিকাৰ হৈ ৰৈ থাকিব পাৰে জানো ? আকৌ এবাৰ কবীনহঁতে শুনিলে কোনোবা ঠাইৰ পৰা কান্দোন আৰু আতঙ্কৰ শব্দ, মানুহৰ অসহাই আৱাজ বতাহত ওপঙি আহিছে, টফচিৰে অলপ আচাৰ্য্য প্ৰকাশ কৰি আন্ধাৰতে কবীনক খেপিয়াই হাতত ধৰি কৈ উঠিল।

: জেঠাইৰ ঘৰৰ ফালে নেকি ? ভালকৈ মন কৰাছোন ?

: একো ধৰিব নোৱাৰি। আদিত্যটো বাৰু ক'ত হেৰাই গ'ল ? নিশ্চল তুমি আছফিয়াৰ খবৰ এটা লবা নেকি ?

: নৱদাৰ সতে আছে চিন্তা নকৰিবি।

মাইকত কথা কোৱা পুলিচজনে আকৌ এবাৰ ঘোষণা কৰিলে।

: মিটিঙৰ কৰ্মকৰ্তাসকল, আপোনালোকে অতি সোনকালে মেন্টেল কেইটা জ্বলাই লওক। নহ'লে আমি এতিয়া বেলেগ ব্যৱস্থা লম। আপোনালোকে খেলি-মেলি নকৰিব। শান্ত হওক। ৰাইজ বোমা আদি ফুটা নাই ভয় নেখাব। কোনোবাই ধেমালি কৰি আলু বোমা ফুটাইছিল। তাতে ইমান ভয় খাবৰ দৰকাৰ নাই। কিন্তু আপোনালোকে কিয় লাইটবোৰ নুমুৱাই দিলে আমি নেজানিলো। আপোনালোক সন্ত্ৰাস নহ'ব।"

আন্ধাৰৰ মাজতে নৱ শৰ্মাই কবীনহঁতক মাত দিলে।

: আছফিয়া মোৰ গাড়ীতে বহি আছে। চিন্তা নকৰিবা। বোমা নহয় দেই, কিন্তু লাইটবোৰ কোনে নুমুৱালে ?

: আদিত্য যে অহা নাই ? ক'ত সোমাল বাৰু ?

: সৌপিনে নিজুম পৰিছে যদিও ভয়ৰ কাৰণ নোহোৱা নহয়। ... দুটামান কৰিব নোৱাৰি নেকি ?

: সৰ্বনাশ, অপ্ৰৱোচিতভাৱে পুলিচে একো কৰিব নোৱাৰে। মানুহখিনিয়ে আন্ধাৰতে ভয় খাইছে।

কিন্তু চকুৰ আগতে ঘটনা এটায়ে ভয়াবহ ৰূপ ধাৰণ কৰি নৱ শৰ্মা, পুলিচ, এচ, পি আৰু চি আৰ পি সকলক বিব্ৰত কৰি তুলিলে। কবীনহঁত আধা সজা বিল্ডিংৰ খটখটিটোলৈ উঠি তাৰ পৰায়ে নিৰিক্ষণ কৰাত লাগিল। জয়া বজাৰৰ প্ৰায়বোৰ মানুহ উঠি আহিছে। হাতত দুই চাৰিদাল জোৰ। জোৰৰ জুইৰ পোহৰত দেখা গৈছে হাতত দা আৰু লাঠি। মানুহবোৰ উত্ৰাৱল হৈ পৰিছে। উত্তেজনাত জপিয়াই পৰিছে। আৰু মুখেৰে নিগৰি আহিছে অশ্ৰাব্য গালি। মানুহখিনি প্ৰধান আলিটোৰ কাষত থিয় দি আছে। আগলৈ অহা নাই। হয়তো অলপ পাছত আ ,ৱাই আহিব। মানুহখিনি কিন্তু মিটিঙলৈ অহা মানুহ নহ'ব। জয়া বজাৰৰে দোকানী, বেপাৰী, হোটেল দিয়া. ঘুমটি দোকান দিয়া আৰু অন্য ব্যৱসাই কৰা লোক। সিহঁতৰ সতে যোগ দিছেহি ওচৰ-পাঁজৰৰ গাঁৱৰ মানুহ। সিহঁতে মাজে মাজে কিবা কৈছে, শ্ল-গান দিছে। জ্বলন্ত এক খঙৰ প্ৰকাশ- ক্ষোভ অভিমানত মাতবোৰ চেপা খাই ওলাই আহিছে। সিহঁতবোৰে মাজে মাজে দুখোজমান আহে যদিও আকৌ পাছলৈ গুচি যায়। সভাস্থলিৰ পিনে আগতকৈ বেছি নিজুম হৈ পৰিছে। কোনেও মেঠেলবোৰ নজ্বলালে- বোধহয় তাত অন্য কোনো মানুহ নাই। হুলস্থুলখন লাগি থাকোতেই সভাস্থলিৰ কাষৰে পৰা পথাৰেদি দুখনমান গাড়ীৰ হেদ লাইটৰ পোহৰ দেখা গৈছিল। বোধহয় তাতে সেই সময়তে মিটিঙৰ উদ্যোক্তাসকল গুচি গৈছিল। নতুনকৈ কোনো হুলস্থুল নাই - কেৱল নিৰ্জন আৰু এক নিঃশাৰ পৰিবেশ। কেৱল বোধহয় এই জয়া বজাৰৰ মানুহখিনিয়ে নতুনকৈ কিবা এটা লগাব বিচাৰিছে। কোনোবাই লগায়ো দিব পাৰে। আকৌ কিছুমান আগতকৈ বেছি প্ৰবলভাৱে হুলস্থুল আৰু সন্ত্ৰাসৰ দৰে কদৰ্য্য আৱাজ শুনা গ'ল। কবীনহঁতে একো ধৰিব নোৱাৰিলে।

: মিঃ শৰ্মা কৰবাত কিবা এটা হ'ব পাৰে। মিটিঙৰ মানুহটো নাই। মই মেচেজ এটা পঠাও ।

: নতুনকৈ অন্য কিবা ঘটিছে নেকি ? মানুহবোৰ আগবাঢ়ি আহিলে বিপদহে হ'ব।

: চি আৰ পি আৰু আমাৰ মানুহক সন্তম কৰি ৰখা হৈছে। মেইন আলিৰ পৰায়ে চাৰিওপিনে ঘেৰাও কৰি ৰখা হৈছে। অ'াগুৱাব নোৱাৰে। ৰব মই কথা

কেইটামান কওঁ।

এচ, পি, জন পুলিচ ভানখনৰ কাষ পালেহি। মাউঠটো হাতত লৈ তেওঁ কৈ গ'ল।

: ৰাইজ মই এটা কথা কওঁ। ভালকৈ শুনি লব। মিটিং শেষ হ'ল। সকলো মানুহ গ'ল। এতিয়া ৰাতি হৈছে। আপোনালোক ঘৰলৈ যাওঁক। তথাপিও মই এটা কথা কৈছো। আপোনালোকৰ মাজৰ পৰা মাত্ৰ এজন মানুহ - বেছি নহয় মাত্ৰ এজন মানুহ - এইপিনে - এই 'সাহা মিষ্টান্ন ভাণ্ডাৰ' বা 'কলিতা জোটা ষ্টোৰ'ৰ কাষলৈ আহক আৰু মোক কওঁকহি যে আপোনালোকৰ কি হৈছে ? আপোনালোকে কিয় এইবোৰ কৰিছে - আমাক কওক - আমি তাৰ বিচাৰ কৰিম। আৰু যদি বেছি কিবা কৰে তেন্তে পাছত আমাক দোষ নিদিব।"

এচ. পিৰ কথাখিনি শেষ হোৱাৰ লগে লগে মানুহখিনিয়ে বাঘে গুজৰাদি গুজৰিবলৈ লাগিল। হাতৰ লাঠিবোৰ ঘূৰাবলৈ লাগিল আৰু আগুৱাই আহিল। এচ. পি জনে আকৌ ক'লে।

: বৈ যাওঁক - আগ নেবাঢ়িব। নহ'লে মই লাঠি চলাবলৈ হুকুম দিম। পুলিচেৰে ঠাই ভৰি আছে। আপোনালোকে কাক বিচাৰি আহিছে- ক'লৈ যাব? কি মিটিঙৰ মানুহবোৰক বিচাৰি ফুৰিছে নেকি ? আমাক কওক। মিটিং হোৱা ঠাইত কিন্তু কোনো মানুহ নাই। আমি খবৰ পোৱা মতে মাইক, টেন্ট, চামীয়ানা সকলো লৈ গৈছে। কেৱল বাঁহ, কাঠ অলপহে আছে। আৰু মিউনিচিপালটিৰ পানীৰ টেঙ্কী এটাহে আছে। তাত এতিয়া কোনো নাই। আগ নেবাঢ়িব বৈ যাওঁক।

"অই পুলিচ কি চাই আছ ? মাৰাদাৰ হৈছে মাৰদাৰ- আমাৰ মানুহক মাৰিছে - নেজান নেকি ?"

ক্ৰোধ, হতাশা, বেদনা আৰু প্ৰত্যাহ্বানেৰে ভৰা এটা আত উচ্চ স্বৰৰ কৰ্কশ, হুটা মাতে আন্ধাৰৰ চিদ্ৰ ফালি সকলোকে কঁপাই তুলিলে। আন্ধাৰত সকলোৰে চকু ঠিৰ হৈ গ'ল।

"মাজে মাজে ইয়ালৈ আহি থাকে - ভাল ভদ্ৰ ঘৰৰ ল'ৰা - সিহঁতে মিটিং পাতিবলৈ আহি মাৰদাৰ কৰিলে।"

আৰু এজনৰ দিণ্ডি ফাটি যোৱা মাত। লগে লগে কেইবাজনো সমৰ্থকৰ আশালীন গালি। কবীনহঁতৰ বুকু শুকাই যোৱা যেন লাগিল। সিহঁতৰ বুজিবলৈ বাকি নেথাকিল যে কথাবোৰ সিহঁতক উদ্দেশ্য কৰিয়েই কোনোবাই কৈছে। এতিয়া অলপ পৰৰ পাছতে এজাক উন্মত্ত, খঙাল, ৰক্ত পিপাসু মানুহ আগবাঢ়ি আহিব আৰু সিহঁতক বিচাৰি নিশেষ কৰি দিব। কিন্তু আদিত্য ক'লৈ গ'ল ?

: তেনেহ'লে কথা আৰু গুৰুতৰ। আপোনালোক য'ত যেনেকৈ আছে তাতে বৈ যাওঁক। নহ'লে আমি গুলি চলাবলৈ বাধ্য হ'ম। শেষবাৰৰ বাবে কোৱা হৈছে।

এচ. পি জনৰ ঘোষণাটো শুনি এইবাৰ মানুহবোৰ এখোজ পাছুৱাই আহিল আৰু বৈ দিলে। লগৰ অন্য এজন এচ পিয়ে দুই ট্ৰাকমান চি আৰ পি আৰু আন পুলিচক নিৰ্দেশ দি চাৰিওপিনে অঞ্চলটো ঘেৰি লবৰ বাবে দৌৰাই পঠাই দিয়ালে। আন্ধাৰৰ মাজতে বুটজোতা আৰু আলিবাটৰ শিলৰ ঘৰ্ষণত জুই ওলাইছিল। কবীনহঁত বিমূঢ় হৈ বহি থাকিল। আছফিয়াৰ কান্দোনখিনি বাঢ়ি আহিছিল। নৱ শৰ্মাই কিছু উৎকণ্ঠৰে কবীনহঁতৰ কাষলৈ আহিল আৰু কিনাৰৰ পিনে চাই ক'ল।

: তহঁত এতিয়া যাগৈ। নহ'লে অসুবিধা হ'ব পাৰে।

: আদিত্যক এৰি যাওঁ কেনেকৈ ?

: কিবা যদি ঘটনা হৈছে আমি তদাৰক কৰিম। তহঁতে ইয়াত থাকি এতিয়া একো কৰিব নোৱাৰ। ডি আই জি চাৰ আহি যাব পাৰে। তেতিয়া অসুবিধা পাবি।

: বজাৰৰ মাজৰ সেই তিনি আলিটোৰ পিনেই গুচি যাওঁ নহ'লে। ৰাতিটো কিবা কৰি কটাম।

: নোৱাৰিবা টফচিৰ। আছফিয়াক লৈ আৰু জুলম হ'ব। তাৰোপৰি বজাৰৰ পিনে যাবা কি দৰে ? মানুহবোৰ ইয়াৰ পৰা ঠেলি পঠোৱাৰ পাছত সিহঁত বজাৰৰ মাজলৈকে যাবগৈ। তোমালোকৰ বিপদ আৰু বাঢ়িব। তোমালোক এতিয়াই যোৱাগৈ। মাৰদাৰ হৈছে যেতিয়া সন্দেহ হ'লেই গ্ৰেপ্তাৰ কৰা হ'ব।

: আমি গাড়ীখন বহু আগত ৰাখি আহিলো। এইছোৱা বাট তেনে

খোজকাঢ়ি যাব লাগিব।

: মোৰ গাড়ীত উঠাহি - বেছি কিবা এটা হোৱাৰ আগত তোমালোকক তাতে এৰি আহো। নহ'লে তোমালোকো পৰি যাবা।

একো উপাই নাই। ভাবিবৰো সময় নাই। কিবা কাৰণত জটিল পৰিস্থিতিৰ উদ্‌ভৱ হ'লে নৱ শৰ্মাৰে বিপদ হ'ব। স্বয়ং ভায়েক আৰু ভায়েকৰ বন্ধু থকাৰ বাবে ইমানপৰে কবীনহঁতে এইদৰে চৰকাৰৰ চোৰাংচোৱা আৰু পুলিচ বাহিনীৰ সতে থাকি সকলোবোৰ ৰেহৰূপ চাব পাৰিছিল। অন্যথা এইদৰে থাকিব নোৱাৰে। কবীন-টফচিৰহঁতে কিছু কঠোৰ হোৱাৰ কথা ভাবিলে। পৃথিৱীৰ সকলো ধৰণৰ কাণ্ড কৰবাত নহয় কৰবাত আগে ঘটি যোৱা। তাৰে কেতিয়াবা পুনৰাবৃত্তি চলে। অভ্যস্ত নহ'লে আমাৰ বাবে নতুন যেন লাগে। আদিত্য ঘূৰি নহা ঘটনাটো সিহঁতৰ সংগ্ৰাম, আদৰ্শ, অম্বেসনৰে এটা ভিতৰুৱা কথা বুলি সিহঁতে বিবেচনা কৰিলে - যদিও ই হ'ব নেলাগিছিল আৰু যদিও সহিবলৈ টান। বুদ্ধিমান আদিত্যক দেখা দেখিকৈ কোনোবাই কিবা নকৰিলে, সাহসী আদিত্যক কোনোবাই বিশ্বাসঘাটকতা নকৰিলে, খণ্ডাল আদিত্যক কোনোবাই প্ৰৰোচনা নকৰিলে এনেয়ে তাক সকলো পিনৰ পৰা কৰায়ত্ব কৰা কঠিন। আছফিয়াই কেৱল কান্দিয়ে থাকিল - নীৰবে, মনে মনে। নৱ শৰ্মাই দুজন বন্দুকধাৰী চিপাহী ললে আৰু পেণ্টৰ জেপত থকা ৰিভলভাৰটো হাতলৈ আনি কবীনহঁতক গাড়ীত উঠিবলৈ ক'লে।

এদল ক্ৰোধান্বীত, উন্মত্ত আৰু অভিমানী মানুহৰ কাষেদি গাড়ীখন দ্ৰুত গতিত পাৰ হৈ গ'ল। দুখৰ কাঁইটে সিহঁতৰ বুকুবোৰ বিন্ধি থকা-সৰকা কৰিছিল। এটুকুৰা আত্মস্থ, মৰম লগা ঠাই সিহঁতে আজি এনেকৈয়ে নীৰৱে হয়তো কঠোৰভাৱে এৰি থৈ আহিছে। বাহিৰত ঘন আন্ধাৰ। নিমিষতে গাড়ীৰ হেদলাইটত কবীনহঁতৰ কজলা ৰঙৰ গাড়ীখন ওলাই পৰিল। ড্ৰাইভাৰজনে গাড়ীখন ৰখাই দিলে।

: তোমালোকে নিজৰ গাড়ীত উঠাগৈ।

নৱ শৰ্মাৰ নিৰ্দেশত কোনেও এৰাৰ মাতো নিদিলে। কবীনে গাড়ীখনত উঠি পাছৰ আৰু আগৰ দুৱাৰৰ লক কেইটা খুলি দিলে। টফচিৰহঁত উঠি পৰিল। গাড়ীৰ ষ্টাৰ্ত দিয়াৰ পাছত নৱ শৰ্মাই ক'লে।

: মই ৰাতি আহিব নোৱাৰিম। ঘৰত কবি।

দুয়োখন গাড়ী দুয়োপিনে তীব্ৰ গতিত চলিব ধৰিলে। কবীনে এটা হুমুনীয়াহ কাঢ়ি ক'লে।

: একমাত্ৰ দাদাৰ কথা চিন্তা কৰি আজি আহিব লগাত পৰিলো।

: আদিত্য যেনতেনে আহি ওলাবহি।

তেতিয়া আছফিয়াই কেৱ হুকহুকাই কান্দিছিল। নিশ্চলে অতি কৰুণভাৱে এটা চেপা নিশ্বাস এৰি মাথো ক'লে।

: এইজনেই শ্ৰীসুহৃদ কাকতি।

তেতিয়া ৰাতিৰ আকাশত দুখৰ ছাঁ পৰিছিল।



## ( পোন্ধৰ )

কথা একেটাই হ'ল।

নাৰী নিৰ্য্যাতনক কোনেও বন্ধ কৰিব নোৱাৰিলে। নাৰী নিৰ্য্যাতনক বন্ধ কৰিবলৈ ওলাই আহি আকৌ নাৰীকে নিৰ্য্যাতন কৰা হ'ল।

পাঁচ কিলোমিটাৰ মান ৰাস্তা খোজ কঢ়াৰ পাছত ক্লান্ত দেহাৰে এখন অট' পাই শেষ নিশা আদিত্য ঘৰ সোমাইছিল।

চাৰি জাঁই গুলী শূন্যলৈ মৰাৰ পাছত মাজনিশা জয়া বজাৰৰ মানুহবোৰক ছত্ৰভঙ্গ দিয়া হৈছিল। পুলিচ, চি আৰ পিয়ে চাৰিওপিনৰ পৰা চাপি আহি বগীবুঢ়ীৰ ঘৰৰ চোতালত দপদ্‌পাই ফুৰিছিল। যোগাৰ কৰা হ'ল শক্তিশালী টৰ্চ আৰু কেৰাচীনৰ জুইৰ জোৰ। তেতিয়া ৰাতি পুৱাবৰ হৈছিল। ভিতৰলৈ সোমাই গৈছিল নৱ শৰ্মা আৰু দুজন এচ. পি। ঘৰৰ দুৱাৰ- খিৰিকী খোলা আৰু ভঙা। ভঙা আৰু বিশৃঙ্খল অৱস্থাত ঘৰৰ আচবাব পত্ৰ। বিছনা চাদৰবোৰত অজস্ৰ মানুহৰ ভৰিৰ খোজ। ঘৰৰ এটা চুকত কিছুমান কাপোৰৰ দমৰ ওপৰত অলৰ-অচৰভাৱে পৰি আছিল বগীবুঢ়ী। কাষত তৰা আৰু জয়ন্তী। তিনিওজনীৰ গাত মেখেলা আৰু পেটিকোটৰ বাহিৰে চোলা কাপোৰ নাছিল। কিন্তু, কিছুমান কাপোৰেৰে কেৱল দেহ কেইটা ধাকি ৰাখিছিল।

তেতিয়া প্ৰায় ৰাতি পুৱাইছিল।

খিৰিকীৰে অকণ পোহৰ সোমাই আহিছিল।

নৱ শৰ্মা আৰু দুজন এচ. পিৰ জাউৰীয়ে জাউৰীয়ে সোধা প্ৰশ্নৰ উত্তৰত তৰা আৰু জয়ন্তীয়ে কেৱল এটা কথাকে কৈছিল যে কোনেও সিহঁতক একো কৰা নাছিল। মাত্ৰ গাৰ কাপোৰখিনি খুলি দিছিল আৰু দুটা মানুহে টৰ্চ মাৰি বগীবুঢ়ীক থিয় কৰাই হাতদুখন পাছলৈ নি অলপ দেৰি ধৰি আছিল আৰু তাৰ পাছত গোৰ মাৰি পেলাই থৈ গৈছিল। তাৰ বাহিৰে একো কৰা নাছিল।

নৱ শৰ্মাহঁত বিপাণ্ডত পৰিছিল।

বগীবুঢ়ীয়ে আল্লা, কলিমা, ৰাম, লক্ষ্মণ, বাইবেল, গীতা, গ্ৰন্থচাহিব, ৰামায়ণ, কীৰ্ত্তন আদি কাৰো নাম লোৱা নাছিল। তৰা, লতামণি, ফৰমান,

চোনাৰদাদা, কবীন, টফচিৰৰ নামো লোৱা নাছিল। নন্দয়াল, মৌলভী বজাৰ, বাংলাদেশ, অসম, মুকালমুৱা, জয়া বজাৰ আদিৰ নামো লোৱা নাছিল। লোৱা নাছিল সুহৃদ কাকতি, ভাগৱতীহঁতৰ নাম। কেৱল মুখেৰে কিবা এটা কৈ আছিল আৰু শেষত এটা হুমুনীয়াহে বুকুৰ সকলো দুখ উলিয়াই আনি আকৌ অন্য দুখক চিৰদিন, চিৰকালে সোমাব নোৱাৰাকৈ এটা শব্দৰে মুখৰ কাষত এখন কঠিন শিলৰ দুৱাৰ নিৰ্মাণ কৰি দিছিল। হয়তো তাৰ পাছৰ পৰা আৰু কোনো দুখেই ভিতৰলৈ সোমাব নোৱাৰিব। নৱ শৰ্মাই কাণখন বগীবুঢ়ীৰ ওঠজোৰৰ কাষলৈ নমাই আনিলে। হুমুনীয়াহ খিনিয়ে লৈ অনা শব্দটো নৱ শৰ্মা আৰু দুজন এচ. পিয়ে স্পষ্টভাৱে শুনিলে। বগীবুঢ়ীয়ে 'কাপোৰ' বুলি এবাৰ কৈ ওঠজোৰ জপাই দিলে। নৱ শৰ্মাই শেষবাৰৰ বাবে কাপোৰেৰে বগীবুঢ়ীৰ মুখখন ধাকি দিলে। তৰা আৰু জয়ন্তীয়ে কান্দিবলৈ ভয় কৰিছিল।

ঘৰত অন্য মানুহ তেতিয়া কোনো নাছিল। ৰাতি ঘটনাটো হৈ থাকোতে যিয়ে যেনেকৈ পাৰে তেনেকৈ ঘৰৰ পৰা ওলাই গৈ পলাইছিল। কেৱল আছিল তৰা আৰু জয়ন্তী। অৱশ্যে লতামণি, গোলনা আৰা আৰু ফৰিদাহঁতক মাৰি-পিটি ঘৰৰ পৰা বাহিৰ কৰি দিয়া হৈছিল। পাছত এইবোৰ কথা তৰা আৰু জয়ন্তীহঁতে নৱ শৰ্মাহঁতক কৈছিল।

পুলিচৰ সকলো যাৱতীয় কৰ্তব্য সমাধা কৰি তিনিট্ৰাক চি আৰ পিক কেইদিনমানৰ বাবে কামৰ দায়ীত্ব দি এটা অস্থায়ী কেম্প পতাৰ নিৰ্দেশেৰে নৱ শৰ্মাহঁতে বগীবুঢ়ীৰ লাচটো জয়া বজাৰৰ মছজিদৰ ইমাম মহম্মদ তজমুল ৰহমান চাহাবৰ হাতত গটাই দি ঘৰলৈ গুচি আহিছিল।

জয়া বজাৰৰ বাসিন্দা কিন্তু একো কৰিব নোৱাৰিলে। খাটি খোৱা কৃষক-বেপাৰী, কোনোবাই দোকান, কোনোবাই হোটেল, আনবোৰে নানান সৰু ব্যৱসাই কৰি খাই থকা মানুহ। থাকোতে মানুহ বহুত আছে। কিন্তু কাৰো প্ৰতিপত্তি নাই- সকলোখিনি মানুহ দুখীয়া, গৰীব, নিচলা। লগ হৈ, ইটোৰ পৰা সাহ গোটাই সিটোৱে সেইদিনা ৰাতি উত্তেজনাৰ সৃষ্টি কৰিছিল যদিও চাৰি জাই শূন্যলৈ মৰা গুলিৰ শব্দতে সকলোখিনি ঠাণ্ডা হৈ গৈছিল। কান্দিবৰ বাবে কিন্তু সেইখিনি মানুহক একো নেলাগে। টকা-পাইচা, ঘৰ-বাৰী, হাতী-ঘোঁৰা, গাড়ী আদি একোৰে প্ৰয়োজন নাই সেইখিনি মানুহৰ কান্দিবৰ বাবে। সেয়ে তিনি চাৰিদিন ধৰি কন্দাৰ বাহিৰে মানুহখিনিয়ে অন্য একো কৰিব নোৱাৰিলে। কেৱল তজমুল চাহাবে ফল-মূল, কুঁহীয়াৰ, ভজা বুট আৰু দোকানৰ জেলেপী

অলপ আনি তিলনীৰ নামত মুছলমান ৰাইজক খুৱাই দিয়ালে।

সময়ে জয়া বজাৰৰ ৰাইজৰ দুখ মচি পেলাইছিল। সেইখিনি গৰীব মানুহৰ বুকুত বগীবুঢ়ীৰ মৃত্যুৱে সৰহ দিন ধৰি প্ৰভাৱ পেলাই থাকিব নোৱাৰিলে।

কিন্তু 'চেতনা' আৰু 'প্ৰতিবাদ' বৈ নেথাকিল। টাউনত, মহা মহা নগৰীত বাস কৰা আঢ্যৱন্ত, আভিজাত্য, বুদ্ধিজীৱী, চহকী, শিক্ষিত, জ্ঞানীসকলৰ বাবেইতো আজি পৃথিৱীত সকলোবোৰ ঘটিব লাগিছে। ভালেই হওক বা বেয়াই হওক, আন্ধাৰেই হওক বা পোহৰেই হওক, উচ্চ-নীচ, ক'লা-বগা, ওখ-চাপৰ সকলোখিনি সেইসকলৰ বাবেইটো ঘটিছে। ভেম, বুদ্ধি, জ্ঞান, অহঙ্কাৰ, সভ্যতা, সংস্কৃতি, পৰম্পৰা, ধৰ্ম, কৰ্ম, চৰিত্ৰ আদিক কেন্দ্ৰ কৰিয়েটো সকলোবোৰ চলি আছে। চাৰিওপিনে চাঞ্চল্যকৰ বাতৰি। গৰম খবৰ, তপত বতাহ, উৰা বাতৰি, অপপ্ৰচাৰ, আক্ৰমণ। আকৌ মানুহক দিকহাৰা, বিভ্ৰান্ত কৰিব পৰা, ভুল বুজোৱা, উচতনি দিয়া খবৰ- প্ৰচাৰ, কথা-বতৰা। হোটেল, ৰেস্তোৰা, ক্লাব- অফিচ, বজাৰ, কলেজ, আকাশবাণী, ৰবীন্দ্ৰ ভৱন, আনকি হৰী সভা, সাহিত্য সভা আৰু বিধান সভা পৰ্য্যন্ত ৰজন জনাই গ'ল।

বহুতে বহুত কিবা কিবি লিখিলে। যোৱাবোৰেও লিখিলে, নেযোৱাবোৰেও লিখিলে, লোকৰ লিখা পঢ়ি লিখিলে, লোকৰ মুখৰ পৰা শুনি লিখিলে, কোনোবাই সাজি লিখিলে- লিখা লিখা কেৱল লিখনি। লিখনিত কেৱল জুই। মানুহক, সমাজক, দেশক খালি পুৰিব লাগে- পুৰি মাৰিব লাগে। টকাৰ আদান-প্ৰদান চলিল। কোনে জুইৰ দৰে লিখা লিখি মনুষ্যত্বক পুৰিব পাৰে, মানৱতাবাদক পুৰিব পাৰে। মানুহৰ পোৱা যোৱা মাংস আৰু হাড়ৰ আঙঠাত কিদৰে সোণ পুৰি সোণক উজ্জ্বল কৰিব পাৰে। কিন্তু বিবেকৰ আগত সোণ পৰি থাকে- মানুহ ডাঙৰ হয়।

তাৰ মাজতে 'চেতনা'ত লিখা ওলাল। বিশেষণৰ পঞ্চামৃত নোখোৱা, দেশৰ প্ৰকৃত মঙ্গল কামনা কৰা, দেশহীতৈষী, সৎ লিখকে লিখিলে : সম্প্ৰতি পশ্চিমৰ সভ্য সমাজ সৰব হৈ পৰা এটা প্ৰধান বিষয় হৈছে তৃতীয় বিশ্বত দেখা দিয়া ধৰ্মীয় মৌলবাদ। (বিশেষকৈ ইছলামীয় মৌলবাদ) তেওঁলোকে চিন্তা কৰি বিশ্লেষণ কৰি এইবোৰ বিষয়ত বহু লিখামেলা আৰু প্ৰচাৰ কৰিছে। আৰু আমি সেইবোৰত বেছ সজোৰে হয়ভৰ দিছো বা পতিয়ন গৈছো। আজিৰ পৃথিৱীৰ সংবাদ আৰু প্ৰচাৰ মাধ্যমো পশ্চিমৰ দ্বাৰা প্ৰভাৱান্বিত। মুছলিমাৰ লিখনি আৰু ইয়াক লৈ বাংলাদেশৰ মুছলমান মৌলবাদীৰ ৰণ হুংকাৰৰ প্ৰচাৰ

এনে ধৰণে বিভিন্ন ৰূপত পৰিবেশন কৰা হ'ল যে আমি নিজেই নজনা হ'লো কথা প্ৰকৃততে কি ? কিন্তু মুছলিমাই তেওঁৰ লিখনীত কোৰাণক কটুক্তি কৰা নাই বুলি কৰা স্পষ্টিকৰণ, বাংলা মৌলবাদী নেতাই উক্ত লিখিকাকে কোনো ধৰণৰ মৃত্যুদণ্ডৰ ফটোৱা জাৰি নাই কৰা বুলি কৰা ঘোষণা আদিৰ সম্পৰ্কে কিন্তু বেছি আলোচনা ক'তো নহ'ল। আলোচনা হ'ল মুছলিমাৰ "ব্যক্তি স্বাধীনতা" আৰু "বাক স্বাধীনতা" আদিক লৈ কিছুমান অপ্ৰাসংগিক আৰু স্থুল আলোচনা। মহিলাই বাটত থিয় হৈ প্ৰস্ৰাব কৰাৰ অধিকাৰ আদিৰ দৰে কিছুমান নিতান্তই অবাঞ্চিত বিষয়ৰ ওপৰত অজস্ৰ বিশ্লেষণ চলিল।" তাৰোপৰি সুইডেনৰ মাটিত আশ্ৰয় গ্ৰহণ কৰাৰ পাছত তেখেতক এক জ্বলন্ত সত্যৰ প্ৰতীক বুলি প্ৰমাণিত হ'বৰ বাবে ইটোৰ পাছত সিটো বঁটা আগবঢ়োৱা প্ৰক্ৰিয়াই আমাক সকলোকে আনন্দিত কৰি তুলিছে। আমি আনন্দত আত্মহাৰা হৈছো- আৰু মানুহক কৈছো - চোৱা তেওঁ কিদৰে ইটোৰ পাছত সিটোকৈ পুৰস্কাৰ পাইছে। নিজ দেশৰ এজন খ্যাতিসম্পন্না ব্যক্তিয়ে যেতিয়া পুৰস্কাৰ পাই নিজ প্ৰতিভাৰ বলত তেতিয়া আমাৰ চকু কপাললৈ উঠে আৰু আমি কওঁ এইবোৰ চৰকাৰে দিছে, ৰাইজৰ নহয়। আৰু যেতিয়া অসৎ উদ্দেশ্য পূৰণৰ বাবে পশ্চিমীয়া, সাম্ৰাজ্যবাদী দেশে এজনক পুৰস্কাৰ প্ৰদান কৰে তেতিয়া আমি কওঁ- চোৱা কিদৰে নিজ প্ৰতিভাৰ গুণত তেওঁ কেনেকৈ বঁটা পাবলৈ সক্ষম হৈ উঠিছে। বিবিচিয়ে এদিন টেলিভিশ্যনত এক অনুষ্ঠান প্ৰচাৰ কৰিছিল তাত টাবৰীণে মুখত জ্বলন্ত চিগাৰেট লৈ কোৰাণৰ পাত লুটিয়াই কিবা টুকি আছিল। ই হৈছে "কোৰাণ তথা ইছলামৰ বিৰুদ্ধে এক জানি শুনি কৰা অপমান। অপমান সকলো ধৰ্ম তথা ধৰ্মীয় গ্ৰন্থৰ প্ৰতিও। কাৰণ এনে ধৰণে গীতা, বাইবেল, গ্ৰন্থাচাহেব পঢ়াটোও সিমানেই অশোভনীয় আৰু অপমানজনক হ'ব।" কিন্তু এনে কাৰ্য্য যদি পশ্চিমৰ এখন দেশত গীতা, বাইবেল, গ্ৰন্থচাহেব মেলি কৰা হ'লহেঁতেন তেতিয়া যে কিমান হুলস্থুল নেলাগিলহেঁতেন- তাক কোৱাটো টান । দোষ আমাৰ গাত নাই। কাৰণ আমি তেনে মানসীকতাৰে গোলামী কৰি আছো এতিয়া, সেয়ে আমি আনন্দিত, আত্মহাৰা। আইৰিছ পপ গায়িকা এগৰাকীয়ে তেওঁৰ এটা গীতৰ এলবামত পোপ ২য় জন পলক কটুক্তি কৰি তেওঁৰ ফটো এখন ফালি পেলোৱাৰ বাবে ইউৰোপৰ বিভিন্ন দেশত হেজাৰ হেজাৰ মানুহে শোভাযাত্ৰা বাহিৰ কৰিছিল। আমেৰিকাত তেওঁৰ গীতৰ হাজাৰ হাজাৰ কেচেতৰ ওপৰেদি ৰ'লাৰ চলাই দিয়া হৈছিল, যীচুখ্ৰীষ্টক,

বিটলছৰ দৰে বিখ্যাত ৰক সংগীতৰ দলে কতৃক্তি কৰাৰ বাবে পশ্চিমীয়া সমাজৰ ৰোষৰ পৰাও পৰিত্ৰাণ পোৱা নাছিল। কিন্তু দুৰ্ভাগ্যৰ কথা এয়ে যে টাবৰীণে ইছলামক ইমান হেয়জ্ঞান কৰাৰ পাছত, য়াজদীয়ে পয়গম্বৰজনাক ৰাং কুকুৰ বুলি কোৱাৰ পাছতো ইয়াত হাজাৰে হাজাৰে, শ শ লোকে সমদল শোভাযাত্ৰা কৰাটো বাদেই কেইজনমানে লিখনী যোগে খণ্ডৰ বহি প্ৰকাশ স্বৰূপে 'মৃত্যুদণ্ড' দিয়াৰ বাবে বহুতৰে গাজত লাগিল, মানৱতাবাদ আৰু মানৱ অধিকাৰ নামেৰে পিঠিত লৈ ফুৰা বস্তা দুটা যেন পিঠিৰ পৰা থলপকৈ মাটিত সৰি পৰিল। এয়া অইন একো নহয়। এইটো হৈছে যে তৃতীয় বিশ্বৰ সকলো বস্তুৰেই যে নিকৃষ্ট সেই বেমাৰৰ হাচি আৰু কাঁহৰ লগত ওলাই অহা কেইটামান বীজাণু। পৃথিৱীৰ সকলোতে ধৰ্মগ্ৰন্থ আৰু ধৰ্মীয় পুৰুষক কতুক্তি কৰিলে, অপমান কৰিলে বিদ্ৰোহী হ'ব পাৰিব- কিন্তু আমাৰ ইয়াত নোৱাৰে। কৰিলে মৌলবাদী নাম পাব- গৰিহণা পাব। অৱশ্যে তাতো এটা কথা আছে যে "যদি কোনো তৃতীয় বিশ্বৰ নাগৰিকে নিজৰ ধৰ্ম, সংস্কৃতি আৰু দেশক বিকৃত কৰি দেখুৱাব পাৰে তেন্তে তেওঁ পশ্চিমৰ দ্বাৰা ক্ষন্তেকতে আন্তঃৰাষ্ট্ৰীয় খ্যাতি লাভ কৰিব। বেলজিয়ামত এজন ডেকা পাকিস্তানী প্ৰব্ৰজনকাৰীয়ে নিজৰ অভিভাৱক আৰু সংস্কৃতিক গৰিহণা দি এখন কিতাপ লিখিলে। ফলত বাতিটোৰ ভিতৰতে তেওঁ বিখ্যাত হৈ পৰিল।" কিমাচৰ্য্যম। 'চেতনা'ৰ এটা সংখ্যাত ওলাইছে- "আকৌ যুদ্ধৰত বছনিয়ালৈ চালেও দেখা যায় যে যুদ্ধৰত তিনিটা পক্ষক ভাগ কৰা হৈছে এনেকৈ ছাৰ্ব, ক্ৰ'ৱেট আৰু মুছলমান। অৰ্থাৎ বছনিয়ান সকলনো কোন তাক জনাৰ উপায় নাই। ছাৰ্ব সকলক ছাৰ্বিয়ান (যিসকলৰ ধৰ্ম কেথলীক) আৰু ক্ৰোৱেছিয়ানসকলক ক্ৰ'ৱেট (যিসকলৰ ধৰ্ম হৈছে প্ৰটেষ্টান্ট) বুলি ঠিকেই কোৱা হৈছে অথচ বছনিয়ানসকলক বছনিয়ান নুবুলি কেৱল ধৰ্মটোৰ (মুছলমান) পৰিচয় দিয়া হৈছে। ইয়াৰ উদ্দেশ্য হৈছে যাতে মুছলমান বুলিলেই সমগ্ৰ ইউৰোপত এক বিদ্বেষৰ ভাৱ বিয়পি যাওঁক। ধৰ্মক জাতীয়তাৰ সতে একাকাৰ কৰাৰ এই অপচেষ্টা পশ্চিমেই কৰিছে আৰু প্ৰচাৰ মাধ্যম সমূহৰ জৰিয়তে আমি সেইবোৰক গ্ৰহণ কৰিছো।"

"মহম্মদৰ জেৰুজালেমৰ 'আল আকছা'ৰ পৰা যোৱা মেৰাজৰ পৰিভ্ৰমণৰ কাহিনীয়ে মহাকবি ডান্টেক তেওঁৰ 'ডিভাইন কমেদি' ৰচনাৰ বাবে যোগাইছিল অনুপ্ৰেৰণা। কিন্তু খ্ৰীষ্টধৰ্মী ইউৰোপে ইছলামৰ পৰা পোৱা এই বৃহৎ অৰিহণাৰ প্ৰত্যুত্তৰত সোঁৱৰিলে মহম্মদৰ নাম মাহাউণ্ড কৰি। হাউণ্ড এবিধ কুকুৰৰ নাম।'

"আজিৰ যিখন সভ্য ইউৰোপত খ্ৰীষ্টধৰ্মৰ বিৰুদ্ধে কিবা প্ৰকাশ কৰিলে সি হয় Blasphemy আৰু কিন্তু ইছলাম বা মহম্মদক কতুক্তি কৰিলে সি হয় Freedom of Expression বাক্ স্বাধীনতা ইত্যাদি।" তাৰোপৰি মহম্মদক Mahomet the Camel Driver বোলা, হাইড পাৰ্কত এজন মুছলমানৰ খণ্ডাল ফটো আঁকি তলত "খ্ৰীষ্ট বিৰোধী" বুলি লিখি পষ্টাৰ মৰা, ধৰ্ম বা ধৰ্মগ্ৰন্থৰ ওপৰত জ্ঞান নথকাকৈয়ে বিৰোধিতা কৰা, বাছি বাছি কোৰাণৰ পৰা শাৰী উলিয়াই সেইবোৰৰ ব্যাখ্যা নজনাকৈয়ে আন ধৰ্মৰ বিৰোধী বুলি মন্তব্য দি প্ৰচাৰ কৰা, অন্য ধৰ্মৰ বিষয়ে বিৰুদ্ধে গৈছে বুলি কৈ কোৰাণখন ভাৰতত নিসিদ্ধ কৰাৰ বাবে উচ্চ ন্যায়ালয়ত গোচৰ তৰা, দেখাক দেখি আমাৰ ইয়াৰ এজনেও কৌৰাণৰ ওপৰত বেয়া মত প্ৰকাশ কৰা আদি এই সকলো ঘটনাই প্ৰাচ্যবৈৰী আৰু ইছলামৰ বিদ্বেষৰ কথাকে প্ৰমাণ কৰে। এই সকলোবোৰ যে পশ্চিমৰে কাৰচাজী তাক আমাৰ মানুহে বুজি নেপাই। যিবোৰ ঘটনাই কাজিয়া বৃদ্ধি কৰিব পাৰে, অসূয়া-অপ্ৰিতী বঢ়াব পাৰে, যিবোৰেৰে আন ধৰ্মক হেয় কৰিব পাৰি, আন ধৰ্মীয় লোকৰ বিশ্বাস অনুভূতিক আঘাট হানিব পাৰে সেইবোৰ কথা আমাৰ মানুহে বুজি নেপাই, আনে ক'লেও মূৰ দাঙি উঠে, কিন্তু তাতোকৈ বহু ডাঙৰ ডাঙৰ কথা তেওঁলোকে বুজি পায়। জয়া বজাৰত ঘটা ঘটনাটোও যে ইয়াৰেই এটা পৰিকল্পীত ৰূপ তাত কোনো সন্দেহ নাই।

দিনবোৰ গৈ থাকে।

আদিত্যই দুখন ফটো নৱ শৰ্মাক দিছিল। সেইদিনা ৰাতি এজাক সেউজীয়া লুঙি পিন্ধা মানুহে চাৰিজনমান কঁকালত গামোছা মৰা মানুহৰ সতে এজন টুপী পিন্ধা লোকৰ নেতৃত্বত যেতিয়া কোবেৰে বগীবুঢ়ীৰ পাছ দুৱাৰেদি ওলাই গৈ পথাৰৰ হাবিৰ পিনে একেলগে লৰ মাৰিছিল তেতিয়া সি তাৰে এখন ফটো কেমেৰাবে লৈ থৈছিল। আৰু এখন প্ৰকাণ্ড ট্ৰাকৰ সমুখৰ আসনত হাঁহি মুখেৰে বহি যেতিয়া শ্ৰীসুহৃদ কাকতি, শ্ৰীনীলাধৰ বৰগোগাঁই আৰু শ্ৰীপ্ৰসান্ত ভাগৱতীয়ে সগৌৰৱেৰে আঁতৰি গৈছিল তেতিয়া আদিত্য এটা গঢ়াৰ কাষৰ জোপোহাৰ মাজত বহি আছিল। যেতিয়া ট্ৰকখন পাৰ হৈ গৈছিল ঠিক তাৰ আগতে অলপ সমুখৰ পৰা মৰণত শৰণ দি একেপি ফটো তুলিছিল। কিবা এটা হৈছে বুলি জনাৰ পাছতো কেৱল প্ৰাণৰ ভয়ত ট্ৰাকখনে ব্ৰেক নেমাৰি কেৱল যোৱাৰ বাবে চিন্তা কৰিলে। ট্ৰাকখন গ'লগৈ। আদিত্য সৰু হাবি এখনত সোমাল। টফচিৰহঁতে নষ্ট কৰি দিয়ে বাবে সকলো কথা আদিত্যই সিহঁতক

নকয়। আদিত্যৰ বাহুত চপৰিয়াই নৱ শৰ্মাই ধন্যবাদ জ্ঞাপন কৰিলে। এই ফটোৰ তথ্যৰ ওপৰতে এদিন এই তিনিজন ব্যক্তিক গ্ৰেপ্তাৰ কৰা হ'ল। তাৰ পাছত আৰু চাৰিজনক এৰেষ্ট কৰা হৈছিল। তাৰে এজনে মাৰৰ কোবত সৈ কাঢ়ি দিছিল যে যদি তেওঁৰ চাৰিজনীয়া দলটোৱে সেই কামটো নকৰে তেন্তে অহা আন্দোলনত সিহঁতক দেখা যাব আৰু তাৰে এজনক কাকতিহঁতেই পইচা দিছিল - ন্যাস পুঁজীত দিবৰ বাবে। উদ্দেশ্য মন ভাল লগোৱা আৰু থলুৱা লোক বুলি মানুহৰ বিশ্বাস জগোৱা। সেই চাৰিজনৰ উপৰিও আৰু এজন সেই পিক্‌নিকলৈ যোৱাৰ ভিতৰৰে আছিল - যি জনাক আছফিয়াই গালি পাৰিছিল। অৱশ্যে তেওঁলোকক জামিনত দিয়া হৈছিল। কেচ চলি আছে।

এই কথাৰ বাবে প্ৰথমে কেইজনমানে প্ৰতিবাদ কৰিছিল কিন্তু ফ'ৰামে যেতিয়া ছবিসহ এটা বিবৃতি 'চেতনা'ত প্ৰকাশ কৰিলে তেতিয়া সকলোৱে বুজি পালে উৰহি গছৰ ওৰটো ক'ত ? সকলোৱে আচাৰ্য্য প্ৰকাশ কৰিলে যদিও এইবোৰত যে কোনো লাভ নাই সেইটো ফ'ৰামে ভালকৈ জানে। কেৱল ৰাইজক অৱগত কৰাৰ বাবে এনে কৰা হৈছিল। মহিলা সংঘ, সংগঠনৰ উদ্যোক্তা সভ্যাসকলো জয়া বজাৰৰ ঘটনাটোৰ পাছৰে পৰা চেঁচা পৰি যাবলৈ ধৰিলে। কিন্তু দুগৰাকীমানে দুই এটা অন্য লিখা লিখি থাকিল।

মাজতে কেইদিনমান পাৰ হৈ গৈছিল।

'প্ৰতিবাদ'ৰ তৃতীয় সংখ্যাটোও প্ৰকাশ হৈ গৈছিল। কবীন আৰু টফচিৰ মিলি দুয়োটাই সম্পাদকীয়টো লিখিছিল।

এটা ঘটনা ঘটিছিল।

ৰাতি কৰবাৰ পৰা ঘূৰি অহাত দেৰি হোৱাৰ বাবে ৰাতিলৈ আৰু নৱ শৰ্মমাৰ টোপনি নাহিছিল। সেই কাৰণে অফিচলৈ নগৈ ভাত কেইটা খাই অলপ টোপনি মৰাৰ কথা ভাবিছিল। এনেতে আহি ওলাইছিল টফচিৰ। কবীন ঘৰত নাছিল। খুড়ীয়েকক এঘৰৰ পূজাৰ নিমন্ত্ৰণৰ বাবে থৈ আহিব গৈছিল। লগে লগেই অহাৰ কথা। নৱ শৰ্মাই টফচিৰক কোমলভাৱে কৈছিল। খুড়াক গৈছিল অফিচৰ ট'ৰলৈ কলিকতালৈ।

: তুমি কবীনৰ কোঠাতে বহা। সি এতিয়াই আহিব। মই অকণ শুই লও। সি আহক তেতিয়া ময়ো কথা পাতিম।

টফচিৰে শলাগি কবীনৰ কোঠাৰ লিখা-পঢ়া কৰা টেবুলখনৰ কাষৰ চকীখনত গৈ বহি পৰিছিল। 'প্ৰতিবাদ'ৰ বাবে কবীনে 'মজ্জা'ৰ ওপৰত এটা

সমালোচনা আৰম্ভ কৰিছিল। হঠাৎ টকচিৰে সেইটো পঢ়ি পেলাইছিল। সি পঢ়ি গৈছিল- 'মজ্জা'ই আমাক দুটা কথাৰ সন্ধান দিয়ে। আমাক প্ৰধানকৈ দুটা প্ৰশ্ন কৰিবলৈ বাধ্য কৰাই। 'মজ্জা'ৰ কথাবোৰ যদি মিছা বুলি ধৰা হয়, যদি কিতাপ এখন সৃষ্টি হ'ব লাগে বাবেই বুলি ধৰা হয় বা মাত্ৰ এখন কিতাপৰ কথা বুলিহে যদি ধৰা হয় তেন্তে ক'ব লাগিব যে টাবৰীণৰ দৰে দেশদ্ৰোহী, জাতিঘাটক, অবিশ্বাসী আৰু গণশত্ৰু আৰু দ্বিতীয় এগৰাকী নোলাব। কি কাৰণে তেখেতে সেই দেশতে জন্ম গ্ৰহণ কৰি, তাতে ডাঙৰ-দীঘল হৈ, তাৰে বতাহ-পানী খাই, তাতে থাকি শিক্ষা-দীক্ষা লৈ নিজৰ মানুহৰ বিৰুদ্ধে ইমান বেয়া কথা লিখি নিজৰ মানুহখিনিক ঘোৰ সাম্প্ৰদায়িকতাবাদী বুলি দেখুৱাই অমানুহ কৰি জাতিটোক হেয় প্ৰতিপন্ন কৰিছে? এপিনে তেওঁৰ লিখনিক লৈ পৃথিৱীত যিদৰে তোলপাৰ লাগিছে আনপিনে পৰোক্ষভাৱে তেওঁ তেওঁৰ স্বদেশৰ মানুহৰ মান-মৰ্যাদা, মানবতা আৰু মানুহৰ চৰিত্ৰক ধূলিৰ সতে মিলাই দি অৱদমিত কৰিছে। মানুহে আনৰ বেয়াটো সমালোচনা, চৰ্চ্চা কৰি খুব ভাল পাই, সাংঘাটিকভাৱে ৰস আস্বাদন কৰে। গতিকে তেওঁৰ লিখনি আজি জনপ্ৰিয়তাৰ তুঙ্গত। কিন্তু তাৰদ্বাৰা যে নিজ দেশৰ মানুহৰ মানদণ্ডক বহু তললৈ নমাই তোলা হৈছে তাৰ উমান হয়তো মুছলিমাই পোৱা নাই। এনেকৈ মানুহক বদনামৰ খাললৈ ঠেলি দিয়াৰ কোনো নৈতিক অধিকাৰ নাই।

আৰু কিতাপ হ'লেও, সাহিত্য হ'লেও যদি কথাবোৰ সত্য বুলি ধৰা হয়, তেন্তে বাংলাদেশ বুলি উচ্চাৰণ কৰিলেই অন্ততঃ আজিৰ যুগত মানুহৰ পাপ হ'ব বুলি ক'ব পৰা যায়। কাৰণ 'মজ্জা'ত যিখিনি ঘটনাৰ কথা উল্লেখ কৰিছে তাৰ প্ৰতিটো ঘটনা সংঘটিত হ'বলৈ হ'লে কমেও দহ হাজাৰমান মুছলমানৰ দৰকাৰ হ'ব আৰু দৰকাৰ হ'ব কিছুমান কদৰ্য্য মনৰ পৰিকল্পিত মানুহ, বিকৃত সংস্কৃতি আৰু বিবেকহীন ৰক্ত পিপাসু পুৰুষৰ দল। চৰকাৰ হ'ব লাগিব বৰ্বৰ, ভ্ৰষ্টাচাৰ, অধম। প্ৰতিটো মানুহ হ'ব লাগিব দানবৰূপী, অমানুহ আৰু হঠকাৰী-হত্যাকাৰী। সকলো লোকক নাম দি বুজাবৰ বাবে পৃথিৱীৰ অভিধানত বহু কিছু শব্দৰ সৃষ্টি কৰিব লাগিব। আৰু তেনে লোক সঁচাকৈ বাংলাদেশত থাকিবই লাগিব নহ'লে এনেকুৱা যঘন্য আৰু নাৰকীয় ঘটনা ঘটিবই নোৱাৰে। আৰু সেই দেশৰেই অভদ্ৰ, অসভ্য, বৰ্বৰ, হত্যাকাৰী, সাম্প্ৰদায়ীকতাবাদী, সংহতি বিনষ্টকাৰী, কঠোৰ মানুহবোৰ আমাৰ ভাৰতলৈ, অসমলৈ আহি আছে, আমাৰ মাটিত বাস কৰিছে, আমাৰ অস্তিত্বক, ভাষা-

সংস্কৃতিক বিপন্ন কৰি তুলিছে। তাৰবাবে দোষ আমাৰ সিহঁতৰ নহয়। যিকোনো ত্যাগ আৰু প্ৰত্যাহ্বানৰ বিনিময়ত তাৰ নিৰাময় হ'বই লাগিব।

টফচিৰে গোটেই লিখাখিনি আৰু এবাৰ পঢ়িছিল। সি আহিছিল আছফিয়াৰ ঘৰৰ পৰা। পকেটত আছিল 'প্ৰতিবাদ'ৰ কাগজৰ বাবে চাৰে চাৰি হাজাৰ টকা। বৰ কষ্টেৰে সি যোগাৰ কৰিছিল সেই টকা। লৈ আনিছিল কবীনক দিবৰ বাবে। সি চাৰিওপিনে এবাৰ চালে। কবীন আহি পোৱাই নাই। নৱ শৰ্মা টোপনিত। সি ঘপহ কৰি বহাৰ পৰা উঠিল আৰু বিজুলী বেগেৰে বাহিৰলৈ ওলাই গ'ল।

সেই দিনাৰ পৰা টফচিৰ নাই। ক'তো নাই।

প্ৰেছৰ আলোচনা কক্ষত কবীন, চালেহ, নিশ্চল, আছফিয়াহঁত গোট খাই। কথা পাতিব বুলি ভাবে কিন্তু নোৱাৰে। কোনেও একো কথা পাতিব নোৱাৰে। সকলোৱে দুই তিনি ঘন্টাকৈ বহে- কিন্তু কাৰো মুখত মাত নাই। কবীনে অকলে বহি 'প্ৰতিবাদ'ৰ কামবোৰ চলাই আছে, সম্পাদকীয় লিখিছে, প্ৰবন্ধবোৰ সজাইছে প্ৰয়োজন সাপেক্ষে প্ৰুফ চাইছে। আছফিয়াই ভয় খাইছে, পষ্টাইছে কথাটো ইমান সোনকালে কৈ দিব নেলাগিছিল নেকি? কিন্তু কৈ নিদিয়াৰ বা দেৰি সোনকালৰটো কোনো কথা নাই? টফচিৰ টফচিৰেই- যেনেকৈ কবীন, আদিত্যহঁত কবীন আদিত্যহঁতেই। তাৰ বাবে টফচিৰ ককাইহঁতিয়ে বেয়া পোৱাৰ বা আমাক বেয়া পাই আমাৰ লগ এৰাৰ কি কাৰণ থাকিব পাৰে? এইবিলাকেইতো এটাইতকৈ বেয়া কথা। কাকতিহঁতক এইদৰে জিকিবলৈ দিয়াৰ কোনো যুক্তি নাছিল। আদিত্য এবাৰ কোঠাটোত সোমাই অলপ বহে আৰু সাউতকৈ বাহিৰলৈ ওলাই যায়। ওলাই যাওঁতে এটা নতুন চিগাৰেট আহোতে এটা নতুন চিগাৰেট। তাৰ সোঁহাতৰ আঙুলি দুটা হালধীয়া হৈ গৈছে। বাহিৰৰ পৃথিৱীখনৰ হাজাৰ হাজাৰ মানুহৰ মুখলৈ চাই সি বিচাৰি আছে- টফচিৰক দেখা পোৱা যাব নেকি? নিশ্চলে ভয় খাই আছে- দেউতাক সুহৃদ কাকতিয়ে যেতিয়া জানিব যে তেওঁৰ পুত্ৰেকটো এতিয়া ফ'ৰামৰ এজন অপৰিহাৰ্য্য সভ্য হৈ গৈছে- তেতিয়া তেওঁ তাক কি সুধিব আৰু তাৰ উত্তৰ নিশ্চলে কি বুলি দিব। কবীনে কামৰ পৰা অকণ অব্যাহতি পালেই চিন্তা কৰে যে সিহঁত আহিল টফচিৰ নাই। জাহ্নবী, গোস্বামী লিখিবলৈ আছে, বিহুৰ কথাত লাগে, স্থানীয় চেমনিয়াহঁতৰ অন্য প্ৰগ্ৰেম লাগে, শ্ৰীমন্তী গাবলৈ মহিলা সকলক ঠিক কৰিব লাগে, জিকিবৰ দল এটা লাগে, আৰু

বিশেষকৈ প্ৰতিযোগিতাখিনি চলাবলৈ আৰু ৰাতিৰ সাংস্কৃতিক অনুষ্ঠানবোৰ চাই চলাবলৈ আৰু ঘোষকৰ আসনত বহিবলৈ টফচিৰক লাগে। মুঠৰ ওপৰত বিচু বুলি নহয়- কবীনইতক, ফৰামক, এই অঞ্চলৰ বাবে, দেশৰ বাবে, সাংস্কৃতিৰ বাবে, জীৱনৰ বাবে টফচিৰক লাগে।

কিন্তু টফচিৰ নাই। কোনেও বিচাৰি পোৱা নাই।

টফচিৰ নোহোৱা হৈ যোৱাৰ ঘটনাটোক আনে যি বুলিয়েই নলওক বা আনে যি বুলিয়ে নেভাবক নৱ শৰ্মাই কিন্তু ভিতৰৰ কথাটো বুজি পাইছিল। ভিতৰি ভিতৰি নিজৰ বিশ্বাস আৰু আস্থাৰ ওপৰত এতিয়া টফচিৰ সন্দিহান হৈ পৰিল, অত দিনৰ পৰম অন্তৰঙ্গতা আৰু আত্মীয়তাখিনিক আনে যেতিয়া উপহাসৰ চকুৰে চালে আৰু তাক মুক্তভাৱে তাৰ অস্তিত্বখিনিৰ ন্যায়সঙ্গত হৈছেনে নাই তাক তুলাচালনীত উঠাই পৰীক্ষা কৰাত লাগিল, তেতিয়াই সি অনুভৱ কৰিলে যে সি সঁচাই ইয়াত সৰ্বহাৰা, নিঃসঙ্গ আৰু আবৰ্জনা। সি ভাবি থকা সঁচা কথাবোৰ সদাই সঁচা হৈ নেথাকিব পাৰে। অৱশ্যে সি কোনো দিনে ভবা নাছিল যে কোনোবাই তাক অলপকৈ হ'লেও বেলেগ বুলি ভাবিব। মুখেৰে প্ৰকাশ নকৰিলেও মনতে এটা আলেঙৰ ভাৱ লৈ থকা কথাটোৱে তাক কঁপাই তুলিলে- তাৰ আত্মা, ব্যক্তিত্ব আৰু ন্যায়সঙ্গতাখিনিক। তাৰোপৰি নৱ শৰ্মাই চোৰাংচোৱা বিভাগৰে এজন বিষয়া বাবে ভায়েক কবীনৰ লিখাখিনি নপঢ়াকৈ থকা নাছিল। তাৰবাবে কিন্তু কবীনৰ গাত দোষ নাছিল। সি 'মজ্জা'ৰ সমালোচনা এটাহে কৰিছিল আৰু সেইখিনি বৰ এটা মিছাও নাছিল। কিন্তু সেইখিনি মানুহৰ মাজলৈ টফচিৰক আনিব নোৱাৰি- টফচিৰ সেইবোৰ চিন্তাৰ পৰা উৰ্দ্ধত আৰু মুক্ত। তাৰ জন্মই হৈছে ভাৰতৰ মাটিত, অসমত। সি নিঃসন্দেহে ভাৰতীয়, অসমীয়া। সি জন্মসত্বে ভাৰতীয় - তাৰবাবে কোনো প্ৰমাণেই নেলাগে। বিদেশী নাগৰীকৰ সতে তাক তুলনা কৰিবই নোৱাৰি। মিটিংখনত তাক কোনোবাই কটুক্তি কৰিলে বুলিয়ে যে সি এই কথাবোৰ ধৰি লব লাগিব তাৰ কোনো মানে নাই। আচলতে কথা সেইবোৰো নহয় কিজানি। কথাটো বেলেগ আৰু সাংঘাটিক। সেই কথাটো আছুফিয়াৰ বাহিৰে কোনেও নেজানে। আছুফিয়াই মনৰ কথাটো কাৰো আগত প্ৰকাশো কৰা নাই চাগৈ। প্ৰকাশ নকৰিলেও কিন্তু নৱ শৰ্মাই জানে। আজিৰ শতিকাত এই ঘটনাটো ইমান এটা কুৎচিত আৰু ঘৃণনীয়, ইমান কৰুণ আৰু নিৰ্লজ্জ যে তাক কোনো মানুহে নিজে নেদেখিলে বিশ্বাস কৰিব নোৱাৰে।

কথাটো নৱ শৰ্মাই নিজে দেখিছে আৰু পৰিস্থিতিৰ বাবে অপেক্ষা কৰি আছিল। এৰেষ্ট কৰি অনা মানুহ কেইটাৰ মুখেৰে প্ৰত্যেকটো কথাৰে সন্ধেদ পোৱা গৈছিল। কথাবোৰ সংগ্ৰহ কৰোতে নৱ শৰ্মাহঁতৰ অলপো অসুবিধা হোৱা নাছিল। তেওঁলোকে ভাবিছিল চাৰিজনমান মীঞা মানুহৰ সতে চাৰিজনমান অসমীয়া লোকক নিযুক্তি দি এজন মৌলবীৰ হতুৱাই কামটো কৰাই মাছৰ তেলেৰে মাছ ভাজিব পাৰিব। কিন্তু সেই কাম সাধাৰণ খাটি খোৱা লোকৰ হতুৱাই এগাল পইচা দি কৰালেই যে কামটো গোপনে নেথাকিব তাক ভবাই নাছিল। ভাবিব ক'ৰ পৰা? কাৰণ উদ্দেশ্যই আছিল ফ'ৰামক এশিকনি দিয়া। গতিকে সোনকালে কথাবোৰ সংগ্ৰহ কৰিব পৰা গ'ল। দুটা ৰাবাৰ ষ্টাম্পৰ ভাউচাৰো নৱ শৰ্মাৰ হাতত পৰিছিল।

অৱশেষত এটা আলোচনাৰ বৈঠকিৰ ব্যৱস্থা কৰা হৈছিল।

আলী চাৰৰ বাহিৰে সকলোৱে তাত ভাগ লৈছিল। বাহিৰৰ ব্যক্তিৰ ভিতৰত আছিল বিশাল ভট্টাচাৰ্য্য আৰু চামছুল হক। সেই বৈঠকিতে আছফিয়াই কান্দি কান্দি কৈছিল।

: আবেলি দুইমান বজাত মাক লৈ জয়া বজাৰৰ জেঠাইৰ ঘৰ পাইছিলোঁগৈ। লোকে লোকাৰণ্য। পুলিচ, চি আৰ পি আছিল। ফৰমান, তৰা, জয়ন্তী, লতা আদি সকলোবোৰ মানুহেই আছিল। সিহঁতবোৰৰ কোনোটোৰ মূৰত, কোনোটোৰ হাতত, কোনোটোৰ গা আৰু ভৰিত বেণ্ডেজ। মোৰদাক গা ধুৱাবৰ হ'ল। গোট খোৱা মহিলাসকলৰ মাজত বুবু-বাবাকৈ কথা বটৰা চলিল। কিছু সময় যোৱাৰ পাছত গম পোৱা গ'ল যে সেই মহিলা সকলৰ কোনেও ভালকৈ মোৰদাক, মৃতকক গা ধুৱাব নেজানে। তেতিয়া মোৰ মায়ে গা ধুৱাবৰ বাবে গাত ললে আৰু বাকীসকলক সহাই কৰি দিবলৈ ক'লে। গৰম পানী, চাবুন, কফুৰ, বগৰী গছৰ পাত আদি সকলো বস্তুৰ যোগাৰ কৰা হ'ল। মই মাক বেছি সহাই কৰাত লাগিলো। হাত দিলো জেঠাইৰ শীলত গাটোত। অন্য অশিক্ষিত মহিলাসকলৰ কোনেও ধৰিব নোৱাৰিলে, হয়তো কিবা তাবিজ আদিৰ চিন বুলিয়ে ভাবি লৈছিল। কৰ্তব্য আৰু সত্যৰ খাটিৰত মই আপোনালোকৰ আগত প্ৰকাশ কৰিছো আৰু কৰিবই লাগিব। বগীবুঢ়ীৰ দুয়োটা স্তনতে দুটা নাম লিখা আছে। নাম দুটা ৰাবাৰ ষ্টাম্পেৰে মৰা অৰ্থাৎ নাম দুটা ৰাবাৰ ষ্টাম্পেৰে বনাই প্ৰত্যেকটো স্তনৰ মাজত সাৱধানে স্পষ্টভাৱে মাৰি দিয়া হৈচে। নাম দুটা কবীন আৰু টফচিৰ। চাবুনেৰে ধুই নামদুটা

উঠাবলৈ যত্ন কৰিছিলো । নোৱাৰিলো । পবিত্ৰ স্তন যুগলৰ সতে নাম দুটা মাটিত মিহলি হৈ গ'ল । মায়ে কেৱল কান্দিছিল ।

: অসম্ভৱ কথা, মই মানি নলও । অবিশ্বাস্য ।

: সঁচা কথা কাদীৰদা । মই নৱ শৰ্মাই মিছাকৈ কৈ কি কৰিম ? মই নিজে দেখিলোঁ । মই যে জানো সেই কথাটো কবীনেও নেজানে । মই বিশেষ একো নকও। টফচিৰৰ দুখ লাগিছে খুব বেছিকৈ । সি ভীষণভাৱে অকলশৰীয়া অনুভৱ কৰিলে । মানুহে মানুহক মুখেৰে কৈ অকলশৰীয়া কৰিব নোৱাৰে । কিন্তু সামান্যতম দুৰ্বলতাৰ গহীনা লৈ যদি আনে নিঃসঙ্গতাখিনিক সাব্যস্ত কৰিব পাৰে তেন্তে হতেওঁ সঁচাই নিৰুপাই হৈ যাব । টফচিৰৰ জন্ম অসমত। তাৰ বাপেক হবীব মীএগ্ৰাৰ জন্ম আগৰ পূব-পাকিস্তানত । এই ইতিহাসৰ বাবেই তাক এষাৰ ক'বলৈ, বিশেষকৈ এনে পৰিস্থিতিত, মানুহে চল পালে । আৰু এগৰাকী বিদেশী তিৰুতাৰ স্তন যুগলত যেতিয়া ইহঁত দুটাৰ নাম ৰাবাৰ ষ্টাম্পেৰে মাৰি দিয়া হ'ল তেতিয়া কবীনে একো নেভাবিলেও টফচিৰে যে ভাবিব তাক অলপ চিন্তা কৰিলেই ওলাই পৰিব । তাৰ একমাত্ৰ দুৰ্বলতা সেইখিনিতে । এতিয়া সেইবোৰ বাদ দিয়ক । মই কবীন-আদিত্যহঁতক তাক বিচাৰি যাবৰ বাবে ক'ব খোজোঁ । গাড়ীখন লওক আৰু তাক বিচাৰি যাওঁক। ক'লৈ, কেনেকৈ যাব লাগিব সেইটো মই বুজাই দিম ।

: তাকে কৰা যাওঁক । পেট্ৰল আৰু আন খৰচৰ বাবে মোৰ পৰা কালিলৈ পইচা লৈ যাবা । টফচিৰক বিচাৰি যাবই লাগিব ।

: পুতেকটোৱে এই কথা জানেনে ?

: নেজানে । মাত্ৰ জানে তাৰ মাকক অত্যাচাৰ কৰিবলৈ লৈছে । তাৰ নিজৰে গা ভাল নাছিল । সি লাঠি এদাল লৈ আগবাঢ়ি গৈছিল কিন্তু তাক ধৰি লৈ যোৱা হ'ল আৰু এজোপা গছত বান্ধি থোৱা হ'ল । ছোৱালী মখাই পলাই গৈ কাষৰে কাৰোবাৰ গোহালী বাৰণ্ডা আদিত ৰাতিটো পাৰ কৰি পুৱাহে আহিছিল ।

: তোমালোকে ধৈৰ্য্য ধৰা আৰু তাক বিচাৰি যোৱা ।

সভা কক্ষৰ পৰা সকলোৱে তলমূৰ কৰি ঘৰমুৱা হৈছিল ।

নৱ শৰ্মাই ওপৰ মহলৰ সতে আলোচনা কৰিছিল ।

কাপোৰেই পৃথিৱীৰ সভ্যতাৰ, শ্লীলতাৰ, শালীনতাবোধৰ একমাত্ৰ সঁজুলি। কাপোৰ নহ'লেই পৃথিৱীৰ ধ্বংস অনিবাৰ্য্য । কাপোৰৰ বাবেই পৃথিৱী বৰ্তি

আছে। য'ত কাপোৰক সভ্যতাৰ অন্তৰায় বুলি ধৰা হৈছে তাতেই আৰম্ভ হৈছে আদিমতাৰ পুনৰাবৃত্তি। বগীবুঢ়ীৰ জখম শৰীৰত হোৱা নাছিল - হৈছিল সম্মানবোধত, নাৰীত্বত, লজ্জাত। এখন অখ্যাত গাঁৱৰ ছোৱালী, চোনাৰদাদাৰ জীয়েক, জয়নালৰ ঘৈণীয়েক, ফৰমানৰ মাক আৰু অসমৰ বহু ছোৱালীৰ নানীয়েক বগীবুঢ়ীৰ ঘাই নাম আছিল মণিতোলা। সেই মণিতোলা বুলিলে মাত্ৰ এখন ছবিয়ে ভাঁহি আহে- এজনী বয়সে আচুৰিব নোৱাৰা সুন্দৰী গাভৰু তিৰুতা- জীৱনত একমাত্ৰ কাপোৰক বেছি মৰ্যাদা দিছিল। সেই কাপোৰেৰে তাই জীৱনটোক, তাইৰ দেহৰ পৱিত্ৰতাক, তাইৰ অখ্যাত নাৰীত্ব আৰু নাৰীসুলভতাখিনিক নিকা কৰি ৰাখিছিল, সেয়ে আছিল তাইৰ সম্পদ- তাইৰ একমাত্ৰ সম্বল। তাইক সেই ৰাতি বুকুৰ সকলো কাপোৰ খহাই, হাত দুখন পাছলৈ নি এজনে মাত্ৰ কিবা এটা কৰাৰ কথা গম পায়। তাইক যে একো কৰা নহ'ল সেইটোও গম পায়। কিন্তু তাইক যে একো ক্ষতি নকৰি কেৱল তাকে কৰিলে তাৰ বাবেই তাইৰ কলিজাটো অচল হৈ আহিবলৈ ধৰিলে- আৰু 'কাপোৰ' 'কাপোৰ' বুলি কৈ কৈ শেষ নিশ্বাস পেলালে। পাপেৰে ভৰা পৃথিৱীত আৰু তাইৰ স্থান নহ'ব বুলি ভাবিযে হয়তো খোদায়ে, ভগবানে, গডে তাইক তুলি লৈ গুচি গ'ল। সেই কাপোৰখনকে পৰ্দা বুলি কয়, বোৰ্খা বুলি কয়, আবুৰ বুলি কয়। লাজ নিবাৰণৰ বাবে এটুকুৰা বস্ত্ৰ নাই বুলি মানুহে সাহিত্য কৰে, শীতৰ নিশাত গাত লবলৈ এটুকুৰা কাপোৰ নাই বুলি মানুহে গীত লিখে আৰু মানুহেই মানুহৰ কাপোৰ খুলি অমানুহৰ খেলা কৰে। এইখনেই আজিৰ পৃথিৱী। এনে এক অসভ্য সংস্কৃতিক আমি আকোৱালি লৈছো।

এক ঘন ঘোৰ আন্ধাৰে তৰা, গোলনা আৰা, ৰহিমা, লতাহঁতক ছানি ধৰিছে। ফৰিদা জয়ন্তীহঁত কান্দি কান্দি স্বামীৰ ঘৰলৈ প্ৰত্যাবৰ্তন কৰিলে। এখন শুকান, নিৰাপত্তাহীন ঘৰত পৰি থাকিল ফৰমান, লতা আৰু বাকী অবিয়ে ছোৱালী কেইজনী।

আৰু এইবোৰ মানুহেই নাৰী নিৰ্য্যাতন বন্ধ কৰিবৰ বাবে ওলাই আছে। এগৰাকী নাৰীৰ সমৰ্থনত থকাৰ বাবে যি প্ৰত্যোত্তৰ পালে- তাৰে প্ৰতিশোধৰ বলী হ'ল অন্য এগৰাকী নিৰিহ অবলা আৰু সবলা নাৰী।

কথা একেটাই হৈছিল।

'চেতনা' আৰু 'প্ৰতিবাদ' ওলাই আছিল।

কবীন-আদিত্যহঁতে টফচিৰক বিচাৰি গৈছিল।

# ( ষোল )

এটা সৰু পাহাৰৰ ওপৰত কাঠৰ এখন সাধাৰণ হোটেল।

এখন নীলা আকাশ। একো নেথাকিলে, একো পাব লগা নেথাকিলে, একো বিচাৰিবলগীয়া নেথাকিলে কেৱল এখন নীলা আকাশ চাই সকলোৰে ভাল লাগে। নীলা আকাশত একো নেথাকে। দিনত সূৰ্য্যটো থাকে- ৰাতি জোন আৰু তৰা থাকে।

কিন্তু আকাশত বতাহ থাকে, মেঘ থাকে, ডেউকা কঁপাই চৰাই উৰি ফুৰে। এই বতাহবোৰ, মেঘখিনি, চৰাইবোৰ কাৰ ?

এটা নিলাজ বিবেকে তাক আমনি কৰি তোলে।

আকাশেদি শব্দ ওপঙি আছে, ছবি বাগৰি আছে।

আকাশে বিহুগীত আৰু পল্লী গীতক সমানে বুকু পাতি দিয়ে।

তৃতীয় দিনাও টফচিৰৰ টোপনি নাহিল।

চকুদুটা ৰঙা হৈ পৰিছে, গুৰিদুটা অলপ ক'লা হৈ পৰিছে। চুলিখিনি ৰুক্ষ। গালৰ দাড়িবোৰ কেঁএ্রা আঙুলিৰ প্ৰথম পাবৰ সমান হৈছে। নাকৰ কাষত গালৰ চুকত একেলগে দুটা শালমইনা ওলাইছে।

কবীনৰ টোকাটো ভাবি ভাবি পঢ়ি বুজিবৰ বাবে যিমানেই টফচিৰে চেষ্টা কৰিছে সিমানেই এক অস্থিৰ পৰিবেশৰ মাজলৈ সোমাই যোৱাৰ দৰে লাগিছে। সোঁৱে, বাওঁৱে, সমুখ আৰু পাছলৈ মূৰ দাঙি চাবলৈ তাৰ ভয় লাগিছে। নৈতিকতাৰ দোহাই দি সি ভাবিছে যে তাৰ অস্তিত্বখিনি কিমান দূৰ ধৰি পবিত্ৰ হৈ আছে ? তাৰ ভৰিৰ তলত যিখন পৃথিৱী আছে, যিখিনি মাটি আছে, সেইখিনিত তাৰ অধিকাৰ কিমানদূৰ ধৰি সাব্যস্ত হৈ আছে। সি ক'লৈ যাব, কি কৰিব, কাক ক'ব ? হবিব মীএ্রা জীয়াই থাকোতেই সি এই কথাবোৰ ভবা উচিত আছিল নেকি ? প্ৰয়োজনৰ জুয়েটো তাক দহি দহি খোৱা নাছিল তেতিয়া।

টাববীণৰ ওপৰত তাৰ এটা খং উঠি গ'ল।

সি আলমিৰাত বহু কিতাপ এৰি থৈ আহিছে। তাৰ মাজতে জিলিকি থকা পাঁচ-ছইখনমান কিতাপ পুৰি পেলোৱা হ'ল কিনো বেয়া হ'ল হয়? কিন্তু পুৰি পেলালেনো কি হ'ব ? কিতাপ যেতিয়া প্ৰকাশ হৈ গ'ল পাৰি জানো তাৰ কথাবোৰ হৃদয়ৰ পৰা মচি দিব ? কাগজত চপা কৰা কলীয়া আখৰৰ হাজাৰ হাজাৰ শব্দ আজি পৃথিৱীৰ সম্পত্তি হৈ গৈছে। কেতিয়াবা যদি টফচিৰেও তেনে কিতাপ লিখে তেতিয়াও সেই কিতাপ মানুহৰ হৈ যাব।

টাবৰীণৰ লিখনি সঁচা।

টাবৰীণৰ লিখনি মিছা।

যদি সঁচা তেন্তে কোনখিনি মানুহৰ গাত পৰিব ?

যদি মিছা তেন্তে কোনখিনি মানুহৰ গাত পৰিব ?

কবীনে যদি ঠিকেই ধৰিছে তেন্তে টফচিৰ তাৰবাবে কিমান দায়ী ? বাংলাদেশ আৰু বাংলাদেশৰ মানুহ। টাবৰীণ আৰু তাইৰ সাহিত্য। ইয়াৰ সতে টফচিৰৰ কি সম্বন্ধ ?

বাংলাদেশৰ মানুহক গৰিহণা দিলে তাৰ গাত লাগিব নেকি ? টাবৰীণৰ সকলো কথাও সজ্ঞানে মানি লব নোৱাৰি। মানিব নোৱাৰা মানে তাইক গালি পৰা। তাইক গালি পৰা মানে নিজকে গালি পৰাতো বুজাব নেকি? তেনেহ'লে মোক কিয় সোধা হৈছিল যে মই বাংলাদেশত থকা হ'লে টাবৰীণক কি বুলি ললোহেঁতেন বুলি ? মোক উপহাস কৰি কথা কোৱা লোক ওলাল- যে ইয়াত জন্ম ললেই কি অসমীয়া হৈ যাব নেকি ? এই কথাবোৰৰ অনুপ্ৰেৰণাৰে অৱশেষত কবীনেও লিখিলে- সেই দেশৰেই অভদ্ৰ, অসভ্য, বৰ্বৰ, হত্যাকাৰী, সাম্প্ৰদায়ীকতাবাদী, সংহতি বিনষ্টকাৰী, কঠোৰ মানুহবোৰ আমাৰ ভাৰতলৈ, অসমলৈ আহি আছে, আমাৰ মাটিত বাস কৰিছে, আমাৰ অস্তিত্ব, ভাষা-সংস্কতিক বিপন্ন কৰি তুলিছে। আব্বা ইয়ালৈ আহিছিল সঁচা- কিন্তু তেওঁ কেৱল পল্লী গীতৰ এজন গায়ক আছিল আৰু সৰু সৰু ঠিকা কৰি জীৱন নিৰ্বাহ কৰিছিল। দোষ আব্বাৰ হয়। কিন্তু মইতো ইয়াতে জন্মিলো। মই কি নকৰাকৈ আছিলো- এই মাটিৰ বাবে ? তথাপিও মোৰ জানো অধিকাৰ নাই ? কবীনৰ নামটো বগীবুঢ়ীৰ বুকুত লগোৱা হ'ল- কাৰণ সি মোৰ বন্ধু। মোৰ নামটো লগোৱা হ'ল কাৰণ আমি একে গছৰে পাত। তাৰ মানেই মোক

মানুহক নেলাগে মই মানুহৰ হৈ যাব নোৱাৰিলো। কবীন-টফচিৰহঁত মোৰ বন্ধু - মানুহ বন্ধু। কিন্তু এদিন সকলো মানুহৰ মোৰ প্ৰয়োজনটো নোহোৱা হৈ যাব তেতিয়া কবীনহঁতে মোক ৰাখিব পাৰিব জানো? টাববীণৰ কোনো মানুহৰ দৰকাৰ নোহোৱাৰ বাবে আৰু কোনো মানুহৰো টাববীণৰ দৰকাৰ নোহোৱাৰ বাবে আজি এইখন হ'বলৈ পালে। কিন্তু তাই আজি সকলোকে এৰি বিদেশলৈ গুচি গ'ল। মই ক'লৈ যাম? যাব পাৰো মোৰ পিতৃৰ গৃহলৈ। তাৰবাবেইটো ওলাই আহিছিলো।

নীলা আকাশেদি এটা কুলী চৰাই উৰি গ'ল।

অলপ-পাছতে এজনী কেতেকীয়ে বিনাই বিনাই উৰি গৈ থাকিল। টফচিৰৰ গাটো শিয়ৰি গ'ল। কিন্তু সি আকাশখনৰ পিনে চাই থাকিল। আকাশখনত নীলাভখিনিৰ বাহিৰে একো নাই। শিশু এটাৰ চকুৰ নীলাখিনিৰ দৰে আকাশখন নীলা। সি গৰুটোতে মূৰ থৈ চাই থাকিল।

তাইক যদি প্ৰশংসা কৰা হয় আৰু তেনে সময়তে যদি টফচিৰৰ আচল কথাটো কোনোবাই গম পাই যায় তেন্তে টফচিৰক তাইৰ ফলিয়া বুলি নেভাবিবনে? নিজৰ দেশখনৰ সপক্ষে মাত মতাৰ দৰে নুবুজাবনে? টাববীণ টফচিৰৰ আপোন কাৰণে হোৱাই নোহোৱাই প্ৰশংসা কৰি আছে বুলি নেভাবিবনে? তেন্তে টফচিৰে কি কৰিব?

টফচিৰ হিন্দু হোৱা হ'লে কি হ'ল হয়?

টফচিৰ মুছলমান হোৱাৰ বাবেইনো কি হৈছে?

হিন্দু মুছলমানৰ কি কথা আছে। সঁচা কথা সদায়ে সঁচা। কিন্তু মানুহে কি ভাবিব? টফচিৰ এতিয়া আছে ক'ত? বহুদিন ধৰি ইয়াতে আছে। ইয়াতে থাকি মাত মাতিছিল।

তাৰ জন্ম অসমত। বাপেক হবিব মীএাৰ জন্ম পূৰ্ব-পাকিস্তানত। ককাকৰ জন্ম অবিভক্ত ভাৰতত। হ'লেও সি সেইবোৰ মানুহৰে নাতী-পুতি। সেইবোৰ মানুহেই এতিয়া ইমান বেয়া কাম কৰিছে। তাৰ দেশৰ, তাৰ বাপেকৰ দেশৰ অধম মানুহবোৰেই বেয়া কাম কৰিছে। কবীন, আহুকিয়া, আদিত্য, চালেহ, নিশ্চলহঁতে এদিন যেতিয়া টফচিৰক নিচেই ওচৰৰ পৰা চিনি পাব তেতিয়া তাক বেয়া নেপাবনে? কিন্তু সিটো একো বেয়া কাম কৰা নাই?

সি সঁচাটোক সঁচা বুলি কৈছে- আৰু মিছাটোক মিছা বুলি কৈছে। কিন্তু তাৰ আগতে সি কিমান সঁচা হৈ আছে সেইটো জানো ভাবি চাব নেলাগিব? তাৰ মনটো অসমতে আছে। তাৰ চিন্তা-চৰ্চা, ধ্যান- ধাৰণা সকলো অসমৰ ভালৰ কাৰণে নিয়োগ কৰিছে। সি নিজকে ভাৰতীয় নাগৰীক বুলি ভাবে। অসমৰ প্ৰতিটো জাতীয় সমস্যাৰ সতে সি জড়িত হৈ পৰিছে আৰু আনতকৈ দুই এটা ভাল কামহে কৰিছে। কিন্তু তাৰ শৰীৰটো? এতিয়াও সি বাংলাদেশলৈ যায়। তাৰ দুই - চাৰিজন আপোন মানুহ বাংলাদেশতে আছে। চাহ্-জালাল বাবাৰ দৰগাহৰ ওচৰতে তাৰ ঘৰ। বছৰেকত এবাৰ সি গৈ বাবাৰ দোৱা লৈ আহে। বাপেক হবি মীঞাৰ কবৰতো জিয়াৰত কৰে। কোনোবা এটা মনত ৰাখিব নলগা দিনতে সি অসমত জন্ম গ্ৰহণ কৰিছিল। তাৰ পাছত সি গুচি গৈছিল। সৰু কালচোৱা সি বাংলাদেশৰ ব্ৰহ্মপুত্ৰৰ পাৰতে খেলা-ধূলা কৰিছিল। পেহীয়েকৰ ছোৱালী টাবৰীণৰ সতে খেলা-ধূলা কৰিছিল। তাৰ পাছত সি অসমলৈ আহিছিল- আকৌ গৈছিল - আকৌ আহিছিল। জনীয়া, বাঘবৰ, হোজাই, মুকালমুৱা তাৰ চিনাকী। এখন দেশৰ এজন মানুহে আন এখন দেশত কেইটামান ভাল কাম কৰিলেই তাৰ নাগৰীকত্ব পাই যায় নেকি? ঠাই সলনি কৰি কৰি কিছুদিন থাকি কৰবাত পঢ়া-শুনা কৰিলেই সেই ঠাইৰ মানুহ হৈ যাব নেকি? মাটিৰ সীমা নাই, দেশৰ সীমা আছে- থাকিবই- দেশ আৰু মাটি একে নহয়। বাপেক বিদেশী - পুতেকৰ জন্ম ইয়াত। পুতেকে কোনখন দেশ পাব?

আকাশ কিন্তু একেই। বতাহ আৰু চৰাইৰ বাবে কোনখন ঠাই ঠিক কৰি থোৱা আছে? সকলো মানুহে একে বতাহেই শেৱন কৰে - সকলো চৰাই আকাশত উৰিব পাৰে। আকাশেই বৰদৈচিলা জনীক পঠাই দিয়ে, কুলি-কেতেকীয়ে ব'হাগ অহাৰ জাননী দিয়ে, বতাহে লৈ আনে কপৌ, কেতেকীৰ সুবাস। "O feel the gentle air, That wanders through the boughs to burst The thick buds everywhere ! The birds are glad to see The high unclouded sun. Winter is fled away, they sing, The gay time is begun." কবিতাই তাক আমনি কৰে।

বাবৰি মছজিদ ভঙাৰ পাছৰ দিনবোৰৰ কথা তাৰ মনত আছে। বহু

বন্ধুৱে নাক কোচাই তাক কৈছিল "দোষ্ট আমি বেয়া পাইছো দেই। এইবোৰ অধৰ্মৰ কথা। মছজিদ, মন্দিৰ ভাঙিব নেপাই। যি সম্প্ৰদায়ৰে হওক এনে কাম কৰিলে আমি বেয়া পাওঁ। সকলো মিলেৰে থাকক। এইবোৰ সকলো বদমাইছ্ মানুহৰ কাম।" মৰম আৰু শ্ৰদ্ধাত তেতিয়া টফচিৰৰ মূৰ দো খাই গৈছিল। সঁচা কথা যে সি সদাই এইখিনি বন্ধুৰ মাজতে সুখে-দুখে আছিল। কোনেও ৰাম মন্দিৰ আৰু বাবৰি মছজিদত পূজা দিবলৈ আৰু নামাজ পঢ়িবলৈ নেযায়। গতিকে সেইবোৰ কথালৈ আমাৰ ইয়াত লগাৰ কোনো অৰ্থ নাই। আমাৰ বাহিৰত আৰু অন্তৰৰ ভিতৰত যি মছজিদ- মন্দিৰ আৰু একেখনকৈ হৃদয় আছে তাকে ভালকৈ ৰাখি দিন পাৰ কৰিব পাৰিলেই হৈ যাব। হেজাৰ মাইল দূৰৈৰ ঘটনাৰ বাবে খৰিয়া-খৰি কৰি লাভ নাই। কিন্তু তাৰ কেইদিনমানৰ পাছতে এটা সংগঠনে বন্ধৰ যেতিয়া আহ্বান দিলে তেতিয়া আমাৰ বন্ধু কিছুমানে তাক আক পৰম উৎসাহেৰে পালন কৰিলে। কিন্তু টাবৰীণৰ ক্ষেত্ৰত কোনেও এনেকৈ এযাৰ কথা মুখেৰে নক'লে যে পুৰুষ সম্পৰ্কে টাবৰীণে যিবোৰ লিখিছে সেইবোৰৰ কিছুমান কথা সঁচা যদিও তাৰ সকলো কথা বাস্তৱত মানি লব নোৱাৰি। কিন্তু ইছলাম সম্পৰ্কে যিখিনি কথা আওপকীয়াকৈ প্ৰকাশ কৰাৰ প্ৰয়াস কৰিছে সেইখিনিত কিন্তু আমাৰ অলপ আপত্তি আছে আৰু এইটো আমি বেয়া পাইছো। ঠিক তেনে জাতিয় মানুহেই সেইদিনা জয়া বজাৰত সেই কামবোৰ কৰিছিল।

এনেতে দুৱাৰত কোনোবাই টুকৰিয়ালে। টফচিৰে আকাশৰ পৰা চকুযোৰ আঁতৰাই আনিলে। আকাশত এচপৰা বগলীৰ পাখী হেন বগা মেঘ। হাতৰ আঙুলিৰে চুলিখিনি ফনিয়াই টফচিৰে গালৰ দাড়িবোৰ মোহাৰি দুৱাৰখন খুলি দিলে। চাৰিজন মানুহ লগত হোটেলৰ নেপালী মালিকজন। মানুহ কেইজনে টফচিৰক নমস্কাৰ প্ৰদান কৰিলে।

: আমি তামাবিলৰে। হোটেলৰ এই মালিকজনে কোৱাত আপোনাৰ কাষলৈ আহিলো।

: আপোনালোক অসমীয়া মানুহ ? ক'ত থাকে কি কৰে ?

: আমি বি, এচ, এফত চাকৰি কৰো। চাৰিওজনৰে ঘৰ উজনী অসমত জাঁজী আৰু চাৰিঙত।

: আপোনালোকক বহিবলৈ দিব নোৱাৰিলো । সৰু হোটেল। বিশেষ সুবিধা নাই ।

: আজিৰ পৰা ৰঙালী বিহু আৰম্ভ । আমি ইয়াতে আৰু দহ এঘাৰ জনমান আছো । মিলি-জুলি ৰাতিলৈ বিহু পাতিছো । আমাৰ কমাণ্ডেন্ট চাৰসকল আহিব আৰু টি আৰ পি আৰু বেটেলীয়ানৰ ডাঙৰ চাৰ আহিব। তেওঁলোকক বিহুৰ বিষয়ে দু-আষাৰ ক'ব লাগে । আমি পাছত হিন্দীত বুজাই দিম। আমাৰ ইয়াত কোনো নাই । হোটেলৰ মালিকে ক'লে যে এজন অসমীয়া মানুহ ইয়াতে আছে- এসপ্তাহমান ধৰি, আপুনি কিবা এটা কৰক আৰু। নহ'লে আমাৰে লাজৰ কথা ।

: কেইটাৰ পৰা ? এতিয়াটো তিনি বাজিবৰে হ'ল ।

: আমাৰ দুঘন্টামান হ'ব । ঢোল, পেঁপাৰ জোগাৰ কৰিলোঁ । আমি কেইটায়ে বিহু মাৰিম । ৰাতি আপুনি ইচ্ছা কৰিলে খাব পাৰিব - সিবিধো চলিব। পাহাৰীয়া ঠাই- তাতে এইবাৰ প্ৰথম পাতিছো ।

: কেইটাৰ পৰা ? কিমান দূৰৈত ?

: পেৰেড গ্ৰাউণ্ডতে হ'ব- সাতটাৰ পৰা । আমি মিলিটেৰী মানুহ- পুৰা সাত বজাত আৰম্ভ কৰিমেই ।

: মই যাম বাৰু । কিন্তু কাকো চিনি নেপাওঁ ।

: আপুনি বৰ্ডাৰ পাৰ হ'ব নেকি ? মানুহ অহা-যোৱা কৰিয়ে থাকে। সেই কথাৰ বাহিৰে আমাৰ ইয়ালৈনো আৰু কোন আহে ? আমি বাৰু সহাই কৰি দিম ।

: সেইবোৰ এৰক । মই ফৰেষ্টত কাম কৰো । বিশেষ এক কামত আহিছোঁ।

: তেনে চাৰ আমি যাওঁ ।

: হ'ব বাৰু ।

ফৰেষ্টত কাম কৰাৰ কথা কোৱাৰ লগে লগে এজনৰ নেতৃত্বত বাকী তিনিজনে হাঁহি চেলুট মৰাত লাগি গ'ল । নেপালী মালিকজনে এনেয়ে হাত এখন কপাললৈ তুলিলে । তাৰ পাছত মানুহ কেইজন গ'লগৈ । নেপালী জনৰ বাহিৰে যে বাকী চাৰিজনেই অসমীয়া সেইটো ঠিক । কিন্তু সিহঁত যদি বেয়া

**মানুহ হয়- যদি মোৰে পাছু লৈছে, যদি ফৰেষ্টৰ কথা কিবা সোধে, যদি চি আই ডি গীৰি কৰে ? মানুহ কেইজন তলৰ আলিয়েদি গুচি গ'ল।**

: আজি তেনে বিহু - আজি গৰু বিহু।

দুৱাৰখন মাৰি টফচিৰ বিছনাত বহিল আৰু হুক হুকাই কান্দি দিলে। তাৰ পাছত নিজৰ বাওঁহাতৰ তলুৱাত সোঁহাতেৰে ভুকু এটা মাৰি অলপ সময় বৈ থাকিল। ওপৰলৈ মুখ কৰোতেই দেখিলে হোটেলৰে পুৰণা, বেৰত ওলমি থকা মাজতে ফাঁট মেলা আইনা এখনত তাৰ মুখৰ অভজা প্ৰতিবিম্ব এটা পৰিছে। সি বেৰখনতো ভুকু এটা মাৰিলে। ভঙা আইনাখনৰ তলৰ অংশটো মাটিত পৰি থাকিল। সি দেখিলে এটা নতুন টফচিৰে তালৈ চাই আছে। নতুন টফচিৰটো কিন্তু অকণ ক্ষীণ, মুখখন সোমাই গৈছে, চকুযোৰ তীব্ৰ হৈয়ে আছে, নাকৰ কাষত গালৰ চুকত উঠা শালমইনা দুটা ৰঙা হৈ আছে। আইনাৰ টফচিৰটোৱে এবাৰ হাঁহি দিলে। তাৰ পাছত নিজকে কোৱাৰ দৰে ক'লে- এই ভুকুটোৰ দৰেই অভজা মুখবোৰ সুন্দৰ কৰিব লাগিব। সি খিৰিকীৰে আকাশলৈ চালে- আকাশখন ৰঙা হৈ পৰিছে। সি এবাৰ খিৰিকীৰ কাষলৈ আগৰ কেইদিনৰ দৰে উঠি গৈ দূৰৈৰ পিনে মন কৰিলে। আকাশখন যত পৰি অলপ দেখিব পাছত আন্ধাৰ হোৱাৰ কথা আছিল ঠিক তাতেই একাজলি কোমল ৰ'দ পৰিছে আৰু বাংলাদেশৰ পথাৰ, গছ আৰু পৰুৱাৰ দৰে দুই-চাৰিটা মানুহ জিলিকি উঠিছে। তামাবিলৰে পৰা তললৈ নামি গলেই সেই পথাৰবোৰ গৰকি যাব পাৰি। কৰবাত দুই এটা সৰু সৰু ঘৰ- বোধহয় খেৰৰ। সেউজীয়া বোৰত ৰ'দ পৰি এটা মন পৰশা ৰঙৰ সৃষ্টি হৈছে। সি আপোন মনে চাই থাকিল সেই পিনে। লাহে লাহে সি শুনিলে এটা পল্লী গীত ভাঁহি আহিছে। কিন্তু হঠাৎ গীতটো বন্ধ হৈ গ'ল। সি অলপ আচৰিত হ'ল। সি কাষৰ কোঠাটোৰ পিনে এবাৰ মন কৰিলে। তাৰ পাছত সি শুনিবলৈ পালে এটা বিহুগীতৰ সুৰ ক্ৰমান্বয়ে ডাঙৰ হৈ আহি এটা স্তৰত বৈ গৈছে। সি হাত চাপৰি দুটামান মাৰিব বুলি ভাবিছিল। কিন্তু নোৱাৰিলে। সি আকৌ খিৰিকীখনৰ পিনে মন কৰিলে আৰু কোঠাটোৰ ভিতৰতে দুবাৰমান পাইচাৰী কৰি এঠাইত বৈ গ'ল। কাষৰ ঘৰৰ বগা বেৰ এখনে খিৰিকীখনৰ আধাতকৈ বেছি ঠাই আগুৰি ললে। বাকী খালি হৈ থকা ঠাইখিনিত ৰ'দে

ৰঙা কৰা গছৰ পাতবোৰে আহি ধৰা দিলেহি। সি অলপ পৰ অপলক নেত্ৰে চাই চিঞৰি দিলে- "এইখন গামোছা ফুলাম গামোছা- বিহুৰ বিহুৱান।" সি হাতখন মেলি গামোছাখন ধৰিব খুজিছিল- কিন্তু ৰঙা মেঘ এটুকুৰা ক'লা হৈ তললৈ পৰি যোৱাতহে সি বুজি পালে যে এইখন খিৰিকী, বেৰ, গছ, পাত আৰু বেলিটোৰ ৰঙা পোহৰ। তথাপিও তাৰ মনত গামোছাখন লাগি থাকিল। সি চাৰিওপিনে চালে কৰিব লগা একো নাই। সি লগত লৈ অনা টকা কেইহাজাৰৰ বাহিৰে অন্য একোৱে নাই। সি অনুভৱ কৰিলে তাৰ খুব ভোক লাগিছে। সি চোলাৰ কলাৰ পাত ঠিক কৰি বাহিৰলৈ ওলাই গ'ল।

হোটেলৰ বাহিৰে ভিতৰে মানুহৰ কিছু ভীৰ। কিছুমান মানুহ বিহু চাবলৈ আহিছে। সি বাৰান্দাত থকা সৰু টেবুলখনৰ সমুখত বহি লৈ হোটেলৰ ল'ৰা এটাক শুকান ৰুটি আৰু চব্জি আনিবলৈ ক'লে। হোটেলৰ পোনে পোনে আলিৰ সিপাৰে অলপ দূৰতে তামাবিলৰ ৰাইজে বিহু পাতিব। ঠাইডোখৰ পোহৰ হৈ আছে আৰু মাজে মাজে বেসুৰীয়া ঢোলৰ শব্দ ভাঁহি আহিছে। পাহাৰীয়া ভাৰত-বাংলাদেশ সীমান্তৰ এটুকুৰা নিৰ্জন ঠাই। অসমীয়া ল'ৰা কেইটামান লগ লগাত বিহু পতাৰ যো-জা কৰিছে। সেই কেইটাই ছাগে বিহুত ঘৰলৈ যাবলৈ চুটি নেপালে। ল'ৰাটোৱে পানী আৰু খোৱা বস্তু দি গ'লহি। সি খাই খাই পৰিবেশটো উপভোগ কৰাত লাগিল। মাজে মাজে আলিৰে দুই এখন মিলিটেৰী ট্ৰাক গৈ থাকিল। কোনোবাই হিন্দী আৰু অইন ভাষাত চিঞৰি কিবা কথা কৈছে। হোটেলৰ নেপালী মালিকজন ওলাই আহি এবাৰ টফচিৰৰ পিনে চালে আৰু হাঁহি এটা মাৰি তাৰ আগেদিয়ে পাৰ হৈ গ'ল। টফচিৰৰ অলপ খং উঠি গ'ল। নতুনকৈ আহিছে বোধহয় অসমীয়া ক'ব নেজানে। টফচিৰক হোটেলত অন্য মানুহ এটায়েহে কথা পাতি দিছিল। সি খোৱাখিনি শেষ কৰি তাতে হাত ধুই থিয় দিলে আৰু হোটেলৰ কোঠাটোৰ দুৱাৰখন জপাই তললৈ নামি গ'ল। সি ভালকৈ দেখিলে যে বিহুতলিত প্ৰায় দুশমান মানুহ গোট খাইছে। সি লাহে লাহে তালৈকে খোজ দিলে। কোনোবা টেপ-ৰেকৰ্ডাৰত তেতিয়া সৰুকৈ বিহুগীত বাজি আছিল। সি আৰু অলপ আগবাঢ়ি গ'ল। এটা হটঙা ওখ মঞ্চ। পাহাৰীয়া গছৰ খুটা। মঞ্চৰ ওপৰত টিৰপাল আৰু দামী কাৰপেট। পাছপিনে এখন ডাঠ, গোদোহা টিৰপালত

প্ৰায় চল্লিশ-পঞ্চাশ খনমান গামোছা অঁৰা আছে। এখন হাৰ্ডবোৰ্ডত ৰঙা ৰঙেৰে লিখা আছে ৰঙালী বিহু, তামাবিল। বাকী আখৰ কেইটা সৰু, পঢ়িব নোৱাৰি। মঞ্চৰ কাষৰে কোঠা এটাত চাহ-জলপানৰ আয়োজন কৰা হৈছে। টেবুলৰ ওপৰত নানা ৰঙ আৰু আকাৰৰ সৰু ডাঙৰ বটল। দেখি টফচিৰৰ কিছু ভয় লাগি গ'ল। মানুহ কিছুমান মঞ্চৰ আগত থকা চোফা, চকী আৰু বেঞ্চীত বহি আছে। চোফাবোৰ কোনোবা বিষয়াৰ ঘৰৰ পৰা অনা হৈছে কিজানি! মানুহবোৰৰ সৰহখিনিয়ে মিলিটেৰী পোচাকতে আছে। দুই চাৰিজন বন্দুকধাৰী চিপাহী ঘূৰি ফুৰিছে। টফচিৰে খালি চকী এখনত বহিব খুজিছিল কিন্তু এখন কজলা ৰঙৰ গাড়ী আহি পোৱাত দৰ্শকৰ সকলো মানুহে থিয় হৈ দিলে। বোধহয় সিহঁতৰে কোনোবা ওপৰৱালা আহিছে। টফচিৰে সেইপিনে মন কৰিলে। গাড়ীৰ পৰা এজন প্ৰকাণ্ড ওখ, সামৰীক সাজত পাঞ্জাবি ভদ্ৰলোক নামি অহাত তেওঁক সকলোৱে অভিবাদন জনালে আৰু সকলোৱে আঠে-বেথে আনি প্ৰথম শাৰীত থকা আসনত বহুৱালে। দুজনমানে কিবা ফুলৰ থোপা আদি যাচিলে। দুজনমান লোকে হুৰামুৰাকৈ দৰ্শকৰ মাজত কাৰোবাক বিচৰা কাৰ্যই টফচিৰক বুজাই দিলে যে সেই মানুহ কেইজনে বোধহয় তাকে বিচাৰিছে। টফচিৰ অলপ আগবাঢ়ি গ'ল। মানুহ কেইজনে তাক দেখা পাই বাহুত জোৰে সাৱতি ধৰিলে।

: চাৰ আহক, পুৰা সাত বাজিছে। দু-আষাৰ কওকহি। আমি পাছত হিন্দীত বুজাই দিম। আহক মঞ্চলৈকে আহক।

মানুহ কেইজনে টফচিৰক মঞ্চলৈ লৈ গ'ল। মুখত এসোপা দাড়ি থকাৰ বাবে তাৰ ভয়টো অলপ আঁতৰিল। কাৰণ তাক কোনেও চিনি নেপাব। কোনোবা এজনে টফচিৰক এজন 'অচমীয়া ভাই, দোষ্ট' বুলি চিনাকি কৰি দিয়াৰ পাছত টফচিৰে আৰম্ভ কৰিলে। তাৰ আগত প্ৰায় চাৰিটামান মাইক দিয়া আছে। এটা সময়ত সি পাহৰি গ'ল সি কোন, ক'লৈ আহিছিল কিয় আহিছিল। তাৰ যেন একো হোৱা নাছিল। সি মাথো কৈ গ'ল।

: ৰাইজ বিহু অসমীয়াৰ জাতীয় উৎসৱ। এই জাতীয় উৎসৱটোক আজি তামাবিল নামৰ এই সীমান্ত প্ৰান্তত পাতিবৰ বাবে কেইজনমান অসমীয়াই সাহ কৰাত আচৰিত হ'ব লগা একো নাই যদিও কিন্তু তেওঁলোক ধন্যবাদৰ

পাত্ৰ। কাৰণ বিহু পতা মানুহবোৰেই হৈছে সাহসী জাতি আৰু তেওঁহে পাতিব পাৰে যাৰ অন্তৰত সাংস্কৃতিক অনুভৱটো, ঢোল-পেঁপা, বিহুগীতৰ প্ৰতি থকা হেঁপাহটো কলিজাৰ সতে একেলগে জীয়াই থাকিব পাৰে। কামৰ পাছত জিৰণি লৈ ৰং ৰহইচ কৰা অভ্যাসটো আদিম যুগৰে পৰা মানুহৰ অন্তৰত থকা বস্তু। সেই অনুপাতে আক প্ৰকৃতিয়েও গছ, লতা, আকাশ, বতাহ আৰু মানুহৰ মনত নতুন উদ্যম আবেগৰ শক্তি সিচি যায়। সেইবোৰৰে মুক্ত প্ৰকাশ আমাৰ এই বিহুটো। মানুহ যতেই নেথাকক লাগিলে, যি দেশতে নেথাকক লাগিলে এনে সময়ত দুজনো যদি অসমীয়া একেলগ হয় তেন্তে ব'হাগত এপাক নাচিবই, বিহু এটা গাবই, গা ৰাইজাই লাগিবই। প্ৰেমৰ জয়গান গাই ডেকা-গাভৰুৱে ইজনে-সিজনক চোৱাৰ এইটো এটা পবিত্ৰ সময়। আৰু সেই কাৰণেই দেশ, ঠাই, অঞ্চল, সীমা, পাহৰি কেইজনমান অসমীয়া ডেকাই এই বিহু পতাৰ সম্ভাৱনাখিনিক জীপাল কৰি তুলিছে। এনে চৰিত্ৰ অসমীয়াৰ বাহিৰে কাৰো চৰিত্ৰত নাই বুলি মই দৃঢ়তাৰে ক'ব পাৰো। এই বিহু তিনিটা, কঙালী, ভোগালী আৰু ৰঙালী - তাৰে আজি ৰঙালী বিহু। গা ধুই নতুন সাজ পিন্ধিলে যেনেকৈ নতুন লাগে, পৰিষ্কাৰ লাগে, ঠিক তেনেকৈয়ে প্ৰকৃতিয়েও এই ব'হাগত গা ধুই, নতুন কাপোৰ পিন্ধে, বিনন্দীয়া হৈ পৰে প্ৰকৃতি বসন্তৰ পৰশত। আনকি ফুল আৰু চৰাইবোৰেও মনৰ আনন্দত উলাহেৰে নতুন পাহি মেলে, গান গাই ব'হাগক অভিবাদন জনাই। মানুহে কাতৰভাৱে প্ৰাৰ্থনা জনাই নতুন বছৰৰ সুখ সমৃদ্ধিৰ বাবে, ভালেৰে খেতি কৰি দেশখন শষ্যৰে নদন-বদন হ'বৰ বাবে। বিপুল উৎসাহেৰে বৰ গছৰ তলত, মুকলি পথাৰত মানুহৰ ঐক্যতাখিনি সোঁৱৰি মন মতলিয়া কৰাৰ সময়- এই বিহুত। মই বেছি নকও। এই বিহুৰ এটা ডাঙৰ শক্তি আছে। সেই শক্তিটোৱে আপোনা আপুনি কাম কৰি যায়। তাৰবাবে একোৰে প্ৰয়োজন নাই। কোনোবাই যদি অসমীয়াৰ শত্ৰু হ'ব বিচাৰে, এই জাতিটোৰ পৰা আঁতৰি যাব বিচাৰে তেন্তে এবাৰ এই বিহুটোক বেয়া বুলি কৈ দিয়ক। দেখিব তেওঁ লাহে লাহে এই অসমীয়া জাতিটোৰ পৰা আঁতৰি আহিছে। অসমীয়াৰ মানত জাতীয় শত্ৰু হোৱাৰ পথ এটাই যদি তেওঁ হাড়ে-হিমজুৱে বিহুটোক বেয়া পাই বুলি কৈ দিব পাৰে। আৰু যদি কোনোবাই অসমীয়াৰ মিতিৰ, বুকুৰ কুটুম, কলিজাৰ আমঠু হ'ব বিচাৰে

তেন্তে বিহুৰ মাজত সোমাই পৰক- দেখিব তেওঁ আপোন হৈ পৰিছে। এয়ে আমাৰ বিহু সকলোৱে আকোৱালী লব পাৰে। আমি এই বিহু এৰিব নোৱাৰো।
 জন্মৰে পৰা আমাৰ ওঠত পেঁপাটো, হাতত টকাটো, ঢোলৰ মাৰিদাল, আঙুলিত নাচৰ মুদ্ৰা লাগি আছে। তেনে অসমীয়াক, অসমক কোনেও এৰিব নোৱাৰে এৰা অসম্ভৱ। সেইবুলি পৃথিৱীৰ মানুহ অসমলৈ গুচি আহিব সেইটো নহয়। অন্ততঃ বিহুৰ যে এনে এটা শক্তি আছে তাৰ কথাকে কোৱা হৈছে। কোনোবাই ফুৰিবলৈ আহি অসমক এৰিব লগা হ'লেও কিন্তু বিহুক পাহৰিব নোৱাৰে আৰু অসমীয়া মানুহৰ বাবে ই আৰু অসম্ভৱ যে কোনোবাই অসম এৰি কৰবালৈ যাবগৈ। কিন্তু এইটোও কওঁ যে বিহুক আজি বহুতে বেয়া কৰি তুলিছে। ইমানতে মই সামৰিলো। সকলো সম্প্ৰদাই আৰু ভাষা-ভাষীলৈ মোৰ নতুন বছৰৰ শুভেচ্ছা আৰু অভিনন্দন থাকিল।

টফচিৰ মঞ্চত নৰ'ল, কাৰোবাবে অপেক্ষাও নকৰিলে, কোনোবাই চিনি পোৱাৰ ভয় এটায়ে তাক সামান্যভাৱে ব্যতিব্যস্ত কৰি তুলিলে। সি এক প্ৰকাৰে দৌৰি যোৱাৰ দৰে খোজ কাঢ়ি একেকোবেই হোটেলৰ কোঠা পালেহি। সি কোঠাৰ দুৱাৰখন মাৰি লৈ বিছনাত পৰি দিলে। ঘনকৈ ওলোৱা তাৰ নাকৰ নিশ্বাসখিনি সি চেপি ৰাখিবলৈ চেষ্টা কৰিলে- কিন্তু নোৱাৰি মুখখন বহলকৈ মেলি দিলে। সি কৈ অহা কথাখিনি মনতে এবাৰ আওৰালে। অলপ অনুশোচনা আৰু অলপ দুখ, অলপ অভিমান, অলপ আত্মচেতনাই তাক ঘেৰি ধৰিলে। সি চকু দুটা মুদি দিলে - কিন্তু দুটোপালমান চকুলোৱে তাৰ চকুযোৰক গধূৰ কৰি তুলিলে। চকুলোৰ ধৰ্মই বৈ যোৱা। সি পৰি থকাৰ পৰা বহি দিলে। দুটোপাল দুখৰ বৰষুণ নিঃশব্দে মাটিত মিলি গ'ল। সি দুৱাৰখনৰ পিনে মন কৰিলে- কোনোবাই মৃদুভাৱে টুকৰিয়াইছে। বোধহয় সেই অসমীয়া ডেকাকেইটা আকৌ আহি ওলালহি। আৰু যদি অন্য কোনোবা- তাৰ পিছ লোৱা মানুহ হয়? সি টকাখিনি এবাৰ ভালকৈ চাই ললে আৰু দুৱাৰখন খুলি দিলে। দুৱাৰখনৰ মুখত দাড়িৰে ভোবোকাৰ চাৰিজন মানুহ, পুৰুষ।

: কোন আপোনালোক? মোক অইন কোনোবা বুলি ভাবিচে নেকি? অলপ ফুৰিবলৈ আহিছিলোঁ আকৌ অসমৰ পিনে আমাৰ ঘৰৰ পিনে যামগৈ। নাই আকৌ বিহুতলিলৈ মাতিছে?

: আমি জানো আপুনি আকৌ অসমলৈকে যাবগৈ। আপোনাক অসমৰ বিহুতলিয়ে মাতিছে, বিচাৰিছে। তোক অইন বুলি ভবা নাই- টফচিৰ বুলিয়ে ভাবিছো।

: তইঁতহে ? কিয় আহিলি মই ঘূৰিয়ে গ'লো হয়।

: সুখিচ কিয় আহিলো ?

: নহাঁকৈ থাকিব নোৱাৰিলো।

কবীন, চালেহ আদিত্য আৰু নিশ্চল কোঠাটোলৈ সোমাই আহিল আৰু টফচিৰক সাবতি ধৰিলে । পাঁচখন নদীয়ে উত্তাল তৰঙ্গমালাক ভেদ কৰি দুৰ্বাৰ গতিৰে বৈ আহিছে। ডেকা ল'ৰাৰ চকুপানী। বুকুৰ শিল ভাঙি ওলাই অহা পানী। জুৰী নিজৰাৰ ধাৰ।

: যাওগৈ ব'ল।

: তইঁতৰ কষ্ট হ'ল।

: আছফিয়াই আৰু কিমান কান্দিব ? আদিত্যৰ বাবে সেইদিনা কান্দিছিল, জেঠায়ে কন্দুৱালে আৰু তয়ো কন্দুৱাইছ। কাদীৰ দা, আলি চাব, চামছুল ককাইটি শোকত ম্ৰিয়মান। বিশালদাই গালি পাৰিছে। ইমান যদি অনুভূতিত লাগিছে তেনে কৈ নাহিল কিয় ? আমি এতিয়া সমাজৰ সতে জড়িত হৈ পৰিছো। এনে সিদ্ধান্ত কোনো ক্ষেত্ৰতে গ্ৰহণযোগ্য নহ'ব।

: মই চম্ভালিব নোৱাৰিলো। মোৰ কোনো নাই যেন লাগি গ'ল। হঠাৎ মই নিঃসঙ্গ অনুভৱ কৰি পেলালো।

: মই যে লিখি ৰাখিছিলো- সেইখিনি পঢ়ি তই বেয়া পালি মই জানো।

: এতিয়া আমি যাওগৈ। সেইবোৰ বাদ দে। হোটেলত যদি কিবা দিব লগা আছে সেইখিনি দি ল।

টফচিৰৰ লগত কবীন ওলাই গ'ল। বাহিৰৰ বিহুতলিৰ পৰা তেতিয়া হিন্দীত কোনোবাই বক্তৃতা দি আছে।

: আমিও অহা চাৰি দিনমান হ'ল। আজি ডাউকীলৈ ঘূৰি যোৱাৰ কথা। অলপ দূৰৈৰ পৰা তোৰ মাত শুনি বৈ গ'লো। হোটেলত দিবলৈ পইচা আছেনে নাই ?

: আছে কোনো চিন্তা নকৰিবি। হোটেলৰ নেপালী মালিকজনক লগ কৰি

টফচিৰে হিচাপ মতে পইচাখিনি দি ওলাই আহিল আৰু আজিয়ে যাবগৈ বুলি কৈ কোঠাটো এৰি দিয়াৰ কথা ক'লে। সিহঁত আৰু নৰল। কোবা-কুবিকৈ সিহঁত গৈ গাড়ীত উঠিল। এখন বগা গাড়ী।

ৰাতিটো সিহঁতৰ ভাল লাগিছিল। পুৱা মানতে পাই যাব। মাজে মাজে টফচিৰেও গাড়ী চলাইছিল। একা-বেকা পাহাৰীয়া ৰাস্তা। পিচ কৰা কজলা ৰঙৰ মসৃন ৰাস্তাটোৱে বুকু পাতি দিছে। গাড়ীৰ পোহৰবোৰে বতাহত ইচাতি-বিচাতি কৰা ইকৰা-কহুৱাৰ দৰে মাজে মাজে পাহাৰীয়া প্ৰকাণ্ড শিল, ৰঙা ৰঙা গঢ়া আৰু ডাঠ সেউজীয়া গছৰ জোপোহাবোৰক পোহৰাই দি আকৌ আন্ধাৰৰ মাজলৈ পেলাই দিছে। মাজে মাজে দুই এটা বনৰীয়া চৰাই উৰি গৈছে আকাশৰ কোনোবা সীমনালৈ। বতাহত উপণ্ডি আহিছে কুলীৰ কূজন। ভঙা হৃদয়বোৰক ভাঙি ভাঙি কোনোবা নিজানৰ পিনে আমন-জিমনকৈ আগবাঢ়িছে মেঘৰ তলেদি এজনী কেতেকী। চৈ দিয়া আকাশখন মূৰৰ ওপৰত লৈ অকোৱা-পকোৱা নৈ এখনৰ মাজেদি হালি-জালি এটা বনৰীয়া বগা হাঁহ তললৈ নামি গৈছে। তাৰ মাজেদিয়ে ব'হাগ নামৰ সময়বোৰ বুকুৰ মাজলৈ আনি কবীন আদিত্যহঁতেও যেন কলকলাইছে, মাতিছে, অতীতটোক কোমলকৈ সোঁৱৰিছে, কৰুণ আৰু মধুৰ অভিজ্ঞতাবোৰক চকুৰ আগত ৰাখি চাইছে, সিহঁতে হাঁহিছে, আক্ষেপ কৰিছে, কান্দিছে আৰু হাতৰ মুঠিবোৰ দৃঢ়ভাৱে টান কৰি তুলিছে। মাজে মাজে নিৰৱচ্ছিন্ন ভাৱে বেদনাময় অনুভূতিবোৰ নিগৰি আহিছে এটা এটা চিন্তাৰ আঙঠিৰ মাজেৰে। সিহঁতে কথা পাতিছিল যে সিহঁতে এতিয়াই যদি ভাল কাম নকৰে তেন্তে সিহঁতৰ অতীতটোক সোঁৱৰি কোনো লাভ নহ'ব। সিহঁতে যদি ভাৰতক ভাল পাব বিচাৰে, অসমক ভাল পাব বিচাৰে তেন্তে সিহঁতে মনলৈ আনিব লাগিব সংবিধানৰ কথাবোৰ, সংবিধানে দিয়া মৌলিক অধিকাৰবোৰ। এই অধিকাৰৰ সঠিক প্ৰয়োগেৰে সিহঁতে ভাৰত আৰু অসমক সুন্দৰ কৰি তুলিব। এই সুন্দৰ মৌলিক অধিকাৰক মানুহেই অপব্যৱহাৰ কৰি তুলি ৰাজহুৱা জীৱনৰ হাজাৰ হাজাৰ সম্ভাৱনাপূৰ্ণ আশা-আকাঙ্খাত আউল লগাইছে। সিহঁতে কথা পাতিছিল সাহিত্যৰ বিষয়ে। দেশ, শতিকা, যুগ, ৰাইজ মানুহক পাছত ৰাখি নহয় চকুৰ আগলৈ আনি প্ৰতিজন মানুহৰ কথা ভাবি সাহিত্যৰ কৰ্মশালাত প্ৰথমে নীৰৱে, চিন্তা অনুভূতি, নিৰপেক্ষতা, সততা,

সত্যতা, উদাৰতা, কোমলতা, আদৰ্শক মনৰ মাজতে গুৰু হেন জ্ঞান কৰি সাহিত্য ৰচনা কৰিবলৈ চেষ্টা কৰিব লাগিব। প্ৰতিজন মানুহ মানে- এক, দুই, তিনিকৈ লিখি লিখি নহয়- প্ৰতিটো সম্প্ৰদাই, জনগোষ্ঠী, জাতি-উপজাতিৰ স্বাভাৱিক, মৌলিক, মিল থকা বাহ্যিক আৰু আভ্যন্তৰীণ দিশৰ সহজ-সৰল উপাদনবোৰৰ কথা চিন্তা কৰি, কেন্দ্ৰ কৰি সাহিত্য কৰিব লাগিব। ধৰ্মক সাহিত্য কৰিব নেলাগে। যদি কোনোবাই কৰে তেন্তে গভীৰ তপস্যাত ব্ৰতী হৈ, বুজি মেলি, খোলাকৈ ৰাইজক জনাব লাগে। মানুহে তৈয়াৰী কৰা ধৰ্মৰ নিকৃষ্টতম সূত্ৰসমূহৰো গঠনমূলক সমালোচনাৰ মাজেদিহে উত্তৰণ ঘটাব লাগিব ভালৰ বাবে, কল্যাণৰ বাবে। সিহঁতে কথা পাতিছিল সমাজ, সভ্যতা আৰু সংস্কৃতিৰ চৰম অৱক্ষয়ৰ দিশটোৰ বিষয়ে। যিলোকে আনে নাৰী নিৰ্য্যাতনৰ ওপৰত লিখি ধৰ্মক তাচ্ছিল্য কৰি গহ্বৰত ৰখাৰ বাবে গৌৰৱ অনুভৱ কৰে, তেওঁ তেনে লোককে সমৰ্থন কৰি নিজেও গৌৰৱান্বিত হয়। আকৌ তেনে লোকেই আক নিজৰ গাভৰু ছোৱালীহঁতক পাতল কাপোৰৰ মাজেদি, কিম্বা অলপ কাপোৰৰ মাজেদি দেহাবয়ব পৰু-পুৰুষে দেখাৰ সুবিধা থকা অনুষ্ঠানলৈ পঠাই নিজকে ধন্য কৰি তোলে। আলিবাটত তেনে ছোৱালীক জোকালে, ল'ৰা হয় অসভ্য, অভদ্ৰ, লুৎস্যা, গুণ্ডা, তাকে লৈ লিখকে 'যুৱ উশৃঙ্খলতা' বুলি সাহিত্য কৰে, আৰু মঞ্চত যেতিয়া ল'ৰাই কিৰিলি পাৰে বা সেই নঙঠা আৰু আদ নঙঠাখিনিৰ সৌন্দৰ্য্যখিনিক থৰ লাগি উপভোগ কৰে তেতিয়া অভিভাৱকবোৰে সেইবোৰক প্ৰসংশা বুলি গণ্য কৰে নতুবা ছোৱালীহঁতৰ পাৰদৰ্শিতাত মানুহ বৈ যায় বুলি অহঙ্কাৰত, আনন্দত, উৎফুল্লিত হৈ পৰে।

সিহঁতে কথা পাতিছিল দেৱতাৰ আবাসভূমি ভাৰতত যিসকল লোকে পূজা-অৰ্চনা কৰি জীৱন নিৰ্বাহ কৰে, পৰম বিশ্বাসেৰে ঈশ্বৰৰ বন্দনা কৰে তেওঁলোকৰ সতে আন সকলেও যেন নিজৰ ভগবান আল্লাক আৰাধনা কৰি দিন পাৰ কৰিব পাৰে। ইয়াত কোনেও কাকো সমালোচনা কৰিব নেলাগে। এই ধৰ্ম পালন কৰিবলৈ যাওঁতে যদি কৰবাত মানৱতাবাদৰ স্খলন ঘটিছে তেন্তে তাক অনুসন্ধান কৰি চাব লাগিব যে তাৰ কাৰণসমূহ মানুহৰ [illegible]তা, মূঢ়তা বা দুষ্টামীৰ বাবেই হৈছেনে নাই সঁচাই ধৰ্মৰ গ্ৰন্থত তেনে অধৰ্মৰ কথা, ব্যাখ্যা, সূত্ৰ নিহিত আছে। মানুহ নেথাকিলে ধৰ্মৰ মূল্য নাই। গতিকে মানুহে,

যদি সঁচাই থাকে, ধৰ্মৰ দোষবোৰ সঠিকভাৱে বাছি উলিয়াব পাৰিব লাগিব আৰু তাক সাব্যস্ত কৰিব লাগিব। নহ'লে ধৰ্মক মানৱ মঙ্গলৰ একমাত্ৰ অন্তৰায় বুলি অভিহিত কৰাৰ যুক্তি প্ৰবলতৰ হৈ পৰিব যিটো অতি ভয়ানক আৰু প্ৰতিক্ৰিয়াশীল। সিহঁতে কথা পাতিছিল আজিৰ ভাৰতত, অসমত মানুহ কিদৰে নিৰ্বাক, হতভম্ব আৰু নিৰাশ হৈ পৰি কেৱল নীৰৱ দৰ্শকৰ ভূমিকা লবলৈ বাধ্য হৈ পৰিছে। ইয়াৰ বাবে প্ৰথম দায়ী হৈছে বিজতৰীয়া সংস্কৃতি আৰু পশ্চিমীয়া সংস্কৃতিৰ আহিৰ অনুকৰণ যিবোৰ চকুৰে দেখা মাধ্যমৰ জৰিয়তে প্ৰচাৰ হ'ব লাগিছে। কিছুমান মানুহ উৎকটভাৱে ধন- দৌলটৰ লোভত পৰিছে, সেইসমূহ পাবৰ বাবে চিন্তা-চৰ্চাৰ পৰাধীনতাক তেওঁলোকে আকোৱালি লৈছে আৰু পৰৰ বেয়াখিনিক মানি লৈছে, সাম্ৰাজ্যবাদী আৰু পুঁজিবাদী শক্তি কিছুমানে অনায়েসে সিহঁতৰ অন্তৰ জয় কৰি সিহঁতৰ সৰ্বস্ব কদৰ্য্যতা, নিলৰ্জতাৰ বীজ সিচি দিব পাৰিছে আৰু তাৰেই গজালীবোৰে আমাৰ দেশৰ সংস্কৃতিৰ পথাৰত এটা এটা সৰ্বাঙ্গসুন্দৰ আঘোন মাহৰ সৃষ্টি কৰিছে আৰু তাৰ শষ্যবোৰ নাচ, গান, নৃত্য, কলা, লিখনি, নাটক, কবিতা আদিৰ কাচীৰে কাটি আমাৰ ভড়াল চহকী কৰাত লাগিছে। নিদানৰ দিনত মানুহে সেই ভড়ালৰ শইচ খাইছে আৰু সময়ত মদমত্ত হৈ পৰিছে। এইসমূহৰ বিপক্ষে আন্দোলন কৰিবৰ বাবে সকলো শকটি মানুহে হেৰুৱাইছে। আৰু এইবোৰৰ বাবেই তেনে চৰিত্ৰই গা কৰি উঠাৰ বাবেই জয়া বজাৰৰ বাংলাদেশী মহিলা হ'লেও বগীবুঢ়ীৰ বুকুত দুটা নাম লিখা হ'ল যি কথাৰ বাবে অপমানবোধত, লজ্জাবোধৰ বাবে, নিৰ্য্যাতনৰ বাবে সভ্য মানুহৰ হাতত এগৰাকী নাৰীৰ জীৱন বন্তী নিৰ্বাপিত হৈ পৰি চিৰদিন চিৰকালৰ বাবে আঁতৰি গ'ল। সিহঁতে নতুন পণ লয়। 'প্ৰতিবাদ'ক সিহঁতে নিজৰ কলিজাৰ শব্দ বুলি লৈছে। সেই শব্দৰ বিনাশ নোহোৱা পৰ্য্যন্ত একেলগে প্ৰতিবাদো জীয়াই থাকিব- জীয়াই ৰাখিব।

সিহঁতৰ ভাল লাগি আহিছে। গছৰ সেউজীয়া ৰংবোৰ সিহঁতৰ চকুত পৰিছে। ব'হাগৰ পৃথিৱীখন পোহৰ হৈ আহিছে। পাহাৰৰ সিপাৰৰ পৰা হাবি ফালি ধলপুৱাতেই ভাঁহি আহিছে ঢোল-পেঁপাৰ মাত। সিহঁতে একো কাপকৈ গৰম চাহ খোৱাৰ কথা ভাবিলে। অসমৰ মাটিত সিহঁতৰ ভৰি। সিহঁত গাড়ীৰ পৰা নামি কোনোবা পাহাৰীয়া নাম নজনা ঠাইৰ এখন সৰু হোটেললৈ সোমাই

গ'ল। মানুহ বেছি নাই - পুৱা ভাগতে কামৰ বাবে ওলাই অহা কেইজনমান বনুৱা আৰু দুই এজন ট্ৰাক চালকৰ দৰে মানুহ। সিহঁত পাছোটা সোমাই যোৱাৰ লগে লগে অন্য মানুহবোৰে কাঠৰ বেঞ্চীবোৰ এৰি দিলে। সিহঁত বহি পৰিল। এজনী ছোৱালীয়ে চৌকাত চাহ সিজাই আছে। সিহঁতে তাইৰ পিনে মন কৰিলে। তাই এবাৰ চকু তুলি চালে আৰু পাতল ওঠজোৰ জিভাৰে এবাৰ অলপকৈ চেলেকি জুইৰ পিনে মন কৰিলে। তাইৰ শকট খোপাটোত এপাহ কপৌফুল। ভাঁহি অহা পেঁপাৰ মাতটো আগতকৈ ডাঙৰ হৈ আহিল। ছোৱালীজনীয়ে পাছ গিলাছ চাহ বাকি ল'ৰা এটাৰ হাতত সিহঁতলৈ পঠাই দিলে। হোটেলখনলৈ আৰু দুই চাৰিজন মানুহ সোমাই আহি থিয় হৈয়ে চাহ খোৱাত লাগিল। সিহঁতে মাত্ৰ ছোৱালীজনীৰ পিনে চাই থাকিল। হঠাৎ সিহঁতৰ বিহুটোলৈ অসম্ভৱ ভাবে মৰম লাগি গ'ল। আছফিয়াই চাঁগে জিনু, নয়না, মামনি, চুলটানাহঁতক লৈ বিহুৰ আখৰা কৰি আছে। এটা উত্তাল শিহৰণে সিহঁতৰ মাংসপেশীবোৰ চঞ্চল কৰি তুলিলে। সিহঁতে পইচা দি হোটেলখনৰ পৰা ওলাই আহি গাড়ীত উঠিলহি।

কবীনৰ বাহিৰে গাড়ীতে এটাই কেইটাই অকণ শুই ললে। নতুন উদ্যম এটাৰে কবীনে চলোৱা গাড়ীখন পাহাৰৰ পৰা তললৈ নামি যাবলৈ ধৰিলে। আলিবাটলৈ মানুহবোৰ ওলাই আহিছে। আলিৰ কাষৰ দুখনমান বিহুতলি পাৰ হৈ আহিছে। কোনোবা এখনত কিবা সংগীতৰ প্ৰতিযোগিতা চলিছে। মানুহে জুম বান্ধি শুনিছে। কবীনে এখন সৰু কিতাপৰ দোকানৰ কাষত গাড়ীখন ৰখাই দিলে। টফচিৰহঁত টোপনিত। সি একো ধৰিব নোৱাৰিলে যে কোনে এই সংখ্যাৰ প্ৰবন্ধ পাতি ঠিক কৰি 'প্ৰতিবাদ'খন ৰাইজৰ মাজলৈ উলিয়ালে। সি গাড়ীৰ পৰায়ে কপি এটা কিনি ললে আৰু ওপৰে ওপৰে চকু ফুৰালে। সি দেখিলে তাত তাৰ প্ৰবন্ধ এটা প্ৰকাশ পাইছে । সি ভয়ে ভয়ে এবাৰ টফচিৰলৈ চালে আৰু এবাৰ প্ৰবন্ধটোৰ পিনে চালে। সেই লিখাটোকে পঢ়ি টফচিৰে তাক বেয়া পাইছিল, অভিমান কৰিছিল। সি 'প্ৰতিবাদ'খন জাপি চিতৰ কিনাৰত ৰাখি থলে।

: তোৰ কিবা ওলাইছে নেকি ?

কবীনে উচপ খাই গ'ল। সি 'প্ৰতিবাদ'খন টফচিৰৰ হাতলৈ দি ক'লে।

: তই বেয়া পোৱা লিখাখিনিৰ আধা ওলাইছে।

: তই ঠিকেই লিখিছ। শেষত কিন্তু মই এটা শাৰী লগাই দিম। এটা বাক্যৰ সংযোজন মাত্ৰ।

: আকৌ তই সেইবোৰলৈ সোমাবলৈ বিচাৰিছ ?

: আজি বিহুৰ দিনাই, ৰাইজৰ আগতেই, আলীচাৰ, কাদীৰদা, চামছুল ককাইটি আনকি সকলোৰে আগত মই মাত্ৰ এটা কথা ঘোষণা কৰিম। মই চাম এতিয়া পৃথিৱীৰ মানুহে মানি লয়নে নলয়, বিশ্বাস কৰেনে নকৰে।

: সময়ত যিটো হয় সেইটোৱেই হ'ব। গা-পা ধুই সন্ধিয়াৰ বিহুৰ বাবে সাজু হওগৈ বল।

গাড়ীখন চলিছিল।

সময়বোৰ ঢোল-পেঁপা, টকা, গগণাৰ মাজেৰে মুখৰ হৈ পৰিছিল। নটুৱা নাচনীৰ বিহুবলীয়া কঁকাল, বাহুবোৰে সময়বোৰক আঁৰি ৰাখিছিল ব'হাগৰ সন্ধিয়াবোৰত।

ৰাতিলৈ বিহুৰ অনুষ্ঠান। মানুহৰ মুখত কেৱল হাঁহি। গম পোৱাবোৰে বাৰে বাৰে মঞ্চলৈ চাই আছে । আখৰা ঘৰত শিল্পী ঢুলীয়া, নাচনীৰ ভীৰ। উদুলি-মুদুলি চৌকাষৰ বিহুতলি। আগদিনাৰ মঞ্চত ভাঁহি থকা দুখৰ মেঘবোৰ আঁতৰি গৈছে। ব'হাগ বিহুত টফচিৰ নাই। লগত নাই কবীন, আদিত্য, চালেহ, আৰু নতুনকৈ সিহঁতৰ সঙ্গী হোৱা নিশ্চল। কেৱল আছে এক শৰীৰ চকুলো- এজনী ক্ৰন্দসী ছোৱালী - নাম তাইৰ আছফিয়া, কবীনহঁতৰ একমাত্ৰ মৰমৰ ভনীয়েক - আছফিয়া।

প্ৰথমে কোনেও ধৰিব নোৱাৰিলে।

মঞ্চত বিহুৰ কৰ্মকৰ্তাসকলৰ বাহিৰেও আলী, কাদীৰ, চামছুল আৰু বিশাল। সকলোৱে নিৰ্বিকাৰভাৱে বৈ গ'ল। ৰাইজৰ মুখত মাত নাই। কেনেকৈ সম্ভৱ হৈ পৰিল এই ঘটনা। পাচজন সন্ন্যাসী সোমাই আহিল মঞ্চলৈ। মুখত এবেগেটমানতকৈ অলপ কম হ'ব। দাড়িবোৰ ঘন ক'লা। সাজ-সজ্জা সাধাৰণ আৰু ৰংচঙীয়া, স্বাভাৱিক। এজনে মাইকৰ কাষলৈ আহি ক'লেহি।

: আমি আহিলো ৰাইজ। এযাৰ কথা কৈ লওঁ আৰু তাৰ পাছতে আমি বিহু আৰম্ভ কৰিম। কলম যদি মানুহৰ, বিহু যদি মানুহৰ, মানুহ

যদি মানুহৰ তেন্তে মানুহেই সংঘটিত কৰা ঘটনাও কিয় মানুহৰ নহ'ব? জৰুৰ হ'ব। ভাল হওক বেয়া হওক ঘটনাৰো এটা প্ৰাণ আছে। সেই প্ৰাণৰ সংবাদ আমি আপোনালোকক দিব লাগিব। 'চেতনা' আৰু 'প্ৰতিবাদ'ত আপোনালোকে সকলো পাইছে- জয়া বজাৰৰ ঘটনা। আমি বিহু পতা জাতি হ'লেও তেনে কৰুণ ঘটনাক এৰাই চলা আমাৰ বাবে ভাল কথা নহ'ব। আমাৰ বুকুৰ সকলো দুখ প্ৰকাশ হওক আৰু আজি এই আনন্দৰ উৎসৱতো সেই দুখৰ অৰুণ অনুভূতিয়ে আমাৰ হৃদয়ত স্থান পাওঁক। বিহুতলিত নেলাগে - আপোনালোকে মাজে মাজে আপোনালোকৰ বুকুত মানৱতাৰ যি সমাৰোহ মাজে মাজে পাতে তাতে সেই ঘটনাটোক অৰুণ ঠাই দিব আৰু তাৰ বাবে অৰুণ দুখৰ উশাহ এৰি দিব। সেয়ে কৰিব পাৰিলে নাৰীসকলক সন্মান দিয়া বুজাব- আৰু তেতিয়া আমাৰ বিহু সদায়ে মহৎ হৈ থাকিব। আমি টফচিৰক ওভোতাই আনিলো। আনিলো মানে- সি নিজেই আহিবলৈ বাধ্য। ভাবিলে তাজ্যুপ লাগে যে বেটেলিয়নত থকা কেইজনমান অসমীয়া ডেকাই বাংলাদেশ অধিকৃত তামাবিল নামৰ এখন ঠাইত সৰুকৈ এখন বিহুৰ আয়োজন কৰিছিল। বিহু পৃথিৱীৰ যিকোনো ঠাইতে পাতিব পাৰে। তাতে এক ভাষণৰত অৱস্থাত আমি টফচিৰক পাইছিলো। টফচিৰে কৈছিল- বিহু পতা মানুহবোৰেই সাহসী জাতি। আৰু কৈছিল- পৃথিৱীৰ যতেই নেথাকক ব'হাগত দুজন অসমীয়া লগ লাগিলে এপাক নাচিবই, চাপৰি মাৰিবই, বিহু গাবই। আৰু কৈছিল- কোনোবাই অসমীয়াৰ মানত যদি নিজকে গণশত্ৰুৰ আসনত বহুৱাব, বিচাৰে তেন্তে এবাৰ বিহুটোক বেয়া বুলি ক'লেই হৈ যাব। আৰু কৈছিল- জন্মৰে পৰা আমাৰ ওঠত পেঁপাটো, হাতত টকাটো, ঢোলৰ মাৰিদাল, আঙুলিত নাচৰ মুদ্ৰা লাগি আছে তেনে অসমীয়াক, অসমক কোনেও এৰিব নোৱাৰে। গতিকে সেইটো টফচিৰে আমাক এৰিব পাৰিব জানো? গতিকে সি আহিল। মই নকও সি এষাৰ ক'ব।

কবীনৰ কথাৰ শেষত সাত আঠটামান ঢুলীয়া মঞ্চলৈ সোমাই আহিল আৰু প্ৰায় দুই মিনিটমান ঢোলৰ চেও বজাই বৈ গ'ল। দৰ্শকৰ মাজত বিপুল হৈ চৈ। কোনো আসনত বহি থাকিব পৰা নাই। আলীচাৰ, কাদীৰ চাহাবৰ মুখত হাঁহি, আনন্দৰ পোহৰ। সকলোৱে সেই পাঁচজন বাবাক, ফকিৰক চিনি

পাই গ'ল। আছুফিয়াৰ হিয়া উখল-মাখল। এইবাৰ টফচিৰ আগবাঢ়ি আহিল আৰু বিনম্ৰভাৱে ক'লে।

: মোৰ দুটাই ঘোষণা। প্ৰচলিত আৰু চিৰাচৰিত আইন-কানুনে যদি মোক ইয়াৰ পৰা যাবলৈ যুক্তিসংগতভাৱে কাৰণ দৰ্শাব পাৰে তেন্তে মই যাবলৈ সাজু আছোঁ। মই গ'লে সকলোকে কৈ যাম, জনাই যাম। যোৱাৰ পাছত মোৰ আৰু এটা দুখ থাকিব। এই ভনীজনীৰ মাজেদি মই নাৰীক সন্মান কৰিবলৈ শিকিছিলোহে- দিব কিন্তু নোৱাৰিলো। আমাৰ নাৰীসকলক সন্মান দিয়াৰ যি দায়িত্ব মোৰ আছিল, কৰ্তব্য আছিল সেইয়া আধৰুৱা হৈ থাকিব। মোৰ দ্বিতীয় ঘোষণাটো হৈছে - আজি কবীনৰ এটা প্ৰবন্ধ ওলাইছে- 'প্ৰতিবাদ'ত। আজি এচোৱা ওলাইছে। যিদিনাই সেই প্ৰবন্ধটো শেষ হ'ব সেইদিনাই মই শেষত এটা বাক্য লগাই দিম। আৰু ৰাইজে মোক তাৰ অনুমতি দিবই লাগিব।

আকৌ ঢুলীয়া কেইজনে ঢোলৰ চেও দিয়াত লাগিল। এইবাৰ নাচনী কেইজনীমান আহি নাচত লাগিলহি। মঞ্চত আৰু বহু মানুহ দেখা গ'ল। আখৰা ঘৰত থকা অন্য শিল্পীসকলো সোমাই আহিল। আকৌ সকলোবোৰ স্তব্ধ হৈ ৰ'ল। তাৰ মাজতে টফচিৰে উচ্চস্বৰে ক'লে।

: টাববীণৰ সকলো কথাই তেঁনে সঁচা। তেখেতে পৃথিৱী কঁপালে, মানুহৰ চকু মোকলালে, সেইখন দেশৰ সকলো লোকৰ চৰিত্ৰ, স্বভাৱ, মানুহ হবৰ বাবে যি নুন্যতম আহিলা লাগে সেইবোৰ নাই বুলি প্ৰমাণ কৰি জাতিটোকে অৱদমিত কৰালে। গতিকে তেখেতৰ মুখৰ এটা বাক্য যিদৰে বিখ্যাত হৈ পৰিছিল তাৰ সতে ময়ো ইফাল-সিফাল কৰি এটা বাক্য সাজি আনিছো। গতিকে মই ঘোষণা কৰিছোঁ - সজোৰে, সুস্থ শৰীৰে আৰু সজ্ঞানে যে বাংলাদেশৰ আন নাম আজিৰ পৰা বৰ্বৰ দেশ হওক।

টফচিৰে আকৌ এবাৰ সজোৰে হাত উঠাই চিঞৰি স্পষ্টভাৱে ক'লে।

: বাংলাদেশৰ আন নাম আজিৰ পৰা বৰ্বৰ দেশ হওক।

তেতিয়া অসমখন ব'হাগত ডুব গৈ আছিল।

মানুহবোৰ বিহু বলীয়া হৈ আছিল।

তাৰ মাজতে যিবোৰে সকলো কথা ভালকৈ জানিছিল, খন্তেকীয়া বতাহৰ

পাই গ'ল। আছুকিয়াৰ হিয়া উথল-মাথল। এইবাৰ টফচিৰ আগবাঢ়ি আহিল আৰু বিনম্ৰভাৱে ক'লে।

: মোৰ দুটাই ঘোষণা। প্ৰচলিত আৰু চিৰাচৰিত আইন-কানুনে যদি মোক ইয়াৰ পৰা যাবলৈ যুক্তিসংগতভাৱে কাৰণ দৰ্শাব পাৰে তেন্তে মই যাবলৈ সাজু আছোঁ। মই গ'লে সকলোকে কৈ যাম, জনাই যাম। যোৱাৰ পাছত মোৰ আৰু এটা দুখ থাকিব। এই ভনীজনীৰ মাজেদি মই নাৰীক সন্মান কৰিবলৈ শিকিছিলোহে- দিব কিন্তু নোৱাৰিলো। আমাৰ নাৰীসকলক সন্মান দিয়াৰ যি দায়িত্ব মোৰ আছিল, কৰ্তব্য আছিল সেইয়া আধৰুৱা হৈ থাকিব। মোৰ দ্বিতীয় ঘোষণাটো হৈছে - আজি কবীনৰ এটা প্ৰবন্ধ ওলাইছে- 'প্ৰতিবাদ'ত। আজি এচোৱা ওলাইছে। যিদিনাই সেই প্ৰবন্ধটো শেষ হ'ব সেইদিনাই মই শেষত এটা বাক্য লগাই দিম। আৰু ৰাইজে মোক তাৰ অনুমতি দিবই লাগিব।

আকৌ ঢুলীয়া কেইজনে ঢোলৰ চেও দিয়াত লাগিল। এইবাৰ নাচনী কেইজনীমান আহি নাচত লাগিলহি। মঞ্চত আৰু বহু মানুহ দেখা গ'ল। আখৰা ঘৰত থকা অন্য শিল্পীসকলো সোমাই আহিল। আকৌ সকলোবোৰ স্তব্ধ হৈ ৰ'ল। তাৰ মাজতে টফচিৰে উচ্চস্বৰে ক'লে।

: টাববীণৰ সকলো কথাই তেনে সঁচা। তেখেতে পৃথিবী কঁপালে, মানুহৰ চকু মোকলালে, সেইখন দেশৰ সকলো লোকৰ চৰিত্ৰ, স্বভাৱ, মানুহ হ'বৰ বাবে যি নূন্যতম আহিলা লাগে সেইবোৰ নাই বুলি প্ৰমাণ কৰি জাতিটোকে অৱদমিত কৰালে। গতিকে তেখেতৰ মুখৰ এটা বাক্য যিদৰে বিখ্যাত হৈ পৰিছিল তাৰ সতে ময়ো ইফাল-সিফাল কৰি এটা বাক্য সাজি আনিছো। গতিকে মই ঘোষণা কৰিছোঁ - সজোৰে, সুস্থ শৰীৰে আৰু সজ্ঞানে যে বাংলাদেশৰ আন নাম আজিৰ পৰা বৰ্বৰ দেশ হওক।

টফচিৰে আকৌ এবাৰ সজোৰে হাত উঠাই চিঞৰি স্পষ্টভাৱে ক'লে।

: বাংলাদেশৰ আন নাম আজিৰ পৰা বৰ্বৰ দেশ হওক।

তেতিয়া অসমখন ব'হাগত ডুব গৈ আছিল।

মানুহবোৰ বিহু বলীয়া হৈ আছিল।

তাৰ মাজতে যিবোৰে সকলো কথা ভালকৈ জানিছিল, খন্তেকীয়া বতাহৰ

সতে নিজকে উটাই দিয়া নাছিল তেওঁলোকে বুজি উঠিছিল- কিয় আজি টফচিৰে এনে এটা সাংঘাটিক কথা ক'লে। সঁচাই তেনে মানুহে এনেবোৰ কথাত কেতিয়াও বেয়া পাব নেলাগে। যি নিজৰ দেশখনৰ এজনো পুৰুষক ভাল নেদেখিলে, সমগ্ৰ পুৰুষক অমানুহ সাজিলে, কাৰ্য্যকলাপেৰে দেখুৱাই দিলে নিজ দেশৰ মানুহৰ চৰিত্ৰ আৰু পৰিচয়। গতিকে সেইখন দেশ বৰ্বৰ দেশ নহৈ আৰু কি হ'ব ? মানুহে কোৱা-মেলা কৰিছে- ঠিকেই কৈছে- একো বেয়া কোৱা নাই। উচিত কথা এষাৰকে কৈছে। 'মজ্জা'ৰ সকলো কথা যদি সঁচা হয় তেন্তে এনে উপাধি দিয়াৰ কোনো আপত্তি কাৰো থাকিব নেলাগে।-

তাৰ পাছত আৰম্ভ হৈছিল সাংস্কৃতিক সন্ধিয়া।
বিহু, হুচৰী, ঢোলবাদন, বিহু কুঁৱৰী।
কবীনহঁত বিহুত ব্যস্ত হৈ পৰিছিল।

---

# ( সোতৰ )

ব'হাগ।

মহান ব'হাগ, মহৎ ব'হাগ, শ্ৰেষ্ঠ ব'হাগ।

মানুহৰ ব'হাগ, কবিৰ ব'হাগ, শিল্পীৰ ব'হাগ, গায়কৰ ব'হাগ। নাচনীৰ ব'হাগ।

আকাশৰ মাজেদি পাৰ হৈ যোৱা এচপৰা বগা মেঘৰ দৰে, পাৰ হৈ যোৱা মেঘ চপৰাই পাহাৰত খুন্দা মাৰি বৰষুণ দিয়াৰ দৰে, বৰষুণ দি তৰু-লতাবোৰক, ফুল-পখিলাবোৰক, সিহঁতৰ পাখীত লাগি থকা পৃথিৱীৰ ধূলিৰ কণিকাবোৰক পোখালি পেলোৱাৰ দৰে ব'হাগ নামৰ কেৱল হৃদয়েৰে অনুভৱ কৰা অফুৰন্ত শক্তিটোৱে মানুহৰ বুকুৰ মাজেদি পাৰ হৈ মানুহক পৰিস্কাৰ কৰি তোলে – চাফা কৰি পেলাই হৃদয়ৰ ধূলি-মাকতি।

ব'হাগত জাতিয়ে গা ধুৱে।

পৃথিৱীৰ মানুহৰ মাজলৈ ব'হাগ আহে বসন্ত আহে। বসন্তক কোনে কি বুলি ভাৱে কোনেও নেজানে। মানুহে মাথো কবিতা পঢ়িছিল "can spring be far behind." কোনোবা বসন্ত বলীয়া কবিয়ে নহয়– মহাকবি চেলিয়ে লিখিছিল। চেলিয়ে নিজ চকুৰে দেখাৰ আগৰ পৰায়ে ব'হাগ আহি আছিল, বসন্ত আহি আছিল।

ভাৰতলৈ ব'হাগ আহে।

অসমলৈ ব'হাগ আহে।

অসমে ব'হাগত বুকু পাতি দিয়ে। নিজকে ব'হাগৰ আইনাত এবাৰ চায়। ব'হাগৰ আৰ্চিত ডেকা-গাভৰুৱে নিজৰ যৌৱন জোখে– জুখি লাজ কৰে। নিজানে নিজানে পাহাৰৰ বুকুত, ওখ ওখ চুড়াবোৰত, নৈৰ কজলা পানীত নিফাত মাৰি শুই থকা ঢোল-পেঁপাৰ মাতবোৰ আঙুলিৰ ফাঁকেৰে, ওঠ ফাটি ওলাই আহে। ওঠেদি তেজ নিগৰে। তেজবোৰ কপালত উঠি বেলিটো হেন হয়। কিচকিচিয়া ক'লা চুলিটাৰিৰ ধানশিৰীয়া আলিৰে ৰঙা তেজৰ পাতল

চেকুৰাবোৰে সেন্দুৰ নাম লয়। বাধা মানিব নোখোজা উদ্দাম বাহুৰ কঁপনিবোৰ ডেকাবোৰৰ পাহুৱাল বুকুত শাত হৈ পৰে। দুদিন আগতে দেখা জেং বিহুৰ পথাৰত গাভৰুবোৰৰ পকি থকা কলাফুলৰ অলপ ওপৰত থকা ফুলাম মেখেলাখনৰ পাতলিটো তললৈ নামি আহি বৈ যায় - সৰু গাঠিৰ ওপৰত-লাজেৰে মনে মনে। বতাহে, কপৌফুলে- কেতেকী জনীয়ে- তাইক বোৱাৰী বুলি জোকাই যায় - তাই বাৰীৰ পাছপিনে থকা, ভীমকল কেইজোপাৰ তলত থকা, বাঁহতলৰ পুখুৰীটোৰ পাৰলৈ মনে মনে গা ধুবলৈ আহে। এজোপা গছত পৰি থকা এহাল কপৌক দেখি তাইৰ লাজ লাগি যায়। কোনোবাই দেখাৰ আগতে তাই তিয়নিখন টিপতে লুকুৱাই ঘৰ সোমাই, তাই নেদেখে- তাইক যে সৰু ধনে চাই থাকে।

এয়েই ব'হাগ। সৰুধনহঁতৰ ব'হাগ।

এয়েই ব'হাগ। মাইজানহঁতৰ ব'হাগ।

চৌপাশে সৃষ্টিৰ বটৰা কৃষ্টিৰ আভাষ।

পোহৰেৰে ভৰা মানুহৰ মুখ। কৰপৰা জানো এই ব'হাগটো আহে? পৃথিৱীৰ কোনোবা এটা দিশৰ পৰা, কোনোবা এটা মূৰৰ পৰা, কোনোবা এটা দিগন্তৰ পৰা, সাগৰৰ চেঁচা-পানীৰ সতে লগ লাগি, হাবি এখনৰ গন্ধসৈতে, নাহৰ, শিমলু গছবোৰক গা ধুৱাই, চৰাই বাঁহৰ খেৰ এদালক ফুকি মাৰি আহোতে আহোতে ৰাতিটোৰ ভিতৰতে তাই গাভৰু হৈ পৰে। গাভৰু ব'হাগক দেখি পৃথিৱীখনৰো গাভৰু হ'বৰ মন যায়। মৰমৰ চুমাৰ পৰশত মাটিবোৰ পমি যায়- কোমল হৈ পৰে মাটিৰ মন আৰু আত্মা। মাটিৰ মানুহে পমি যোৱা মাটিৰ সতে ধেমালি কৰে- মাটিয়ে মানুহক সাৱতি ধৰে। মাটি আৰু মানুহৰ জোৰণ হয় বিয়া হয় - আনন্দত হৃদয় নোজোৰা হয় - হৃদয় সৰু হৈ যায়- ঠেক হৈ পৰে- আনন্দবোৰ ভিতৰত থাকিব নোৱাৰি চকুৰে, মুখেৰে, কণ্ঠৰে, আঙুলিৰে, বাহু কঁকালৰ মাজেৰে ওলাই আহে। ওঠে ওঠ বিচাৰি যায় - পৰেগৈ গগণা আৰু পেঁপাৰ ওঠত, ডিঙিয়ে মাদলি পিন্ধা ডিঙিৰ মৰম বিচাৰি যায়, পৰেগৈ ডিঙিত শুই থকা গীতালি জনীৰ গাত, বাহু-কঁকালৰ সতে গাভৰু ব'হাগৰ স্পৰ্শ হয়- বতাহতে শুইনতে তাৰ মাদকতা বুজে বিহুৱাটোৱে, বিহুৱতী জনীয়ে, গালৰ সেন্দুৰ ৰঙা ৰংকণ খন্তেকৰ বাবে

নামি আহে নিজানত বাঁহী বাই থকা ডেকাটোৰ মসৃন বাঁহীটোলৈ। সি তাৰ পুৰঠ, মিহি, দীঘল আঙুলি কেইটাৰে গালৰ ৰংখিনি চুই অনুভৱ কৰে, আন এদৰা নিজান পথাৰৰ আঁহতৰ তলত ক'লা চুলিৰে মেৰিয়াই সজা কলীয়া ককাইটিটোৰে তাৰ কলীয়া পেঁপাটো বুকুত ভাৰ বৈ লৈ আহি ওঠেৰে তপতাই তোলে- কোনেও নজনাকৈ- নেদেখাকৈ, তাৰ পেঁপাটো বজাবলৈ লাজ লাগে - অকণমান ভয়ো লাগ- কিজানি তাই আহি আগতে ওলাইহি ।

সকন্ধনইঁতে ভাৱে ।

মাইজানইঁতে ভাৱে ।

যৌৱন আহিলেই যৌৱন অহা যেন নেলাগে যদিহে ব'হাগ নাহে, বৰদৈচিলা নাহে। যৌৱনৰ সৌন্দৰ্য্য আছে । সেই সৌন্দৰ্য্যৰ ভাষা আছে, ভাষাৰ লালিত্য আছে। সেই ভাষাৰ লালিত্যবোৰৰ নাম, অলঙ্কাৰবোৰৰ নাম, গলপতা, মাদুলি, বেনা, ঠুৰীয়াবোৰৰ নাম পিৰীতি, মিলন, ক্ষমা, আপোনজন, আমঠু, সৎ ভাৱ, বিহুৱান, কপৌফুল। এই শক্তিবোৰহে, এই মনবোৰহে, এই স্বভাববোৰহে, এই গুণবোৰহে প্ৰকৃততে বাপতি সাহোন । এইবোৰহে পেৰাত সাঁচি ৰখা কথা। যি বুকুত এইবোৰলৈ ফুৰাব নোৱাৰে তাৰ বাবে ব'হাগৰ কোনো মূল্য নাই। হাজাৰ হাজাৰ মাইল অতিক্ৰম কৰি আহি ব'হাগ মাহটোৱে অসমত সোমায়েই যৌৱনা হয়, ডেকা হয়, গাভৰু হয় । কাকো একো নিদিয়াকৈ পাৰ হৈ যাব নোৱাৰে।

বিহুৰ দিনা আছুফিয়া, জিনু, নয়না, মামনি, চুলটানাইঁতে মঞ্চত কৰাচ গাইছিল- 'যাহ গৈ তাতেনো মৰো- যাহ গৈ তাতেনো হাঁহো'। পৃথিৱীত আকাশ থাকে। কিন্তু সেইখন আকাশ ক'তো নাই- যিখন আকাশ অসমত আছে, সেইখন আকাশৰ তলত ঢোল, পেঁপা, গগণা, আৰু চিফুঙৰ বাঁহীত উতলি উঠা সুৰৰ প্ৰকাশ আছে য'ত জাতিটোৱে ঐক্যতাৰ প্ৰকাশ কৰে। সেইখন আকাশ অসমীয়াৰ আচুতিয়া আকাশ। কেৱল অসমীয়াৰ। সেইখন আকাশৰ তলত আনন্দত, উলাহত আত্মহাৰা হৈ মানুহে যাইগৈ হাঁহিবলৈও চিন্তা নকৰে মৰিবলৈও চিন্তা নকৰে। হৃদয়ৰে বোৱা গামোছাবোৰত, কপৌফুলৰ সুবাসত, কেতেকীৰ মাতত মন ইচাত-বিচাত কৰে ৰাইজৰ মন, আত্মা চিত ভৰি পৰে- কলিজাৰ স্পন্দনত বিহুৰ শব্দ । এইবোৰ বুজিবলৈকে অসমীয়া হ'ব লাগিব - নহ'লে কোনেও নুবুজে- কোনেও কাকো বুজাব নোৱাৰে। ৰসাল মাটিৰ

উমাল পৰশত কোমল হৈ পৰা এই জাতিটোৰ বাবে কোনেও সীমা টানি দিব নোৱাৰে, ৰ'হাগৰ কোনো বাধা নাই কোনেও বাধা নেমানে। ঢুলীয়াৰ কম্পমান দুবাহুৰ, নাচনীৰ চাৱনীৰ বিজুলীত আকাশৰ জোন, তৰাও স্তব্ধ হৈ পৰে। তৰাবোৰে চকুৰ পলক দিবলৈ পাহৰি যায়। আছফিয়াহঁতে গাইছিল- জগতত আছেনে অ' যি আছে নাহৰ ফুলত / লাজ আছে কলিটিৰ / সাজ আছে গধুলিৰ নাই একো আমাৰ বিহুৰ / জাক মাৰি ওলাই আহে / নাচনীৰ বুকু কঁপে। এনেহেন ৰ' হাগৰ দিনা সকলো মানুহেই আনন্দত অধীৰ হৈ পৰিছিল, আত্মহাৰা হৈ পৰিছিল যেতিয়া টফচিৰ, কবীনহঁত ওভতি আহিছিল- কথা কৈছিল। কৰাচ গোৱাৰ পাছত যেন কেৱল বিহুৰ বাবে নহয় টফচিৰহঁত ওভতি অহাৰ বাবে সকলোৱে ভাল পাইছিল। কৰাচৰ বুকুত যেন সকলোৱে এক মহান অৰ্থ বিচাৰি পাইছিল। সকলোৱে হাঁহিছিল- আৰু হাত চাপৰি বজাইছিল। উলাহত ৰব নোৱাৰি কিছুমান ডেকা ল'ৰাই মঞ্চলৈ উঠি গৈছিল আৰু কৰাচৰ তালে তালে নাচি দিছিল। সেইদিনা ৰাইজে বুজি উঠিছিল - টফচিৰ কবীনহঁতৰ প্ৰমুখ্যে অসম প্ৰগ্ৰেচীভ ফ'ৰাম কি কম্ব- কেনে অনুষ্ঠান। আগে পিছেও বিহু পাতিছে- কিন্তু এইবাৰৰ দৰে যেন বিহু হোৱা নাই। ইয়াৰ অন্তৰালত কবীন-টফচিৰহঁতৰ প্ৰতি থকা আত্মীয়তা, দৰদ আৰু ভালপোৱাৰ শক্তি এটাই যে সোমাই আছে- ই তাৰে প্ৰমাণ দিয়ে। ছোৱালীবোৰে আছফিয়াক সাৱতি সাৱতি মৰম কৰিছে। কবীনহঁত কেইদিনমান ধৰি টফচিৰক বিচাৰি যোৱাৰ বাবে ঠাইডোখৰত নাছিল আৰু সেইটোৱেই যেন সকলোৰে অন্তৰত জগৰ লগালেহি। এতিয়া যেতিয়া সিহঁত ওভতি আহি মঞ্চত কথা কৈছিল তেতিয়াহে যেন সকলোৰে ভাল লাগিছিল। সকলোৱে যেন হেৰোৱা মাণিক ঘূৰাই পাইছিল।

বিহুটো পাৰ হৈ গৈছিল।

সকলোৱে বুজি উঠিছিল কবীন-টফচিৰহঁতৰ মাহাত্ম্য- সিহঁতৰ চৰিত্ৰ- সিহঁতৰ আদৰ্শ। কেৱল মুখেৰে গাই বাই, কলমেৰে লিখিয়েই যে সিহঁত ব্যস্ত হৈ থাকে সেইটো নহয়। সিহঁতৰ এক সুকীয়া ব্যক্তিত্ব আছে- সংগঠন আছে, মানুহৰ প্ৰতি আছে বিশ্বাস- অনুগত্যতা, আৰু শ্ৰদ্ধা। তাৰ মাজতে 'প্ৰতিবাদ'ৰ আৰু এটা সংখ্যা ওলাই গ'ল। মাত্ৰ সিহঁতে বিহু সংখ্যাৰ 'প্ৰতিবাদ'খন

উলিয়াব নোৱাৰিলে। আলীচাৰে এটা প্ৰবন্ধ দিছিল- সেইটো সিহঁতে শেষৰ সংখ্যা এটাত ছপা কৰিছিল। সিহঁত আকৌ ব্যস্ত হৈ পৰিছিল- আকৌ মুখৰ হৈ পৰিছিল।

কিন্তু - - - ।

কিন্তু- কিছুমান মানুহে ভাবিছিল যে জয়া বজাৰৰ ঘটনাটো গৰু মৰিলে পোক সৰাৰ দৰে হৈ পৰিল আৰু সেই ঘটনাৰ বাবে চাঁগে এতিয়া ফ'ৰামে আৰু কোনো কথা ভাবিবলৈ নাই। এনেকুৱা ঘটনা আৰু পৃথিৱীত কিবা নঘটাকৈ আছেনে ? কিবা এটা হ'ব লগা আছিল হৈ গ'ল। সুহৃদ কাকতিহঁতৰ ওপৰত কেচ এটা চলিব অলপ দিন ধৰি- ধন থকা লোক - খৰচ অলপ কৰিলেই সকলো ঠিক হৈ যাব। কিন্তু মণিতোলা ওৰফে বগীবুঢ়ীৰ আদৰ্শ আৰু মানৱতাবোধৰ স্খলন নহ'ল। কবীন-টফচিৰহঁতৰ বুকুত সেইবোৰ ৰঙা হৈ জীয়াই থাকিল। মানুহ মৰে- আদৰ্শ মানৱতাবোধ থাকি যায়- তাক আকৌ মানুহেই জীয়াই তুলিব পাৰে, - যেতিয়া দৰকাৰ পৰে।

এদিন প্ৰেছৰ আলোচনা কোঠাত কবীনহঁতে বহি বিশেষ এক বিষয়ৰ ওপৰত আলোচনা কৰি আছিল। লগত আছিল বিশাল ভট্টাচাৰ্য্য। বিশাল ভট্টাচাৰ্য্যই পাৰিলে সম্পাদকসকলক লৈ এখন আলোচনা চক্ৰ পতাৰ বিষয়ে ভাবি আছিল। আৰু তাৰে কিছুমান কথা ক'বৰ বাবে সাজু হৈছিল। এনেতে আলীচাৰ আৰু কাদীৰ চাহাব সোমাই আহিছিল কোঠালৈ। আলীচাৰে উল্লাসেৰে মাত দিছিল।

: এতিয়া বিশালে প্ৰথমে কোৱা যে তুমি কোনখন বিয়াৰ বাবে কি দিবা ? বিয়া দুবিধ- হিন্দু আৰু মুছলমানৰ। দৈ চিৰাৰ দাম দিবানে - নে পোলাও মাংসৰ দাম দিবা ?

সকলো হতভম্ব। কোৱাৰ আগতে চাৰ আৰু কাদীৰ চাহাব বহি পৰিল।

: আমি চাৰ একো বুজা নাই।

: কথাবোৰ লাহে লাহে বুজিলেহে ভাল লাগে। ভাল কাম কৰিবলৈ আচলতে মানুহক মন লাগে। সকলোৰে বাবে অলপ নহয় অলপ ভাল কিছুমান কাম বৈ থাকে তাকে মানুহে বাছি লৈ কৰিবলৈ ইচ্ছা কৰিলেই হৈ যায়। ভাল কাম মুখৰ আগত পৰি থাকিলেও মানুহে কৰিব নোৱাৰে - যদি

মন নেথাকে, সহানুভূতি নেথাকে। কোৱাহে কাদীৰ তুমিয়ে কোৱা।

: বগীবুঢ়ী মৰিল। এৰি গ'ল কাক ? চাবলৈ গ'লে আমাক সকলোকে এৰি গ'লগে। কিন্তু সেইটো কথা মই ঠিক বুজাবলৈ যোৱা নাই। তাই এৰি গ'ল বিশেষকৈ তৰা, লাবণ্য, গোলনা আৰা আৰু ৰহীমাক। ফৰিদা আৰু জয়ন্তীকটো কাহানিবাই বিয়া দিলে। লতা আৰু ফৰমানৰ কথা বাৰু ধৰা নাই। চাবলৈ গ'লে কাকতিহঁতে সিহঁতৰ দৃষ্টিভংগীৰে এক প্ৰকাৰে ঠিকেই কৰিছিল। বুদ্ধিমানক বুদ্ধিৰ বলেৰেই সিহঁতে পৰাস্ত কৰিব খুজিছিল। নহ'লে হয়তো দুষ্ট মানুহৰ হতুৱা বা টকা খৰচ কৰি গুণ্ডাৰ হতুৱাই বগীবুঢ়ীক ৰেপ কৰাব পাৰিলে হয়। কিন্তু তাকে নকৰি যি কাম কৰা হ'ল তাৰে ফ'ৰামৰ সৎ, চৰিত্ৰবান, মানৱতাবাদী ল'ৰা কেইটাক এজোলোকা দিয়াৰ উদ্দেশ্যটো তেনেকৈ পূৰণ হ'ব বুলি ভাবিছিল। আৰু তাক কৰাও হ'ল। কিন্তু কাম নিসিজিল। লজ্জাবোধ, নাৰীত্ব, আত্মসন্মানত আঘাট পৰাৰ বাবে তাইৰ কলিজাই আৰু কাম নকৰা হ'ল। সেয়ে তাই কলাপচ্ কৰিলে। সেইবোৰ বাৰু এতিয়া অতিত হৈ গ'ল। ইপিনে কাকতিহঁতৰ কেচ লাগি আছে যদিও তলে তলে কিন্তু সিহঁত খুব আনন্দিত যে একো নহ'লেও অন্ততঃ যিকোনো কাৰণতে নহওক বগীবুঢ়ী পৃথিৱীৰ পৰা আঁতৰি গৈছে আৰু তাই এৰি যোৱা তৰা, লাবণ্যহঁতৰ অৱস্থা লাহে লাহে পানীত হাঁহ নচৰাৰ দৰে অৱস্থা হ'বগৈ। বুদ্ধি কৰি ফৰমানৰ টেঁটুত লগাই দিয়া হ'ল লতাক। যদিও ফৰমানক বগীবুঢ়ীৰ পুতেক বুলি জনা নাছিল। এইদৰে মুঠ ছটা প্ৰাণীক, সিহঁতৰ দাৰীদ্ৰতা, সমস্যা, চকুলো, লঘোণ আদিবোৰক যদি ফ'ৰামৰ ডিঙিত লগাই দিব পৰা যায় তেন্তে এদিন ফ'ৰামৰ দুৱাৰত তলা যে লাগিব- এই কথা একেবাৰে নিশ্চিত বুলি ধৰি লৈছিল। অলপ কৌশল কৰি বুদ্ধিৰে ধন খৰচ কৰিলে আজিকালি ৰাতিটোৰ ভিতৰতে মানুহক কন্দুৱাব পাৰি, ৰাতিটোৰ ভিতৰতে হঁহুৱাব পাৰি। কাকতিহঁতৰ মানুহ নথকা নহয়। অলপমান পৰিকল্পনা কৰিলেই ফৰমানহঁতক শলঠেকত পেলাব পৰা যায়। নীলাধৰহঁতৰ দলটোৱে ভাবিছে যে এইদৰে হিন্দু হৈ বা মুছলমান হৈ ইটোৱে সিটো সম্প্ৰদায়ৰ ধৰ্মৰ কথাবোৰ যদি ইমান ভালকৈ বুজি উঠিব পাৰে, তেন্তে সহিষ্ণুতা, সহ অৱস্থান আদিৰ দৰে যিবোৰ কথা আছে সেইবোৰে দেখো পৰ্বতত উঠিবগৈ আৰু তেতিয়া হ'লে সিহঁতৰ

জীৱনৰ ধাৰাটোৱেই দেখো বদলি হৈ যাব। যিকোনো উপায়ৰে কিবা এটা লগাই থাকিব পাৰিলেই সিহঁতৰ বহু কাম সিজে। বুঢ়াজনীৰ মৃত্যুৰে যদি একো পৰিবৰ্তন সাধিব নোৱাৰে তেন্তে কেচ চিগাৰ পাছত সিহঁতে জয়া বজাৰৰ মানুহ কিছুমানকে পুনৰ হাত কৰিব বুলি ভাবি আছিল। কিন্তু একো কৰিব নোৱাৰিলে। সাজি পাৰি নানা কথাৰে যদি কবীন-টফচিৰহঁতৰ মাজত কাজিয়া এখন লগাব পৰা গ'ল হয় তেতিয়াও খুব ভাল কামত আহিল হয়। আনকি আদিত্যক হাত কৰিবৰ বাবে বিশেষ এটা অনুমোদন ঠিক কৰাই দিয়াব বুলি পাং পাতিছিল কাকতিহঁতে, যাতে প্ৰেছটো চলাবৰ বাবে কেইলাখমান টকা পায়। কিন্তু, সেইবোৰ একো হৈ নুঠিল। এতিয়া সেইবোৰ বাৰু বাদ দিছো। আলীয়ে সোমাই আহিয়েই বিয়াৰ কথা কৈছিল। আমি এতিয়া বিয়াসে আহোঁ। বিয়াৰ বিষয়ে আলীয়ে ক'ব।

: শুনা, প্ৰথম ধন্যবাদ দিব লাগিব বিনন্দ আৰু জেৰীণক। তোমালোকৰ লগৰ কেইটাৰ ভিতৰত বিনন্দ আৰু জেৰীণেই একমাত্ৰ এটা ল'ৰা আৰু এজনী ছোৱালী যি দুজনে কোনো দিনে কথা নকলে। মানে - সাংঘাটিক কম কথা কয়। মইতো সিহঁতে কথা কোৱা আজিলৈকে নুশুনিলো। আৰু এই কথা নোকোৱা ল'ৰা-ছোৱালীহালেই মহৎ কাম কৰি পেলালে। তোমালোকেতো ভবাই নাছিলা।

: আমাৰ ঘটনাটোৰ পিছৰে পৰা সিহঁত দুটা খুব আলেঙে আলেঙে ঘূৰি ফুৰিছিল। আমি প্ৰায়ে সিহঁত দুটাক নেদেখাৰ দৰে হৈছিলো।

: সিহঁত দুটা বিয়াত সোমাল নেকি ?

: নাই সোমোৱা, বিয়া পাতিহে দিব। জয়া বজাৰৰ পূব পিনে থকা সেই পাহাৰটোৰ পিনে অন্য এটা সৰু টিলাৰ ওপৰত যে ছবিৰ দৰে ধুনীয়া ঘৰ এটা আছে কেতিয়াবা তোমালোকৰ চকুত পৰিছেনে ?

: মই মন কৰিছো। সেউজীয়া গছবোৰৰ মাজত বাদামী ৰঙৰ এটা অসম টাইপৰ ঘৰ- পৰিস্কাৰ- চকুত লগা।

: সেইটো মোৰ একালৰ বন্ধু ডক্তৰেট লোৱা অমূল্য কোঁৱৰৰ ঘৰ। দহ দিন মানৰ আগত কোঁৱৰক লাইব্ৰেৰীত পাই বহু কথা পাতিলো। মোক জোৰকৈ মতাত পৰহি গৈ ওলালোগৈ। কাদীৰকো লৈ গৈছিলো। প্ৰথমে

তিনি ঘন্টামান বহি অতীতৰ কথা পাতিলো- তাৰ পাছতহে চাহ। আমি বহি থাকোতেই বিনন্দ গৈ ওলালগৈ। মই আচৰিত হৈ পৰিলো। জানিলো যে ডঃ কোঁৱৰ বিনন্দৰ অলপ দূৰ সম্বন্ধীয় পেহায়েক। তাৰ পাছত শুনা- আচল কথাটো এনেকুৱা। ডঃ কোঁৱৰ আছিল- এজন গৱেষক, পঢ়া-শুনা কৰা মানুহ। বাহিৰৰ পৃথিৱীখনত কি ঘটিছে তাৰ বৰ উমান নেপাই। তেওঁৰ ঘৰলৈ খোৰছেদ নামৰ বুঢ়া এজন আহে। বুঢ়া স্থায়ীভাৱে ইয়াত নেথাকে। তেওঁৰ মানুহ আছে সেইবোৰে সেই কাম কৰে। ডঃ কোঁৱৰে বুঢ়াক খুব মৰম কৰে আৰু বিশ্বাস কৰে। মাহেকৰ মূৰত বুঢ়াই ডঃ কোঁৱৰৰ পৰা ধনবোৰ লৈ যায়। ডঃ কোঁৱৰৰ দুয়োটা ল'ৰা এমেৰিকাত থকাৰ বাবে কোনোবা কালতে এটা ল'ৰাক ঘৰতে ৰাখি লৈছিল সিয়েই এতিয়া ডেকাটো হৈ জয়া বজাৰত দুখন গোলা মালৰ দোকান চলাই আছে। এতিয়া বোলে এখন বেকাৰী খুলিব। ডঃ কোঁৱৰে কোৱা মতে সেই ল'ৰাটোৰ সতেই বোলে এতিয়া গোলনা আৰাক বিয়া পতাই দিব। কইনা ঘৰৰ পৰা জোৰ দিছে বিনন্দই আৰু দৰা ঘৰৰ পৰা জোৰ দিছে খোৰছেদ বুঢ়াই। মূৰকত গৈ ডঃ কোঁৱৰৰ মন থৌকি-বাথৌ। অহা সপ্তাহতে ডঃ কোঁৱৰে বজাৰ কৰিবই বোলে।

: মোৰ মতে খোৰছেদ সেইজনেই হ'ব যিজনে এদিন বগীবুঢ়ীক লৈ আনিছিল। তেওঁ এতিয়াও তেনে জীয়াই আছে। বাৰু চাৰ সেইটোপাছত ওলাব।

: এই বিয়াখনৰ বাবে বিনন্দই যে কিমাই কষ্ট কৰিছে তাক ভাবিলে আচৰিত হ'বা। মানে তোমালোকৰো এটা প্ৰত্যাহ্বানৰ দৰে হ'ল যে তোমালোকে ভাল কাম কৰিবাই। মোৰ এটা কথা ভাবি ভাল লাগিছে যে গোলনা আৰা বগীবুঢ়ীৰ তত্ত্বাৱধানত থকা ছোৱালী গতিকে- ভাল হ'বই আৰু খোৰছেদ বুঢ়াই সেইবাবেই জোৰ দিছে।

: মই কোৱা খোৰছেদ যদি সেইজনেই হয় তেন্তে তেওঁ জোৰ দিবই। কাৰণ তেওঁ ভালকৈ জানিছিল বগীবুঢ়ীৰ কথা।

: দেখাক দেখি উঠিল গা কেতুৰীয়ে বোলে মোকে খা। দেখা গ'ল যে জয়া বজাৰৰ যিমানবোৰ মানুহৰ সতে বগীবুঢ়ীৰ ভাল আছিল সিমানবোৰে বোলে এতিয়া সেই কেইজনী ছোৱালীকহে পচন্দ কৰিছে

যি কেইজনী বগীবুঢ়ীৰ সতে আছিল। ক'ত মৰা মৰা এতিয়া। কোনোবা দুজনমানে নিজৰ পিতেক ভতিজাকবোৰৰ বাবে সেই ছোৱালী কেইজনীক ভাগে ভাগে বোলে বগীবুঢ়ী জীয়াই থাকোতে কৈয়ে ৰাখিছিল। এতিয়া মৰিলত ছোৱালী কেইজনীক আনে লৈ যায় বুলি সকলোৱে চকু দিয়াত লাগিছে। দেখিছা- দুখীয়া হ'ব পাৰে কিন্তু বিয়াৰ বজাৰত সিহঁতৰ দাম কি?

সেই জয়া বজাৰৰে জয়নাথ নামৰ কোনোবা এটা কাপোৰৰ বেপাৰ কৰা মানুহ আছে। সিওঁ তাৰ ভতিজাকৰ বাবে তৰাক ধৰিব খুজিছে। ছোৱালী খোজা মানুহৰ ভীৰত এতিয়া ফৰমান বিমোৰত পৰিছে। সেইখন বিয়াৰ দৰাৰ পক্ষ হ'ল জেৰীণ আৰু কইনাৰ পক্ষ দেখাত তেনে কোনো নাই যদিও- আওপকিয়াকৈ জেৰীণেই সকলো। সেইখনওবো কথা-বটৰা পক্কা হৈছে। গতিকে তৰাবো হ'ব। লাবণ্যকো বিহাবাৰীৰ পিনে এটা ল'ৰা আছে- ইলেকট্রিকৰ কাম কৰি ফুৰে, তালৈ খুজিছে। এতিয়া থাকিল কেৱল ৰহীমা। তাইৰো দৰা ওলাব। আৰু যদি নোলাই আমাৰ ঘৰতে থকা ল'ৰা এটা ডেকা হৈছে। বিয়াৰ বয়স হৈছে। মই তালৈকে আনি থম।

: মই কওঁ এতিয়া। কেইদিনমানৰ পৰা যে বিনন্দ আৰু জেৰীণক আমি নেদেখাকৈ আছিলো, তাৰমানে সিহঁত দুটা এই কামতে লাগি আছিল। আলীচাৰে ক'বৰ দৰে কথা কৰ্মকৈ কোৱা দুটাই বাহাদুৰী দেখুৱাই দিলে। কোনেও নেজানে ভাল কামবোৰ কেতিয়া কাৰবাবে বৈ থাকে। আমি এই বিয়া কেইখনত আমাৰ মন, শ্ৰম আৰু যি পাৰো টকাৰে সহাই কৰি দিব পাৰিলে বহু নতুন দিশৰ শুভাৰম্ভণি হ'ব। মানুহে বুজিব ফ'ৰামে বাস্তৱক কান্ধত লৈ ফুৰাৰ জানে। কলম আৰু কল্পনাক ফ'ৰামে বৰ গুৰুত্ব নিদিয়ে।

: চাৰ এতিয়া মই অলপ কওঁ। মই ফ'ৰামৰ মাজলৈ সোমাই অহাৰ লগে লগে সদায়ে এটা কথা অনুভৱ কৰিবলৈ লৈছো যে - মই যেন সঁচাই দিনে দিনে, প্ৰতিদিনে এখন বেলেগ পৃথিবীৰ মাজলৈ সোমাই পৰিবলৈ সক্ষম হৈছো, মোৰ যেন খোজবোৰ বেলেগ হৈ আহিছে। সেইখন পৃথিৱীতেহে যেন আচল জ্ঞান, ৰূপ, মানৱতা, দৰদ আদি বস্তুবোৰ আছে। মই যেন মানুহৰ ভালৰ বাবে, মানুহৰ বাবে, নতুনকৈ কাম কৰিবৰ বাবে প্ৰশিক্ষণ লবলৈ আহিছো। ফ'ৰামৰ এই ল'ৰা-ছোৱালী কেইটাৰ যি মনোমোহা ব্যক্তিত্ব, যি

মনোজ্ঞ চিন্তাধাৰা, যিবোৰ বাস্তৱমুখী কৰ্ম সেইবোৰ লব জানিলে আমাক বৰ লোকৰ লিখনি নেলাগেই। মই সাংবাদীকতা কৰি কি কৰিলো? কি পালো? সাংবাদীকতা এৰি যেন মই - ইয়াৰে এজন কৰ্মী হৈ পৰিম, মোৰ এনে লাগিছে। মই যদিও জঘন্যতম মিছা কথাৰে সাজি-পাৰি 'চেতনা'ক কোনো দিনাই ৰাইজৰ হাতলৈ তুলি দিয়া নাছিলো তথাপিও অলপকৈ হ'লেও সঁচাক মিছা আৰু মিছাক সঁচা কৰি সজাইছিলো। কিন্তু, কাম হ'লে একো হোৱা নাছিল। ফ'ৰামৰ বুকুৰ পৰা, মুখৰ পৰা অদ্যপৰিমিত মই যিমান কথা শুনিলো সেই মতে যদি কামত লগাব পৰা যায় তেন্তে আমাৰ সমাজত বেয়াটো খুব সোনকালে নাহিব আৰু মোৰ বিশ্বাসো যে ফ'ৰামে মানুহক সঁচা মানুহ কৰিব পাৰিব। মই মোৰ 'চেতনা'ৰমাজেদি লাহে লাহে মানুহক ইয়াকে সুধিম যে ফ'ৰামে ক'ত বেয়া কৰিছে, কোনটো কথা ভুলকৈ কৈছে? যদি কৰবাত ভুল হৈছে তেন্তে সি স্বাভাবিকতাৰ শিতানতহে পৰিব। কিন্তু জানি শুনি মানুহক 'দাগা' দিবৰ বাবে কৰা নাই। সুষ্ঠভাৱে, জনাৰ আগ্ৰহ দেখুৱাই কোনোবাই আমাক কিবা প্ৰশ্ন কৰিলে, আমাৰ পৰা জানিব বিচাৰিলে আমি মানুহৰ চৰণ চুই জনাই দিম। কিন্তু তাকে নকৰি সাহিত্য কৰিবলৈ বিচাৰিলে আমিও আৰম্ভ কৰিম। লাজত মানুহৰ চকু আকাশৰ পৰা মাটিলৈ পৰিবলৈ বেছি পৰ নাই। কাৰণ টাববীণৰ জীৱনবোধ, ব্যক্তিত্ব, আদৰ্শ, যৌনচেতনা আদিৰ দৰে কথাবোৰ তৰপে তৰপে এতিয়া খহি খহি সকলো ওলাই পৰিছে। প্ৰকৃত ৰূপটোৰ বাবে মানুহে অলপ অপেক্ষা কৰা উচিত আছিল। ইমান হৈ-হাল্লা কৰাৰ কোনো প্ৰয়োজন নাছিল। ইমান পৰ্য্যন্ত মানুহে মুক্তভাৱে লিখিবলৈ লৈছে- যে তেখেত এগৰাকী চুৰণী লেখিকা। এই অপৰাধ এদিন প্ৰকট হৈ উঠিবই। এতিয়া আমিও অপেক্ষা কৰাই ভাল হ'ব। এদিন লিখাৰ সময় আমাৰো আহিব। এতিয়া চাৱ আৰু কাদীৰ চাহাবে আমাক যি কথা, যি সংবাদ দিলেহি তাৰ বাবেহে আমি লাগিব লাগে।

: সেই কাৰণে মই আহিয়ে তোমাক সুধিছিলো। কোনখন বিয়াৰ বাবে কি দিবা। মই ভাবো- আমি আকৌ এই বিয়া কেইখনৰ বাবে অলপ লাগি দিও। আমি আকৌ লগ হম। তোমালোকে বিনন্দ আক জেবীণৰ সতে আলোচনা কৰা। আমি ৰাইজক দেখুৱাব লাগিব- ফ'ৰামে কেৱল ভালেই নকৰে- শেষ

ভালটোও কৰে- দৰকাৰে পৰিলে ভৱিষ্যতে আৰু ভালটোকে কৰিব। নহ'লে আমি ইমানবোৰ যে কথা কৈছিলো, ইমান চিন্তা-চৰ্চা কৰিছিলো সকলো মুখৰ ভিতৰতে থাকি যাব। আমাক সকলোৱে এদিন হাঁহিব। দেখিলা বগীবুঢ়ীৰ তত্বাৱধানত থকা, বগীবুঢ়ীৰ শাসনত থকা ছোৱালীবোৰৰ দামৰ মহিমা। অথচ সেই ছোৱালী কেইজনীয়ে পঢ়া-শুনা কৰিব নোৱাৰিলে। হ'লেও সিহঁত এজনী এজনী সৎ চৰিত্ৰৰ ছোৱালী। সিহঁতক প্ৰকৃত নাৰীৰ মৰ্য্যদা দিলে বগীবুঢ়ীয়ে। আমি শিকিমনে সেইবোৰ কথা ? আজি বহুতে কলম কামুৰি বৈ আছে কি লিখিব। এইবোৰ কথা সিহঁতক কোৱাচোন - কোনোবাই দুটা শাৰী লিখিবনে? লিখিব- টাববীণে কি কৈছিল, টাববীণক কোনে গালি পাৰিছিল, কোন মৌলবাদী, কোনে 'ইচতেমা' পাতিলে আৰু কোৱাণক সংস্কাৰ কৰিব পাৰি নেকি সেইবোৰৰ ওপৰত। ফ'ৰামেও যে এই ছোৱালী কেইজনীৰ বিয়া পাতি দিব পাৰে তাক দেখুৱাব লাগে। অন্তত এটা আদৰ্শক সন্মান জনোৱা হ'ব। তোমালোক বহা। বিশালে কিবা কামত আহিছিলা বোধহয়।

: মই চাৰ এটা কাম কৰিম। কাদীৰদাকো কৈ ৰাখিলো। তাৰবাবে যি ধন লাগে মই বহন কৰিম। সেই ছোৱালী কেইজনীৰ বিয়া হৈ যাওঁক। মোৰ নিজা কেমেৰামেন আছে। মই গোটেই বিয়াৰ ফটো তুলি 'চেতনা'ৰ কোনোবা এটা সংখ্যা কেৱল বিয়াৰ ফটোৰে ভৰাই দিম। দৰকাৰ পৰিলে সেই সংখ্যাৰ পইচা নলও ; এনেয়ে বাইজক দিম। যি হয় হ'ব- এই ধেমালি মই কৰিমেই। দৰকাৰ পৰিলে সেই সংখ্যাটোৰ নাম এটা ৰাখি দিম।

: সময়ত যি কৰা কৰিবা। আগে সুকলমে বিয়াবোৰৰ তাৰিখ ঠিক হওক। ডঃ কৌৰৱে বিয়ালৈ মোক খুব মাতিছে। বাৰু তোমালোক বহা। আমি যাওঁ। তোমালোকে চিন্তা কৰিলে আমাক জনাবা। আমি দুয়োটাই টকাৰেও অলপ সহাই কৰিম।

তাৰ পাছত বহুত দিন পাৰ হৈ গৈছিল।

তৰা, লাবণ্য, গোলনা আৰা, ৰহীমাৰ বিয়া হৈ গৈছিল। বগীবুঢ়ীৰ সেই ঘৰটোৰ পৰায়ে- একেখন চোতালৰ পৰায়ে চাৰিজনী ছোৱালীৰ বিয়া হৈ গৈছিল। কইনাৰ গাৰজিয়েন, মুৰব্বী, অভিভাৱক হৈছিল ফৰমান আৰু লতা। তৰা আৰু লাবণ্যৰ ঘট কালি কৰিছিল বিনন্দই। গোলনা আৰা আৰু ৰহীমাৰ

জেৰীণে। কিন্তু, এই বিষয়ে কাৰো ভাবিবৰ সময় নাছিল। জয়া বজাৰৰ মানুহ গোট খাইছিল আৰু সিহঁতৰ বিয়াবোৰ পাতি দিছিল। তৰা আৰু লাবণ্যৰ বিয়াত জয়া বজাৰৰ গণেশ মন্দিৰৰ দুজন বামুণ আহিছিল আৰু গোলনাআৰা আৰু ৰহীমাৰ নিকাহৰ বাবে জয়া বজাৰৰ মছজিদৰ ইমাম মহম্মদ তজমুল ৰহমান আহিছিল। ডঃ কোঁৱৰৰ ঘৰত থকা মীনাৰ আলিৰ বিয়াৰ বাবে ডঃ কোঁৱৰ নিজে আহিছিল্। আহিছিল এখন টেক্সী আৰু এখন সৰু মিনি বাছ্। আলীচাবে আনিছিল তিনিখন এমবেচাদৰ গাড়ী। কইনাজনী নিবৰ বাবে দৰা ঘৰৰ পৰা বেছি মানুহ অহা মানে কইনাঘৰক জুলুম দিয়া। জয়া বজাৰৰ ৰাইজে মিলি পাতি দিয়া বিয়া। কোনোৰকমে ছোৱালী কেইজনী এঘৰলৈ যাওঁক। সুখে দুখে জীৱন পাৰ কৰক। অইনে যিয়ে নকওক লাগিলে- মানুহৰূপে জনম ললে যেতিয়া জীয়াই থাকিবই লাগিব। চাবলৈ গ'লে ল'ৰা চাৰিওটাই ভাল্। ব্যৱসায়, চাকৰি আছে। ৰহীমা আৰু গোলনা আৰা দুয়োজনী ভাল ঘৰতে পৰিছে। তৰা আৰু লাবণ্যৰ ল'ৰা দুটাৰ অৱস্থাও কোনো গুণে বেয়া বুলি ক'ব নোৱাৰি। গতিকে সকলোৰে মনত আনন্দ। সামান্য ব্যস্ততাৰ মাজেদি চাৰিজনীৰ বিয়া হৈ গৈছিল। টফচিৰ, কবীন, আদিত্য, আছফিয়াহঁতে যি যেনেকৈ পাৰে সহায়ৰ হাত আগবঢ়াইছিল। বিশাল আৰু চামছুল জোনাবো আহিছিল। দুজন কেমেৰামেনেৰে বিশালে বিয়াৰ ছবি লৈছিল। চামছুল জোনাবে এই বিয়াবোৰক মানুহৰ কবিতা বুলি কৈ সাহিত্য বুলি আখ্যা দি এনেকুৱা বিয়াইহে প্ৰকৃততে সমাজৰ চেকুলাৰ স্প্ৰীতটো ৰক্ষা কৰিব পাৰে বুলি কৈ সকলোৰে হৃদয় জয় কৰিছিল। ডঃ কোঁৱৰ আৰু আলী চাবে সহৃদয়ত'ৰে বিয়াৰ সকলো দিশ উপভোগ কৰিছিল। এটা সময়ত বিয়া কেইখন সুন্দৰৰূপে পাৰ হৈ গৈছিল। সন্ধ্যাৰ ঠিক পাছতেই নিকাহ আৰম্ভ হৈছিল আৰু তাৰ পাছতেই চাৰ আৰু ডঃ কোঁৱৰৰ গাড়ী ঘৰমুৱা হৈছিল। ৰাতি অলপ পৰৰ পাছত তৰা-লাবণ্যহঁত কইনা হৈ ঘৰখনৰ পৰা ওলাই গৈছিল।

ফৰমান আৰু লতা দুয়োটাই কান্দিছিল।

লতাক মৰমতে বগীবুঢ়ীয়ে দিয়া ৰূপৰ আঙঠি চাৰিটা আছিল। তাকে লতাই চাৰিওজনীৰ আঙুলিত পিন্ধাই দিছিল।

তাৰ পাছত ৰাতি হৈ আহিছিল।

কবীন - টফচিৰহঁতে বহি কথা পাতিছিল।

লতাই আকৌ টাইপটো শিকক। পৰীক্ষাটো দি পাছ কৰিব পাৰিলে ভালেই। বিশাল ভট্টাচাৰ্য্যই কৈ ৰখা মতে তেওঁৰ প্ৰেছতে চাকৰি এটা দিয়াব পাৰিব। আৰু পাছ কৰিব নোৱাৰিলে- আদিত্যহঁতৰ প্ৰেছতে কিবা এটা কৰিব পাৰিব। আদিত্যক কিন্তু তাইক পঢ়াবলৈ লাগে। কলেজত নাম লগাই দিয়াৰ কথাও আদিত্যই কৈছে। তাইক অলপ গাইদ দিব পাৰিলেই তাই পঢ়িব পাৰিব কিজানি। মাত্ৰ ফৰমানৰ ক্ষেত্ৰত কিছু সমস্যাই দেখা দিছিল। তাৰ কৰিবলৈ একো নাছিল। অৱশেষত তাৰ ভাগ্যখনেই এটাইতকৈ বেয়া হৈ পৰিছিল। মাকক বিচাৰি পালে- কিন্তু বেছিদিন ধৰি নেপালে। ইপিনে লতাক বিয়া কৰি ললে। তাৰ জয়া বজাৰত থাকিবৰো ইচ্ছা নাই- গৈ কৰবাত কিবা এটা কৰিবলৈও সুবিধা নাই- টকা-পইচা নাই। বেকাৰ হৈ থাকিবও নোৱাৰে এটা সময়ত তাৰ ওপৰতো যে মানুহৰ চকু নপৰিব তাৰ কোনো মানে নাই। বগীবুঢ়ীৰ ল'ৰা বুলিয়ে কাকতিহঁতে তাক সুদৃষ্টিৰে নেচাব। তাৰোপৰি মাকৰ বাবেই সি সেইটো ঘৰত থাকিব নোৱাৰিব। নিজানত যেতিয়া এদিন লতাই ফৰমানক তাৰ মাকৰ কথা, স্মৃতিৰ খিৰিকী খুলি যিকোনো কথা কোৱাত লাগিব তেতিয়া ফৰমান যে কিবাটো হৈ পৰিব, দুখতেই যে তাৰ হৃদয় ফাটি যাব সেই কথাটো কবীনহঁতে ভালকৈ উপলব্ধি কৰিছে। ৰাতিলৈ লতাই ভাতৰ যোগাৰ কৰিছিল। ফৰমানে নতুনকৈ কবীনহঁতৰ বাবে বজাৰ কৰিছিল। মানুহ অন্য এজনো নাছিল। লগত আছিল আছফিয়াৰ মাক। আছফিয়াই মুৰ্গীৰ মাংস কাটি লতাৰ সতে পাকঘৰতে কাম কৰি আছিল। বগীবুঢ়ীৰ আগৰ ঘৰ নাই। কাঠৰ খাট আৰু কেইখনমান টকটাপচ বাহিৰতে ব্যৱহাৰ নকৰাকৈ পৰিয়ে আছিল। কবীন, টফচিৰহঁত ভিতৰৰ সৰু কোঠা এটাতে বহিছিল। বাহিৰৰ বিয়াৰ ৰভাতলিত বস্ত্ৰ, চকী, চামিয়ানাবোৰ তেনেকৈয়ে আছিল। এটা বিষাদ-অৱষাদৰ ভাৱে গোটেই পৰিবেশটো প্ৰায়ে সেমেকাই ৰাখিছিল। কথাৰ শেষৰ পিনে ফৰমানে বৰ দুখেৰে কৈছিল।

: দুৱাৰ চুকত থকা লাঠিদাল মই চুবলৈকে নেপালো। এবাৰ যদি মই লাঠিদাল হাতলৈ আনিব পাৰিলো হয় তেতিয়া ইমানখিনি হ'বলৈকে নেপালে হয়। ভাগ্য কিন্তু সকলোৰে বেয়া ।

: কি কৰিবি এতিয়া ? সেইবোৰ বাদ দে। এতিয়া নতুনকৈ কি কৰিবি সেইটো ভাব।

: তোক আন এটা কথা সোধো। গোলনা আবাৰ দৰা মীনাৰ আলীৰ কথাটো যে খোৰছেদেই ঠিক কৰি দিছিল তাক তই জাননে নাই ? আৰু সেই খোৰছেদেই যে তইঁতৰ সেই খোৰছেদ তাক জাননে নাই ?

: দুদিন মানৰ আগতহে জানিছিলো। দাদাক মই এতিয়া একো কোৱা নাই। বিয়া কেইখন হৈ যোৱালৈ বাট চাম বুলি ভাবিলো। আজি বিয়া হৈয়ে গ'ল। আপোনালোকে যদি মনা নকৰে তেন্তে তাক মই ভালকৈ বহুৱাই কেইটামান কথা সুধিম।

: ওহো- আমি তোক তেনে মনা কৰিছোঁ। তই সেইবোৰ একো কৰিব নেলাগে।

: সিয়ে মোৰ কথা কৈ মাক ইয়াত আনি এৰি দিছিল। লতাৰ পৰা জানিব পৰামতে সি মাৰ সতে থাকি পাছলৈ মাক দুখত পেলাই আঁতৰি গৈছিল।

: আদহীয়া মানুহ এটাই দিন হাজিৰা কৰি জেঠাইক কিমান দিন খুৱাব ?

: কথা - সেইটোও নহয় মামা। আমাৰ মাটি-ভেটিবোৰ লবৰ বাবেই সি মাক ইয়াত এৰি দিছিল। কিন্তু সি গৈয়ো একো নেপালে। অন্য মানুহে সেইবোৰ দখল কৰিলে। কিন্তু খোৰছেদদাদা ভীষণ বিশ্বাসী আছিল। কিয় এনে কৰিলে মই আজিও নুবুজিলো ?

: এতিয়া সেইবোৰ কথা ভাবি তই ইয়াৰ পৰা একো কৰিব নোৱাৰ।

: মায়ে নিজৰ ঘৰখনলৈকে যাওঁ যাওঁ কৰি আছিল। মই কিন্তু মাক কোনো দিনে এই কথাবোৰ নক'লো।

: খোৰছেদৰ এতিয়া বয়স হৈছে। কিবা এটা কৰি সি খাই আছে। তাক তই তেনেকৈয়ে থাকিবলৈ দে। মোৰ কথা হ'ল- তই যদি এই ঘৰটোত থাকিব নিবিচাৰ তেন্তে লতাক লৈ ক'লৈ যাবিগৈ ? কিবা এটাতো কৰিব লাগিব।

: ভেদো ককাইটিকে কৈ সেই কাপোৰৰ দোকানতে মই আকৌ বহিব লাগিব। টাউনৰ পিনে কৰবাত ঘৰ এটা ভাড়া লব লাগিব। নহ'লে কাৰোবাৰ ট্ৰাক বা গাড়ীৰ ড্ৰাইভাৰীকে কৰিম। লতা নথকা হ'লে মই ঘৰলৈকে গুচি গ'লো হয়।

: তই সেইবোৰ কথা মুখলৈ নানিবি। সেইবোৰ খুব এটা ভাল কথা নহয়। তই মুখত তেনে কথা আনিলি যদি তোৰ কি ঠিক - লতাক এৰি যাবও পাৰিবি?

: মোৰ কাকতি চাবলৈ ভয় লাগে কাৰণেহে তেনেকৈ কৈছো। এদিন এটা পিয়নৰ হাতত মোলৈ চিঠি এখন পঠাই দিছিল। দৰকাৰ হলে মই দেখুৱাব পাৰো।

: তই সেইবোৰ কথা বাদ দে। আমি অথনিৰে পৰা এটাও ভাল কথা পতা নাই। মোৰ কথা শুন। আমাৰ প্ৰেছৰ চকীদাৰটোৱে যাওঁ যাওঁ কৰি আছে। তাক মাহে চাৰিশ দিছিলো। তোক ছশ টকা দিম। লতাই আকৌ টাইপ শিকক। চকীদাৰৰ ঘৰটো অলপ ঠিক কৰি তহঁতহাল তাতে থাকিব পাৰিবি। কেতিয়াবা কবীনৰ মোমায়েকহঁতৰ গাড়ী চলাবি, মাজে মাজে পাৰিলে দোকানত বহিবি। সেইবোৰ তোৰ সময়-সুবিধাৰ কথা। প্ৰথমে তাকে কৰি ছা। এই ঘৰটো এৰি তই এই দুদিনতে তাকে কৰ। বাকী অন্য কোনো কথাৰ তোৰ দৰকাৰ নাই। জীৱন, মৰণ, জন্ম আদিৰ দৰে কিছুমান কথাৰ বাহিৰে বাকীবোৰ কথা নিজৰ স্বভাৱ-চৰিত্ৰ বাবে হয়। খোৰছেদক তই কিবা সুধিবি, সি তোক কিবা কব, তই ঘৰলৈ যাবিগৈ। লতা, নথকা হ'লে তই কিবা কৰিলি হয়- সেইবোৰ সকলো- দুৰ্বল মানুহৰ চিন্তা। আজি সকলো কাম হৈ গ'ল। জেৰীণ আৰু বিনন্দক তই সদাই মনত ৰাখিবি।

: আদিত্যইহে ঘাই ঘাই কথাবোৰ ক'লে। মোৰ মতে তাকে কৰাই উত্তম হ'ব। মামাৰ বয়স হৈছে- আজিকালি নিজে গাড়ী চলাবলৈ টান পায়। তই মামাৰ গাড়ীও চলাব পাৰিবি। মাহে তোক কিবা এটা দিব। ময়ে বাৰু মামাক কম।

: তেনেহ'লে এতিয়া পাকঘৰৰ পৰা ইলীচ মাছৰ তৰকাৰীৰ গোন্ধ আহিছে- আমি খাই সোনকালে যাব লাগে।

: যোৱাৰ আগতে তোক মাত্ৰ আৰু এটা কথা সোধো যে জেঠায়ে কাৰোবাক পইচা আদি দিবলৈ আছিল নেকি?

: সেইবোৰনো কি কম মামা? বিয়াৰ আগৰে পৰা এটা কথাই গম পালো যে জয়া বজাৰৰ যিমানবোৰ মানুহে আহি পইচা দি সহাই কৰিছিল

সেই সহাই কৰোতাসকলৰ আধাতকৈ বহু বেছি মানুহে বোলে বেছিভাগ ধাৰৰ পইচাহে পৰিশোধ কৰিছে, কেৱল যেনিবা কেইটকামান লগাই দিছে। গতিকে মায়ে দিব লগাতকৈ পাব লগাহে আছিল অধিক।

: আমি তেনে যাওঁ। লতাইতক ভাত দিবলৈ কগৈ।

ৰাতি বহু হৈছিল।

সকলো ভাতৰ পাতত বহিছিল। কুকুৰাৰ মাংসৰে ভাত খোৱাৰ পাছত ফৰমানে নিজে ইলিছ মাছৰ আঞ্জাখিনি বাঢ়ি দিছিল। তেতিয়া সকলোৱে ইলিছ মাছ খাইছিল। কাঁইট গুচাবৰ বাবে যে অজানিতে সকলোৰে বাওঁহাতৰ আঙুলিবোৰেও মাছ খোৱাত সহাই কৰিছিল তাক কোনেও গম পোৱা নাছিল। সকলোৱে ইলিছৰ এটা লোভ লগা, 'বহুত খাম' 'বহুত খাম' লগা গোন্ধ এটা অনুভৱ কৰিছিল নাকেৰে, জিভাৰে, অনুভূতিৰে। খাই থকাৰ মাজতে টফচিৰে হঠাৎ কৈ উঠিল।

: বাংলাদেশত তিনিটা বিখ্যাত মাছুৱৈ আছিল। নাম চেমিন, বয়তোল আৰু সাহা। সিহঁতে কিন্তু ইলিছ পদ্মাত মৰা নাছিল- ব্ৰহ্মপুত্ৰতহে মাৰিছিল। ব্ৰহ্মপুত্ৰতো বোলে বহু ইলিছ মাছ সোমাইছে। সোৱাদ সিমান নাই।

গঙ্গা আমাৰ মা- পদ্মা আমাৰ মা - -

: তহঁত দুটাৰ কি হ'ল ঐ ? ৰাতিটো শোৱা নাই যেন পাইছো।

: শুৱ কৰ পৰা ? 'চেতনা'ৰ বিয়াৰ ছবিবোৰকে চাই থাক আৰু।

: উঠ ঐ - পাঁচটা বাজি গৈছে। আমি ডেকত আছো,

পানচৈ নামৰ জাহাজখনৰ সু-সজ্জিত কোঠা এটাৰ দুকাষে থকা ডানলপৰ বিছনা দুখনত কবীন আৰু টফচিৰে চাৰি দিনৰ আগতে ওলোৱা 'চেতনা'ৰ পৃষ্ঠাবোৰ খেলি-মেলিকৈ গাৰ ওপৰত লৈ শুই আছিল। শুই আছিল মানে যোৱা ৰাতি 'চেতনা'ত ওলোৱা তৰাইতৰ বিয়াৰে ভৰা যিটো সংখ্যা এটাইতকৈ বেছিভাৱে বিক্ৰী হৈ ৰাইজৰ মাজলৈ সোমাই গৈছিল তাকে লৈ গোটেই মথাই আলোচনা কৰি আছিল- আছফিয়াৰ বাহিৰে। বিশাল ভট্টাচাৰ্যই সেই সংখ্যাটো ৰাইজক এনেয়ে বিলাই দিয়াৰ কথা ভাবিছিল- কিন্তু ভড়ালীকে আদি কৰি 'চেতনা'ৰ কৰ্মকৰ্তাসকলে এনেয়ে দিয়াতকৈ অলপ কম নিৰিখতে বিলোৱাৰ পৰামৰ্শ দিলে বাবে দাম এটা কমাই লগাই

দিয়া হ'ল। যোৱা কালিতে সিহঁতে চেতনাখন কিনিছিল। আদিত্যৰ লগৰ বন্ধুজনে ঘাটৰ অনুমতি এটা পাইছিল। ধুবুৰীৰ পিনে একালত সিহঁতৰ দুটা স্থায়ী ঘাট আছিল। তাৰে এটা বন্ধ হৈ আছিল। সেইটোৰে নতুনকৈ অনুমতি :পোৱাত আদিত্যহঁতক এৰাতি কোনোবা এখন জাহাজতে এনেয়ে এৰাতি থাকি কটাই এটা আমেজসনা বিনোদনৰ দিহা কৰি দিছিল। মাজে মাজে গভীৰ চিন্তা-চৰ্চাৰ পৰা নিজকে আঁতৰাই মানুহে পাতলীয়া স্ফুৰ্তি- তামচা বিচাৰি ভাল পায়। আদিত্যহঁতে যোৱা কালিয়ে জাহাজত এৰাতি কটাবৰ বাবে আহোতে 'চেতনা'খন লৈ আহিছিল। 'চেতনা'খনো বৰ সুন্দৰভাৱে প্ৰকাশ কৰিছিল। ৰঙীণ ছবিবোৰ প্ৰকাশ কৰি মাজে মাজে তাৰ তলত খাপ খোৱাকৈ কথা- মন্তব্য, কবিতাসুলভ শাৰি আদি দিয়া আছিল। সেইখিনিকে পঢ়ি পঢ়ি ব্যস্ত হৈ আছিল নিশা কবীন, টফচিৰ, আদিত্যহঁত। তাৰ পাছত ক'ব নোৱাৰিছিল সিহঁত দুটা কেতিয়া টোপনিত লালকাল দি পৰিছিল। ৰাতি বাৰটা মানলৈ আদিত্যহঁত টফচিৰহঁতৰ কাষত আছিল, টোপনি অহাত সিহঁতো শুবলৈ গৈছিল ।

পুৱা আদিত্য, চালেহ, নিশ্চল আৰু বিনন্দ গৈহঁত নিজৰ কেবীনৰ পৰা ওলাই আহি কবীনহঁতৰ খবৰ লবলৈ আহি দেখিছিল- সিহঁত দুয়োটা তেতিয়াও শুয়েই আছিল। 'চেতনা'ৰ পৃষ্ঠাবোৰ সিহঁতৰ বুকুৰ ওপৰত পৰি আছিল। আদিত্যহঁতে জাহাজৰ ডেকৰ পিনে নামি গৈছিল। শান্ত, মৰম লগা, জীৱনটো ধন্য ধন্য লাগি যোৱা ব্ৰহ্মপুত্ৰখনৰ গভীৰ সোঁতবোৰ আগলৈ গৈ আছিল। ব্ৰহ্মপুত্ৰৰ সিটো পাৰৰ পৰা জোনৰ দৰে ঘৰৰ পৰা পুৱাতে কোনোবা কেছেট বা পুৰণা ৰেকৰ্ডৰ পৰা "গঙ্গা আমাৰ মা - - " গীত এটা ভাঁহি আহিছিল। গাঁৱৰ মানুহে কেতিয়াবা পুৰণা গীতৰ ৰেকৰ্ড লগাই মাইক যোগে পুৰণা গীত শুনে। গাঁৱৰ মানুহে পুৰণা গীত শুনি ভাল পাই। গঙ্গা পৰ্দ্দাৰ সুৰ ভাঁহি আহিছে ব্ৰহ্মপুত্ৰৰ বুকুৰেদি।

কবীন আৰু টফচিৰ কেবীনৰ পৰা ওলাই আহিল। তেতিয়া বেলিটো কেঁচা হৈ আছিল যদিও পোহৰটো অলপ টান হৈ আহিছিল। ৰ'দৰ পোহৰবোৰ ব্ৰহ্মপুত্ৰত পৰি কোমল হৈ পৰিছে। মাজে মাজে পোহৰবোৰ পানীৰ মাজলৈ সোমাই গৈ সোণ কুমলীয়া হৈ পৰিছে। হালধীয়া মেঘবোৰ সোণালী পানীৰ

কোনোবা এখিনিত মিলি গৈছে। কামাখ্যাৰ পিনে কিন্তু অলপ কজলা হৈ আছে, পাহাৰ কেইটাৰ নীলাভ গাৰ পৰা খহি পৰিছে কেইমুঠিমান পাতল পোহৰ, তাৰ মাজেদি নামি আহিছে কেইটামান বগলী আৰু অন্য পানী বিচৰা চৰাই। দূৰৈৰ সিটো পাৰৰ গাঁৱৰ ঘৰবোৰ সোঁতৰ সতে মিলি গৈছে। কাষৰ পানীবোৰ নীলা, দ' আৰু গভীৰ আৰু শান্ত। ব্ৰহ্মপুত্ৰখন সিহঁতৰ সাৰতি ধৰি থাকিবৰ মন গ'ল। কবীন আৰু টফচিৰ ৰেলিঙৰ কাষত বহি থকা আদিত্যহঁতৰ কাষ পালেগৈ।

: মনটো বেলেগ ধৰণেৰে ভাল লাগিছে ভাই ?

: চকুদুটা আৰু বুকুৰ উশাহবোৰ শান্তভাৱে এৰি দেচোন- আৰু ভাল লাগিব।

: নৈৰ পাৰলৈ আহিলে কিয় বাৰু মনটো ভাল লাগে ?

: নৈৰ পৰা আঁতৰি থাকি মানুহৰ মাজত বেছিদিন ধৰি মিলামিছা কৰি থাকিলে এনেকুৱাই হয়।

: মানুহৰ সান্নিধ্য বেয়া নেকি ?

: মানুহ নৈখনৰ দৰে হ'ব নোৱাৰে বাবে মাজে মাজে আমি মানুহৰ মাজত থাকি বেয়া পাওঁ ।

: নৈ কিন্তু মানুহৰ দৰে হ'ব পাৰে- হৈ আছে সেই কাৰণে তোৰ নদী ভাল লাগে।

: নদীয়ে নদীয়ে সাগৰলৈ বুলি বাট বুলিব পাৰি - মানুহৰ মাজতহে খোজ কাঢ়িবলৈ টান।

"- - - এপাৰ অপাৰ কনো পাৰ জানি না - - -"

: জাহাজতে থাকিবলৈ লও নহ'লে ? এসোপা জাহাজ দেখো ইয়াত সদায়ে এনেয়ে থিয় দি পৰি থাকে।

: গম পালো- মানে তেহে এই গানবোৰ শুনি থাকিব পাৰিবি ? এইবোৰ গান নদীৰ এইটো পাৰৰ মানুহে নুশুনে - সিটো পাৰৰ মানুহেহে ভাল পায়।

: সেই কাৰণেইটো আমাৰ গালৰ এই অৱস্থা। কল্যাণ নোহোৱা জাতি। সেই যে এটা জিকিৰ আছিল অবে সাডদ ভাই / তোৰ নৌকা ভাটি দিলে / নৌকা নধৰে উজাই।

: পানী বৈ আহিলে নদী নাম লয়, মানুহ বৈ আহিলে কি নাম লয় ?

: সেই কাৰণে নৈ আৰু মানুহৰ মাজত আমি সদাই এটা পাৰ্থক্য ৰাখি যাব বিচাৰো। কৈ লাভ নাই এইবোৰ। যাওঁ ব'ল – চাহ খাই লওঁগৈ।

: এইবোৰ কথাৰ মাজতে মই মনে মনে এটা কথাই ভাবি আছো যে আমি সাংঘাটিক বেয়া সুবিধা কিছুমান পাইছিলো– কিন্তু কোনেও এটা বেয়া কাম কৰিব নোৱাৰিলো। এই কথাবোৰ ভাবি মই কেতিয়াবা বিমোহিত হৈ যাওঁ।

: মাজে মাজে এইদৰে ব্ৰহ্মপুত্ৰৰ পাৰলৈ আহি আমাৰ অতীতবোৰ পোখালিব লাগে। খং, বিদ্বেষ বোৰৰ নিৰাময় হ'ব। জীৱনৰ সকলো বাৰিষা-খৰালি এই নদীয়ে সামৰি লয়।

: চকুৰ আগতে সোঁতবোৰ কোনোবাখিনি পালেগৈ। দুপাৰৰ মাটি আৰু মানুহ বৈ আছে। তাৰ ভিতৰত মাটিখিনি বেছি স্থীৰ, আত্মস্থ আৰু সহিষ্ণু। মানুহে কিন্তু নদী কাটিব পাৰে।

নৈৰ সোঁতৰ দৰে, গতিৰ দৰে, মানুহৰ কথাৰ অন্ত নাই। বৈ গৈয়ো নদী বৈ থাকে একে ঠাইতে। মানুহ বৈয়ো থাকে– গৈয়ো থাকে কেৱল নেথাকে একে হৈ মানুহৰ কথা, ভাষা প্ৰকাশ। কেইখিলামান এক বেলেগ কথা পাতি আছিল কবীনহঁতে। সিহঁত কোমল হৈ আহিছিল, কল্পনাপ্ৰবন হৈ পৰিছিল। নদীৰ পাৰলৈ আহিলে ক'ব নোৱাৰাকৈ মানুহৰ এনেকুৱাই হয়। এনেবোৰ কথা শুনাৰ বাবেই হয়তো নৈবোৰ সদাই মহান হৈ থাকে, নৈৰ চৰিত্ৰ কোনেও ভাঙিব নোৱাৰে। পৃথিৱীৰ প্ৰতিখন নৈয়ে মানুহৰ পৰা ভাল কথা শুনে। কিন্তু মানুহে নৈৰ পৰা একো লব নেজানে। আনে লব জানিলেও আমাৰ মানুহে নেজানে।

এখন সৰু নাৱত কেইজনমান যাত্ৰী উঠি ব্ৰহ্মপুত্ৰৰ এই পাৰৰ গড়াৰ কাষে কাষে আহি থকা কবীনহঁতে দেখিলে। চাওঁতে চাওঁতে নাওখন আহি 'পানচৈ'ৰ ডেকৰ কাষ পালেহি। কবিনহঁতৰ বুকুবোৰ কঁপি উঠিল। উল্লাসত সিহঁত কেইটাই জপিয়াই দিলে। নাওখন সোঁতৰ প্ৰতিকুলে গৈ আছে। আদিত্যই ৰব নোৱাৰি চিঞৰি দিলে।

: সৌটো হাতত গুৰি বঠা লৈ খোৰছেদ, নাৱত কৰমান, লতা, গোলনা

আৰা আৰু তৰা। এই লতা - অই ফৰমান তহঁত ক'লৈ যাব ?

: আৰে কবীন মামাহঁত ? ক'লৈ যায় ? আমি সিটো পাৰে মিতিৰ খাবলৈ যাওঁ। অ' খোৰছেদ বৰববা সৌবা কবীন- টফচিৰ মামাহঁত।

: থিয় দিব নেলাগে - ভালকৈ ধৰি ল। পৰিবি নহ'লে।

: নাও এখন কেতিয়াবাই ললো। সিটো পাৰৰ পৰা গাখীৰ আৰু পাচলি আনোগে। ফৰমানহঁতে এঘৰত মিটিৰ খাবলৈ যাব। ভাল তহঁতৰ ? কৌৰৰ চাহেবক সৰহঁকৈ গাখীৰ লাগে। কিবা সকামৰ বাবে।

: তহঁত কেইজনীৰ ভাল নে ?

: আমাৰ ঘৰলৈ যাব। বিয়াৰ পাছৰে পৰা নেদেখা হ'লো। আমাৰ মানুহ কেইটা এই কেইটা।

: যা - যা আমি গৈ ওলামগৈ। যোৱা দেই লতা- ফৰমান আহিবি।

হাতত ৰঙা নীলা কমাল লৈ জোকাৰি জোকাৰি লতাহঁতে কবীনহঁতৰ পিনে মন কৰি থাকিল। খোৰছেদে নাও এখন ললে। সি গাখীৰ আৰু পাচলিৰ বেপাৰ কৰে। লতা, গোলনা আবাহঁত মিতিৰ খাবলৈ গৈছে। ফৰমানৰে কোনোবা চিনাকি চাগে। আকাশত জোনটো হেৰাই যোৱাৰ দৰে নাওখন পানীৰ কোনোবা সোঁতৰ মাজত হেৰাই গৈছে।

: জীৱনটো কিবা সাহিত্যৰ দৰে লাগি গৈছে ভাই।

: কেবীনলৈ যাওঁগৈ বল।

গভীৰ অথচ মিঠা আনন্দ কিছুমানে সিহঁতক আৰু গভীৰ কৰি তুলিলে। সিহঁত কেবীনৰ পিনে খোজ ললে। এজাক বতাহ বলি আছে।

ব্ৰহ্মপুত্ৰখন বৈ আছে।

টফচিৰে কেবীনৰ সৰু খিৰিকীখনৰ পৰ্দাখন দাঙি বাহিৰলৈ চালে। বিশাল ব্ৰহ্মপুত্ৰ। খোৰছেদহঁতক কঢ়িয়াই নিয়া নাওখনত ৰ'দৰ পোহৰ পৰিছে। সোণালী ৰ'দৰ পোহৰ। টফচিৰৰ হঠাৎ কিবা এটা যেন মনত পৰি গ'ল। বহুত দিনৰ আগতে সি আৰু এখন ধীৰ ব্ৰহ্মপুত্ৰৰ পাৰলৈ আহি কিয়ে নেচাইছিল, কিযে নকৰিছিল।

কিন্তু তাৰ তেতিয়া সেইবোৰ ভাল লগা নাছিল।

আজি খুব ভাল লাগিছে। চকুৰ পানীবোৰ ওলাই যোৱাৰ সমান ভাল

লাগিছে। এইখন ব্ৰহ্মপুত্ৰতে তাৰ জীৱনটো লাগি আছে। সোঁ আৰু বাওঁ বুকুৰ দৰে সুখ-দুখৰ দুটা গঢ়া- বিশাল, আত্মস্থ আৰু আপোন। ভিতৰৰ পিনে লাগি আছে কলিজাটো বাহিৰত ফ'ৰামখন।

কবীন-আদিত্যহঁত কেবীনলৈ সোমাই আহিল।

: কাম কৰি আমনি লাগিলে মানুহ মাজে মাজে ব্ৰহ্মপুত্ৰৰ পাৰলৈ আহিব লাগে।

: গঙ্গা, মহানদী, মিচিচিপি, হোৱাংহোৰ পাৰলৈও চাগে মানুহ আহে।

পানচৈ জাহাজৰ সৰু খিৰিকীখনেৰে তেতিয়া ব্ৰহ্মপুত্ৰৰ ওপৰেদি বলা বতাহ এজাক সোমাই আহিছিল

সিহঁতে এখিৰিকী নীলা পানীৰ বাহিৰে একো দেখা নাছিল।

বিশাল ব্ৰহ্মপুত্ৰখন তেতিয়া বৈ আছিল।

—০—